# চৈয়দ আব্দুল মালিক

# ৰচনাৱলী

(তৃতীয় খণ্ড)





**কস্তুৰী**

প্ৰকাশন সংস্থা

চান্দমাৰী, গুৱাহাটী-৭৮১০০৩

**SAYED ABDUL MALIK ROCHONAWALI (Vol. III) :** A collection of Literary works by Sayed Abdul Malik. Old Circuit House Road Jorhat-785001 and published by Lutfur Rahman on behalf of **KASTURI** (a publishing society) Regd No RSKAM 240/G571-'97-98. Chandmari Guwahati-781003
**First Edition :** September. 1999
**Price :** Rs 200 (Rupees Two Hundred only)

---

# চৈয়দ আব্দুল মালিক ৰচনাৱলী

(তৃতীয খণ্ড)

সাহিত্য সংগ্ৰহ ঃ চৈযদ আব্দুল মালিক

**প্ৰকাশক**

লুৎফুৰ ৰহমান
'কস্তুৰী' প্ৰকাশন সংস্থাৰ হৈ,
চান্দমাৰী, গুৱাহাটী-৭৮১০০৩

**প্ৰথম প্ৰকাশ ঃ** ছেপ্টেম্বৰ, ১৯৯৯

**অক্ষৰ বিন্যাস**

এবাকাচ, প্ৰবীৰ মাৰ্কেট
পল্টনবজাৰ, গুবাহাটী-৭৮১০০৮, ফোন - ৫৪৫১৮০, ৫২৩২১৯

**মুদ্ৰক**

শৰাইঘাট অফচেট প্ৰেছ
ঔদ্যোগিক ক্ষেত্ৰ
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

**মূল্য ঃ ২০০.০০ (দুশ) টকা**

# উছৰ্গা

দেশৰ সাম্প্ৰতিক পৰিস্থিতিৰ প্ৰতি 'কস্তুৰী'ৰ সজাগতা আৰু মাতৃভূমিৰ সুৰক্ষাৰ হকে আত্মবলিদান দিয়া বীৰ ছহীদসকলৰ প্ৰতি শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ চিনস্বৰূপে কাৰ্গিলত অসমৰ অন্যতম ছহীদ কেপ্তেইন জিন্টু গগৈৰ পুণ্যস্মৃতিত 'চৈয়দ আব্দুল মালিক ৰচনাবলী'ৰ তৃতীয় খণ্ডটি উছৰ্গা কৰা হ'ল।

সম্পাদক

## সম্পাদনা সমিতি

সম্পাদক ঃ লুৎফুৰ ৰহমান

সহ-সম্পাদক ঃ হৃদয়ানন্দ গগৈ

সদস্য ঃ কীৰ্তিকমল ভূঞা

প্ৰফুল্ল চন্দ্ৰ বৰা

ৰাজীৱ বৰুৱা

## 'কস্তুৰী' কাৰ্যকৰী সমিতি

| | | |
|---|---|---|
| সভাপতি | ঃ | লুৎফুৰ ৰহমান |
| সম্পাদক | ঃ | লেখক কাকতী |
| কোষাধ্যক্ষ | ঃ | মণীন্দ্ৰলাল বৰুৱা |
| সদস্য | ঃ | কীৰ্তিকমল ভূঞা |
| | | প্ৰফুল্ল চন্দ্ৰ বৰা |
| | | ৰাজীৱ বৰুৱা |
| | | হৃদয়ানন্দ গগৈ |
| যোগাযোগ | ঃ | মণীন্দ্ৰলাল বৰুৱা |
| | | মাৰফৎ, দাস ড্ৰাই ক্লিনাৰ্চ |
| | | লেম্ব ৰোড |
| | | আমবাৰী, গুৱাহাটী-৭৮১০০১ |

# একাষাৰ

'চৈয়দ আব্দুল মালিক ৰচনাবলী'ৰ তৃতীয় খণ্ডটি প্ৰকাশ কৰি পাঠক সমাজৰ উদ্দেশ্যে আগবঢ়োৱা হৈছে। এই খণ্ডটিত লেখকগৰাকীৰ উপন্যাস 'কবিতাৰ নাম লাভা' প্ৰবন্ধ 'চুফী আৰু চুফীবাদ' উপন্যাস 'ডঃ অৰুণাভৰ অসম্পূৰ্ণ জীৱনী', নাটক 'ৰাজদ্ৰোহী', 'আধা অঁকা ছবি', 'দূৰৰ দেৱতা' আৰু ৰম্য ৰচনা 'অকথ্য অশ্ৰাব্য'ৰ লগতে উল্লিখিত পুথিকেইখনিৰ এটি পৰ্যালোচনাও সন্নিবিষ্ট কৰা হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক শ্ৰীযুত হীৰেন্দ্ৰনাথ দত্তদেৱে, আমাৰ অনুৰোধ ৰক্ষা কৰি নিজৰ অশেষ ব্যস্ততাৰ মাজতো চেগ বুজি উক্ত পৰ্যালোচনাটি যুগুত কৰি দি আমাক অনুগৃহীত কৰিছে। এই সহায়ৰ বাবে আমি তেখেতৰ ওচৰত চিৰকৃতজ্ঞ থাকিলোঁ। আশা ৰাখিছোঁ, উল্লিখিত পুথিকেইখনিৰ ৰস-বিচাৰত উক্ত পৰ্যালোচনাটি পাঠক সমাজৰ বাবে সহায়ক হ'ব।

লগতে, অপ্ৰিয় সত্য এষাৰি বেকত কৰিবৰ মন মেলিলোঁ। প্ৰথম খণ্ড প্ৰকাশৰ (অক্টোবৰ/৯৮) বছৰেক পূৰ নৌ হওঁতেই 'ৰচনাৱলী'ৰ তৃতীয় খণ্ডটি প্ৰকাশ কৰিবলৈ সমৰ্থ হৈ আমি আনন্দিত হৈছো সঁচা, কিন্তু বিশেষ উৎসাহিত বোধ কৰা নাই। কিয়নো ৰচনাৱলীৰ বিগত দ্বিতীয় খণ্ডটিৰ প্ৰকাশোত্তৰ অভিজ্ঞতা আমাৰ বাবে সুখকৰ হৈ উঠা নাই। উক্ত খণ্ডটিয়ে পাঠকসমাজৰ পৰা এতিয়াও আশানুৰূপ সঁহাৰি লাভ কৰিবলৈ সমৰ্থ হোৱা নাই। আমাৰ বিশ্বাস, পূৰ্বৰ দৰেই উক্ত খণ্ডটিও সহৃদয় পাঠক-পাঠিকাৰ মনোগ্ৰাহী হোৱাকৈ লেখকৰ বৈচিত্ৰ্যপূৰ্ণ ৰচনা সম্ভাৰেৰে সমৃদ্ধ কৰাৰ হকে আমাৰ পক্ষৰ পৰা চেষ্টাৰ কোনো ত্ৰুটী কৰা হোৱা নাছিল। সেয়েহে আপাত দৃষ্টিত আমি এনে এক ফলাফলৰ কাৰণ সম্পৰ্কে থিতাতে নিশ্চিত হ'ব পৰা নাই। সি যি কি নহওক, এই সন্দৰ্ভত আমি পাঠক-পাঠিকাসকলৰ তৰফৰ পৰা চিন্তাপ্ৰসূত মতামত আৰু গঠনমূলক পৰামৰ্শ আদি সবিনয়ে আহ্বান কৰিলোঁ যাতে তাৰ ওপৰত ভিত্তি কৰি এই ক্ষেত্ৰত আমাৰ ভৱিষ্যৎ প্ৰকাশন আঁচনি যুগুত কৰাত সুবিধা হয়। লগতে,

ৰচনাৱলীৰ সদ্য-প্ৰকাশিত তৃতীয় খণ্ডকে ধৰি প্ৰতিটো খণ্ডৰ প্ৰতি পাঠক সমাজৰ সহৃদয় সঁহাৰি পুনৰ আহ্বান কৰিলোঁ। কোৱা বাহুল্য মাথোন যে 'কস্তুৰী'ৰ শুভানুধ্যায়ী পৃষ্ঠপোষক, আজীৱন আৰু সাধাৰণ সদস্যসকলৰ অকুণ্ঠ আৰ্থিক সাহায্য আৰু লগতে পাঠক সমাজৰ আশাপ্ৰদ সঁহাৰি— এই দুয়োটিয়েই হ'ল আমাৰ এই প্ৰয়াসৰ মূল আধাৰস্বৰূপ।

এই তৃতীয় খণ্ডটিৰ বাবে পুথি নিৰ্বাচন, সংকলন, সম্পাদনা আৰু প্ৰেছৰ যাবতীয় ·কাম-কাজকে ধৰি প্ৰকাশনৰ সৈতে জড়িত প্ৰতিটো দিশ আৰু পৰ্যায়তে যিসকলে আৰ্থিক, বৌদ্ধিক আৰু কায়িক সাহায্যৰে 'কস্তুৰী'ক বাধিত কৰিলে, সেই সদৌটিলৈকে এই আপাহতে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শেষত দোহাৰোঁ, আমাৰ একান্ত ইচ্ছা সত্ত্বেও আমি 'ৰচনাৱলী'ৰ প্ৰকাশৰ দ্বাৰা তথাকথিত ব্যবসায়িক অৰ্থত বিশেষ সাফল্য আৰ্জন কৰিব পৰা নাই। তাৰ বাবে আমাৰ খেদ নাই। যিহেতুকে আমাৰ এই প্ৰয়াস লাভৰ আশাতকৈ বৰং জাতীয় সাহিত্যৰ সুংৰক্ষণ তথা সংবৰ্ধনৰ চিন্তাৰ দ্বাৰাহে অধিক প্ৰণোদিত। পাছে আমাৰ পাঠক-পাঠিকাসকলেও অনুৰূপ চিন্তাৰ দ্বাৰা প্ৰণোদিত হৈ অন্ততঃ ৰচনাৱলীৰ পৰৱৰ্তী খণ্ডবোৰৰ প্ৰকাশন কাৰ্য অব্যাহত ৰাখিব পৰাকৈ প্ৰয়োজনীয় ইতিবাচক সঁহাৰি জনালেও আমাৰ ঘোষিত উদ্দেশ্য সিদ্ধিৰ বাট ভালেখিনি সুচল হ'ব। পঢ়ুৱৈ সমাজৰ পৰা এনে এক সঁহাৰিৰ বাবেই আমি আগ্ৰহেৰে বাট চাব নোৱাৰোঁনে? আন্তৰিক শুভ কামনাৰে—

গুৱাহাটী
৮ আগষ্ট/৯৯

সুখেন্দু বৰমান
সম্পাদক

# সূচীপত্ৰ

**কবিতাৰ নাম লাভা** (উপন্যাস) প্ৰথম প্ৰকাশ, ১৯৫৬, ষ্টুডেণ্টচ এম্পৰিয়াম, ডিব্ৰুগড়।

**চুফী আৰু চুফীবাদ** (প্ৰবন্ধ) প্ৰথম প্ৰকাশ, ১৯৭৫, অসম সাহিত্য সভা।

**ডঃ অৰুণাভৰ অসম্পূৰ্ণ জীৱনী** (উপন্যাস) প্ৰথম প্ৰকাশ, ১৯৫৭, ষ্টুডেণ্টচ এম্পৰিয়াম, ডিব্ৰুগড়।

**ৰাজদ্ৰোহী** (নাটক) প্ৰথম প্ৰকাশ, ১৯৫৭, শৰালি প্ৰকাশ, যোৰহাট।

**আধা আঁকা ছবি** (নাটক) প্ৰথম প্ৰচাৰ, ১৯৫২. প্ৰথম প্ৰকাশ, ১৯৮৪ (অনাৰ্তাৰ নাট্যাৱলী), অসম প্ৰকাশন পৰিষদ।

**দূৰৰ দেৱতা** (নাটক) প্ৰথম প্ৰচাৰ, ১৯৪৮।

**অকথ্য অশ্ৰাব্য** (ৰম্য ৰচনা) প্ৰথম প্ৰকাশ, ১৯৮০, ভবানী পাবলিচিং কনচাৰ্ণ, কলিকতা।

# পাতনি

চৈয়দ আব্দুল মালিকৰ বিস্ময়কৰ সৃজনী-প্ৰতিভাৰ বিভিন্ন দিশৰ কথা মনলৈ আনিলে তেওঁৰ প্ৰতি শ্ৰদ্ধাত শিৰ নত হৈ যায়। প্ৰায় ষাঠি বছৰ কাল জুৰি ব্যাপ্ত তেওঁৰ নিষ্ঠাৰ সাধনা ইতিমধ্যে সমাদৃত হৈছে। ভৱিষ্যতলৈ সি আৰু বেছি সমাদৃত হ'ব। যোৱা ষাঠি বছৰত হোৱা অসমীয়া সমাজৰ বিবৰ্তন আৰু গতিপথৰ কথা জনাৰ আৰু বুজাৰ এটা অত্যুত্তম আনন্দদায়ক পন্থা তেওঁৰ ৰচনাৰাজিত নিহিত। খুটি-নাটিৰ সূক্ষ্ম বিশ্লেষণৰ যোগেদি সত্যৰ জটিল স্বৰূপটো প্ৰকট কৰি তোলাৰ যি একক ক্ষমতা যথাৰ্থ শিল্পী-সাহিত্যিকৰ মজ্জাগত, সেইটো তেওঁৰ প্ৰতিভাৰ এটা বিশিষ্ট দিশ। মালিক চাহেবে বুজে যে সকলোৱে জানিবলগীয়া কথাবোৰ চিত্তাকৰ্ষক ৰূপত ক'ব পাৰিলেহে কোৱাৰ উদ্দেশ্য সাধিত হয়। সেই সূত্ৰেই ক'ব পাৰি যে তেওঁ আধুনিক অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ কাহিনীকাৰ। উপলব্ধিবোৰৰ বিবৰ্ধন আৰু বিবৰ্তনৰ প্ৰক্ৰিয়াই সময়-প্ৰবাহৰ সৈতে সঙ্গতি ৰাখি তেওঁৰ ৰচনাত স্বাভাৱিকতেই প্ৰভাৱ পেলাই আহিছে। তেওঁৰ বিপুল পৰিমাণৰ ৰচনাৰাজি সামগ্ৰিকভাৱে নিৰীক্ষণ কৰিলেহে হয়তো সেইটো দিশ স্বৰূপত হৃদয়ঙ্গম কৰিব পৰা হ'ব। তথাপি এই সাহিত্যিকজনৰ ওচৰ চাপিবৰ বাবে গোটাদিয়েক সাধাৰণ মন্তব্য দিয়াৰ প্ৰয়াস কৰো।

মালিক চাহেব এজন অতি জ্ঞানী মানুহ। অৱশ্যে চুফী সাধক একোজনৰ দৰে নিজৰ জ্ঞানৰ কথা জাহিৰ কৰিবলৈ বিচৰাটো তেওঁ নিশ্চয় বৰ্জনীয় বুলি বিশ্বাস কৰে। তেওঁ যে এজন অতি বিজ্ঞ লোক, সেই কথা তেওঁৰ আলোচনাত্মক লেখাবোৰত প্ৰতিভাত হৈছে। এই দুটা কথা এইবাবেই কোৱা হৈছে যে তেওঁৰ বাহুকথনীয়া লেখাবোৰত যি উদাৰ মানৱতাবাদ উজ্বলি উঠিছে, সেয়া গভীৰ উপলব্ধিৰ পৰা অহা সম্পদ। অসমত বসবাস কৰা বিভিন্ন সম্প্ৰদায়ৰ মাজত থকা মিলা-প্ৰীতিৰ যি বান্ধোন আমি আমাৰ পূৰ্বপুৰুষসকলৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পাইছোঁ, তাক সুদৃঢ় কৰাটো এতিয়াৰ সংকটকালত অতিকৈ জৰুৰী হৈ পৰিছে। হিন্দু-মুছলমানৰ মাজত থকা এনে ককাই-ভাইৰ সম্পৰ্কৰ

বিষয়ে মালিকৰ লেখাবোৰত পোৱা বৰ্ণনাৰ সুধা কেৱল এতিয়াৰ বাবেই নহয়, ভৱিষ্যতলৈকো আমাৰ পাথেয় হ'ব। লগতে অসমীয়া মুছলমান সমাজখনক নিবিড়ভাৱে চিনি পোৱাৰ আৱশ্যকতাৰ বিষয়েও তেওঁৰ উপন্যাসবোৰে আমাক সকীয়ায়। সঁচা কথা, উদ্দেশ্যধৰ্মিতাৰে সাহিত্যৰ পূৰ্ণ মূল্যায়ন কৰা নহয়। কিন্তু সাৰ্থক সাহিত্য বাস্তৱৰ পৰা সম্ভূত হ'ব লাগিব আৰু সাহিত্য কিছুমান মহৎ প্ৰমূল্যৰ আধাৰত প্ৰতিষ্ঠিত হ'বই লাগিব। মালিকৰ উপন্যাসবোৰত পোৱা সমালোচনাত্মক (critical) বাস্তববাদ তেনে কিছুমান স্ফটিকৰ দৰে পৰিষ্কাৰ প্ৰত্যযৰ পৰা নিগৰি আহিছে।

কথনভঙ্গীৰ অসাধাৰণভাৱে সফল প্ৰয়োগ আৰু পৰিবেশ সৃষ্টি কৰাৰ দক্ষতা— এই দুটা গুণত আবিষ্ট হৈ কোনোবা কোনোবাই মিঠা মিঠা ৰোমান্টিক প্ৰেমৰ বৰ্ণনা আৰু পুৰুষ-নাৰী সম্পৰ্কৰ বিৱৰণৰ প্ৰাচুৰ্য মালিকৰ লিখাবোৰৰ অন্যতম উপাদান বুলি ভবাৰ অবাঞ্ছিত প্ৰৱণতা এটা এতিয়াও হয়তো আছে। বস্তুত প্ৰসঙ্গত দেখাত লঘু যেন লগা কথাও যে সানমিহলি মানৱ-মনৰ ইংগিতপূৰ্ণ ৰূপায়ণ হ'ব পাৰে, সেই কথাটো অনেক ক্ষেত্ৰত পাহৰি হয়তো থকা হয়। তীক্ষ্ণ অন্তৰ্দৃষ্টিসম্পন্ন কথা-শিল্পী মালিকে অবচেতনৰ আঁৰে আঁৰে থকা কথাবোৰ কিদৰে পোহৰলৈ আনিব পাৰে, সেই কথাটোও যথাযথভাৱে গৃহীত হ'বলৈ এতিয়াও কিজানি বাকী। মালিকে সৃষ্টি কৰা অবিস্মৰণীয় চৰিত্ৰবোৰৰ বেছিভাগেই সাধাৰণ মানুহ। 'সুৰুযমুখীৰ স্বপ্ন'ৰ গুলচ আৰু 'আধাৰশিলা'ৰ চিৰাজৰ কথা এই সন্দৰ্ভত মনলৈ আহে। সিহঁতৰ আশা-আকাংক্ষা, কামনা-ভাৱনা, দুখ-বেদনা ঔপন্যাসিকে বেছি ওচৰৰ পৰা জানে। অৱশ্যে নগৰৰ উচ্চশিক্ষিত সম্প্ৰদায়ৰ পৰাও সাৰ্থক চৰিত্ৰ সৃষ্টি কৰাত মালিক সক্ষম হৈছে।

অসমীয়া ভাষাৰ ওপৰত চৈয়দ আব্দুল মালিকৰ দখল তুলনাবিহীন। অসমৰ বুৰঞ্জী আৰু অসমীয়া লোক-পৰম্পৰা তেওঁ কেৱল নিখুঁতকৈ জনাই নহয়, সেইবোৰৰ জ্ঞানে তেওঁৰ গল্প আৰু উপন্যাসত অৰ্থবহ ব্যঞ্জনাৰ সঞ্চাৰ কৰে। অসমৰ প্ৰকৃতি আৰু বেলেগ বেলেগ ঋতুত এই অঞ্চলৰ নৈসৰ্গৰ ভিন্ন ভিন্ন ৰূপ তেওঁৰ লেখাবোৰত আকৰ্ষণীয়ভাৱে ৰূপায়িত হৈছে। মানুহ আৰু প্ৰকৃতিৰ মাজত নিহিত সম্পৰ্কৰ কথা তেওঁৰ দৰে কল্পনাশ্ৰয়ী ভাষাৰে অতি কম সংখ্যক কথা-শিল্পীয়েহে বৰ্ণনা কৰিব পাৰিছে। একা-বেঁকা নৈৰ পাৰ উপচি থকা নল-বিৰিণাৰ শোভা, জোনাক ৰাতিয়ে ভৰপূৰকৈ শুৱনি কৰি ৰখা একোখন গাওঁ, নানা ঋতুত পথাৰবোৰৰ নানা ৰূপ, গ্ৰীষ্ম আৰু খৰাং বতৰৰ ৰূঢ়তা— এনেবোৰ তেওঁৰ লেখনিত ৰূপায়িত হৈছে।

মালিকৰ এটা গভীৰ প্ৰত্যয় তেওঁৰ লেখনিসমূহত বাৰম্বাৰ প্ৰতিফলিত হৈছে। সেইটো হৈছে এয়ে যে মানুহৰ চেতনাত উৰ্ধতন আকৃতি আৰু দেহাৰ প্ৰবৃত্তি দুয়োটাই ক্ৰিয়া কৰে। দুয়োটাই লগালগিকৈ সক্ৰিয় হৈ থাকে। "প্ৰতিজনৰ দেহাৰ সজাত আত্মাৰ মইনাৰ বাস।... গেন্ধেলা পানীত সোনা কমাই ল'ব লাগিলে মানুহৰ দেহা আৰু আত্মাৰ স্বৰূপ বুজি পোৱাৰ দৰকাৰ।" মালিকৰ লেখাবোৰত প্ৰেমৰ ধাৰণাৰ প্ৰসঙ্গটোও এইখিনিতে

আহি পৰে। মালিকৰ বোধত প্ৰেম একাধাৰে দেহৰ আৰু হৃদযৰ তাড়নাৰ সংমিশ্ৰণ। মানুহ একোজনৰ ব্যক্তিত্বৰ উৎকৰ্ষৰ পৰত তেওঁৰ প্ৰেমৰ প্ৰকাশ আৰু বিকাশৰ গুণাগুণ নিৰ্ভৰ কৰে। মালিকে প্ৰেমৰ নানান স্তৰ, যেনে পকা পিৰীতি, আধাপকা পিৰীতি, কেঁচা পিৰীতি, আঁভুৱা ভৰা পিৰীতি— এই আটাইবোৰৰ স্বৰূপ বহলভাৱে বেলেগ বেলেগ ৰূপত চিত্ৰাযিত কৰিছে। মালিকৰ গল্প-উপন্যাসত ঠাই বিশেষে প্ৰেমৰ বৰ্ণনা প্ৰত্যযজনকভাৱে অৰ্থ-সমৃদ্ধ হোৱা নাই বুলি সচেতন পাঠকে মত প্ৰকাশ কৰিলে তাক গমি-পিতি চাবলগীযা হ'ব পাৰে। প্ৰেমৰ আলোকমযতা নিঃসন্দেহে আবেগসৰ্বস্বতা (sentimentality) বা সুযোগসন্ধানী মনোবৃত্তিৰ পৰা বহুত যোজন নিলগত। প্ৰসঙ্গক্ৰমে উনুকিযাই থোৱা প্ৰযোজন যে প্ৰেমৰ উন্মেষশালিনী মধুৰতাক ৰোমাণ্টিকতা আখ্যা দিযা প্ৰথা প্ৰশ্নাতীত বুলি ক'ব নোৱাৰি। পৃথিৱীৰ মহত্তম ক্লাছিকেল সাহিত্য, যথা ডান্টেৰ 'ডিভাইন কমেডি' আৰু ভাৰ্জিলৰ 'এইনিদ' প্ৰেমৰেই কালজযী স্তৱ-গান।

আলোচনাটোৰ এইখিনিলৈকে কথা-শিল্পী হিচাপে মালিকৰ কৃতিত্বৰ বিষযে দুটামান সাধাৰণ মন্তব্য আগবঢোৱা হৈছে। এতিযাৰ পৰা বৰ্তমানৰ সংকলনখনত সন্নিবিষ্ট মালিকৰ লেখাখিনিৰ বিষযে গাইগুটীযাকৈ কিছু কিছু কোৱাৰ প্ৰযাস কৰা হ'ব। প্ৰথমতেই 'ডঃ অৰুণাভৰ অসম্পূৰ্ণ জীৱনী' নামৰ উপন্যাসখনৰ কাষ চাপো। উপৰোক্ত উপন্যাসখনৰ বিষযবস্তু হৈছে এজন মেধাৱী জ্ঞান সাধকৰ চৰিত্ৰ উন্মোচন। ডঃ অৰুণাভ এজন মেধাৱী পদাৰ্থবিজ্ঞানী। তেওঁ যে এজন তেজ-মঙহৰ মানুহো সেই কথাটোও হৃদযঙ্গম কৰিব লাগিব। জীৱনক সম্পূৰ্ণ ৰূপত উপলব্ধি কৰাৰ আৰু লগতে এজন মুক্ত মানৱ হোৱাৰ যি মানসিকতা তেওঁ অনুভৱ কৰে তাৰ প্ৰভাৱতে তেওঁ প্ৰেমৰ প্ৰেৰণাদাযক নিৰ্ঝৰিণিৰ সন্ধানত কৌতূহলপৰাযণ। অধিকাংশ চমকপ্ৰদ প্ৰতিভাধৰ মানুহৰে ভিতৰুৱা জীৱনটো এনে ধৰণেৰে ঘটনা-বহুল হোৱাটো স্বাভাৱিক। ডঃ অৰুণাভৰ সৰ্বতোগামী মনৰ এটা বিশেষ কৌতূহল এনে ধৰণৰ ঃ

> *সংস্কাৰসিদ্ধ সামাজিক ৰীতি-নীতি আৰু নৈতিক ধাৰণাৰ অৱমাননা নকৰাকৈ দেহ আৰু মনৰ শুচিতা ৰক্ষা কৰাই জানো জীৱনৰ প্ৰকৃত অভিব্যক্তি? জীৱন যে খালৰ পানী নহয, গতিশীল নিজৰা, যি নিজৰ পথ নিজে ৰচনা কৰি লয, বাধাৰ লগত যুঁজে, হাৰ নেমানে, জয়ী হয়, বৈ যোৱাৰ পথ নেপালেও পথৰ সন্ধান কৰিবলৈ এৰি নিদিয়ে।. মই যদি মোৰ বিবাহিতা পত্নীৰ কাষত জীৱনৰ চৰমতম উপলব্ধি বিচাৰি ব্যৰ্থ হওঁ আৰু সেই উপলব্ধি বিচাৰি পাওঁ কোনো এক অন্য নাৰীৰ দেহ-মন আত্মাৰ মাজত, এই উপলব্ধিক অস্বীকাৰ কৰিলেই মোৰ মনৰ সতীত্ব ৰক্ষা পৰিবনে? পথ সন্ধানৰ শেষ হ'লেই আত্মাৰ মৃত্যু ঘটে, সমগ্ৰ পথৰ বাধা-সংঘাতৰ মাজেদি জীৱন উপলব্ধিৰ অভিযান চলে।*
>
> (পৃষ্ঠা ঃ ১৪১)

সাহিত্যই যিহেতু সমাজৰ প্ৰমূল্যবোৰ জাৰি-চালি চোৱাৰ অধিকাৰ নিগাজীকৈ অধিগ্ৰহণ কৰি আহিছে আলোচ্য উপন্যাসখনৰ বিষয়বস্তু সাৰ্থকভাৱেই আধুনিক মানসিকতাৰ প্ৰকাশ বুলি ক'ব লাগিব। অসমীয়া সাহিত্যজগতৰ পৰিপ্ৰেক্ষিতত সেয়া অভিনৱ বুলিয়ে ধাৰণা হয়। স্বৰণো মালিকৰ "ৰূপ-তীৰ্থৰ যাত্ৰী" আৰু "মাটিৰ চাকি" আদি উপন্যাসৰ সৈতে এই উপন্যাসখনৰ প্ৰকৃতিগত সাদৃশ্য আছে। 'ডঃ অৰুণাভৰ অসম্পূৰ্ণ জীৱনী'ৰ প্ৰস্তুতকাৰক চৰিত্ৰ ৰেজাই সতৰ্কতাৰে ডঃ অৰুণাভৰ মনৰ আভিজাত্য আৰু অন্য প্ৰশংসনীয় গুণৰ আভাস যতনাই থাকে। তথাপিও অৰুণাভক পূৰাকৈ জানিবৰ অৱকাশ থাকি যায়। অৰুণাভক কেন্দ্ৰ কৰি ঘূৰা নাৰী-চৰিত্ৰসমূহৰ ভিতৰত শেৱালিৰ চৰিত্ৰটো আকৰ্ষণীয় হৈছে। প্ৰথাগত অৰ্থত প্ৰায় অশিক্ষিতা অথচ বুদ্ধিদীপ্ত মন আৰু সমৃদ্ধ অনুভূতিৰে পুষ্ট আকৰ্ষণীয় নাৰী-চৰিত্ৰ সৃষ্টি কৰাত মালিকৰ বিশেষ দক্ষতা অন্যত্ৰও পৰিলক্ষিত হয়। 'ৰথৰ চকৰি ঘূৰে'ৰ মন্দিৰাৰ কথা এইখিনিতে মনত পেলাব পাৰি।

'বিদ্ৰোহী পাঠান' এম ইব্ৰাহীম আলিৰ হাতত উৎসৰ্গিত 'কবিতাৰ নাম লাভা' এখনি চুটি উপন্যাস। নায়ক শৰতৰ আৰু নায়িকা ভাৰতীৰ চৰিত্ৰ দুটা সফল হৈছে। দুয়োৰে মাজত গঢ় লোৱা পাৰস্পৰিক আকৰ্ষণে সম্ভাৱনীয়তাৰ (plausibility) পাৰ ভাঙি অভাবিতপূৰ্ব আকস্মিকতাৰে গতি কৰা নাই বাবে উপন্যাসখনৰ মূল্য বৃদ্ধি হৈছে। শৰতৰ আদৰ্শবাদ আৰম্ভৰ পৰা শেষলৈকে পটুৱৈক পতিযন নিযাব পৰা বিধৰ নহ'লেও এলেহুৱা লক্ষ্যহীন লগৰীয়াখিনিৰ অদূৰদৰ্শিতাৰ বিপৰীতে সি সুস্থ মানসিকতাৰ গতিৰূপে প্ৰকাশ পাইছে। ভাৰতীৰ চৰিত্ৰটোৱে প্ৰেমৰ পৰা উদ্ভূত ত্যাগৰ সৌষ্ঠৱ আৰু লগতে অসহনীয় বেদনা মন চুই যোৱাকৈ মূৰ্ত কৰি তুলিছে। উপন্যাসখনত সমকালীন অসমৰ বাস্তৱ পৰিস্থিতিৰ ওপৰত এটা মৰ্মস্পৰ্শী বিশ্লেষণ আছে। কৰ্ম-সংস্কৃতিৰ প্ৰতি বিমুখ এচাম অসমীয়া ডেকাই এই কথাটো টলকি নেচায যে "অসম অসমীয়াৰ" এই শ্লোগানটো অনা অসমীয়াৰ ওপৰত অৰ্থনৈতিকভাৱে সম্পূৰ্ণ নিৰ্ভৰশীল অসমীয়া মানুহৰ বাবে চূড়ান্ত আত্ম-প্ৰৱঞ্চনাৰ বাহিৰে একো নহয়।

'অকথ্য অশ্ৰাব্য' গ্ৰন্থখনত সাহিত্যিক মালিকৰ পাৰদৰ্শিতাৰ এটা বিশেষ দিশ চকুত পৰে। ব্যঙ্গ-ৰচনাৰ এই সংকলনখনে মালিক কিমান সূক্ষ্ম আৰু বিস্তৃতভাৱে সমাজ-সচেতন ব্যক্তি সেই সত্যটো প্ৰতিভাত কৰে। উপচি পৰা হাঁহিৰ যতনেৰে তেওঁ বৰ্তমানৰ সমাজখনৰ স্খলনৰ বিষয়ে আঙুলিয়াই দেখুৱাইছে। ব্যঙ্গ-ৰচনাৰ সৃষ্টি আৰু প্ৰসাৰ আশানুৰূপ নহয় বাবেই কিজানি অসমীয়া মানুহৰ সমাজ-সচেতনতা ঢেংঢেঙীয়া। ব্যঙ্গ ৰচনাৰ কাৰ্যকাৰিতাৰ বিষয়ে জ্ঞাত বাবেই মালিকে মাজে-সময়ে ব্যঙ্গ-ৰচনাৰ মানসিক খোৰাক আমাক দি থাকে। এই ক্ষেত্ৰত বেজবৰুৱাৰ অৱদানৰ কথা তেওঁ সুঁৱৰিছে। এই পুথিখনিৰ "গুণ্ডা" "বিনচীয়া পোৱালী" আৰু "পলিটিকেল চাফাৰাৰ"— এই ৰচনা তিনিখন বিশেষভাৱে উপভোগ্য হৈছে।

আলোচ্য সংকলনখনত 'ৰাজদ্ৰোহী', 'আধা অঁকা ছবি' আৰু 'দূৰৰ দেৱতা'— এই তিনিখন নাটকে ঠাই পাইছে। 'ৰাজদ্ৰোহী'ত ভূতৰ পুতেক সতৰাম আৰু পদ্মাৱতীৰ চৰিত্ৰ দুটা জীৱন্ত হৈ উঠিছে। এই নাটকখনত চকুত পৰা এটা দিশ হৈছে সেই সময়ৰ অসমীয়া মানুহৰ মানসিকতা ফুটাই তুলিবৰ বাবে নাটকৰ সংলাপত মেমেধুৰ চৰিত্ৰৰ জৰিয়তে সেই সময়ৰ ভাষাৰ ব্যৱহাৰটো পুনৰুজ্জীৱিত কৰাৰ প্ৰয়াস। নাটখনত পদ্যৰ ৰূপ লোৱা ফকৰা-যোজনাৰ সঘন ব্যবহাৰে তাকে সূচায়। এই প্ৰসঙ্গত অলপতে প্ৰকাশ হোৱা মালিকৰ এটা প্ৰবন্ধৰ পৰা কেইশাৰীমান বাক্য তুলি দিওঁ ঃ

আমাৰ কথা এষাৰ আছে—

"তাঁতৰ চাৰি বাটি ব'।
কথা কোৱাদি ক'ব নোৱাৰ যদি
শ্লোকত কোৱাদি ক।"

অৰ্থাৎ কথা কোবাদি (গদ্যত) কোৱাতকৈ, শ্লোকত কোৱাদি (পদ্যত) কোৱাটোৱেই সহজ। কথাষাৰৰ যুক্তিও নথকা নহয়। আমাৰ ভাষাটো ফকৰা-যোজনাৰে ভৰা। এনেয়ে ফকৰা-যোজনাবোৰ লঘু যেন লাগিলেও কিন্তু কথাবোৰৰ তাৎপৰ্য নথকা নহয়। ফকৰা-যোজনাবোৰে সকলোকে সামৰে, কাৰোবাক হয়তো চুই যায়, কাৰোবাৰ গাত বৰকৈ খোচ নেমাৰে। সৰহভাগ এনেকুৱা কথায়েই স্বতঃস্ফূৰ্ত, ক'তো শিকিবও নালাগে, কোনেও কাকো শিকাবও নালাগে। ভাব-অভিজ্ঞতাবোৰ আপোনা-আপুনি পদ্যৰূপ হৈ ওলাই আহে।" (কাব্যশ্ৰী, প্ৰথম বছৰ, ৭ম সংখ্যা, জুলাই ১৯৯৯)

এই ভিত্তিতে ক'ব খুজিছো যে অষ্টাদশ শতিকাৰ শেষ প্ৰান্তত অসমীয়া মানুহে ব্যৱহাৰ কৰা ভাষা কেনেকুৱা আছিল, সেই সম্পৰ্কে মালিকৰ ধাৰণা প্ৰশংসাই। সেই কালৰ মানুহবোৰ আজিৰ মানুহৰ দৰে শিক্ষিত নাছিল। কিন্তু বেছিভাগেই তেজীয়ান আৰু বিশেষকৈ প্ৰাণোচ্ছল আছিল।

'আধা আঁকা ছবি' নাটকখনত মহাযুদ্ধৰ বিধ্বংসী চৰিত্ৰ মৰ্মস্তুদভাৱে বৰ্ণনা কৰা হৈছে। এযোৰা নিষ্পাপ প্ৰেমিক-প্ৰেমিকাৰ কৰুণ বিচ্ছেদ ঘটিল গোলাবৰ্ষণ আৰু ৰূঢ় সৈনিকৰ লোলুপ কামুকতাৰ বহ্নিত। যুদ্ধই যে অপ্ৰত্যাশিত অঘটনৰ যোগেদি মানুহক পশু কৰে, নাট্যকাৰৰ কল্প-দৃষ্টিত সেইটো বেদনাবিধুৰ ৰূপত ফুটি উঠিছে। আধা অঁকা ছবিখনে নাটকৰ অন্তিম স্তৰত প্ৰতীকৰ আয়তন লাভ কৰিছে। 'দূৰৰ দেৱতা' নামশীৰ্ষক চুটি কাব্যনাটিকাখনত লিৰিকেল ভঙ্গীত অপূৰণ প্ৰেমাকৰ্ষণৰ এটা কাহিনী কোমল কৰুণ বিৰহৰ ৰূপত শেষ হৈছে। জবাৰ "মোৰ ফুল যদি সৰি পৰে" গীতটোতেই নাটকখনৰ মৰ্ম কেন্দ্ৰীভূত হৈছে।

কল্পনাশ্ৰয়ী নাটককেইখনৰ বিষয়ে দিয়া মতৰ ইমানতে ইতি পেলাই সামৰণিত সম্পূৰ্ণ পৃথক গুণসম্পন্ন এখন কিতাপৰ প্ৰসঙ্গলৈ আহোঁ। কিতাপখনৰ নাম হৈছে "চুফী আৰু চুফীবাদ"। মহান ইছলাম ধৰ্মৰ উদাৰমনা দিশটোৰ প্ৰতিনিধি চুফী মিষ্টিকসকলৰ

ধ্যান-ধাৰণা আৰু সাধনাৰ কথা পৃথিৱীবিখ্যাত। চুফী সাধকসকলৰ নিবিড় আত্ম-সাধনাৰ ভাবধাৰা জালালুদ্দিন ৰুমী প্ৰমুখ্যে জনদিয়েক বিশ্ববিখ্যাত কবিয়ে গৰিমাময় কৰি তোলে। গ্ৰন্থকাৰৰ ভাষাতে ঃ

*লক্ষ্য কৰিবলগীয়া কথা যে ইছলামৰ বুকুতে জন্মলাভ কৰি চুফীবাদে এক গতানুগতিক অৰীতিবদ্ধ মুক্ত মনোধৰ্মী সাধন-পন্থাৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ লগতে ই এক অভিনৱ ভাৱবিপ্লৱৰো জন্ম দিয়ে আৰু এক ভাবগধুৰ কাব্য-সাহিত্যৰো প্ৰেৰণাৰ মূল বস্তু হৈ পৰে।*

'চুফী আৰু চুফীবাদ' পঢ়ি পৰম উপকৃত হ'লো। এটা মাত্ৰ আক্ষেপ থাকিল ঃ চুফী দৰ্শনৰ অনুগামী বৰেণ্য কবি জনদিয়েকৰ কবিতাৰ বিষয়ে পুথিখনত আৰু কিছু বেছি আলোচনা যদি থাকিলহেঁতেন। পুথিখনৰ পাতনিখন অতি জ্ঞানগৰ্ভ হৈছে। "এষাৰ কথা" নামশীৰ্ষক এই পাতনিখনৰ পৰা মালিক চাহেবৰ এটা অত্যুত্তম মন্তব্য তুলি দিছোঁ ঃ

*সকলো ধৰ্মৰ অন্ততঃ মূল কথাখিনিৰ বিষয়ে একো নজনাকৈ ধৰ্ম-নিৰপেক্ষ হ'বৰ যত্ন কৰাৰ কিবা তাৎপৰ্য আছে বুলি ক'ব নোবাৰি। আন্তৰিকতা আৰু শ্ৰদ্ধাৰে এজনে আন এজনৰ ধৰ্ম-সংস্কৃতি, ৰীতি-নীতি, আচাৰ-বিচাৰৰ প্ৰতি প্ৰয়োজনীয় উদাৰতা প্ৰকাশ কৰিবৰ কাৰণে ভাব-চিন্তাৰ, জ্ঞান-বুদ্ধিৰ মুকলি আদান-প্ৰদানৰ ক্ষেত্ৰ আৰু বাতাবৰণ ৰচনা কৰাৰ আৱশ্যকতাক স্বীকাৰ নকৰিলে কোনো মন্ত্ৰৰ বলেৰে বা ৰাজনৈতিক শ্ল'গানেৰে হৃদয়ক হৃদয়ৰ কাষ চপাব নোৱাৰি। যিখন হৃদয়ত এটা সত্যৰ কাৰণে ঠাই আছে, সেই হৃদয়ত আৰু এটা সত্যৰ কাৰণেও ঠাইৰ অভাৱ নিশ্চয় নহয়।*

পৰিশেষত জনাও যে সকলোৰে আদৰৰ মালিক চাহেবৰ গ্ৰন্থ সংকলনৰ এইটো খণ্ডৰ বিষয়ে দুষাৰ লিখিবলৈ সুবিধা পাই কৃতাৰ্থ হৈছোঁ। একাধাৰে বিচক্ষণ পণ্ডিত, ওজা ঔপন্যাসিক, অসমৰ সবাতোকৈ জনপ্ৰিয় গল্পলেখক, সুকবি, নাট্যকাৰ আৰু ৰসাল ৰম্য ৰচনাৰ স্ৰষ্টা চৈয়দ আব্দুল মালিক চাহেবলৈ মোৰ অন্তৰভৰা শ্ৰদ্ধা জনালোঁ।

গুৱাহাটী বিশ্ববিদ্যালয় চৌহদ — হীৰেন্দ্ৰনাথ দত্ত
১/৮/৯৯

# উচৰ্গা

'বিদ্ৰোহী পাঠান' এম্ ইব্ৰাহীম আলীৰ হাতত
"কবিতাৰ নাম লাভা" দিলোঁ।
স্নেহ আৰু শ্ৰদ্ধাৰে সামান্য মাননি।

আব্দুল মালিক

## ।। ১।।

শৰতৰ মুখখন শুকাই গৈছিল। সেই কাৰণে হাঁহিব খুজিও তেওঁ হাঁহিব নোৱাৰিলে। তেওঁ খোজকেটা খৰকৈ দি আগুৱাবৰ চেষ্টা কৰিলে। এই সময়ত আলিবাটৰ ওপৰত ভিৰ কিছু কম। আৰু কিছুপৰৰ মূৰত ভিৰ বাঢ়িব।

দুই বাজি গৈছে।

শেষ মাঘৰ বতাহজাকত ফাগুনৰ জান-নেজান উষ্ণতা আৰু শীতৰ এটা জাৰ লগোৱা স্পৰ্শ আছে। শৰতৰ ঠিক জাৰ লগা নাছিল, কিন্তু এটা পাতল হতাশাই শৰতৰ মনৰ ভিতৰৰ উত্তাপখিনি বহু পৰিমাণে নোহোৱা কৰি দিছিল। সেই কাৰণে শৰতৰ পিয়াহ লগা যেন লাগিছিল।

বাটৰ সোঁফালে নতুনকৈ সজা দুমহলীয়া নতুন ঘৰটোৰ আগত থকা ডাঙৰ চাইনবোৰ্ডখনত শৰতৰ চকু পৰিল— “The New Assam Hotel.”

আগেয়ে ইয়াতে ভাবিৰাম কলিতাৰ চাইকেল ভাল কৰা দোকান আছিল। বোধকৰোঁ নচলিল গতিকে ঘৰে-মাটিয়ে বাবুলাল পাণ্ডেক বেচি দিলে। পাণ্ডেই এতিয়া তাত ‘নিউ আচাম হোটেল’ খুলিছে। লক্ষ্মণ চলিহাই ভাবিৰামৰ সেই মাটিডোখৰ কিনো কিনো বুলি এবছৰমান টুটুৰালে, কিন্তু তেওঁ কিনাৰ কোনো সম্ভাৱনা নেদেখি অৱশেষত ভাবিৰামে মাটিডোখৰ বাবুলাল পাণ্ডেক বেচিলে।

আচলতে লক্ষ্মণ চলিহাৰ মাটি কিনাৰ জোখাৰে টকা নাছিল।

পিয়াহ লগা সত্ত্বেও শৰত হোটেলত নোসোমাল। হাতত কেইটামান টকা আছিল, কিন্তু টকাৰ দৰকাৰো আছিল। সদৰ ৰাস্তাইদি নগৈ এটা সৰু গলিয়েদি পোনাই যাবৰ কাৰণে শৰত ঘূৰিছিল। সন্মুখলৈ চাই দেখিলে বন্ধ হৈ থকা সৰু ঘৰ এটাৰ কাঠৰ দুৱাৰখনত কোনোবাই চূণেৰে কি চক-মাটিৰে লিখি থৈছে— “অসম অসমীয়াৰ—”

আখৰবোৰ অভঁজা আৰু কোনোবাই খৰখেদাকৈ লিখা।

শৰতৰ আকৌ হাঁহি উঠিব খুজিছিল, কিন্তু ফেৰফেৰীয়া বতাহ লাগি ওঁঠ দুটা ফটা যেন লাগিছিল, হাঁহিব নোৱাৰিলে।

আহি থাকোতে মনোহৰ আগৰৱালাৰ দোকানৰ আগত ৰৈ থকা গৰু-গাড়ীখনৰ ছৈৰ ওপৰতো এনেকুৱা কথা লিখা কাগজ এখন মাৰি থোৱা দেখা পাই শৰতৰ হাঁহি উঠিছিল। গাড়ীৰ ছৈত আৰু নগৰৰ গলিত থকা বন্ধ ঘৰৰ দুৱাৰত লিখি অসমীয়াই ঘোষণা কৰিছে নিজৰ অস্তিত্ব আৰু নিজৰ স্বত্বৰ কথা।

গলিটোলৈ শৰত সোমাই গ'ল। এসময়ত এই গলিটোত নোৱাখালি, মৈমনচিঙৰ মানুহ কিছুমান আছিল। সেইবোৰক খেদালে। এতিয়া ইয়াত বিহাৰী মানুহ আছে। গলিটো আগেয়ে যিমান লেতেৰা আছিল এতিয়া তাতকৈ দহগুণ বেছি লেতেৰা হ'ল। আলু-পিয়াঁজৰ গুদামৰ পৰা আৰম্ভ কৰি চানাচুৰৱালা-পক'ৰি ভজাৰ সৰু সৰু দোকানলৈকে সকলো প্ৰকাৰৰ বিশৃঙ্খল দোকান-পোহাৰৰ এক সানমিহলি মেলা বহিছে গলিটোৰ দুয়োপাৰে। তাৰ মাজতে এখন নে দুখন বিহাৰী হোটেলো বহিছে আৰু আছে দুখন বঙালীৰ দোকান। বঙালীৰ দোকানখনৰ বেৰত গান্ধী আৰু সুভাষ বসুৰ ডাঙৰ ছবি। কাষৰে দেছুৱালী নাপিতৰ দোকানখনৰ বেৰকেখন ফিল্ম-ষ্টাৰৰ ছবিৰে ভৰা। বেছিভাগ ফিল্ম-ষ্টাৰৰে ছবিবোৰ উদং গাৰে থকা ছোৱালীৰ।

শৰতে থুঁতৰিটোত এনেয়ে হাত দি চালে। আজি দুদিনমান ডাঢ়ি খুৰোৱা নাই কিজানি। চেলুনখনত সোমাই ডাঢ়িখিনি খুৰোৱাই যোৱাৰ কথা এবাৰ শৰতে ভাবিলে, কিন্তু তাত কেইবাটাও মানুহ ৰৈ আছে। ডাঢ়ি খুৰোৱাবলৈ ৰ'লে ভালেমান পৰ ৰ'ব লাগিব। আৰু দোকানখনৰ আগতে থকা খালটোৰ গেলা পানীবোৰৰ পৰা এটা অসহ্য দুৰ্গন্ধ আহিছে। খালটোৰ ওপৰত দি লোৱা বাঁহৰ দলংখনৰ ওপৰতে সৰু বেঞ্চ এখন পৰা আছে। তাত বহি তিনিটা বিহাৰী মানুহে চাহ বেচি ফুৰা মানুহ এটাৰ পৰা কিনি চাহ খাইছে।

শৰতৰ দুৰ্গন্ধত ওকালি আহিব খুজিছিল, কিন্তু সেই দুৰ্গন্ধৰ মাজতে মানুহকেইটাই চাহ খাই থকা দেখি শৰতে আৰু হতাশ অনুভৱ কৰিলে, আৰু খৰখেদাকৈ আগবাঢ়িল।

এটা ময়লা ঠেক পেন্ট পিন্ধা ল'ৰাই হাতত ট্ৰেঞ্জিষ্টাৰ ৰেডিঅ' এটা ওলোমাই লৈ ৰেডিঅ'ত বজা গীতটোৰ লগতে নিজেও গীত গাই এক প্ৰকাৰ নাচি নাচিযে আহি আছে। সেইটো লতা মঙ্গেশকৰৰ মাত। আজি কুৰি বছৰে এই মাতটো শুনি শুনি শৰতৰ আমনি লাগিছে! পঞ্চল্লিশ কোটি মানুহেৰে ভৰি থকা এখন দেশত একেজনী ছোৱালীয়ে কুৰি বছৰ গান গাই থকাৰ অৰ্থ হ'ল দেশখনত এক ব্যাপক সাংস্কৃতিক দুৰ্ভিক্ষ চলিছে। নতুন প্ৰতিভা আবিষ্কাৰৰ কোনো প্ৰয়াস নথকাৰ কাৰণে, লতাৰ গানকে মানুহে একে-লেথাৰিয়ে কুৰি বছৰ শুনি আছে, আঢ়ৈকুৰি বছৰীয়া বুঢ়া অভিনেতা অশোক কুমাৰৰ ভাও চাই আছে!

ল'ৰাটোৱে আলিবাটটোত আৰু কোনোবা আছে নে নাই মন কৰা দৰকাৰ বোধ কৰা নাই। কাৰণ ৰেডিঅ'ত অহা হিন্দী গানটো কোনোবা এখন হিন্দী কথাছবিৰ। ছবিখন ল'ৰাটোৱে নিশ্চয় কেইবাবাৰো চাইছে। গানটোও তাৰ মুখস্থ। সেয়ে ৰেডিঅ'ৰ লগত তাৰ নিজৰ সুৰ মিলাইছে।

শৰতে আগবাঢ়িবলৈ ধৰোতেই দেখিলে কেইটামান ল'ৰা কালেকো নেচাই দৌৰিছে। খাল-শিল একোলৈকে সিহঁতৰ চকু নাই। সিহঁতৰ চকু আকাশত।

শৰতেও চালে। কটা-কটি কৰি দুখন চিলা উৰি আহিছে। সেই চিলা দুখনকে ধৰিবৰ কাৰণে ল'ৰাকেটাই এনেদৰে দৌৰিছে। হঠাৎ শৰতৰ মনত লাগিল যেন বতাহত ওপঙি ফুৰা চিলাখন অসম ৰাজ্যখন। বতাহৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰি লক্ষ্যহীনভাৱে শূন্যতে ওপঙি আছে আৰু এই ল'ৰাকেটা যেন অসমীয়া মানুহকেটা— চিলাখন ধৰিবৰ কাৰণে পাছে পাছে দৌৰিছে।

শৰতৰ ওঁঠ দুটা আৰু শুকোৱা যেন লাগিল। ডিঙিটোও শুকাই গৈছে।

শৰতলৈ কোনেও মন কৰা নাই। এটা ছয়ত্ৰিশ বছৰীয়া স্বাস্থ্যৱান সুশ্ৰী ডেকা ল'ৰা এইদৰে অকলশৰে গৈ থকালৈ এবাৰো ঘূৰি চাবলৈ যেন কাৰো এধানি অৱসৰ নাই।

অৱশ্যে এই অঞ্চলটোত কোনো অসমীয়া মানুহ নাই। এইটো সম্পূৰ্ণ অনা-অসমীয়া মানুহৰ গলি। শৰতক কোনোৱে চিনি নোপায়।

হাতত লৈ অহা বেগটো শৰতৰ অলপ গধুৰ গধুৰ লাগিছিল। ইয়াৰ কাৰণ তেওঁ বুজা নাছিল। আৰু এই মুহূৰ্তত বুজিবৰ চেষ্টাও কৰা নাছিল।

গলিটোত প্ৰথমতে সোমাওতে শৰতৰ যিমান বেয়া লাগিছিল, এতিয়া সিমান বেযা নলগা যেন লাগিল। কিন্তু গোটেই গলিটোত মলি-আৱৰ্জনা, গেলা পানীৰ শেষ নাই। আৰু তাত থকা মানুহবোৰে তাতেই হাঁহি-মাতি গাই আছে।

ৰাস্তাৰ কাষৰ দুৰ্গন্ধময় গেলা পানীৰে ভৰা নৰ্দমাটোৰ ওপৰত দি লোৱা বাঁহৰ দলংখনৰ ওপৰতে মানুহ এজনীয়ে কয়লাৰ চুলা এটাত পাপৰ আৰু ফুলৰী ভাজিছে। ভজা তেল আৰু ভজা পিয়াঁজৰ গোন্ধটোৱে সেইখিনিৰ বতাহজাক ভৰি পৰিছে। এখন থালত নভজা পাপৰ আৰু নভজা দাইল ফুলৰী ভাজিবৰ কাৰণে থোৱা আছে। আৰু আন এখন থালত ভজাবোৰ থৈছে। দুয়োখন থালতে মাখি আৰু উৰি অহা বাটৰ ধূলি পৰি আছে। কেইবাটাও মানুহে ফুলৰী আৰু পাপৰ কিনি তাতে বহি বহি আনন্দমনে খাইছে।

মানুহজনীৰ গাৰ বৰণ মিঠা-বৰণীয়া। মুখখন বৰ গঢ়িত নহয়, খোপোকা। গাল দুখন অলপ ওফন্দি থকা। নাকটোও অলপ ভোটা। কিন্তু তাই বহি থাকোঁতে শাৰীখনৰ আগটো আঁঠুৰ ওপৰত পেলাই ৰাখিছে, সেইদেখি টান চোলাটোৰ মাজেদি

তাইৰ বুকুখন স্পষ্টকে ওলাই আছে। মাজে মাজে তাই একোবাৰ নিজৰ বুকুখন নিজেও চাই লৈছে।

তাই তামোল খাই ওঁঠ ৰাঙলী কৰি ৰাখিছে।

মানুহজনীৰ ফালে এবাৰ চাই শৰত আগবাঢ়িল। তাইৰ বিষয়ে তেওঁ কোনো বিশেষ ধাৰণা কৰাৰ প্ৰয়োজন অনুভৱ নকৰিলে। এইবোৰ গলিত সকলো বস্তুৰে বেচা-কিনা চলে।

'Assam for Asamise'—এইবাৰ শৰতৰ চকুত পৰিল এখন টিঙত কোনোবাই লিখা এই কথাখিনি। ইংৰাজী আখৰৰ জোঁটনিখিনি দেখি শৰতৰ বিশেষ বেয়া নালাগিল। কাৰণ 'চাইবোৰ্ডৰ স্পেলিং' বুলি যিটো কথা আমাৰ দেশত আছে, সেয়ে বৰ্ণশুদ্ধিৰ সাত-খুন মাফ কৰি থৈছে। আখৰ শব্দ একোটা সঙ্কেতহে-বুজি পালেই হ'ল।

গলিটো প্ৰায় শেষ হৈ আহিছিল। শৰতৰ কাণত পৰিল আসাম ভেলী অয়েল মিলৰ এক বিশেষ ধৰণৰ শব্দটো। এই তেল কলটো ভালেমান দিন আগৰে পৰা আছে। ওঙ্কাৰমল বদ্ৰীদাসৰ আৰু অন্যান্য মিলো কেইবাটাও আছে। এই তেল-কলটোও তাৰে এটা। দ্বীপান্বিতাত ইয়াত মানুহৰ ভিৰ হয়, কাৰণ ইযাত তিনি-চাৰি ৰাতি বৰ ধুমধামেৰে দেৱালী পাতে, আৰু ইলেকট্ৰিক লাইটৰ নানা ৰকমৰ প্ৰদৰ্শনী হয়।

এই মিলটোত কাম কৰা বহুত মানুহ এই গলিটোত থাকে। মিলটো পাৰ হৈ এটা বহল আলিবাট পোৱা যায়। শৰতে সেইটো আলিত ভৰি দিলে।

বাটৰ একাষে এজন মানুহ ৰৈ থকা দেখি, অকণমান ৰৈ শৰতে সুধিলে, "আসাম বুক হাউচ কোনখিনিত আছে ক'ব পাৰে নে?"

মানুহজনে শৰতৰ মুখলৈ ভালকৈ চালে, তাৰ পিছত হিন্দীতে সুধিলে, "ক্যা কহাঁ?"

একো উত্তৰ নিদি শৰত আগবাঢ়িল। মানুহজনক তেওঁ অসমীয়া বুলি ভাবিছিল। দেখাত আৰু বেশ-ভূষাত মানুহজন তেনেকুৱাই।

প্ৰায় এক ফাৰ্লং ঠাই জুৰি এটা ইটাৰ বেৰা দিয়া কম্পাউণ্ড। গেটৰ ওপৰত ডাঙৰ ডাঙৰ ইংৰাজী আখৰেৰে লিখা আছে, 'পি. চাৰাউগী মটৰ ৱৰ্কচ্'। ভিতৰত কাৰখানা চলি আছে। তাৰ সন্মুখতে অফিচটোৰ ইটো পাৰে এখন ধুনীয়া ফাৰ্ণিচাৰৰ দোকান— নাম "জয়মতী কাৰ্পিণ্ট্ৰি হাউচ," মিস্ত্ৰিকেজন পাঞ্জাবী।

শৰত আগবাঢ়িছিল।

"এই ৰাখতো ৰাখ—" কোনোবা এজন ৰিক্সাত আহিছিল, শৰতৰ ওচৰতে ৰখালে, আৰু বিস্ময় আৰু উল্লাসত মাতটো ডাঙৰ কৰি চিঞৰিলে "এই শৰত—শৰত নোহোৱা নে? এইফালে।" শৰতে ঘূৰি চালে—কামাল।

কপালখন এনেয়ে এবাৰ মোহাৰি লৈ শৰতে ক'লে, "তুমি এইপিনে ক'ৰ পৰা আহিলা কামাল?"

"আহাচোন আগে ৰিক্সাত উঠা। ইয়াত ক'ৰপৰা ওলালাহি?"

"আসাম বুক হাউচ কোনখিনিত জানা নেকি? এইফালেই ক'ৰবাত বুলি কৈছিল।"

"ব'লা, মই দেখুৱাই দিম। মই জানো, নতুন দোকান। এজন পাঞ্জাবী আৰু এজন কেৰালাৰ মানুহ লগ লাগি খুলিছে। ৰঞ্জিতলাল আগৰৱালা গাৰ্লচ্ কলেজৰ ঠিক সমুখতে।"

"দোকানখন অসমীয়াৰ নহয়?"

"দুজন অসমীয়া চেলচ্‌মেন ৰাখিছে। গ্ৰাহকলৈ চাই হাঁহিবৰ কাৰণে এজনী অসমীয়া ছোৱালীও ৰাখিছে কেচ্ কাউণ্টাৰত।"

হতাশভাৱে শৰতে ক'লে, দোকানখন কোনোবা অসমীয়া মানুহে দিয়া বুলিহে মই ভাবিছিলোঁ। তুমি এতিয়া কেনি যাবা?"

"ইলোৰা ফটো হাউচলৈ—"

"ইলোৰা ফটো হাউচ্? কাৰ সেইখন?"

"জগত দুৱৰাৰ। অৱশ্যে মেইন ফটোগ্ৰাফাৰজন বঙালী। সেইদিনা যে বম্বেৰ মিচ্ মৃণালিনী জাভেৰীৰ দলটোৱে নাচ দেখুৱাইছিল—ডিষ্ট্ৰিক্ট লাইব্ৰেৰীত—তাৰ কেইবাখনো ভাল ফটো তুলিছিল। মোক তাৰ কপি দিম বুলিছিল। দামো সস্তা, কপিত চাৰে তিনি টকা।"

ৰিক্সাখন আগবাঢ়িছিল। আৰু এজন মানুহ উঠাত নিশকতীয়া বিহাৰী ৰিক্সাবালাটোৱে টান লাগিছিল। সি মানুহটো ৰবকৈ ঘামিছিল।

"হেৰা কামাল, কেৰালাৰ মানুহে আমাৰ ইয়াত 'আসাম বুক হাউচ' খুলিছে আৰু আমাৰ মানুহে খুলিছে ইলোৰা ফটো হাউচ—"

কথাষাৰ নুবুজি কামালে শৰতৰ মুখলৈ চালে।

শৰত চিন্তিত হৈ পৰিছে। ৰ'দে তেওঁৰ চকুত ধৰিছে নেকি? কামালে ক'লে, "এপিয়লা চাহ খাই লওঁ ব'লা, মোৰো পিয়াহ লাগিছে।"

"ক'ত খাবা চাহ—?"

শৰতৰো পিয়াহ লাগিছিল।

"এইয়া 'ৰাজস্থান হোটেল' পালোঁহিয়েই। তুমি এইফালে কেতিয়াও অহাই নাই নেকি? বিৰাট তিনতালা হোটেল। এশ বিশটা ৰুম। মোজাইক ফ্ল'ৰ। আৰু সুন্দৰ চাৰ্ভিচ। চব পোৱা যায় জানিছা?"

অলপ পৰৰ পিছতে ৰিক্সাখন আহি ৰ'লহি।

ক্ৰীম ৰঙৰ এটা বিৰাট তিনি মহলীয়া অট্টালিকা। ভাৰতৰ ছয়-সাতোটামান ভাষাৰে লিখা আছে—"ৰাজস্থান হোটেল এণ্ড ৰেষ্টোৰাঁ।"

ৰিচেপচন ৰুমৰ মুখত এটা কুৰি বছৰীয়ামান ধুনীয়া ডেকা পৰিষ্কাৰ আৰু অকণো ভাঁজ নভগা কোমল মুগা ৰঙৰ টেৰিকটনৰ এযোৰ চুট পিন্ধি থিয় দি আছিল। এটা সহৃদয়তাৰ হাঁহিৰে সি দুয়োকে দুখোজ আগবাঢ়ি আহি আগবঢ়াই নিলেহি। যেন বিয়াঘৰৰ নিমন্ত্ৰিত আলহীহে আগবঢ়াই নিছে।

"আহা ওপৰলৈকে যাওঁ—" কামালে ক'লে, যেন এই হোটেলখনলৈ আগে কোনোবা দিনা অহাটো কামালৰ কাৰণে এটা গৌৰৱৰহে কথা।

কামালৰ লগে লগে শৰতো চিৰিয়েদি দ্বিতীয় মহলালৈ উঠি গ'ল। বেৰ, মজিয়া ধুনীয়াকৈ মোজাইক কৰা। খটখটী আৰু মজিয়াত দামী কাৰ্পেট পৰা! মাজে মাজে সৰু সৰু মেজৰ ওপৰত টাবত অৰ্কিড আৰু ফুলদানীত ফুল। বেৰত ডাঙৰ ডাঙৰ ফ্ৰেমত বন্ধোৱা গান্ধী, নেহৰু, লালবাহাদুৰ, ৰবীন্দ্ৰনাথৰ ছবি, হলিউড, বম্বে আৰু ইংলেণ্ডৰ ফিল্ম-ষ্টাৰৰ ছবি। মাজে মাজে চাইড-টেবুলৰ ওপৰত বুদ্ধ, গান্ধী আৰু কোনোবা অনামী আৰু অনাবৃত গাভৰুৰ বগা-ক'লা শিলৰ মূৰ্তি।

এটা গোন্ধ আহি শৰতৰ নাকত লাগিলহি। গোন্ধটো অচিনাকি নহয়, — আগদিনাই ছটিওৱা কোনো সস্তীয়া এচেঞ্চ, বিলাতী মদ, কিবা ফুল, আৰু কিবা সুগন্ধ-খাদ্যৰ গোন্ধ মিলি হোৱা এটা গোন্ধ। কিছু অস্বস্তিকৰ, তাৰ লগত নিশ্চয় ডেটলৰ গোন্ধো মিহলি হৈ আছে।

চিৰিয়েদি উঠি যাওতে যাওতে কামালে ক'লে, "আমাৰ এটা বেলেগ ৰুম আছে— জানা। অৰবিন্দহঁত কিজানি এতিয়া তাতে থাকিব পায়। তাত অন্য কোনেও একো আমনি নকৰে।"

এইবাৰ শৰতৰ নাকত লাগিল কামালে উৰুওৱা গোল্ডফ্লেকৰ ধোঁৱাৰ গোন্ধ।

তেওঁলোকৰ কাষেদি দুজনমান মানুহ তললৈ গ'ল।

প্ৰায় শেষ খটখটীটো পাওতে পাওতে শৰতে সুধিলে, "এই হোটেলটো কাৰ জানা নে কামাল?"

"মহিন্দৰ জালানহঁতৰ। মহিন্দৰকতো চিনি পোৱা?"

শৰতে উত্তৰ নিদিলে। মহিন্দৰক শৰতে চিনি নেপাবৰ কাৰণ নাই। হাইস্কুলত দুয়ো একেলগে পঢ়িছিল, মহিন্দৰৰ বাপেক সুৰিন্দৰ জালানৰ এখন মটৰ ভাল কৰা

সৰু দোকান আছিল। কেৰাচিন তেলৰ টিন জোৰা দি দি সজা এখন ভগা-ছিগা চালৰ তলত।

সেই মহিন্দৰ! এই হোটেলটো সজাওতে নিশ্চয় পাঁচ-ছয় লাখ টকাৰ কম পৰা নাই!

দুটা শকত-আৱত কাবুলী শৰতহঁতৰ কাষেদি ডাঙৰ ডাঙৰকৈ কিবাকিবি কৈ কৈ তললৈ নামি গ'ল।

কামালে ক'লে, "ইয়াত কেইবাটাও কাবুলী নিগাজিকৈ আছে।"

"ইয়াতে থাকে?"

"ওঁ। মহিন্দৰহঁতেই সিহঁতক ফাইনান্স কৰে।"

"মানে?"

"মানে আৰু কি? কাবুলীবিলাকে ধাৰ দিবলৈ হাজাৰে হাজাৰে টকা ক'ৰ পৰা পায় বুলি ভাবিছা, কাবুলৰ পৰা আনে নেকি? এনেকুৱা ধনী মাৰোৱাৰীৰ পৰাই টকা নি সিহঁতে ধন ধাৰে দিয়া কাৰবাৰ কৰে। লাভৰ ভাগা-ভাগি হয়।"

শৰতে একো নেমাতিলে। দীঘলীয়া কৰিড'ৰটোৱেদি দুয়ো আগবাঢ়িল। কামালে এনেদৰে স্বচ্ছন্দে আৰু দ্বিধাহীনভাৱে খোজ কাঢ়িছিল যেন নিজৰ ঘৰৰ মজিয়াইদিহে গৈছে।

কাষৰ এটা কোঠাত কোনোবাই ইংৰাজীতে ডাঙৰ ডাঙৰকৈ কথা পাতি আছিল। সিহঁতৰ ইংৰাজীৰ উচ্চাৰণ কিছু বেলেগ।

"সেইকেইটা হিপি—" কামালে ক'লে।

"হিপি!"

"ওঁ, ভাং-তাং খায়, নাচে, গান গায়, এটাই বেৰত ছবি আঁকে। পিছে বৰ লেতেৰা— ডাঢ়ি-চুলি একো নেকাটে।"

এটা কোঠাৰ মুখত ৰৈ কামালে পৰ্দাখন অলপ দাঙি ভিতৰলৈ বুলি চালে।

"আহা—" কামালে ক'লে।

শৰত সোমাই যোৱাৰ লগে লগে একে লগে দুই-তিনিটা মাতে কৈ উঠিল— "শৰত দেখোন, আহা। আজি যে তুমিও ওলালাহি। শৰতক ক'ত পালা কামাল? বহা বহা—"

শৰতে বহি থকাকেজনৰ মুখলৈ চালে।

অৰবিন্দ, কনক, লোহিত আৰু এজনী ছোৱালী। ছোৱালীজনীৰ বাহিৰে বাকীকেজনক শৰতে চিনি পায়। বন্ধু-স্থানীয় আটাইকেজন।

লোহিত থিয় হ'ল আৰু শৰতৰ লগত ছোৱালীজনীৰ চিনাকি কৰি দিলে, "মলয়া কাকতী, এম. এচ-চি. দি আহিছে— বটানিত। নাচে।"

শৰতে নমস্কাৰ কৰিলে।

"অ' এওঁ শৰত ফুকন—সাহিত্যিক।"

"আপুনিয়ে শৰত ফুকন, আপোনাৰ লেখাতো আমি সদায় পঢ়িছোঁ।" মলয়াই ক'লে। তাৰ পিছত কনক আৰু লোহিতৰ ফালে চাই ক'লে, "এখেতক মই কেনেকুৱা বুলি ভাবিছিলোঁ। জানে ?"

কিন্তু মলয়াৰ কথালৈ কাণ নিদি শৰতে ক'লে, "মোৰ বৰ পিয়াহ লাগি আহিছে। চাহ এপিয়লা ৰাস্তাৰ কাষৰ যেই কোনো এখন হোটেলত খাই ল'ব পাৰিলোঁহেতেন। কামালেহে ইয়ালৈ লৈ আহিল।"

কলিং-বেলটো বাজোতে নৌ-বাজোতেই ইউনিফৰ্ম পিন্ধা এটা ল'ৰা কোঠাটোৰ দুৱাৰমুখত থিয় হ'লহি।

"আমি খালোঁৱেই। তোমালোকে কি খোৱা খোৱা।" লোহিতে ক'লে।

কামালে ক'লে, "দেখ'—দুপিয়লা চাহ—কফি খাবা নেকি?— আচ্ছা দুপিয়লা চাহ-আওৰ-কি খাবা হে? ভুজিয়া? বৰফি? অ' ইয়াত বৰ ভাল এবিধ চানাৰ মিঠাই বনায— ক্যা নাম হাঁ তেনেকুৱা ছয় থু-জল্ দি লে আও- হ'ব নহয়?"

ল'ৰাটোৱে ক'লে "ভাল বাৰু—" কৈ সি আঁতৰি গ'ল।

"লৰাটো অসমীয়া হ'ব পায়—"

কামালে ক'লে, "অসমীয়া বিয়েৰাৰ কেইবাটাও আছে ইয়াত—"

"তুমি আহিলা ভালেই হ'ল শৰত। তুমি এটা চ'বাৰ জাজ্‌মেন্ট দিব পাৰিবা—"

"ৰ'বা, আগে চাহ-তাহ খাই লোৱা যাওক—" কামালে ক'লে।

শৰত মলয়াৰ প্ৰায় সমুখা-সমুখিকৈ পৰিল। ছোৱালীজনী লাহী, তাতে ব্লাউজটো আৰু চাদৰখন টানি পিন্ধাৰ কাৰণে আৰু লাহী দেখাইছে। এইজনী ছোৱালীক নিৰ্বিবাদে প্ৰিয়-ইউনিভাৰ্চিটিতে নাম লগাই দিয়া যায়। মলয়াৰ নামটো ধুনীয়া, কিন্তু চকু-দুটা সোমোৱা আৰু অলপ সৰু সৰু। গালৰ হাড় দুড়ালো অলপ ওলোৱা।

মলয়াই পোনপটীয়াভাৱেই শৰতৰ মুখলৈ চাই থাকি সুধিলে, "আপোনাক আগে কাহানিও লগ পোৱা নাই। আপোনাৰ নামটো শুনিছোঁ আৰু লিখাবোৰ পঢ়িছোঁ, আপুনিয়ে—"

লোহিতে কৈ উঠিল, "শৰতক ক'ত দেখিবা। তেওঁতো অসমত আজি বহুত দিন নাছিলেই।"

"ক'ত আছিলনো?" মলয়াই সুধিলে।

কামালে ক'লে, "শৰত যে ক'ত নাছিল সোধা। অল দি কন্‌টিনেণ্ট্‌চ এক্সেপ্ট—অষ্ট্ৰেলিয়ালৈ যোৱা নাই নহয়—?"

এনেতে চাহ আহিল। মলয়াৰ চকুলৈকো বিস্ময় নামি আহিল। সদৌ পৃথিৱী ঘূৰি অহা মানুহ এই শৰত ফুকন। কোনে বিশ্বাস কৰিব। দেখিলেতো গধূলিলৈকে কাম কৰি ঘূৰি অহা পোষ্ট অফিচৰ কেৰেণী যেন লাগে। ট্ৰাউজাৰটোও বেছি দামী কাপোৰৰ নহয়, কামিজটোও কপাহী আৰু যথেষ্ট পুৰণি—অৱশ্যে পৰিষ্কাৰ আৰু তাৰ ওপৰত এটা ঢিলা পুল্‌অ'ভাৰ। চকুৰ চছ্‌মাযোৰো তেনেই সাধাৰণ।

এইজন মানুহেই বিখ্যাত শৰত ফুকন—যাৰ বিষয়ে বাতৰি-কাকতত নানা চমকপ্ৰদ বাতৰি ওলাইছিল। মলয়াৰ কিছু অবিশ্বাস্য যেনেই লাগিল।

তদুপৰি এইজন শৰত ফুকনেই নতুন নতুন কবিতা লিখে, প্ৰবন্ধ লিখে। অথচ মানুহজন দেখিলেতো অকণো কবি যেন নেলাগে। ইমান সাধাৰণ শৰত ফুকন মানুহজন!

লোহিতে ক'লে, "ইযাত কেনেকৈ ওলালাহি আজি, ক'লৈ গৈছিলা?"

"আসাম বুক হাউচ বিচাৰি গৈছিলোঁ।"

"এইযা অলপ দূৰতে, বিচাৰি নেপালা নেকি?"

"পালোঁগৈহেঁতেন, কামালে ইযালৈ লৈ আহিল।"

কনকে ক'লে "ফাৰ্মখন নতুন যদিও ভাল। কেইবাজনো অসমীয়া লিখকৰ কিতাপ প্ৰকাশ কৰিছে। শুনিছোঁ, পেমেন্টো বেয়া নহয়—

"কি কিতাপ প্ৰকাশ কৰিছে?" শৰতে সুধিলে।

"মই ভালকৈ নেজানো, বোধহয় স্কুলৰ টেক্সট্‌ বুক আৰু কলেজীয়া কিতাপৰ ন'ট।"

শৰতে একো নেমাতিলে।

আগ্ৰহ প্ৰকাশ কৰি মলযাই সুধিলে, "আপোনাৰ কিবা কিতাপ প্ৰকাশ কৰিবলৈ লৈছে?"

"মোৰ নহয়, মোৰ এজন বন্ধুৱে লিখা কিতাপ।"

"কবিতা নে গল্প?" মলয়াই সুধিলে।

"অসমীযাত নে ইংৰাজীত লিখা?" কনকে সুধিলে।

"হিন্দীত লিখা হ'লে বেছি ভাল আছিল—" কামালে বিজ্ঞৰ দৰে ক'লে।

লোহিতে ক'লে, "আজিকালি উপন্যাসহে ভাল বিক্ৰী হয় বুলি শুনিছোঁ।"

কোনটো কথাৰ উত্তৰ দিব শৰতে ঠিক কৰিব নোৱাৰিলে।

শেষৰ কথাষাৰৰ লগতে শৰতে সুধিলে, "এখন উপন্যাসৰ কিমান কপি বিক্ৰী যায় বাৰু?"

কনকে কিবা এটা ক'ব খুজিছিল। কামালে ক'লে, "গাভৰু ছোৱালীৰ বিষয়ে লেতেৰা কথা থকা উপন্যাস বোলে হেজাৰ হেজাৰ কপি বিক্ৰী হয়। অৱশ্যে কিতাপত লিখকৰ নিজৰ নাম দিব নেলাগে, কোনোবা মাইকী মানুহেই লিখা বুলি দিব লাগে হেনো। তেতিয়া কিতাপৰ দাম বেছি হ'লেও বহুত বিক্ৰী যায়।"

"অসমীয়াতো নে?"

কোনোবা কোনোবা লিখকে তেনেকে লাখ লাখ টকা কৰিছে হেনো—"

"কামালে এনে ধৰণে ক'লে যেন বেয়া উপন্যাস লিখি তেওঁ নিজেই বহুত টকা কৰিছে।

চাহ খোৱা প্ৰায় শেষ হৈছিল। মলয়াই ক'লে, "আপুনি প্ৰকাশক বিচাৰিছে নেকি?"

শৰতে মূৰ দুপিয়ালে—"হয়?"

কুওঁ নকওঁকৈ লোহিতে ক'লে, "এখন কিতাপ প্ৰকাশ কৰোঁতেনো কিমান টকা পৰিব। আপোনালোকে নিজেই প্ৰকাশ কৰিব পাৰে দেখোন—।"

আটাইকেজনে শৰতৰ মুখলৈ চালে।

চমুকৈ শৰতে ক'লে, "মোৰ হাতত টকা নাই—"

কথাষাৰ এনে ভোটাকৈ আৰু খোলাখুলিভাৱে শৰতে ক'ব বুলি কোনেও আশা কৰা নাছিল।

অৰবিন্দই ক'লে, "ককাইদেৱৰাইতে নিদিব?"

"ককাইদেউৰ নিজৰ ব্যৱসায় আছে। অন্য ব্যৱসায়ত ইনভেষ্ট নকৰে?"

মলয়াই ক'লে, "কিতাপখন প্ৰকাশ কৰিবলৈ কিমান টকা লাগিব?"

"মই ঠিক নেজানো। অ' আপোনালোক নেযায় জানো? মোৰ কাম আছে—" শৰত উঠিল।

ল'ৰাটোৱে দি যোৱা বিলখন চাই শৰতে পইচা দিব খুজিলে।

লোহিতে ক'লে, "পইচা তুমি দিব নেলাগে, আমি দিম। অকণমান বহাচোন, আমিওতো যাম। আমি জানা, ইয়াত এটা কথা আলোচনা কৰিহে বহি আছোঁ। এনেই থকা নাই —নহয়?" মলয়ালৈ চালে লোহিতে।

অনিচ্ছা সত্ত্বেও শৰত বহিল।

কথাটো প্ৰথমে কোনে উলিয়াব এই লৈ ইজনে সিজনৰ মুখলৈ চালে।

অৱশেষত লোহিতে ক'লে, "আমাৰ অসমৰ্থনৰ কথা তুমি কেতিয়াবা ভাবিছা নে বাৰু?"

নুবুজাৰ ধৰণে শৰতে বাকীকেজনৰ মুখলৈ এবাৰ চালে।

“নহয়, তুমি বহুত দিন বাহিৰে বাহিৰেই থাকিলা নহয়। আমাৰ অসমখনৰ কথা কিজানি ভাবিবলৈ সময়কে পোৱা নাই?”

প্ৰতিবাদ কৰাৰ ধৰণে শৰতে ক'লে, “ভাবিলে কি হ'ব?”

শৰতৰ প্ৰশ্নই আটাইকেজনকে অবাক কৰিলে।

“তাৰ মানে অসমৰ কাৰণে আমাৰ একো ভাবিবলগীয়া নাই?” কনকে ক'লে।

“কৰিবলগীয়া আছে। ভাবিবলগীয়া কিটো আছে?” একেই নিৰ্লিপ্ততাৰে শৰতে ক'লে।

দেশখনৰ কথা নেভাবিলে দেশখনৰ কাৰণে কাম কেনেকৈ কৰিবা? লোহিতে ক'লে।

“কিন্তু ৰাজস্থানী হোটেলৰ ওপৰ-মহলাত বহি অসমৰ কথা ভবাৰ পৰা কাৰ কি লাভ হ'ব?” শৰতে ক'লে।

“কিন্তু কিবা এটা কৰিবৰ কাৰণে আগতে এটা প্লেন কৰিব লাগেতো।” কনকে ক'লে।

“কি কৰিব খুজিছানো?”

“এইবাৰ কামালে মাত লগালে, “সেই কথা কি খপ্‌কৰে কৈ দিব পাৰি নেকি? ভাবি-চিন্তিহে কৰিব পাৰি। এইবাৰ আমি কিন্তু কিবা এটা জৰুৰ কৰিমেই—”

শৰতে মনে মনে থাকিল।

অৰবিন্দই ক'লে, “তুমি বহুত দেশ দেখিছা, আমাতকৈ বহুত বেছি জানা। অসমত অসমীয়াকেটাৰ কি দুৰ্দশা হৈছে তুমি জানো দেখা নাই?”

একেই নিৰ্লিপ্তভাৱে শৰতে ক'লে, “মইতো অসমীয়াৰ একো দুৰ্দশা হোৱা দেখা নাই। তোমালোকোতো অসমীয়া। এনেকুৱা এটা দামী হোটেলৰ ওপৰ-মহলাত বহি কথা পাতি পাতি দিনটো নিওৱাৰ সৌভাগ্য যাৰ হৈছে, তাক কোনে দুৰ্দশাগ্ৰস্ত বুলিব—।”

“ঘৰত চেনি নাই, ময়দা নাই—সেই কাৰণেহে ইয়াত চাহ এপিয়লা খাবলৈ আহোঁ। বিলাসিতা অকণো নহয়, বিশ্বাস কৰা।” কনকে ক'লে।

শৰতে অনুভৱ কৰিলে যে তেওঁৰ ব্যৱহাৰত অৰবিন্দইতে কিছু অসন্তুষ্ট হৈছে। আৰু এনেকৈ অকণমান বহি শান্তিৰে এপিয়লা চাহ খোৱাৰ কাৰণে সমালোচনা কৰিবৰো একো নাই।

হাঁহিবৰ চেষ্টা কৰি এইবাৰ শৰতে ক'লে, “মোৰ অৱস্থাটো ৰিপ্‌ ভান্‌ উইংক্ৰৰ নিচিনা হৈছে। আজি ন-দহ বছৰ বিদেশত থাকিলোঁ। বিদেশত থাকোঁতে ভাবিছিলোঁ এই সময়ছোৱাৰ ভিতৰত চাগে অসমখনৰ বহুত উন্নতি হ'ব পায়। পিছে ঘূৰি আহি

দেখিছোঁ উন্নতি হৈছে—কিন্তু অসমীয়াৰ নহয়। মোক বিশ্বাস কৰা আজি আমাৰ এই অকণমান চহৰখনত ডেৰ ঘন্টা ঘূৰি মই এজন অসমীয়া মানুহ লগ নেপালোঁ, এখন অসমীয়া দোকান নেপালোঁ, এখন অসমীয়া চাহৰ হোটেল নেপালোঁ, য'ত মই এপিয়লা চাহ খাব পাৰোঁ। আৰু তোমালোক চাৰিজন অসমীয়া সোমাই আছা—ইয়াত, ৰাজস্থান হোটেলত।"

"আমিও তাৰ কথাই আলোচনা কৰিছোঁ। এনেকৈ হ'লেতো আমি একেবাৰে নিশ্চিহ্ন হৈ যাম, শেষ হৈ যাম—"

"এতিয়াও জানো শেষ হ'বলৈ বাকী আছে?

"কি কৰিবা পিছে?"

"ঘাটতো পাইছোঁহিয়েই। জাঁপ দিলেই হ'ল। বিৰক্তিৰে শৰতে ক'লে।

এনেতে অলপ হুৰমূৰকৈয়ে কোঠাৰ ভিতৰলৈ সোমাই আহিল নীলকান্ত আৰু আফ্‌তাব।

চিএৰ্ব্বি কিবা এটা ক'বলৈ লৈ শৰতক দেখি নীলকান্ত কোনোমতে ৰৈ গ'ল।

লোহিতে শৰতৰ লগত এওঁলোকৰ চিনাকি কৰি দিলে।

আফ্‌তাবে ক'লে, "ককাইদেউক মই চিনি পাওঁ।"

শৰতে ক'লে, "চাহ অনাম?"

"পিয়াহ হ'লে লাগিছে—" নীলকান্তই ক'লে।

লোহিতে ক'লে, "সিহঁতে নিজে খাব। তুমি অৰ্ডাৰ দিব নেলাগে।"

আফ্‌তাবে প্ৰায় লগে লগে ক'লে, "মই ইয়াত তোমালোক কাৰোবাক লগ পাম বুলিহে আহিছিলোঁ। মোৰ হাতত আজি পইচা একেবাৰে নাই।"

"তোৰ হাতত পইচা কোনো দিনেই নেথাকে—" লোহিতে ক'লে।

মলয়াই ভালেমান পৰ একো কোৱা নাছিল। তেওঁ যেন শৰত মানুহজনক বুজিবৰ চেষ্টা কৰিছিল মনে মনে। শৰতে কিন্তু মলয়াৰ ওপৰত বিশেষ কোনো গুৰুত্ব দিয়া নাছিল। শৰত অন্য এটা চিন্তাত লিপ্ত আছিল আৰু ইয়াত পতা কথা-বতৰাবোৰত যেন তেওঁ নিষ্ক্ৰিয়ভাৱেহে অংশ গ্ৰহণ কৰিছিল।

লোহিত, কনক আৰু অৰবিন্দ শৰতৰ প্ৰায় সমবয়সীয়া, দুই-এবছৰহে সৰু-ডাঙৰ হ'ব হয়তো। একেখন চহৰৰে ল'ৰা স্কুলত সহপাঠী আছিল। কিন্তু ভালেমান বছৰ শৰত ঘৰত নথকাৰ কাৰণে তেওঁলোকৰ বহুত দিন এৰাএৰি হৈ আছিল। এতিয়া আকৌ লগ লাগিছে।

আৰু ইতিমধ্যে দেশ-বিদেশত নানা সাল-সলনিও ঘটি গৈছে।

শৰত ফুকনৰ দেউতাক বিনয় ফুকন আই. পি.। ৰিটায়াৰ্ড অফিচাৰ। অলপ জনা-বুজা হোৱাৰ পৰা দেউতাকৰ লগত শৰতৰ সম্পৰ্ক বৰ মিলৰ নাছিল। কিবা

এটা অজ্ঞাত কাৰণত দেউতাকক পুলিচ ৰূপত শৰতৰ ভাল নেলাগিছিল। একপ্ৰকাৰ অবাধ্যতা আৰু গোঁৱাৰামি কৰি শৰতে বাপেকৰ ইচ্ছাৰ বিৰুদ্ধে যোৱাৰে চেষ্টা কৰিছিল।

বাপেক বুধিয়ক মানুহ আছিল। নিজে অ'ত-ত'ত বদলি হৈ চাকৰি কৰি ফুৰিব লাগে কাৰণে তাৰে অজুহাত দেখুৱাই শৰতক হোষ্টেলত ৰাখি পঢ়াইছিল। দেউতাকৰ পৰা আঁতৰি থাকিবলৈ পাই শৰতে ভালেই পাইছিল।

বিনয় ফুকন বৰ অত্যাচাৰী পুলিচ অফিচাৰ হিচাপে জনাজাত আছিল। তেওঁৰ নাম শুনিলেই মানুহে ভয় খাইছিল। অতি নিষ্ঠুৰ আৰু অত্যাচাৰী হৰ পৰা কাৰণেই অতি কম সময়ৰ ভিতৰতে তেওঁ প্ৰমোচন পাইছিল আৰু পিছত এ. পি.ৰ পৰা আই. পি. হৈছিল। ভাৰতত পুলিচৰ গুণ নিষ্ঠুৰতাৰ জোখেৰেই নিৰূপণ কৰা হয়। প্ৰমোচনো সাধাৰণতে তাৰ ভিত্তিতে হয়।

আই. এচ. পি. পাছ কৰাৰ পিছত বিনয় ফুকনে শৰতকো পুলিচৰ কামতে সুমুৱাই দিব খোজাৰ গম পাই, ঘৰৰ লগত কাজিয়া কৰি শৰত নিৰুদ্দেশ হৈছিল।

শৰতৰ মাকৰ একমাত্ৰ সন্তান শৰতেই আছিল। তেওঁৰ মাকৰ স্বাস্থ্য বেয়া আছিল আৰু বিনয় ফুকনে কোনোবা নতুন ঠাইলৈ বদলি হ'লেই এজোজনী নতুন ছোৱালী বিয়া কৰাইছিল। শৰত নিৰুদ্দেশ হোৱাৰ কিছু দিনৰ পিছতে মাকৰ মৃত্যু হৈছিল।

আজিও শৰতে ভালকৈ নেজানে তেওঁৰ ক'ত কিমান ভাই-ককাই, বাই-ভনী আছে। বিচৰাও নাই। ৰিটায়াৰ কৰাৰ পিছত এতিয়াও বিনয় ফুকন জীৱিত আছে যদিও পেৰালাইচিচত পৰি আছে— লৰচৰ কৰিব নোৱাৰে। ফুকনৰ কোনোবা এজনী ঘৈণীয়েক হেনো লগতে আছে। বাকীকেজনী নিজৰ ল'ৰা-ছোৱালী লৈ বেলেগে বেলেগে আছে। ভালেমান দিনৰ পৰা 'হাই ব্লাড-প্ৰেচাৰ'ত ভুগি আছিল। দ্বিতীয়টো ষ্ট্ৰ'কত পেৰালাইচিচ হ'ল তৃতীয়টো হ'লেই মৰিব পাৰে। কিন্তু একান্তভাৱে আশা কৰা সত্ত্বেও তৃতীয় ষ্ট্ৰ'কটো আজিও হোৱা নাই। বিনয় ফুকনে অৰ্ধমৃত অৱস্থাত জীয়াতু ভুগি আছে।

বিনয় ফুকনে টকা-কড়ি, মাটি-সম্পত্তি অজস্ৰ কৰিছিল। সেইবোৰ আটাইকেজনী ঘৈণীয়েকক উইল কৰি দিলে। শৰতৰ মাকৰ নামতো কিছু নগদ টকা আৰু সম্পত্তি দিছিল বুলি শৰতে শুনিছিল। কিন্তু সেই বিষয়ে তেওঁ কোনো সন্ধান কৰা নাছিল, আৰু কোনোৱে তেওঁক বিতংকৈ জনোৱাও নাই। শৰতৰ এটা ধাৰণা হৈছিল যে পুলিচৰ কাম কৰি যি ধন দেউতাকে আনিছিল তাৰ সৰহভাগ ঘোচ-ঘাচলিৰ টকা, অন্যায়কৈ ঘটা টকা। তেনে টকা নলবৰ কাৰণে শৰত মনে মনে দৃঢ়-প্ৰতিজ্ঞ আছিল।

এনে কাৰণতে শৰত ঘৰতে থাকিও প্ৰবাসীৰ নিচিনাকৈ আছিল।

আফ্‌তাবহঁতে চাহ খাই শেষ কৰা দেখি শৰতে ক'লে, "মোৰ কাম আছে কামাল। লোহিতহঁতে ইজনে সিজনৰ মুখলৈ চালে। নোযোৱা যদি তোমালোক বহা—মই যাওঁ—"

কনকে ক'লে, "আমিও যাম। এটা দৰকাৰী কথা আলোচনা কৰিবলগীয়া আছে। তুমিও থকা হ'লে লাভ হ'লহেঁতেন। বাৰু এতিয়া তুমি যোৱা শৰত। আমি তোমাক লগ ধৰিম। তুমি ঘৰতে আছা নহয়?"

শৰতে ক'লে, "মই দেউতাহঁতৰ ঘৰত নাই, জীৱন ককাইদেউৰ লগত আছোঁ।"

"কোন জীৱন?"

কামালে ক'লে, "মই চিনি পাওঁ হে। চোটাভাই-জেঠাভাইৰ বিৰিৰ গুদাম যে আছে, তাৰ পাছফালে সৰু বাটটোৱেদি সোমাই গ'লেই জীৱনৰ ঘৰ পায়। মাজতেহে এবাৰ জেল খাটিছিল, —নহয় শৰত?"

শৰতে বিদায় ল'লে।

বাকীকেজনে বহি কিবা কথা পতাত ধৰিলে। এনেদৰে শৰত আহি গুচি যোৱাৰ কাৰণে মলয়াই শৰতক অলপ বেয়া পালে। মানুহজনৰ superiority complex আছে নিশ্চয়। এইখিনি সময় ইয়াত থাকি শৰতে যেন বৰ অসুবিধাহে পাইছিল।

মলয়াই কিন্তু কাকো একো নক'লে। কামালে ক'লে, "শৰতটো কিবা হৈ গ'ল অ'— কিবা খাপ খাব পৰা নাই।"

ৰাজস্থান হোটেলৰ খটখটীয়েদি তললৈ নামি আহোঁতে শৰতৰ বৰ দুখ লাগিল। এইকেইটা শিক্ষিত অসমীয়া ডেকা-গাভৰু। হয়তো এটাৰো চাকৰি-বাকৰি নাই। কাজ-কাৰবাৰো চাগে নাই। কিন্তু সেইবোৰলৈ চিন্তা-ভাবনা নাই। হোটেলৰ কোঠাত সোমাই সময় কটাইছে। হয়তো কোনো অপদাৰ্থ মন্ত্ৰীৰ বিষয়ে কিবা অদৰকাৰী আলোচনা কৰিছে, নাইবা হলিউড বা বোম্বাইৰ ফিল্ম আৰু ফিল্ম-ষ্টাৰৰ কথা উলিয়াইছে, নাইবা ক্ৰিকেট টেষ্টৰ আলোচনা কৰিছে। এই অধঃপতনৰ চিন্তাই শৰতক বৰ উদ্বিগ্ন কৰি তুলিলে।

হোটেলৰ পৰা ওলাই বেগাবেগিকৈ শৰত আলিবাটৰ মানুহৰ লগত মিলি গ'ল। তেতিয়া বাটত ভিৰ আৰম্ভ হৈছে, আৰু গোটেই বাটটো মানুহেৰে ভৰি পৰিছে।

এটা লাউডস্পীকাৰত কোনোবাই বৰ চিঞৰি চিঞৰি কিবা কৈ আছে। বাটৰ কাষত কিছু মানুহ জমা হৈছে। বক্তাজনৰ ওচৰত সৰহ মানুহ নাই। কেইজনমান বুঢ়া আৰু দুটামান কলেজীয়া ল'ৰা বহি আছে। আৰু দুটামানে থিয়াথি কৰি আছে।

আজিকালি কোনো ৰাজহুৱা সভাতে মানুহ বেছি নহয়। মানুহৰ আমুৱাইছে।

দুজনমান মানুহৰ কাষতে শৰত থিয় দি ৰ'ল। আৰু সভাখন কিহৰ বিষয়ে হৈছে কাণ দিলে। ভিয়েটনামত আমেৰিকান বৰ্বৰতা সম্পৰ্কে বক্তাজনে বাইজক বুজাইছে। শ্ৰোতাসকলৰ দুই-এজনকৈ বক্তৃতা শুনি শুনি গৈ আছে, আৰু নতুনকৈ অহা দুই-এজন ৰৈ গৈছে বক্তৃতা শুনিবৰ কাৰণে।

বক্তাজন সাম্ৰাজ্যবাদ, উপনিবেশবাদ, ধনতন্ত্ৰবাদৰ বিষয়ে বক্তৃতা দিছে। আৰু আমেৰিকাই কিদৰে নৃশংস আৰু বৰ্বৰভাবে ভিয়েটনামৰ নিৰীহ কৃষক-শ্ৰমিকক বোমা দি হত্যা কৰিছে সেই কথাও ওজস্বী ভাষাৰে বুজাইছে। লগতে এক আশাবাদ প্ৰচাৰ কৰিছে যে শক্তিশালী আৰু অপৰাজেয় উত্তৰ ভিয়েটনামীসকলক কেতিয়াও আমেৰিকাই কোনো-কাহানিও পৰাজিত কৰিব নোৱাৰিব।

বক্তাজন এজন ওখ, খীণ—হয়তো কোনোবা কলেজৰ প্ৰফেচাৰ, নাইবা কিবা ট্ৰেড ইউনিয়নৰ কৰ্মী।

শৰতে খোজ দিলে। তেওঁৰ অলপ আগৰ মনৰ বিমৰ্ষতাখিনিৰ বহুত লাঘৱ হোৱাযেন অনুভৱ কৰিলে। উত্তৰ ভিয়েটনামৰ এদল দৰিদ্ৰ, অখ্যাত সাধাৰণ মানুহ কৃষক, শ্ৰমিক, সাধাৰণ শ্ৰমজীৱী আৰু বুদ্ধিজীৱী মানুহ। সিহঁতৰ একমাত্ৰ সম্বল অটল দেশ-প্ৰেম।

এই দেশ-প্ৰেমতে উদ্বুদ্ধ আৰু অনুপ্ৰাণিত হৈ পৃথিৱীৰ আটাইতকৈ ধনী আৰু শক্তিশালী শক্তিৰ বিৰুদ্ধে বছৰৰ পিছত বছৰ ধৰি সশস্ত্ৰ যুদ্ধ কৰিছে। লাখে লাখে মৰিছে, লাখে লাখে পঙ্গু, বিকলাঙ্গ, ক্ষত-বিক্ষত হৈছে। কিন্তু ক্ষান্ত হোৱা নাই, ক্লান্ত হোৱা নাই, পৰাঙ্মুখ হোৱা নাই।

আচৰিত এই দেশ-প্ৰেম, অদ্ভুত এই দেশৰ স্বাধীনতা আৰু সাৰ্বভৌমত্ব ৰক্ষা কৰাৰ মৰণপণ প্ৰতিজ্ঞা। আক্ৰমণকাৰী সাম্ৰাজ্যবাদে ত্ৰাহি-মধুসূদন দেখিছে। নিজৰ অস্তিত্ব ৰক্ষাৰ কাৰণে এই মৃত্যুপণে উত্তৰ ভিয়েটনামী দেশ-প্ৰেমিসকলক পৃথিৱীৰ অগ্ৰণী বীৰ কৰি তুলিছে।

শৰতৰ মনটো আকৌ ভাৱাক্ৰান্ত হৈ আহিল। অসমৰ আৰু অসমীয়াৰ অস্তিত্ব আজি বিপন্ন। অসমীয়াই চিৰনিশ্চিহ্ন হৈ যোৱাৰ পথত ভৰি দিছে। ভাগ্যান্বেষী দৰিদ্ৰ যিবোৰ অনা-অসমীয়া জীৱিকাৰ কাৰণে আহি অসমত ভিৰ কৰিছেহি, সেইবোৰ মেহনতী সাধাৰণ মানুহে অসমক নিজৰ ঘৰ কৰি লৈছে, অসমক নিজৰ আপোন কৰি লৈছে আৰু অসমেও সিহঁতক নিজৰ আপোন কৰি লৈছে। কিন্তু আন এদল আহিছে যি ছলে-বলে-কৌশলে সমগ্ৰ অসমৰ অৰ্থনৈতিক নিজৰ কৰায়ত্ত কৰি পেলাইছে, চাহ-বাগিচাৰ মালিক হৈছে, কল-কাৰখানাৰ মালিক হৈছে, অসমৰ কৃষক-শ্ৰমিকক নিজৰ শোষণৰ অস্ত্ৰ কৰি লৈছে, চৰকাৰী বিষয়াক কিনি লৈছে, চৰকাৰৰ ওপৰত পৰোক্ষ আৰু প্ৰত্যক্ষ প্ৰভাৱ পেলাই ৰাজ্যখনৰ একচেটিয়া অধিকাৰী হৈ

পৰিছে। অসমৰ কৃষকৰ সকলো উৎপাদন যায় সিহঁতৰ ভঁৰাললৈ। সিহঁতে অনুগ্ৰহ কৰি দিলে ৰাইজে এমুঠি খাবলৈ পাইছে আৰু নাই বুলি ক'লে, সাধাৰণ মানুহৰ কথাই নাই, ডাঙৰ ডাঙৰ চৰকাৰী বিষয়া, মন্ত্ৰী পৰিষদে লঘোণ দিছে। সমগ্ৰ অসমৰ প্ৰজা এইদল শোষণকাৰীৰ, এইদল ভাৰতীয় আমেৰিকানৰ বলি হৈ পৰিছে।

আৰু অসমীয়াই নিজ অস্তিত্ব ৰক্ষা কৰিবৰ কাৰণে গলিৰ বন্ধ ঘৰৰ দুৱাৰত আখৰ লিখিছে—'অসম অসমীয়াৰ'।

কি অদ্ভুত পৰিহাস! কি নিৰ্লজ্জ প্ৰহসন!

অসমীয়াই চকুৰ আগত জিলিকি উঠা নিজৰ কৰুণ ভাগ্যলিপি পঢ়িবলৈ চকু মেলা নাই। ভিয়েটনামৰ কাৰণে চকুপানী টুকিছে, সংগ্ৰামী ভিয়েটকঙক অভিনন্দন জনাইছে। আৰু নিজৰ কবৰ নিজে খনাৰ কথা নিজেই কব পৰা নাই।

শৰতৰ বৰ বেয়া লাগিল।

হয়তো মই ভালেমান বছৰ অসমৰ পৰা আঁতৰি দূৰে দূৰে থকাৰ কাৰণেই এই কথাবোৰ বেছিকৈ উপলব্ধি কৰিছোঁ। অসমতে থকা অসমীয়াবিলাকে এইবোৰ এৰো অনুভৱ কৰা নাই। যি ইতিহাসৰ মাজেদি আজিৰ অসমীয়া জাতিটো গৈছে সেই ইতিহাস যে লজ্জাৰ, ব্যৰ্থতাৰ, পৰাজয়ৰ সেই কথা কিজানি অসমীয়াই বুজিয়ে পোৱা নাই। যি পথত অসমীয়াই ভৰি দিছে সেই পথ যে আত্মলোপৰ পথ সেই কথাও কিজানি অসমীয়াই বুজা নাই।

হয়তো সকলো কথা মই নিজেই বুজিব পৰা নাই। অৰ্থনৈতিক শোষণৰ কাৰণে অসমক যি ষড়যন্ত্ৰই উপনিবেশ কৰি লৈছে, সেই ষড়যন্ত্ৰৰ গোপন আঁচনি হয়তো মই বুজি নেপাম।— শৰতে ভাবিলে, কিন্তু এটা কথাতো বুজি পাইছোঁ। এই নতুন উপনিবেশক নিশকতীয়া আৰু দুৰ্বল কৰি শেষত নিশ্চিহ্ন কৰি পেলাবৰ কাৰণেই যে ৰাজ্যখনক খণ্ড-বিখণ্ড কৰাৰ আঁচনি কৰা হৈছে— সেই ধনতান্ত্ৰিক পৰিকল্পনাকতো কোনোৱে লুকুৱাই ৰাখিব নোৱাৰে। তদুপৰি সাম্প্ৰদায়িকতা, আঞ্চলিকতা গোষ্ঠীবাদ আদি সকলো প্ৰতিক্ৰিয়াশীল শক্তিক জগাই তুলি অন্তৰ্কন্দলত ৰাজ্যখনক জৰ্জৰিত, জুৰুলা কৰি অধঃপাতে নিয়াৰো সকলো ব্যৱস্থা ধনতন্ত্ৰই কৰি পেলাইছে। এতিয়া বেনামী পোষ্টাৰেৰে অসম আৰু অসমীয়াক ৰক্ষা কৰিবলৈ আস্ফালন কৰিছে। কি হাস্যকৰ বিড়ম্বনা.....।

শৰত আহি চিনেমা-হলটোৰ সন্মুখ পালেহি। আজি মানুহৰ বৰ ভিৰ হৈছে চিনেমা-হলৰ আগত। কিবা ভাল ছবি আহিছে নিশ্চয়। কলেজৰ ল'ৰা-ছোৱালী, ভদ্ৰলোক-ভদ্ৰমহিলা, মটৰ-গাড়ী, ৰিক্সাৰ গৰা এখোজ আগুৱাব উপায় নাই। শৰত ৰ'ল আৰু চিনেমা-হলটোৰ ফালে চালে। বৰ বহল এখন কাপোৰত বুকু আৰু তলপেট

অকণ অকণ কাপোৰেৰে ঢাকি একতীয়াকৈ পৰি থকা এজনী উল। ছোৱালীৰ ছবি অঁকা আছে—এফালে।

আনফালে সমানেই ডাঙৰ আন এখন ছবিত আছে থোপোকা শকত ডেকা মানুহ এটাই এজনী হাঁহি থকা গাভৰু-ছোৱালীক হেঁচা মৰি ধৰি চুমা খাব বা বলাৎকাৰ কৰিব খোজা ৰঙীন দৃশ্য।

টিকটৰ কাৰণে হেতা-ওপৰা, ঠেলা-ঠেলি লাগিছে। একাষে বেছি দামত টিকট চোৰাংকৈ বিক্ৰী হৈছে। যি টিকট কিনিব পৰা নাই, তাৰ মুখ-চকুত এনে ভাব যে এই মুহূৰ্তত তাতকৈ দুৰ্ভগীয়া আৰু পৃথিৱীত কোনো নাই।

ছবিখনৰ নাম 'মোহব্বত কি দুনিয়া'। অভিনয় কৰিছে এখন ছবিত লাখ লাখ টকা লোৱা বোম্বাইৰ শীৰ্ষস্থানীয় অভিনেতা- অভিনেত্ৰীয়ে। লগতে আছে এশজনী গাভৰুৰ সাঁতোৰা দৃশ্য, নাইট ক্লাবৰ দৃশ্য, ইজিপ্তৰ বেলে ডান্স, ইত্যাদি।

দৰ্শকৰ ভিৰৰ কাৰণ স্পষ্ট।

শৰতৰ নিজকে বৰ অকলশৰীয়া যেন লাগিল। পাঁচ শ বছৰ হ'ল, শঙ্কৰদেৱ বাৰু পূৰণি হ'ল। কিন্তু নামঘৰ-মছজিদতো গাঁৱে-নগৰে এতিয়াও আছে। নওঠা ছোৱালীৰ উদ্ভট, বিজতৰীয়া প্ৰেম-অভিনয় চাবৰ কাৰণে ভাল-ভদ্ৰলোকৰো এনে উন্মত্ততা কিয় হৈছে—শৰতৰ নুবুজা যেন লাগিল। শৰতে ভাবিলে চেক্সৰ বাহিৰে আজিৰ মানুহৰ জানো অন্য চিন্তাই নাই? যৌনতাই জানো আজিৰ সভ্যতা-সংস্কৃতিৰ একমাত্ৰ ধ্যান? প্ৰাচীন কালতো নিশ্চয় মানুহৰ যৌনচেতনা আছিল। সামাজিক মানুহে তাক পৰিমাৰ্জিত কৰি আধ্যাত্মিক সাধনাৰ সমকক্ষ কৰি তুলিছিল। যৌনতাক প্ৰেম বোলা নাছিল, প্ৰেমকো কেৱল দেহাশ্ৰয়ী যৌনতা ৰূপত চোৱা নাছিল। আজিৰ মানুহৰ ৰুচি ইমান স্থূল হ'ল কেনেকৈ? মানুহৰ সুকুমাৰ ধাৰণা ইমান কদৰ্য হ'ল কেনেকৈ?

কথাবোৰ ভাবি ভাবি ঠেলি-হেঁচি শৰত উন্মাদ মানুহবোৰৰ মাজৰ পৰা কোনোমতে বাহিৰ ওলাই আহিল। শৰতৰ অলপ সকাহ পোৱা যেন লাগিল। সভ্যতাৰ এই উলঙ্গ ৰূপ চাবলৈ মানুহবোৰৰ খকটো দেখি শৰতৰ নিজৰে লাজ লাগিল। চিনেমাৰ নামত কৰা যৌন-আবেদনৰ লুকুঢুক্ নোহোৱা এই প্ৰদৰ্শনী চাবৰ কাৰণে উদ্বাউল হৈ অহা সকলোবোৰ মানুহ জানো যৌনক্ষুধাগ্ৰস্ত শকুৰা মানুহ? কাল্চাৰৰ নামত চলোৱা এই যৌন-ব্যবসায় আৰু চৰকাৰৰ ঘৰত নাম ৰেজিষ্টাৰ কৰাই বেশ্যাবৃত্তি চলোৱাৰ মাজত পাৰ্থক্য কিমান?

নে এই মানুহবোৰ সঁচাই কলা-প্ৰেমী? যি কাল্চাৰৰ এই নতুন মাধ্যমৰ যোগেদি নিজৰ সাংস্কৃতিক আকাংক্ষাৰ পৰিপূৰ্ণতা বিচাৰি আঢ়ৈ ঘণ্টা সময় এটা বন্ধ ঘৰত সোমাই থাকে?

নে এই মানুহবোৰৰ কোনো ঘৰুৱা সামাজিক বা পাৰিবাৰিক শান্তি নাই? অকণমান শান্তি, সান্ত্বনা আৰু ডাইভাচন বিচাৰি জীৱনৰ বাস্তৱৰ পৰা পলাই ছায়াৰ ধেমালিত কিবা অন্তৰ্বেদনাৰ নিবৃত্তি বিচাৰিছে?

কেতিয়া যে গধূলি হ'ল, আৰু কেতিয়া যে বাটৰ লাইটবোৰ জ্বলিল শৰতে কবই নোৱাৰিলে। নগৰত দিনান্তৰ কোনো গৰিমা নাই। গতানুগতিকভাৱে সূৰ্যৰ পোহৰ শেষ হয় আৰু বিজুলী চাকি জ্বলে। নগৰত সন্ধিয়াৰ সময়েই চৰম ব্যস্ততাৰ সময়। গধূলিৰ সেই ৰহস্যময় কুহেলিকাময় শান্তি—সেই তৰা আৰু তুলসীৰ গোপন হৃদয়-নিবেদনৰ গভীৰ নিশ্বাস—এইবোৰ একো নাই নগৰৰ গধূলিত, আছে মাথোন এটা উদভ্ৰান্ত ব্যস্ততা—যাৰ অন্য নাম নগৰীয়া জীৱন।

হঠাৎ ৰাতি হোৱাৰ উপলব্ধিত শৰতে ক্লান্ত আৰু পৰিশ্ৰান্ত অনুভৱ কৰিলে। আৰু এটা ব্যৰ্থ দিন শেষ হৈ যাব—এই দিনটোৱে শৰতক একো নিদিলে—দিলে বিৰক্তি, উৎকণ্ঠা আৰু কিছু অলাগতিয়াল অভিজ্ঞতা। শৰতৰ বেয়া লাগিল।

## ।। ২।।

জীৱন দাসৰ মস্তিষ্ক বিকৃত হোৱাৰ আজি কেইবাবছৰো হ'ল। চিকিৎসকসকলৰ মতে জীৱনৰ বৰ কঠিন ৰোগ হোৱা নাই মেলাঙ্কলিয়া হৈছে। কিন্তু এই মেলাঙ্কলিয়া এক বিশেষ ধৰণৰ। প্ৰথম দেখাত মানুহজনৰ কোনো মানসিক বিকৃতি আছে বুলি ধৰিব নোৱাৰি। তেওঁ কোনো হাই-কাজিয়া নকৰে, কাকো উপদ্ৰৱ উত্তৃওালি নকৰে। মাত্ৰ কিবা ভাবি মনে মনে বহি থাকে, কোনোৱাই নুসুধিলে একো কথা নকয়, বহিলে বহাতে বহি থাকে, কোনো কিতাপ বা বাতৰি-কাকত পঢ়িবলৈ দি'লে পঢ়িয়ে থাকে, আৰু সদায় মনটো মাৰি বিষণ্নমনে থাকে।

জীৱন দাসৰ এনে হোৱাৰ কাৰণ বিভিন্নজনে বিভিন্ন ৰকমে কয়।

কোনোৱে কয় যে তেওঁ ডেকা কালত বৰ বেছি ভাব-প্ৰৱণ আছিল আৰু কবিতা লিখিছিল। কবিতাবোৰৰ ভাব-ভঙ্গিমা সকলো পাঠকে সমানে ভাল নেপাইছিল। কিন্তু এচাম পাঠকৰ কাৰণে জীৱন দাসৰ কবিতা আছিল এক নতুন সম্ভাৱনাৰে সমৃদ্ধ, নতুন বাণীৰ স্বাক্ষৰ। কবিতাবোৰৰ বিপ্লৱী ভাবাদৰ্শ আনকি চৰকাৰৰ কাৰণে চিন্তাৰ কাৰণ হৈছিল, আৰু জীৱন দাসৰ কবিতাই বহুত নতুন কবিক প্ৰভাৱান্বিত কৰিছিল। পিছলৈ আলোচনীবোৰে তেওঁৰ সকলো কবিতা প্ৰকাশ নকৰা হৈছিল। এই বাবে তেওঁ মনত বৰ আঘাত পাইছিল। ই তেওঁৰ মগজুৰ বিকৃতি ঘটাইছিল।

কোনো কোনোৱে ভাবে যে ভাৰতী নামৰ যিজনী ছোৱালীক জীৱন দাসে বিয়া কৰাইছিল, সেই ছোৱালীজনীৰ তেওঁৰ প্ৰতি প্ৰথমে যেনেকুৱা শ্ৰদ্ধা-ভক্তি আছিল, পিছলৈ সি নোহোৱা হৈ আহিছিল।

বিয়াৰ পিছত যেতিয়া তেওঁ জীৱনৰ আৰ্থিক দুৰৱস্থাৰ মাজত সোমাই পৰিল আৰু উপলব্ধি কৰিলে যে জীৱন এজন ভাব-সৰ্বস্ব কল্পনা-প্ৰৱণ ডেকা মাথোন, তেওঁৰ সংসাৰজ্ঞান অতিশয় সীমাবদ্ধ তেতিয়া তেওঁৰ জীৱনৰ প্ৰতি বিৰূপ ভাব হ'বলৈ ধৰিলে। পিছলৈ তেওঁ জীৱনক অৱহেলা কৰিবলৈ আৰম্ভ কৰিলে আৰু নিজৰ খুচিখেয়াল মতে চলা-ফিৰা কৰিবলৈ ধৰিলে। তেওঁ বেয়া পাব বুলি জীৱনে তেওঁৰ কাৰ্য-কলাপক কাহানিও বাধা নিদিলে, আৰু নিজৰ দৈন্য আৰু অসামৰ্থ্যৰ কাৰণেহে তেওঁৰ পৰিবাৰে তেওঁক অৱহেলা কৰিছে বুলি ধৰি লৈ বিমৰ্ষ আৰু বিষণ্ন হৈ পৰিল, আৰু কবিতা লিখা সম্পূৰ্ণ বাদ দিবৰ চেষ্টা কৰিলে। ইয়াৰ পিছৰ পৰাই তেওঁৰ মনৰ বিকাৰ আৰম্ভ হ'ল।

আন কোনো কোনোৰ মতে বিয়া কৰোৱাৰ কেইবাবছৰো পাৰ হৈ যোৱাৰ পিছতো জীৱনহঁতৰ কোনো সতি-সন্ততি নোহোৱাৰ কাৰণে জীৱনৰ নিজৰ পৌৰুষত্বৰ ওপৰত সন্দেহ হৈছিল আৰু এইবাবেই নিজৰ পৰিবাৰক নিজৰ ইচ্ছা আৰু খুচিমতে য'তে মন যায় ঘূৰি ফুৰিবলৈ আৰু যিহকে মন যায় কৰি ফুৰিবলৈ এৰি দিছিল। কিন্তু এনেকৈ এৰি দি তেওঁ আত্মগ্লানিত ভুগিছিল আৰু বৰ অসহায় অনুভৱ কৰিছিল। তেওঁৰ পৰিবাৰে তেওঁক প্ৰতাৰণা কৰিছে বুলি এটা ধাৰণা তেওঁৰ বদ্ধমূল হৈছিল, আৰু এইবাবে অধিক মনোপীড়াত ভুগিছিল। ইয়াৰ ফলত তেওঁৰ মনত এটা নীচাত্মিকা ভাবৰ জন্ম হৈছিল আৰু সেই বাবেই তেওঁৰ মেলাঙ্কলিয়া জাতীয় ৰোগ হৈছিল।

আৰু কোনো কোনোৰ মতে তেওঁৰ আৰ্থিক অৱস্থা অতি শোচনীয় হোৱাটোৱেই তেওঁৰ মনোবিকাৰৰ কাৰণ। তেওঁ বৰ স্বাধীনচিতীয়া আৰু আদৰ্শবাদী আছিল। চৰকাৰী চাকৰিত সোমাই আঢ়ৈ বছৰৰ মূৰত ৰিজাইন দিছিল। চৰকাৰী চাকৰিয়ে চিন্তাৰ স্বাধীনতা নষ্ট কৰে বুলি তেওঁৰ এটা ভয় হৈছিল। তাৰ পিছৰ পৰা তেওঁৰ যেই-কোনো চাকৰি বুলিলেই এটা ভয় আৰু বিতৃষ্ণাৰ ভাব হ'বলৈ ধৰিলে।

জীৱনৰ পৰিবাৰ ভাৰতী শিক্ষিতা ছোৱালী আছিল। ঘৰৰ অৱস্থা অচল দেখি, জীৱনৰ অসন্মতি সত্ত্বেও তেওঁ চাকৰি কৰিবলৈ লৈছিল, আৰু প্ৰকৃততে ঘৰখন তেৰেঁই চলাইছিল। স্কুলৰ শিক্ষয়িত্ৰী কৰি থকাৰ কাৰণেই তেওঁ প্ৰাইভেটকৈ বি. এ. পাছ কৰিছিল, আৰু সেই বাবে নতুন স্কেলত যিকেইটা দৰমহা পাইছিল, তাৰে জীৱন আৰু ভাৰতী ভালকৈয়ে চলিব পাৰিছিল। জীৱনৰ কিন্তু ভাৰতীয়ে এইদৰে চাকৰি কৰি ধন ঘটি তেওঁক ভৰণ-পোষণ কৰাটো ভাল মেলাগিছিল। অথচ কাম নকৰিবলৈ কবলৈও উপায় নাছিল ইয়াৰ বাবেও জীৱনৰ মানসিক অশান্তি হৈছিল।

কিন্তু আটাইতকৈ ডাঙৰ কথা আছিল যে ভাৰতী বৰ সুন্দৰী আছিল। পঢ়া-শুনাত চোকা, বুদ্ধিমতী, সুন্দৰী, স্বাস্থ্যৱতী অথচ স্বাধীনচিতীয়া আৰু কিছু খেয়ালী এই ছোৱালীজনীক কবি জীৱনে মনে-প্ৰাণে ভাল পাইছিল আৰু ভাৰতীক শাসন কৰাৰ বা নিৰ্দেশ-উপদেশ দিয়াৰ সকলো শক্তি হেৰুৱাই পেলাইছিল। ভাৰতীৰ অনুপস্থিতিৰ সময়ত বহুত কিবাকিবি কম বুলি ভাবি থ'লেও ভাৰতী আহি চকুৰ আগত থিয় দিলে, তেওঁৰ মনৰ সঙ্কল্প ভাগি যায়, কব খোজা কথা পাহৰি যায়, আৰু একো কব বা কৰিব নোৱাৰি অসহায়ৰ দৰে ভাৰতীয়ে কাম-কাজ, কথা-বতৰাকে অনুমোদন জনাই বহি থাকে।

জীৱনৰ মনৰ এই অৱস্থা ভাৰতীয়ে বুজে নে নুবুজে জীৱনে কব নোৱাৰে। জীৱন মাথোন হতাশ হয়, জীৱনে মাথোন অপ্ৰকাশিত সকলো অন্তৰ্বেদনা লৈ অসহায়ভাবে ভাৰতীৰ মুখলৈ চাই থাকে।

ক্ৰমে যেতিয়া এই কথা স্পষ্ট হৈ আহিল যে জীৱনৰ মস্তিষ্কৰ বিকৃতি ঘটিছে, ভাৰতীয়ে বিশেষ অধৈৰ্য নহৈ পৰিস্থিতিটোক আয়ত্ত কৰি লবৰ চেষ্টা কৰিলে। তেওঁ আগৰ দৰেই স্কুল কৰি যাব ধৰিলে, জীৱনৰ মানসিক অসুখৰ কথা বাহিৰত কাকো নজনালে। মনে মনে দুই-চাৰিজন ডাক্তৰ মাতি আনি চোৱালে আৰু কিছু চিকিৎসাও কৰিলে। কিন্তু মানসিক ৰোগীৰ চিকিৎসাৰ কাৰণে যেনে ব্যৱস্থা কৰিব লাগে, জীৱনক ঘৰতে ৰাখি সেই ব্যৱস্থা কৰিবৰ সুবিধা নাছিল। ইপিনে জীৱনক এচাইলামলৈ পঠিয়াই অকলশৰে থাকিবলৈও ভাৰতীয়ে ইচ্ছা নকৰিলে। ভাৰতীৰ জীৱনলৈ এক অভাৱনীয় আৰু দুঃসহ বেদনা নামি আহিল। কিন্তু এই কথা ভাৰতীয়ে কাকো অকণো জানিবলৈ নিদিলে। আগৰদৰেই হাঁহি-মাতি কাম কৰি গ'ল, সভা-সমিতিত যোগদান কৰিলে, আনকি কেতিয়াবা জীৱনক লগত লৈ চিনেমা, ভেৰাইটি শ্ব' আদিও চালে—যেন একোৱেই হোৱা নাই।

এনে সময়তে ভাৰতী-জীৱনহঁতৰ ঘৰত এদিন আহি ওলালহি শৰত। জীৱনৰ লগত শৰতৰ চিনাকি আছিল পুৰণি। সেই চিনাকিৰ ইতিহাস আছিল বেদনাদায়ক।

প্ৰায় কুৰি বছৰ আগৰ কথা।

এচ. পি. বিনয় ফুকন তেতিয়া এইখন জিলাৰ উঠি-ৰজা। তেওঁৰ অত্যাচাৰত প্ৰজাসাধাৰণ ভয়ত কম্পমান। কমিউনিষ্ট পাৰ্টিৰ সঁচাসঁচি সভাহে নেলাগে, অলপ বিদ্ৰোহী বা বিপ্লৱী কথা কোৱা বা প্ৰবন্ধ-কবিতা লিখা মানুহৰ গোন্ধ পালেই মাংসৰ গোন্ধ পোৱা কুকুৰৰ দৰে বিনয় ফুকন জঁপিয়াই পৰে। চাৰিওফালে চি. আই. ডি. পিয়াপি দি ফুৰে। কমিউনিজমনো কি, কমিউনিষ্টনো কি বুজিকে নোপোৱা অশিক্ষিত আৰু অল্প-শিক্ষিত তলতীয়া পুলিচ কৰ্মচাৰীবোৰে যাকে-তাকে ধৰাই দিয়ে। পূবত ৰঙা সূৰ্যৰ উদয় হৈছে বুলি যদি কোনোবাই কবিতা লিখে তাকো কমিউনিষ্ট বুলি ধৰি নিয়ে। চৰকাৰ আৰু চৰকাৰৰ পুলিচ কমিউনিষ্টৰ আতঙ্কত কম্পমান।

এনে সময়তে জীৱন পৰিছিল বিনয় ফুকন এচ. পি.ৰ দৃষ্টিত।

বিনয় ফুকনে তেতিয়া চতুৰ্থজনী বৈণীয়েক চপাইছিল। এই লৈ মানুহৰ মাজত এটা আলোড়ন উঠিছিল। অৱশ্যে বিনয় ফুকনে কেৰেপ কৰা নাছিল। তেনে সময়তে এখন আলোচনীত জীৱনৰ এটা কবিতা ওলাইছিল। কবিতাটোত অন্য কথাৰ মাজতে এষাৰ কথা আছিল : 'মই দেখিছোঁ তোমাৰ চাৰিখন ঠেং, তুমি শ্বাপদ, চতুষ্পদী, তোমাৰ গৈৰিক আচ্ছাদনত মই দেখিছো এক হিংস্ৰ, বন্য বাঘৰ গাৰ ৰং.....' ইত্যাদি।

হয়তো জীৱনৰ কবিতাৰ ইঙ্গিত আছিল অন্য কোনো সাম্ৰাজ্যবাদী ৰাজশক্তিৰ প্ৰতি। কিন্তু বিনয় ফুকনে সেইয়া তেওঁৰ চতুৰ্থ বিবাহৰ প্ৰতি ইঙ্গিত বুলি ধৰি লৈ জীৱনক ডি. আই. ৰুলত এৰেষ্ট কৰি জেলত সোমাই থ'লে।

তেতিয়াই জীৱনৰ লগত চিনাকি হৈছিল শৰতৰ। সৰুৰে পৰা শৰতৰ কবিতাৰ প্ৰতি এটা দুৰ্বলতা আছিল, আৰু শৰতৰ আদৰ্শও আছিল বিদ্ৰোহী ধৰণৰ। শৰত

তেতিয়া হাইস্কুলত পঢ়া ল'ৰা কিন্তু কবিতা পঢ়া আৰু কবিতা বুজি পোৱা ল'ৰা। জীৱনৰ ভাবাদৰ্শত শৰতে এক সম্ভাৱনাময় ভৱিষ্যতৰ জিৰিঙতি দেখা পাইছিল, আৰু সেই বয়সত কোনো বিশেষ কবি-শিল্পী-সাহিত্যিকৰ প্ৰতি থকা শ্ৰদ্ধা, কৌতূহল আৰু অনুৰক্তি শৰতৰ আছিল।

কিন্তু চিনাকি হ'বলৈ বাট চাই থকা ছটা সশস্ত্ৰ চিপাহীৰ মাজত শান্ত, নিৰ্ভীকভাৱে গৈ থকা দৃশ্য দেখি শৰত মৰ্মাহত হৈছিল। আৰু যেতিয়া শৰতে জানিব পাৰিছিল যে জীৱনৰ সেই অৱস্থা বাপেক বিনয় ফুকনেই কৰিছে, তেতিয়া ক্ষোভ আৰু খঙত শৰত উন্মত্ত হৈ উঠিছিল, আৰু ভয়ে ভয়েই দেউতাকক কৈছিল, "দেউতা, জীৱন এজন কবি আপুনি নেজানে নেকি?"

গোঙোৰা মুখখনেৰে শৰতলৈ চাই বাপেকে কৈছিল, "ওঁ জানো, সেই কাৰণেই তাক জেলত সুমুৱাই থৈছোঁ।" তেতিয়াই শৰতে একো ক'বলৈ সাহ কৰা নাছিল, কিন্তু মনে মনে সঙ্কল্প কৰিছিল— 'জীৱন মোৰ গুৰু। ময়ো জীৱনৰ নিচিনা কবিতা লিখিম, ময়ো বিদ্ৰোহ কৰিম।'

কিন্তু লিখোঁ বুলিলেই কবিতা লিখা নেযায়, হওঁ বুলিয়েই কবি হোৱা নেযায়। সেই কথা পিছলৈ শৰতে বুজি পাইছিল। তথাপি তেতিয়াই শৰতে নিজকে কৈছিল— মোৰ জীৱনৰ পথ সুকীয়া। জানো সেই পথ সহজ আৰু সুন্দৰ নহ'ব। সেই পথ হ'ব বিপদ-সঙ্কুল আৰু কণ্টকাকীৰ্ণ, কিন্তু সেইয়াই মোৰ পথ।

ক্ৰমে দেউতাকৰ লগত আৰু তেওঁৰ সমসাময়িক সমাজখনৰ লগত শৰতৰ বিৰোধ বাঢ়ি গৈছিল। শৰতে কাপৰ আশ্ৰয় লৈছিল, লিখক বা সাহিত্যিক হোৱাৰ উদ্দেশ্যে নহয়। নিজৰ ভাব-চিন্তা- আদৰ্শৰ কথা সহস্ৰজনক বুজাই দিবৰ কাৰণে। পৰিণতিত এদিন শৰতে দেখিলে যে প্ৰথমে নিজক সলনি কৰিব লাগিব, আৰু তাৰ কাৰণে নিজক এইখন সমাজৰ পৰা আঁতৰাই নিব লাগিব। শৰতে এইটোও বুজিছিল যে অকলশৰে বিদ্ৰোহ কৰি বিপ্লৱ আনি একক মহাপুৰুষ হোৱাৰ দিন এতিয়া নাই। গতিকে আদৰ্শৰ সঙ্গী বিচাৰিব লাগিব, নাইবা সহকৰ্মী সৃষ্টি কৰিব লাগিব, জীৱনৰ পথেই মোৰ পথ, বন্দীশালাৰ মাজেদিয়ে মোৰ মুক্তিৰ ৰাজবাট।

এদিন —ধনী হোৱাৰ, পূজিত হোৱাৰ, শক্তিশালী হোৱাৰ সকলো প্ৰলোভন ভৰিৰে গচকি শৰতে ভৰি দিছিল অনিশ্চিতৰ পথত, নিৰ্ভীকভাৱে—অকলশৰে।

জীৱনে এই কথাৰ বিশেষ একো জনা নাছিল। জীৱনেও অকলশৰে যুঁজাৰ সঙ্কল্প লৈছিল। কিন্তু জীৱনে হাৰ মানিলে।

শৰতে সহস্ৰজনৰ লগত বাহু মিলাই নিজক নিশ্চিহ্ন নিৰ্বিশেষ কৰি শক্তি সঞ্চয়ৰ সাধনা কৰিলে। শৰতে এখন বেলেগ পৃথিৱী দেখা পালে, কিছুমান বেলেগ

মানুহ দেখা পালে— যাৰ লগত সংস্পৰ্শ লৈ অহাৰ সৌভাগ্যই শৰতক ধন্য কৰি তুলিলে।

ভালেমান বছৰৰ মূৰত যেতিয়া শৰত দেশলৈ আৰু ঘৰলৈ ঘূৰি আহিল, শৰতে এখন বেলেগ দেশ, এখন বেলেগ জগত দেখা পালে। স্বাধীন ভাৰতৰ সকলো ৰঙীন স্বপ্ন থানবান হৈ গ'ল। বিদেশত থাকি মনে মনে গঢ়ি তোলা নতুন ভাৰতৰ গৰিমাময়, ঐশ্বৰ্যময়, শান্তিময় ৰূপটোৰ পৰিবৰ্তে শৰতে আহি দেখা পালেহি এখন সংঘৰ্ষময়, দৰিদ্ৰ, সঙ্কীৰ্ণ, স্বাৰ্থপৰ বেলেগ ভাৰতবৰ্ষ।

কিন্তু হতাশ হ'লেও নিৰাশ হবলৈ শিকা নাছিল শৰতে। নতুন ভাৰতীয় মানুহটো আবিষ্কাৰ কৰিবৰ যত্ন কৰিলে শৰতে। কিন্তু কিছুদিন থকাৰ পিছতে শৰতে বৰ দুখেৰে উপলব্ধি কৰিলে যে আজি ভাৰতত ভাৰতীয় মানুহটো হেৰাই গৈছে। আৰু নতুন যুগৰ সন্তান হিচাপে এটা নতুন ভাৰতীয় জন্ম হোৱা নাই।

ঘৰত কেইদিনমান থাকি পৰি থকা দেউতাকৰ খবৰ কৰি শৰত আকৌ বাহিৰ ওলাল ঘৰৰ পৰা। পলাই আহিল জীৱনক বিচাৰি। সেইখন চহৰলৈ যিখন চহৰতে শৰত ছাত্ৰ হিচাপে ভালেমান দিন আছিল। এটা কিশোৰ হিচাপে এখন সৰু চহৰৰ ৰূপান্তৰৰ স্বপ্ন দেখি উত্তেজিত হৈ পৰিছিল। জীৱনক কবিতালৈ আৰু কবিতাক জীৱনলৈ ৰূপান্তৰ কৰাৰ আদৰ্শই শৰতক নতুন নতুন প্ৰেৰণা যোগাইছিল।

কিন্তু যিদিনা শৰত আহি বহুত বিচাৰি বিচাৰি এটা সৰু গলিৰ কাষত এক মলিন আৰু অপৰিচ্ছন্ন পৰিবেশৰ মাজত তেওঁৰ আদৰ্শৰ গুৰু জীৱনৰ সৰু ঘৰটো বিচাৰি উলিয়ালেহি, সেইদিনা শৰত মৰ্মান্তিকভাৱে হতাশ হ'ল। দূৰে দূৰে থাকিও শৰতে জীৱনৰ লগত চিঠি-পত্ৰৰ যোগেদি এটা সম্পৰ্ক ৰক্ষা কৰি চলিছিল। বহুত আশা আৰু বহুত কল্পনা মনতে লৈ শৰত আহিছিল জীৱনৰ কাষলৈ।

কিন্তু আহি দেখিলে এটা নুমাই যোৱা আগ্নেয়গিৰি ছাই-বালি বুকুত বান্ধি নীৰৱে পৰি আছে। জুই নুমাই গৈছে, তাপ নোহোৱা হৈ গৈছে, বুকুৰ ভিতৰৰ সকলো জ্বলন্ত 'লাভা নিঃশেষ হৈ গৈছে।'

প্ৰথমে শৰতক দেখি ভালেমান পৰ জীৱনে নীৰৱে একেথৰে চাই থাকিল, শৰতেও চাই থাকিল এখন বিবৰ্ণ, ক্ষীণ, ৰুক্ষ মুখৰ ফালে—অপলক চাৱনিৰে। এইয়া কি হ'ল? শৰতে ভাবিলে। কেতিয়া শুকাই গ'ল এই বহ্নি-নিৰ্ঝৰ? কেতিয়াৰ পৰা মাতিব নজনা হ'ল কবি জীৱনে? কাৰ বৰ্বৰতাই জীৱনৰ ভিতৰৰ কবিজনক এনে নিষ্ঠুৰভাৱে হত্যা কৰিলে? কোনে কৰিলে এটা মধুৰ সোণালী স্বপ্ন এনেদৰে থান্‌বান্? জীৱন মৰা নাই, জীৱন ফুকনৰ পেৰালাইচিচ্ হোৱা নাই তথাপি কিয় জীৱনক দেখি শৰতৰ চকু বাষ্পকুল হৈ উঠিল, কণ্ঠ ৰুদ্ধ হৈ উঠিল, ফুটাই কবলৈ চেষ্টা কৰিও ফুটাই কব নোৱাৰিলে—'ককাইদেউ মই আহিছোঁ—'

মৰিবলৈ গুলাই থকা বৃদ্ধ দেউতাক বিনয় ফুকনক দেখিতো শৰতৰ মন এনেদৰে শোকত ভাগি পৰা নাছিল।

জীৱনে ভালেমান পৰ শৰতৰ মুখলৈ চাই থকাৰ পিছত অস্পষ্ট মাতেৰে ভয়ে ভয়ে সোধাদি সুধিলে, "বহা—কোন?"

শৰতে কান্দি দিলে।

তাৰ পিছত চিনাকি হ'ল ভাৰতীৰ লগত—শান্ত অথচ প্ৰাণোচ্ছল, নিৰ্ভীক অথচ বিবেকী, দুৰ্বোধ্যভাৱে গৰ্হীন অথচ মমতাময়ী, স্নেহশীলা। লাহে লাহে শৰতে বুজিব পাৰিলে নানা লাঞ্ছনা, নানা অপমান হাঁহিমুখে সামৰি লৈ নিজৰ সুখ-স্বাচ্ছন্দ্যৰ কথা মুহূৰ্ত্তলৈও মনত নেপেলাই এই মানুহগৰাকীয়ে এক বিকৃত-মস্তিষ্ক, অসহায় পুৰুষক জীয়াই ৰাখিছে—বছৰৰ পিছত বছৰ ধৰি। ভাৰতীৰ প্ৰতি শ্ৰদ্ধাত শৰতৰ মূৰ দোঁ খালে।

তাৰ পিছত শৰতে যেতিয়া ক'লে যে তেওঁৰ দেউতাকৰ লগত থাকিবৰ ইচ্ছা নাই দেউতাকৰ সম্পত্তিৰ ভাগ বিচৰাৰো ইচ্ছা নাই, যদিও সৰহ দিন থকাৰ সঙ্কল্প নাই, তথাপি কিছুদিনৰ কাৰণে শৰতে অসমতে থাকিম বুলি ভাবি আহিছে, তেতিয়া দ্বিধাহীনভাৱে ভাৰতীয়ে ক'লে, "তুমি আন ক'লৈকো যাব নোৱাৰা, আমাৰ ঘৰতে থাকিব লাগিব। তুমি কিছুদিন ওচৰত থাকিলে ককাইদেৰেৰা কিজানি ভালেই হয়। নহ'লেও ঘৰখনৰ ভিতৰত অন্ততঃ মই এজনী জীয়া মানুহ থকাদি থাকিব পাৰিম। তোমাক মই ক'লৈকো, যাবলৈ নিদিওঁ।"

শৰতে প্ৰতিবাদ বা আপত্তি নকৰিলে, মাথোন ক'লে, "মোৰ কোনো আৰ্জন নাই।"

ভাৰতীয়ে ক'লে, "মই চাকৰি কৰি দৰমহা পাওঁ নহয়, যেনে তেনে চলিব পাৰিম। বাতৰিকাকতৰ পৰা একো নোপোৱা জানো?"

"বাতৰিকাকতৰ পৰা?"

"মই কব পাৰোঁ। ছদ্মনামত লিখিলেও সেইয়া তোমাৰে লিখা বুলি আমি কব পাৰোঁ।"

শৰতে ক'লে,"লুকুৱাবলগীয়া একো নাই। জাৰ্নেলিষ্টৰ কাম বৰ সন্মানজনক আৰু দায়িত্বপূৰ্ণ। কিন্তু মই মাজে মাজেহে ছদ্মনামত কিবাকিবি লিখোঁ। তাৰ বাবে পইচা বৰ কম পাওঁ।"

"বাৰু সেইয়াই হব। তাৰে তুমি চিগাৰেট খাবা। মই ভাত-চাহ খুৱাম, চিগাৰেট খুৱাব নোৱাৰোঁ।"

শৰতে হাঁহিলে। জীৱনেও ক'লে, "নবৌৱেৰে কৈছে—তুমি ইয়াতে থাকিবা। ময়ো থাকিম।"

॥ ৩॥

এদিন শৰতে ভাৰতীক ক'লে, "নবৌ, ককাইদেৱে লিখা আটাইবোৰ কবিতা ক'তো নাই নে?"

"ককাইদেৱেৰাৰ কবিতা? কিয়?"

"ক'ৰবাত আছে নে বাৰু?"

"চোৱা শৰত, কবিতা লিখা বেয়া নহয়, কিন্তু কবিতাকে সঁচা বুলি ধৰাটো বিপজ্জনক কথা।"

"কিয়?"

"কবিতাক সঁচা বুলি ভাবি ককাইদেৱেৰাৰ সেইয়া হ'ল, আৰু তোমাৰ হৈছে এইয়া।"

"কবিতাৰ বিষয়ে আগেয়েতো আপোনাৰ এনে ধাৰণা নাছিল?"

" আগেযে বুজা নাছিলোঁ, এতিয়া বুজিছোঁ। কি কৰিবা ককাইদেৱেৰাৰ কবিতাৰে?"

"আগে বাৰু বিচাৰি-খোঁচাৰি মোক দিয়কচোন—আটাইবোৰ কবিতা।"

ভাৰতীয়ে শৰতৰ মুখলৈ চালে, যি মানুহে কবিতা ভাল পায়, তেওঁৰ অন্তৰলৈ বাৰ্ধক্য নাহে কিজানি—ভাৰতীয়ে ভাবিলে।

সৰুকৈ তেওঁ ক'লে, "ককাইদেৱেৰাক নকবা, কবিতাৰ নাম শুনিলেই তেওঁৰ খং উঠে। কবিতা লিখি ফালি-ছিৰি পেলায। মই তাৰে কিছুমান বুটলি-মেলি বহী এটাত কপি কৰি থৈছোঁ। কিন্তু কি লিখে তাৰ কোনো অৰ্থ উলিয়াব নোৱাৰি। সকলো আগ-গুৰি নোহোৱা, অসংলগ্ন। আৰু কিছুমান শব্দ যে কোন ভাষাৰ মই কবই নোৱাৰোঁ।"

শৰতৰ মুখখন উজ্জ্বল হৈ উঠিল। এজন বলিয়া মানুহৰ কবিতা সাঁচি থৈছে তেওঁ। এয়া স্বামীভক্তি নে কবিতাৰ প্ৰতি অনুৰক্তি?

"মহীখন মোক দিব?"

"চাবলৈ দিব পাৰোঁ—"

"বাৰু চাবলৈকে দিব—"

সেইদিনা গধূলিয়ে ভাৰতীয়ে শৰতৰ হাতত এটা শকত বহী তুলি দিলে। "ককাইদেৱেৰাৰ কবিতাবোৰৰ কিছুমান ইয়াতে আছে— মই কপি কৰি থৈছোঁ। ফালি পেলোৱা কাগজবোৰো বেলেগে থৈ দিছোঁ—"

শৰতে যেন কিবা অমূল্য মাণিক-মুকুতাৰ ভঁৰাল এটাহে পালে। বৰ আথে-বেথে লৈ শৰতে ভাৰতীলৈ চাই ক'লে, "আপুনি কবিতাৰ বিষয়ে যেনেকৈহে কৈছিল, মই ভাবিছিলোঁ আপুনি কিজানি কবিতা ভালেই নেপায়।"

এটা অস্পষ্ট হুমুনিয়াহ কাঢ়ি ভাৰতীয়ে ক'লে, "মোৰ কবিতাৰ পৃথিৱীখনৰ কাহানিবাই মৃত্যু হৈছে—শৰত। বাৰু, ব'লা, ভাত খোৱা যাওক, ৰাতি যথেষ্ট হ'ল—" কৈ ভাৰতী উঠি গ'ল।

শৰতে মনে মনে থিৰ কৰিলে যে কিবা উপায়ে জীৱনৰ এই কবিতাবোৰ কিতাপ আকাৰে প্ৰকাশ কৰিব। হয়তো কবিতাৰ কিতাপ অতি কম বিক্ৰী হ'ব, নাইবা হয়তো জীৱনৰ কবিতাৰ কিতাপ একপিও বিক্ৰী নহ'ব। তথাপি এই কবিতাখিনি প্ৰকাশ কৰি শৰতে জীৱনৰ ওপৰত সমাজে কৰা অন্যায়ৰ প্ৰতিশোধ লব। নাইবা জীৱনৰ কবিতাখিনি প্ৰকাশ কৰি শৰতে গুৰু-দক্ষিণা দিব— কবিক বহুতে বলিয়া বোলে, শৰতে বলিয়াক কবিৰূপে প্ৰতিষ্ঠা কৰিব।

গোট গোট আখৰেৰে সযত্নে কপি ৰখা জীৱনৰ কবিতাবোৰ বৰ আগ্ৰহ আৰু মনোযোগেৰে শৰতে পঢ়িলে। কিছুমানৰ কোনো অৰ্থ শৰতে বিচাৰি নেপালে। শ্বেইক্সপীয়েৰৰ হেম্‌লেটৰ madness-ৰ এটা method আছিল। কিন্তু জীৱনৰ কিছুমান কবিতা একান্তই অসংলগ্ন আৰু দুৰ্বোধ্য। এক বিকৃত মস্তিষ্ক উদ্ভাসি উঠা যি বিশ্বাস বা প্ৰতীক, তাৰ অৰ্থ উদ্ধাৰ কৰা অতি জটিল আৰু কঠিন কাম। শিশুৰ অঁকা ছবিৰ যিদৰে এক দুৰ্বোধ্য, সুন্দৰ, অলংলগ্ন symmetry দেখা যায়, এক স্বাভাৱিক চুৰৰিয়েলিষ্ট কল্পনাই যিদৰে অভিনৱ ৰূপ লৈ উঠে, সেই গভীৰ দৃষ্টি, সেই inner hermony-ৰ নিশ্বাস আছে জীৱনৰ লিখাৰ মাজত। কিন্তু বাক্যৰ লজিক আৰু চিন্তাৰ লজিকৰ দ্বাৰা নিয়ন্ত্ৰিত তথাকথিত সুস্থ মানুহৰ বোধশক্তিয়ে তাৰ অৰ্থৰ গভীৰতা বিচাৰি নেপায়। সেইয়া এক বেলেগ জগতৰ স্বাদ। সেইয়া এক বেলেগ হৃদয়ৰ বাতৰি।

জীৱনৰ কবিতাবোৰ কেনেকৈ কি কৰিব সেই বিষয়ে শৰত আৰু ভাৰতীয়ে আলোচনা কৰিলে। শৰতে আনকি জীৱনৰ লগতো আলোচনা কৰিলে। কিন্তু কোনো প্ৰত্যুত্তৰ বা পৰামৰ্শ আগবঢ়োৱাৰ পৰিবৰ্তে জীৱনে এক কৰুণ বোবা চাৱনিৰে শৰতৰ আৰু ভাৰতীৰ মুখলৈ চালে। তাৰ পিছত কবিতাৰ বহীটো লিৰিকি-বিদাৰি চাই ভাৰতীক সুধিলে, "এইবোৰ কোনে লিখিছে ?"

শৰতে আগ্ৰহেৰে ক'লে, "এইবোৰ আপুনিয়ে লিখা কবিতা— পঢ়িম, শুনিব? আপোনাৰ মনত আছে নে বাৰু?"

জীৱনে শৰতৰ মুখলৈ চাই আচৰিত হোৱাৰ ধৰণে সুধিলে, "আপুনি কোন? মই কৈছিলোঁ—মই কওঁ—তোমালোক সকলোৰে শুনা। মই কব নোৱাৰিলোঁ।

কৰালৈকে নিদিলে। নক'লে কোনে শুনিব। ব্ৰহ্মপুত্ৰখনত জুই লগাৰ কথা সিহঁতে কবই নোৱাৰে। ঘোঁৰাবোৰৰ ভৰি বান্ধি থৈছে—কৈছে দৌৰ দৌৰ—কেনেকৈ দৌৰিব?"

ভাৰতীয়ে শৰতক ক'লে, "কবিতাৰ কথা ক'লে ককাইদেৱেৰে খং বেয়া পায়। তেওঁক কবিতাৰ কথা একো নকবা।"

শৰতৰ উচ্ছ্বাস দমি গ'ল। তেওঁৰ দুখ লাগিল। তেওঁ ক'লে, "নবৌ ককাইদেৱে নিজে লিখা কবিতা নিজেই নুবুজা হৈছে। আমি আৰু তেখেতক আমনি নকৰোঁ।"

ভাৰতীয় পৰামৰ্শ দিলে যে সম্ভৱ যদি হয় শৰতে জীৱনৰ কবিতাবোৰ সম্পাদন কৰক আৰু যদি সঁচাই প্ৰকাশৰ উপযুক্ত বুলি ভাবে তেন্তে প্ৰকাশৰ দিহা কৰক।

শৰত মান্তি হ'ল।

নিশ্চয়তা দি শৰতে ক'লে যে আজি মানুহে জীৱনৰ লিখা মনত নেৰাখিব পাৰে। কিন্তু এসময়ত জীৱনৰ কবিতাই আলোড়নৰ সৃষ্টি কৰিছিল। সেই কথা মনত পেলাই দিলে, বহুতৰে মনত পৰিব। আৰু জীৱনৰ কবিতাই আকৌ এবাৰ আলোড়নৰ সৃষ্টি কৰিব।

একো নকৈ ভাৰতীয়ে মাথোন শৰতে নেদেখাকৈ এটা করুণ হাঁহি মাৰিলে। কবিতাই হৈছে এটা যুগৰ সমগ্ৰ প্ৰতিভাৰ একীভূত প্ৰকাশৰ স্বাক্ষৰ। সংস্কৃতিৰ ইতিহাসত কবিতাহীন যুগেই হৈছে আটাইতকৈ দুৰ্ভগীয়া যুগ। কিন্তু অসমীয়া সাহিত্যত কবিতাই হৈছে আটাইতকৈ অৱহেলিত সৃষ্টি। সাধাৰণৰ কাৰণে শ্ৰদ্ধাৰ পাত্ৰ হ'লেও তথাকথিত শিক্ষিতসকলৰ কাৰণে কবি এতিয়াও উপলুণ্ডাৰ পাত্ৰ হৈয়ে আছে।

শৰতে ভাৰতীক ক'লে, "জীৱন ককাইদেউৰ কবিতাক কোনোৱে উপলুণ্ডা কৰিব নোৱাৰে। তেওঁক বুজিবলৈ সময় লাগিব নিশ্চয়, কিন্তু যেতিয়া বুজি পাব—তেতিয়া জীৱন ককাইদেউক চিনি পোৱাৰ কাৰণে গৰ্ব অনুভৱ কৰিব।"

ভাৰতীয়ে মনে মনে বুজিছিল এইয়া শৰতৰ দুৰাকাঙ্ক্ষা। অসমত বহুত দিন নাই থকা কাৰণে অসমৰ সাহিত্য-সংস্কৃতিৰ অৱস্থাৰ একো ভু শৰতে এতিয়াও পোৱা নাই। অসমৰ কবি-শিল্পী-সাহিত্যিকে কিদৰে আৰ্থিক অনিশ্চয়তা, সামাজিক নিৰাপত্তাহীনতা আৰু ভৱিষ্যৎ সম্পৰ্কে এক দুৰ্ভেদ্য সন্দেহৰ মাজেদি দিন অতিবাহিত কৰিছে, সেই কথা শৰতে এতিয়াও কব নোৱাৰে। সেয়ে এই ৰঙীন কল্পনা।

শৰতে ইতিমধ্যে নগৰত থকা কেইবাখনো কিতাপৰ দোকানৰ মালিক আৰু পুথি প্ৰকাশকক লগ ধৰিলে। প্ৰায় সকলোৱে কাৰণে শৰত অপৰিচিত। জীৱনৰ নামো বহুতে নেজানে। জীৱন আৰু শৰতৰ কোনো কিতাপ-পুথি প্ৰকাশ হোৱা নাই। তথাপিও তেওঁলোকে কথাটো বিবেচনা কৰি চালেহেঁতেন যদি উপন্যাস হ'লহেঁতেন। কোনো প্ৰকাশকেই কবিতাৰ কিতাপ প্ৰকাশ নকৰে। কাৰণ কবিতাৰ কিতাপ বিক্ৰী নহয়।

আনকি লাইব্ৰেৰীয়েও নিকিনে। জীৱন নামৰ এজন অচিনাকি কবিৰ অৰ্থ বুজিব নোৱৰা কবিতা কোনে কিনি পঢ়িব?

কিন্তু শৰতে দেখিলে দহ ফুট বহল কিতাপৰ দোকানত পোন্ধৰ ফুট দীঘল চাইনবোৰ্ড....Book sellers, Publishers, Distributors, Stockists and Dealers in.. .।" আড়ম্বৰৰ অন্ত নাই।

কিন্তু প্ৰথম প্ৰচেষ্টাতে শৰত হতাশ হবলৈ প্ৰস্তুত নাছিল। সকলো প্ৰকাশক নিশ্চয় কেৱল ধন ঘটা কিতাপৰ বেপাৰী নহয়। দুই-এজন নিশ্চয় সাহিত্যপ্ৰেমী প্ৰকাশক বা পুথি-ব্যৱসায়ীও আছে। আৰু তেওঁলোকে জীৱনৰ কবিতাৰ মূল্য নুবুজি নেথাকে।

ভাৰতীয়ে শৰতক নিৰাশ নকৰি ক'লে, "তুমি বৰ চিন্তা নকৰিবা শৰত। ককাইদেৱেৰাৰ আটাইবোৰ লিখাতো প্ৰকাশ কৰিব নোৱাৰি। দুৰ্বোধ্য কথাবোৰ প্ৰকাশ কৰি কাৰো লাভ নহয়। বছা বছা ভাল কবিতাবোৰ প্ৰকাশ কৰিব লাগে। যদি কোনো প্ৰকাশক নোলায় আমিয়ে কিবা এটা দিহা কৰিম। মোৰ হাতত অৱশ্যে সাঁচতীয়া টকা সৰহ নাই। তথাপি তুমি বাৰু চিন্তা নকৰিবা।"

শৰতে ক'লে, " আমাৰ দেশ স্বাধীন হোৱাৰ পিছত আমাৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত অভূতপূৰ্ব নৱ জাগৰণ আহিছে বুলি লিখা প্ৰবন্ধ এটা পঢ়িছিলোঁ। বৰ ভাল লাগিছিল, কাৰণ সাংস্কৃতিক অভ্যুত্থানেই জাতীয় অভ্যুত্থানৰ আদিক্ষেত্ৰ। কিন্তু মই আহি যি দেখিছোঁহি তাৰ পৰা মই অকণো আশাবাদী হব পৰা নাই। সাহিত্য-সংস্কৃতি যদি কেৱল বাণিজ্যৰ সামগ্ৰীৰূপেই ধৰা হয়, বণিক মনোবৃত্তিয়েই যদি শিল্প-সাহিত্য সৃষ্টিৰ প্ৰেৰণা হয়—তেন্তে শিল্প-সাহিত্যৰ মান আৰু আদৰ্শৰ অৱনতি ঘটাই স্বাভাৱিক।"

ভাৰতীয়ে নক'লে যে কবিতাবোৰ প্ৰকাশ কৰিব নোৱৰাটোও জীৱনৰ বিষাদ আৰু মস্তিষ্ক বিকৃতিৰ এটা প্ৰধান কাৰণ। ভাৰতীয়ে মাথোন হাঁহিলে।

॥ ৪॥

এদিন এক প্ৰকাৰ অভাৱনীয়ভাৱেই কামাল, মলয়া আৰু লোহিত আহি জীৱনহঁতৰ ঘৰ ওলালহি।

আগবেলা। দেওবাৰ। ভাৰতী ঘৰত নাছিল, বাৰাণ্ডাতে বহি আছিল শৰত আৰু জীৱন। শৰতে চেষ্টা কৰিছিল জীৱনে লিখা দুই-এটা কবিতা সম্পৰ্কে কিছু কথা উলিয়াবলৈ। কিন্তু বিশেষ লাভ হোৱা নাছিল। জীৱনে যেন শৰতৰ প্ৰশ্নবোৰকে বুজিব পৰা নাছিল। কোনোবাটোৰ উত্তৰ দিলেও, প্ৰশ্নৰ লগত তাৰ কোনো সম্বন্ধি নাছিল।

মলয়াইঁত এনেদৰে আহি ওলাবহি বুলি শৰতে আশা কৰা নাছিল। তথাপি শৰত বিশেষ অপ্ৰস্তুত নহ'ল। জীৱনক বাৰাণ্ডাতে বহি থাকিবলৈ এৰি দি শৰতে অভ্যাগতকেজনক ভিতৰলৈ নি বহুৱালে। আৰু এওঁলোকক ঘৰুৱা পৰিৱেশত লগ পাই শৰতে ভালেই পালে।

ভাৰতী সেই সময়ত ঘৰত নাছিল। গতিকে তেওঁ ঘূৰি নাহে মানে এনেই বহি কথা পাতি থকাৰ বাহিৰে অন্য উপায় নাছিল। অথচ শৰতৰ ঘৰলৈ আহিছে যেতিয়া কিয় আহিছে সোধাটোও কিছু অশোভনীয় হ'ব। তথাপি শৰতেই সুধিলে, "আপোনালোক ইয়াত ক'ৰ পৰা ওলালহি?"

"ঘূৰি-পকি আহিছোঁ। আপোনাক যে ঘৰত লগ পালোঁহি বৰ ভাল হ'ল।" মলয়াই ক'লে।

"মই প্ৰায় ঘৰতেই থাকোঁ—"

চমুকৈ শৰতে ক'লে।

কামালে ক'লে, তোমাক বৰ দৰকাৰতহে বিচাৰি আহিলোঁ। মই জানো তুমি আমাৰ লগ নিশ্চয় লাগিবা—"

কামালৰ কথাত যেন শৰতে অলপ ভয়হে খালে। অলপ হাঁহি শৰতে ক'লে, "মোৰ স্বভাৱ বৰ বেয়া। মই সঁচাকৈয়ে কাৰো লগ লাগিব নোৱাৰোঁ। সদায় অকলশৰে থাকি থাকি এটা অভ্যাস হৈ গ'ল।"

শৰতৰ কথাত মলয়াই শৰতৰ মুখলৈ চালে। তেওঁৰ চকুত যেন এটা প্ৰশ্ন ব্যক্ত হৈ উঠিল : কিয় অকলশৰে থকাৰ অভ্যাস কৰিলা?

লোহিতে ক'লে, "সেইটো অভ্যাস থাকক। সঁচাকৈয়ে আমাৰ লগনো তুমি কেনেকৈ লবা? কিন্তু আমাক তোমাৰ সহযোগিতা লাগে—ক'অপাৰেচন লাগে। উপদেশ, পৰামৰ্শ লাগে।"

"কিহৰ কাৰণে? ব্যৱসায়ী সুৰতে শৰতে সুধিলে।

লোহিতে মলযা আৰু কামালৰ মুখলৈ চালে। অৰ্থাৎ কথাটো কিদৰে উত্থাপন কৰা যায়। কিছু সময় নীৰৱতাৰ মাজেদিয়ে পাৰ হৈ গ'ল। হয়তো মলয়াইতে চিন্তা কৰিলে শৰত তেওঁলোকৰ কথা শুনিবৰ কাৰণে প্ৰস্তুত হৈছে নে নাই। শৰত নিৰ্বিকাৰো নহয়, বৰ উৎসুকো নহয়।

তাৰ পিছত কামালে ক'লে, "কথাটো তুমি বুজিছাই। আমি আটাইকেটা নিবনুৱা, চাকৰি-বাকৰি নাই। পিছে আমি নিজৰ কাৰণে সিমান ভবা নাই। আমাৰ নিজৰ আৰ্জন নেথাকিলেও ঘৰত কোনোবা এজনে কিবা এটা কৰি দুপইচা উলিয়ায়। আমি চলি আছোঁ।"

"পিছে আমাৰ নিচিনাকৈয়ে আমাৰ বহুত অসমীয়া ল'ৰাতো এনেয়ে আছে। কাম-কাজ নাই। আৰ্জন-উপাৰ্জন নাই। এই ল'ৰাবোৰৰ বিষয়েহে আমি চিন্তা কৰিছোঁ।"

শৰতে নিজকে সংযত কৰি ক'লে, "এনেকৈ চিন্তা কৰি থাকিলে কিবা লাভ হ'ব জানো?"

"চিন্তা কৰি থকাই নহয় আমি কিবা এটা কৰিম বুলি ভাবিছোঁ।"

"এতিয়াও কৰা নাই?"

"তাৰ কাৰণেহে আপোনাৰ লগত পৰামৰ্শ কৰোঁ বুলি ভাবিছোঁ—" মলযাই ক'লে।

"অন্য মানুহ কিজানি অসমীয়া মানুহৰ নিচিনাকৈ কিবা এটা কৰিম বুলি ভাবি নেথাকে—" শৰতে ক'লে, "কি কৰিম বুলিনো ভাবিছে আপোনালোকে?"

কামালে মলযাৰ মুখলৈ চালে, মলয়াই শৰতৰ মুখলৈ এক অনিশ্চিত কৌতূহলৰ চাৱনিৰে চালে।

লোহিতে ক'লে, "অসমীয়া হিচাপে আমি কিবা এটা ক'লেই বা বিচাৰিলেই আমাক অন্যে 'প্ৰভিন্সিয়েলিষ্ট' বোলে—"

"তাঁলৈ কাণ দিয়ে কিয়? আমাক কোনে কি কয়, তালৈ কাণ দি থাকিলে জানো আমি কিবা কৰিব পাৰিম?" শৰতে ক'লে।

"আৰু আমি মুছলমানবিলাকে কিবা এটা ক'লে বা বিচাৰিলেই আমাকো কমিউনেল বোলে—" কামালে ক'লে।

হাঁহি শৰতে ক'লে, "বাঘে যদি কয়—মই বাঘ, মোক মাংস লাগে, ঘোঁৰাই যদি কয়, মই ঘোঁৰা মোক দানা লাগে, আৰু বগলীয়ে যদি কয়, মই বগলী, মোক মাছ লাগে—বাঘ, ঘোঁৰা, বগলীক কমিউনেল বুলিবা নেকি? আৰু বুলিলেই জানিবা তাৰ পৰা কাৰ লাভ-লোকচান হ'ল? আমাৰ দেশত প্ৰভিন্সিয়েল নোহোৱা, কমিউনেল নোহোৱা কোনোবা আছে?"

কামালে ক'লে, "ময়োতো তাকে কওঁ—চাকৰি বিচাৰিলে Race, religion, caste লিখিব লাগে। স্কুল-কলেজত Scheduled caste, backward এইবোৰ লিখিব লাগে। যদি citiÁZen of Indiaই হয়, তেন্তে state লিখিব লাগে কিয়?

এনেতে কেনভাচৰ মোনা এটাত কিবাকিবি লৈ ভাৰতী সোমাই আহিল। তেওঁ বোধহয় কিছু ঘূৰি-পকি আহিছিল। তেওঁৰ মুখখন ৰঙা পৰি আহিছিল। তেওঁৰ চুলিও কিছু আউলী-বাউলী, হয়তো এইবাবে ভাৰতীক আৰু তেজাল আৰু ধুনীয়া দেখাইছিল।

অপ্ৰত্যাশিতভাৱে ঘৰৰ ভিতৰত কেইবাজনো অচিনাকি মানুহ দেখি ভাৰতী প্ৰথমতে কিছু অপ্ৰস্তুত হৈছিল। কিন্তু মলয়াইঁতে শৰতৰ লগত কথা পাতি থকা দেখি ভাৰতী পিছমুহূৰ্ততে সহজ হ'ল, আৰু এনেয়ে অলপ ইঁহাৰ নিচিনা কৰিলে।

"নবৌ আহিল?" শৰতে ক'লে।

"আহিলোঁ—" তাৰ পিছত মধ্যস্থতে ক'লে, "বহকচোন, মই আহিছোঁ।" কৈ তেওঁ ভিতৰলৈ গ'ল।

শৰতে ক'লে, "ভাৰতী নবৌ, জীৱন ককাইদেউৰ পৰিবাৰ—"

"মাষ্টৰণী নকৰে জানো?" কামালে এনেয়ে ক'লে। কামালৰ কথাৰ উত্তৰ কোনোৱে নিদিলে : প্ৰয়োজন নাছিল।

লোহিতে ক'লে, "আমি গোটেই অসম জোৰা এটা অনুষ্ঠান কৰিব খুজিছোঁ।"

"আকউ এটি অনুষ্ঠান? অনুষ্ঠান কেলেই? অসমত মাৰোৱাৰী ব্যৱসায়ীবিলাকেই আটাইতকৈ ধনী। কিন্তু তেওঁলোকে কেইটা অনুষ্ঠান পাতিছে? চেম্বাৰ্চ অৱ কমাৰ্চ আছে। তাৰ যোগেদি কোটি কোটি টকাৰ ব্যৱসায় কৰি আছে। আগেয়ে গেৰেজ সাজি পিছে মটৰ কিনিবলৈ লোৱাতকৈ আগেয়ে মটৰ কিনি পিছত গেৰেজ সজাই ভাল—"

মলয়াই ক'লে, "আমাৰ অসমীয়া ডেকা-গাভৰুৰ ওপৰত আপোনাৰ আস্থা বৰ কম কিজানি?"

"কম নহয়, আস্থা প্ৰায় নায়েই, যিদল ডেকা-গাভৰুৱে সভা পাতি প্ৰস্তাৱ গ্ৰহণ কৰে, হোৱাই-নোহোৱাই চৰকাৰক সমালোচনা কৰিলেই কৰ্তব্য কৰা হ'ল বুলি নিশ্চিন্ত হয়, সুযোগ বিচাৰিবও নেজানে, পালেও সদ্ব্যৱহাৰ কৰিব নেজানে, তেওঁলোকৰ ওপৰত আস্থা ৰাখি কাৰ লাভ হ'ব?" শৰতে এক প্ৰকাৰ অসহিষ্ণুভাৱেই ক'লে।

লোহিতে ক'লে, "চৰকাৰে অসমীয়া ডেকাক সুবিধা দিয়া নাই—"

শৰতে ক'লে, "আমাৰ চৰকাৰ দুৰ্বল বুলি সকলোৱে জানে, আৰু মোৰ বিশ্বাস, চৰকাৰে নিজেও জানে। কিন্তু চাওক, মোৰ অহাৰ বেছি দিন হোৱা নাই। সকলো কথা মই বুজিবৰ সুবিধাকে পোৱা নাই। কিন্তু যি দেখিছোঁ, মইতো অবাক হৈছোঁ।"

কিছু সপ্রতিভভাৱে মলয়াই ক'লে, "আপুনি কিহৰ বিষয়ে কৈছে মই ঠিক ধৰিব পৰা নাই—"

শৰতে ক'লে, "নবৌ যদি চেনি-তেনি আছে, আমাক এটোপা চাহ দিব—"

ভিতৰৰ পৰা ভাৰতীয়ে ক'লে, "তেখেতসকলক বহিবলৈ কোৱা। মই চাহ কৰিছোঁ—"

লোহিতে ক'লে, "চাহ নহ'লেও হ'লহেঁতেন—"

"এপিয়লা খাওক—।" শৰতে ক'লে, তাৰ পিছত ক'লে, "চাওক মোক হয়তো আপোনালোকে বেয়াই পাব। চৰকাৰী অফিচবোৰত যদি খবৰ কৰে, দেখিব বহুত কন্ট্ৰ'ল থকা বস্তুৰ দোকানৰ লাইচেন্স চৰকাৰে অসমীয়া মানুহৰ নামত দিছে—কিন্তু আচলতে দোকান চলাইছে মাৰোৱাৰীয়ে বা বিহাৰী দেছুৱালীয়ে। আমাৰ মানুহে লাইচেন্সখন লব পাৰে, দোকানখন দিব নোৱাৰে। চিমেন্টৰ লাইচেন্স, চেনিৰ লাইচেন্স, মটৰ অইলৰ লাইচেন্স, ধান-কল, তেল-কলৰ লাইচেন্স অসমীয়া মানুহৰ নামত আছে—চলায় অনা-অসমীয়াই। লাইচেন্সধাৰী অসমীযাজনে মাহে দুশ বা তিনিশ টকা কমিচন নে পেঞ্চন পায়, আৰু দোকান চলোৱা বেপাৰীয়ে মাহে হাজাৰ হাজাৰ টকা লাভ কৰে, মই মাথোন এটি উদাহৰণ কৈছোঁ।"

এখন ট্ৰেত চাৰি পিয়লা চাহ আৰু এখন প্লেটত কিছু পাতলীয়া খোৱাবস্তু লৈ ভাৰতী ভিতৰৰ পৰা ওলাই আহিল। টিপয়খনৰ ওপৰত ট্ৰেখন থৈ ক্ষমা বিচৰাৰ ধৰণে ভাৰতীয়ে ক'লে, "আপোনালোকে কথা পাতি আছে কাৰণে মই আৰু আমনি নকৰিলোঁ। চাহ খাওক—"

চাহৰ পিয়লাত শোহা মাৰি কামালে ক'লে, "আপুনি জানো গাৰ্লচ হাইস্কুলত কাম নকৰে?"

হাঁহি ভাৰতীয়ে ক'লে, "হয় কৰোঁ—আপোনাক কিজানি মই কেতিয়াবা দেখিছোঁ—"

"মোক কিন্তু আপুনি চিনি নেপাব। মই ইয়াৰ নহয়। জগন্নাথ কাকতী মোৰ মোমাইদেউ হয়। আজি কিছুদিনৰ আগতে আহি মই তাতে আছোঁহি—" মলয়াই ক'লে।

লোহিতে শৰতলৈ চাই ক'লে, "তুমি বৰ্তমান স্ত্ৰী আছা। তুমি আমাৰ লগ লাগা।"

"কি কৰিব খুজিছে?" ভাৰতীয়ে সুধিলে।

"এটা সংগঠন কৰি এটা আন্দোলান কৰিব খুজিছোঁ।"—কামালে ক'লে।

"শৰততো এচ্‌কেপিষ্ট, তেওঁনো কি আন্দোলন কৰিব?" ভাৰতীয়ে ক'লে।

প্ৰতিবাদ কৰাৰ ধৰণে শৰতে ক'লে, "মোক আপুনি যি বোলে বোলক নবৌ, কিন্তু অসমীয়া জাতিটোৰ কোনো ভৱিষ্যৎ মই দেখা নাই। এটা জাতিৰ সমগ্ৰ শিক্ষিত ডেকা-গাভৰু দলে যদি আনৰ তলত চাকৰি কৰাৰ বাহিৰে অন্য একো কৰিব নোৱাৰে নিবিচাৰে আৰু অন্য ঠাইৰ মানুহ আহি যেতিয়া কোনো স্বাধীন কাৰবাৰ কৰি বেছ স্বচ্ছলভাৱে জীৱিকা অৰ্জন কৰিব পাৰে, অসমীয়াকেইটাই কিয় নোৱাৰে, মই বুজি নেপাওঁ। আমাৰ ভ্ৰান্ত জাতীয় অহমিকা যেতিয়ালৈকে নেযায়, আৰু যেতিয়ালৈকে আমাৰ এটা সৰ্বাত্মক সাংস্কৃতিক পুনৰুত্থান নহয়, তেতিয়ালৈকে আমাৰ জাতীয় অস্তিত্ব বিপন্ন হৈয়ে থাকিব—"

শৰতৰ কথাখিনি অলপ বক্তৃতা যেন শুনালে। কিন্তু লোহিতহঁতে একো নক'লে। মলযাই ক'লে, "কিন্তু অসমীয়া ল'ৰা-ছোৱালীবোৰ উদ্যমহীন বুলি ক'লেই জানো সমস্যাৰ সমাধান হ'ব? আমিতো কিবা এটা কৰিব লাগিব।"

শৰতে ক'লে, "জীৱন ককাইদেৱে নতুন ভাবাদৰ্শৰ শক্তিশালী কবিতা লিখিছিল। অসমীয়া মানুহে নুবুজিলে, বুজিবৰ চেষ্টাও নকৰিলে। সমাদৰ কৰা দূৰৰ কথা। কত কথা কবলগীয়া থাকে, এজন কবিৰ। অন্তৰ উপচি থকা কত কথা, কবলগীয়া নিজস্ব কথা নেথাকিলে জানো কোনোবা কবি হ'ব পাৰে!"

"সেইবোৰ কথা বাদ দিয়া, শৰত—" ভাৰতীয়ে ক'লে।

"জানো নবৌ, সেইবোৰ কথা ক'লে আপুনি আঘাত পায়। কিন্তু যি অসমৰ কাৰণে আৰু অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যতৰ কাৰণে কিবা চিন্তা কৰিছে, তেওঁলোকে জনা দৰকাৰ।

সেইয়া এসময়ৰ প্ৰতিভাশালী কবি জীৱন ককাইদেউ, আজি এজন বিকৃত-মস্তিষ্ক, বলিয়া। ইয়াত বহি আমি তেওঁৰ বিষয়ে কথা পাতিছোঁ, তেওঁ শুনিছে, কিন্তু বুজি পোৱা নাই। তেওঁ কবিতা লিখে আৰু ফালি পেলায়। তেওঁৰ এখন কবিতাৰ কিতাপ প্ৰকাশৰ জোখাৰে টকা আজিও জোগাৰ কৰিব নোৱাৰিলোঁ।"

ভাৰতী লাহেকৈ উঠি গ'ল, আৰু বাৰাণ্ডাত নীৰৱে অকলশৰে বহি থকা জীৱনৰ কাষত ৰ'লগৈ।

কামালে ক'লে, "তুমি তেখেতৰ কবিতাৰ কিতাপ প্ৰকাশ কৰাৰ কথাকে কৈছিলা নেকি?"

"ওঁ জীৱন ককাইদেউৰ কিছুমান কবিতা আছে। সেইদিনা যে মোক আপোনালোকে লগ পাইছিল। সেইদিনা কবিতাৰ কিতাপখনৰ এজন প্ৰকাশক বিচাৰি

মই গোটেই টাউনখন ঘূৰিলোঁ। কোনো এজন প্ৰকাশকে আনকি ভাবি চাম বুলিও এবাৰ নক'লে। দেশৰ সাহিত্য-সংস্কৃতিক যেতিয়া বলিয়া বেপাৰীয়ে নিয়ন্ত্ৰণ কৰে, তেতিয়া আৰু কি আশা কৰা যায়?"

কামালে ক'লে, "আসাম বুক হাউচলৈ গৈছিলা জানো?"

"নাই যোৱা। কিন্তু হয়তো যাব লাগিব—ভাবিছিলোঁ কোনোবা অসমীয়া প্ৰকাশকে প্ৰকাশ কৰিব। কিন্তু অসমীয়াই অসমীয়া ভাষা-সাহিত্যৰ বক্তৃতা দিয়ে, কিন্তু তাৰ বাহিৰে ভাষা-সাহিত্যৰ কাৰণে একো নকৰে।"

ভাৰতী আকৌ আহিল।

এইবাৰ মলয়াই ক'লে, "এখেতক আমাৰ লগত বিচাৰিছোঁ আমি যিটো অনুষ্ঠান কৰিব খুজিছোঁ, তাৰ প্ৰচাৰৰ কামত আমাক অলপ সহায় কৰি দিব লাগে। এখেতৰ সময় আছে, মনহে নাই।"

শৰতে ক'লে, "মোক ভুল নুবুজিব, কিন্তু মই আপোনালোকক খোলাখুলিকৈয়ে কব খুজিছোঁ যে আমাৰ মানুহখিনিৰ কাৰণে, কিবা কৰিবলগীয়া থাকিলে, দেখাদেখিকৈ কৰাৰ সাহস আমাৰ থাকিব লাগে। বিপ্লব-বিদ্ৰোহ কিবা কৰিব লাগিলেও লুকাই-চুৰকৈ নহয়, দেখাদেখিকৈ কৰাই ভাল।"

ভাৰতীয়ে ক'লে, "আপোনালোকে যি কৰিব খুজিছে আৰম্ভ কৰক, শৰতে নিশ্চয় সহযোগ কৰিব। নতুন ৰাজনৈতিক পাৰ্টি খুলিব নেকি?"

কামালে ক'লে, ৰাজনীতি? আমি এজনেও ৰাজনীতি নেজানো—।

কামালৰ কথা শুনি ভাৰতীয়ে হাঁহিলে।

লোহিতে ক'লে, "ৰাজনীতি কৰোঁ বা নকৰোঁ, আমাৰ কথা হৈছে স্বাধীন হোৱাৰ পিছত ভাৰতৰ অন্যান্য ৰাজ্যৰ মানুহে যি স্বাধীনতা আৰু স্বতন্ত্ৰতা পাইছে, অসমীয়ায়ো পাব লাগিব। অসমৰ ৰাজনীতি, অৰ্থনীতি অসমীয়াই পৰিচালনা কৰাৰ সুযোগ পাব লাগিব। অসমখন কাৰো তলতীয়া কৰদ-ৰাজ্য নহয়। অসমখন ভাগ ভাগ হব লাগে নে একেখন হৈ থাকিব লাগে সেইটো অসমৰ মানুহে নিৰ্ণয় কৰিব। দিল্লী, বোম্বাই, ইউ-পি, পঞ্জাবৰ মানুহে সেইটো কৰিবলৈ আমি এৰি নিদিওঁ—তেওঁ যেই নহওক আৰু যিমান ডাঙৰ মানুহেই নহওক।"

এনেতে বহি থকাৰ পৰা জীৱন উঠি আহিল।

"ককাইদেউ আহিছে—" সসম্ভ্ৰমে শৰতে ক'লে। আৰু বহিবলৈ আসন এৰি দিলে।

জীৱন কিন্তু নবহিল, তেওঁ আটাইকেজনৰ মুখলৈ চালে যেন এওঁলোকনো কোন চিনি পাবৰ যত্ন কৰিলে।

তাৰ পিছত হতাশভাৱে জীৱনে বিৰবিৰাই ক'লে, "শূন্যত কাৰেং সাজিছো। এদিন ফাগুন হৈছিল আৰু মই কৈছিলোঁ, তাৰ এটা নাম দিয়া যাওক। সিহঁতে নেলাগে বুলি ক'লে। নাম এটা লাগিবই। ওঁ—মই কলোঁ, তাৰ নাম দিয়া সপোন।

"ক'লৈ যোৱা? বালি খাবা? পানী নাই। নে শুকান। আকাশৰ ডাৱৰলৈ চাই থাকিলে পিয়াহ মৰিব নেকি? বহা, বহা, তোমাৰ নাম কি? অসমীয়া? লাচিতৰ নাতি। ননচেঞ্চ, দেৱলীয়া, দেৱলীয়া; মই পানী খাম, পিয়াহ লাগিছে। ব্ৰহ্মপুত্ৰৰ বালি-চাপৰিবোৰ চাহাৰা হৈ গ'ল। বিহু-নাচ নাচা, জীৱন ফুকন, তালুখন বচোৱা। তোমাৰ চুলিত জুই লাগিছে।"

ভাৰতী বহাৰ পৰা উঠিল, আৰু জীৱনৰ হাতত ধৰি ক'লে, "এওঁলোকে তোমাৰ কবিতা বিচাৰি আহিছে, তুমি যে নতুন কবিতা লিখিছা-চাবলৈ আহিছে।"

কথাষাৰ শুনি কিছুপৰ জীৱনে লোহিতহঁতৰ মুখলৈ চাই থাকিল — একেথৰে। তাৰ পিছত হঁহাৰ নিচিনা কৰি ক'লে, "যদি নেদেখুৱাওঁ কি কৰিবা? কি কৰিবা? কি কৰিবা? হত্যা কৰিবা? এটা কুকুৰ মৰিল—মৰক। পাঁচোটা কুকুৰ মৰিল। ফৰিংবোৰে ইমান কান্দিলে, চগাবোৰে বৰ ভাল পালে।"

তাৰ পিছত সৰু ল'ৰাৰ নিচিনাকৈ ডিঙিটো বেঁকা কৰি ক'লে, "নিদিওঁ দেই— চগাবোৰে হাঁহিব—নিদিওঁ। নিদিওঁ—"

কৈ কৈ জীৱন ভিতৰলৈ সোমাই গ'ল।

আটাইকেজনে তলমূৰ কৰিলে। পৰিস্থিতিটো বিষণ্ণ হৈ পৰিল।

ভাৰতী লাহে লাহে জীৱনৰ পাছে পাছে ভিতৰলৈ সোমাই গ'ল।

কিছুপৰৰ মূৰত কামালে ক'লে, "আগেয়ে ইয়াতকৈ কিছু ভাল আছিল। আগে বাহিৰত ঘূৰি-মেলিও ফুৰিছিল নহয়—"

শৰতে ক'লে, "দিনে দিনে বেছি হৈ গৈছে। আৰু এই অৱস্থা কোনে কৰিলে জানে, আমাৰ ধনী আৰু শিক্ষিত সমাজখনে। তাৰ পিছত সমাজে তেওঁক এৰি দিলে। আৰু এতিয়া তেওঁৰ সমগ্ৰ ভাৰ ভাৰতী নবৌৰ ওপৰত।" তাৰ পিছত মাতটো সৰুকৈ ক'লে, "অথচ নবৌকো তেওঁ সহ্য কৰিব নোৱাৰে।"

"কিয়?" মলয়াই সুধিলে।

"নোৱাৰে জীৱিকাৰ কাৰণে স্কুলৰ চাকৰি কৰে। ককাইদেউক অকলে এৰি স্কুল কৰিব লাগে, দোকান-বজাৰো কৰিব লাগে। সেইটো ককাইদেৱে ভাল নেপায়। তেওঁ ভাবে যে ভাৰতী নবৌ সদায় তেওঁৰ কাষতে বহি থাকিব। কিন্তু তেনেকৈ বহি থাকিলেতো নবৌৰ নচলে—"

কামালে ক'লে, "ককাইদেউক তেজপুৰত কিছুদিন ৰখা হ'লে ভাল হৈ গ'লহেঁতেন কিজানি।"

"তেনেহলে ভাৰতী নবৌ বলিয়া হৈ যাব।—"শৰতে ক'লে।

মলয়াই শৰতৰ মুখলৈ চালে।

শৰতে ক'লে, "জীৱনত মই বৰ বেছি তিৰোতা-মানুহ লগ পাইছোঁ বুলি কব নোৱাৰোঁ, কিন্তু ভাৰতী নবৌক লগ পোৱাৰ পিছত মোৰ ধাৰণা হৈছে যে—"

এনেতে ভাৰতী ভিতৰৰ পৰা ওলাই আহিল। শৰত মনে মনে থাকিল।

লোহিতে ক'লে, "এতিয়া বাৰু তুমি আমাৰ লগ নেলাগা যদি থাকা। কিন্তু আমি কি কৰোঁ খবৰ ৰাখিবা, আৰু তাৰ পিছত যি সিদ্ধান্ত কৰা কৰিবা। আমি এতিয়া উঠোঁ।"

কামালে ক'লে, "জীৱন ককাইদেউৰ কবিতাৰ কিতাপখন প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিব পৰা যাব, জানিছা শৰত—"

শৰত আৰু ভাৰতীয়ে কামালৰ মুখলৈ চালে।

"আমাৰ ভাৰা-ঘৰতে এয়াৰ ফৰ্চত কাম কৰা মিলিটাৰী অফিচাৰ এজন থাকে। বহুত দৰমহা পায়। অকলে থাকে। নিজৰ গাড়ী আৰু স্কুটাৰ আছে। তেওঁ কবিতা খুব ভাল পায়। উৰ্দু কবিতা মুখস্থ গাই ফুৰে। এদিন তেওঁক লগ ধৰিম। তেওঁ কিজানি জীৱন ককাইদেউৰ কবিতাখিনি প্ৰকাশ কৰিব—"

মলয়া আৰু শৰতে কামালৰ কথাত হাঁহিলে। কামালৰ সৰলতা তেওঁলোকে উপভোগ কৰিলে।

আৰু কিছু কথা-বতৰা পাতি লোহিত, মলয়া আৰু কামাল বিদায় লৈ গ'লগৈ। শৰতে তেওঁলোকক পদূলি-মূৰলৈকে আগবঢ়াই দিলে।

## ।। ৫ ।।

শৰতে দুখন বাতৰি-কাকতত সপ্তাহত একোটাকৈ প্ৰবন্ধ লিখে। এমাহত প্ৰকাশ হোৱা আঠোটা প্ৰবন্ধৰ কাৰণে ১২০ টকা পায়— প্ৰতিটোৰ কাৰণে ১৫ টকাকৈ। কেতিয়াবা কম হয়, হয়তো কোনো সপ্তাহত কোনো এখনলৈ প্ৰবন্ধ পঠাব নোৱাৰে, নাইবা কেতিয়াবা কোনো প্ৰবন্ধ সম্পাদকে প্ৰকাশ নকৰি ঘূৰাই পঠায় কাৰণ তাৰ বিষয়বস্তু সম্পাদকৰ বিবেচনাত-কিছু অবাঞ্ছনীয়ভাবে অন্য ধৰণৰ। তাৰ পৰা কাকতৰ মালিকৰ ক্ষতি হ'ব পাৰে।

শৰতে বৰ আপত্তি নকৰে। ঘূৰি অহা প্ৰবন্ধটো থৈ দিয়ে। কাৰণ শৰতে সম্পাদকসকলক জনাই ৰাখিছে যে হয় তেওঁৰ প্ৰবন্ধ যেনেদৰে আছে তেনেদৰে প্ৰকাশ কৰিব, নতুবা ঘূৰাই পঠাব। তেওঁৰ লিখা যেন কাট-কুট কৰা নহয়।

গতিকে কেতিয়াবা প্ৰবন্ধ ঘূৰি আহে। প্ৰবন্ধ ঘূৰি আহিলে শৰতৰ আনন্দ লাগে। তেওঁ অনুভৱ কৰে যে বেচেৰা দৰমহা খোৱা সম্পাদকৰ যিদৰে চাকৰি ৰখাৰ প্ৰয়োজন, শৰতৰ তেনে প্ৰয়োজন নাই। শৰত বাতৰি-কাকতৰ মালিকৰ এমপ্লয়ি নহয়, সত্যৰহে দাস। কিন্তু এটা প্ৰবন্ধ কম প্ৰকাশ হোৱা মানে ১৫ টকা কম পোৱা। তেতিয়া শৰতৰ অসুবিধা হয়।

ঘৰ থাকিও শৰতৰ ঘৰ নাই। পেৰালিচিচত পৰি থকা বুঢ়া দেউতাক থকা ঘৰটোত কেইদিনমান থাকিয়ে শৰতৰ উশাহ বন্ধ হোৱা যেন লাগিল। বহু বছৰ দূৰ-দূৰান্তত ঘূৰি ফুৰাৰ কাৰণেই হওক, বা কোনো মজ্জাগত স্বভাৱৰ কাৰণেই হওক, শৰতৰ একে ঠাইতে বহুত দিন থাকি ভাল নেলাগে। তেওঁৰ মনৰ মাজত এটা উদ্বাস্তু অঘৰীয়ে ঠাই লৈছে। তেওঁৰ ৰক্তত আছে এক অধীৰ চাঞ্চল্য। কিন্তু জীৱনৰ বহু বিচিত্ৰ অভিজ্ঞতাই শৰতক নিৰ্বিকাৰ আৰু গম্ভীৰ হ'ব পৰাৰ অভ্যাস দিছে। আৰু এঠাইৰ পৰা আজি গৈ কাইলৈ ক'ত থাকিব, সেই বিষয়ে অকণো চিন্তা নকৰা গতিকেই অঘৰী জীৱন কৰি লোৱাৰ প্ৰবৃত্তি আহৰণ কৰিছে।

জীৱন-ভাৰতীৰ ঘৰত শৰত কিয় আছে তাৰ কোনো কাৰণ কৈফিয়ৎ শৰতে বিচৰা নাই। জীৱনৰ প্ৰতি শৈশৱৰে পৰা যি এক অনামী শ্ৰদ্ধা আৰু অনুৰক্তি আছিল, তাৰ কাৰণে দেশলৈ আহি জীৱনক বিচাৰি যোৱাত কোনো অস্বাভাৱিকতা নাই। কিন্তু ইয়াতেই কিয় আৰু কেনেকৈ তেওঁ ইমান দিন আছে বা থাকিব পাৰিছে, সেই কথা ভাবি চোৱাৰ অৱকাশ শৰতৰ হোৱা নাই। তেওঁ জানো ইয়াত কিবা এটা আৱিষ্কাৰ কৰিবৰ কাৰণে আছে? কি সেই আৱিষ্কাৰ নে কোনো আকৰ্ষণত পৰি আছে? কি সেই আকৰ্ষণ? নে বহুদিনৰ অশ্ৰান্ত ঘূৰণৰ পিছত জিৰণি লব খুজিছে? তেন্তে এক বিকৃত মস্তিষ্ক কবিৰ ঘৰত কিয়? যাৰ অৱলম্বন কেৱল এগৰাকী দুৰ্বোধ্য প্ৰগলভা নাৰী—যি অসামান্যা নহয়।

ৰহস্যময়ীও নহয়। যি যৌৱনক প্ৰায় অতিক্ৰম কৰি গৈছে। নে নিজকে আৱিষ্কাৰ কৰিবৰ কাৰণেই শৰতৰ এই বিশ্ৰাম।

পৰিচিত সমাজখনৰ মাজত নথকাৰ কাৰণেই শৰতে সামাজিক জীৱনৰ বান্ধোনবোৰৰ মাজত সোমোৱাৰ প্ৰয়োজন উপলব্ধি কৰা নাছিল, তাৰ বাবে আজৰিও নাছিল। অকলশৰে নিজকে লৈ ঘূৰি ফুৰাত এটা আনন্দ আছে নিশ্চয়, কিন্তু নিঃসঙ্গতাৰ উপলব্ধিয়ে মাজে মাজে এক অব্যক্ত বেদনাও নিদি নেথাকে। এনে এক বেদনাৰ পৰা ৰক্ষা কৰিবৰ কাৰণেই শৰতে কাৰোবাৰ আশ্ৰয়ত থাকি নিৰ্ভাৱনা হ'বলৈ বিচাৰিছে নেকি? সাংবাদিকৰ গতানুগতিক জীৱনত বিস্বাদ লাজি জীৱনৰ গতিপথ সলোৱাৰ কিবা প্ৰয়োজন উপলব্ধি কৰিছে নেকি তেওঁ, সেই কথা বুজিবৰ উপায় নাই। নে অসম আৰু অসমীযাৰ বৰ্তমান দুৰ্দশা দেখি, কিবা ৰাজনীতি বা আন্দোলনকে কৰিবলৈ লব নেকি?

এইবোৰ কথা শৰত সম্পৰ্কে অন্যে ভবাই নহয়, এইবোৰ নিৰ্ণয় কৰিবৰ কাৰণে শৰতে নিজেও বহুদিন চিন্তা কৰিছে। কিন্তু শৰত নিশ্চিত আৰু নিশ্চিন্ত হ'ব পৰা নাই। মাজে মাজে শৰতৰ অঘৰী মনটোক কেতিয়াবা বুজিবৰ চেষ্টা কৰাৰ প্ৰয়োজন ভাৰতীয়ে বোধ কৰিছে নেকি?

সেইদিনা শৰত ঘূৰি আহোতে যথেষ্ট বেছি ৰাতি হৈছিল। জীৱন শুইছিল। অৱশ্যে জীৱনৰ শোৱাৰ কোনো নিৰ্দিষ্ট সময় নাই। কেতিয়াবা গোটেই ৰাতি নোশোৱে, কেতিয়াবা ফুটগধূলিতে শুই থাকে। কেতিয়াবা একেলগে দুই তিনি ৰাতি টোপনি নেযায়।

সেইদিনা জীৱন সোনকালে শুই পৰিছিল। ভাৰতীয়ে ভাত-পানী ৰান্ধি উঠি শৰত আহিবৰ কাৰণে বাট চাই চকুৰ আগত কিতাপ এখন মেলি লৈ বহি আছিল। নিমাও-মাও ঘৰটোৰ ভিতৰত জীৱনৰ টোপনি যোৱা নাকৰ মৃদু শব্দৰ বাহিৰে আন সা-শব্দ একো নাছিল। ভাৰতীৰ চকুৰ আগৰ লেমটো অনুজ্জ্বলভাৱে জ্বলি আছিল। তাৰ পোহৰটো ভাৰতীৰ এজন চিনাকি মানুহৰ মুখ এখনৰ নিচিনা লাগিছিল।

বাহিৰত শৰতে মাতিলে, "নবৌ—"

"গৈছোঁ—" ভাৰতী উঠি গৈ দুৱাৰখন মেলি দিলে।

"আপুনি শোৱা নাই? ৰাতি বহুত হ'ল দেখোন—" ভিতৰ সোমাই আহি শৰতে ক'লে।

ভাৰতীয়ে দুৱাৰখন বন্ধ কৰিলে আৰু ক'লে, "তোমাৰ কাৰণেই বৈ আছিলোঁ। তুমি ভাত খোৱাই নাই নহয়—"

"নাই খোৱা। কিন্তু চাহ খাইছোঁ। ভোক বৰ বেছি লগা নাই।"

"তুমি কাপোৰ-কানি সলাই আহা, মই তোমাৰ ভাত-পানী উলিয়াওঁ।"

কৈ ভাৰতী ৰান্ধনিশাললৈ গ'ল।

দুয়ো ভাত খাবলৈ বহিল।

"আজিনো ইমান ৰাতিলৈকে ক'লৈ গৈছিলা?" ভাৰতীয়ে সুধিলে।

"আজি বহুত ঘূৰা হ'ল নবৌ— কেইবাটাও কাম আছিল—"

"কি কাম আছিলনো?" শৰতৰ মুখলৈ চাই ভাৰতীয়ে সুধিলে।

"ক'লে কিজানি আপুনি মোক খঙেই কৰিব—"

"তথাপি শুনো—"

"প্ৰথমে এজন প্ৰকাশক বিচাৰি গ'লোঁ। তাৰ পিছত—কওঁ?"

হাঁহিবৰ চেষ্টা কৰাৰ দৰে শৰতে সুধিলে আৰু ভাৰতীৰ মুখলৈ চালে।

"মলয়াইঁতৰ ঘৰ পালাগৈ নেকি?"

"নহয় কামালহঁতৰ ঘৰলৈহে গৈছিলোঁ।"

"কেলেই?"

"সিহঁতৰ এটা সৰু ভাৰা-ঘৰ খালী হৈছে—"

"ভাৰা ঘৰ? কেলেই?"

"মোৰ কাৰণে—"

বহলকৈ চকু দুটা মেলি ভাৰতীয়ে শৰতৰ মুখলৈ চালে আৰু ক'লে, "ইয়াত তোমাৰ বৰ কষ্ট হৈছে, নহয়?"

"মোৰ নহয়, আপোনাৰ বৰ কষ্ট হৈছে। এইটো অন্যায় নবৌ।

এদিন-দুদিন থকাটো সুকীয়া কথা। আৰু এইদৰে সদায় থাকি আমনি দিয়াটো বেলেগ কথা।"

ভাত খাই শেষ হোৱা নাছিল— ভাৰতী উঠি আহিল।

"উঠিল যে?"

"তুমি খোৱাচোন—" ভাৰতীয়ে ক'লে। কিছু পৰৰ মূৰত খোৱা শেষ কৰি শৰতো খোৱাৰ পৰা উঠিল।

কিছু পৰৰ নীৰৱতাৰ পিছত বটাত তামোল দুখন লৈ ভাৰতী আহি শৰতৰ কাষত ৰ'লহি।

এইটো কোঠাতে শৰত শোৱে। ইয়াত লিখা-পঢ়াও কৰে। সৰু কোঠাটো। মাজত বহা-কোঠাটো এৰি সিপাৰে ভাৰতীহঁতৰ শোৱা-কোঠা।

"বহক নবৌ—" শৰতে ক'লে।

শৰতৰ বিছনাখনতে ভাৰতী বহিল।

লাহে লাহে শৰতে ক'লে, "মই ভালকৈ ভাবি চাইছোঁ নবৌ— মই হঠাৎ আহি ওলালোঁহি। ককাইদেউকহে চিনি পাওঁ—আপোনাকতো এই প্ৰথম চিনি পাইছোঁ। কিন্তু ইয়ালৈ আহি কিয় নেজানো মই যে এই খন ঘৰৰ মানুহ নহয় পাহৰিয়ে গৈছোঁ—"

"আজিনো কেনেকৈ মনত পৰিল?"

ভাৰতীৰ কথাৰ উত্তৰ নিদি শৰতে ক'লে, "আপুনি স্কুলত খাটিব লাগে, ককাইদেউৰ কাৰণে খাটিব লাগে, এতিয়া আকৌ মোৰ কাৰণে খাটিবলগীয়া হৈছে। আপুনি নক'লেও মই দেখিছোঁ আপোনাৰ যথেষ্ট কষ্ট হৈছে।"

"তুমি ইয়াৰ পৰা গুচি গ'লেই মোৰ কষ্ট নোহোৱা হৈ যাব?"

"নোহোৱা নহয়, কিছু কমিব—"

"তুমি মোৰ দেহাৰ কষ্টৰ কথা কৈছা?"

শৰতে ভাৰতীৰ মুখলৈ চালে। ভাৰতীয়ে বন্ধ খিৰিকীখনৰ ফালে নিবিষ্টভাৱে চাই আছে।

"মানে নবৌ?"

"তোমালোকৰ কাৰণে দেহাৰ কষ্ট কৰি কিজানি মই মনৰ আনন্দ পাইছোঁ, সেইয়া তোমাৰ অসহ্য হৈছে নহয়?"

মানুহৰ অনুভূতি-জগতৰ সম্ভেদ লোৱাৰ অৱকাশ শৰতৰ জীৱনত অতি কমেই হৈছে। শৰতে ভাৰতীৰ মুখলৈ চালে—ভাৰতীয়ে কি কৈছে বা কি কব খুজিছে? আজি যেন ভাৰতীক তেওঁৰ অচিনাকি যেন লাগিছে।

ভাৰতী শৰতৰ ফালে ঘূৰিল আৰু ক'লে, "মোৰ মুখলৈ চালে একো বুজিব নোৱাৰিবা। আৰু মোৰ মনৰ মাজলৈ চাবলৈ কোনোৱে চেষ্টাও নকৰে। মই জীয়াই আছোঁ, বহুতে দেখিছে, কোনোৱে বুজা নাই।"

"ককাইদেৱেৰাৰ লগত যিদিনা মোৰ বিয়া হৈ গ'ল, সেই দিনা এই পৃথিৱীত মোতকৈ সুখী আৰু কোনো নাছিল। গৰ্ব-আনন্দত মই নাচি উঠিছিলোঁ। — ককাইদেৱেৰাৰ নিচিনা এজন কবিৰ সহধৰ্মিণী হোৱাৰ আনন্দত। মই আগতে জানিছিলোঁ যে আমি জীৱিকাৰ কাৰণে কঠিন সংগ্ৰাম কৰিব লাগিব। তাৰ্লেও মোৰ ভয় নাছিল। কিন্তু অধিক ভাৱপ্ৰৱণ হোৱা কাৰণে ককাইদেৱেৰা অলপ কথাতে হতাশ আৰু চঞ্চল হৈ উঠা হ'ল। তেওঁৰ কবিতা এটি ক'ৰবাত প্ৰকাশ হ'লে তেওঁ যিদৰে আনন্দত আত্মহাৰা হৈ উঠে, তেনেকৈ কোনো এটি কবিতা প্ৰকাশ নহ'লে তেওঁ ম্ৰিয়মাণ হৈ পৰে। মোৰ সান্ত্বনা দিবৰ উপায় নেথাকে।"

"সেইটো কম-বেছি সকলোৰে হয়— কিন্তু সেই কাৰণেই ককাইদেউৰ অসুখ হোৱা বুলি ভাবে নেকি আপুনি?"

"সেইটোৱেই একমাত্ৰ কাৰণ নিশ্চয় নহয়। কিন্তু ককাইদেৱেৰাৰ যি হৈছে মোৰ কাৰণেই হৈছে।"

এনে স্পষ্টভাৱে কোৱা কথাখিনি শুনি শৰতে ভাৰতীলৈ চালে, "নবৌ?"

"সকলো কথা মই তোমাক মুকলিকৈ বুজাই কব নোৱাৰিম শৰত। মাত্ৰ ইমানকৈ

কব পাৰোঁ যে মই আজিলৈকে যি কৰিছোঁ, ককাইদেৱেৰাক ভাল পাওঁ কাৰণেই কৰিছোঁ, আৰু মোৰ ভাল-পোৱাৰ বিনিময়ত মই দুখৰ বাহিৰে আৰু একোকে পোৱা নাই। ককাইদেৱেৰা থকা-নথকা একে কথা। তেওঁৰ কাৰণে, কিবা কৰোঁ নকৰোঁ একে কথা। তেওঁ জীৱন্মৃত। তুমি আহিলা—মোৰ কষ্ট কৰাৰ এটা অৰ্থ নহ'লেও মূল্য থকা যেন লাগিছিল। এতিয়া তুমিও ইয়াত থাকি টান পাইছা—"

"টান পোৱা নাই নবৌ—মই কোনো-কাহানিও ইমান সুখত থকা নাই। নিজ ঘৰত নিজৰ আপোন মানুহৰ মাজত থকা যে কি সুখ মই আগেয়ে নেজানিছিলোঁ। কিন্তু মোক আনন্দ আৰু সুখত ৰাখিবৰ কাৰণে আপুনি ইমান কষ্ট কিয় কৰিব খুজিছে মই বুজা নাই।"

"দেহাৰ কষ্ট নকৰিলে মোৰ মনৰ ভিতৰৰ কষ্ট আৰু বেছি হয়। বাৰু, ৰাতি বহুত হ'ল, তোমাৰ টোপনি ক্ষতি কৰিছোঁ। তুমি শোৱা—"

কৈ হঠাৎ ভাৰতী উঠিল।

"অকণমান বহকচোন নবৌ—"

"কিবা কবা?"

"এটা কথা আছে—"

ভাৰতী বহিল—

"কোৱা—"

অভাবনীয়ভাৱে শৰতৰ কাণ-মূৰ ৰঙা পৰি উঠিল। কি কবলগীয়া আছে শৰতে যেন বিচাৰি নোপোৱা হ'ল। তাৰ পিছত নিজকে সংযত কৰিবৰ চেষ্টা কৰি ক'লে, কোনোবা মানুহক ভাল নেপালে, মানুহে নিজৰ দেশখনক ভাল পাব নোৱাৰে নেকি বাৰু?"

ভাৰতীয়ে সৰুকৈ হাঁহিলে।

"আপুনি হাঁহিব পাৰে। কিন্তু আপুনি জানে মা সৰুতে ঢুকাইছিল, দেউতাক ভাল পাব নোৱৰাৰ কাৰণেই মই ঘৰখন ভাল পাব পৰা নাছিলোঁ। আৰু সেই কাৰণেই কিজানি আমাৰ দেশখনৰ প্ৰতিও মোৰ কোনো আকৰ্ষণ নোহোৱা হৈ গৈছিল। দেশ এৰি দেশান্তৰত, নানা অচিন-অজান মানুহৰ মাজত উদ্দেশ্যহীনভাৱে ঘূৰি ফুৰিছিলোঁ। কিন্তু ক'ৰো কোনো ঠায়ে বা কোনো মানুহে মোক বান্ধি ৰাখিব পৰা নাছিল। মই ওপঙি ফুৰিছিলোঁ— এনেয়ে।"

খুক্‌খুকাই হাঁহি ভাৰতীয়ে ক'লে, "মনটো অস্থিৰ হ'লে তুমি কি কৰিবা? পিছে এইবোৰ ককাইদেৱেৰাৰ নিচিনা কিবা কবিতা গাইছা নেকি?"

"কবিতা নহয় নবৌ। মই অনুভৱ কৰিছোঁ কিবা এটা কাৰণত যেন মোৰ এটা পৰিবৰ্তন আহিছে। মোৰ মনটো যেন কৰবাত বৈ যাব খুজিছে। মোক যেন এটা আশ্ৰয় লগা হৈছে—"

আনন্দ-মিহলি মাতেৰে ভাৰতীয়ে ক'লে, "সেই কাৰণেই ইয়াৰ পৰা গৈ কামালহঁতৰ ভাৰা-ঘৰত থাকিবলৈ ওলাইছা? চোৱা শৰত, মই মৰম কৰিবও নেজানো, আশ্রয় দিবও নেজানো। কিন্তু তুমি ইয়াত থকাত মোৰ ভাল লাগিছিল। মোৰ দুখৰ অংশীদাৰ মই বিচৰা নাই, কিন্তু কেতিয়াবা যদি ক'ৰবাত অকণমান আনন্দ লাভ কৰিব পাৰোঁ, তাৰ ভাগ আনকো দি সুখী হব পাৰিম বুলি ভাবিছিলোঁ। তোমাৰ আকৌ আমনি লাগিল।"

শৰত অভিভূত হৈ পৰিছিল। কিবা এটা কব খুজি কব নোৱাৰি মেজৰ ওপৰত থকা কিতাপ এটা হাতত তুলি লৈছিল, এনেতে দুৱাৰখন মেলি শোৱা কোঠাৰ পৰা জীৱন সোমাই আহিল।

ভাৰতী আৰু শৰত দুয়ো কিছু অপ্রস্তুত হৈ পৰিল। এনেদৰে মাজ-ৰাতি টোপনিৰ পৰা জীৱন উঠি আহিব বুলি তেওঁলোকে আশা কৰা নাছিল।

জীৱন অলপ পৰ থিয় দি ৰ'ল। তাৰ পিছত চকী এখনতে বহিল।

"ককাইদেউ—" শৰতে মাতিলে।

"টোপনি ভাগি গ'ল। দিনৰ পোহৰ চকুত লাগিল। ফুলিছে—কাইলৈ গুটি লাগিব। শৰত চন্দ্র—জীৱন চন্দ্র—তোমাৰ নাম কি? ভাৰতী চন্দ্র? আজি ফুলিছে—ফাগুন ফুলিছে। মোৰ টোপনি ভাগিল, তোমালোকৰ টোপনি নায়েই।"

ভাৰতীয়ে ক'লে, "তুমি উঠি আহিলা কেলেই?"

"ৰাতি পুৱাল, টোপনি ভাগিল, সাৰ পালোঁ।"

"ৰাতি নাই পুওৱা, আমি শুই থাকোঁগৈ ব'লা—"

"শুই থাকোঁতে থাকোঁতে গধূলি হৈ গ'ল। বেলি শুলে, ফুল শুলে, আলিবাট শুলে। মনটো নুশুলে।"

শৰতে ক'লে, "মই আ পোনাৰ কবিতাবোৰ প্রকাশ কৰিম ককাইদেউ—"

ভয়ে ভয়ে চোৱাদি জীৱনে শৰতৰ মুখলৈ আৰু ভাৰতীৰ মুখলৈ চালে।

তাৰ পিছত বহাৰ পৰা উঠি বিৰবিৰাই ক'লে, "জুই লগাই দিয়া। ইমান যে ধুনীয়া দেখি। ওঁঠ দুটাত জুই লাগিল। কথাবোৰ জুইৰ আঙনি হ'ল। ওঁঠবোৰ পুৰি গ'ল। কথাবোৰ..... আমি শোওঁগৈ ব'লা, ৰাতি পুৱাই গ'ল। ব'লা আমি শোওঁগৈ—শোওঁগৈ—"

কৈ কৈ জীৱন লাহে লাহে কোঠাটোৰ পৰা ওলাই গ'ল।

শৰতে বিষণ্ণভাৱে ভাৰতীৰ ফালে চালে।

"তুমি কেতিয়াকৈ যাবা?" ভাৰতীয়ে হঠাৎ সুধিলে।

শৰতে একো নক'লে।

এইটো কি জীৱন কটাইছে ভাৰতীয়ে? আজিয়ে নহয়, এইদৰে মাজে মাজে

জীৱন হঠাৎ মাজৰাতি শোৱাৰ পৰা উঠি আহে, কেতিয়াবা গোটেই ৰাতি নোশোৱে। আৰু লগে লগে ভাৰতীৰো টোপনি ভাগে, ভাৰতীয়েও শুবলৈ নেপায়। এইবোৰ কথা শৰতে জানে। কিন্তু কোনোদিনে ভাৰতীৰ আগত উলিওৱা নাই।

কিন্তু এইদৰে আৰু কিমান দিন ভাৰতী এনেকৈ চলিব? জীৱনৰেই পুনৰ সাধাৰণ অৱস্থালৈ ঘূৰি অহাৰ সম্ভাৱনা ক'ত? কিহৰ আশাত, কি লৈ ভাৰতী জীয়াই আছে আৰু জীয়াই থাকিব? ভাৰতী নিঃসন্তান, আনহাতে জীৱনক বাদ দি অন্য ক'ৰবালৈ গুচি যাবলৈও কোনো ঠাই ভাৰতীৰ নাই। এইদৰে জীয়াই নেথাকি উপায় নাই কাৰণেই জানো ভাৰতীয়ে বাচি থকাৰ সঙ্কল্প লৈছে।

বেছ কিছু সময়ৰ মূৰত ভাৰতীয়ে সুধিলে, "কি ভাবি আছা শৰত? নীৰৱে আছা যে?"

শৰতে ভাৰতীৰ মুখলৈ চালে, তাৰ পিছত ক'লে, "আপোনাৰ কথাকে ভাবিছোঁ।"

"মোৰ কথা আকৌ তুমি ভাবিছা কিয়? মোৰ কথা মই নিজেই নেভাবোঁ—মোৰ বৰ্তমানটো দেখিছাই। ভৱিষ্যতো একো নাই। ভাবি মৰিম কিয়?"

"কেতিয়াবা এনেকৈ জীয়াই থকাটো আপোনাৰ নিৰৰ্থক যেন নেলাগে নে নবৌ?"

"এনেকৈয়ে হওক বা যেনেকৈয়ে হওক—জীয়াই থকাটো মোৰ কাৰণে অৰ্থহীন। কিন্তু কি কৰিবা, অৰ্থহীনক অৰ্থময় কৰিবৰ কিবা উপায় আছে জানো?"

বিশেষ নেভাবি শৰতে ক'লে, আপুনি বৰ্তমানৰ জীৱনটোক অস্বীকাৰোতো কৰিব পাৰে—?"

এটা সৰু হুমুনিয়াহ কাঢ়ি ভাৰতীয়ে ক'লে, "ভাল পাই মই ককাইদেৰেৰাক বিয়া কৰাইছিলোঁ। সেই ভাল পোৱা অকণো কমা নাই, দিনে দিনে বাঢ়িছে। বাৰু তুমি শোৱা, তোমালৈ মৰম লাগ বুলিয়ে এনেকৈ তোমাৰ টোপনি ক্ষতি কৰাৰ কোনো অধিকাৰ মোৰ নাই—"

কথাখিনি কৈ ততাতৈয়াকৈ ভাৰতী কোঠাটোৰ পৰা ওলাই গ'ল।

চকীখনতে শৰত কিছুপৰ বহি থাকিল। যথেষ্ট ৰাতি হ'ল। আজি কিবা কাৰণত ৰাতিটো বৰ বিষণ্ণ আৰু গধুৰ যেন লাগিল শৰতৰ। নিজেই শৰতে নিজকে ক'লে, 'ভাৰতীৰ কথা মই ভাবিব লাগে কিয়? তেওঁ মোৰ কি হয়? তেওঁৰ লগততো মোৰ কোনো সম্পৰ্ক নাই। জীৱনৰ লগতো সম্পৰ্ক নাই। আছে এটা চেণ্টিমেণ্টেল আকৰ্ষণ। এই আকৰ্ষণৰো আজি কোনো অৰ্থ নাই। জীৱন দাস আজি এটা মৰাসুঁতি। এজন কবিৰ মৃত্যু হ'ল, আৰু তাৰ ঠাইত এটা বলিয়াৰ জন্ম হ'ল। যি কাৰণতেই নহওক, ইয়াৰ পৰা মই যিমান সোনকালে যাওঁ সিমানে সকলোৰে মঙ্গল হ'ব।

।। ৬।।

অৰবিন্দই কনক আৰু লোহিতৰ লগত পৰামৰ্শ কৰিছিল, অসম আৰু অসমীয়াক ৰক্ষা কৰাৰ উপায়। তেওঁলোকৰ কিয় জানো এটা ভাব হৈছিল যেন অসম আৰু অসমীয়াক ৰক্ষা কৰাৰ সকলো দায়িত্ব তেওঁলোকৰ। কিন্তু নানা আলোচনা কৰিও সিদ্ধান্তত উপনীত হ'ব পৰা নাছিল, কি কৰিলে অসমৰ ভৱিষ্যৎ ৰক্ষা পৰিব।

"অসমীয়াই ৰাজনৈতিক শক্তি নিজৰ হাতলৈ সম্পূৰ্ণকৈ অনাৰ বাহিৰে অসমক ৰক্ষা কৰাৰ অন্য কোনো উপায় নাই।"— কনকে কৈছিল।

"কিন্তু অসমৰ গোটেই অৰ্থনৈতিক শক্তিখিনি অনা-অসমীয়াৰ হাতত থাকিলে ৰাজনৈতিক শক্তি অসমীয়াই কিদৰে কৰায়ত্ত কৰিব? অৰবিন্দই উত্তৰ দিছিল।

লোহিতে ক'লে, "আমাৰ দেশ স্বাধীন হোৱাৰ কুৰি বছৰৰ পিছত গোটেই ভাৰতবৰ্ষখনৰ কথা চিন্তা কৰিবলৈ এৰি আমি সকলোৱেই নিজ নিজ জাতি আৰু নিজ নিজ ৰাজ্যৰ কথা চিন্তা কৰিবলৈ ধৰিছোঁ। এনে পৰিস্থিতি কিয় হ'বলৈ পালে? ভাৰতৰ সকলো ৰাজ্য, উপৰাজ্য আৰু সকলো মানুহক একতাবদ্ধ কৰি ৰখাৰ সকলো দায়িত্ব কেন্দ্ৰীয় চৰকাৰৰ। এই দায়িত্ব পালনত কেন্দ্ৰীয় চৰকাৰ শোচনীয়ভাৱে ব্যৰ্থ হৈছে। নহ'লে আমাৰ ভাৰতৰ কথা ভাবিলেই হ'লহেঁতেন, অসমৰ কথা নেভাবিলেও ক্ষতি নহ'লহেঁতেন। কিন্তু এতিয়া আমাৰ ভাৰতৰ কথা ভাবিবৰ আজৰি নোহোৱা হৈছে, আমি অসমৰ কথা ভাবিব লগা হৈছে। ভাৰতৰ ইতিহাসত এইটো এটা দুৰ্ভাগ্যজনক অধ্যায়।"

কনকে ক'লে, "অকল আমিয়েতো আমাৰ নিজৰ ৰাজ্য আৰু মানুহৰ কথা ভবা নাই, অন্য ৰাজ্যৰ মানুহেও আমাৰ নিচিনাকৈয়ে ভাবিছে। কিয় জানা? আমাৰ দেশত, বৰ্তমান চৰকাৰৰ ভিতৰত বা বাহিৰত সৰ্ব-ভাৰতীয় status-ৰ নেতা এজনো নাই। মন্ত্ৰী হোৱাও এক কথা, নেতা হোৱাও এক কথা। যেই কোনো মানুহ মন্ত্ৰী হ'ব পাৰে, নেতা হ'বলৈ বহুত সাধনা, বহুত ত্যাগ, বহুত দূৰদৃষ্টিৰ প্ৰয়োজন। আমাৰ বৰ্তমান কেন্দ্ৰীয় মন্ত্ৰীসকলৰ ভিতৰত এনেবোৰ গুণ থকা নেতা নাই বুলিলেও হয়।"

লোহিতে ক'লে "দেশত ৰাজ্য আৰু কেন্দ্ৰৰ সংহতি গঢ়ি তোলাটো একপক্ষীয় কথা হ'ব নোৱাৰে। কেন্দ্ৰই যদি ৰাজ্যৰ সকলো সমস্যা আন্তৰিক সমবেদনাৰে নিজৰ বুলি লয়, আৰু ৰাজ্যবোৰেও কেন্দ্ৰীয় চৰকাৰৰ সকলো সমস্যাক নিজস্ব বুলি এক সক্ৰিয় সহযোগ আগবঢ়ায়, তেতিয়া হ'লে আজি যিবোৰ ভাঙনে মূৰ দাঙি উঠিছে সেইবোৰ লোপ পাব। আমি কেন্দ্ৰৰ অনুগ্ৰহ নিবিচাৰোঁ, সহযোগ বিচাৰোঁ, দেশৰ আৰ্থিক স্বচ্ছলতাৰ অজুহাতত কেন্দ্ৰীয় চৰকাৰে যদি অসমৰ পৰা কোটি কোটি টকা টেক্স, ৰাজহ নি থাকে, আৰু অসমে সদায় কেন্দ্ৰৰ পৰা দান-অনুদান ঋণ ভিক্ষা কৰিব

লগা হয়, তেন্তে তাক এক প্ৰকাৰৰ শোষণ বোলাৰ বাহিৰে উপায় নাই। ভাৰতৰ এক অংশ অসমলৈ অনা-অসমীয়া বা অভাৰতীয়ও আহক, আমি আপত্তি কৰা নাই, নকৰোঁ, কিন্তু তেওঁলোক আহি যদি অসমখনক এক শোষণৰ উপনিবেশ কৰি তোলাৰ ষড়যন্ত্ৰ কৰে, আমি সহ্য নকৰোঁ। আমি বাধা দিম, আমি যুঁজিম। সকলোৰে উদাৰতাৰ এটা সীমা আছে।

"নগ্ন ধনতান্ত্ৰিক লিপ্সাই শোষণৰ পথ লয়। ভাৰতত নতুন নতুন ধনিক গোষ্ঠীৰ উদ্ভৱ হৈছে। সিহঁতে দেশৰ সমগ্ৰ উদ্যোগ, সমগ্ৰ ৰাজশক্তি নিজৰ হাতলৈ অনাৰ বিৰাট ষড়যন্ত্ৰ কৰিছে। সমাজবাদী ভাৰতৰ ভিতৰতে বিৰাট ব্যৱধান লৈ দুটা শ্ৰেণী স্পষ্টভাৱে ওলাই আহিছে। এটা শ্ৰেণী শোষিত, দৰিদ্ৰ, ঘৰ-বাৰী নোহোৱা, খাবলৈ পিন্ধিবলৈ নোহোৱা, চাকৰি-জীবিকা নোহোৱা সৰ্বস্বান্ত গৰীৱ শ্ৰেণী আৰু আনটো লাখপতি, কোটিপতি শ্ৰেণী। আজি ভাৰতৰ ঐক্য-সংহতি যদি কিহবাই ধ্বংস কৰিবলৈ লৈছে তেন্তে সি ধৰ্ম, ভাষা বা আঞ্চলিকতা নহয়, এই ধনী শোষক শ্ৰেণীৰ শোষণৰ সৰ্বগ্ৰাসী ক্ষুধা। অসমত আজি অসমীয়া-বঙালী, অসমীয়া-বিহাৰী সমস্যা নাই, সমস্যা হৈছে অসমবাসী দুখীয়া মানুহ, আৰু সদৌ ভাৰত তথা ভাৰতৰ বাহিৰৰো ধনী মানুহৰ মাজত বিৰোধ আৰু সংঘৰ্ষ। যিমানে সৰ্বসাধাৰণ মানুহৰ সমাজবাদী আদৰ্শ জাগ্ৰত হৈ উঠিব, সিমানে এই ধনী শ্ৰেণীৰ লগত বিৰোধ আৰু সংঘৰ্ষও অধিক সক্ৰিয় আৰু ব্যাপক হৈ উঠিব। সেইটো অৱশ্যম্ভাৱী।"

এইবোৰ কোনো নতুন আলেচনা নাছিল। আজি অসমৰ অন্যান্য শিক্ষিত আৰু বুদ্ধিজীৱী মানুহ দুজন লগ হ'লেই যিবোৰ কথাৰ আলোচনা ওলায়, সেই একে ধৰণৰ আলোচনা। বজাৰ আৰু ৰাজনীতিৰ সম্পৰ্কে ভালকৈ নুবুজাৰ কাৰণে সাধাৰণ মানুহে যিদৰে বস্তুৰ দিনক দিন বাঢ়ি যোৱা মূল্যৰ কোনো কাৰণ নিৰ্ণয় কৰিব নোৱাৰে, সেইদৰে, অসমত অসমীয়াৰ অৱস্থা দিনক দিনে চৰম অৱনতিৰ ফালে আগবঢ়াৰ কাৰণো বহুতৰে কাৰণে দুৰ্বোধ্য। হিন্দী স্কুলৰ কাৰণে অসমৰ বুকুত বছৰে বছৰে লাখ লাখ টকাৰ স্কুলঘৰ কেনেকৈ সজা হৈছে, আৰু অসমীয়া বুনিয়াদী স্কুল, হাইস্কুল, কলেজ কি দৰে ভগা-ছিগা, জৰাজীৰ্ণ ঘৰত আধামৰা আধাজীয়াকৈ কোনোমতে চলি আছে, এইবোৰৰ কাৰণো বহুতৰে কাৰণে দুৰ্বোধ্য। আজি কিয় চৰকাৰৰ অৰ্থ সাহায্যৰ পৰা বিমুখ হৈ, স্কুল-কলেজ, বিশ্ববিদ্যালয় পাতিবৰ কাৰণে ব্যৱসায়ী শ্ৰেণীৰ ওচৰত হাত পাতিব লগা হৈছে, ইয়াৰ কাৰণো বহুতে বুজি নেপায়। ইয়াৰ দ্বাৰা যে চৰকাৰেই পৰোক্ষে দেশৰ শিক্ষা-সংস্কৃতি সকলো ব্যৱসায়ী শ্ৰেণীৰ ওচৰত সমৰ্পণ কৰিছে সেই কথা বহুতে বুজিবৰ চেষ্টা কৰা নাই।

কনকহঁতে এইবোৰ কথাকে ফঁহিয়াই আলোচনা কৰিবৰ চেষ্টা মাজে মাজে কৰে। আজিও কৰিছিল।

কামাল আৰু মলয়ায়ো কিছুপৰৰ পিছত আহি যোগ দিলেহি। কামালৰ পঢ়া-শুনা বেছি নাই, মেট্ৰিকলৈকে পঢ়িছিল। বজাৰৰ মাজত বাবাকৰ এখন দোকান আছে। ককায়েকে আলি-মহৰী কৰে। কামাল মাজে মাজে দোকানত থাকে। থিয়েটাৰ ভেৰাইটি শ্ব' হ'লে দেহে-কেহে লাগি দিয়ে। ৰাজহুৱা সভা হ'লে মাইক পাব্লিচিটি দিয়ে। বহা চকী-মেজ ঠিক ৰি দিয়ে আৰু চৰকাৰ আৰু কংগ্ৰেছৰ বিপক্ষে কিবা কোৱাকে পলিটিক্স কৰা বুলি ভাবে। কবি, শিল্পী আদিৰ প্ৰতি কামালৰ এটা স্বাভাৱিক দুৰ্বলতা আছে, আৰু এনে মানুহৰ প্ৰতিটো কথা বৰ মূল্যবান বুলি ধৰে।

কামাল বৰ খোলা মনৰ ডেকা। এইবাবেই মলয়া আৰু লোহিতইঁতে কামালক ভাল পায়। তদুপৰি কামালৰ আৰু এটা বিশেষত্ব আছে। কামালৰ পৰিচিত আৰু বন্ধুৰ সীমা-সংখ্যা নাই। তাক যিদৰে নগৰখনৰ প্ৰায় সকলোৱে চিনি পায়, তেনেকৈ সিও ডাঙৰ-সৰু নিৰ্বিশেষে নগৰৰ প্ৰায়বোৰ মানুহকে চিনি পায়। আৰু সৰহ ভাগৰে সি কিবা নহয় কিবা এটা সহায় কৰি থোৱাৰ কাৰণে তাৰ বন্ধুৰ অভাৱ নাই।

কামালে আজি এটা বিশেষ শুভ-সংবাদ লৈ আহিছে।

জীৱন দাসৰ কবিতাৰ কিতাপ প্ৰকাশ কৰিবৰ কাৰণে এজন প্ৰকাশক যোগাৰ কৰি আহিছে।

মানুহজন এজন উৰিয়া ডেকা। চিনেমা হলৰ আগৰ ফুটপাথত চিনেমাৰ আৰ্টিষ্টৰ ছবি, কেলেণ্ডাৰ, আৰু চিনেমাৰ গানৰ কিতাপ বিক্ৰী কৰে। নাম দুখীৰাম পাটনায়ক। কামালৰ বন্ধু। ফিল্মষ্টাৰৰ ছবি বেচি বেচি তাৰ মনতে এটা ধাৰণা হৈছে যে সিও এটা বিখ্যাত ষ্টাৰ।

কামালৰ লগত মিলে।

কামালে যেতিয়া প্ৰকাশকজনৰ নাম-ধাম ক'লে আৰু ক'লে যে তাৰ হাতত বাৰ শ পঞ্চাশ টকা জমা আছে আৰু সি জীৱন দাসৰ কবিতাৰ কিতাপটো প্ৰকাশ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছে, লোহিতইঁতে আনন্দ পাব নে বেজাৰ পাব বুজিব নোৱাৰিলে। বাৰ শ নেলাগে বাৰ হেজাৰ টকা জমা থকা অসমীয়া মানুহ চহৰখনত বুৰি-বুৰিয়ে আছে। আৰু বাৰ লাখ থকা অসমীয়া মানুহৰ সংখ্যাও কম নহয়। এতিয়া কবি জীৱন দাসৰ কবিতাৰ পুথি প্ৰকাশ কৰিব —দুখীৰাম পাটনায়কে।

কামালে ক'লে, "সি ফিল্মষ্টাৰৰ ছবি ছাপা কৰাম বুলি টকা জমা কৰিছিল। পিছে কেনেকৈ কৰাব লাগে সি নেজানে। সেই দেখি মই ক'লতে সি মান্তি হৈছে—"

কনকে ক'লে, "কথাটো শৰতৰ লগত আলোচনা কৰাহে ভাল হব। কবিতা-চবিতা মই বৰ বুজি নেপাওঁ।

"শৰতক আজি ইয়ালৈকে মাতি আহিছোঁ। আহি ওলাবহি কিজানি।"

"তহঁতৰ ভাৰা-ঘৰ লোৱাটো কি কৰিলে পিছে?" অৰবিন্দই সুধিলে।

"বৰ আশা নাই। ল'লেও পিছেকৈহে লব কিজানি। এতিয়া হেনো ভাৰতীহঁতে এৰি নপঠিয়ায়।"

"ভাৰতী কোন?"

"জীৱন দাসৰ ৱাইফ—"

মলয়াই লোহিতৰ আৰু লোহিতে কনকৰ চকুলৈ চালে।

"ভাৰতীহঁত শৰতৰ কিবা হয় নেকি?" অৰবিন্দই সুধিলে।

"নহয় কিজানি। মই কব নোৱাৰোঁ।" কামালে ক'লে। "কিন্তু শৰত তেওঁলোকৰ ঘৰত বৰ মিলেৰে আছে।"

"জীৱন দাসৰ কবিতা — কি— পাটনায়কৰ হতুৱাই প্ৰকাশ কৰালে বৰ লাজৰ কথা হব আমাৰ কাৰণে—" লোহিতে ক'লে।

"কিন্তু আৰু কোনো নোলাল।"

"এই কাৰণেইতো অসমীয়া জাতিটো মৰিবলৈ ওলাইছে—" লোহিতে ক'লে।

এনেতে শৰত আহি সোমালহি।

শৰতক দেখি আটাইকেজনে আনন্দ পালে।

"আপোনাক আজিকালি লগ পোৱাই টান হ'ল—" মলয়াই ক'লে।

বহি শৰতে ক'লে, "আহিব পৰা নাছিলোঁ। এই কেইদিনমান কিছু অশান্তিৰ মাজেদিহে দিনবোৰ কটাবলগীয়া হৈছে—"

"কাৰ কি হৈছে?" অৰবিন্দই সুধিলে। বাকীকিজনেও শৰতৰ মুখলৈ চালে।

কিছু অসহায়ভাৱে শৰতে ক'লে, "কিয় কব নোৱাৰো, এইকেইদিন জীৱন ককাইদেউৰ অসুখ বেছি হৈছে।"

"বেছি হৈছে?"

"এৰা, তেওঁ ঘৰৰ পৰা ওলাই ওলাই যায় বৰ উগ্ৰভাৱে গালি-শপনি পাৰি চিএৰি চিএৰি বক্তৃতা দিয়ে। আনকি বস্তু-বাহানিও দলিয়াই ভাঙে। আগে এনেয়ে মাত-বোল নকৰাকৈ বহিহে থাকিছিল, এনে ধৰণৰ পাগলামি কৰা নাছিল বুলি ভাৰতী নবৌৱে কৈছে—"

"তেনেহঁলেতো অসুবিধাই হৈছে—"

"অসুবিধা যথেষ্ট হৈছে। কোনোবা এজন নহয় কোনোবা এজন সদায় তেওঁৰ ওচৰত থাকিব লগা হৈছে। নবৌ স্কুললৈ যায়, গতিকে ময়ে তেওঁক ৰাখিবলগীয়া হৈছে—" শৰতে ক'লে।

"সেই কাৰণেই আপুনি কামালহঁতৰ ভাৰা-ঘৰলৈ আহিব পৰা নাই?"

শৰতে ক'লে, "ভাৰা-ঘৰলৈ আৰু অহা নহবই কিজানি—"

"কিয় ?" মলয়াই সুধিলে।

"জানেইতো মোৰ অভ্যাস। একে ঠাইতে সৰহ দিন থাকিব নোৱাৰোঁ। এইবাৰ কিন্তু থাকিম বুলিয়ে আহিছিলোঁ।"

"আমিওতো তেনেকৈয়ে ভাবিছিলোঁ।" কামালে ক'লে।

"বৰ্তমানৰ অসমখনত থাকি মোৰ নিজকে ইমান বেছি প্ৰবাসী যেন লাগিছে যে অন্য দেশত থাকিও মোৰ সিমান লগা নাছিল। ইয়াত মোৰ উশাহ বন্ধ হোৱা যেন লাগিছে।" শৰতে আক্ষেপেৰে ক'লে।

"সেইটো আমিও উপলব্ধি কৰিছোঁ। কিন্তু আঁতৰি গ'লেই জানো কিবা পৰিৱৰ্তন হ'ব ? অসমৰ সমস্যা মানে আমাৰ অসমীয়াৰ সমস্যা। ইয়াৰ সমাধানৰ উপায়ো আমিয়ে উদ্ভাৱন কৰিব লাগিব। লোহিতে ক'লে।

কনকে ক'লে, "বুৰঞ্জীয়ে আমাৰ ওপৰত প্ৰতিশোধ লৈছে। তুমি মই বুৰঞ্জীৰ গতি কেনেকৈ ৰোধ কৰিম ? চিৰকাল স্বাধীন আছিলোঁ বুলি ভাবি থকাৰ অহঙ্কাৰ আৰু সুখী, শান্ত জীৱনৰ অধিকাৰী বুলি থকা অলসতাৰ ওপৰত এইযা কালে আঘাত হানিছে।"

"আটাইতকৈ দুৰ্ভাগ্যৰ কথা যে আমাৰ যিসকলে দেশৰ কথা চিন্তা কৰিব লাগে, তেওঁলোকে দেশৰ চিন্তা এৰি নিজৰ চিন্তা কৰিছে। আৰু যি নিজৰ কথা ভাবিবলৈ এৰি দেশৰ কথা চিন্তা কৰিবলৈ লৈছে তেওঁলোক অসহায়, অকলশৰীয়া—" লোহিত ক'লে।

"অসহায় হ'ব পাৰে, অকলশৰীয়া নহয়—" মলয়াই ক'লে, "সকলোৱে নহ'লেও অসমৰ এচাম শিক্ষিত ল'ৰা-ছোৱালীয়ে অসমখনৰ বৰ্তমান আৰু ভৱিষ্যতৰ বিষয়ে উদ্বিগ্নভাৱেই চিন্তা কৰিছে।"

শৰতে ক'লে, "কিন্তু কিমানে কৰিছে? স্কুল-কলেজ-বিশ্ববিদ্যালয়ৰ সৰহভাগ ল'ৰা-ছোৱালীয়ে কথাছবিৰ নায়ক-নায়িকা আৰু হিপি আৰু বিটলচ্ আৰু নতুন সাজ-পোছাকৰ চিন্তাতে আপোনপাহৰা হৈ আছে। চাউলৰ দোকানত যিমান মানুহে 'কিউ' কৰিছে তাতকৈ দহগুণ বেছি ল'ৰা-ছোৱালীয়ে কিউ কৰিছে চিনেমাহলৰ কাউণ্টাৰত।"

কামালে ক'লে, "মই কিন্তু নিজৰ কথা একো নেভাবোঁ। আমাৰ অসমখনৰ কথাকে ভাবোঁ। পিছে সকলো কথা মই বুজিব নোৱাৰোঁ। অ' শৰত, তোমাক কবলৈ পাহৰিয়ে গৈছোঁ—মই এজন পাইছো—"

"কি"?

"প্ৰকাশক। তেওঁ জীৱন ককাইদেউৰ কিতাপখন প্ৰকাশ কৰিম বুলিছে।"

কথাষাৰ শুনি শৰতৰ মুখখন সামান্য উজ্জ্বল হৈ উঠিল, বাকীকেইজনৰ নুঠিল। তেওঁলোক একেই নির্বিকাৰ হৈ থাকিল আৰু কামালৰ কথাত শৰতৰ কেনে প্রতিক্রিয়া হয় বুজিবৰ কাৰণে শৰতৰ মুখলৈ চালে।

শৰতে সুধিলে, "কি নাম ফার্মখনৰ?"

অলপ অপ্রস্তুত হৈ কামালে ক'লে, "ফার্ম নহয়। মানুহজনৰ নাম দুখীৰাম পাটনায়ক।"

"এয়াৰ-ফ'র্চৰ অফিচাৰ?"

"নহয়। তেওঁ ট্রান্সফাৰ হ'ল। এওঁ বিজনেচ কৰে।"

"কি বিজনেচ?"

"ফিল্ম-ষ্টাৰৰ ফটো আৰু কেলেণ্ডাৰ বেচে। বিজয়া চিনেমাহলৰ ওচৰতে দোকানখন। ফুটপাথতো ছবি ওলমাই থয়।"

শৰতে আকৌ সুধিলে, "কি নাম মানুহজনৰ?"

"দুখীৰাম পাটনায়ক। উৰিয়া মানুহ।"

শৰতে ক'লে, আপোনালোকৰ লগত এটা কথা পৰামর্শ কৰিবলগীয়া আছে—"

"কওকচোন—" আগ্রহেৰে অৰবিন্দইঁতে ক'লে।

"দেউতাৰ পৰা এখন চিঠি পাইছোঁ। দেউতাৰ নিজৰ হাতৰ আখৰ নহয়, কাৰোবাৰ হতুৱাই লিখাইছে।"

"কি লিখিছে?"

"দেউতাৰ স্বাস্থ্য বেয়া হৈ আহিছে—তেওঁৰ স্থাবৰ-অস্থাবৰ সকলো সম্পত্তি আগতেই উইল কৰি ভাগ কৰি থৈছিল। সেইমতে চমজি লবলৈ মাতিছে।"

"আপুনি কেতিয়াকৈ যাব?" মলয়াই সুধিলে।

"মই যাম নে নেযাম তাকেই ভাবি ঠিক কৰিব পৰা নাই?"

"কিয়?"

শৰতে ক'লে, "আপোনালোকে হয়তো নেজানে, দেউতাই দৰমহাৰ উপৰিও অন্য নানা অসৎ উপায়ে ধন-সম্পত্তি অর্জন কৰিছিল বুলি মোৰ এটা সন্দেহ হৈছিল। আৰু তেনে কৰাৰ পৰা দেউতাক কোনোমতে বাধা দিব বা বিৰত ৰাখিব পৰাৰ আশা নাই বুলিয়ে এদিন মই ঘৰ এৰি গুচি গৈছিলোঁ। এইবাবেই মই ভালেমান বছৰ দূৰে দূৰে বিভিন্ন দেশত ঘূৰি ফুৰিলোঁ।— অজ্ঞাতবাস কৰিলোঁ।"

"তেনেকৈ ঘূৰি ফুৰিবলৈ টকা ক'ৰ পৰা পাইছিলা।" কামালে সুধিলে।

শৰতে ক'লে, "ঘৰত সোমাই থাকিলেহে টকা লাগে। চলিব জানিলে বিদেশত অলপ টকাৰেও চলিব পাৰি। মই এজন জাৰ্ণালিষ্ট হিচাপে একো অসুবিধা নোপোৱাকৈয়ে চলি গ'লোঁ।"

"এতিয়া পিছে কি সমস্যা হৈছে?"

"উইলৰ যোগে দেউতাই মোৰ কাৰণে ৰখা টকা লম নে নলম ঠিক কৰিব পৰা নাই।"

লোহিতে ক'লে, "নলবা কিয়?" পৈত্ৰিক সম্পত্তিত তোমাৰো এটা অধিকাৰ আছে"

"কিন্তু সম্পত্তিৰে মই কি কৰিম?" শৰতে ক'লে।

হঠাৎ আটাইকেজন চুপ হৈ গ'ল। এইটো অৱশ্যে এটা সুধিবলগীয়া প্ৰশ্ন। সম্পত্তিৰে শৰতৰ নিচিনা এজন মানুহে কি কৰিব?

অৰবিন্দই সুধিলে, "আপোনাৰ ভাগত পৰা সম্পত্তিৰ মূল্য কিমান হ'ব আপুনি জানে নেকি?"

আটাইকেজনে শৰতৰ মুখলৈ চালে। শৰতে ক'লে, "মাটি-বাৰী কিমান নেজানো। দেউতাই বেলেগ ঠাইত মাটি কিনিছিল। নগদ টকাৰ কথাও নেজানো। কিন্তু ঘূৰি অহাৰ পিছত কোনোবা কোনোবাই কোৱা শুনিছিলোঁ যে দেউতাই প্ৰায় এক লাখতকৈও সৰহ টকা জমা কৰিছিল। পুলিচৰ চাকৰিত সোমাই দেউতাই এটা কথাকে ধৰ্ম কৰি লৈছিল যে যি কোনো উপায়ে মানুহক মাৰধৰ কৰি, অত্যাচাৰ কৰি হলেও টকা কৰিব লাগে। অৱশ্যে যিমান টকা কৰিছিল, তাৰ কিমান এতিয়া আছে মই খবৰ ৰখা নাই, নেজানোও। বেছি হয়তো নাই। কাৰণ দেউতাই বৰ বেছি মদ খাইছিল।"

কথাবোৰ শৰতে ইমান নিৰ্বিকাৰভাৱে কৈছিল যে তেওঁ একো অনুভৱ নকৰিলেও, বাকীকেজনে যেন তেওঁৰ মুখৰ পৰা নিজ দেউতাকৰ এই কথাবোৰ শুনি লাজ পাইছিল।

কামালে ক'লে, "এটা কাম নকৰা কিয় শৰত?"

"কি"?

"দেউতাৰাৰ সম্পত্তি, টকা-পইচা তুমি যি পোৱা লৈ লোৱা, আৰু তোমাক যদি নেলাগে, আমাক দি দিয়া। আমিতো অৰ্গেনাইজেচন আৰম্ভ কৰিছোঁৱেই। টকা নাই কাৰণেহে বৰ আগবাঢ়িব পৰা নাই। আৰু অন্য মাৰোৱাৰী মহাজনৰ পৰাও গোটোৱা নাই। লৈ লোৱা জানিছা—"

লোহিতে ক'লে, "দেউতাৰে বেয়া উপায়েৰে টকা কৰিছিল। তুমি এটা ভাল কামত লগোৱা—একো বেয়া কথা নহ'ব—"

মলয়াই এইবাৰ মাত লগালে, —"তাৰে কিছু টকাৰেই দেখোন জীৱন দাসৰ কবিতাৰ কিতাপখন প্ৰকাশ কৰিব পাৰে।"

শৰত মনে মনে থাকিল। মলয়াৰ কথাটো একেবাৰে বিবেচনা নকৰিবলগীয়া নহয়। বিনয় ফুকনৰ টকা লৈ শৰতে জীৱন দাসৰ কবিতাৰ কিতাপ প্ৰকাশ কৰিব পাৰে, অৰবিন্দহঁতক কিছু টকা দি তেওঁলোকে যি সংগঠন বা আন্দোলন কৰিব খুজিছে তাত সহায় কৰিব পাৰে। আৰু ভাৰতীৰ ঘৰত থাকি তেওঁলোকৰ বোজা হৈ থকাতকৈ নিজে ক'ৰবাত ঘৰ এটা কৰি বা ভাৰা লৈ থাকিব পাৰিব। টকা হ'লে বহুত কিছু কৰিব পাৰি।

অৰবিন্দই ক'লে, "গোটেই কথাটো আপোনাৰ ব্যক্তিগত কথা। তথাপি আমি আপোনাক আমাৰ নিচিনাই এজন অসম আৰু অসমীয়াৰ কাৰণে চিন্তা কৰোতা বুলি ভাবোঁ কাৰণেহে এইবোৰ কথা আপোনাক কৈছোঁ। আমাৰ কথা হৈছে অসম আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰাই অসমৰ আজি একমাত্ৰ সমস্যা, একমাত্ৰ ৰাজনীতি, একমাত্ৰ সংগ্ৰাম। কাৰণ অসমীয়া জাতিটো আজি নিশ্চিহ্ন হৈ যোৱাৰ পথত। অসমীয়াই নিজে বাচি থকাৰ শক্তিশালী সংগ্ৰাম নকৰিলে আমি ইতিহাসৰ পাতৰ পৰা চিৰদিনৰ কাৰণে হেৰাই যাম।"

শৰতে ক'লে, "আমাৰ ক'ৰবাত মূলতে ভুল হৈছে। জাতীয়তাৰ অৰ্থ নুবুজাকৈয়ে আমি ভাৰতীয় জাতীয়তাৰ কথা কৈছোঁ। ৰুচ দেশত তেনেই কম সংখ্যক মানুহ থকা সৰু সৰু একোটা অঞ্চলত থকা একোটা অখ্যাত উপজাতিও জাতীয় অস্তিত্বৰ সম্পূৰ্ণ নিৰাপত্তা লৈ বিৰাট ইউ. এচ. এচ. আৰ-ৰ অন্যান্য জাতি-উপজাতিৰ সমানে আগবাঢ়িছে। অথচ আমাৰ একেখন ভাৰতৰ ভিতৰতে ভাষা লৈ, প্ৰাদেশিক সীমা লৈ, ধৰ্ম লৈ ইমান বিবাদ, বিৰোধ, সংঘৰ্ষ আৰু হত্যাকাণ্ড চলিছে, যে কুৰি শতিকাৰ সভ্য মানুহ বুলি পৰিচয় দিয়াৰ অধিকাৰ আজি ভাৰতে হেৰুৱাই পেলাইছে। নিগ্ৰো বিদ্বেষ বা বৰ্ণ-বৈষম্য আজিও চলি থকাৰ কাৰণে আমেৰিকাক পৃথিৱীয়ে গৰিহণা দিছে, আমিও দিওঁ। কিন্তু আমাৰ ভাৰতবৰ্ষত ইমান প্ৰাচীন, ইমান প্ৰতিক্ৰিয়াশীল বিবাদ-বিৰোধ চলি আছে আৰু দিনে দিনে বৃদ্ধি পাইছে যে এইদৰে চলি থাকিলে অতি অলপ দিনৰ ভিতৰতে ভাৰতখন থান-বান্ হৈ যাবলৈ বাধ্য।"

শৰতৰ মাতটো দুখ আৰু অভিযোগ-ভাৰাক্ৰান্ত আছিল। লোহিতহঁতে বুজিছিল যে এইয়া সস্তীয়া চেন্টিমেন্ট নহয়। এইয়া কৰুণ উপলব্ধি। এজোপা-এজোপাকৈ গছ কাটি গৈ থাকিলে, অৰণ্যৰ অস্তিত্ব লোপ পায়।

মলয়াই ক'লে, "আপোনাৰ অভিজ্ঞতা আমাতকৈ বহুত বেছি। অৱস্থাটো আজি সচেতন প্ৰত্যেকজন অসমীয়াই উপলব্ধি কৰিছে, কিন্তু কি পথ বা কি পন্থা লব তাকহে ভাবি উলিয়াব পৰা নাই।"

অৰবিন্দই ক'লে, "ভাবি উলিয়াব নোৱৰা নহয়। ভবাই নাই। ভাবিলে পথ নোলাই নেথাকে।"

কামালে ক'লে, "শৰতে যদি নিজৰ টকাকে পায় তেন্তে দুখীৰাম পাটনায়কৰ টকা নিবিচাৰিলেও হব কিজানি—?"

শৰতে ক'লে, "চোৱা কামাল, এজন অসমীয়া কবিৰ অস্তিত্ব আৰু মৰ্যাদা যদি এজন ফিল্মষ্টাৰৰ ছবি বেচা উৰিয়া দোকানীৰ ওচৰত সমৰ্পণ কৰিবলগীয়া হয়, তাতকৈ লজ্জাৰ কথা আৰু কিবা আছেনে? অথচ অৱস্থাই আজি আমাক তালৈকে টানি নিছে। ইয়াৰ বাবে দুখীৰাম পাটনায়ক বা কোটিৰাম আগৰৱালা কাৰো দোষ নাই। দোষ আমাৰ—"

আৰু ভালেমান পৰ তেওঁলোকে বহি নানা কথা পাতিলে। শৰতে উপলব্ধি কৰিলে যে তেওঁৰ ওপৰত সঁচাকৈয়ে আটাইকেজনৰে আশা আৰু আস্থা আছে, তেওঁলোকে শৰতক এজন অসমীয়া হিচাপেই পাবলৈ বিচাৰিছে। এদল নিস্বাৰ্থ আৰু দেশপ্ৰাণ অসমীয়া ডেকা-গাভৰুৱেই আজি ব্যক্তিগত স্বাৰ্থ ৰাজনৈতিক বিবেচনাৰ উৰ্ধলৈ গৈ অসমৰ উদ্ধাৰ আৰু ৰক্ষাৰ কাৰণে কিবা এটা কৰিবলৈ দৃঢ়ভাৱে মনোনিবেশ কৰিছে। এইয়া আত্মচেতনা, এইয়া আত্মপ্ৰতিষ্ঠাৰ পৱিত্ৰ সংকল্প। কিন্তু পথ ক'ত? কোনে দেখুৱাই দিব পথ?

॥ ৭॥

ভাৰতীয়ে ক'লে, "মই তোমাক এটা কথা কওঁ শৰত। কথাটো শুনিলে তুমি মনতে আঘাত পাবা, আৰু হয়তো অপমানো বোধ কৰিবা, মই জানো।"

"কি কথানো নবৌ?"

"ককাইদেৱোৰ বলিয়ালি দিনে দিনে কিয় বেছি হৈ গৈছে জানিছা?"

"মই একো বুজিব পৰা নাই নবৌ। তেওঁৰ বৰ্তমান অৱস্থা দেখি মোৰ সঁচাই বৰ দুখ লাগিছে। বিশেষকৈ একো নোখোৱা-নোবোৱা আৰু নোশোৱাৰ কাৰণে তেওঁৰ অৱস্থা দিনক দিনে বেয়া হৈ গৈছে। কিয় এনে হৈছে বাৰু?"

কিছু সময় ভাৰতীয়ে শৰতৰ মুখলৈ চাই থাকিল। যেন শৰতৰ মনৰ ভিতৰটো বুজি আৰু জুখি চাবৰ যত্ন কৰিলে। লাহে লাহে ভাৰতীয়ে ক'লে, "তুমি বহুত ঠাই ঘুৰিছা, বহুত মানুহ লগ পাইছা। তুমি মোতকৈ বহুত বেছি কথা জানা। মই এই সৰু চহৰখন, স্কুলখন, ইয়াৰ কিছু মানুহ আৰু ককাইদেৱেৰাৰ বাহিৰে আৰু একোকে দেখা নাই।"

ভাৰতী অলপ পৰ মনে মনে থাকিল। ভাৰতীয়ে কি কব খুজিছে শৰতে অনুমান কৰিবৰ চেষ্টা কৰিলে। কিন্তু ভাৰতী সদায় দুৰ্বোধ্য।

শৰতে সৰলভাৱে ক'লে, "কিন্তু ময়ো জীৱনৰ কথা অতি কম বুজি পাওঁ নবৌ।"

"মই সেই কথা জানো। সেই কাৰণেই মোৰ তোমাক কবলৈ বেয়া লাগিছে।"

"কি কথা নবৌ?"

"মোৰ কথা। ককাইদেৱেৰাৰ কথা। তোমাৰ আৰু মোৰ কথা—"

সপ্ৰশ্ন চাৱনিৰে শৰতে ভাৰতীলৈ চালে। ভাৰতীয়ে কিন্তু খিৰিকীৰে বাহিৰলৈ চাই আছে—শৰতলৈ চোৱা নাই। তেওঁৰ কোমল, কৰুণ মুখখনৰ এফাল বৰ মৰম লগাকৈ শৰতৰ চকুত পৰিছে। শৰতৰ মনত লাগিল যেন ভাৰতী বহুত দূৰত আছে, আৰু তেওঁ তেওঁক বহুত দূৰৰ পৰাহে চাই আছে। ভাৰতীৰ ধুনীয়া; ধেনুভিৰীয়া চেলাউৰিৰ ওপৰেদি দুডালমান চুলি নামি আহিছে, আৰু খিৰিকীয়েদি বৈ অহা বতাহ জাকত অলপ অলপকৈ কঁপিছে, যেন এটা অস্থিৰ মনৰ ৰহস্যময় কঁপনি সেইয়া। ভাৰতীৰ এটা বাহু চুটি হাতৰ ব্লাউজটোৰ বাহিৰত ওলাই আছে। তাত আহ্বান আছে নে প্ৰতিৰোধ আছে শৰতে বুজিব নোৱাৰিলে।

কিছু সময়ৰ মূৰত শৰতে ক'লে, "আপুনি কি কব খুজিছে মই বুজিব পৰা নাই—"

"কি কব খুজিছোঁ ময়ো বুজা নাই। মই কিন্তু ইমানকে বুজিছোঁ যে মোৰ কথাই তোমাক আঘাত দিব।"

"কিয়?"

"কাৰণ তুমি নজনা আৰু বুজিব নোৱৰা কথা তোমাক কব খুজিছোঁ।"

"তথাপিও কওকচোন— বেয়া লাগিলেও মই শুনিম।"

অলপ সময় মনে মনে থাকি যেন কথাখিনি কবৰ কাৰণে ভাৰতী প্ৰস্তুত হৈ ল'লে। তাৰ পিছত লাহে লাহে নিজকে কোবাদি কৈ গ'ল ঃ

"ককাইদেৱেৰাৰ কবিতাৰ প্ৰতি তোমাৰ যিমান আগ্ৰহ বা অনুৰক্তি বা শ্ৰদ্ধা আছিল—তাতকৈ হাজাৰ গুণ বেঁছি আছিল মোৰ। সেই কাৰণেই বৰ স্বাৰ্থপৰভাৱে, অন্যে তেওঁক আপোন কৰি লোৱাৰ আগতে মই তেওঁক নিজৰ কৰি লৈছিলোঁ। তেওঁৰ প্ৰখৰ কল্পনা, তেওঁৰ আত্মবিশ্বাস, তেওঁৰ বিপ্লৱী দৃষ্টিভঙ্গী, তেওঁৰ শক্তিশালী আৰু সাৱলীল ভাষা, আটাইবোৰে মোক উন্মাদ কৰি তুলিছিল। ঘৰৰ কাৰো ইচ্ছা নথকা সত্বেও তেওঁৰ লগত বিয়া হৈছিলোঁ। মোৰ এটা আকাঙ্ক্ষা পূৰ্ণ হৈছিল। নিজকে মই সৌভাগ্যৱতী বুলি ভাবিছিলোঁ।"

"আপুনি সঁচাই সৌভাগ্যৱতী নবৌ"—শৰতে ক'লে।

করুণভাৱে হাঁহি ভাৰতীয়ে ক'লে, "সেই বুলিয়ে মই পতিয়ন যাবৰ চেষ্টা কৰিছিলোঁ। কিন্তু মই যে কিমান দুৰ্ভগীয়া আৰু মূৰ্খ সেই কথা বুজি পাবলৈ মই বৰ সৰহ দিন বাট চাবলগীয়া নহ'ল।"

ভাৰতী ৰ'ল। শৰতে আৰু কি শুনিবৰ কাৰণে প্ৰস্তুত হৈছে নিজেই বুজিব নোৱাৰিলে। তেওঁ মাথোন মন্ত্ৰমুগ্ধৰ দৰে ভাৰতীৰ মুখলৈ চাই ৰ'ল।

ভাৰতীয়ে যেন নিজৰ মনতে শক্তি আহৰণ কৰি লৈ সৰু সৰু মাতেৰে ক'লে, "ককাইদেৱেৰা কবি সঁচা, কিন্তু তেওঁ পুৰুষ নহয়—"

হঠাৎ শৰতৰ গালতে যেন কোনোবাই ঠাঁচকৈ চৰ এটি মাৰিলে। ভাৰতীৰ মুখত জীৱন দাসৰ অপযশ। তেওঁ প্ৰায় চিঞৰিয়ে কৈ উঠিল—"কি কৈছে নবৌ?"

"বৰ অশ্লীল কথা কৈছোঁ—যি কথা কোনেও নেজানে, কোনেও কব নোৱাৰে। কাকো কোনোৱে কোনো দিন কোৱা নাই।" তাৰ পিছত মাতটো আৰু সৰু কৰি ক'লে, "ককাইদেৱেৰা নপুংসক—"

খিৰিকীখন যেন হঠাৎ কোনোবাই জোৰেৰে বন্ধ কৰি দিলে। কিবা এটা ভয়ত যেন শৰতৰ বুকুখন আৰ্তনাদ কৰি উঠিল। ক'ৰবাত দুটা গ্ৰহৰ সংঘাত লাগি যেন দুয়োটা ভাগি চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল।

শৰতে ভাৰতীৰ মুখলৈ চাবলৈ ভয় কৰিলে। এই কথাখিনি কবলৈ ভাৰতীয়ে কিমান দিনৰ পৰা বাট চাই আছিল, আৰু এই কথা কবৰ কাৰণে ভাৰতীয়ে কি অকথ্য কষ্ট সহ্য কৰিবলগীয়া হৈছে শৰতে মাথোন ভাবি চাবৰ চেষ্টা কৰিলে। তেওঁ কিবা এটা কব খুজিলে, কিন্তু কি কব আৰু কেনেকৈ কব ভাবি নেপালে।

কিছুপৰৰ মূৰত ভাৰতীয়ে ক'লে, "মই ধৰি লৈছিলোঁ সেইয়া মোৰ ভাগ্য। সেই দেখি পৃথিবীৰ কাকো মোৰ দুৰ্ভাগ্যৰ কথা নজনাই, মই বাহিৰত হাঁহি-মাতি, সভা-সমিতিত যোগ দি ফুৰিব ধৰিছিলোঁ। মোৰ অসহ্য, অশ্লীল বিবাহিত জীৱনটোক সহজ কৰিবৰ চেষ্টা কৰিছিলোঁ। কিন্তু কি হ'ল জানা?"

"কি হ'ল?"

"বাহিৰত ঘূৰি ফুৰাৰ কাৰণে ককাইদেৱেৰে মোক সন্দেহ কৰিব ধৰিলে।"

"শৰতে চিএঞৰি উঠিল, "নবৌ?"

"সেইটোৱেই ককাইদেৱেৰাৰ বেমাৰ। এপিনে আত্মগ্লানিত ভুগিছে, জানে তাৰ কোনো প্ৰতিকাৰ নাই। আনহাতে তেওঁ বৰ স্বাৰ্থপৰ আৰু হয়তো নীচ। মোৰ অকণো আনন্দ, হাঁহি-ধেমালি বা বাহিৰত ফুৰা-মেলা সহ্য কৰিব নোৱাৰে। স্কুলৰ চাকৰি নকৰিলে আমি খাবলৈ নেপাই মৰিব লাগিব। তেওঁ একো নকৰে, একো কৰিব নোৱাৰে। কিন্তু তেওঁক অকলে এৰি থৈ মই ঘৰৰ বাহিৰত গৈ কিবা এটা কৰাটোও তেওঁ সহ্য কৰিব নোৱাৰে।"

হঠাৎ যেন শৰতৰ চকুৰ আগৰ পৰা এখন পৰ্দা আঁতৰি গ'ল। আৰু স্পষ্ট হৈ পৰিল সকলো কথা। কিয় শৰত ভাৰতীহঁতৰ ঘৰত থাকিবলৈ লোৱাৰ পিছৰ পৰা জীৱনৰ বলিয়ালি বেছি হৈছে, কিয় জীৱন ৰাতি নোশোৱে, শুলেও হঠাৎ সাৰ পাই ভাৰতীক বিচাৰি আহে। আৰু ঘৰখনৰ ভিতৰত কিয় ভাৰতী বৰ সন্তৰ্পণে, সাৱধানে চলে।

শৰতে নিজকে সংযত কৰিলে আৰু ক'লে, "এই কথা জানিও, বুজিও আপুনি মোক ইমান দিনে নক'লে কিয় নবৌ?"

হঠাৎ ভাৰতী শৰতৰ ফালে ঘূৰিল আৰু এক উত্তেজিত উষ্ণ কণ্ঠেৰে, কিন্তু চেপা সৰু মাতেৰে ক'লে, "ময়ো মানুহ শৰত। মোৰো ধৈৰ্য আৰু আত্মপীড়নৰ এটা সীমা আছে। জীৱনৰ ব্যৰ্থতাক মই ভাগ্য বুলি মানি লৈছোঁ। কিন্তু মোৰ সংযম, মোৰ ত্যাগ আৰু মোৰ চৰিত্ৰক অপমান কৰাটো মই সদায় কিমান সহ্য কৰিম?"

শৰত বিবুদ্ধিত পৰিল। ভাৰতীয়ে যি কৈছে তাৰ অৰ্থ তেওঁ বুজি পাইছেনে? নে তেও ইচ্ছা কৰিয়ে কৈছে এইবোৰ?

শৰতে ভয়ে ভয়ে ক'লে, "তাৰ মানে?"

"তাৰ মানেও বুজাই কব লাগে নে? মই জানিছিলোঁ যে তুমিও ককাইদেৱেৰাৰ নিচিনাই এজন কবি, মইতো জনা নাছিলোঁ যে তুমিও ককাইদেৱেৰাৰ নিচিনাই।"

কৈ ভাৰতী কোঠাটোৰ পৰা বাহিৰ ওলাই নিজৰ শোৱাকোঠালৈ গ'ল, আৰু দুৱাৰখন বন্ধ কৰি দিলে।

শৰতৰ কাণ-মূৰ ৰঙা পৰিল। ডিঙিটো কেতিয়া যে শুকাই কাঠ মাৰি গ'ল শৰতে নিজেই কব নোৱাৰিলে। এইয়া এগৰাকী শিক্ষিতা, সংযমী, পতিব্ৰতা, বয়সস্থা নাৰীৰ মনৰ সঁচা কথা নে? নে মোক জুখি চাবৰ চেষ্টা কৰিছে ভাৰতীয়ে? কিন্তু আজি ইমান দিনেও তেওঁ জানো মোক নুবুজাকৈ আছে? ইমান দিন তেওঁলোকৰ ঘৰতে থকাৰ পিছত?

শৰতে চকুৰে ধোঁৱা-কোঁৱা দেখিলে। জীৱনৰ ভিতৰত মানুহৰ কত কি যে শিকিব, জানিবলগীয়া থাকে! কিমান যে বুজিব নোৱৰা কথা আছে!

শৰত বহাৰ পৰা উঠি আহিল। দেখিলে পাছফালৰ বাৰাণ্ডাখনতে এখন হেলনীয়া চকীত বহি জীৱনে টোপনিয়াই আছে। তেওঁৰ নাক বাজিছে। হয়তো ৰাতি টোপনি নোহোৱাৰ কাৰণে দিনত এতিয়া ঘোৰঘোৰাই শুইছে।

শৰত বাহিৰৰ বাৰাণ্ডালৈ ওলাই আহিল। কিবা নিমাও-মাও লাগিছে। এক বুজিব নোৱৰা অশান্তিয়ে শৰতৰ মনটো অস্থিৰ কৰি তুলিলে। এই মুহূৰ্ত্ততে শৰত যেন আলিবাটলৈ ওলাই যাব আৰু তাৰ পিছত দৌৰিবলৈ আৰম্ভ কৰিব, কোনোবা অচিন, দূৰ দেশলৈ।

শৰতে ভিতৰৰ ফালে ঘূৰি চাইছিল—দেখিলে, হাতত এপিয়লা চাহ লৈ ভাৰতী ৰান্ধনি-ঘৰৰ পৰা ওলাই আহিছে। মুখখনত এটা আত্মপ্ৰসাদ আৰু তৃপ্তিৰ আনন্দ।

মৰম লগা চাৱনিৰে শৰতৰ ফালে চাই তেওঁ হাঁহি ক'লে, "চাহ খোৱা।"

বিস্মিতভাৱে শৰতে ভাৰতীৰ মুখলৈ চালে। আৰু চাহ পিয়লা হাতলৈ ল'লে।

"জানিছা শৰত—" সম্পূৰ্ণ অন্য এজনী মানুহে কোৱাদি ভাৰতীয়ে ক'লে, "তুমি ককাইদেৱেৰাৰ কবিতাৰ কিতাপখন প্ৰকাশ কৰিবৰ কাৰণে ইমান চিন্তা কৰিব নেলাগে—"

"কিয়?"

"মোৰ অলপ টকা জমা আছে। কিমান আছে কব নোৱাৰোঁ। দুই-আঢ়ৈ হেজাৰমান থাকিব পায়। মই ভাবিছোঁ তাৰেই কিতাপখন প্ৰকাশ কৰা যাওক। তেওঁৰ কবিতাবোৰ প্ৰকাশ হোৱাটোৱেই ককাইদেৱেৰাৰ এটা স্বপ্ন আছিল। মোৰনো টকা সাঁচাৰ কি প্ৰয়োজন। তেওঁৰে ইচ্ছা পূৰ্ণ হওক—নহয় জানো?"

"কিন্তু কবিতাবোৰ প্ৰকাশ কৰাৰ ব্যৱস্থা এটা মই কৰিছোৱেই—" শৰতে ক'লে।

"কেনেকৈ?"

"কথাটো আজি আপোনাৰ লগত আলোচনা কৰিম বুলিয়ে ভাবিছিলোঁ। কামালে এজন প্ৰকাশক পাইছে আৰু মই নিজেও হয়তো প্ৰকাশ কৰিব পাৰোঁ।"

"তুমি নিজে?"

"কিছু পৈত্ৰিক সম্পত্তি পোৱাৰ ব্যৱস্থা হৈছে, মাটি-বাৰীৰ উপৰিও নগদ বিশ-ত্ৰিশ হেজাৰমান টকা হব পাৰে।"

"অতদিনেতো মোক কোৱা নাছিলা।"

"খবৰটো এতিয়াহে পাইছোঁ। অৱশ্যে দেউতাৰ টকা লম নে নলম সেইটো মই এতিয়াও নিৰ্ণয কৰিব পৰা নাই।"

"এইবাৰ ধন-সম্পত্তি পাইছা যেতিয়া ঘৰ-সংসাৰত মন দিয়া—"

হঠাৎ সদায় বিষণ্ণভাৱে থকা ভাৰতীজনী কিয় প্ৰফুল্ল আৰু প্ৰসন্ন হৈ গ'ল শৰতে বুজিব নোৱাৰিলে। কোনোবাটো অভিনয় নেকি? কিন্তু কোনটো? কোনজনী সঁচা ভাৰতী? অলপ আগৰ ভাৰতীজনী নে এতিয়াৰ ভাৰতীজনী?

ভাৰতীয়ে ক'লে, "এৰা, যেনে তেনে ককাইদেৱেৰাৰ কিতাপখন উলিয়াব লাগে। কিজানি তেওঁ তাৰ পৰাই ভাল হয়। পিছে কি নাম দিবা কিতাপখনৰ?"

"কিন্তু নবৌ" ককাইদেউৰ কিতাপখনৰ কাৰণে আপুনি আপোনাৰ সাঁচতীয়া টকাকেটা খৰচ কৰি শেষ কৰি পেলাবা?"

"ককাইদেৱেৰাৰ কাৰণে মোৰ জীৱনটোকে শেষ কৰি দিলোঁ। টকানো মোক কেলেই? পিছে কিতাপখনৰ নাম?"

"ভাবিব লাগিব। এটা কবিতাৰ নাম আছে'অগ্নিবন্যা'। সেইটো নামো দিব পৰা যায়।"

শৰতে সমৰ্থন বিচাৰি ভাৰতীৰ মুখলৈ চালে।

চিন্তিতভাৱে ভাৰতীয়ে ক'লে, "অগ্নিবন্যা? কি অৰ্থ তাৰ? জুইৰ বান?"

"মইহে ভাবিছোঁ। ককাইদেউকো সুধিব লাগিব।"

"এৰা, ককাইদেৱেৰাক সুধিবা। আটাইবোৰ কবিতাৰ নাম ককাইদেৱেৰে দিয়া নহয়, দুটামানৰ নাম ময়ো দিছিলোঁ।"

শৰতে একো নক'লে। কবিতাৰ নাম যদি দিছে, কবিতা লিখা নাই নে বাৰু? মনতে ভাবিলে শৰতে। তাৰ পিছত বহাৰ পৰা উঠিল।

"মই অলপ কামালক লগ ধৰিম নবৌ। ওলাই যাম।"

"কামালক? ঘৰ-ভাৰা লোৱাটো তেন্তে ঠিক কৰিলা?"

"সেই কাৰণে নহয় নবৌ। মই এবাৰ দুখীৰাম পাটনায়ক নামৰ মানুহজনক লগ ধৰিম।"

খিলখিলাই ভাৰতীয়ে হাঁহি উঠিল আৰু মুখখন শৰতৰ কাণৰ কাষ চপাই নি সৰুকৈ ক'লে, "বুজিছোঁ। তোমাৰ ভয় লাগিছে পলাব খুজিছা।"

"নপলাওঁ নবৌ—" শৰতে ক'লে।

।। ৮।।

কেইদিনমান পিছৰ কথা।

সন্ধিয়া এটা সাংস্কৃতিক অনুষ্ঠান চাই ৰাতি দহ বজাত ঘৰলৈ ঘূৰি আহিছিল শৰত আৰু ভাৰতী। ঘৰৰ পৰা প্ৰায় ডেৰ মাইল দূৰত হোৱাৰ কাৰণে তেওঁলোকে খৰকৈ খোজ দিছিল। আহোঁতে যদিও দুয়ো জীৱনক কৈ-মেলি আহিছিল, তথাপি জীৱনক অকলশৰে এৰি আহি ভাৰতীৰ কিছু অস্বস্তি লাগি তেওঁ কিছু উদ্বিগ্নও হৈ পৰিছিল।

শৰত মনে মনে আহিছিল।

কাষে কাষে আহি থকা ভাৰতীয়ে কৈছিল, "কি ভাবি আহিছা শৰত?"

শৰতে কৈছিল, "মই এটা কথাই ভাবিছোঁ?"

"কি?"

"মই আপোনালোকৰ ঘৰত কিয় আছোঁ?"

"কাৰণটো মই কওঁ?"

শৰতে নেমাতিলে।

শৰতৰ গাৰ আৰু কাষ চাপি আহি ভাৰতীয়ে ক'লে, "তুমি মোক বুজাব খুজিছা যে তুমি ককাইদেৰেৰাৰ নিচিনা নোহোৱা।"

হঠাৎ শৰত বৈ গ'ল। শৰতে অনুভৱ কৰিলে যে তেওঁৰ বুকুৰ ভিতৰখন ধপ্‌ধপাই উঠিছে। তেওঁৰ কাণ-মূৰ ৰঙা পৰিছে। তেওঁ সম্মুখলৈ চালে। কিছু দূৰত তিনি-চাৰিটামান মানুহ খৰ-খুজীয়াকৈ গৈ আছে। পাছলৈ ঘূৰি চাবলৈ তেওঁৰ শক্তি নোহোৱা যেন লাগিল।

শৰতে অনুভৱ কৰিলে যেন পৃথিৱী আৰু ভাৰতবৰ্ষ, আৰু অসম বোলা সকলো শব্দ এইটো মুহূৰ্ত্তত তেনেই অৰ্থহীন হৈ পৰিছে। কেৱল আছে জাৰকালিৰ এটা শীতাৰ্ত ৰাতি, এটা শুই থকা অলস আলিবাট, দূৰে দূৰে থকা দুটামান বিজুলী-চাকি, দুটা প্ৰাণী, যি এটা কবিতাৰ নাম বিচাৰিছে।

কিছুপৰৰ মূৰত শৰতে মাতিলে, "নবৌ—"

সামান্য তিৰস্কাৰৰ সুৰত ভাৰতীয়ে ডাঙৰকৈয়ে ক'লে, "ঘৰ পালোঁহিয়েই। ইমানডোখৰ বাট একেলগে আহিলোঁ। তুমি মোক এবাৰো নাম কাঢ়ি মাতিবৰ সাহস নকৰিলা। মই আৰু সদায় তোমাৰ নবৌ হৈয়েই থাকিলোঁ।"

ভাৰতীলৈ শৰতৰ অনুকম্পা হ'ল। হেজাৰ বুভুক্ষাৰ জীৱন্ত প্ৰতিমূৰ্তি এই ভাৰতী। কিন্তু মই কি দিব পাৰোঁ? জীৱন ককাইদেউ নামৰ প্ৰাচীন সংস্কাৰটোক

অস্বীকাৰ কৰোঁ কেনেকৈ? আৰু জীৱন ককাইদেৱে—কবি জীৱন দাসে ভাৰতীক সৰ্বান্তঃকৰণে ভাল পাই থকা, আৰু এই ভাল পোৱাৰ বুকুতে জন্ম পাইছে তেওঁৰ স্বাৰ্থপৰতাই, সঙ্কীৰ্ণতাই, আৰু ভাৰতীৰ ভাষাত, নীচতাই। কিন্তু কি কৰিব পাৰে অক্ষম জীৱন দাসে, যিজন ডেকা মানুহ বঞ্চিত হ'ল পৌৰুষৰ আশীৰ্বাদৰ পৰা, যাৰ মস্তিষ্ক আজি বৰ বেয়া ৰকমে বিকৃত হৈ গৈছে। আৰু পূৰ্বৰ স্বাভাৱিক অৱস্থালৈ ঘূৰি অহাৰ যাৰ কোনো আশাই নাই?

এই এজনী মানুহ—ভাৰতী দাস—যাৰ কোনো বৰ্তমান নাই, কোনো ভৱিষ্যৎ নাই, এই পৃথিৱীৰ যাৰ আশা-আকাঙ্ক্ষাক কোনোৱে বুজি নেপায়।

শৰতে ক'লে, "শুনক ভাৰতী নবৌ—"

"কোৱা।"

"মই ঠিক কৰি পেলাইছোঁ, ককাইদেউৰ কিতাপখন মই নিজৰ টকাৰে প্ৰকাশ কৰিম। দুখীৰামৰ টকাৰে কৰিলে অকল ককাইদেউৰ কবিতাকে নহয়, অসমীয়া জাতিটোকে অপমান কৰা হব। আৰু আপোনাৰ সাঁচতীয়া টকাকেটা খৰচ কৰি শেষ কৰি দিয়াতকৈ আৰু ডাঙৰ নিষ্ঠুৰতা একো হব নোৱাৰে। কিমান কষ্ট কৰি সেই টকা আপুনি গোটাইছে মই বুজিছোঁ। সেই টকা আপোনাৰ কাৰণে কিমান মূল্যবান মই জানো।"

শৰতে কি কৈছে ভাৰতীৰ কাণত যেন সোমোৱা নাছিল। শৰতে শেষ কৰিলত তেওঁ এনেয়ে ক'লে, "কি কৈছা? কবিতাৰ কথা কৈছা?"

"ওঁ, ককাইদেউৰ কবিতা প্ৰকাশ কৰিবৰ কাৰণে মই মোৰ প্ৰতিজ্ঞা পাহৰি যাম। দেউতাৰ টকাও মই লম।"

তাৰ পিছত দুয়োজন নীৰৱে আগবাঢ়িল।

জাৰ নামিছিল। মিলৰ কাষৰ সেই আন্ধাৰ বাটডোখৰ দুয়ো ওচৰা-উচৰিকৈ খোজ কাঢ়িছিল। আৰু সেইদৰেই আহি দুয়ো তেওঁলোকৰ ঘৰৰ দুৱাৰমুখত ৰৈছিলহি।

ভেনিটি বেগৰ পৰা চাবিটো উলিয়াই ভাৰতীয়ে তলাটো খুলিলে। জিৰ' পাৱাৰৰ বাল্বটোত অকণমান পোহৰ সোমাই আছে।

শৰতো সোমাই অহাৰ পিছতে ভাৰতীয়ে দুৱাৰখন বন্ধ কৰিলে। দুয়ো ভিতৰৰ কোঠালীলৈ সোমাই গ'ল।

দেখিলে জুইকুৰাৰ ওচৰতে চাপৰ মুঢ়া এটাতে জীৱন বহি আছে। আৰু জুইকুৰা প্ৰায় নুমাওঁ নুমাওঁ।

চুইচটো টিপি দি ভাৰতীয়ে লাইটটো জ্বলালে আৰু জীৱনলৈ চালে। বৰ আত্মস্থ আৰু নির্বিকাৰভাৱে জীৱন বহি আছে, আৰু জীৱনৰ হাতত দুখনমান আধা পোৰা কাগজ।

হঠাৎ ভাৰতীৰ চকু পৰিল যে জুইশালৰ ওচৰৰ মজিয়াত কাগজ পোৰা ছাই কিছুমান সিঁচৰতি হৈ পৰি আছে।

দুপদুপাই ভাৰতী শৰতৰ কোঠালৈ গ'ল আৰু মেজখনৰ ওপৰত চকু ফুৰাই, প্ৰায় চিঞৰিযে সুধিলে, "ককাইদেৱেৰাৰ কবিতাৰ কিতাপখন ক'ত থৈছিলা শৰত?"

"সেই মেজতে আছিল নহ্য—"

এনেতে প্ৰস্তুত থকাৰ ধৰণে জীৱনে বহি থকাৰ পৰাই ক'লে, "মই পুৰি পেলালোঁ।

শৰত উচাপ খাই উঠিল।

ভাৰতী আকৌ জুইৰ ওচৰলৈ আহিল। দেখিলে মজিয়াত কাগজ পোৰা ছাই কিছুমান সিঁচৰতি হৈ পৰি আছে। ইতিমধ্যে হাতত থকা শেষ কাগজকেখিলাও জীৱনে জুইত দি শোৱাকোঠালৈ উঠি গৈছে।

ভাৰতী পুৰণি বেতৰ চকীখনতে বহি পৰিল। আৰু জান-নেজান মাতেৰে ক'লে,"এইয়া ককাইদেৱেৰে কি কৰিলে শৰত? কি কৰিলে!"

নীৰৱতাই গোটেই পৃথিৱীখন ছানি পেলাইছিল। জুইকুৰা নুমাই শেষ হৈ গৈছিল। জীৱন শুই পৰিছিল, আৰু তেওঁৰ নাকৰ শব্দটো ইয়ালৈকে শুনা গৈছিল। অসহায আৰু বিমূঢ়ভাৱে বহুত পৰ শৰত থিয় দিয়া ঠাইতে থিয় দি আছিল। আৰু ভাৰতীৰ দুযোটা চকুৰ পৰা দুধাৰ লোতক ধাৰাসাৰে বাগৰি গৈছিল।

বহুত পৰ পাৰ হৈ গৈছিল।

তাৰ পিছত এবাৰ শৰত ভাৰতীৰ কাষ চাপি গৈছিল, আৰু কঁপা কঁপা হাতেৰে ভাৰতীৰ গালৰ চকুপানীখিনি মোহাৰি দি কৈছিল, "কান্দিছা কিয় ভাৰতী?"

ভাৰতী নিশ্চল হৈ বহি থাকিল। কোনো উত্তৰ নিদিলে। উত্তৰ নাছিল।

☆ ☆ ☆

# এষাৰ কথা

আমাৰ ভাষাত ইছলাম ধৰ্ম সম্পৰ্কীয় কিতাপৰ সংখ্যা বৰ তাকৰ। কোৰানৰ অসমীয়া অনুবাদ প্ৰকাশ হৈছে। হজৰত মোহম্মদৰ (দৰুদ) চমু জীৱনীও ওলাইছে। ইছলামৰ ৰীতি-নীতিৰ বিষয়ে আলোচনা থকা পুস্তিকাও দুই-চাৰিখন প্ৰকাশ হৈছে।

কিন্তু অন্য ভাষাত থকাৰ নিচিনাকৈ বহল টীকা-ভাষ্য ব্যাখ্যা-বিশ্লেষণ থকা অসমীয়ালৈ অনুদিত কোৰান্ ওলোৱা নাই। সমগ্ৰ জীৱন-কথা সামৰি হজৰত মোহম্মদৰ (দৰুদ) পূৰ্ণ জীৱনী ওলোৱা নাই। বিশ্ব-ইছলামৰ সম্পূৰ্ণ বুৰঞ্জী ওলোৱা নাই। আইনৰ ছাত্ৰৰ পাঠ্যপুথিৰ ৰূপত ইছলামী আইনৰ (ইংৰাজী ভাষাত যাক 'মেহমেদান ল' বোলা হয়) হাত-পুথিৰ বাহিৰে বৃহৎ ইছলামী আইন-কানুনৰ ন্যায়শাস্ত্ৰৰ গ্ৰন্থ ওলোৱা নাই। ইছলামী দৰ্শনৰ তৰ্ক-শাস্ত্ৰৰ, নীতি-শাস্ত্ৰৰ নিৰ্ভৰযোগ্য কোনো গ্ৰন্থ আমাৰ ভাষাত নাই।

আমাৰ সামাজিক আৰু সাংস্কৃতিক জীৱনত পাৰস্পৰিক বুজাবুজিৰ কাৰণে সকলো ধৰ্ম আৰু সংস্কৃতিৰ সাৰকথা সম্বলিত নিৰপেক্ষ আলোচনামূলক এনে গ্ৰন্থৰ প্ৰযোজন আছে। আনৰ ধৰ্মৰ বিষয়ে নুবুজা বা ভুলকৈ বুজাৰ পৰিণাম-প্ৰতিক্ৰিয়া কেতিয়াও শুভ ফলদায়ক হ'ব নোৱাৰে। গাতে গা লাগি থাকিও হিন্দুৱে মুছলমানৰ ধৰ্মৰ বিষয়ে আৰু মুছলমানে হিন্দুৰ ধৰ্মৰ বিষয়ে একো নজনাকৈ থকাটো বা জানিবলৈ যত্ন নকৰাটো পাৰস্পৰিক ঐক্য আৰু সংহতি প্ৰতিষ্ঠাৰ পথত ডাঙৰ হেঙাৰ। কেৱল নিজৰ ধৰ্ম-সংস্কৃতিৰ বিষয়েহে জনা আৰু আনৰ ধৰ্ম-সংস্কৃতিৰ বিষয়ে একো নজনা বা জানিবৰ চেষ্টা নকৰাটো সংৰক্ষণশীলতাৰ পৰিচায়ক। আৰু এনে সংৰক্ষণশীলতাই উদাৰতাৰ অপমৃত্যু ঘটায়। সকলো ধৰ্মৰ অন্ততঃ মূল কথাখিনিৰ বিষয়ে একো নজনাকৈ ধৰ্মনিৰপেক্ষ হ'বৰ যত্ন কৰাৰ কিবা তাৎপৰ্য আছে বুলি ক'ব নোৱাৰি। আন্তৰিকতা আৰু শ্ৰদ্ধাৰে এজনে আন এজনৰ ধৰ্ম-সংস্কৃতি ৰীতি-নীতি আচাৰ-বিচাৰৰ প্ৰতি প্ৰয়োজনীয় উদাৰতা প্ৰকাশ কৰিবৰ কাৰণে ভাব-চিন্তাৰ, জ্ঞান-বুদ্ধিৰ মুকলি

আদান-প্ৰদানৰ ক্ষেত্ৰ আৰু বাতাবৰণ ৰচনা কৰাৰ আৱশ্যকতাক স্বীকাৰ নকৰিলে কোনো মন্ত্ৰৰ বলেৰে বা ৰাজনৈতিক শ্লগানেৰে হৃদয়ক হৃদয়ৰ কাষ চপাব নোৱাৰি। যিখন হৃদয়ত এটা সত্যৰ কাৰণে ঠাই আছে সেই হৃদয়ত আৰু এটা সত্যৰ কাৰণেও ঠাইৰ অভাৱ নিশ্চয় নহয়।

'চুফী আৰু চুফীবাদ' এখন সৰু কিতাপ। ইয়াত আলোচ্য বিষয়-বস্তুৰ পৰিধি বৰ সীমাবদ্ধ। চুফীবাদ সম্পৰ্কে অসমীয়া ৰসপিপাসুসকলৰ কৌতূহল থাকিলেও সেই বিষয়ে নিজ ভাষাৰ যোগেদি সম্যক উপলব্ধিৰ উপায় নাই। চুফীবাদ সম্পৰ্কে মোৰ নিজৰ অধ্যয়নো ব্যাপক নহয়। কোৰান্ আৰু হদীছৰ পৰা, ফাৰ্চী কাব্যৰ পৰা, ইউৰোপীয় প্ৰাচ্যবিদ পণ্ডিতৰ লিখাৰ পৰা আৰু ইছলাম ধৰ্ম-সংস্কৃতি আদিৰ বুৰঞ্জী আৰু গৱেষণা গ্ৰন্থ আদিৰ পৰা বিষয়বস্তু সংগ্ৰহ কৰি অতি চমুকৈ 'চিনাকি গ্ৰন্থ' হিচাপেহে এই কিতাপখন লিখা হৈছে। ফাৰ্চী আৰু উৰ্দু ভাষাত 'তচওৱফ্' বা চুফীবাদ সম্পৰ্কীয় বহু আলোচনা-গ্ৰন্থ পোৱা যায়, কিন্তু তাৰ সৰহ ভাগতে বিষয়বস্তুক বস্তুগত বিশ্লেষণৰ ঠাইত ভাবোচ্ছ্বাসে হেঁচি ধৰা দেখা যায়। তজকিৰাতোল আউলীয়াৰ নিচিনা গ্ৰন্থ বিশ্ববিখ্যাত চুফীসকলৰ জীৱনৰ মহিমা আৰু অলৌকিক আধ্যাত্মিক মাহাত্ম্যৰ মনোগ্ৰাহী বৰ্ণনাৰে ভৰা। ভক্তি ধৰ্ম আৰু আধ্যাত্মসাধনাক কিদৰে মানৱ হৃদয় আৰু আত্মাৰ অভাৱনীয় বিকাশ আৰু উৰ্দ্ধমুখিতাৰ উপযোগী কৰি মহান চুফী সাধকসকলে মানৱ জীৱনত অপাৰ্থিৱ মূল্য আৰোপ কৰিছিল সিও এক বিস্ময়কৰ কাহিনী। এই সৰু কিতাপখনত আমি সেইবোৰ কথাৰ অৱতাৰণা কৰা নাই। কিন্তু কৰাৰ প্ৰয়োজনীয়তাক স্বীকাৰ কৰিছো।

চুফীবাদৰ লগত সম্পৰ্কিত কিছুমান আৰবী, ফাৰ্চী মৌলিক শব্দৰ লগত এনে একোটা ভাবানুষংগ অংগাংগীভাৱে আছে যে আমাৰ ভাষালৈ তাৰ অনুবাদ কৰিলে মূলৰ ভাব আৰু তাৎপৰ্য ৰক্ষা পৰিব বুলি ভাবিবলৈ টান লাগে। সেইবোৰ শব্দৰ স্বীকৃত প্ৰতিশব্দও আমাৰ ভাষাত সৃষ্টি হোৱা নাই। সাধাৰণ অৰ্থত 'হাল' বুলিলে 'অৱস্থা' বুজায় কিন্তু চুফীতত্ত্বত 'হাল' সাধকৰ সাধন মাৰ্গৰ এক বিশেষ আত্মিক অথবা আধ্যাত্মিক অৱস্থানক বুজায়। এই শব্দৰ পূৰ্ণ অৰ্থ বহন কৰিব পৰা শব্দ আমাৰ নাই। সেইদৰে ফাৰ্চী 'পীৰ' শব্দটোৰ লগত এনে কিছুমান ভাবানুভূতি জড়িত আছে : জ্ঞানবৃদ্ধ আধ্যাত্মিক সত্যদ্ৰষ্টা, পথপ্ৰদৰ্শক, সাত্মিক, গুৰু আদিয়ে অসমীয়া ভাষাৰ 'গুৰু' শব্দটোৱে এই সকলো ভাবানুষংগক সামৰি নলয়। এনেবোৰ কাৰণত চুফীবাদ সম্পৰ্কীয় সকলো কথা ভাবে-ভাষাই আমাৰ ভাষাত প্ৰকাশ কৰাটো যে দুৰূহ কাম এই কিতাপখন লিখিবৰ বেলিকা সেই কথা উপলব্ধি কৰিছো। হয়তো এনে কাৰণতে ফাৰ্চী বা উৰ্দুত সহজে ক'ব পৰা কিছুমান কথা আমাৰ ভাষাত লিখোতে জটিল

হৈ পৰিছে। সেয়া বিষয়বস্তুৰ দোষ নহয়, মোৰ অক্ষমতাৰ দোষ। তাৰ বাবে সহৃদয় পাঠকৰ ক্ষমা ভিক্ষা কৰিছো।

এনে ধৰণৰ কিতাপৰ প্ৰকাশক অসমীয়া ভাষাত নাই বুলিলে মিছা কথা কোৱা নহ'ব যেন লাগে। অসম সাহিত্য সভাৰ উদ্যমী সম্পাদক, মোৰ প্ৰিয় পুৰণি ছাত্ৰ, সু-সাহিত্যিক নগেন শইকীয়াই তেওঁৰ সম্পাদকীয় কালৰ শেষ ভাগত কিতাপখন প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিলে সাহিত্য সভাৰ যোগেদি। অসম সাহিত্য সভাই ইতিমধ্যে বহু মূল্যবান গ্ৰন্থ প্ৰকাশ কৰিছে। তাৰ মাজত 'চুফী আৰু চুফীবাদ'ৰ নিচিনা গ্ৰন্থ প্ৰকাশ কৰি অসম সাহিত্য সভাই উদাৰতাৰ পৰিচয় দিছে। ইয়াৰ সাহিত্যিক মূল্য আছেনে নাই সি সুকীয়া কথা; কিন্তু সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত কিতাপৰ তালিকাত মোৰ এই সৰু কিতাপখনেও ঠাই পোৱাটো নিশ্চয় উল্লেখযোগ্য কথা আৰু মোৰ কাৰণে আনন্দৰ কথা।

অসমৰ ৰসজ্ঞ পাঠকসকলে কিতাপখন চকু ফুৰাই চালে মোৰ শ্ৰম সফল হৈছে বুলি বুজিবৰ সুযোগ পাম। ব্যাখ্যা-বিশ্লেষণ বা বিষয়বস্তু উত্থাপনত ক'ৰবাত ত্ৰুটী ৰৈ গৈছে যদি তাৰ বাবে লেখক জগৰীয়া; চুফীবাদ নহয়। ত্ৰুটী-বিচ্যুতি বাদ দিলে যদি কিবা ৰৈ যায় সেয়াই আমাক এনে কামত আৰু আগুৱাবলৈ মনত বল দিব।

চুফীবাদৰ সম্পৰ্কে লিখিবলৈ লওতে যিসকল গ্ৰন্থকাৰৰ লিখাৰ সহায় লোৱা হৈছে সেইসকললৈ, অসম সাহিত্য সভালৈ আৰু নগেন শইকীয়ালৈ কৃতজ্ঞতা জনালো।

যোৰহাট  
১৬/২/৭৬

**চৈয়দ আব্দুল মালিক**

# আগকথা

ৰহস্যবাদ ভাৰতীয় জীৱনৰ বাবে পৰিচিত দৃষ্টিভংগী। যুক্তি আৰু অভিজ্ঞতাক আধাৰ কৰি নলৈ বোধি আৰু অনুভূতিক আধাৰ কৰি লৈ প্ৰেম আৰু তন্ময়তাৰ পথেৰে ৰহস্যবাদীসকল জীৱনৰ পৰম সত্য আৰু আনন্দৰ ওচৰ চাপিব খোজে আৰু সেই সত্য আৰু আনন্দৰ লগত নিজকে বিলীন কৰি দিবলৈ বিচাৰে। এই দৃষ্টিভংগী জ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত নহয়; বৰং ই ইমানেই অনুভূতি-নিৰ্ভৰশীল যে প্লেটোৱে ক'বৰ দৰে অন্যান্য বিষয়ৰ দৰে ই প্ৰকাশৰ উপযোগী নহয়। সেই বাবে ৰহস্যবাদীসকলে তেওঁলোকৰ হৃদয়ানুভূতি-লব্ধ ইন্দ্ৰিয়াতীত প্ৰিয়তম সত্তাৰ কথা উপমাদি অলংকাৰ, প্ৰতীক আৰু ৰহস্যঘন ভাষাৰে প্ৰকাশ কৰিবলৈ যত্ন কৰে। ভক্তৰ ভগৱানৰ লগত ৰহস্যবাদীৰ প্ৰিয়তমৰ পাৰ্থক্যও এইখিনিতে।

খ্ৰীষ্টীয় অষ্টম শতিকাত পাৰস্যত জন্ম লাভ কৰা চুফীবাদ স্বৰূপাৰ্থতে পাৰস্যীয় ৰহস্যবাদ বা ইছলামীয় ৰহস্যবাদ। ব্যৱহাৰিক জীৱনৰ ভোগ আৰু বিলাসৰ প্ৰাচুৰ্য পৰিহাৰ কৰি সৰল, অনাড়ম্বৰভাৱে ভগৱানক প্ৰেমৰ অনুভূতিৰ মাজেৰে লাভ কৰিব কোজা চুফীসকলৰ এই দৃষ্টিভংগী প্ৰথমতে যথেষ্ট সমালোচনাৰ সন্মুখীন হ'ব লগাত পৰিছিল। ত্ৰয়োদশ শতিকালৈকে ক্ৰমবিকাশ লাভ কৰি চুফীবাদে ৰূমী, চাদী আদি কেইবাগৰাকীও প্ৰসিদ্ধ কবিৰ মাজেৰে স্বাধিকাৰ স্থাপন কৰিলে। ওমৰ খায়াম, হাফিজ আদি প্ৰসিদ্ধ কবিসকলৰ নামো এই প্ৰসংগত স্মৰণীয়।

অসমীয়া ভাষাত বনফুলৰ কবি দুৰ্বাৰ 'ওমৰতীৰ্থ' আৰু বকুলবনৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাৰ 'হাফিজৰ সুৰ'ৰ মাজেৰে পাৰস্যীয় কবিৰ কাব্য-মানস প্ৰতিফলিত হৈছে। অনেক কবিৰ গুটীয়া কবিতাৰ মাজেৰেও পাৰস্যৰ পোহৰ সৰকি নহাকৈ থকা নাই। কিন্তু চুফী আৰু চুফীবাদ সম্পৰ্কে বহল আলোচনা এতিয়াও হোৱা নাই। দুই-এটি ৰচনাৰ মাজতেই এনে আলোচনা সীমাবদ্ধ হৈ আছে। আমাৰ প্ৰসিদ্ধ কথাশিল্পী চৈয়দ আব্দুল মালিক ডাঙৰীয়াই লিখি থোৱা চুফী আৰু চুফীবাদৰ অৰ্ধসমাপ্ত

পাণ্ডুলিপিটিৰ কথা গম পাই আমি তেখেতক গ্ৰন্থখনি সম্পূৰ্ণ কৰি দিবলৈ কৰা অনুৰোধৰে ফল— সম্প্ৰতি প্ৰকাশ কৰা এই গ্ৰন্থখনি। চৈয়দ আব্দুল মালিক গল্পকাৰ, ঔপন্যাসিক, কবি, নাট্যকাৰ আৰু ৰসৰচনাকাৰ স্বৰূপেই খ্যাতিমান আৰু জনপ্ৰিয়। 'জিকিৰ আৰু জাৰী'ৰ সংগ্ৰহ আৰু সম্পাদনাৰ বাহিৰে আলোচনামূলক গ্ৰন্থ ৰচনাৰ প্ৰতি তেখেতে মনযোগ দিয়া নাই। কিন্তু এই গ্ৰন্থই সৃষ্টিশীল ৰচনাৰ সাৰ্থক স্ৰষ্টা 'মালিক'ৰ আলোচনাত্মক ৰচনাৰ কৃতিত্বৰ সংবাদো দান কৰিব। এই গ্ৰন্থই চুফী আৰু চুফীবাদৰ উৎপত্তি, চুফীসকলৰ ভাৰতলৈ প্ৰৱেশ, বেংগল আৰু অসমত স্থান লাভৰ ঐতিহাসিক ক্ৰমৰ লগত অসমীয়া পঢ়ুৱৈসকলক পৰিচিত কৰিব আৰু বিস্তৃত অধ্যয়নৰ বাবে নিশ্চয় অনুপ্ৰেৰণা যোগাব। অসম সাহিত্য সভাৰ পক্ষৰ পৰা চৈয়দ আব্দুল মালিকলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

কলিকতাৰ শ্ৰীমুদ্ৰণ ছপাশালে পুথিখনি কম দিনৰ ভিতৰতে ছপাই দিয়াৰ বাবে শলাগ ল'লো। পুথিখনিত ৰৈ যোৱা মুদ্ৰণ-প্ৰমাদৰ বাবে ক্ষমা বিচাৰিলো।

ইতি

ডিচেম্বৰ ১৫, ১৯৭৫ খ্ৰীষ্টাব্দ নগেন শইকীয়া
চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰধান সম্পাদক

পৃথিৱীৰ ইছলাম ধৰ্মাৱলম্বী লোসকলে ইছলামক পৃথিৱীৰ আদিম আৰু সনাতন ধৰ্ম বুলি একান্ত দ্বিধাহীনভাৱে বিশ্বাস কৰে। আল্লাৰ সৃষ্টি প্ৰথম মানুহ হজৰত আদমৰ ধৰ্মও ইছলামেই আছিল বুলি ধৰা হয়; আৰু তেওঁলোকে বিশ্বাস কৰে যে বিভিন্ন যুগৰ আৰু পৃথিৱীৰ বিভিন্ন দেশৰ নবী বা ৰছুলসকলৰো অৱতীৰ্ণ হোৱাৰ মুখ্য উদ্দেশ্য আছিল এই ইছলামৰে সত্য প্ৰচাৰ কৰা আৰু অসত্য আৰু অধৰ্মৰ বিৰুদ্ধে যুঁজি সনাতন সত্যধৰ্ম প্ৰতিষ্ঠা কৰা। প্ৰতিজন স্বীকৃত ৰছুলেই নিজ যুগৰ আৰু নিজ দেশৰ জনসমাজক অসত্য বা অধৰ্মৰ কবলৰ পৰা মুক্ত কৰি সত্য পথৰ সন্ধান দিছিল আৰু এক আল্লাহবাদ বা তওহীদ প্ৰচাৰ কৰিছিল। এনে কাৰ্যত সফলতা লাভ কৰা বাবেই তেওঁলোক ৰছুল বা সত্যধৰ্মৰ বাহকৰূপে স্বীকৃত হৈছিল। এনে প্ৰতিজন ৰছুলেই 'লা ইলাহা ইল্লাল্লাহ'— আল্লাৰ বাহিৰে আৰু অন্য কোনো উপাস্য নাই— এই সত্যকে প্ৰচাৰ কৰিছিল। একেশ্বৰবাদী ধৰ্ম বিশ্বাসৰ পৰম্পৰা এইদৰেই আদি মানৱ আদমৰ পৰা নামি আহিছিল।

৬ষ্ঠ শতিকাৰ দ্বিতীয়াৰ্ধত আৰবৰ মক্কা চহৰত জন্মগ্ৰহণ কৰা হজৰত মোহম্মদ (দঃ) অৱতীৰ্ণ ৰছুলসকলৰ ভিতৰত শেষৰজনা নবী আৰু ৰছুল আছিল তেখেতৰ দ্বাৰা প্ৰৱৰ্তিত আৰু প্ৰচাৰিত ইছলাম ধৰ্ম পৃথিৱীৰ সবাতোকৈ শেহতীয়া একেশ্বৰবাদী ধৰ্ম। হজৰত মোহম্মদতে (দঃ) সত্যধৰ্মক পূৰ্ণতা দান কৰা হৈছিল বুলি কোৰানত ব্যক্ত কৰা হৈছে।[১] কোৰানে তওহীদৰ সমৰ্থক আৰু বাহক পূৰ্বগামী ৰছুলসকলক দ্বিধাহীনভাৱে স্বীকৃতি দিছে। হজৰত মোহম্মদৰ (দঃ) দ্বাৰা প্ৰচাৰিত ইছলামে আল্লাৰ ওপৰত ঈমান বা বিশ্বাস অনাৰ উপৰিও পূৰ্বগামী ৰছুলসকলৰ ওপৰত ঈমান অনা আৰু পূৰ্বৰ অৱতীৰ্ণ ঐশীগ্ৰন্থসমূহৰ ওপৰত ঈমান অনাক (সেইবোৰ গ্ৰন্থই প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰা তওহীদৰ ওপৰত বিশ্বাস অনা) মুছলমান হোৱাৰ অপৰিহাৰ্য চৰ্তৰূপে ঘোষণা কৰিছে।[২]

এক অদ্বিতীয় আল্লাৰ (অস্তিত্বৰ ওপৰত) বিশ্বাস, অৱতীৰ্ণ ঐশীগ্ৰন্থৰ ওপৰত বিশ্বাস আৰু অৱতীৰ্ণ ৰছুলসকলৰ (ঐশী বাৰ্তাবাহকসকলৰ) ওপৰত বিশ্বাস— এই

১। আলয়ওমা আকমালতু লকুম, দীনুকুমা-কোৰান্।
২। আমনতু বিল্লাহে ৱ মলাইকাতিহি ৱ কুতুবিহি ৱ ৰছুলি হি ...

তিনিটা বিশ্বাসৰ মাজৰ যোগসূত্ৰটো বুজিবলৈ টান নহয়। আল্লাৰ অস্তিত্ব, প্ৰকৃতি, গুণ, নাম আদি সম্পৰ্কীয় তত্ত্বসমূহৰ বাহক আৰু প্ৰচাৰক হৈছে ৰছুলসকল, যিসকলৰ বিভিন্ন সময়ত পৃথিৱীৰ বিভিন্ন সমাজৰ মাজত আবিৰ্ভাৱ হৈছে আৰু যিসকলে প্ৰাপ্ত ঐশীবাণী, নিৰ্দেশ, নিষেধ আদি জনসমাজত প্ৰচাৰ কৰি থৈ গৈছে আৰু যিবোৰ বিভিন্ন ধৰ্মগ্ৰন্থত লিপিবদ্ধ আৰু সংৰক্ষিত হৈছে। এই ঐশীবাণীবোৰ বিশ্বাস কৰিব লাগিলে, সেইবোৰৰ বাহক আৰু প্ৰৱৰ্তক ৰছুলসকলকো ৰছুল বুলি বিশ্বাস কৰিব লাগিব। এনে প্ৰতিজন ৰছুলৰে প্ৰতিবাদন আৰু প্ৰচাৰৰ মূল বিষয় হ'ল ঃ এজন অদ্বিতীয় স্ৰষ্টাৰ অস্তিত্বৰ ওপৰত দ্বিধাহীন বিশ্বাস স্থাপন কৰা। ইয়াৰ নামেই তওহীদ।

পৃথিৱীত মানুহৰ সৃষ্টি হোৱাৰ দিন ধৰি মানৱ সমাজৰ মাজলৈ বহুসংখ্যক নবী আৰু ৰছুল আহিছে। তাৰ ভিতৰত কোৰানত হজৰত আদম, ইব্ৰাহীম, নূহ, ইছমাইল, ইছহাক, ইয়াকুব, ইদ্ৰীছ, মূছা, হাৰুন, দাউদ, চুলেইমান, ইযাহ্য়া, ইউচুফ, ইলিয়াছ, ঈছা আদি পয়গম্বৰৰ নাম আৰু কাৰ্যকলাপৰ বৰ্ণনা পোৱা যায়। হজৰত মোহম্মদ (দঃ) আৰু তেখেতৰ পূৰ্বগামী সকলো ৰছুলক আল্লাৰ বিশেষ বাৰ্তাবাহক বুলি ঈমান অনা বা বিশ্বাস কৰাটো সেয়ে মুছলমানৰ ধৰ্ম বিশ্বাসৰ অপৰিহাৰ্য মূল কথা।

গতিকে আল্লাৰ ওপৰত, আল্লাৰ বাণীসম্বলিত স্বৰ্গীয় গ্ৰন্থসমূহৰ ওপৰত আৰু আল্লাৰ বাৰ্তাবাহক ৰছুলসকলৰ ওপৰত একান্ত বিশ্বাস অবিহনে কোনোৱেই প্ৰকৃত মুছলমান বুলি দাবী কৰিব নোৱাৰে।

কোৰানে সেইসকলকেই ৰছুল বুলি স্বীকৃতি দিছে যিসকলে যুগ ভেদে, সমকালীন প্ৰয়োজন ভেদে দেশ-কাল-পাত্ৰ ভেদে যুগোপযোগী প্ৰাৰ্থনা-ৰীতি, উপাসনা-পদ্ধতি আদি প্ৰৱৰ্তন কৰাৰ মাজেদি, আল্লাৰ তওহীদ বা একমেবাদ্বিতীয়ম স্বৰূপৰ সত্য জনসমাজত প্ৰচাৰ কৰি গৈছে আৰু তাৰ ভিত্তিত এক আল্লাত বিশ্বাসী একোখন সমাজ প্ৰতিষ্ঠা কৰি গৈছে। ধৰ্মবিশ্বাসৰ আৰু আদৰ্শৰ অভিন্নতাৰ কাৰণেই কোৰানে ৰছুলসকলৰ মাজত কোনো পাৰ্থক্য নেৰাখিবলৈ নিৰ্দেশ দিছে।[1]

যি সময়তে, যি সমাজতে আল্লাৰ একত্ববাদৰ ওপৰত থকা ধাৰণা আৰু বিশ্বাসত ভাঙন ধৰিছে বা ভাঙন ধৰাৰ পৰা কোনো অন্ধবিশ্বাস আৰু তেনে ভ্ৰমাত্মক বিশ্বাসজনিত পূজা-পদ্ধতিৰ উদ্ভৱ হৈছিল আৰু তাৰ ফলত মানুহ বহু-ঈশ্বৰ পূজা বা অসত্যৰ পূজাত ৰত হৈ পৰাৰ উপক্ৰম হৈছিল, তেতিয়াই, সেই সমাজৰ মাজৰ পৰাই একোজন ৰছুলৰ আবিৰ্ভাৱ হৈছিল আৰু তেওঁ অসত্য, অনীতি, দুৰ্নীতি আৰু সত্যৰ পৰা স্খলনৰ বিৰুদ্ধে সংগ্ৰামত ব্ৰতী হৈছিল আৰু জনসমাজক সত্য ধৰ্ম বা

১। লা নুফৰ্ৰিকু বইনা আহাদিম্ মিৰ ৰছুলিহ।— কোৰান্

ইছলামৰ পথলৈ আহ্বান জনাইছিল। লক্ষ্য কৰিবলগীয়া কথা যে এই নবী আৰু ৰছুলসকল দেৱতা ফিৰিস্তা বা অতিমানৱ নাছিল। তেওঁলোক অন্যান্য মানুহৰ নিচিনাই 'মানুহ' আছিল। তেওঁলোক অৱতাৰো নাছিল। হজৰত ইব্ৰাহীম, নুহ, মুছা, ইউছুফ, দাউদ, ঈছা আদিৰ জীৱনকালৰ সংগ্ৰাম অসত্য আৰু অধৰ্মৰ বিৰুদ্ধে এক বিৰামহীন আৰু আপোছহীন যুদ্ধ। এনে যুদ্ধত তেওঁলোক ব্যক্তিগত খ্যাতি, যশস্যা, প্ৰভাৱ প্ৰতিপত্তিৰ কাৰণে ব্ৰতী হোৱা নাছিল, ব্ৰতী হৈছিল অসত্যৰ বিৰুদ্ধে সত্যক, অন্যায়ৰ বিৰুদ্ধে ন্যায়ক আৰু ছিৰ্কৰ বিৰুদ্ধে তওহীদক প্ৰতিষ্ঠা কৰিবৰ কাৰণে। অন্য কথাত, নিৰাকাৰ আল্লাৰ বাহিৰে অন্য কোনো সাকাৰ পূজাৰ বিৰুদ্ধে ই আছিল এক প্ৰচণ্ড সংগ্ৰাম। কোনো সৃষ্ট বস্তু, চন্দ্ৰ-সূৰ্য, গ্ৰহ-নক্ষত্ৰ, গছ, শিল, কোনো দৃশ্যমান বা অদৃশ্য প্ৰাকৃতিক শক্তি, গৰু-ছাগলী, কোনো প্ৰাণী বা এইবোৰৰ কোনো প্ৰতীক বা কোনো ধাৰণাৰ (আইডিয়া) আকাৰ বা প্ৰতীক— এনেবোৰৰ পূজা কৰা বা পৌত্তলিকতাৰ বিৰুদ্ধে তওহীদ বা এক আল্লাহবাদ আছিল এক যুগ যুগব্যাপী সংগ্ৰাম। হজৰত মোহম্মদৰ (দঃ) দ্বাৰা প্ৰচাৰিত ইছলামেও পূৰ্বৰ তওহীদৰ আদৰ্শ আৰু পৰম্পৰা ৰক্ষা কৰি, নতুনকৈ নিৰাকাৰ, একমেবাদ্বিতীয়ম একত্বৰ (ৱহদত) ওপৰত বিশ্বাস ৰাখি সেই নিৰাকাৰ আল্লাৰেই এবাদত বা উপাসনা কৰিবৰ কাৰণে আৰু তেওঁৰ দাসত্ব স্বীকাৰ কৰি ভক্তি প্ৰদৰ্শন কৰিবৰ কাৰণে আহ্বান জনাইছিল। খালেক (স্ৰষ্টা) আৰু মখ্লুক (সৃষ্টি) একে আৰু সমান হ'ব নোৱাৰে। কোৰানৰ মতে আল্লাই খালেক বা স্ৰষ্টা। বাকী সকলো মখ্লুক বা সৃষ্টি। সৃষ্টি স্ৰষ্টাৰ সমান হ'ব নোৱাৰে। কোৰানে স্পষ্টভাৱে কৈছে যে আকাশবোৰত যি আছে আৰু ধৰিত্ৰীৰ ওপৰত যি আছে সকলোৱে আল্লাৰ গুণগান কৰে।[১] মানুহ আৰু জিনক (অশৰীৰী সৃষ্টি বিশেষ) আল্লাৰ এবাদত বা পূজা-আৰাধনা কৰাৰ বাহিৰে অন্য একোৰে কাৰণে সৃষ্টি কৰা নাই।[২] মানুহক মাটিৰ পৰা সৃষ্টি কৰা হৈছে আৰু জিনক জুইৰ পৰা সৃষ্টি কৰা হৈছে।[৩] ওপৰৰ উক্তিখিনিয়ে প্ৰতিপন্ন কৰে যে মানুহ, জিন আৰু সৃষ্টিৰ সকলো বস্তুৱে আল্লাৰ পূজা কৰিব লাগিছে, গতিকে সৃষ্টিৰ কোনো বস্তুৱেই পূজাৰ যোগ্য নহয়, কেৱল স্ৰষ্টা আল্লাহে উপাসনাৰ যোগ্য। সমগ্ৰ সৃষ্টিয়ে যাৰ উপাসনা কৰিছে তেওঁহে একমাত্ৰ উপাসনাৰ যোগ্য পাত্ৰ।

১। য়ুছব্বিহ লিল্লাহে মা ফিচ্ ছামাৱাতে
২। মা খলক্তুল জিন্না ৱাল ইন্চা ইল্লা লিয়া অবুদন।— কোৰান্
৩। খালাকাল ইনচানা মিন ছালছালিন কল ফখ্খাৰ ৱ খলকল জিন্না মিন্ মাৰিজিন মিননাৰ।— কোৰান্
৪। ইন্নি জাইলুন ফিল আৰ্দ খলিফা।— কোৰান্

মানুহক আল্লাই পৃথিৱীত তেওঁৰ 'খলিফা' বা প্ৰতিনিধিৰূপে সৃষ্টি কৰিছে আৰু মানুহক সৃষ্টিৰ সকলো জ্ঞানৰ অধিকাৰী কৰিছে।[৪] কিন্তু সেইবুলি মানুহক আল্লাৰ সমকক্ষ জ্ঞান কৰিব নালাগে, কাৰণ মানুহ আল্লাৰ সৃষ্টি মাত্ৰ।

ঐহিক শক্তি আৰু প্ৰভাৱ প্ৰতিপত্তিৰ বলত ইজিপ্তৰ ফিৰাউনৰ নিচিনা ৰজাই নিজকে খোদাৰূপে বা পূজনীয়ৰূপে প্ৰতিষ্ঠা কৰিবৰ প্ৰয়াস পাইছিল আৰু তেওঁৰ ৰাজ্যৰ কোনো কোনো অজ্ঞ প্ৰজাই ভয়তে হ'লেও তেওঁক তেনেদৰে পৰম শক্তিবান আৰু অজৰ-অমৰ বুলি পূজাও কৰিছিল। কিন্তু সেই ফিৰাউনৰ ৰাজ্যতেই জন্মলাভ কৰি হজৰত মূছাৰ নিচিনা ৰছুলে নিজক খোদা বুলি দাবী কৰা পাৰ্থিৱ শক্তিৰ অধিকাৰী ফিৰাউনক আধ্যাত্মিক শক্তিৰে পৰাজিত কৰি ফিৰাউনৰ গৰ্বিত দাবীৰ ভিত্তিহীনতা অকাট্যভাৱে প্ৰমাণ কৰিছিল।

হজৰত মোহম্মদকো (দঃ) কোৰান্ত আল্লাৰ দাস আৰু বাৰ্তাবাহক (আবদুহু ৱ ৰছুলুহু) বুলি কোৱা হৈছে। অজ্ঞতাবশতঃ কোনোবাই তেওঁক পূজা কৰিবলৈ লয় বুলি কোৰানে্ ঘোষণা কৰিছে ঃ "কোৱা মই তোমালোকৰে নিচিনা এজন মানুহ (অৰ্থাৎ অতিমানৱ বা দেৱতা নহয়), (মাত্ৰ) মোলৈ ঐশীবাণী আহে[১]। অগ্নি বা জ্যোতিৰ দ্বাৰা সৃষ্ট ফিৰিস্তা (দেৱদূত) সকলেও সৰ্বজ্ঞানৰ অধিকাৰী আদমক (মানুহ) চিজ্‌দা কৰিছিল (সেৱা কৰিছিল)। তথাপি মানুহ শ্ৰদ্ধেয় হ'লেও পূজ্য হ'ব নোৱাৰে, কাৰণ সৃষ্টি স্ৰষ্টাৰ সমকক্ষ নহয় আৰু আল্লাহৱহদস্থ লা ছৰিকা লহু (একক আৰু অংশীদাৰবিহীন— স্বয়ংসম্পূৰ্ণ)।

চমু কথাত, আল্লাৰ এককত্বত দ্বিধাহীন আৰু চৰ্তহীন বিশ্বাস স্থাপনৰ নামেই তওহীদ। কোৰানে্ ইয়াকে বিভিন্ন ধৰণে প্ৰতিপন্ন কৰিছে আৰু হজৰত মোহম্মদে (দঃ) প্ৰৱৰ্তন কৰা ইছলামেও এই সত্য উপলব্ধিৰ পন্থাকে ঈমানৰ (ধৰ্ম বিশ্বাসৰ) মূল ভিত্তিৰূপে প্ৰতিষ্ঠা কৰিছে।

কোনো এটা ঔষধে ৰোগৰ পৰা আৰোগ্য কৰিব বুলি বিশ্বাস কৰিলেই ৰোগী আৰোগ্য নহয়, সেই ঔষধ ব্যৱহাৰ বা প্ৰয়োগো কৰিব লাগে। আনহাতে কোনো ঔষধৰ গুণাগুণৰ ওপৰত বিশ্বাস নৰখাকৈ ঔষধ সেৱন কৰিলেও আশানুৰূপ ফল পোৱা নাযাব পাৰে। তেনেকৈ আল্লাকো একমেৱাদ্বিতীয়ম বুলি আৰু একমাত্ৰ পূজ্য বুলি ধৰাতে মানুহৰ কৰ্তব্য শেষ নহয়, কাৰ্যতঃ বিশ্বাসৰ লগতে কাৰ্য আৰু আচৰণৰ দ্বাৰাও ইয়াৰ প্ৰতিপাদন কৰা দৰকাৰ। আল্লাহ মানুহৰ পূজাৰ আকলুৱা নহয়, আল্লাৰ একান্ত আৰাধনাৰ যোগেদি মানুহহে সৰ্বতোপ্ৰকাৰে উন্নীত আৰু উৰ্ধগামী হয়। ইছলামে আধ্যাত্মসাধনাৰ পথত ব্যক্তিৰ নিজৰ চেষ্টা-শ্ৰমৰ প্ৰয়োজন আৰু ফলপ্ৰসূতাৰ

১। কুল্ ইন্নামা আনা বছৰুম্ মিচ লুকুম য়ুহা ইলাইয়া।— কোৰান্

সম্ভাবনাক স্বীকাৰ কৰিছে। লগতে সমূহীয়াভাবে সামাজিক জীৱন যাপন কৰা আৰু বিধিবদ্ধ নিয়ম অনুসৰি সমূহীয়াভাৱেও অৱশ্যে কৰণীয় ধৰ্মাচাৰ আৰু সেৱাবিধি পালন কৰাক বাধ্যতামূলক কৰিছে। নামাজ বা উপাসনা ব্যক্তিগতভাবে পালন কৰাটো যিদৰে গ্ৰহণীয়, সেইদৰে সমূহীয়াভাবে নামাজ পঢ়াক অধিক বাঞ্ছনীয় বুলি কোৱা হৈছে। হজ কৰাও অকলে সমাপন কৰিব পৰা ধৰ্মাচাৰ নহয়। বছৰৰ ভিতৰত এক বিশেষ মাহৰ বিশেষ তাৰিখত সমগ্ৰ পৃথিৱীৰ মুছলমানসকল মক্কা তীৰ্থক্ষেত্ৰত সমবেত হৈহে হজ উদ্‌যাপন কৰিব পাৰে। ঈমাম বা আল্লাহ ৰছুলৰ ওপৰত বিশ্বাস নিশ্চয় ব্যক্তিগত বিষয় হ'ব পাৰে, কিন্তু নামাজ বা এবাদত ব্যক্তিগত স্তৰতে নাথাকি সমূহীয়াও হ'ব পাৰে আৰু সমূহীয়া প্ৰাৰ্থনা কাৰ্যক ইছলামে অধিক শোভনীয় আৰু বাঞ্ছনীয় বুলি গণ্য কৰে। এনে সমূহীয়া প্ৰাৰ্থনা বা জামাতৰ নামাজ সমাপনৰ উদ্দেশ্যেৰেই মছজিদ (উপাসনা গৃহ) নিৰ্মাণৰ ব্যৱস্থা হৈছিল। সম্ভৱ ক্ষেত্ৰত দিনটোত পাঁচবাৰ মছজিদত সমবেত হৈ একেলগে নামাজ পঢ়াটো বিধেয় আৰু বাঞ্ছনীয়।

হজৰত মোহম্মদৰ (দঃ) জীৱন কালতে কিছুসংখ্যক অতি বিশ্বস্ত আৰু একান্ত অনুগামী শ্বাহাৰা বা সহযোগী লাভ কৰাৰ কাৰণে নামাজ আদি উপাসনা কাৰ্য সমূহীয়াভাবে সমাপন কৰিব পৰা হৈছিল; আৰু সংখ্যাত তাকৰ হ'লেও এক বিশুদ্ধ তওহীদপন্থী আৰু হজৰত মোহম্মদৰ (দঃ) একান্ত বিশ্বাসভাজন ভক্তসমাজৰ সৃষ্টি হৈছিল। ধৰ্মবিশ্বাসৰ আৰু ধৰ্মাচৰণৰ সামাজিকীকৰণত এই ভক্তসকলে মূল্যবান অৰিহণা যোগাইছিল আৰু নৱপ্ৰবৰ্তিত ইছলামৰ ৰক্ষাকৰ্তাস্বৰূপেও হজৰত মোহম্মদৰ (দঃ) সত্য ধৰ্ম প্ৰচাৰ অভিযানত সক্ৰিয় সহযোগিতা আগবঢ়াইছিল। এওঁলোকেই আছিল ছৰিয়ত বা বিধিসন্মত ধৰ্মাচৰণৰ একান্ত অনুৰক্ত মুছলমান।

কোৰানৰ যোগে প্ৰবৰ্তিত হোৱা আল্লাহতত্ত্বত কোনো গোপনীয়তা নাই। এই সম্পৰ্কীয় সকলো উক্তি দ্ব্যৰ্থহীনভাবে ব্যক্ত কৰা হৈছে। সাধাৰণভাবে ধৰ্মাচৰণ বা উপাসনাবিধিও সাৰ্বজনীন আৰু এই বিষয়ত কোনো দেশ, কাল, পাত্ৰ, ভাষাই কোনো ৰকমৰ ব্যতিক্ৰমৰ অৱকাশ নাৰাখে। ইছলামিক অনুশাসন মানি চলাৰ বিষয়ত আৰু অৱশ্য পালনীয় ধৰ্মকাৰ্য সমাপনৰ ক্ষেত্ৰত কোনো ৰকমৰ জাতি-বৰ্ণ-শ্ৰেণী-ভাষাৰ বিবেচনাই ঠাই নাপায়। পৃথিৱীৰ সকলো মুছলমান ভাই ভাই।[১]

সামাজিক, নৈতিক আৰু আধ্যাত্মিক আচৰণ সম্পৰ্কে কোৰানে যিবোৰ নিৰ্দেশ দিছে, হজৰত মোহম্মদে (দঃ) সেইবোৰ কাৰ্যকৰীভাবে পালন কৰিছিল আৰু নিজধৰ্ম আচৰণ আৰু জীৱনাদৰ্শৰ যোগেদি নিজেই শিক্ষা দিছিল। কোৰানৰ নিৰ্দিষ্ট আচৰণ বিধিক অৱশ্য পালনীয় ফৰ্জ, আৰু হজৰত মোহম্মদে (দঃ) পালন আৰু প্ৰৱৰ্তন কৰা

১। কুন্ন ম মোমিনুনা ইখৱতুন।

কাৰ্যবিধিক চুন্নত বুলি প্ৰতিজন মুছলমানে ব্যক্তিগত আৰু সামাজিক জীৱনত মানি চলিছিল, বৰ্তমানো চলে। ছৰিয়ত অনুসৰি (আনুষ্ঠানিক ধৰ্মাচৰণ বিধি অনুসৰি) জীৱন গঢ়ি তোলা আৰু জীৱন যাপন কৰা লোকসকলকে আদৰ্শ মুছলমান বুলি গণ্য কৰা হৈছিল। এওঁলোকৰ প্ৰধান বিশেষত্ব আছিল নিৰাকাৰ আৰু একমেৱাদ্বিতীয়ম আল্লাৰ একত্ব বা তওহীদৰ ওপৰত পূৰ্ণ আস্থা আৰু অবিসম্বাদী বিশ্বাস, আল্লাৰ ৰছুল বা বাৰ্তাবাহক বুলি হজৰত মোহম্মদৰ (দঃ) ওপৰত দ্বিধাহীন বিশ্বাস ৰখা, যথাৰীতি নামাজ পঢ়া, কল্‌মা (আল্লাৰ নাম জপ কৰা) পঢ়া, সামৰ্থ্য অনুসৰি 'জাকাত' দিয়া (উপাৰ্জনৰ এক বিশেষ অংশ বাধ্যতামূলকভাৱে দান কৰা), শক্তি-সামৰ্থ্য থাকিলে মক্কাত হজ কৰা, ৰমজান মাহত ৰোজা ৰখা (উপবাস ব্ৰত উদ্‌যাপন কৰা)— এই মূল অনুষ্ঠানসমূহ যথাৰীতি পালন কৰাৰ নামেই ছৰিয়ত। হজৰত মোহম্মদৰ (দঃ) সমসাময়িক আৰু পৰৱৰ্তী কালৰ শ্বাহাবাসকলে (অনুচৰসকলে) আৰু খলিফাসকলে ছৰিয়ত অনুসৰি তেওঁলোকৰ সমসাময়িক মুছলমান সমাজখন এখন আদৰ্শ ইছলামী সমাজৰূপে গঢ়ি তোলাৰ যৎপৰোনাস্তি চেষ্টা কৰিছিল। আত্মিক সাধনাতো ছৰিয়ত অনুসৰি ব্যক্তিগতভাৱেও অগ্ৰগতি লাভ কৰাটো আদৰ্শনীয় বুলি বিবেচিত হৈছিল। হজৰত মোহম্মদৰ (দঃ) সমসাময়িক কালৰ বা কিছু পিছৰ কালৰ যিসকল 'ৱলী' বা তত্ত্বসাধকে চৰম আধ্যাত্মজ্ঞান আৰু অলৌকিক আধ্যাত্ম শক্তি লাভ কৰিছিল তেওঁলোক ছৰিয়তৰ অনুগামী নিষ্ঠাবান সাধক আছিল। হজৰত জাফৰ চাদিক, হজৰত আৱিছ (ৱেইছ) কুৰ্নী, হজৰত হাছান বছৰি, হজৰত মালিক দীনাৰ, হজৰত ইব্ৰাহীম আদহম, হজৰত জুন্নুন মিছৰী, হজৰত বায়েজীদ ৰিস্তামী, হজৰত ছফীক বলখী, হজৰত ইমাম আদহম্‌, আবু হানিফা, হজৰত ৰাবেয়া বছৰী আদি মহাসাধকসকল ছৰিয়তৰ একান্ত অনুগামী আছিল আৰু তেওঁলোকৰ ব্যক্তিগত আধ্যাত্ম সাধনৰ লগত ছৰিয়তৰ কোনো বিৰোধে দেখা দিয়া নাছিল। সামাজিক আৰু আনুষ্ঠানিক ধৰ্মাচাৰ নিষ্ঠাৰে পালন কৰিও তেওঁলোকে ব্যক্তিগত আধ্যাত্মিক সাধনাত, অভূতপূৰ্ব সাফল্য লাভ কৰিছিল। এওঁলোকৰ আল্লাপ্ৰেম বা ভক্তি সাধনা, ছৰিয়ত অনুসৰি ধৰ্মজীৱন যাপন কৰাত কোনো অন্তৰায়ৰ সন্মুখীন হোৱা নাছিল। আল্লাৰ করুণালাভৰ পথ-নিৰ্দেশক হিচাপে, আল্লাৰ প্ৰিয়দাস হিচাপে আৰু মানুহৰ ঐহিক আৰু পাৰলৌকিক মুক্তিলাভৰ পথৰ সন্ধান দিওতা হিচাপে হজৰত মোহম্মদক (দঃ) সবাতোকৈ আনকি নিজতকৈ প্ৰিয় বুলি গ্ৰহণ কৰি আল্লাৰ সন্তুষ্টিৰ লগতে ৰছুলৰো সন্তুষ্টি সাধনৰ কাৰণে জীৱনৰ কৰ্ম, চিন্তা পৰিচালিত কৰাটোৱেই আছিল এই সাধক বা ৱলীসকলৰ জীৱনৰ লক্ষ্য। আনুষ্ঠানিক আৰু বিধিসন্মত ছৰিয়ত অনুসৰণৰ মাজেদিয়েই এই সাধকসকল আধ্যাত্ম মাৰ্গৰ চৰম স্তৰ লাভ কৰিবলৈ সক্ষম হৈছিল। এইসকল সাধকে আনৰ দৰেই

ছৰিয়তৰ ৰীতি-নীতি পালন কৰিও ব্যক্তিগতভাৱে আধ্যাত্ম সাধনা কৰিহে বিশেষ আধ্যাত্ম উপলব্ধিৰ অদিকাৰী হ'ব পাৰিছিল আৰু এনে ব্যক্তিগত আধ্যাত্ম সাধনাৰ অনুশীলনৰ মাজেদিয়ে তেওঁলোকে মাআৰিফত (তত্ত্বজ্ঞান) লাভ, তৰিকত (সত্যপথৰ সন্ধান লাভ) কৰা হকিকত্ বা সত্য উপলব্ধি বা চৰম আধ্যাত্মজ্ঞান লাভ কৰিব পাৰিছিল। এই পথৰ প্ৰদৰ্শকৰূপে তেওঁলোকে হজৰত মোহম্মদকে (দঃ) ৰছুল আৰু নবী বুলি লগতে আধ্যাত্মিক গুৰুৰূপেও স্বীকাৰ কৰি লৈছিল। শেষ লক্ষ্য আল্লাৰ কৰুণাপ্ৰাপ্তি হ'লেও ৰছুলৰ কৰুণা লাভো সমানেই প্ৰয়োজনীয় বুলি এই ৱলীসকলে বিশ্বাস কৰিছিল।

## চুন্নী মুছলমান ঃ

যিসকল মুছলমানে কোৰানৰ নিৰ্দেশাৱলী সম্পূৰ্ণ মানি চলা আৰু সেইমতে জীৱন-ধাৰণ কৰাৰ উপৰিও হজৰত মোহম্মদৰ (দঃ) জীৱনাদৰ্শ আৰু মত-অভিমত, আদেশ-নিৰ্দেশ সমান গুৰুত্বসহকাৰে মানি চলে সেইসকলকে চুন্নী মুছলমান বোলা হয়। চুন্নাহ শব্দৰ অৰ্থ গঠন, ধৰণ, প্ৰথা নাইবা ৰূপৰেখা। যিবোৰ কথাৰ বিষয়ে বা যিবোৰ পৰিস্থিতিৰ বিষয়ে বা সমস্যাৰ সমাধানৰ বিষয়ে কোৰানত পোনপটীয়া আৰু স্পষ্ট নিৰ্দেশ পোৱা নাযায় সেইবোৰৰ সম্পৰ্কে হজৰত মোহম্মদে (দঃ) কি কৈছিল বা কি নিৰ্দেশ দিছিল, কেনে পৰিস্থিতিত কেনে কাম কৰাটোক তেওঁ অনুমোদন জনাইছিল সেই বিষয়ে নিৰ্ভৰযোগ্য সন্ধান লৈ সেইমতে চলা বা কাম কৰাটো উচিত বুলি চুন্নীসকলে মত প্ৰকাশ কৰে। ৰছুলৰ চুন্নাহবিলাক হদীছত (ইতিবৃত্ত বা tradition) সংগৃহীত আৰু সন্নিবিষ্ট কৰা আছে। হদীছত বৰ্ণিত কথা বা বৃত্তান্তবিলাক সম্পূৰ্ণ বিশ্বাসযোগ্য হোৱাটো আৰু অসমৰ্থিত কথাই হদীছত স্থান নোপোৱাটো বাঞ্ছনীয় আৰু প্ৰয়োজনীয় কথা আছিল। হদীছৰ উক্তি বা বৃত্তান্তৰ যথাৰ্থতা আৰু যুক্তিযুক্ততা সম্পৰ্কে নিৰ্ভৰযোগ্য প্ৰমাণ দৰ্শোৱাৰ প্ৰয়োজন আছিল। এই হদীছবোৰৰ সত্যতাৰ প্ৰমাণ কেৱল সেইবোৰৰ সম্ভাৱনীয়তাৰ ওপৰতে নিৰ্ভৰ নকৰিছিল। অন্য কোনোৱে সেই বিষয়ে একে ধৰণৰ অভিমত প্ৰকাশ কৰিলেও তাকে যথেষ্ট বুলি গণ্য কৰা নহৈছিল। যিসকলৰ যোগেদি সেইবোৰ উক্তি বা বিৱৰণ পোৱা গৈছিল সেইবোৰ সন্দেহাতীত আৰু বিশ্বাসযোগ্য হোৱাটোও প্ৰয়োজনীয় আছিল। ইছ্নাদ বা ৰাবীসকল বা হদীছৰ বৰ্ণনাকাৰীসকল বা ৰছুলৰ কাৰ্যকলাপৰ ইতিবৃত্ত বহনকাৰীসকলৰ মাজত কোনো অবিশ্বাসযোগ্য বা সন্দেহযুক্ত কথা নথকা বুলি জানিলে হদীছ-উক্ত কথাবোৰ অবিসম্বাদীভাৱে নিৰ্ভৰযোগ্য আৰু গ্ৰহণযোগ্য বুলি ধৰা হৈছিল। এনে ব্যৱস্থাৰ যোগে চুন্নাহ সম্পৰ্কে সিদ্ধান্ত গ্ৰহণ কৰিব পৰা হোৱাত কিছুমান ভুৱা হদীছ

উদ্ভাৱন কৰাৰ বাট মুকলি হ'ল। কিছুমান মানুহে নিজৰ কথা বা কামৰ সমৰ্থনত ভুৱা হদীছৰ উল্লেখ কৰি আনৰ সমৰ্থন লাভ কৰাৰ প্ৰয়াস পালে। এনে পৰিস্থিতিত হজৰত আবু হানিফাই (১৫০ হিজৰী) গ্ৰহণ কৰা ভূমিকাৰ কথা আলোচনা কৰি চাব পাৰি। কোনো কথাৰ সমৰ্থনত কেৱল হদীছৰ সাক্ষ্যকেই যথেষ্ট বুলি ধৰিব নোৱাৰি— এনে এটা মত তেখেতে পোষণ কৰিছিল যেন লাগে। হয়তো তেখেত পাৰস্য দেশীয় লোক আছিল কাৰণেই নাইবা সন্দেহজনক বহুসংখ্যক হদীছৰ উদ্ভাৱন হোৱা দেখি তেওঁ এনে মত পোষণ কৰিবলগীয়া হৈছিল। সেই দেখি কোনো নতুন আৰু জটিল সমস্যাৰ সমাধানৰ কাৰণে তেওঁ পোনে পোনে কোৰানৰ কাষ চপাৰ পক্ষপাতী আছিল; আৰু তেনে কোনো বিষয় সম্পৰ্কে কোৰানৰ পৰা স্পষ্ট নিৰ্দেশ পোৱা নগ'লে কোৰানৰ নিৰ্দেশৰ পৰা তেনে বিষয়ক ইংগিত গ্ৰহণ কৰি নিজস্বভাৱে সিদ্ধান্ত লোৱাটো সমীচীন বুলি ভাবিছিল। চুন্নীসকলে 'ৰায়' আৰু 'কেয়াছ'ক বহু কাললৈকে সন্দেহৰ চকুৰে চাইছিল। 'ৰায়' হৈছে স্বয়ংসিদ্ধ ব্যক্তিগত বিচাৰ বা মীমাংসা আৰু 'কেয়াছ' মানে পুৰণি কোনো বিষয় সম্পৰ্কীয় সিদ্ধান্তৰ লগত মিল ৰাখি নতুন বিষয় সম্পৰ্কে অভিমত দানৰ বিষয়ে যুক্তি আগবঢ়োৱা। ৰায় আৰু কেয়াছ দুয়োটাই যেন অনুমোদিত কৰ্তৃত্বৰ প্ৰতি অসন্মান প্ৰদৰ্শন কৰিছিল। হজৰত আবু হানিফাই আনকি কোৰান্-চৰিফৰ কৰ্তৃত্বশীল লিখিত নিৰ্দেশৰ পৰাও আঁতৰি গৈ আৰু চুন্নাই দিয়া নিৰ্দেশকো একাপৰীয়াকৈ থৈ 'ৰায়' আৰু 'কেয়াছ'ৰ সপক্ষে থিয় দিয়া যেন লাগে। কোনো এটা সিদ্ধান্ত গ্ৰহণ সম্পৰ্কে যেতিয়া নিশ্চিত নিৰ্দেশ পোৱা গৈছিল, নাইবা কেয়াছৰ যোগেও কোনো নিশ্চিত নিৰ্দেশ লাভ কৰা গৈছিল, তেতিয়াও পৰিস্থিতিৰ ভিত্তিত তাতোকৈ কোনো অধিক নিৰ্ভৰযোগ্য সিদ্ধান্ত গ্ৰহণ কৰিব পৰাৰ উপায় পোৱাৰ পথ আছিল। এনে পৰামৰ্শ মানি চলাটো আছিল এটা কৰ্তব্য। এনে কৰিবৰ কাৰণে অৱলম্বন কৰা নীতিক ইছ্তিহ্ছান বোলা হৈছিল। ইয়াৰ অৰ্থ হৈছে— অধিক ভালটো বাছি লোৱা বা দুটাৰ মাজত কোনটো ভাল নিৰ্ণয় কৰা। এনে ইছ্তিহ্ছান ব্যৱস্থাত কেয়াছতকৈ ৰায় বা স্বতন্ত্ৰ বিচাৰ-ব্যৱস্থাই অধিক গুৰুত্ব লাভ কৰিছিল। হজৰত মালিক ইব্নে আনছ মদিনাত আছিল আৰু তেওঁ হদীছৰ পৰিবেশৰ মাজতে আছিল। সেইদেখি তেওঁ আবু হানিফাতকৈ হদীছক অধিক গুৰুত্ব সহকাৰে গ্ৰহণ কৰিছিল। তথাপি ভুৱা হদীছ কিদৰে উদ্ভাৱন কৰা হৈছিল আৰু কি কাৰণে এনে হদীছ সৃষ্টি কৰা হৈছিল সেই কথা তেওঁ জানিছিল। তথাপি যাতে আইনগত আৰু নীতিগত কোনো প্ৰশ্নৰ সমাধান খামখেয়ালী কৰি কৰা নহয়, অথবা পক্ষপাতদুষ্ট কোনো সিদ্ধান্তৰ দ্বাৰা ইছলামৰ ক্ষতি সাধন কৰা নহয়, সেই বিষয়ে সিদ্ধান্ত লোৱাৰ এক নীতি উদ্ভাৱনৰ পথ তেতিয়াও আছিল। মালিক ইব্নে আনছে সেইদেখি ইছ্তিহ্ছান বা জনসাধাৰণৰ

কল্যাণ কামনা কৰাৰ ৰীতিক অনুমোদন জনালে। এনে ৰীতিৰে সিদ্ধান্ত গ্ৰহণ কৰিলে আনকি কোৰান্ আৰু হদীছৰ নিৰ্দেশো কেতিয়াবা পৰিত্যক্ত হোৱাৰ আশংকা আছিল। চুন্নী সম্প্ৰদায়ে বা আহ্লুল চুন্নাই ইয়াৰ বিৰোধিতা কৰিছিল। কিয়নো এনে ব্যৱস্থাতো হজৰত আবু হানিফাই দেখুওৱা শিথিলতা কিছু আছিল। ইছ্তিহ্ছান আৰু ইছ্তিহ্লাহ্ এই দুয়োটা ব্যৱস্থাই 'ৰায়ক' অধিক গুৰুত্ব দিছিল। সাধাৰণ মুছলমানসকল বাহ্যিক কৰ্তৃত্ব মানি লোৱাৰ নীতিকে সমৰ্থন জনোৱাৰ পক্ষপাতী নাছিল। কেয়াছ, ইছ্তিহ্ছান, ইছ্তিহ্লাহ আৰু 'ৰায়' আদি ব্যৱস্থা মানৱ বুদ্ধি-প্ৰসূত আৰু সেইদেখি বৰ দুৰ্বল আছিল, আৰু তাত ভুল হোৱাৰো থল আছিল। 'ৰায়' বা মুকলি বিচাৰ আৰু মীমাংসো আৰু চুন্নাহ্ বা হজৰত মোহম্মদৰ (দঃ) পৰা লাভ কৰা কৰ্তৃত্ব— এই দুটাৰ ভিতৰত কোনটো ব্যৱস্থা গ্ৰহণ কৰিব তাৰ ওপৰতে মুছলমানৰ ভৱিষ্যৎ বহুলৰ নিৰ্ভৰ কৰিছিল। সমস্যাটো আছিল বুদ্ধিমান মুছলমান নেতাৰ দিহা-পৰামৰ্শ অনুসৰি সমস্যা সমাধানৰ ব্যৱস্থা ল'ব নে পুৰণি ৰীতি-নীতি সাবটি ধৰি থকা হাজাৰ-বিজাৰ মুছলমানৰ মত অনুসৰি বিচাৰ-বিবেচনা কৰি সিদ্ধান্ত গ্ৰহণ কৰিব।

আহ্লে হদীছৰ দ্বাৰা (হদীছৰ অনুগামীসকলৰ দ্বাৰা) সমৰ্থিত বহুলৰ হদীছ মতে চলা ব্যৱস্থা আৰু যুক্তিবাদৰ দ্বাৰা সমৰ্থিত ব্যৱস্থা দুয়োটাই সমান গতিৰে আগবাঢ়িছিল। দুয়োটা ব্যৱস্থাৰ মাজত বিৰোধ দিনে দিনে বৃদ্ধি পাই গৈছিল। যুক্তিবাদৰ সমৰ্থনকাৰী দলটোৱে 'ৰায়' ব্যৱস্থাক সমৰ্থন জনোৱা বুলি স্বীকৃতি লাভ কৰিছিল। কোনো বিষয়ৰ যুক্তিসিদ্ধ মীমাংসা কৰাৰ ক্ষেত্ৰত তেওঁলোকে এৰিষ্টটোলৰ ৰীতি অনুসৰণ কৰিছিল। আব্বাছীয় বংশৰ প্ৰথম ভাগৰ খলিফাসকল এনে ব্যৱস্থাৰ পক্ষপাতী আছিল। খলিফা আল্ মামুনে (২১৮ হিজৰী) তেওঁলোকক চৰকাৰীভাৱে স্বীকৃতি দান কৰিছিল। তেওঁৰ খিলাফতৰ (খলিফা হিচাপে ৰাজত্ব কৰাৰ) শেষৰ বছৰত তেওঁ আহ্লে হদীছসকলৰ (হদীছৰ সমৰ্থনকাৰীসকলৰ) বিৰুদ্ধে এক বিচাৰ অনুষ্ঠিত কৰিছিল। এই বিচাৰ বা আল্মিহ্না ১৬ বছৰ ধৰি চলিছিল (২১৮—২৩৪ হিজৰী) আৰু এই মিহ্না চলি থকা কালছোৱাৰ ভিতৰত নৈতিক আহ্লে হদীছসকলে বহু নিৰ্যাতন ভোগ কৰিবলগীয়া হৈছিল। সেই পক্ষৰ নেতাসকলৰ আনকি মৃত্যুভয় পৰ্যন্ত আছিল। এই কালছোৱাত কঠোৰ তৰ্কবাদ আৰু বিৰোধী মতবাদৰ সংঘৰ্ষ চলি আছিল আৰু তাৰ পৰিণামত পৰৱৰ্তী আহ্লে চুন্নাহ্সকলৰ বিশ্বাসে এক বিশিষ্ট ৰূপ গ্ৰহণ কৰিছিল; আৰু প্ৰতিপক্ষই আহ্লে চুন্নাৰ ভিত্তি ধ্বংস কৰিবৰ কাৰণে যুক্তিবাদীসকলে প্ৰস্তুত কৰি উলিওৱা যুক্তিবোৰৰ স্বৰূপো উদ্ঘাটন কৰি দিছিল। আহ্লে চুন্নাহ্ এই যুক্তিবাদীসকলক 'মুঅ্তাজিলা' বা বিৰোধী বা লগ এৰোতা আখ্যা দিলে। প্ৰথমে মুঅ্তাজিলা বুলিলে বৈৰাগ্য অৱলম্বনকাৰী বা দৰ্বেছ ধৰণৰ পুণ্যাত্মাসকলকহে

বুজাইছিল। কিন্তু পিছলৈ হিজৰী ২য় শতিকাৰ শেষৰ ফালে মুঅ্‌তাজিলা বুলিলে নাস্তিক বা ধৰ্মবিদ্বেষী বুলিহে ধৰা হ'ল। এফালে হ'ল আহ্‌লে চুন্নাই আৰু আনফালে হ'ল আহ্‌লুৰ্ ৰায় বা মুঅ্‌তজিলাসকল। দুয়ো পক্ষৰে প্ৰধান বিসম্বাদী প্ৰশ্ন আছিল ঃ আল্লাহ সম্পৰ্কে প্ৰকৃত ধাৰণা। কোন দলৰ যুক্তিয়ে আল্লাৰ তওহীদ বা একত্ব সম্পৰ্কীয় ধাৰণাক সুপ্ৰতিষ্ঠিত কৰিব, কোনটো মতবাদে আল্লাৰ 'জাত' বা স্বৰূপ স্পষ্টভাৱে দাঙি ধৰিব। মুঅ্‌তাজিলাসকলে দাবী কৰিলে যে তেওঁলোকহে আহলুত তওহীদ · ৱ আদ্‌ল্ (আল্লাৰ একত্ববাদ আৰু ন্যায় বিচাৰৰ সমৰ্থনকাৰী দল)। তেওঁলোকে আহলুচ্ চুন্নাহক ইয়াৰ বিৰোধী বুলি অভিযুক্ত কৰিছিল।

আহ্‌লুল্ কোৰান্ আৰু আহলুচ্ চুন্নাহসকলে মত পোষণ কৰিছিল যে সকলো সময়তে, সকলো বিষয়তে কোৰান্ আৰু হ্‌দীছ আখৰে আখৰে মানি চলিব লাগে। আনহাতে মুঅ্‌তজিলাসকলে দাবী কৰিছিল যে ধৰ্মবিশ্বাস আৰু ধৰ্মাচৰণ কাৰ্য যুক্তিৰ দ্বাৰা সমৰ্থিত হ'ব লাগে। তৰ্কশাস্ত্ৰৰ সহায়তহে যুক্তিনিষ্ঠ মীমাংসাত উপনীত হ'ব লাগে। এনে কাৰণতে এওঁলোক 'কালামৰ' সমৰ্থক আছিল আৰু এওঁলোকে মুতকল্লমুন বুলি নিজৰ পৰিচয় দিছিল। নৈষ্ঠিক আহ্‌লুল্ কোৰান্ আৰু আহ্‌লুল্ হ্‌দীছসকলে মুতকল্লমুনসকলক নাস্তিক বা ধৰ্মবিৰোধী আখ্যা দিছিল। মুঅ্‌তাজিলাসকলে নিজকে আহ্‌লুল্ আক্‌ল্ বা যুক্তিপন্থী বা জ্ঞানপন্থী বুলি কৈছিল। তেওঁলোকে অভিমত প্ৰকাশ কৰিছিল যে কেৱল বুদ্ধি বা জ্ঞানৰ সহায়তহে আল্লাহ সম্পৰ্কে আৰু আল্লাৰ প্ৰতি মানুহৰ কৰ্তব্য সম্পৰ্কে এটা সম্যক ধাৰণা পাব পাৰি। যুক্তিসহকাৰে ব্যাখ্যা বিশ্লেষণৰ পদ্ধতি অৱলম্বন কৰিলেহে কোৰানৰ শুদ্ধ তাৎপৰ্য উপলব্ধি কৰিব পাৰি আৰু ভ্ৰমাত্মক আৰু অবাস্তৱ ব্যাখ্যাৰ পৰা কোৰানক ৰক্ষা কৰিব পাৰি।

গোড়া আহ্‌লুল্ কোৰান্‌সকলে কোৰানৰ কিছুমান কথা আক্ষৰিক অৰ্থত গ্ৰহণ কৰি ল'বলৈ যত্ন কৰাৰ ফলত কোৰান্ সনাতন (eternal) আৰু ই সৃষ্টবস্তু নহয় (uncreated) বুলি ঘোষণা কৰিলে। তেওঁলোকে আনকি প্ৰথম অৱস্থাত কোৰানৰ আখৰ আৰু শব্দবোৰ যেনেদৰে লিখা হৈছিল আৰু কেৰাত (কোৰান্ পাঠ) পঢ়োতে যেনে ধৰণে উচ্চাৰণ কৰা হৈছিল তাকো সনাতন বুলি ঘোষণা কৰাৰ ৰীতি গ্ৰহণ কৰিছিল। কোৰানক সৃষ্টবস্তু বুলি ধৰিব নালাগে বোলা প্ৰশ্নটো লৈ যি বাদানুবাদৰ উদ্ভৱ হৈছিল, সেই বিষয়ত হজৰত আহমদ বিন্ হাম্বল আছিল আহ্‌লুল্ হ্‌দীছসকলৰ ভিতৰৰ এজন মুখ্য প্ৰবক্তা। মুঅ্‌তাজিলাসকলৰ মতে মানুহে ব্যৱহাৰ কৰা মাধ্যম (কোৰানৰ আৰবী ভাষা) আৰু নিৰ্জীৱ কথাবিলাক, সেইবিলাক প্ৰকৃতি বা স্থায়িত্বৰ বিষয়ত অসীম অনন্ত নহয়।

ইয়াৰ প্ৰত্যুত্তৰস্বৰূপে হজৰত আহমদ বিন্ হাম্বলে মত প্ৰকাশ কৰিছিল যে স্বয়ং আল্লাই যেতিয়া কোৰান্‌ক কালামুল্লাহ (আল্লাৰ কথা বা বাণী) বুলি কৈছে ই নিশ্চয় অবিচ্ছেদ্যভাৱে আল্লাহ তাআলাৰ 'চিফাত' বা গুণসমূহৰ অন্তৰ্ভুক্ত। আল্লাৰ কথাক তেওঁৰ ভাব বা ইচ্ছাৰ পৰা আৰু আল্লাৰ নিজস্ব বিচাৰ-বুদ্ধিৰ পৰা পৃথক কৰিব নোৱাৰি। সেইদেখি ই চিৰন্তন বা সনাতন।

এই যুক্তিৰ প্ৰতিযুক্তি হিচাপে নতুন প্ৰশ্নৰ অৱতাৰণা হ'ল— আল্লাৰ 'চিফাত' বা গুণ সম্পৰ্কে—

'কোৰান কালামুল্লাহ'— এই আল্লাৰ বাণীক (কালামুল্লাহ) আল্লাৰ 'জাত' বা মূল সত্তাৰ লগত সম্পৰ্কহীন এক স্বতন্ত্ৰ আৰু সুকীয়া সত্তা বুলি ধৰিব লাগিব নেকি? সেয়ে হ'লে এনে অৰ্থত আল্লাৰ সকলো গুণ একোটা সুকীয়া সত্তা নেকি?

কোৰান্ চৰিফৰ উক্তিৰ সাক্ষ্য দি আহ্‌লে চুন্নাহ্‌সকলে তেওঁলোকৰ স্বপক্ষ সমৰ্থনত আকোঁৰগোজ হৈ লাগি থাকিল। ইয়াৰ বিপক্ষে মুত্‌তাজিলাসকলে অভিযোগ আনিলে যে আল্লাহ আৰু কোৰান্ উভয়কে চিৰন্তন বুলি ধৰিলে, কোৰান্ তথা আল্লাৰ গুণৰাশিক আল্লাৰ অংশীদাৰ বুলি বুজোৱা হ'ব আৰু তেনে কৰিলে ছিৰ্ক কৰা হ'ব। আল্লাৰ বাহিৰে অন্য কিবা সনাতন সত্তা আছে বুলি ধৰিলে, বহুআল্লাহবাদ মত পোষণ কৰা হ'ব। আল্লাৰ তওহীদক ধ্বংস কৰা বা আল্লাৰ লগত অন্য কোনো সত্তাৰ সমকক্ষতা স্বীকাৰ কৰা অবাঞ্ছনীয় আৰু কোৰানৰ বাক্যাদিৰ তেনে ধৰণৰ ব্যাখ্যা কৰাও অনুচিত কাৰ্য। কোৰানৰ কথাবোৰৰ আক্ষৰিক ব্যাখ্যা কৰিলে কোৰানৰ প্ৰতি অৱমাননা কৰা হ'ব পাৰে, নাইবা কোনো কথা অযুক্তিকৰ বুলি প্ৰতীয়মান হ'ব পাৰে। তেনেবোৰ কথা 'তাৱিল' বা ৰূপকাত্মকভাৱেহে ব্যাখ্যা কৰিব লাগে।

আহ্‌লে চুন্নাহ্‌সকলে কালামুল্লাহতকৈ 'ৰায়' বা আকলক অধিক প্ৰাধান্য দিয়াৰ বিৰুদ্ধে অবিৰাম নানা যুক্তিৰে আক্ৰমণ কৰি গ'ল। আল্লাৰ মখ্‌লুক বা সৃষ্ট মানুহে, বুজিব নোৱাৰিলে বুলিয়েই আল্লাৰ মুখৰ সৰল বাণী কোৰান্ চৰিফক একাষৰীয়া কৰি থ'বলৈ দুঃসাহস কৰাটো ডাঙৰ গুণাহৰ (পাপৰ) কথা।

এই বাদানুবাদত দুয়ো পক্ষই এনে ৰকমৰ দ্ব্যৰ্থবোধক ভাষা আৰু শব্দ ব্যৱহাৰ কৰিছিল যে উভয়পক্ষৰ সমৰ্থনযোগ্য কোনো ঐক্যমতত উপনীত হোৱাটো অসম্ভৱ হৈ পৰিছিল। হজৰত আহমদ বিন্ হাম্বলে যি অৰ্থত কালামুল্লাহ (আল্লাৰ বাণী) কথাষাৰ ব্যৱহাৰ কৰিছিল তেওঁৰ প্ৰতিপক্ষই তাৰ এক সম্পূৰ্ণ বেলেগ অৰ্থ কৰিছিল। এজনে কোৰান্‌ক সৃষ্টবস্তু আৰু আনজনে সৃষ্টবস্তু নহয় বুলি যুক্তি উত্থাপন কৰাৰ পিছত দুয়োপক্ষৰ মাজত মতৈক্য স্থাপন কৰাটো অসম্ভৱ হৈ উঠিছিল। আহ্‌লে চুন্নাহ্‌সকল কোৰান্‌ত থকা কিছুমান উক্তিৰ আক্ষৰিক ব্যাখ্যা দিয়াত আকোঁৰগোজ

হৈ লাগি থকাৰ কাৰণে, মুঅ্‌তাজিলাসকলে তেওঁলোকক তিৰস্কাৰ কৰিবলৈ সুবিধা পাইছিল। বিশেষকৈ এনে কৰাৰ প্ৰয়াস পাইছিল, আল্লাত মানুহৰ গুণাগুণ আৰোপ কৰি একপ্ৰকাৰৰ অৱতাৰবাদৰ সমতুল্য মত দাঙি ধৰি কোৰানৰ কিছুমান কথাৰ আক্ষৰিক অৰ্থ কৰাৰ কাৰণে। কোৰান্ চৰিফৰ উক্তিৰ ভিত্তিত, আল্লাহ মানুহৰ নিচিনা চকু, কাণ, হাত আদি ইন্দ্ৰিয়ৰ অধিকাৰী বুলি ধৰাৰ লগতে আল্লাৰ বিষয়ে আল্লাইহে জানে বা নিৰ্ণয় কৰিব পাৰে, এনে ধৰণৰ যুক্তিৰে কোৰানৰ কথা আক্ষৰিকভাৱে মানি লোৱাৰ সপক্ষে তেওঁলোকে দৃঢ় অভিমত আগবঢ়াইছিল। এওঁলোকৰ মতে ই কেনেকৈ হ'ব পাৰে সেই সম্পৰ্কে কোনো প্ৰশ্ন নকৰি, বিনা প্ৰশ্নে (বিলাকাইফা) কোৰানৰ কথা মানি ল'ব লাগে। এনেদৰে ইন্দ্ৰিয়গ্ৰাহ্য ৰূপত আল্লাৰ গুণৰাজি আৰু কৰ্মৰাজি সম্পৰ্কীয় কথাখিনি মানি লোৱাৰ লগতে, কোৰান্‌ত উক্ত হোৱা মতে, আল্লাক চকুৰে দেখা পোৱা কথাষাৰ জড়িত হৈ আছিল। সাধক বা ৱলীসকলে যদি আল্লাক দেখা পায় বা পাব পাৰে, তেন্তে তাৰ অৰ্থ হ'ল যে সাকাৰ ৰূপতো আল্লাৰ অস্তিত্ব সম্ভৱ আৰু যদি এই কথাটো সঁচা নহয় তেন্তে তেওঁলোকে আল্লাক দেখা পোৱা কথাটোও সঁচা নহয়, অৰ্থাৎ তেওঁলোকে আল্লাক দেখা নাপায়।

আহ্‌লে চুন্নাহসকলে এনে মত প্ৰকাশ কৰিছিল যে পৃথিৱীত য'ত যি ঘটে বা পৰিৱৰ্তন সাধিত হয়, সেই সকলোবোৰৰ মূলত আছে সকলোৰে নিৰ্ণায়ক বা নিৰ্ধাৰক আল্লাহ তাআলা। আহ্‌লে আক্‌ল্ বা মুঅ্‌তাজিলসকলে কিন্তু এনে মত দাঙি ধৰিলে যে মানুহৰ কোনো কাম কৰিবলৈ লোৱাৰ অধিকাৰ আছে আৰু মানুহে যি কাম কৰে তাৰ বাবে তাৰ্ দায়িত্ব মানুহৰ নিজৰ। এনে অভিমত পোষণ কৰাৰ কাৰণেই এওঁলোকক কাদৰি (স্বাতন্ত্ৰ্যবাদী) আখ্যাও দিয়া হয়। নৈষ্ঠিক চুন্নীসকলে নিজ কৰ্মৰ কাৰণে মানুহক দায়ী বুলি ধৰিছিল আৰু মানুহৰ মুক্ত ইচ্ছা বা ইচ্ছাৰ স্বাতন্ত্ৰ্য নাই বুলি কৈছিল। এই বাবে তেওঁলোক কঠোৰ সমালোচনাৰ সন্মুখীন হৈছিল। তেওঁলোকৰ মতে মানুহৰ ইচ্ছাৰ স্বাধীনতা থাকিব পাৰে। কিন্তু ই বাস্তৱ নহয়, ভ্ৰমাত্মকহে। স্বৰূপতে মানুহৰ কাৰ্য হৈছে আল্লাৰ সৃষ্টি, আল্লাহ অবিহনে একো সংঘটিত হ'ব নোৱাৰে। আহ্‌লে চুন্নাহৰ এনে যুক্তিৰ বিৰুদ্ধে মুঅ্‌তাজিলাসকলে কৈছিল যে ইয়াৰ দ্বাৰা মানুহৰ অন্যায় কৰা হৈছে আৰু আল্লাৰ ন্যায় বিচাৰৰ ওপৰতো অনাস্থা প্ৰকাশ কৰা হৈছে।

কোৰানৰ ব্যাখ্যাক ভিত্তি কৰি হোৱা বিপৰীতমুখী দৃষ্টিভঙ্গীৰ ফলত ইছলামীয় দৰ্শনৰ এক বিতৰ্কমূলক অধ্যায়ৰ সূচনা হৈছিল আৰু ভিন্নমুখী যুক্তিৰ আলমত ভিন্ন মতাৱলম্বী গোষ্ঠীৰ উদ্ভৱ হৈছিল। যুক্তিবাদী আদৰ্শই পৰবৰ্তী কালৰ চুফী দৰ্শনৰো বাট মুকলি কৰিছিল।

## নৈষ্ঠিক ইছ্লামৰ পুনঃপ্ৰতিষ্ঠা ঃ

২৩৪ হিজৰীত খলিফা আল্‌মোতৱক্কিলে মুঅ্‌তাজিলাসকলৰ তৰ্ক বাদানুবাদৰ ওৰ পেলায়। তেওঁ তেওঁৰ পূৰ্বগামী খলিফাসকলৰ উদাৰ নীতিৰ পৰিৱৰ্তন ঘটায়, মুঅ্‌তাজিলাসকলে সমৰ্থন জনোৱা ৰীতি-নীতিবোৰ ৰাষ্ট্ৰবিৰোধী বুলি ঘোষণা কৰে, আৰু আহ্‌লে কোৰান্ আৰু আহ্‌লে হদীছে সমৰ্থন কৰা আৰু মানি চলা মতবাদকে চৰকাৰী (ৰাজকীয়) মতবাদ বুলি ঘোষণা কৰে। তেওঁ লগতে ঘোষণা কৰে যে ৰাষ্ট্ৰই আৰু ইছ্লামে একমাত্ৰ সেই মতবাদহে গ্ৰহণ আৰু সমৰ্থন কৰিব। আহ্‌লুচ্ চুন্নাহ্‌ৰ এই চৰকাৰী সমৰ্থন আৰু অনুমোদন আজিলৈকে চলি আছে। চুন্নী আৰু চিয়া উভয় দলেই নৈষ্ঠিক ইছ্লামৰ মতবাদক সমৰ্থন জনাই আহিছে আৰু চুন্নী খলিফাসকলেও তাৰেই পৃষ্ঠপোষকতা কৰি আহিছে। জনসাধাৰণৰ ওপৰত কোৰান্ আৰু হদীছৰ প্ৰভাৱ প্ৰতিপত্তি আজিও অক্ষুণ্ণ আছে। কিয়নো জনসাধাৰণে উভয়ৰে আবেদন পোনপটীয়াকৈ গ্ৰহণ কৰিব পাৰে; আৰু সূক্ষ্ম তৰ্ক আৰু বাদানুবাদৰ মেৰপাকত সোমাই তেওঁলোক হতভম্ব হ'বলগীয়া নহয়। পৃথিৱীৰ সৰহভাগ মুছলমানেই নৈষ্ঠিকপন্থী খলিফাসকলক অনুসৰণ কৰি চলে।

পৰিস্থিতিৰ তাড়নাত মুঅ্‌তাজিলাসকল ক্ৰমে প্ৰভাৱহীন হৈ আহিব ধৰে। সংখ্যাত কম হ'লেও আহ্‌লে আক্‌ল্ বা মুঅ্‌তাজিলাসকলে নৈষ্ঠিক আহ্‌লে কোৰান্ আৰু আহ্‌লে হদীছসকলক বিব্ৰত কৰাৰ পৰা নিৰস্ত নাথাকিল। কিন্তু তেওঁলোকে আগৰ দৰে নৈষ্ঠিকপন্থীসকলক জোৰ-জুলুম কৰিব নোৱৰা হৈ আহিল। মুঅ্‌তাজিলাসকলৰ ওপৰত প্ৰচণ্ড আঘাত হানিলে আবুল হাছান আল আছ্ আৰি, হজৰত গাজ্জালি আদিয়ে।

আল্ আছআৰি প্ৰথম অৱস্থাত নিজেই মুতকাল্লিমসকলৰ যুক্তিবাদী ব্যৱস্থাৰ অনুগামী আছিল আৰু আহ্‌লে হদীছসকলৰ যুক্তি খণ্ডনৰ কাৰণে এৰিষ্টটেলীয় দ্বন্দবাদ (dialectics) প্ৰয়োগৰ পক্ষপাতী আছিল। কিন্তু ক্ৰমে তেওঁ উপলব্ধি কৰিলে যে তৰ্কবিদ্যাৰে হয়তো প্ৰতিপক্ষৰ যুক্তি খণ্ডন কৰিব পৰা যায়, কিন্তু বিপক্ষৰ যুক্তি খণ্ডন কৰা আৰু ধৰ্ম একে বস্তু নহয়। কালাম বা বৌদ্ধিক তৰ্কবাদেৰে ধৰ্মৰ মৌলিক সত্য উদ্‌ঘাটন বা প্ৰতিষ্ঠা কৰা নাযায়। ৰছুল বা প্ৰেৰিত মহাপুৰুষসকলে অৱতীৰ্ণ কৰোৱা ঐশীবাণী আৰু প্ৰেৰণাপ্ৰসূত কোনো মাধ্যমৰ সহায়তহে ধৰ্মৰ ভিত্তি প্ৰতিষ্ঠা কৰিব পৰা যায়। আল্ আছআৰিয়ে দেখা পালে যে যুক্তি-তৰ্কেৰে নহ'লেও বিশ্বাসৰ সহায়ত আহ্‌লে চুন্নাই ইছ্লামক এক সত্য ভিত্তিত সুপ্ৰতিষ্ঠিত কৰিছে। যুগে যুগে ৰছুলৰ কৰ্ম আৰু বাণীৰ সহায়ত আল্লাৰ পৰা অৱতীৰ্ণ নিৰ্দেশাৱলী প্ৰচাৰ কৰিবৰ কাৰণে হদীছসমূহেই হৈছে আটাইতকৈ নিৰ্ভৰযোগ্য আৰু শক্তিশালী মাধ্যম আৰু

মুতকাল্লিমসকলৰ যুক্তি-তৰ্কতকৈ সাধাৰণ মুছলমানৰ ইজমা বা সমূহীয়া অভিমত অধিক বিশ্বাসযোগ্য আৰু কাৰ্যকৰী। এনে প্ৰত্যয়ৰ ভিত্তিতে আল্ আছ্আৰিয়ে নৈষ্ঠিকপন্থী ধৰ্মব্যৱস্থালৈ পূৰ্ণ আৰু সক্ৰিয় সমৰ্থন আগবঢ়ালে। কালাম বা তৰ্কবিদ্যাৰ সহায়তে তেওঁ তৰ্কবিদ্যাৰ বিৰুদ্ধে শক্তিশালী যুক্তি আগবঢ়ালে আৰু মুঅ্তাজিলাসকলৰ বহু কথা খণ্ডন কৰি আহ্লে চুন্নাহৰ শক্তি বৃদ্ধি কৰিলে।

## ঐক্যমত ৰীতি ঃ

আল্ আছ্আৰিৰ দিনৰ পৰা (হিজৰী ২০০) ঐক্যমত ৰীতি বেছিকৈ প্ৰচলিত হ'বলৈ ধৰিলে। হজৰত আছ্ছাফীয়ে (২০৪ হিঃ) তেওঁৰ শিক্ষাদানত বহুলভাৱে ঐক্যমত ৰীতি অনুসৰণ আৰু প্ৰবৰ্তন কৰিছিল। যিবোৰ বিষয়ে কোৰান্ আৰু হদীছত স্পষ্ট আৰু পোনপটীয়া নিৰ্দেশ পোৱা নগৈছিল, সেইবোৰৰ সম্পৰ্কত ঐক্যমত ৰীতিৰ আশ্ৰয় লোৱাত তেওঁ পিছ নুহঁহকিছিল। হাম্বলীসকলেহে তেওঁৰ ইজ্মাৰ ওপৰত অধিক গুৰুত্বদানৰ বিৰোধিতা কৰিছিল। আল্ বোখাৰীয়েও হদীছৰ ব্যাখ্যাত কঠোৰতা অবলম্বন কৰিছিল। পিছলৈ মুছলমানসকল চুন্নী আৰু চিয়া নামৰ দুটা ভাগত বিভক্ত হোৱাৰ মূলতো ইজ্মা বা ঐক্যমতৰ সহায়ত সিদ্ধান্ত গ্ৰহণ কৰা ব্যৱস্থাই কিছু ইন্ধন যোগাইছিল বুলি বহুতে ভাবে। প্ৰথম অৱস্থাত ইজ্মাৰযোগে সকলো মুছলমানকে সামৰি লোৱা হৈছিল আৰু আছ্আৰিসকলৰ মতবাদে প্ৰথম ভাগত কেৱল খিলাফত সম্পৰ্কীয় মতভেদতহে দৃষ্টিপাত কৰিছিল আৰু ইছলামৰ কোনো মৌলিক পাৰ্থক্য বা বিৰোধক ভিত্তি কৰি আছ্আৰি মতাদৰ্শ গঢ়ি উঠা নাছিল।

সৃষ্টিৰ মূলত স্ৰষ্টাৰ অস্তিত্ব বিনাতৰ্কে বা যুক্তি নিবিচৰাকৈ স্বতঃসিদ্ধভাৱে মানি লোৱাটো যেনেকৈ ধৰ্ম বিশ্বাসৰ এটা অপৰিহাৰ্য মূল ভিত্তি (মানুহৰ সীমাবদ্ধ জ্ঞানৰ সহায়ত অসীমৰ পূৰ্ণ জ্ঞান বা ধাৰণা আয়ত্ত কৰাটো সম্ভৱ নহয়) তেনেকৈ জ্ঞান-বুদ্ধিৰ অধিকাৰী মানুহে সৃষ্টিৰ ৰহস্য আৰু প্ৰকৃত স্বৰূপ বুজিবৰ কাৰণে জ্ঞানৰ আশ্ৰয় লোৱাটোও এটা স্বাভাৱিক কথা। মানুহ যে জ্ঞানসম্পন্ন প্ৰাণী সেই কথা অস্বীকাৰ কৰিব নোৱাৰি, কিন্তু জ্ঞানৰ সীমাবদ্ধতাও স্বীকাৰ নকৰি নোৱাৰি। এই সীমাবদ্ধতাৰ পৰিপূৰক হিচাপে অনুভূতি জগতৰ উৎকৰ্ষৰ সাধনা বা আত্মিক আৰু আধ্যাত্মিক সাধনাৰ আৱশ্যক হয়। এনে আধ্যাত্মিক সাধনাত স্ৰষ্টাৰ লগত মানবাত্মাৰ সংযোগ ৰচনাৰ প্ৰয়াস কৰা হয়। এনে ক্ষেত্ৰত আত্মলোপৰ অবিহনে আত্ম উপলব্ধি সম্ভৱ নহয়। গতিকে আত্মিক উন্নয়নৰ পথ অহংলোপৰ মাজেদিহে সম্ভৱ হৈ উঠে। যান্ত্ৰিকভাৱে সমাপন কৰা আনুষ্ঠানিক নামাজ ৰোজা আদি অথবা মানৱ জ্ঞানৰ বিকাশৰ পথেদি আয়ত্ত কৰা বুদ্ধি-কৌশল আদি আত্ম উপলব্ধিৰ কাৰণে সহায়ক নহে কেতিয়াবা বাধাস্বৰূপ হৈ উঠাৰো থল নোহোৱা নহয়। কিয়নো সেইবোৰে কাৰো কাৰো মনত

অহংকাৰবো জন্ম দিব পাৰে। কিন্তু বাহ্যিক আনুষ্ঠানিকতাৰ মাজেদি অথবা জ্ঞানৰ প্রয়োগৰ মাজেদি নকৰি, সংগোপনে আন্তৰিকভাৱে আত্মাৰ উদ্‌গতি সাধন বহু চুফীৰে সাধন-পন্থা। এই ক্ষেত্রত আল্লাৰ করুণা নিতান্ত প্রয়োজনীয়, কিয়নো তেওঁ যাক করুণা কৰে সিহে মোক্ষ লাভৰ বা আল্লাৰ লগত দৰ্শন লাভৰ কাৰণে আশা কৰিব পাৰে। গতিকে চুফীসকলৰ সাধনাৰ পথ হৃদয়ৰ মাজেদিহে।

## চুফী-চুফীবাদ ঃ

'চুফী' শব্দটোৰ উৎপত্তি সম্পৰ্কে বিভিন্ন মত আছে। চুফীসকলৰ কোনো কোনোৱে 'চফা' শব্দটোৰ পৰা চুফী শব্দৰ উৎপত্তি হোৱা বুলি 'মত' প্রকাশ কৰে। যিসকল লোক আধ্যাত্ম সাধনাৰ সহায়ত পৃথিৱীৰ সকলো মলিনতাৰ পৰা মুক্ত বা চাফা (পৰিষ্কাৰ) হৈছে, তেওঁলোকেই চুফী। আন কোনো কোনোৱে চুফী শব্দ চফ বা শাৰী বা স্তৰৰ (শ্রেণী) পৰা ওলোৱা বুলি ভাবে। যিসকল মুছলমানে ধ্যান বা আধ্যাত্ম সাধনাৰ যোগে আল্লাৰ লগত আধ্যাত্মিক সান্নিধ্যৰ সম্পৰ্ক ৰচনাকাৰীসকলৰ ভিতৰত আগশাৰীত ঠাই পাইছে, তেওঁলোকেই চুফী বা প্রথম শাৰীৰ ভক্ত সাধক। আন কোনো কোনোৰ মতে চুফী শব্দটোৰ সম্বন্ধ আছে আহ্‌লুচ্ চুফ্‌ফাসকলৰ লগত। হজৰত মোহম্মদে (দঃ) ইছলাম প্রচাৰ কৰাৰ প্রথম অৱস্থাত কিছুসংখ্যক নিঃসম্বল ভক্ত মুছলমানে মদিনাৰ মছ্‌জিদৰ নববীৰ [হজৰত মোহম্মদে (দঃ) সজা মছজিদ] চালিৰ আওলাৰ তলত থকা শিলৰ চুফ্‌ফাত (বেঞ্চত) বহি শুই দিন কটাইছিল। তেওঁলোক বৰ সাত্ত্বিক ভক্ত আছিল। তেওঁলোককো আহ্‌লুচ্ চুফ্‌ফা (চুফ্‌ফাত আসন লওতা) বুলি কোৱা হৈছিল। তেওঁলোকৰ নিচিনাই নিঃসম্বল নিৰাড়ম্বৰ আৰু সাত্ত্বিক জীৱন যাপন কৰা বাবে এক শ্রেণীৰ মুছলমান সাধকক চুফী বোলা হৈছিল বুলি মত পোষণ কৰা হয়।

কিন্তু এক শ্রেণীয়ে মত প্রকাশ কৰে যে চুফী শব্দটোৰ উৎপত্তি এনেবোৰ শব্দৰ পৰা হোৱাটো গ্রহণযোগ্য বা প্রমাণযোগ্য নহয়। তেওঁলোকৰ মতে বিশেষকৈ কুছেইৰী আৰু আবুনচৰ আল্ চৰ্‌ৰাজ (এওঁ চুফীসকলৰ বিষয়ে লিখোঁতাসকলৰ ভিতৰত এজন প্রাচীনতম আৰবী লেখক আছিল) আদিয়ে 'চুফী' শব্দৰ উৎপত্তি 'চুফ্' শব্দৰ পৰা হৈছে বুলি মত প্রকাশ কৰে। চুফ্ শব্দৰ অৰ্থৰ উল সূতা। উলৰ সাজ আছিল পয়গম্বৰ আৰু বলী দৰবেছ আদি সাধকসকলৰ সাধাৰণ পোছাক। গতিকে এনে উলৰ সাজ পিন্ধা ভক্তসকলক চুফী বোলা হৈছিল। কোনো কোনোৱে গ্রীক শব্দ চফচ্ (জ্ঞান) শব্দৰ পৰা চুফী শব্দৰ উৎপত্তি হোৱা বুলি দেখুৱাবৰ প্রয়াস কৰে। কিন্তু ভালেকেইজন আৰবী আৰু গ্রীক ভাষাবিদ পণ্ডিতে ইয়াক অস্বীকাৰ কৰিছে। অধ্যাপক ডঃ নথ্‌ডেকাৰ (১৮৬৪, এওঁ ষ্ট্ৰাছবুৰ্গ বিশ্ববিদ্যালয়ৰ আৰবী ভাষা-সাহিত্যৰ

অধ্যাপক আছিল) মতে, চুফী শব্দৰ উৎপত্তি মোটা উলৰ কাপোৰ 'চুফ্' শব্দৰ পৰা হোৱাই সম্ভৱ। হিজৰী দ্বিতীয় শতিকা পৰ্যন্ত সৰহভাগ সাধাৰণ মুছলমানে আৰু বিশেষকৈ বহুসংখ্যক সন্ন্যাসব্ৰতী সাধকে খহটা উলৰ সাজ পিন্ধিছিল। কাম-ক্ৰোধ-লোভ-মোহৰ পৰা মুক্ত হৈ, সাত্ত্বিক ধৰ্মজীৱন যাপন কৰা এই লোকসকলৰ উলৰ সাজ আছিল এক বিশিষ্ট পোছাক। এইবাবে এনে সাজ পৰিধান কৰা লোকসকলে চুফী আখ্যা পোৱাটো স্বাভাৱিক। ফাৰ্চী ভাষাতো চুফীসকলক পচ্‌মিনাপোছ বা পচ্‌মী (উলী) কাপোৰ পিন্ধা লোক বুলি কোৱা হৈছিল।

নফ্‌হতুল উন্‌ছত জামীয়ে উল্লেখ কৰিছে যে কুফাৰ আবু হাচিমেই (৭৭৮ চন) প্ৰথমবাৰৰ কাৰণে চুফী উপাধিটো ব্যৱহাৰ কৰিছিল। কুছেইৰীৰ মতে ২০০ হিজৰীৰ পূৰ্বেই অৰ্থাৎ ৮১৫ খ্ৰীষ্টাব্দমানতে চুফী শব্দটো ব্যৱহাৰ হ'বলৈ ধৰে। আচ্‌চাৰাজে ভাবে যে শব্দটোৰ প্ৰথমতে বাগদাদত উৎপত্তি আৰু প্ৰচলন হৈছিল। হিজৰী ২য় শতিকাৰ শেষৰফালে সন্ন্যাসপন্থীসকল ক্ৰমে চুফী বা ৰহস্যবাদী পন্থাৰ ফালে আগুৱাৰ সময়ছোৱাতে চুফী শব্দটো ব্যৱহাৰ হ'বলৈ ধৰে। মুঠতে ৮ম শতিকাৰ শেষভাগ ৯ম শতিকাৰ আদি ভাগতে চুফীবাদৰ আৰম্ভ হৈছিল বুলি ফাৰ্চী সাহিত্যৰ বুৰঞ্জী লেখক ব্ৰাউন চাহেবে মত প্ৰকাশ কৰিছে।

## চুফীবাদৰ উৎপত্তি ঃ

তচওৱফ্ বা চুফীবাদৰ উৎপত্তি সম্পৰ্কে কেইবাটাও মত আছে। বহুতো চুফীয়ে আৰু অন্যান্য মুছলমানেও কোৰানৰ ভিতৰত এনে কিছু উক্তি থকা বুলি দেখুৱায় যিবোৰ চুফীবাদসম্মত বা যাক ৰহস্যবাদী ব্যাখ্যা দিব পৰা যায়। হজৰত মোহম্মদৰ (দঃ) জীৱনী আৰু উক্তি বা নিৰ্দেশবোৰৰ ভিতৰত পোনপটীয়াভাৱে তচওৱফৰ বা চুফী ভাবধাৰাৰ কথা বৰ বেছি পোৱা নাযায় যদিও, আলগাজ্জালিৰ নিচিনা তাত্ত্বিক আৰু দাৰ্শনিকেও হজৰত মোহম্মদৰ (দঃ) কোনো কোনো কথা আৰু কাৰ্যত চুফী ভাবধাৰাৰ ইংগিতৰ অস্তিত্ব স্বীকাৰ কৰিছে।

কোনো কোনোৱে আৰবসকলৰ চেমিটিয় ধৰ্মাচৰণ নিৰ্দেশৰ বিৰুদ্ধে (যি অত্যন্ত কঠোৰ, নৈতিক আৰু বাধ্যতামূলক) অৰ্থাৎ প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে চুফী ভাবধাৰাই গঢ় লৈ উঠা বুলিও ক'ব খোজে। কোনো কোনোৰ মতে চুফীবাদৰ প্ৰধান প্ৰেৰণা আহিছিল ইৰাণ আৰু ভাৰতৰ পৰা। বিশেষকৈ বেদান্ত দৰ্শনৰ কোনো কোনো তত্ত্বৰ লগত চুফী আধ্যাত্মবাদৰ সাদৃশ্য লক্ষ্য কৰি চুফীবাদ গঢ়ি উঠাত ভাৰতীয় দৰ্শনে প্ৰভাৱ পেলাইছিল বুলি কোনো কোনোৱে ভাবে আৰু উভয়ৰে মূল উৎস একেটাই বুলি কোৱাৰ প্ৰয়াস পায়। কিন্তু মন কৰিবলগীয়া কথা যে আৰব আৰু পাৰস্যত

চুফী ভাবধাৰা সুপ্ৰতিষ্ঠিত হোৱাৰ পিছতহে ভাৰতৰ লগত মুছলিম জগতৰ ভাবৰ আদান-প্ৰদান বহুলভাৱে হৈছিল। আল্‌বিৰুণী ভাৰতলৈ অহাৰ আগতেই আৰব আৰু ইৰাণত চুফী ভাবধাৰা আৰু তত্ত্ব প্ৰতিষ্ঠিত আৰু প্ৰচাৰিত হৈছিল।

আন কোনো কোনোৱে চুফীবাদৰ উৎপত্তি স্থান ইৰাণ বা পাৰস্য বুলি ক'বলৈ বিচাৰে। কিন্তু ঐতিহাসিকভাৱে বিশ্লেষণ কৰি চালে দেখা যায় যে প্ৰথম অৱস্থাত কেইগৰাকীমান বৰেণ্য আৰু বিখ্যাত চুফী— ছেখ মুহিউদ্দিন ইব্‌নুল আৰবী (১২০৪ খৃঃ), ইথ্‌নুল ফৰীদ (১২৩৪ খৃঃ) আদি পাৰস্যদেশীয় লোক নাছিল, আৰু তেওঁলোক আৰবী ভাষা-ভাষী আছিল। তেওঁলোকে ইৰাণৰ চুফীসকলৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। ইৰাকী, কিৰ্মানী আনকি ফাৰ্চী কবি জামীৰ ওপৰতো তেওঁলোকৰ প্ৰভাৱ অনস্বীকাৰ্য। এই সম্পৰ্কত ইমানকে ক'ব পাৰি যে চুফীবাদৰ উৎপত্তি কেৱল ইৰাণতে হোৱা নাছিল, ইছলামৰ উৎপত্তিস্থল আৰবতো তাৰ উৎপত্তি আৰু বিকাশ হৈছিল। অৱশ্যে ফাৰ্চী ভাষাৰ প্ৰখ্যাত কবিসকলে চুফীবাদক কাব্যৰ মূল বিষয়বস্তু আৰু এক সূক্ষ্ম আধ্যাত্মতত্ত্ব হিচাপে গঢ়ি উঠাত প্ৰভূত বৰঙণি যোগাইছিল।

প্লেটোৰ দৰ্শন আৰু চিন্তাধাৰাই চুফী ভাবধাৰাৰ ভিত্তি স্থাপন কৰিছিল বুলিও কোনো কোনোৱে মত প্ৰকাশ কৰে। কিন্তু খ্ৰীষ্টীয় ৯ম শতিকা আছিল ইছলামৰ সোণালী যুগ। ইয়াৰ আগতেই চুফীবাদ সুপ্ৰতিষ্ঠিত হৈছিল। নৱ-প্লেটোবাদী দৰ্শনৰ লগত শিক্ষিত মুছলমানসকলে পৰিচিত হোৱাৰ সুযোগ নোপোৱা নহয়। কিন্তু খ্ৰীষ্টীয় ষষ্ঠ শতিকাতে কোনো কোনো নৱ-প্লেটোবাদী দাৰ্শনিকে প্ৰাচ্য দেশীয় (বিশেষকৈ ইৰাণীয়) দৰ্শন আৰু ভাবধাৰাৰ লগত ঘনিষ্ঠভাৱে পৰিচিত হোৱাৰ সুযোগ পাইছিল আৰু এনে ভাবধাৰা তেওঁলোকৰ যোগেদি ইউৰোপলৈ যোৱাটো অস্বাভাৱিক নাছিল। সেই দেখি নৱ-প্লেটোবাদৰ লগত চুফীবাদৰ কিছু সাদৃশ্য থকাটোৱেই নৱ-প্লেটোবাদৰ পৰাহে চুফীবাদৰ উৎপত্তি হোৱা বুলি নিশ্চিতভাৱে ক'ব নোৱাৰি।

পৃথিৱীৰ বিভিন্ন দেশৰ আৰু বিভিন্ন যুগৰ বহু ৰহস্যবাদী সাধকৰ (তেওঁলোক চুফী আখ্যাৰে আখ্যায়িত হওকেই বা নহওকেই) উক্তি আৰু আদৰ্শৰ বহু সাদৃশ্য দেখা যায়। কিন্তু সেইবাবেই তাৰে কোনোবা এটাৰ পৰা আন কোনোবা এটাৰ উৎপত্তি হৈছিল বুলি কোৱা নাযায়। ভাৰতীয় বেদান্ত দৰ্শনৰ কিছুমান তত্ত্বৰ লগত আৰু নৱ-প্লেটোবাদৰ কিছুমান তত্ত্ব আৰু উক্তিৰ লগত চুফীসকলৰ কিছু কথা বা আদৰ্শৰ মিল থকা বাবেই এইবোৰৰ পৰাই চুফীবাদৰ সৃষ্টি হৈছিল বুলি কোৱাটো যুক্তিসংগত কথা নহয়। কোৰানৰ ভিতৰতে সন্নিবিষ্ট থকা বহু উক্তি আৰু ইংগিত আৰু হজৰত মোহম্মদৰ (দঃ) বহু কাৰ্য, উক্তি আৰু নিৰ্দেশৰ মাজতে চুফীবাদৰ বীজ নিহিত থকাটো প্ৰামাণ্য কথা। (গোলাম দস্তগীৰ কিমিয়ায়ে চাদাত দ্ৰষ্টব্য)। প্ৰকৃতিকে চুফী ৰহস্যবাদ কোৰান্ হদীছৰ

বুকুৰ পৰা স্বতস্ফূর্তভাৱে আৰু অন্য বিদেশীয় দর্শন বা তত্ত্বৰ পৰা প্রেৰণা নোলোৱাকৈয়ে গঢ়ি উঠা এক বিশিষ্ট মনোধর্মী আধ্যাত্মবাদী ধাৰা বুলি কোৱাত বিশেষ অসুবিধা নাই। অন্যান্য দর্শন আৰু তত্ত্বৰ লগত চুফীবাদৰ সাদৃশ্য আকস্মিক আৰু কাকতালীয় হোৱাটোও অসম্ভৱ নহয়।

চুফীসকলে আগেয়ে চুফ বা উলৰ ঢিলা সাজ পিন্ধিছিল। চুফীপন্থাৰ অনুগামী হ'বলৈ দীক্ষা গ্রহণ কৰাৰ সংকল্প গ্রহণ কৰাৰ পিছত 'ছেখ' বা গুৰুসকলে নতুন শিষ্যসকলক খিৰ্‌কা বা মোৰক্কা পিন্ধিবলৈ দিছিল। টুকুৰা-টুকুৰ ফটাকানিৰে চী এনে খিৰ্‌কা তৈয়াৰ কৰা হৈছিল। পিছলৈ সকলো চুফীয়ে এনে খিৰ্‌কাকে নিজৰ সাধাৰণ বেশভূষা কৰি লৈছিল। ছেখ বা গুৰুৱে খিৰ্‌কা পৰিধান কৰোৱা উৎসৱৰ পিছত শিষ্যজন চুফী সম্প্রদায়ৰ অন্তর্ভুক্ত বুলি বিবেচিত হ'বলৈ ধৰে। কেতিয়াবা কেতিয়াবা একোজন চুফীয়ে একে সময়তে দুজন সুকীয়া পীড়ৰো (গুৰুৰ) খিৰ্‌কা দীক্ষা গ্রহণ কৰিছিল। ছেখ বা গুৰুসকলক শিষ্যসকলে পৃথিৱীৰ সবাতোকৈ অধিক শ্রদ্ধা-ভক্তি কৰিছিল আৰু তেওঁলোকৰ একান্ত অনুগত আৰু বাধ্য আছিল। প্রখ্যাত ৱলী হজৰত জুন্নুন মিচ্‌ৰীয়ে কৈছিল— এজন প্রকৃত ভক্ত আল্লাতকৈও নিজৰ পীড়ৰ অধিক বাধ্য হোৱা উচিত (তজাকিৰাতোখ আউলীয়া)। ছেখ বা মুৰ্ছিদে মুৰিদক (শিষ্যক) যি নীতি-পদ্ধতি আৰু ধর্মাচৰণ শিক্ষা দিয়ে আৰু যাক শিষ্যই অনুসৰণ কৰি চলে তাকে তৰিকা বা পন্থা বোলে। ছুৰিয়ভৰ দৰে তৰিকা (পন্থা) সদায় একে নহয়। গুৰুভেদে পন্থাও বিভিন্ন হ'ব পাৰে আৰু হয়। বিভিন্ন পন্থাৰ দৰবেছে বিভিন্ন পন্থা নির্দেশ কৰা দেখা যায়। নফ্‌ছ্ বা প্রবৃত্তি (কামনা) দমন কৰাৰ উপায়স্বৰূপে উপবাস খটা (ৰোজা ৰখা), একান্তভাৱে জনসংসর্গ বর্জন আৰু নীৰৱতাক অস্ত্রৰূপে প্রয়োগ কৰাৰ শিক্ষা দিয়া হৈছিল। চুফী সাধন মার্গত কেইবাটাও স্তৰ অতিক্রম কৰিহে এজন মুৰিদে সাধনাত সিদ্ধিলাভ কৰিব পাৰিছিল। এনে স্তৰক বা আস্থানক মোকাম বোলা হৈছিল। একোজন শিষ্যই প্রতিটো মোকামত পূর্ণতা আয়ত্ত কৰাৰ পিছতহে পৰৱর্তী মোকামত প্রৱেশ কৰিব পাৰে। বিভিন্ন চুফী পন্থাত সুকীয়া সুকীয়া ব্যৱস্থা থাকিলেও সাধাৰণতে তৌবা বা অনুতাপেই আছিল প্রথম মোকাম বা স্তৰ। তৌবাৰ অর্থ হ'ল কৃত পাপ বা অপকর্মৰ কাৰণে অনুতাপ কৰি তাৰ পৰা নিজক আঁতৰাই আনি আল্লাৰ এবাদত বা পূজাত ব্রতী হ'বলৈ সংকল্প লোৱা।

চুফীসকলৰ প্রধান নৈতিক আদর্শ আছিল আত্মলোপ, অহংলোপ বা স্বার্থহীনতা (খোদকষী)। কেতিয়াবা ই সাংসাৰিকতা ত্যাগ কৰা আৰু কামনা-বাসনা বিসর্জন দিয়াৰ ৰূপ লৈছিল। অন্যৰ মতামত বা আলোচনা সমালোচনালৈ ভ্রূক্ষেপ নকৰি কথা আৰু কামৰ সততা ৰক্ষা কৰি চলা, ধৈর্য, বিনয়, দান-দক্ষিণা, আল্লাৰ ওপৰত বিশ্বাস আৰু

আল্লাৰ ইচ্ছাৰ ওপৰত একান্ত আত্মসমৰ্পণ এইবোৰেই চুফীৰ প্ৰধান নৈতিক আদৰ্শ। তৰিকা বা পন্থা অৱলম্বন কৰাৰ ফল এনেবোৰেই হয়। কিন্তু তৰিকা অৱস্থানৰ প্ৰকৃত লক্ষ্যত উপনীত হ'ব পাৰি আধ্যাত্মিক ধ্যান আৰু স্মৃতিৰ সহায়তহে। এনে ধ্যানৰ সহায়তহে মুৰিদ বা ভক্তজনে পৰমানন্দময় উন্মাদনাৰ অভিজ্ঞতা (হাল) লাভ কৰে। কোনো ভক্তই লাভ কৰো বুলি এনে উন্মাদনাৰ অৱস্থা লাভ কৰিব নোৱাৰে। আল্লাৰ বিশেষ কৰুণা বা অনুগ্ৰহৰ ফলতহে এনে অৱস্থা প্ৰাপ্তি সম্ভৱ হ'ব পাৰে। কিন্তু এনে এক তন্ময়তাৰ বা পৰমানন্দময় অৱস্থাপ্ৰাপ্তিৰ কাৰণে মানসিক অৱস্থা প্ৰস্তুত কৰি লোৱাৰ যোগেদি অদৃশ্যৰ অভিব্যক্তি সম্ভৱ কৰি তোলাৰ বিশিষ্ট পদ্ধতি চুফীসকলে নিজেই উদ্ভাৱন কৰি ল'ব পাৰিছিল। এনে অৱস্থাকে জিক্‌ৰ (স্মৃতি বা স্মৰণ) বোলা হৈছিল। জীক্‌ৰক চুফীসকলে অতিশয় উচ্চস্থান দিছিল আৰু আনুষ্ঠানিক ধৰ্মাচৰণৰ ইয়াকে ভিত্তি বুলি ধাৰণা কৰিছিল। জিক্‌ৰৰ আটাইতকৈ সহজ ব্যৱস্থা হৈছে অনৰ্গল আল্লাৰ নাম পুনঃ পুনঃ স্মৰণ কৰা। নাইবা নিবিষ্টভাৱে আল্লাৰ ধ্যান কৰিবৰ সময়ত কোনো প্ৰাৰ্থনা গীত বা স্তুতি গীত স্মৰণ কৰি থকা। এনে নিবিষ্ট ধ্যানত সফলতা লাভৰ কাৰণে শৰীৰত আঘাত কৰা (কেতিয়াবা বেতেৰে কোবোৱা পৰ্যন্ত) অথবা উশাহ বন্ধ কৰি থকাৰ নিচিনা প্ৰক্ৰিয়াৰ আশ্ৰয় লোৱা হয়, যাতে তেনে কৰোতে কৰোতে ক্ৰমে ব্যক্তিগত অহংভাব লোপ পাই আহে আৰু এক তন্ময়তা, তদ্‌গত অৱস্থা বা উপসমাধিৰ অৱস্থা লাভ হয়।

গভীৰ ধৰ্মীয় উন্মাদনা, মানুহৰ দুৰ্বল আৰু অসহায় অৱস্থা সম্পৰ্কে এক সজাগ চেতনা, আল্লাৰ প্ৰতি গভীৰ ভয় আৰু আল্লাৰ ইচ্ছাৰ ওচৰত একান্ত আত্মসমৰ্পণেই আছিল চুফী আদৰ্শৰ প্ৰধান লক্ষণ। চুফীবাদক একক সুকীয়া ধৰ্ম বা সুকীয়া দৰ্শন বুলি আখ্যা দিব নোৱাৰি। ই নিৰহনিপানী বা নিকপ্‌কপীয়া তথা সাৰ্বজনিক বা সমূহীয়া ধৰ্ম আচৰণ ব্যৱস্থাও নহয়। বেলেগ বেলেগ চুফী সাধকৰ সাধনাৰ বিধি ব্যৱস্থাও একে নহয়। তওহীদত অবিচলিত থাকি, 'সত্য'কে লাভ বা উপলব্ধি কৰিবৰ কাৰণে বেলেগ বেলেগ চুফীয়ে নিজ নিজ মতে সাধন পথত আত্মনিয়োগ কৰাৰ ইতিহাস জনাজাত।

বৈৰাগ্য, সকলো দৰ্শনৰ পৰা সাৰ সংগ্ৰহ কৰাৰ ক্ষেত্ৰত উদাৰ মনোভাৱ আৰু সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত শিথিলতা থকাৰ কাৰণে চুফীবাদে কোনো বিশিষ্ট আৰু নিক্‌পকপীয়া দাৰ্শনিক বা তাত্ত্বিক আন্দোলনৰ ৰূপ লৈ বিকাশ লাভ কৰা নাছিল। চুফী সাধনাৰ পথ নিবিড় আত্মসাধনৰ পথ, গতিকে কোনো বিধিবদ্ধ সমূহীয়া আচৰণৰ ব্যৱস্থা বা সুযোগ নিতান্ত সীমিত।

তথাপি চুফীবাদৰ বা তচওৱফৰ আনুষ্ঠানিকভাৱে নৈষ্ঠিক ইছলামৰ লগত কোনো মৌলিক বিৰোধ নাই। চিয়া বা ইছমাইলী বা বাকীসকলৰ তীব্ৰ বিৰোধিতাৰ সন্মুখীন হৈয়ো চুফীবাদে চুন্নীসকলৰ সমৰ্থন লাভ নকৰি থকা নাই। জালালুদ্দিন ৰুমীৰ নিচিনা কবিয়েও তেওঁৰ মছনবীত মুঅ্তাজিলা বা তেনে ধৰণৰ যুক্তিবাদীসকলৰ বিৰুদ্ধে আৰু চুফীসকলৰ আধ্যাত্মসাধন পন্থাৰ সপক্ষে অভিমত প্ৰকাশ কৰি গৈছে। এই কথাও অস্বীকাৰ কৰিবৰ উপায় নাই যে কোনো কোনো লোকে ইছলামৰ ৰীতি-নীতি ভঙ্গ কৰি স্বেচ্ছাচাৰ আচৰণ কৰিবৰ উদ্দেশ্যেৰে চুফীয় বেশভূষা পিন্ধি আৰু চুফীৰ ভাও ধৰি, পিছত ধৰা পৰি মৃত্যুদণ্ডও ভোগ কৰিবলগীয়া হৈছিল।

চুফী সম্প্ৰদায় হিচাপে কোনো বিশেষ সম্প্ৰদায় নাছিল। কোনো কোনো চুফীয়ে লগত কিছুসংখ্যক ভক্ত বা শিষ্য লৈ ঠায়ে ঠায়ে ঘূৰি ফুৰিছিল আৰু কোৰানৰ আধ্যাত্মিক ব্যাখ্যা বিশ্লেষণ কৰিছিল আৰু নিজ নিজ আধ্যাত্মিক অভিজ্ঞতা বৰ্ণাইছিল। বছোৰা চহৰ নৈষ্ঠিক ৰীতি-নীতিবিৰোধী মুছলমানৰ আন্দোলনৰ এক কেন্দ্ৰস্থল আছিল। ৰীতি-পদ্ধতি অনুসৰি ধৰ্মাচাৰ পালন কৰাতকৈ তেওঁলোকে এক উৰ্ধতন মুক্ত আধ্যাত্মিক সাধনাৰ কৰ্ষণত অধিক গুৰুত্ব আৰোপ কৰিছিল। হজৰত হাছান বছৰীয়ে মন্তব্য কৰিছিল যে চুফীসকলৰ প্ৰকৃত আভৰণ বিষয়হে, বেশভূষা বা আহাৰ আদি নহয়। আল্লাৰ একত্ববাদত বা তওহীদত একান্ত বিশ্বাস ৰখাৰ প্ৰমাণ হ'ল যে প্ৰকৃত চুফীসকলৰ কোনো স্বাৰ্থ থাকিব নোৱাৰে। আনকি বিহিস্ত বা স্বৰ্গ লাভ কৰিবৰ কাৰণেও কোনো এবাদত (উপাসনা) বা কোনোপ্ৰকাৰৰ বৈৰাগ্য অৱলম্বনৰ প্ৰয়োজন নাই। চুফীৰ চৰম আৰু একমাত্ৰ লক্ষ্য হৈছে নিঃস্বাৰ্থ আল্লাহ প্ৰেমত নিমজ্জিত হোৱা আৰু তেওঁৰ পৰম কৰুণা লাভ কৰা। প্ৰথম অৱস্থাত মুছলমানসকলে কোৰান্ আৰু হদীছৰ একান্ত অনুৱৰ্তী হৈ ধৰ্ম-জীৱন যাপন কৰাত গুৰুত্ব আৰোপ কৰিছিল। কিন্তু চুফী আদৰ্শই সকলো নৈষ্ঠিক পন্থাই অপ্ৰয়োজনীয় বাহ্যিক ব্যৱস্থা বুলি বিবেচিত হোৱাৰ পথ ৰচনা কৰিলে। ২য় হিজৰী শতিকাৰ চুফী মুছলমানসকল সাধাৰণতে ধৰ্মৰ ৰীতি-নীতি মানি চলা নৈষ্ঠিক আৰু গোড়া মুছলমানেই নাছিল, তেওঁলোকে পবিত্ৰ ধাৰ্মিক আৰু দৰিদ্ৰ জীৱন যাপন কৰাৰ অভ্যাস কৰিছিল আৰু নিজক একান্তভাৱে আল্লাৰ ওচৰত সমৰ্পণ কৰিছিল। তেওঁলোকে আল্লাক ভালো পাইছিল, ভয়ো কৰিছিল, প্ৰকৃততে এওঁলোক চুফী আছিল যদিও ছৰিয়তৰ নীতি-নিয়ম পূৰ্ণমাত্ৰাই পালন কৰি চলিছিল। 'ৰিজা' বা নিবৃত্তিবাদেই আছিল তেওঁলোকে অনুসৰণ কৰা পন্থা। মাৰিফত বা পাৰমাৰ্থিক গুপ্ত জ্ঞান লাভ আৰু 'জুহদ্' বা বৈৰাগ্য অৱলম্বন উভয়ৰে মধ্যৱৰ্তী এক অৱস্থাৰ মাজেদি তেওঁলোকে আধ্যাত্মিক সাধনা কৰিছিল। এই কালছোৱাত ইব্ৰাহীম বিন অদহম বলখী, ছকীক বলখী, ৰাবিয়া আল্ আদবীয়া মা'ৰুফ কৰ্‌খী

আদি পুণ্যাত্মা আৰু ধৰ্মপ্ৰাণ সাধসকল আধ্যাত্ম সাধনাৰ পথত আত্মনিয়োগ কৰাতে ব্যস্ত আছিল। এইসকলকো চুফীসকলৰ বা আউলীয়াসকলৰ ভিতৰত শীৰ্ষস্থানীয় বুলি গণ্য কৰা হৈছিল, যদিও এখেতসকল প্ৰধানতঃ নৈতিক আৰু ৰীতি অনুসৰণকাৰী মুছলমান আছিল।

হিজৰী তৃতীয় শতিকাৰ চুফী আন্দোলনে এক বিশিষ্ট পথ লয়। জুহুদ্ আৰু ৰিজা (বৈৰাগ্য আৰু নিবৃত্তিবাদী ভাবধাৰা) তেতিয়াও শক্তিশালীভাৱে চলি আছিল যদিও, ক্ৰমে কল্পনাপ্ৰধান আৰু একপ্ৰকাৰ সৰ্বেশ্বৰবাদী (Pantheistic) ভাবধাৰাই গা কৰি উঠিবলৈ ধৰিলে। এনে চিন্তা ইছলামৰ কাৰণে একেবাৰে অপৰিচিত বা নতুন নাছিল, কিয়নো কোৰান্ চৰিফৰ কিছুমান উক্তিতে এনে ভাবধাৰাৰ মূল আদৰ্শ নিহিত থকা বুলি অভিমত প্ৰকাশ কৰা হৈছিল। (আল্লাৰ মুখমণ্ডল বা সত্ত্বাৰ বাহিৰে) সকলোবেই ধ্বংসপ্ৰাপ্ত হয়, পৃথিৱীৰ ওপৰত থকা সকলোবেই নোহোৱা হয় (ফানা) কিন্তু তোমাৰ প্ৰভুৰ মহত্ত্বপূৰ্ণ আৰু সন্মানিত মুখ অনন্তকাল থাকে, যিফালেই তুমি মুখ ঘূৰোৱা, তাতেই (দেখা পাবা) আল্লাৰ মুখ, (যি ঠাইলৈকে চালাম জোগায় তাতেই খোদাই— আজান ফকীৰ)।

এনে ধৰণৰ উক্তিৰ পৰা এনে সিদ্ধান্ত কৰিব পাৰি যে চুফী মতবাদৰ মূল বীজ কোৰান্‌তহে লুকাই আছিল আৰু ই বাহিৰৰ পৰা আমদানি কৰা বস্তু নহয়। কোৰানৰ মতে এজনতকৈ অধিক আল্লাহ থকা হ'লে সি আকাশ আৰু পৃথিৱীৰ কাৰণে শোকৰ কাৰণ হ'লহেঁতেন। কিন্তু আল্লা শব্দটোৰ এটা তাত্ত্বিক সূত্ৰ উদ্ভাৱন কৰিবৰ চেষ্টা কৰিলেই সঁচাসচিকৈ থকা বা অবশ্যম্ভাৱীভাৱে থকা কিবা এটাৰ ধাৰণাত উপনীত হ'বলগীয়া হয। মানুহ 'ফানী' নশ্বৰ আৰু আল্লাহ 'বাকী'— স্থায়ী আৰু অবিনশ্বৰ আৰু সনাতন। আল্লাহ আৰু (সৃষ্ট) বস্তুৰ মাজৰ সম্পৰ্কৰ বিষয়ে চিন্তা কৰিলেই এটা প্ৰশ্নৰ উদয় হয় : আল্লাহ বস্তুনিৰ্ভৰ নেকি, বস্তুজগত অবিহনেও আল্লাহ বৰ্তমান হৈ থাকিব পাৰেনে নোৱাৰে? আল্লাহ আদি বস্তুৰ (matter) বাহিৰত নাই তেন্তে আল্লাহ আৰু বস্তুজগত (অৰ্থাৎ সৃষ্টি আৰু স্ৰষ্টা) একে ৰকমৰ বস্তু, সমপৰ্যায়ৰ অস্তিত্ব। এনে যুক্তিৰ ওপৰত ভিত্তি কৰি কোনো চুফীয়ে কোৰানৰ মূল বক্তব্যৰ পৰা আঁতৰি যোৱা কিছুমান তত্ত্ব দাঙি ধৰিছিল। হামদুলাকা ব ছুক্‌ৰু লাকা।

য়া জুল্‌মন্‌ন্
হাজিৰী ব নাজিৰী
হৰ্ জালে মন্।

আল্লাহ সৰ্বত্ৰ বিদ্যমান। তেওঁ সৰ্বজ্ঞ, সৰ্বদ্ৰষ্টা, তেওঁ সকলো প্ৰশংসাৰ অধিকাৰী— চুফীসকলে এনে ধাৰণাৰ আভাস দাৰ্শনিক যুক্তি-তৰ্কতকৈ আধ্যাত্মিক

বা চুফী সাধনাৰ উপলব্ধিৰ যোগেদিহে লাভ কৰিছিল। কোৰান্‌ত সৃষ্টিৰ উৰ্ধত থকা এক ব্যক্তিগত (স্বকীয় অস্তিত্বসম্পন্ন) আল্লাৰ (Personal God) উল্লেখ আছে। কিন্তু চুফীসকল খ্ৰীষ্টধৰ্ম, নব-প্লেটোবাদ আৰু ভাৰতৰ বুদ্ধ দৰ্শনৰ প্ৰভাৱৰ সংস্পৰ্শলৈ অহাটোও অসম্ভৱ নহয় বুলি বহুতে ভাবে। বিশেষকৈ তৃতীয় হিজৰী শতিকাৰ চুফীবাদ ইছলামৰ তওহীদৰ (এক আল্লাবাদ) আধাৰত, খ্ৰীষ্টধৰ্মৰ সন্ন্যাসবাদ আৰু ৰহস্যবাদ, প্ৰজ্ঞানবাদ, গ্ৰীক আৰু ভাৰতীয় দৰ্শন আদিৰ প্ৰভাৱৰ মাজেদি নিজস্ব ৰূপ লৈ গঢ়ি উঠিছিল বুলিও কোনোৱে কয়। পূৰ্বৰ চুফীসকলে তেওঁলোকৰ জীৱনৰ সকলো কথা, কাম আৰু চিন্তাক আল্লাৰ ঐশ্বৰিক ইচ্ছাৰ লগত খাপ-খুৱাই ল'বৰ সাধনা কৰিছিল। তেওঁলোকে আল্লাক এক ইন্দ্ৰিয়াতীত বা অতি ভৌতিক ব্যক্তিত্ব (transcendental personality) বা সত্তাৰূপে গণ্য কৰিছিল। তেওঁ সকলো সৃষ্ট বস্তুৰ প্ৰভু, মালিকুম্‌মুল্‌ক্‌— জুহ্‌দ্‌ বা বৈৰাগ্য সাধানাৰ যোগেদি তেওঁলোক এনে উপলব্ধিত উপনীত হৈছিল। এনে ধাৰণাৰ ফলস্বৰূপে সৃষ্টি হৈছিল হুবিল্লাহ বা আল্লাৰ প্ৰতি এক ঐশ্বৰিক প্ৰেম। এনে আল্লাহ-প্ৰেমৰ অধিকাৰী হ'ব পৰাটোৱেই আধ্যাত্ম সাধনাৰ চৰম আকাংক্ষিত লক্ষ্য আৰু সাফল্য বুলি বিবেচিত হৈছিল।

দ্বিতীয়তে ইয়াৰ পৰাই চুফীসকলে জুহ্‌দ্‌ বা বৈৰাগ্য সাধনাৰ যোগেদি ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱে এক 'হাল' বা আধ্যাত্ম উন্মাদনাৰ অৱস্থা লাভ কৰিছিল। প্ৰথম অৱস্থাৰ চুফীসকল নৈষ্ঠিক মুছলমান আছিল। ছৰিয়তৰ অনুৱৰ্তী এনে ভক্তিমূলক ধৰ্মাচাৰ আৰু প্ৰেমধৰ্ম আৰু আধ্যাত্ম উন্মাদনাৰ মাজত বিৰোধ সৃষ্টি হোৱাটো অস্বাভাবিক নাছিল। হজৰত ৰাবিয়া আদবিয়াই কৈছিল, 'মোৰ দোজখৰ ভয় বা বিহিস্তৰ আশা একেবাৰেই নাই। আল্লাক মই ইমান গভীৰভাৱে ভাল পাওঁ, আৰু আল্লাৰ প্ৰেমে মোক এনেদৰে আত্মহাৰা আৰু নিমজ্জিত কৰি ৰাখিছে যে আল্লাৰ ৰছুল (হজৰত মোহম্মদ দঃ) নাইবা অন্য কোনো বস্তুক ভাল পোৱা বা ঘৃণা কৰাৰ কোনো অৱকাশ মোৰ নাই।

চুফীসকলৰ উপলব্ধিজনিত এনেবোৰ ধাৰণাৰ বিস্তাৰৰ লগে লগে ক্ৰমে আল্লা আৰু তেওঁৰ সৃষ্টিৰ মাজত বাধা-ব্যৱধান লোপ পাই আহিবলৈ ধৰিলে। তওহীদৰ এক নতুন ব্যাখ্যা দিয়া হ'ব ধৰিলে, যাৰ যোগে ইন্দ্ৰিয়াতীত ঐশী অস্তিত্বক এক সৰ্বব্যাপী, সৰ্বত্ৰ বিৰাজকাৰী আল্লাৰূপে ধাৰণা কৰা হ'বলৈ ধৰিলে। মানুহৰ চোৱা-পোৱাৰ বাহিৰৰ আল্লাৰ একত্বক এক সত্যবস্তু বা পৰম সত্য (আল্‌হক্‌) ৰূপে গ্ৰহণ কৰা হ'বলৈ ধৰিলে। এই সত্য সৃষ্টিৰ সকলো বস্তুৰ মাজেদি অভিব্যক্ত হয়। চুফীসকলে এক ৰহস্যবাদী সাধনাৰ যোগেদি নিজৰ সুকীয়া আত্মচেতনাৰ অৱসান ঘটাই এনে সত্যক উপলব্ধি কৰে। চুফী আধ্যাত্ম সাধনাৰ এয়ে মূলবস্তু। চুফীসকলৰ ভাষাত

'ফানাৰ' (আত্মলোপৰ) মাজেদি সাধক মাআৰিফতৰ অধিকাৰী হ'ব পাৰে আৰু মাআৰিফতৰ (গূঢ় তত্ত্বজ্ঞান) লাভ কৰি সত্য লাভত উপনীত হ'ব পাৰে।

চুফী কবি জামীৰ বিতাত আছে
— সকলোতে তেওঁৰে সৌন্দৰ্য
প্ৰকাশি উঠে,

পাৰ্থিব সৌন্দৰ্যৰ বিভিন্ন আকৃতিৰ মাজেদি এখন আৱৰণৰ দ্বাৰা আবৃত হৈ সেই সৌন্দৰ্য উদ্ভাসি উঠে।

য'তেই দেখিবা এখন পৰ্দা বা
আৱৰণ
তাৰ আঁৰতেই তেওঁ লুকাই থাকে।
— (নফহতুল্ উন্‌ছ্— জামী)

আল্ মুহাছ্বিীয়ে কৈছিল— সাৰবস্তুৰূপত আল্লাক ভালপোৱা মানে প্ৰকৃততে আনন্দেৰে হৃদয় আলোকময় কৰি তোলা। প্ৰেমে প্ৰিয়জনৰ সান্নিধ্য ঘটায় আৰু অন্তৰজগত যেতিয়া সেই ভূমানন্দময় জ্যোতিৰে পূৰ্ণ হৈ উঠে, তেতিয়া প্ৰিয়জনৰ লগত নিঃসঙ্গ একাত্মতাৰ সৌঁৰৱণীৰে হৃদয় উপচি পৰে। একাত্মতাৰ মাজত প্ৰেম জয়ী হৈ উঠে। আৰু যেতিয়া 'ৰিজা' বা নিবিড় আধ্যাত্ম উপলব্ধি আৰু প্ৰিয়জনৰ লগত গোপন মিলনৰ উপলব্ধি একে ঠাই হয় তেতিয়া সেই মিলনৰ আনন্দই মন ওপচাই পেলায়। ফলত তেতিয়া এই জগত আৰু জাগতিক সকলো বস্তু সম্পৰ্কে মন সম্পূৰ্ণ নিৰ্লিপ্ত আৰু উদাসীন হৈ পৰে।

ইছলাম আৰু চুফীবাদৰ মাজত আপাততঃ দৃষ্টিত যি পাৰ্থক্য (?) দেখা যায়, তাক এনেদৰে বিশ্লেষণ কৰিব পাৰি ঃ সাধনাৰ যোগে আত্মিক উন্মাদনা লাভ কৰি চুফীসকলে হকিকত বা সত্যৰ উপলব্ধিত উপনীত হয়। এইটো স্তৰত চুফীসকল আল্লাৰ লগত এক হৈ পৰে। এনেদৰে পৰমানন্দলোকৰ সংস্পৰ্শলৈ অহা চুফীজন (মজ্জুব) 'বলী' বুলি পৰিগণিত হয়। এই বিষয়ত আৰু অন্য কোনো প্ৰমাণৰ প্ৰয়োজন নাথাকে। ছৰিয়তৰ নিয়ম ভঙ্গ কৰা লোকসকলক প্ৰৱঞ্চক বুলি গণ্য কৰা হয়। কিন্তু চুফী মাৰ্গত উন্মাদনাৰ অৱস্থাত ছৰিয়তৰ নিয়ম ৰক্ষা নকৰাটোৱে ছৰিয়তৰ অৱমাননা কৰা নুবুজায়। এই অৱস্থা পাৰ হৈ সাধাৰণ অৱস্থালৈ ঘূৰি অহাৰ পিছত কোনো ছৰিয়ত বহিৰ্ভূত কাৰ্য কৰিলেহে দোষণীয় বুলি গণ্য হয়। ইয়াৰ সমৰ্থনত যুক্তি দাঙি ধৰা হৈছিল যে স্বৰ্গীয় উন্মাদনাৰে অনুপ্ৰাণিত কোনো সাধকৰ কাৰ্যকলাপ বাহ্যিকত দেখা পোৱা আচৰণৰ কাৰণে সাধাৰণ বিচাৰেৰে বিচাৰ কৰিব নালাগে। ৰীতি-পদ্ধতি সম্মত ধৰ্ম আৰু নৈতিকতাৰ দৃষ্টিৰে চালে দোষণীয় বা বৰ্জনীয় বুলি বিবেচিত হ'ব

পৰা কোনো চুফীৰ কাৰ্যকলাপৰ সপক্ষে এই বুলি সমৰ্থন জনাব পাৰি যে তেওঁ এক সূক্ষ্ম, অদৃশ্য জ্ঞানৰ অধিকাৰী আৰু বাহ্যিৰ কাৰ্যকলাপ তেওঁৰ প্ৰকৃত স্বৰূপ বা আচৰণৰ চিন নহয়। সাধাৰণ নামাজ, ৰোজা আদি চৰিয়ত— নিৰ্দিষ্ট কৰ্তব্য পালনত যেনেকৈ পুৰুষ আৰু নাৰীৰ সমান অধিকাৰ ইছলামে স্বীকাৰ কৰিছে তেনেকৈ চুফী সাধনাৰ ক্ষেত্ৰতো নাৰীক চুফীসকলে অন্তৰ্ভুক্ত কৰি লৈছে। কিয়নো ধ্যান, স্মৃতি আদিৰ সহায়ত (জিক্‌ৰ্‌ মোৰাকবা আদি) নাৰীয়েও আধ্যাত্মিক উন্মাদনা লাভ কৰিব পাৰে।

চুফী সাধকসকলে বিভিন্ন প্ৰকাৰৰ কেৰামাত বা অলৌকিক কাৰ্য সম্পাদন কৰিছিল— তাৰ বহু কাহিনী পোৱা যায়। এনে অলৌকিক শক্তি আৰু কাৰ্যকলাপ সম্পাদনাৰ শক্তি চুফীসকলে আল্লাৰ অনুগ্ৰহত লাভ কৰা বুলি কয়। চুফীসকলে নিজে নিবিচাৰিলেও ভক্তসকলে এনে কেৰামাতক চুফীসকলৰ আধ্যাত্মিক ফলপ্ৰাপ্তিৰ নিদৰ্শন বুলি মানে।

আধ্যাত্মিক ক্ষেত্ৰত সাফল্য লাভ অনুসৰি চুফীসকলক কেইটামান শ্ৰেণীত ভগোৱা হয়; চুফীসকলৰ শীৰ্ষস্থানত থাকে এগৰাকী কুতুব, তেখেতসকলৰ তলত থাকে নকীব (নুকুবা) আওতাদ, আবৰাৰ (আবদাল) আদি।

আল্লাৰ তওহীদত নিমজ্জিত হোৱাৰ বা আল্লাৰ লগত একত্ব লাভ কৰাৰ অভিজ্ঞতা সম্পৰ্কে আধ্যাত্ম উন্মাদনাৰ অধিকাৰী হোৱাৰ বিষয়ে চুফীসকলে দুটা দিশ দৰ্শায় : (১) ফানা— অহং চেতনা বা ব্যক্তিত্ব চেতনাৰ পৰা মুক্তিলাভ। ইয়াৰ ভিতৰত আছে ফকদ্‌ বা আত্মহাৰা হোৱা (আত্মলোপ), 'চুক্‌ৰ' (উন্মাদনা) আৰু বকা (আল্লাৰ মাজত স্থায়ীভাৱে বৈ যোৱা)। ইয়াৰ ভিতৰত আছে বজ্‌দ্‌ (আল্লাক বিচাৰি পোৱা) 'ছহো' ধৃতি বা সংযম।

বিশুদ্ধ চুফীবাদৰ দৃষ্টিকোণৰ পৰা চালে চৰম আত্মলোপেই হৈছে শেষ কথা। অৰ্থাৎ এজন চুফীয়ে সাধনাত সাফল্য লাভ কৰিব লাগিলে অহং ভাবৰ সম্পূৰ্ণ বিলোপ সাধন কৰিব লাগিব। এনে আত্মলোপৰ অৱস্থাত নশ্বৰতা অন্তৰ্ধান হয় আৰু 'ধৰ্ম' বুলি কোনো বস্তু নোহোৱা হৈ পৰে। এনে যুক্তি দৰ্শোৱাৰ কাৰণে এনে অভিমতৰ সমৰ্থনকাৰীসকলৰ সম্পৰ্কে প্ৰশ্ন কৰা হয়— চুফীসকল নৈতিক স্বেচ্ছাচাৰবাদী নেকি?

'ফানা' বা আত্মলোপৰ অৱস্থা অতিক্ৰম কৰি বা 'বাকা' বা আল্লাৰ মাজত অৱস্থান কৰাই হৈছে ইনচানে কামিল বা পূৰ্ণ মানৱৰ (Perfect man) লক্ষণ। তেওঁ 'বহুৰ' পৰা 'একলৈ' যাত্ৰা কৰাই নহয়, আল্লাৰ মাজলৈ আৰু আল্লাৰ সৈতে যাত্ৰা কৰে, তেওঁ আল্লাৰ একত্ব বা ৱহদানিয়তৰ মাজত অৱস্থান কৰে আৰু যিখন দৃশ্যমান জগতৰ পৰা যাত্ৰা কৰিছিল, আল্লাৰ লগতে তালৈকে ঘূৰি আহে। আৰু এনেকৈয়ে 'বহু'ৰ মাজত 'একত্ব' প্ৰকাশ কৰে। এনে কাৰ্যৰ দ্বাৰা তেওঁ ধৰ্মীয় ৰীতি-

নীতি (ছৰিয়ত) পালন কৰাৰ লগতে আধ্যাত্ম লোকৰ পৰা অৱতৰণ কৰি আহি মানুহক হকিকত বা সত্যৰ লগত পৰিচয় কৰাই দিয়ে।

চুফীসকলে ছৰিয়ত অনুসৰণ কৰি বা শ্ৰদ্ধা কৰি চলা বুলি ক'লেও ছৰিয়তক (নীতিসম্মত ধৰ্মাচাৰক) হকিকত বা সত্য (উপলব্ধি) আৰু কেতিয়াবা আনকি তৰিকত বা পন্থাতকৈও তলৰ বুলি গণ্য কৰে। হকিকতৰ স্থান যদিও তৰিকতত্তকৈ ঊৰ্দ্ধত, তথাপি ইয়াৰ মাজত বিৰোধ নাই, কিয়নো এজন মানুহে যেতিয়া হকিকত বা সত্য উপলব্ধি কৰে, বা সত্যৰ অৱস্থাত উপনীত হয়, তেওঁৰ সকলো কথা আৰু কাম পবিত্ৰ হৈ পৰে আৰু ছৰিয়তৰ লগত তাৰ ঐক্য (সামঞ্জস্য) ঘটে যদিও, ছৰিয়তৰ লগত সেইবোৰৰ সম্পূৰ্ণ মিল দেখা নাযায়। চুফীসকলো ছৰিয়তৰ অনুবৰ্তী বুলি প্ৰমাণ কৰিব লাগিলে ছৰিয়তৰ লগত নিমিলা বা ছৰিয়তৰ বিৰুদ্ধে যোৱা তেওঁলোকৰ কাৰ্যকলাপৰ যুক্তিযুক্ততা প্ৰতিষ্ঠা কৰাৰ প্ৰয়োজন হয়। পাৰস্যৰ চুফী হুজবীৰিয়ে তেওঁৰ কছ্‌ফুল মহজুবত চুফীসকলৰ আচৰণ সম্পৰ্কে সমসাময়িক কোনো কোনো চুফীৰ বিষয়ে এনে অভিমত প্ৰকাশ কৰিছিল ঃ তেওঁলোকে ইন্দ্ৰিয় ক্ষুধাৰ নাম দিয়ে ছৰিয়ত, নিজৰ নিৰৰ্থক কল্পনাক কয় ঐশীজ্ঞান, ভূতাত্মা আৰু দৈহিক ডিলৰ কাৰ্যকলাপক বোলে স্বৰ্গীয় প্ৰেম, নাস্তিকতা আৰু অপধৰ্মক কয় দাৰিদ্ৰ্য, পলায়নবাদক কয় বিশুদ্ধতা, অস্তিবাচক ধৰ্মৰ ওপৰত অবিশ্বাসক কয় অহং চেতনাৰ পৰা মুক্তিলাভ, হজৰত ৰছুলৰ ছৰিয়তক অৱহেলা কৰাৰ নাম দিয়ে চুফী তৰিকা বা চুফীপন্থা।

চমু কথাত, ধৰ্মাচৰণৰ ক্ষেত্ৰত অন্যান্য সাধাৰণ মুছলমান আৰু প্ৰকৃত চুফীসকলৰ মাজত যি পাৰ্থক্য পৰিলক্ষিত হয় বা হ'ব পাৰে, সি মৌলিক ঈমান বা ধৰ্মবিশ্বাসৰ ভিত্তিত নহয়। বাহ্যিক আচৰণ আৰু ক্ৰিয়া-কলাপৰ বিভিন্নতাৰ ভিত্তিত। চুফী আৰু সাধাৰণ মুছলমান উভয়েই এক আল্লাৰ ওপৰত বিশ্বাস ৰাখে। উভয়েই হজৰত মোহম্মদক (দঃ) নবী আৰু ৰছুল বুলি মানে, উভয়েই কোৰানক হজৰত মোহম্মদৰ যোগেদি অৱতীৰ্ণ হোৱা স্বৰ্গীয় ঐশীবাণী বুলি বিশ্বাস কৰে। কিন্তু সাধাৰণ মুছলমানসকলে যেতিয়া ফৰজ চুন্নত আদি আনুষ্ঠানিক উপাসনা আৰু ইছলামীয় ৰীতি-নীতি পালনকে ধৰ্মীয় কৰ্তব্য পালনৰ মাপকাঠী বুলি ধৰে তেতিয়া চুফীসকলে এনে আনুষ্ঠানিক আচৰণ পালন কৰি বা নকৰাকৈয়ে উচ্চতৰ আধ্যাত্মিক সাধনাত লিপ্ত থাকে আৰু সাধনাৰ গভীৰতা অনুযায়ী সাফল্য লাভ কৰা বুলি দাবী জনায়। সাধাৰণ মুছলমানে যেতিয়া ভাল-বেয়া, পাপ-পুণ্য আদিৰ বিবেচনাৰে নিজক সংযমৰ্খনত পৰিচালিত কৰে, চুফীসকলে তেতিয়া এনেবোৰ চিন্তা কৰাতকৈ আল্লাৰ কৰুণা আৰু প্ৰেম লাভ কৰাক আধ্যাত্ম সাধনাৰ লক্ষ্য কৰি লয়; আৰু তেনে কৰোঁতে আনুষ্ঠানিকতাৰ ওপৰত বিশেষ গুৰুত্ব দিয়াৰ প্ৰয়োজনবোধ নকৰে।

বিশ্বাস আৰু যুক্তিবাদৰ ভিত্তিত ইছলামত যি বিভিন্ন মতাৱলম্বী শাখা-উপশাখাৰ উদ্ভৱ হৈছিল সেই বিষয়ে আগতে কিছু আলোচনা কৰা হৈছে। প্ৰধানতঃ আল্লাৰ স্বৰূপ, সৃষ্টিৰ লগত তেওঁৰ সম্পৰ্ক, মানুহৰ লগত তেওঁৰ সম্পৰ্ক, আত্মাৰ প্ৰকৃতি আৰু আল্লা সম্পৰ্কীয় মানব জ্ঞানৰ প্ৰকৃতি— এনেবোৰ মৌলিক প্ৰশ্নই আছিল বিভিন্ন মতাদৰ্শ অনুকৰণকাৰী তত্ত্বজ্ঞসকলৰ প্ৰধান আলোচনা আৰু তৰ্কৰ বিষয়। এই বিষয়ত সাহসী, যুক্তিবাদী অভিমতৰ পৃষ্ঠপোষকতা কৰিছিল মু'তাজালাসকলে।

কাদ্দিৰীয়াসকলে মানুহৰ ইচ্ছাৰ স্বাধীনতাক (Freedom of will) বিশ্বাস কৰিছিল। মু'তাজালা সকলো এওঁলোকৰ ভাৱাদৰ্শৰ অনুগামী আছিল। ধৰ্ম সম্পৰ্কীয় আলোচনাত এওঁলোকে দৰ্শনৰ যুক্তি প্ৰয়োগ কৰিছিল। প্ৰথমে এওঁলোক সংখ্যাত তাকৰ আছিল, কিন্তু ক্ৰমে তেওঁলোকৰ লগত আহি যুক্তিবাদৰ সমৰ্থকসকলে যোগদান কৰাত তেওঁলোকৰ সংখ্যা বাঢ়িবলৈ ধৰে।

ৱাছিলবিন আটা মু'তাজালা মতাদৰ্শৰ প্ৰৱৰ্তক আছিল বুলি জনা যায়। অন্যান্য প্ৰখ্যাত মু'তাজালাসকল আছিল আমীৰ ইবনে উৱেইছ (মৃত্যু ১৪৪ হিজৰী), আবুল হুছেইন (মৃত্যু ২২৬ হিজৰী), আন নাজ্জাম (মৃত্যু ২৩১ হিজৰী), বিছৰ্ ইব্‌নে মো'তামিৰ, আবু উবেইদা মামৰ, ছমামা ইব্‌নে আছ্‌ৰছ্, আল জাহিদ, আল্ খিয়াত, আল্ জুবেইৰ আদি।

মু'তাজালাসকলৰ মতে ধৰ্মজ্ঞান লাভৰ মূৰ অৱলম্বন হৈছে জ্ঞান বা আক্‌ল্। সত্যৰ বস্তুনিষ্ঠ আৰু বাহ্যিক মানদণ্ডতকৈ, মনোধৰ্মী, যুক্তিসম্মত মানদণ্ডতহে তেওঁলোকে অধিক গুৰুত্ব দান কৰিছিল। ধৰ্মনৈতিকতা আৰু তত্ত্বজ্ঞানৰ ক্ষেত্ৰত জনসাধাৰণৰ মনত যিবোৰ সম্পৰ্কই আৰু যুক্তিৰ দ্বাৰা প্ৰমাণ বা প্ৰতিষ্ঠা কৰিব নোৱৰা বিশ্বাসে ঠাই পাইছিল আৰু যাৰ ফলত তওহীদ সম্পৰ্কে নানা দুৰ্বোধ্য সংস্কাৰৰ উদ্ভৱ হৈছিল, সেইবোৰ যুক্তি-প্ৰমাণৰ দ্বাৰা আঁতৰ কৰাই আছিল তেওঁলোকৰ এক উদ্দেশ্য। আল্লাৰ স্বৰূপ সম্পৰ্কে কোৰান্ হদীছৰ কোনো কোনো উক্তিৰ ভিত্তিত আল্লাৰ স্বৰূপ গুণ আদিৰ বিষয়ে যিবোৰ স্থূল ব্যাখ্যা বিশ্লেষণ কৰা হৈছিল, সেইবোৰৰ বিৰুদ্ধে মু'তাজালাসকলে শক্তিশালী প্ৰতিযুক্তি আগবঢ়াইছিল। এইবোৰৰ ব্যাখ্যা তেওঁলোকে তা'বিলৰ সহায়ত আগবঢ়াইছিল। তদুপৰি যিসকল মুছলমানে আল্লাক মানবীয় জ্ঞান, শক্তি আদি গুণৰ অধিকাৰীৰূপে পৰিচিত কৰাইছিল, সেইসকলৰ বিৰুদ্ধে মু'তাজালাসকলে যুঁজিছিল। আল্লা অনন্ত, শাশ্বত আৰু চিৰন্তন, আল্লাৰ কোনো গুণকো তেনেদৰে শাশ্বত বা চিৰন্তন বুলি ধৰিলে, গুণবোৰক আল্লাৰ সমকক্ষ বা সমান্তৰাল বুলি গণ্য কৰা হ'ব আৰু সি হ'ব ছিৰ্ক। এই সম্পৰ্কত আবুল হুছেইনৰ মত আছিল এনেধৰণৰ : আল্লাহ সৰ্বজ্ঞ, সৰ্বশক্তিমান আৰু করুণাময়। কিন্তু এইবোৰ তেওঁৰ গুণ নহয়। এইবোৰ

তেওঁৰ 'জাত' বা স্বগুণৰ বা প্ৰকৃতিৰ পৰা অবিচ্ছিন্ন আৰু এইবোৰ আল্লাৰ জাতৰ মৌল বস্তু। আল্লাৰ গুণবোৰ (চিফাত) তাৰ নেতিমূলক বৰ্ণনাৰেহে বুজাই ক'ব পাৰি, মানুহৰ গুণৰ লগত সেইবোৰ তুলনীয় নহয়। মা'মৰ ইব্‌নে আব্বাছৰ মতে আল্লাৰ তওহীদ বা একত্ব এটা বিমূৰ্ত ধাৰণাহে, ইয়াক মানুহে ব্যৱহাৰ কৰা ভাষাৰে বুজাই ক'ব নোৱাৰি। অৰ্থাৎ আল্লাহ দুৰ্জ্ঞেয়, তেওঁক জানিব নোৱাৰি, তেওঁ unknowable। আন কোনো কোনোৱে মত প্ৰকাশ কৰিছিল যে আল্লাৰ স্বৰূপ বুজিব পৰা নাযায়। তেওঁ পৰম আৰু চৰম (মৎলক্) স্ৰষ্টা আৰু শাসনকৰ্তা। আল্লাহজন তেওঁৰে আন এটা প্ৰকাশ।

আবুল হুছেইনৰ মতে সৃষ্টিৰ অৰ্থ হ'ল পৰিবৰ্তন আৰু ধ্বংসৰ অৰ্থ অৱস্থান বা স্থিতাবস্থা। সৃষ্টি আৰু ধ্বংস অনন্তকাল ইটোৰ পাছত সিটো ঘটিব লাগিছে। আন কোনো কোনোৰ মতে সৃষ্টি হৈছে আগৰ পৰা থকা সম্ভাৱনাৰ বাস্তৱায়ন, নাইবা অপ্ৰকাশৰ প্ৰকাশ। আন্ নাজ্জামৰ মতে আগৰ পৰা থকা এক অপ্ৰকাশিত অৱস্থাৰ পৰা পৃথিৱীখনৰ ক্ৰমিক বিবৰ্তন ঘটিছে আৰু এক নিয়ম মানি এটা বিবৰ্তন নিজস্ব আভ্যন্তৰীণ প্ৰয়োজনতে ঘটিছে। এই মত অনুসৰি বিশ্বখনে নিজস্ব নিয়ম মানি চলে। আল্লাহ এই বিশ্বৰ এটা কাৰণ মাথোন।

মু'তাজালাসকলৰ মূলতত্ত্ব হ'ল আল্লাৰ একত্ব (তওহীদ) আৰু ন্যায় (আদল্)। তেওঁলোকৰ ন্যায় সম্পৰ্কীয় ধাৰণা অতি কঠোৰ, আল্লায়ো আনকি এনে ন্যায় অতিক্ৰম কৰি যাব নোৱাৰে। এনে ন্যায়ে আনকি তেওঁৰ শক্তিকো সেই ন্যায়ৰ সীমাৰ মাজত আবদ্ধ ৰাখে। আল্লাই মানুহ সৃষ্টি কৰিলে, মানুহৰ ভালৰ কাৰণে। গতিকে মানুহক আল্লাৰ পথত পৰিচালিত কৰিবৰ কাৰণে ৰছুল আদি পঠিওৱাটো আল্লাৰ কাৰণে এক অপ্ৰয়োজনীয় কথা। ইয়াৰ তাৎপৰ্য এই যে— মানুহক কৰুণা কৰাটো আল্লাৰ কাৰণে এক বাধ্যতামূলক কাৰ্য (লুংফে ৱাজিব)। মানুহৰ মঙ্গলৰ কাৰণে আল্লাৰ কৰুণা এক অৱশ্যকৰণীয় কাৰ্য। মু'তাজালাসকলৰ আৰু এটা বক্তব্য হ'ল : মানুহৰ ভাল কাম আৰু বেয়া কামৰ মূল্য নিৰ্ধাৰণ আল্লাৰ যথেষ্ট ইচ্ছা বা বিচাৰৰ ওপৰত নিৰ্ভৰশীল নহয়। যি সৰ্বাত্মক নিয়মৰ দ্বাৰা যি নিশ্চিত অৱশ্যম্ভাবিতাৰ দ্বাৰা স্বয়ং আল্লাও পৰিচালিত হয়, সেই চৰম মূল্যমানৰ জোখেৰেহে মানুহৰ সৎ বা অসৎ কাৰ্যৰ বিচাৰ হ'ব পাৰে।

মানুহ মুক্ত ইচ্ছাৰ অধিকাৰী। ভাল-বেয়াৰ বিচাৰ কৰাৰ অধিকাৰ আৰু দায়িত্ব মানুহৰ নিজৰ। মানুহে যি যেনেদৰে কাম কৰে, সি তেনেদৰে ফল ভোগ কৰে। ভাল কামৰ কাৰণে বিহিস্ত বা স্বৰ্গলাভ আৰু বেয়া কামৰ কাৰণে দোজখ বা নৰক লাভ

কৰে। মু'তাজালাসকল কিছু বৈৰাগ্যপন্থী আছিল আৰু কোনো সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত তেওঁলোক জ্ঞান বা মুক্তিৰ আশ্ৰয় লোৱাৰ পক্ষপাতী আছিল।

কোৰান্ অৱতীৰ্ণ গ্ৰন্থ হোৱাৰ সন্দৰ্ভত তেওঁলোকৰ অভিমত আছিল এনেধৰণৰ— কোৰান্ নিত্য বা চিৰন্তন নহয়। ই কোনো সৃষ্টি নোহোৱা বস্তু নহয়, ই আল্লাৰ বাণী, কিন্তু তাত ভুলৰ অৱকাশ বা স্থল নোহোৱা নহয়।

ঐশীতত্ত্বত কঠোৰভাৱে যুক্তিতৰ্ক প্ৰয়োগ কৰাৰ ফলত তেওঁলোকে আল্লাৰ স্বৰূপ এক বিমূৰ্ত (abstract) নৈৰ্ব্যক্তিক (impersonal) আৰু পৰম (absolute) সত্তা বুলি নিৰ্ণয় কৰিছিল। এনে ধাৰণা গ্ৰহণযোগ্য বুলি ধৰি ল'লে মানুহতকৈ অধিকতৰ শক্তিশালী এক শক্তিৰ ওপৰত নিৰ্ভৰশীল হোৱা আৰু মানুহৰ একান্ত ভক্তি-শ্ৰদ্ধা লাভ কৰিবৰ যোগ্যতা থকা কোনো ব্যক্তি বা আদৰ্শৰূপে আল্লাহ্ প্ৰতিষ্ঠিত নহয়গৈ।

মু'তাজালাসকলৰ এনে ভাবধাৰাৰ প্ৰতিক্ৰিয়াস্বৰূপে একান্ত বিশ্বাসৰ ওপৰত নিৰ্ভৰশীল ভাবধাৰা প্ৰকট হৈ উঠিল। এহাতে দাৰ্শনিক চিন্তা-গৱেষণা আৰু আনহাতে সন্দেহবাদ আৰু আনকি নাস্তিকতায়ো মূৰ দাঙি উঠাৰ সুযোগ পালে। আহ্‌লে কোৰান্ আৰু আহ্‌লে হদীছসকলে নাস্তিকতা আৰু আনুষ্ঠানিক ধৰ্ম বিচাৰত অধিকতৰ গুৰুত্ব আৰোপ কৰিলে। হদীছৰ বিখ্যাত সংগ্ৰহকাৰী ছুখাৰীয়ে আৰু চাৰিগৰাকী ইমামে এই ক্ষেত্ৰত দৃঢ়ভাৱে আগভাগ ল'লে। মু'তাজালাসকলৰ অভ্যুত্থানৰ লগত তেওঁলোকৰ প্ৰচাৰিত বা প্ৰৱৰ্তিত মতবাদৰ জয়লাভ সুনিশ্চিত হ'ল বুলি ক'ব নোৱাৰি। কিন্তু তেওঁলোকৰ চিন্তাধাৰা আৰু কাৰ্যকলাপে নৈষ্ঠিক আহ্‌লে হদীছসকলৰ মাজত তীব্ৰ চেতনা জগাই নুতুলি নাথাকিল। আবুল হাছান আল আছ্ আৰিয়ে অতিশয় শক্তিশালীভাৱে মু'তাজালাসকলৰ যুক্তিক তেওঁলোকৰ যুক্তিবাদেৰেই খণ্ডন কৰিলে। যুক্তিবাদী মু'তাজালাসকলৰ আল্লাহ সম্পৰ্কে যি নৈৰ্ব্যক্তিক, বিমূৰ্ত ধাৰণা আছিল আৰু মোছাব্বিহাসকলৰ যি স্থূল আৰু মানৱীয় গুণবিশিষ্ট আল্লাহৰ ধাৰণা আছিল, সেই দুয়ো ধাৰণাৰ মধ্যৱৰ্তী ঐশীতত্ত্ব আগবঢ়ালে। তেওঁৰ মতে আল্লাহ সকলো সদগুণৰ অধিকাৰী, কিন্তু এই গুণবোৰ কোনো ক্ষেত্ৰতে মানৱীয় গুণৰ লগত তুলনীয় নহয়। স্থূল বস্তু জগতৰ অস্তিত্বক তেওঁ স্বীকাৰ কৰিছিল, কিন্তু বস্তু জগতৰ এই অস্তিত্ব আল্লাই দান কৰা বুলি তেওঁ নধৰিছিল। মানুহৰ ভাগ্য আৰু আচৰণৰ সম্পৰ্কত তেওঁ মত প্ৰকাশ কৰিছিল যে মানুহে নিজৰ শ্ৰম বা চেষ্টাৰে নিজৰ ভাগ্যক গঢ় দিয়ে আৰু এনে কাৰ্যত আল্লাৰ ইচ্ছাক্ৰমে ৰছুলে মধ্যস্থতা কৰি সম্ভৱ কৰি তোলে।

কিন্তু সকলো বাদ-বিসম্বাদৰ শুৰ পেলাই যিগৰাকী বিদগ্ধ পণ্ডিত আৰু দাৰ্শনিকে অকাট্য যুক্তিৰে কোৰান্ আৰু হদীছৰ স্থান স্থায়ীভাৱে নিৰ্ণয় কৰিলে তেওঁ আছিল হুজ্জতুল ইছলাম ইমাম গাজ্জালি চাহেব (১০৫৭-১১১২)। সৰুতে বাবাকৰ

মৃত্যু হোৱাত তেওঁক এজন চুফী বন্ধুৱে ডাঙৰ-দীঘল কৰিছিল। তেওঁ ধৰ্মবিজ্ঞান আৰু ধৰ্মীয় নীতি অধ্যয়ন কৰি পাৰ্গত হৈ উঠিছিল। কিন্তু সৰহদিন কোৰান্ হদীছৰ অনুগামী ছাত্ৰ হৈ নাথাকি, তেওঁ দ্বন্দ্বাত্মক যুক্তিবাদ, তৰ্কশাস্ত্ৰ, বিজ্ঞান, দৰ্শন আৰু চুফীবাদ অধ্যয়ন আৰু চৰ্চাত আত্মনিয়োগ কৰিলে। এইবোৰ অধ্যয়নৰ যোগেদি তেওঁ প্ৰায় সন্দেহবাদী হৈ পৰিছিল আৰু ধৰ্মৰ ওপৰত আস্থা প্ৰায় হেৰুৱাই পেলাইছিল। কিন্তু চুফী দৰ্শনৰ চৰ্চা-অধ্যয়নৰ যোগেদিয়ে তেওঁ এক বিশেষ ৰহস্যবাদী অভিজ্ঞতা লাভ কৰে আৰু যুক্তি-তৰ্কৰ পন্থা বিসৰ্জন দি তেওঁ পুনৰ চুফী পন্থা গ্ৰহণ কৰে। এহাতে যিদৰে তেওঁক নৈষ্ঠিকপন্থীসকলৰ আদৰ্শ আৰু বিশ্বাসে সম্পূৰ্ণ সন্তুষ্ট কৰিব নোৱাৰিছিল, আনহাতে 'কালাম' বা যুক্তিবাদীসকলৰ যুক্তি-তৰ্কয়ো তেওঁক সন্তুষ্ট কৰিব নোৱাৰিছিল। দৰ্শন আৰু বিজ্ঞানেও তেওঁৰ আধ্যাত্মিক ক্ষুধা নিবৃত্ত কৰিব নোৱাৰিছিল। প্ৰকৃত জ্ঞানৰ পথ তেওঁ বিচাৰি পালে এক উন্মাদনা আৰু পোনপটীয়া স্বতঃস্ফূৰ্ত আত্মিক অভিজ্ঞতাত। তেওঁ চুফী সাধনাৰ গভীৰ পথ ল'লে আৰু তাৰ মাজতে শান্তিৰ সন্ধান কৰিলে। তেওঁ টুছ নগৰত এক নিজস্ব খানকাহ বা মঠ স্থান কৰি তাতে জীৱনৰ শেষ দিনকেইটা কটালে আৰু ১১১২ চনত পৃথিৱীৰ পৰা বিদায় ল'লে।

মানুহৰ জ্ঞানৰ বিষয়ত তেওঁ যুক্তিবাদৰ অপৰিহাৰ্যতা অস্বীকাৰ কৰিলে, আৰু প্ৰকৃত ধৰ্ম সাধনালব্ধ আত্মিক উপলব্ধিতহে সম্ভৱ বুলি অভিমত দাঙি ধৰিলে। মানুহৰ সাধাৰণ জ্ঞানৰ সহায়ত মানুহে আল্লাহ বা সত্য সম্পৰ্কে আংশিক আৰু আপেক্ষিক জ্ঞানহে লাভ কৰিব পাৰে, কিন্তু আল্লাৰ পূৰ্ণজ্ঞান লাভ কৰিব নোৱাৰে। এই জ্ঞান লাভ কৰিবৰ কাৰণে মানুহে অৱতীৰ্ণ ঐশীজ্ঞান লাভ কৰাৰ প্ৰয়োজন। যিহেতু আল্লাৰ প্ৰকৃতিৰ মূলতঃ মানুহৰ প্ৰকৃতিৰ লগত বিশেষ পাৰ্থক্য নাই, সেই দেখি মানুহৰ কাৰণে, আল্লাক জনাটো সম্ভৱ। মানুহৰ আত্মা আল্লাৰ স্বৰ্গীয় সত্তাৰ পৰাই উদ্ভূত আৰু মৃত্যুৰ পাছত ই পুনৰ আল্লাৰ ওচৰলৈকে ঘূৰি যাব।

বিশ্ব সংসাৰৰ সৃষ্টি বা অস্তিত্ব সম্পৰ্কে বিজ্ঞানে দিয়া ব্যাখ্যা তেওঁ স্বীকাৰ কৰিছিল; কিন্তু তেওঁ মত প্ৰকাশ কৰিছিল যে প্ৰকৃতিৰ নিয়ম পৰম নিয়ন্তা আল্লাৰ ইচ্ছাৰ অধীন। বিশ্বখন তিনিটা বিশেষ ৰূপ বা গঢ়ত বৰ্তি আছে ঃ আ'লমূল মূলক বা ইন্দ্ৰিয় জগত (পৰিবৰ্তনশীল জগত) আ'লমূল জবৰুত বা শক্তিৰ জগত আৰু আ'লমূল মলকুত বা স্থায়ী বিশ্ৰাম আৰু স্থিতিৰ জগত। এই তিনি জগত কাল আৰু স্থানৰ প্ৰভাৱৰ সীমাৰ অন্তৰ্বৰ্তী, তাৰ পৰা পৃথক নহয়; মাত্ৰ ইহঁত অস্তিত্বৰ সুকীয়া সুকীয়া ৰূপ বা প্ৰকাশ মাথোন।

ইমাম গজ্জালিৰ নিচিনাকৈয়ে প্ৰখ্যাত চুফী দাৰ্শনিক ইৱনেচীনায়ো বিজ্ঞানৰ সমস্যা সমাধানৰ কাৰণে মানৱীয় জ্ঞানৰ প্ৰয়োজন স্বীকাৰ কৰিছিল। কিন্তু তেওঁ জ্ঞানতকৈ স্বতঃস্ফূৰ্ত আত্মজ্ঞান বা আত্মিক উপলব্ধিক অধিক গুৰুত্ব দিছিল। কিয়নো এনে উপলব্ধিয়ে পৰম সত্য বা আল্লাৰ সম্পৰ্কে অধিক সৰল, পোনপটীয়া আৰু যথাযথ জ্ঞান-দান কৰিব পাৰে। তেওঁৰ মতে পৰম সত্য বা আল্লা হৈছে চিৰন্তন সৌন্দৰ্য। এই সৌন্দৰ্যই বিশ্বদৰ্পণত নিজকে প্ৰকাশ কৰে। এই আত্মপ্ৰকাশ হৈছে প্ৰেম। প্ৰেম হৈছে সৌন্দৰ্যৰ স্বীকৃতি। সৌন্দৰ্য হৈছে পূৰ্ণতা। প্ৰেমেই সৃষ্টিৰ চালিকা শক্তি। যি চৰম পূৰ্ণতাৰ পৰা সৃষ্টি বা প্ৰাণীসমূহ আঁতৰি আহিছে, সেই পূৰ্ণতা লাভ কৰিবৰ কাৰণে এই প্ৰেমেই আকাংক্ষাৰ জন্ম দিয়ে আৰু প্ৰেমৰ মাজেদিয়ে মানৱাত্মাই পৰম সত্যৰ লগত মিলিত হোৱাৰ চৰম আনন্দ লাভ কৰে।

দিন আগবঢ়াৰ লগে লগে, আপাতদৃষ্টিত বিৰোধী বুলি বিবেচিত হোৱা মতাদৰ্শ আছাৰা আৰু মু'তাজালা-আহ্‌লুল হদীছ আৰু আহ্‌লুল আকল ক্ৰমে চুফী আদৰ্শৰ ফালেই ধাৱমান হ'ল। কোৰানৰ ভিতৰতে নিহিত থকা ইঙ্গিত আৰু হজৰত মোহম্মদৰ (দঃ) জীৱনৰ কিছুমান কথা আৰু কাৰ্যক মূল হিচাপে লৈ চুফীবাদ এক বিশিষ্ট সাধন মাৰ্গৰূপে গঢ় লৈ উঠিছিল।

খ্ৰীষ্টান ধৰ্ম আৰু নব্য প্লেটোবাদেও ইয়াত কিছু অৰিহণা যোগাইছিল আৰু হিন্দু আৰু বৌদ্ধ ধৰ্মৰ কিছু ধ্যান-ধাৰণায়ো যৎসামান্য সমলৰ যোগান ধৰিছিল। ছৰিয়তে সংযম, দাক্ষিণ্য, উদাৰতা, প্ৰাৰ্থনা (নামাজ), অনশন (ৰোজা) আদি সাৰ্বজনীনভাৱে সকলো মুছলমানৰ কৰ্তব্য বুলি ক'লেও, বৈৰাগ্য অৱলম্বন আৰু সংসাৰ ত্যাগ কৰিবলৈ কোৱা নাছিল। তথাপি হজৰত মোহম্মদৰ জীৱন কালতে তেখেতৰ সহযোগী, সহচৰ আৰু অনুগামীসকলৰ প্ৰায় সকলোৱেই নৈষ্ঠিকভাৱে ছৰিয়তৰ নীতি-নিয়ম পালন কৰাৰ উপৰিও, নিৰ্লোভ, নিৰহংকাৰ, ত্যাগী, সংযমী আৰু সাংসাৰিক দাৰিদ্ৰ্যৰ বাবেহে অধিক শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। দাৰিদ্ৰ্যৰ বিষয়ত হজৰত মোহম্মদৰ (দঃ) নিজৰ জীৱনেই এক জীৱন্ত আদৰ্শ আছিল। জাহিদ আৰু ওব্বাদসকলৰ আদৰ্শ আছিল সাংসাৰিকতাৰ পৰা দূৰলৈ আঁতৰি যোৱা (আল্‌ফিৰাৰু মিনদ্দুনয়া)। এওঁলোকে নিৰ্দিষ্ট আৰু নিৰ্ধাৰিত নামাজ, ৰোজা আদিতকৈ অধিক পালন কৰিছিল আৰু এওঁলোকৰ সাত্বিক নিৰ্লোভ আৰু পবিত্ৰ ধৰ্মজীৱন আনৰ কাৰণেও আদৰ্শ স্থানীয় হৈ পৰিছিল। অত্যধিক পাপচেতনা আৰু পাপৰ পৰা মুক্তি লাভৰ কাৰণে অত্যধিক অনুতাপ (তৌবা) আৰু কায়কষ্ট আল্লাৰ অসন্তুষ্টিৰ পাত্ৰ হোৱাৰ ভয়, পালন কৰা ধৰ্মকাৰ্যত আসোঁৱাহ ৰৈ যোৱাৰ ভয় আদিয়ে এইসকল সাধকক নিজৰ সকলো ইচ্ছা কৰ্ম আল্লাৰ ইচ্ছাৰ ওপৰত সমৰ্পণ কৰাৰ পথত আগবঢ়াই নিছিল। আল্লাৰ কৰুণাবিনে

ঐশীজ্ঞান লাভ কৰাটো সম্ভৱ নহয়। আৰু সাংসাৰিকতাই মহত্তৰ জ্ঞানক সংসাৰ জ্ঞানতে আবদ্ধ কৰি ৰাখে এনে ধাৰণাৰ বশৱৰ্তী হৈ এই সাধক চুফীসকলে দিব্যজ্ঞান লাভ কৰাতকৈ আল্লাৰ প্ৰেম বা কৰুণা লাভ কৰিবৰ কাৰণেই অধিক সাধনা কৰিছিল। এই পথত অন্তৰ্মুখিতা আৰু গভীৰ আধ্যাত্মসাধনা অপৰিহাৰ্য হৈ উঠিছিল। মৃত্যুৰ অৱশ্যম্ভাবিতায়ো সংসাৰ আৰু জীৱনৰ অস্থায়িত্ব আৰু একমাত্ৰ স্ৰষ্টা আল্লাৰ স্থায়িত্ব সজাগ চেতনাৰ জন্ম দিছিল।

খ্ৰীষ্টীয় নৱম শতিকা পৰ্যন্ত কুফা বছৰা আদি চুফী সাধনাৰ কেন্দ্ৰস্থলবোৰত কিছুসংখ্যক বিশিষ্ট চুফী সাধক আছিল। তেতিয়াও চুফী পন্থা বা চুফী সাধন মাৰ্গ সম্পৰ্কে কোনো বিশিষ্ট ধাৰা প্ৰবৰ্তিত হোৱা নাছিল। ব্যক্তিগত সাধনাৰ যোগেদি প্ৰতিজন চুফীয়ে স্বীকৃতি আৰু বৈশিষ্ট্য লাভ কৰিছিল।

কিন্তু নৱম শতিকাৰ পৰা চুফীবাদ এক বিশিষ্ট সাধন পন্থাৰূপে গঢ় লৈ উঠিল। ৰীতি আৰু পন্থাভেদে কেইবাটাও চুফী দলৰ উদ্ভৱ হ'ল। তেওঁলোকে কিছু পৃথক পৃথক ৰীতি আৰু আদৰ্শ উদ্ভাৱন আৰু প্ৰৱৰ্তন কৰিলে। মুছাহিবি পন্থীসকলৰ বিপৰীতে মালামতীসকলে মূৰ দাঙি উঠিলে। বাগ্‌দাদৰ চুফী হজৰত জুনৈইদৰ অনুগামীসকল আছিল শান্ত, সংযমী আৰু সৰল ধাৰ্মিক লোক। মালামতীসকল সংসাৰত সম্পূৰ্ণ নিৰ্লিপ্ত জীৱন কটোৱাৰ আৰু মানুহৰ ঘৃণা, অৱজ্ঞা আহৰণ কৰাৰ পক্ষপাতী আছিল। আনহাতে চহ্‌লীসকলে সযতনে আত্মলোপ আৰু অহংলোপৰ সাধনা কৰিছিল। 'ফানা' (অহং লোপ) আৰু 'বাকাৰ' (আল্লাত বিশ্বাস ৰক্ষা) তত্ত্বৰো দাৰ্শনিক সূত্ৰ নিৰ্ধাৰিত হ'ল। 'হুলুল' (আল্লাৰ মানৱ ৰূপত অৱতীৰ্ণ হোৱা এক প্ৰকাৰৰ অৱতাৰবাদ), 'ইমাতিজাজ' (সংমিশ্ৰণবাদ), নছখে আৰৱাহ (আত্মাৰ পুনৰুত্থান বা পুনৰ ৰূপ গ্ৰহণ বাদ) আদি বিভিন্ন মতবাদৰ উদ্ভৱ হ'ল। আত্ম উপলব্ধিৰ এক বিশেষ স্তৰত 'আনল হক্' ময়েই সত্য বা ময়েই আল্লাহ বুলি ঘোষণা কৰি প্ৰাণদণ্ডেৰে দণ্ডিত হৈ মৃত্যুবৰণ কৰা মহাসাধক মনচুৰ হাল্লাজ পৃথিৱীৰ প্ৰখ্যাত চুফী সাধকসকলৰ অন্যতম। তেওঁ প্ৰৱৰ্তন কৰা চুফীতত্ত্ব আৰু গভীৰ অৰ্থব্যঞ্জক কিছুমান শব্দ চুফী শব্দমালাৰ অপৰিহাৰ্য অংগস্বৰূপ হৈ পৰিছে। ভাৰতৰ কবীৰ, দাদু, নানক, আনকি অসমৰ হজৰত আজান ফকীৰেও এইবোৰ শব্দ ব্যৱহাৰ কৰিছে।

মনচুৰ হাল্লাজে আল্লাহ, সৃষ্টি, মানুহ আদি সম্পৰ্কে এক চুফী ব্যাখ্যা দাঙি ধৰিছিল ঃ

সৃষ্টিৰ পূৰ্বে আল্লা নিজৰ একত্বৰ (ৱহদত) মাজত আছিল, নিজৰ লগতে নিজে নিজৰ সম্পৰ্কে আলাপ কৰি আছিল, আৰু নিজৰ স্বৰূপ সম্পৰ্কে (জাত) আৰু তাৰ সৌন্দৰ্য আৰু মহিমা সম্পৰ্কে ধ্যানত ৰত আছিল। একত্বৰ মাজত আত্মধ্যানত

লিপ্ত থকা এই অস্তিত্বই (ৱহদত) আছিল প্ৰেম। তেওঁ আছিল সকলো গুণৰ উৰ্ধত। তেওঁ নিজৰ অস্তিত্বৰ মাজত নিজে ব্যাপ্ত হৈ আছিল, এই অস্তিত্ব আছিল একক আৰু আছুতীয়া (ইন্‌ফিৰাদ)। আল্লাহ প্ৰেমৰ জ্যোতিৰে জ্যোতিমান হৈ আছিল। তেওঁৰ সকলো নাম আৰু গুণৰ উদ্ভৱ হৈছে এই জ্যোতিৰ্ময় ৰূপৰ পৰাই। নিজৰ পৰম আনন্দৰ প্ৰকাশ দেখা পোৱাৰ ইচ্ছাতে তেওঁ আজলৰ পৰা (নিত্য বা অনিত্যৰ পূৰ্বৰ অৱস্থাৰ পৰা), নিজৰ প্ৰতিচ্ছায়া সম্প্ৰসাৰিত কৰিলে। অৰ্থাৎ তেওঁৰ চৰম একত্বৰ মাজত নিহিত থকা নাম আৰু গুণক প্ৰকাশ কৰিলে। এই প্ৰকাশেই হৈছে 'আদম' বা মানুহ। এইদৰেই পৰম অস্তিত্ব আল্লাহে নিজস্ব স্বৰ্গীয় অস্তিত্বৰ মাজৰ পৰাই (লাহুত) আদমৰ মাজত আহি মানৱতাৰ মাজত আল্লাহ (নাচুত) ৰূপে আত্মপ্ৰকাশ কৰিলে; অৰ্থাৎ সৃষ্ট মানুহক আল্লাৰ স্বৰ্গীয় জ্যোতি বা গুণৰাশিৰে সমৃদ্ধ কৰিলে। আল্লাৰ স্বৰ্গীয় জ্যোতিয়ে মানুহৰ অন্তৰত এনে এক জ্যোতিৰ জন্ম দিয়ে য'ত স্ৰষ্টা আৰু সৃষ্টি একে পৰম আলোকৰ অংশীদাৰ হোৱাৰ পথ ৰচিত হয়। "মই হৈ পৰো সেই বস্তু যাক মই ভাল পাওঁ আৰু যাক মই ভাল পাওঁ সি মোৰ হৈ পৰে। আমি একেটা দেহাৰ ভিতৰৰ দুটা আত্মা। মোক দেখা পোৱা মানেই তেওঁক দেখা পোৱা, তেওঁক দেখা পোৱা মানেই আমাক দেখা পোৱা।"— মনচুৰ।

আল্লাহ পৰম আৰু চৰম সত্য। সেই সত্যৰ সম্প্ৰসাৰিত প্ৰতিচ্ছাযা মানুহ সত্যৰ প্ৰতিচ্ছায়াৰূপে সত্য।

ইব্‌নে চীনাই চৰম বা পৰম সত্য বা (ultimate reality) অনন্ত বা চিৰন্তন সৌন্দৰ্য বুলিছে। এই সৌন্দৰ্যই বিশ্বৰ দাপোণত নিজকে প্ৰতিবিম্বিত হোৱা চায়। এনে ধাৰণাৰ পৰাই আল্লাহ ইন্দ্ৰিয়াতীত আৰু ইন্দ্ৰিয় সম্ভৱ (transcendent and immanent) দুয়োটা হ'ব পাৰে বুলি ধাৰণাৰ উদ্ভৱ হ'ল। এনে ধাৰণাৰ, বিশেষকৈ সৰ্ব সৃষ্টিত আল্লাহ বিৰাজমান (Pantheistic) বুলি হোৱা ধাৰণাৰ পৰা 'অন্যত্ব' কেৱল ভ্ৰম আৰু অজ্ঞতাৰ কাৰণেই স্ৰষ্টা আৰু সৃষ্টিৰ মাজত বিভিন্নতাৰ ভাব জন্মে আৰু জ্ঞানে এই বিভিন্নতা বা বিচ্ছিন্নতাৰ ভাব আঁতৰ কৰিব পাৰে বুলি নতুন এক ধাৰণাই ঠাই পালে। এনে ধাৰণাৰ পৰা তিনিটা কথাৰ উদ্ভৱ হ'ল— (১) চেতনাৰ এক অতীন্দ্ৰিয় স্তৰৰ পৰা উদ্ভৱ হোৱা জ্ঞানেই হৈছে পৰম সত্য, (২) পৰম সত্য নৈৰ্ব্যক্তিক, (৩) পৰম সত্য একক।

এটা চুফী মতবাদে পৰম সত্যক নূৰ বা জ্যোতি (পোহৰ) বুলি বিবেচনা কৰে। আন এটা মতবাদে ইয়াকে জ্ঞান বা চিন্তা (thought) বুলি বিবেচনা কৰে। ছেখ চাহাবুদ্দিন ছুহৰৱৰ্দিয়ে (খৃঃ ১২০৯) পৰম সত্যক নূৰ বুলি আৰু ইবনুল আৰাবী (খৃঃ ১২৪১) আৰু তেওঁৰ মতবাদৰ টীকাকাৰ আব্দুল কৰিম জিনীয়ে (খৃঃ ১৪০৬) ইয়াক

জ্ঞান বুলি আখ্যা দিছিল। চাহাবুদ্দিন ছহৰবৰ্দিয়ে অৱশেষত মৃত্যুদণ্ড বৰণ কৰিবলগীয়া হৈছিল তেওঁৰ স্বতন্ত্ৰ চিন্তাধাৰাৰ কাৰণে। তেওঁৰ দাৰ্শনিক চিন্তাধাৰাৰ মূল কথা হ'ল ঃ সকলো অস্তিত্বৰ মূল হ'ল নূৰ বা জ্যোতি (নূৰে কাহিৰ)। এই জ্যোতিৰ কাম হ'ল চিৰন্তন পোহৰ দান কৰা। এই জ্যোতি বা নূৰ স্ব-অৱস্থিত (ইয়াৰ অস্তিত্বৰ কাৰণে ই আনৰ ওপৰত নিৰ্ভৰশীল নহয়), ই স্বপ্ৰকাশিত, ই বৰ্ণনাতীত। অ-জ্যোতি (not light) ইয়াৰ নেতিবাচক বস্তু, ইয়াৰ অস্তিত্ব নাই। কিন্তু জ্যোতিৰ প্ৰকাশৰ কাৰণে অ-জ্যোতিৰ প্ৰয়োজন আছে। নূৰ বা জ্যোতিয়েই অস্তিত্বৰ মূল বস্তু। এই জ্যোতিৰ দুই ৰকমৰ প্ৰকাশ হয়। (১) বিমূৰ্ত প্ৰকাশ, যাৰ কোনো আকৃতি নাই আৰু কোনো সীমাবদ্ধতাও নাই। ই আন কোনো বস্তুৰ গুণো নহয়। ইয়াৰ সাৰবস্তু হৈছে চৈতন্য বা জ্ঞান। ইয়াৰেই প্ৰকাশ হৈছে বিশ্বময় জ্ঞান বা সৰ্বময় বুদ্ধি আৰু তাৰেই দূৰণীয়া প্ৰতিফলন হৈছে ব্যক্তিগত জ্ঞান বা বুদ্ধি।

নূৰৰ দ্বিতীয় প্ৰকাৰৰ প্ৰকাশ হৈছে আকস্মিক। ইয়াৰ আকৃতি গঢ় আছে আৰু ই কোনো গুণঁলৈ ৰূপান্তৰিত হ'ব পাৰে। ই বিমূৰ্ত জ্যোতিৰ এক প্ৰতিফলন আৰু তাৰ ওপৰত নিৰ্ভৰশীল।

এই মতবাদৰ মতে চৰম বস্তু (absolute matter) অ-জ্যোতিৰ (not light) অন্তৰ্গত দুই প্ৰকাৰৰ সামগ্ৰী থাকে (১) অণু বা স্থানৰ সিপাৰে থকা এক অজ্ঞাত বৰ্ণনাতীত সাৰবস্তু (২) স্থানৰ অন্তৰ্গত থকা আকৃতি, স্থানৰ ভিতৰত যাৰ স্থিতি অপৰিহাৰ্য। সকলো 'বস্তুৰ' ইয়াৰ পৰাই উদ্ভৱ হয়।

বিমূৰ্ত জ্যোতিৰ পৰা বস্তুৰূপ পোৱালৈ সমগ্ৰ বিশ্ব মূল জ্যোতি; ওপৰত নিৰ্ভৰশীল এক সাৰবস্তু; লেঠাৰি নিছিগা বৃত্তৰ সমষ্টি মাত্ৰ। যিবোৰ বস্তু আদিম জ্যোতিৰ অধিক কাষৰীয়া, কেইবোৰে দূৰণিত থকা বস্তুবোৰতকৈ অধিক জ্যোতি বা পোহৰ লাভ কৰে। সকলোৱেই মূল জ্যোতিৰ উৎসৰ ফালে উগ্ৰ আবেগ আৰু অনন্ত আকৰ্ষণেৰে ওচৰ চাপি যাবলৈ প্ৰয়াস কৰি থাকে। বিশ্বখন প্ৰেমৰ মাজত বৰ্তি আছে আৰু প্ৰেমেই বিশ্বখনক চলাই আছে।

মানৱ আত্মাই হৈছে বিমূৰ্ত জ্যোতিৰ উচ্চতম বাসস্থান। মানুহৰ শৰীৰ গঠিত হয় অ-জ্যোতিৰে। জ্যোতি আৰু অ-জ্যোতিৰ মধ্যবৰ্তী স্থানত আছে স্থূল মানৱ আত্মা। ইয়াৰ যোগেদিয়েই বিমূৰ্ত জ্যোতি মানৱ শৰীৰত প্ৰৱেশ কৰে। মানুৱ আত্মাই অধিকতৰ জ্যোতি লাভ কৰিবৰ কাৰণে সদায় আকাংক্ষা কৰে আৰু তাৰ যোগেদি যাতে অ-জ্যোতি বা কায়া জগতৰ পৰা (ৰূপৰ পৰা) সম্পূৰ্ণ মুক্তি লাভ কৰিব পাৰে তাৰ চেষ্টা কৰে। জ্ঞান আৰু কৰ্মৰ যোগেদি এই মুক্তি সম্ভৱ হয়।

মানৱ আত্মাৰ পাঁচোটা ভিতৰুৱা আৰু পাঁচোটা বাহিৰা চেতনাশক্তি (ইন্দ্ৰিয়) থাকে। ইহঁতৰ উদ্ভৱ হয় জ্যোতিৰ শক্তিৰ পৰা আৰু ইয়াৰ বৃদ্ধি হোৱা, মিশ্ৰণ, হজম হোৱা আদিৰ নিচিনা কিছুমান কাম বা শক্তি থাকে। ইহঁতৰ উদ্ভৱ হয় অ-জ্যোতিৰ পৰা। এই দুয়োবিধ যোগ হৈ শৰীৰ বস্তু গঠিত হয়। বিমূৰ্ত জ্যোতিৰ লগত ই জড়িত থাকে। মানৱ আত্মাৰ তিনিটা অঙ্গবস্তু থাকে— জ্ঞান, সাহস আৰু আকাংক্ষা আৰু ক্ষুধা, কামনা বা ইন্দ্ৰিয়াসক্তি। এই তিনিওটাৰ সুসমন্বয়ৰ ফলতে ন্যায়ৰ উদ্ভৱ হয়। এই ন্যায় বা আদ্‌লেই হৈছে উচ্চতম গুণ।

ব্যক্তিগত আত্মা সদায়েই প্ৰগতিকামী। ই পূৰ্ণজ্যোতি লাভ কৰিবৰ কাৰণে আৰু শেহান্তত আল্লাত মিলিত হৈ পৰিবৰ কাৰণে অহৰহ চেষ্টা কৰি থাকে। এই প্ৰচেষ্টা মৃত্যুৰ লগে লগে শেষ হৈ নাযায়। এটা জীৱনত যি আধাৰ বস্তুৰ সহায়ত আত্মা বৰ্তি থাকে, সেই আধাৰ বস্তুৰ অস্তিত্ব শেষ হৈ গ'লে আত্মাই অন্য এক আধাৰৰ আশ্ৰয় লয় আৰু অস্তিত্বৰ বিভিন্ন স্তৰৰ মাজেদি উৰ্ধমুখী হৈ আগুৱাই গৈ থাকে— আৰু অৱশেষত ইয়াৰ শেষ লক্ষ্যস্থানত উপনীত হয়গৈ। এই শেষ স্তৰেই হৈছে 'ফানা' বা সৰ্বাত্মক আত্মলোপ।

সকলো আত্মা একেটা মূল উৎসৰ ফালে গৈ গৈ যেতিয়া সিহঁতৰ শেষ লক্ষ্যস্থল পায়গৈ, তেতিয়া এই বিশ্ব বা সৃষ্টিৰ সমাধান কৰা হয় আৰু সৃষ্টিৰ এক নতুন আবৰ্তৰ আৰম্ভণি হয়। এনেকৈয়ে এক সৃষ্টিৰ পৰিসমাপ্তি ঘটে আৰু অন্য এক নতুন সৃষ্টিৰ পৰিক্ৰমা আৰম্ভ হয়।

মানুহৰ আত্মিক প্ৰগতিৰ লক্ষ্য হৈছে জ্যোতিৰে জ্যোতিৰ্ময় হোৱা বা জ্ঞানৰ পোহৰেৰে উজ্জ্বল হৈ উঠা। ইয়াক লাভ কৰিব লাগিলে সাধনাৰ পথৰ আশ্ৰয় লোৱা প্ৰয়োজন। সাধন মাৰ্গত কেইবাটাও স্তৰ আছে। সেইবোৰ অতিক্ৰম কৰি যাব পাৰিব লাগিব। ইয়াৰ পিছত পাঁচোটা উল্লেখযোগ্য স্তৰ আছে, প্ৰথম স্তৰ হৈছে 'মইৰ' বা ব্যক্তিত্ব আৰু আত্মভাবৰ অনুভূতি। দ্বিতীয় স্তৰ হৈছে 'তুমি নোহোৱা বা নাই'— নিজত্বৰ মাজত আত্মলোপৰ স্তৰ। তৃতীয় স্তৰ হৈছে 'মই নহওঁৰ স্তৰ'। ই হৈছে 'তুমি নোহোৱা'ৰ বিপৰীত স্তৰ। চতুৰ্থ স্তৰ হৈছে, 'তুমি আছাৰ স্তৰ'— অৰ্থাৎ আল্লাত একান্ত আত্মসমৰ্পণৰ স্তৰ। পঞ্চম স্তৰ হৈছে 'মই নাই বা মই নহয়' আৰু 'তুমি নাই বা তুমি নহয়'— স্তৰ। এই স্তৰ সম্পূৰ্ণ আত্মলোপৰ স্তৰ, য'ত বিশ্বাত্মা আৰু জীৱাত্মাৰ সকলো ভিন্নতা নোহোৱা হৈ যায়। ই এক সৌৰ চেতনা বা সৰ্বাত্মক উপলব্ধিৰ চেতনা।

আন এজন প্ৰখ্যাত চুফী সাধক আছিল ইবনুল আৰাবী (খৃঃ ১২৪১)। তেওঁৰ মতে প্ৰকৃতি আৰু মানুহ উভয়েই আল্লাকেই প্ৰতিফলিত কৰে। সৃষ্টিৰ প্ৰতিটো অণুৰ

মাজেদি আল্লাই নিজকে প্ৰকাশ কৰে। প্ৰতিটো বোধগম্য বস্তুৰ মাজেদি তেওঁ প্ৰকাশিত হয়। যিসকলে কয় যে বিশ্বখন তেওঁৰ কায়া বা স্বৰূপৰ প্ৰকাশ মাথোন, সেইসকলৰ বাহিৰে আন সকলোৰে জ্ঞানৰ পৰা তেওঁ অপ্ৰকাশিত থাকে। মানুহ আৰু আল্লাৰ সম্পৰ্ক সম্বন্ধে তেওঁৰ মত হৈছে— মানুহ আল্লাৰ কায়া বা স্থূল আকৃতি আৰু আল্লাহ মানুহৰ সূক্ষ্ম বা আদেহী আত্মা (Spirit)। মানুহৰ মাজেদি আৰু মানুহৰ যোগেদি আল্লাই নিজৰ সৃষ্টিক চায়। যিবোৰ গুণ মানুহে আল্লাত আৰোপ কৰে সেই সকলো গুণৰে আধাৰ (Substance) মানুহেই। মানুহে যেতিয়া আল্লাৰ চিন্তা কৰে, তেতিয়া মানুহে নিজৰেই চিন্তা কৰে আৰু আল্লাই যেতিয়া মানুহৰ চিন্তা কৰে তেতিয়া আল্লাই নিজৰে চিন্তা কৰে। (তৰজুমানুল আস্থৱাক)।

মানুহৰ শেষ লক্ষ্য আল্লাৰ জ্ঞান লাভ কৰা। শৰীৰ থাকে মানে আল্লাৰ লগত সম্পূৰ্ণ মিলন সম্ভৱ নহয়। এই জ্ঞান, ধ্যান আৰু বিশ্বাসেৰেই লাভ কৰিব পাৰি। ইয়াৰ কাৰণে মানৱীয় জ্ঞানক সকলো যুক্তি-তৰ্কৰ পৰিধিৰ পৰা মুক্ত কৰা দৰকাৰ। জ্ঞানৰ শেষ লক্ষ্য হৈছে এক ইন্দ্ৰিয়াতীত চৈতন্যহীন অৱস্থা লাভ, যি অৱস্থাত, অনন্তৰ সন্মুখত দৃশ্যমান সকলো বস্তু অদৃশ্য হৈ যায়।

'ইন্‌চানে কামিল' (পূৰ্ণ মানৱৰ) লেখক আব্দুল কৰিম আল জিলীও এজন প্ৰখ্যাত চুফী দাৰ্শনিক আছিল (খৃঃ ১৪০৬)। তেওঁ যদিও আৰাবীৰ সমকক্ষ নাছিল, তথাপি কোনো কোনো সমালোচকে তেওঁৰ বিক্ষিপ্ত দাৰ্শনিক চিন্তাধাৰাত মৌলিকতা দেখা পাইছে।

তেওঁৰ মতবাদ এনে ধৰণৰ ঃ সৃষ্টিৰ মূল সত্তা এটা, ইয়াক দুই ৰকমে পোৱা যায়। এটা চৰম গুহ্য বা অপ্ৰকাশিত ৰূপ, আনটো গুণবিশিষ্ট বা প্ৰকাশিত ৰূপ। চৰম সত্তা দুৰ্জ্ঞেয় বা মানুহৰ বোধশক্তিৰ উৰ্ধৰ, কিয়নো ই সকলো সম্পৰ্কৰ উৰ্ধৰ, অস্তিত্ব আৰু অস্তিত্বহীনতাৰ উৰ্ধৰ, ই হৈছে সকলো বিৰোধ বৈপৰীত্যৰ সমষ্টি। এই চৰম সত্তা বা 'ৱজুদে মৎলক' সকলো গুণ আৰু সকলো সম্পৰ্কৰ পৰা মুক্ত। ই অন্ধতাৰ দ্বাৰা আবৃত হৈ থাকে। প্ৰথম স্তৰত ই বাহিৰত প্ৰকাশ নোপোৱাকৈয়ে অন্ধকাৰৰ মাজৰ পৰা ওলাই আহে। এই প্ৰকাশৰ মাজতো ই নাম আৰু গুণৰ পৰা মুক্ত থাকে। বহুত্বক সামৰি লৈ ই একত্ব হৈয়ো থাকে। এই সম্ভাবনাৰ উৎসৰ বাহ্যিক ৰূপত ই 'আহাদিয়া' বা বিমূৰ্ত একত্ব ৰূপত থাকে। দ্বিতীয় স্তৰত এই 'আহাদিয়া' বা বিমূৰ্ত একত্ব 'হুৱাহিয়া' (তেওঁৰ He-ness) আৰু 'আন্নিয়া' (মইত্ব I-ness) এই দুই ৰূপত প্ৰকাশ পায়। সত্তাৰ প্ৰথম স্তৰত ই নিজৰ বিষয়ে সচেতন থাকে, কাৰণ ই গুণৰ পৰা নিজক মুক্ত ৰাখে।

দ্বিতীয় স্তৰত বা বাহ্যিক অৱস্থাত, ই বহুত্বৰ সত্যৰূপে প্ৰকাশ পায়। তৃতীয় স্তৰ হৈছে 'ৱাহিদিয়া'। এই স্তৰ হৈছে বহুত্বৰ মাজত একত্বৰ স্তৰ। এই স্তৰত নিজৰ বহুত্বৰ মাজত একত্বৰূপে সত্তাই নিজক পৰিচিত কৰে। সেষৰ স্তৰত চৰম (সত্তা) আন্ধাৰৰ পৰা পোহৰলৈ ওলাই আহে, চেতনাহীনতাৰ পৰা চেতনালৈ আহে, নির্গুণৰ পৰা সগুণলৈ আহে, সমগ্ৰ অস্তিত্বৰ বিশিষ্ট গুণৰাশি সামৰি লৈ খোদাত্বৰ ক্ষেত্ৰত আত্মপ্ৰকাশ কৰে। সৰ্বশেষত এই চৰম সত্তা সকলো চিন্তাৰ বা জ্ঞানৰ বিষয়বস্তু হৈ পৰে। অদৃশ্য অজ্ঞাত সত্তা দৃশ্যমান হৈ পৰে।

চৰমৰ উচ্চতম প্ৰকাশ হৈছে খোদাত্ব বা ইলাহীয়া। ক্ষা আৰু কৰ্তৃত্ব এই দুই ৰূপত ইলাহীযাই প্ৰকাশ লাভ কৰে। ক্ষমা ৰূপত ই স্ৰষ্টা (আলহক্) আৰু সৃষ্টিৰ (আল্খলক) মাজত সম্পৰ্ক হিচাপে প্ৰকাশ পায। কৰ্তা বা কৰ্তৃত্ব ৰূপত সৃষ্ট বস্তুৰ ৰক্ষাকৰ্তা আৰু চালকৰূপে প্ৰকাশ পায।

আল্লাৰ খোদাত্বক নাম আৰু গুণৰ মাজেদি জনা যায। আল্লাৰ স্বৰূপ (জাত) সৌন্দৰ্য (জামাল) মাহাত্ম্য (জালাল) আৰু পূৰ্ণতাৰ (কামাল) পৰা আল্লাৰ নামৰ উৎপত্তি হয। আল্লাৰ প্ৰধান গুণবোৰ হ'ল— জীৱন, জ্ঞান, শক্তি ইচ্ছা, বাক্‌শক্তি, শ্ৰৱণ শক্তি আৰু দৰ্শন শক্তি।

বিশ্বচৰাচৰ ঐশ্বৰিক ধাৰণাৰ আধাৰ, 'চৰমৰ' এক ৰূপময় প্ৰকাশ। বিশ্ব যদি বৰফ আল্লাহ পানী। আল্লাহ সৃষ্টিৰ সাৰবস্তু। ইন্দ্ৰিয়গ্ৰাহ্য জগতখন এটা ধাৰণা, এটা বুদ্ধি গ্ৰাহ্য বিষয় বা এটা সপোন হ'ব পাৰে। কিন্তু ই অবাস্তৱ নহয। ইনচানে কামিলৰ ভূমা চৈতন্যৰ যোগেদি প্ৰকাশিত হোৱা ই বাস্তৱ। ইনচানে কামিল সকলো গুণৰে ধাৰক।

পূৰ্ণতা লাভ কৰা মানুহ (ইনচানে কামিল) আল্লাৰ প্ৰতিচ্ছায়া স্বৰূপ বা আল্লাৰ নুচ্খ। (তেওঁৰ মাজেদিয়ে আল্লাৰ গুণ আৰু নাম প্ৰতিবিম্বিত হয়। তেৱেঁই আল্লাহ আৰু বিশ্বজগতৰ মাজৰ এক যোগসূত্ৰ, প্ৰকৃতিৰ উৎকৃষ্ট প্ৰতিভূ। তেওঁৰ মাজেদিয়ে চৰম সত্তাই নিজৰ বিষয়ে নিজে উপলব্ধি কৰে। বাহ্যিক ৰূপ আৰু মূল সত্যৰ মাজত ঐক্য ৰচনাৰ সেতুও তেৱেঁই। তেৱেঁই কুতুব বা শীৰ্ষবিন্দু। যাৰ চৌদিশে অস্তিত্বই আৱৰ্তন কৰে। তেৱেঁই 'ৰূহ' বা প্ৰথম সৃষ্ট সূক্ষ্ম বস্তু বা আত্মা, যাৰ মাজেদি আল্লাই নিজৰ স্বৰূপত প্ৰথমেই আত্মপ্ৰকাশ কৰে। তেৱেঁই 'হকিকতোল মোহম্মদীয়া' বা মোহম্মদৰ (দঃ) আধ্যাত্মিক স্বৰূপ বা সূক্ষ্ম আত্মা। তেওঁৰ আন এটা নাম আমৰিল্লাহ (আল্লাৰ বাণী) আদমৰ মাজেদিয়ে ৰূপ বা সূক্ষ্ম আত্মাই (spirit) আত্মপ্ৰকাশ কৰিছিল। তাৰ পাছত আহিল পোহৰ আৰু আন্ধাৰৰ ফিৰিস্তাসকল। তাৰ পাছত পাঁচ প্ৰকাৰৰ আত্মা— পশুৰ গুণসম্পন্ন আত্মা, আৱেগ-উত্তেজনাসম্পন্ন আত্মা, সৎ বা

সক্রিয় আত্মা, অনুতপ্ত আত্মা আৰু প্ৰশান্ত আত্মা। সকলো আত্মাই মূলতঃ পূৰ্ণতা গুণসম্পন্ন, কোনো কোনো আত্মা প্ৰকৃততে পূৰ্ণতা গুণবিশিষ্ট। হজৰত মোহম্মদো তেনে এক বিশিষ্ট আত্মা। প্ৰতিটো যুগতে ইনচানে কামিল বা পূৰ্ণ মানৱৰ আবির্ভাৱ হয়। তেওঁলোক আল্লাৰ বাণী বা হজৰত মোহম্মদৰেই এক বাহ্যিক প্ৰকাশ বা অভিব্যক্তি।

চৰম সত্তা বিভিন্ন স্তৰেদি মানুহৰ ভিতৰলৈ নামি আহে। মানুহৰ ৰহস্যবাদী উৰ্ধগতিৰ মাজেদি মানুহ আল্লাৰ কাষলৈ ঘূৰি যায়। চাৰিটা বিশেষ স্তৰ অতিক্ৰম কৰি মানুহ আধ্যাত্মিক উন্নতিৰ পথত আগবাঢ়ে।

প্ৰথম স্তৰত মানুহে সম্পূৰ্ণৰূপে নিজক আল্লাৰ ইচ্ছাৰ ওপৰত সমৰ্পণ কৰি দিয়ে। দ্বিতীয় স্তৰত মানুহে আল্লাৰ নাম ধ্যান কৰে (জিকৰ কৰে) আৰু সেই নামত জ্যোতিয়ে তেওঁৰ অন্তৰ জগত পোহৰাই তোলে আৰু তেতিয়া মানুহৰ ব্যক্তি ইচ্ছা লোপ পায়। তৃতীয় স্তৰত মানুহে আল্লাৰ গুণৰাশিৰ ধ্যান কৰি অন্তৰ আলোকময় কৰি তোলে। মানুহে এনে ধ্যানৰ যোগেদি নিজেও ঐশী গুণৰ অধিকাৰী হয় আৰু অতিমানৱীয় শক্তিৰ অধিকাৰী হয়। তেতিয়া তেওঁ স্থূল জীৱনৰ সীমা অতিক্ৰম কৰি সূক্ষ্ম আধ্যাত্ম জগতৰ ৰহস্যৰ মাজত সোমাই পৰে। চতুৰ্থ স্তৰত মানুহে নাম আৰু গুণৰ জগত অতিক্ৰম কৰি যায় আৰু সাৰবস্তুৰ জগতত প্ৰৱেশ কৰে। তেতিয়া ইনচালে কামিল বা ঐশীগুণসম্পন্ন পূৰ্ণ মানৱ হৈ পৰে।

চুফীসকলৰ সাধনাৰ লক্ষ্য হ'ল আল্লাত আত্মলোপ কৰা। যিসকল চুফীয়ে ছৰিয়তৰ সকলো নীতি-নিয়ম মানি চলে তেওঁলোকে সাধন মাৰ্গত কাৰ্যকৰীভাৱে তিনিটা ঢাপ অতিক্ৰম কৰিব লাগে। (১) আল্লাৰ নিৰ্দেশ পালনত নিজৰ ইচ্ছা সমৰ্পণ কৰি সৎকৰ্ম কৰা, ছৰিযতৰ ৰীতি-নীতি মানি চলা। ইয়াৰ কাৰণে সন্ধানী বা চালকজনে আল্লাহ ৰছুলৰ ওপৰত ঈমান আনিসকলে গুণাহ বা পাপৰ কাৰণে তৌবাহ (অনুতাপ) কৰিব লাগে। তাৰ উপৰি কল্‌মা, নামাজ, ৰোজা, হজ, জাকাত আদিও নিষ্ঠাৰে পালন কৰিব লাগে। কু-প্ৰবৃত্তিক দমন কৰিবৰ কাৰণে সংযম, ৰোজা, নীৰৱতা, নিঃসংগতা আদিৰ আশ্ৰয়ো ল'ব লাগে। গৰ্ব, হিংসা, অজ্ঞতা, কাৰ্পণ্য, ক্ৰোধ আদি দমন কৰিবৰ কাৰণেও প্ৰবৃত্তি (নফ্‌ছ্) দমনৰ প্ৰয়োজন হয়। এনেকৈ মানুহৰ নিম্ন সত্তাক নোহোৱা কৰি উচ্চ সত্তাক আল্লাহৰ সমীপৱৰ্তী কৰাৰ পথ ৰচনা কৰিব লাগে। ছৰিয়তৰ নীতি-নিয়মবোৰৰ প্ৰতি আন্তৰিক আৰু আধ্যাত্মিক আনুগত্যৰ নামেই 'তৰিকত'।

দ্বিতীয় স্তৰ মাৰিফতৰ বা জ্ঞানৰ পথ। সূক্ষ্ম আৰু গূঢ় জ্ঞান লাভ মাৰিফতৰ লক্ষ্য। মাৰিফতৰ পথত সাধাৰণ যুক্তি-তৰ্কক বিসৰ্জন দিয়া হয়, কয়নো আল্লাহ সম্পৰ্কীয় গূঢ় জ্ঞান সাধাৰণ যুক্তি-তৰ্কৰ যোগেৰে লাভ কৰিব নোৱাৰি। বুদ্ধি (আক্‌ল)

আৰু যুক্তি প্ৰদৰ্শনো বৰ্জনীয় হৈ পৰে। মানৱাত্মাই তেতিয়া অস্থিৰভাৱে আল্লাৰ কৰুণাৰ আশ্ৰয় বিচাৰে, কিয়নো আল্লাৰ ফয়জ আৰু ইনায়ত্তৰ (দয়া আৰু কৰুণাৰ) যোগেদিহে আল্লাৰ তত্ত্বজ্ঞান লাভ কৰিব পৰা যায়। এনে তত্ত্বজ্ঞান লাভ কৰাৰ পিছত চুফীজনে বুজিব পাৰে সত্য আল্লাৰ বাহিৰে বাকীবোৰ মায়া বা ভ্ৰম মাত্ৰ আৰু সৃষ্ট বস্তুৰ প্ৰতি আকৰ্ষণ আৰু সৎকৰ্মৰ ফলশ্ৰুতি অৰ্থহীন বস্তু। পৰম জ্ঞানৰ অধিকাৰীজনৰ কাৰণে ছৰিয়তৰ.নীতি-নিয়ম পালন কৰি চলাটো আধ্যাত্মিকভাৱে মূল্যহীন হৈ পৰে। তেওঁৰ অন্তৰত ঐশীজ্ঞানৰ আলোকে তেওঁৰ বুদ্ধি আৰু ইচ্ছাক ৰূপান্তৰিত কৰি পেলায় আৰু তেতিয়া লৌকিক ক্ৰিয়া-কৰ্মত গুৰুত্ব নোহোৱা হৈ পৰে।

কিন্তু গূঢ় জ্ঞান লাভেই চুফী সাধনাৰ শেষ কথা নহয়। এই জ্ঞানৰ যোগেদিয়ে হকিকত বা খোদাত্ব লাভ অৰ্থাৎ খোদাৰ লগত সম্পূৰ্ণ মিলিত হৈ পৰিব পাৰিব লাগিব। হকিকতৰ অৱস্থা পালে মানুহৰ ইচ্ছা, আবেগ, বুদ্ধি সকলো ৰূপান্তৰিত হৈ যায়। মানুহ আৰু মানুহ হৈ নেথাকে, আনকি খোদাত্বৰ লাভ অৰ্থাৎ খোদাৰ লগত মিলিত হোৱাৰ সুকীয়া চেতনাও পৰিৱৰ্তিত হৈ যায়। এইটো স্তৰত চুফীজনে 'ফানা' বা নিজ অস্তিত্বক অতিক্ৰম কৰি যায় আৰু আল্লাৰ লগত মিলিত হৈ পৰাৰ এক সূক্ষ্ম উপলব্ধিৰ মাজত বাস কৰেগৈ। এইটোৱেই 'বাকা বিল্লাহ'ৰ সূক্ষ্ম অৱস্থা। এই অৱস্থাত কৰ্তা আৰু কৰ্মৰ বিভেদভ্ৰম অন্তৰ্ধান হয়। ব্যক্তিত্বৰ চেতনা লোপ পায় আৰু ধৰ্ম আৰু ৰীতি-নীতি অৰ্থহীন হৈ পৰে। এক চৰম ভূমা চেতনাৰ মাজত চুফীজন সোমাই পৰে। তেতিয়া তেওঁ পৰম সত্যৰ অন্তৰ্বৰ্তী ৰূপ আৰু দৃশ্যমান ৰূপ দুয়োটাৰ মূল তাৎপৰ্য বুজি উঠে। 'এক' আৰু 'বহু'ৰ অৰ্থ স্পষ্ট হৈ পৰে। সেই চৰম উপলব্ধিৰ অৱস্থাত ধ্যানী আৰু ধ্যানৰ, সাধ্য আৰু সাধকৰ মাজৰ ব্যৱধান নোহোৱা হৈ যায় আৰু তেনে অৱস্থাতে মহাসাধক মনচুৰৰ দৰে কৈ উঠিব পাৰে— আনল্ হক্, ময়েই সত্য বা ময়েই আল্লাহ। মই যাক ভাল পাওঁ তেৱেঁই মই আৰু যাক মই ভাল পাওঁ তেওঁ ময়েই।

চুফী পন্থাত সাধনাৰ পথত অগ্ৰসৰ হ'বৰ কাৰণে এজন গুৰু বা মুৰ্ছিদৰ অপৰিহাৰ্য প্ৰয়োজন। এই পীৰ বা ছে'খজনেই আধ্যাত্ম মাৰ্গৰ শিক্ষা তেওঁৰ শিষ্যক দিয়ে। সাধন মাৰ্গৰ বিভিন্ন স্তৰ (মোকাম) আৰু বিভিন্ন অৱস্থা (হাল) আছে। তৌবা বা অনুতাপ, ৱৰা বা সংযম (বৰ্জন), জুহ্‌দ্ বা কৃচ্ছ্ৰসাধন, ফোকৰ্ বা দাৰিদ্ৰ্য, স্বৱৰ বা ধৈৰ্য, তৱকুল বা বিশ্বাস (নিৰ্ভৰ) আৰু ৰাজা বা সন্তুষ্টি আদিৰ চৰ্চা আৰু অনুশীলন কৰি বিভিন্ন অৱস্থা লাভ কৰা যায়। মোৰাকবা বা ধ্যান কোঠ বা সমীপতা (আল্লাৰ), মোহব্বত বা প্ৰেম, খৌফ বা ভয়, ৰিজা বা আশা, ছওক বা আকাংক্ষা, উন্‌চ্ বা ঘনিষ্ঠতা, ইতমিনান বা প্ৰশান্ত স্থৈৰ্য, মোছাহেদা বা ধ্যান, য়কীন বা নিশ্চয়তা লাভ

সাধনাৰ অগ্ৰগতিৰ লগে লগে হৈ গৈ থাকে। যাৰ সাধনা সফল হয়, তেওঁক আল্লাই কৰুণা কৰি এনে বিভিন্ন অৱস্থা বা হাল দান কৰে। ছেখ বা গুৰুৰ আদেশ-নির্দেশ শিষ্যই বিনা প্ৰশ্নে আৰু সর্বতোভাৱে মানি চলিব লাগে। পীৰৰ কথাই আৰু কোনো প্ৰশ্নৰ অৱকাশ নেৰাখে। আৱশ্যকীয় শিক্ষা আৰু দীক্ষা দি গুৰুৱে শিষ্যৰ আধ্যাত্ম প্ৰগতিৰ গতি নির্ণয় কৰে আৰু সাফল্যৰো বুজ লৈ থাকে। গুৰুজন নিজেও সাধন মার্গত সাফল্য লাভ কৰা এক ৱলী বা মুনিসদৃশ হ'ব লাগে। এনে পীৰে সাধনাৰ সহায়ত চৰম অৱস্থা ফানা ফিল্লাহ আৰু বাকা বিল্লাহ (আত্মলোপ কৰি আল্লাৰ মাজত আত্ম উপলব্ধি কৰা) অৱস্থাৰ অধিকাৰী হয়। গুৰুৰ ওচৰত আত্মসমর্পণৰ অৱস্থা অতিক্ৰম কৰিহে (ফানা ফিছেখ) ৰছুলৰ ওচৰত আত্মসমর্পণ সম্ভৱ হয় (ফানা ফিৰ ৰছুল)। গুৰু সত্য পথৰ দ্ৰষ্টা আৰু সত্য পথৰ প্ৰদর্শকো। শিষ্যই আধ্যাত্ম সাফল্যৰ কাৰণে একান্তভাৱে মুর্ছিদ বা গুৰুৰ ওপৰত নির্ভৰ কৰিব লাগে। গুৰুৱে ৰক্ষা বা উদ্ধাৰ নকৰিলে শিষ্যৰ মোক্ষ লাভৰ আশা নাই। চুফী সাধনাত গুৰুৰ স্থান অতি উচ্চত। কবি হাফিজৰ বিশ্ববিখ্যাত উক্তি এই ক্ষেত্ৰত স্মৰণীয়—

ব মই চজ্জাদা ৰঙ্গী কুন্
গৰত পীড়ে মগা গুয়দ.....

..... গুৰুৱে যদি তোমাক কয় (আদেশ দিয়ে) তেন্তে তোমাৰ জাই নামাজ (নামাজ পঢ়া কাপোৰ বা আসন) মদেৰে বোলাই ল'বা..... (দিৱানে হাফিজ)

চুফী সাধকে ৰীতি অনুযায়ী ফৰজ চুন্নত আদি পালন কৰক বা নকৰক, আধ্যাত্ম সাধনাৰ কাৰণে জিক্ৰৰ (অসমীয়া জিকিৰ) আশ্ৰয় লয়। সাধাৰণ অর্থত জিক্ৰ মানে আল্লাক সোঁৱৰা আৰু বাৰংবাৰ তেওঁৰ নাম লোৱা বা নাম জপ কৰা। কিন্তু চুফী মার্গৰ অর্থত জিকৰ বুলিলে পৰম ভক্তি আৰু আস্থাৰে আল্লাৰ নামধ্যান আৰু জপ কৰি উন্মাদনা আৰু সমাধি অৱস্থা লাভ কৰাও বুজায়। জিক্ৰ সাধাৰণতে দুই প্ৰকাৰৰ (১) জিক্ৰে জালি বা ফুটাই উচ্চাৰণ কৰি নাম জপ কৰা আৰু জিক্ৰে খফি বা মনে মনে জিক্ৰ কৰা। জিক্ৰৰ যোগেদি সমাধি অৱস্থা লাভ কৰিবৰ কাৰণে কোনো কোনো চুফী ধ্যান পদ্ধতিত (যেনে নক্সবন্দীয়া পদ্ধতি) যোগ বা প্ৰাণায়ামেৰে কৰাৰ দৰে শৰীৰকো ধ্যানস্থ কৰাৰ ব্যৱস্থা আছে।

কোনো পন্থাত নৃত্যগীতেৰেও উপাসনা জাগ্ৰত কৰি তোলাৰ ব্যৱস্থা আছে। ইছলামে গীত আৰু নৃত্যক অনুমোদন নজনায়। কিন্তু সাধনমার্গত নৃত্য-গীত প্ৰয়োগক কোনো কোনো চুফীয়ে সমর্থনযোগ্য বুলি মত প্ৰকাশ কৰে। কিয়নো এনে নৃত্য-গীতে তাপসৰ মনত যি আবেগ-উন্মাদনাৰ সৃষ্টি কৰে তাৰ যোগেদি চুফী সাধকৰ পার্থিব চেতনা লোপ পাব পাৰে, আৰু এক তন্ময়তা আৰু উন্মাদনাৰ জন্ম হ'ব পাৰে।

ইমাম গাজ্জালিয়ে জিক্ৰৰ লগত নৃত্য-গীতৰ সমৰ্থন কৰিছিল। হুজৱিৰিৰ মতেও জিকৰৰ লগত নৃত্য-গীত উন্মাদনা সৃষ্টিৰ আৰু আত্মলোপৰ অৱলম্বনহে, বিলাসিতা নহয়। মৌলানা জালালুদ্দিন ৰুমীয়েও জিক্ৰৰ লগত নৃত্য-গীতৰ প্ৰাধান্য দিছিল। চিস্তিয়া আৰু ছুহ্ৰৱৰ্দিয়া পন্থাতো জিক্ৰৰ লগত নৃত্য-গীতক বাধা দিয়া হোৱা নাই। হজৰত আজান পীডেও অসমত জিকিৰ গাওঁতে নৃত্য আৰু গীতক আনুষংগিকস্বৰূপে গ্ৰহণ কৰিছিল। আৰু এতিয়াও অসমৰ কোনো কোনো ঠাইত আজান চাহাবৰ জিকিৰ নাচি নাচি গীতৰ সুৰত গোৱা হয়।

এইখিনিতে নফ্চ্ বা প্ৰবৃত্তিৰ স্বৰূপ আৰু বিভাজন সম্পৰ্কে এবাৰ কথা আলোচনা কৰিব পাৰি। নফ্চ্ক ইংৰাজীত কোনো কোনোৱে spirit বুলিছে। কেতিয়াবা নফ্চ্ বুলিলে প্ৰাণ বা ভূত বুলিও বুজোৱা হয়। কুল্লু নফ্চিন্ জায়েকাতিল্ মওত। সকলো নফ্চ্ বা জীৱন মৃত্যুৰ অধীন। কোৰান্‌ত তিনিপ্ৰকাৰৰ নফ্চ্ৰ উল্লেখ আছে (১) নফ্চে আম্মাৰা (২) নফ্চে লওৱামা, (৩) নফ্চে মুত্মইন্না।

নফ্চে আম্মাৰাক কুপ্ৰবৃত্তি বা স্থূল কামনা বুলি ধৰিব পাৰি। ই মানুহক পূৰ্ণতাৰ পথৰ পৰা আঁতৰাই নিযে আৰু অনৈতিক আৰু অবাঞ্ছনীয় দিশলৈ আকৰ্ষিত কৰে। ইয়াক স্থূল পশুপ্ৰবৃত্তি বুলিও ধৰা হয়। যি মানুহ কেৱল নফ্চে আম্মাৰাৰ প্ৰভাৱাধীন হৈ চলে সি আধ্যাত্মিক পথত অগ্ৰসৰ হ'ব নোৱাৰে।

নফ্চে আম্মাৰাৰ প্ৰভাৱমুক্ত হ'ব পাৰিলে মানুহ নফ্চে লওৱামাৰ প্ৰভাৱাধীন হ'ব পাৰে। তেতিয়া মানুহ পশুপ্ৰবৃত্তিৰ দ্বাৰা পৰিচালিত নহৈ জ্ঞান আৰু বিবেকৰ দ্বাৰা পৰিচালিত হয় আৰু তেতিয়া ইন্দ্ৰিয়ৰ দ্বাৰা শাসিত নহৈ ইন্দ্ৰিয়ক তেওঁৰ শাসনাধীন কৰিবলৈ সক্ষম হয়। নফ্চে লওৱামা আয়ত্ত কৰিব পাৰিলে মানুহৰ অন্তৰ জগতত এক বিৱৰ্তন সাধিত হয় আৰু মানুহ পশু অৱস্থাৰ পৰা এক সূক্ষ্ম অৱস্থালৈ উন্নীত হয়। তেতিয়া মানুহে বিবেকৰ দ্বাৰা আত্মসমালোচনা কৰিব পৰা হয় আৰু নিজৰ কৃত কৰ্মৰ কাৰণে নিজক দোষাৰোপ কৰাৰ মনোবল আহৰণ কৰিব পৰা হয়। এনে অৱস্থাত এক নৈতিক জীৱন যাপনৰ যোগেদি আধ্যাত্মিক পথত অগ্ৰসৰ হোৱাৰ বাট মুকলি হয়।

কিন্তু নফ্চে আম্মাৰা (ইন্দ্ৰিয়াসক্তি বা পশুপ্ৰবৃত্তি) আৰু নফ্চে লাওৱামাৰ (ইন্দ্ৰিয় দমনৰযোগে বিবেক বা জ্ঞানৰ উন্মেষ সাধনৰ) মাজত সংঘাতৰ ওৰ নপৰে। এই উত্তৰণ কোনো বাহ্যিক প্ৰভাৱত সংঘটিত নহয়। অন্তৰ জগতত্তে সেই সংঘাতৰ ক্ৰিয়া চলি থাকে। অপকৰ্মৰ সম্পৰ্কে নিজে সজাগ আৰু সচেতন হৈ তাৰ বাবে অনুতাপ কৰি ক্ৰমাৎ প্ৰবৃত্তিৰ বা ইন্দ্ৰিয়ৰ প্ৰভাৱমুক্ত হৈ মানুহ আল্লাহৰ সমীপৱৰ্তী হোৱাৰ সংগ্ৰামত ব্ৰতী হয়। কিন্তু এই অন্তৰ-সংগ্ৰামে ইন্দ্ৰিয়ৰ ওপৰত জয়ী হোৱাটো

নিশ্চিত কৰি তুলিব নোৱাৰে। কেতিয়াবা পুনৰ নফ্‌চে আম্মাৰাই ওপৰহতীয়া হৈ আত্মাক স্খলিত কৰিব পাৰে।

এনে অৱস্থাৰ পৰা উদ্ধাৰ পাবৰ কাৰণে তৃতীয় স্তৰ লাভ কৰিবলৈ সাধনাত আত্মনিয়োগ কৰিবলগীয়া হয়। সেই অৱস্থা এক সূক্ষ্ম আধ্যাত্মিক অৱস্থা, যাক নফ্‌চে মুত্‌মইন্না বোলা হয়। ইয়াৰ অৰ্থ আত্মাৰ প্ৰশান্তিৰ বাবে বিশ্ৰামৰ অৱস্থা। এই অৱস্থা লাভ কৰিলে আত্মা সকলো প্ৰকাৰৰ দুৰ্বলতাৰ পৰা মুক্ত হয় আৰু এক আত্মিক শক্তিৰ দ্বাৰা শক্তিমান হৈ উঠে। তেতিয়া আত্মা আল্লাৰ লগত মিলিত হৈ পৰে আৰু আল্লাৰ অবিহনে ৰ'ব নোৱৰা হয়। তেতিয়া আত্মাই ফদ্‌খুলি কি ইবাদী, বদ খুলি জন্নতিৰ অৱস্থা পায়, অৰ্থাৎ সোমাই পৰা মোৰ দাসভক্তসকলৰ মাজত আৰু সোমাই পৰা স্বৰ্গত (জন্নতত)। নফ্‌চে মুতমইন্নাৰ অৱস্থা লাভ কৰিলে আত্মাই এনে এক প্ৰশান্তি লাভ কৰে যে সি প্ৰকৃততে আল্লাৰ মাজলৈকে ঘূৰি যায় (হে আত্মা যি আল্লাত জিৰণি লাভ কৰিছা তেওঁলৈকে ঘূৰি যোৱা)। মানুহৰ ভিতৰতে থকা এই তিনিটা নফ্‌চ, পশু স্তৰৰ পৰা ঐশীস্তৰলৈ উন্নীত হোৱাৰ বিভিন্ন ঢাপ। চুফী সাধনাৰ পথত নফ্‌চে মুতমইন্নাত উপনীত হ'বৰ কাৰণে ইন্দ্ৰিয়বৃত্তিক সম্পূৰ্ণ বশলৈ আনি তাৰ প্ৰভাৱৰ পৰা আত্মাক সম্পূৰ্ণ মুক্ত কৰি তওবা বা কৃত অপকৰ্মৰ বাবে অনুতাপ কৰি আত্মাক আল্লাৰ সমীপৱৰ্তী কৰিবলৈ চুফীয়ে ধ্যান, আৰাধনা, জিকৰ আদিৰ আশ্ৰয় লয়। কোৰানে স্পষ্টভাৱে কৈছে ঃ 'কাদ্‌ আফ্‌লাহা মন্‌ জক্কাহা ৱকদ খাবা মন্‌ দচ্ছাহা।" যিজনে নিজৰ আত্মাক পশুপ্ৰবৃত্তিৰ পৰা শুদ্ধ কৰিলে তেওঁ ৰক্ষা পৰিল আৰু তেওঁ ধ্বংস নহয়। কিন্তু যি প্ৰবৃত্তিৰ বশ্যতা স্বীকাৰ কৰিলে সি হতাশ হ'ব লাগিব।

## মুছলমানৰ পাৰস্য দখল ঃ

আৰবৰ মুছলমান শাসকসকলৰ অধীনলৈ অহাৰ পূৰ্বে পাৰস্য দেশ ছাছানীয় ৰজাসকলৰ অধীনত আছিল। তাৰ প্ৰজাসকল জড়থুষ্ট্ৰীয় (অগ্নিপূজক), মেনিচীয়, খ্ৰীষ্টান, ইহুদী আৰু মাজদাক আদি বিভিন্ন ধৰ্মীয় অথবা ধৰ্মগোষ্ঠীৰ অনুগামী লোক আছিল। ইয়াৰ ভিতৰত অগ্নি পূজক জড়থুষ্ট্ৰীয়সকল আছিল অতিশয় গোড়াপন্থী আৰু তেওঁলোকে অন্যান্যক নানা ধৰণে জোৰ-জুলুম কৰিছিল।

হজৰত ওমৰৰ শাসনকালত পাৰস্যত ছছৰয়াৰৰ ২১ বছৰীয়া ডেকা পুতেক য়াজদাৰ্জিৰ্ড ৰজা হয়। এই চেগতে বিশেষকৈ মুচান্নাইবনে হাৰিছাই পাৰস্য দেশ জয় কৰিবৰ কাৰণে হজৰত ওমৰক টানি ধৰাৰ উপৰিও মদিনাৰ মুছলমানসকলকো উদ্‌গাই দিয়ে। হজৰত ওমৰে নিজে সৈন্য পৰিচালনাৰ দায়িত্ব নলৈ, সৰ্বসম্মতিক্ৰমে বীৰ ছাদ ইব্‌নে আবি ৱক্কাছক ইৰাণ অভিযানৰ সেনাপতি পাতি পঠিয়ায়। হজৰত ওমৰো

কিছুদূৰ ৰক্কাছৰ লগে লগে গৈ মদিনাৰ পৰা ঘূৰি আহে। আবি ৰক্কাছৰ অভিযানকাৰী সৈন্য দলৰ লগত পাৰস্যৰ দুৱাৰস্বৰূপ কাদিছিয়াত এখন যুদ্ধ লাগে। মুছলমান সৈন্য সংখ্যা আঠ হেজাৰৰ বেছি নাছিল আৰু তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰও তুলনামূলকভাৱে নিম্নখাপৰ আছিল। ৰুস্তম নামৰ সেনাধ্যক্ষৰ অধীনত প্ৰায় ত্ৰিশ হেজাৰ পাৰস্যৰ সৈন্য সুসজ্জিত হৈ যুদ্ধত নামিছিল। কিন্তু টাইগ্ৰীছ নদীৰ পাৰৰ জালুলাত হোৱা ভয়ংকৰ যুদ্ধত পাৰস্যৰ পৰাজয় ঘটে আৰু ৰুস্তমৰো মৃত্যু হয়। হজৰত ওমৰৰ নিৰ্দেশ অনুসৰি আবি· ৰক্কাছৰ অধীনস্থ সৈন্যসকলে তাতেই শিবিৰ পাতি পাৰস্যৰ ওপৰত ক্ৰমে আধিপত্য বিস্তাৰ কৰে। য়াজদাজিৰ্ড খোৰাছানলৈ পলাই যায়। ৬৫১-৫২ খ্ৰীষ্টাব্দ চনত পাৰস্য আৰবৰ মুছলমানসকলৰ অধীন হয়।

## কাদিছিয়াৰ যুদ্ধৰ পিছতে ঃ

চাৰি হেজাৰ পাৰস্যৰ সৈন্যই ইছলাম ধৰ্ম গ্ৰহণ কৰে আৰু ক্ৰমে বহুসংখ্যক পাৰস্যবাসীয়েও ইছলাম ধৰ্ম গ্ৰহণ কৰে। পাৰস্য দেশ আৰব মুছলমানৰ অধীন হোৱাৰ লগে লগে জোৰোৱাষ্ট্ৰীয় বা জড়থ্ৰুষ্ট্ৰীয় ধৰ্মও ইছলামৰ ওচৰত ক্ৰমে ম্লান হৈ আহে। পহ্লুবী বৰ্ণমালাৰ পৰিবৰ্তে আৰবী বৰ্ণমালাৰ প্ৰচাৰ হয় আৰু ইছলামৰ ধৰ্মগ্ৰন্থ কোৰান্ অধ্যয়নৰ কাৰণে আৰবী ভাষা শিক্ষাও অপৰিহাৰ্য হৈ পৰে। আৰবৰ অধীন পাৰস্যৰ শাসকীয় ভাষা আৰবী হ'ল, আৰু বহুতো পাৰস্য দেশীয় পণ্ডিতে আৰবী ভাষাতে লিখা-মেলা কৰিব ধৰিলে।

ইতিহাস ৰচনাত তবৰি, দৰ্শন আৰু চিকিৎসা বিজ্ঞানত আবু আলি ইবনে চিনা (আবিচেনা), ইতিবৃত্ত ৰচনাত আলবিৰুনী, কোৰানৰ ব্যাখ্যা বিশ্লেষণত বয়ৱাজী আদি পাৰস্যৰ লিখকসকল অপ্ৰতিদ্বন্দ্বী আৰবী লিখকৰূপে জনাজাত। কিতাবুল মচালিক ৱ মমালিকৰ (প্ৰাচীন ভূগোল সাহিত্য) লিখক ইবনে খোৰ্দাদবিহ্ এজন পাৰস্য দেশীয় পণ্ডিত আছিল। ৮৪৪ খ্ৰীষ্টাব্দত এই গ্ৰন্থৰ ৰচনা সম্পূৰ্ণ হৈছিল।

কিন্তু কবিতাৰ নিচিনা মৌলিক ৰচনাৰ ক্ষেত্ৰত পাৰস্যৰ কবিসকলে কবিতা ৰচনাৰ কাৰণে ফাৰ্চী ভাষাৰ বিশিষ্ট প্ৰকাশিকা শক্তি আৰু সৌন্দৰ্যক অস্বীকাৰ কৰিব নোৱাৰিলে। আৰবী ভাষাৰ প্ৰভাৱ সমগ্ৰ পাৰস্যত বিস্তৃত হৈ পৰাৰ সময়তো কেইজনমান পাৰস্যৰ কবিয়ে পৰম্পৰাগতভাৱে ফাৰ্চী ভাষাতে কবিতা আদি লিখি থাকিল। প্ৰথমে পাৰস্যৰ কবিসকলে আৰবী কবিতাৰ ছন্দ প্ৰয়োগ কৰি কবিতা লিখাৰ প্ৰয়াস কৰিছিল যদিও শেষলৈ তেওঁলোকে ফাৰ্চীকাব্যৰ পৰম্পৰাৰ মাজতহে নিজ নিজ কবিত্ব শক্তিৰ প্ৰমাণ দিয়াৰ উপায় বিচাৰি পালে। আব্বাচীয় খলিফাসকলৰ (৭৫০-১২৫৮) ৰাজত্বৰ শেষৰফালে পাৰস্যৰ ভিতৰত কেইবাখনো স্বতন্ত্ৰ ৰাজ্য প্ৰতিষ্ঠা হয়

আৰু ক্ৰমে ফাৰ্চী ভাষা, ফাৰ্চী কাব্যৰীতি আৰু ফাৰ্চী কবিতা শক্তিশালীভাৱে আত্মপ্ৰতিষ্ঠাৰ পথত আগবাঢ়ে। ছামানীয় বংশৰ শাসকসকলৰ অধীনত (৪৭৪-৯৯৯) ফাৰ্চী সাহিত্যই আৰু বিকাশ আৰু প্ৰকাশ লাভ কৰে। ফাৰ্চী ভাষাৰ প্ৰথম ৰুবাই লিখক বুলি খ্যাত বলখৰ আবু চুকুৰ, বিখ্যাত কবি ৰূদগী (ৰূদকী নামেও জনা যায়), দকিকী আদি ছামানীয় শাসনকালৰ বিখ্যাত কবি। ৰূদগী আদি কবিয়ে ফাৰ্চী কাব্যৰ পৰম্পৰাগত সুৰা, সুন্দৰী আৰু সঙ্গীত আদিৰ প্ৰশস্তি পুনৰবাৰ জনপ্ৰিয় কৰি তুলিলে। দকিকী আছিল প্ৰখ্যাত মহাকাব্য ছাহনামাৰ প্ৰথম লিখক (প্ৰায় এহেজাৰ ছত্ৰ এওঁ ৰচনা কৰিছিল বুলি জনা যায়)। উনচুৰি আছিল গজনীৰ চুলতান মহমুদৰ ৰাজসভাৰ কবি। ফৰ্ৰুখী আচ্‌জদী, মিনুচিহ্‌ৰী আদিও এই যুগৰে বিখ্যাত কবি আছিল। এই সময়তে 'কছিদা' কাব্য ৰচিত হৈছিল। আছাদী আৰু ছাহনামাৰ বিশ্ববিখ্যাত লিখক ফিৰদৌচীও চুলতান মহমুদৰ ৰাজত্ব কালৰে কবি আছিল।

হজৰত মোহম্মদৰ (দঃ) মৃত্যুৰ তিনিশ বছৰৰ ভিতৰত ইছলাম ধৰ্ম সেই সময়ৰ মানুহৰ মাজত পৰিচিত আটাইকেইখন মহাদেশত (এচিয়া, আফ্ৰিকা আৰু ইউৰোপত) বিয়পি পৰিছিল। কিছুমান অঞ্চলত মুছলমানৰ ৰাজনৈতিক শাসন প্ৰৱৰ্তিত হৈছিল আৰু সেইবোৰ অঞ্চলত ইছলাম ধৰ্ম প্ৰবৰ্তিত আৰু প্ৰচাৰিত হৈছিল। কিছুমান ঠাইত মুছলমানী শাসন প্ৰৱৰ্তন নোহোৱাকৈয়ে ইছলাম প্ৰচাৰ হৈছিল। কোনো কোনো দেশত মুছলমান শাসন প্ৰতিষ্ঠিত হ'লেও ৰজাঘৰীয়া প্ৰচেষ্টাৰ বাবে নহয়, স্বতন্ত্ৰভাৱে, ধৰ্ম প্ৰচাৰ কৰোতা। (ৱলী, দৰবেছ, পীৰ আদিৰ প্ৰচাৰৰ যোগেদি) ইছলাম প্ৰচাৰ হৈছিল। উদাহৰণস্বৰূপে ভাৰতত ইছলাম ধৰ্ম প্ৰচাৰ কৰোতাসকলৰ ভিতৰৰ তেনে এজন বিশ্ববিখ্যাত পীৰ, ৱলী আৰু চুফী আছিল হজৰত মইনুদ্দিন চিস্তী আজমীৰী। তেওঁৰ বাবাক খাজা গিয়াচুদ্দিন হাছানো আছিল এজন প্ৰখ্যাত চুফী।

পাৰস্যৰ কাব্য-সাহিত্যৰ চানাই (১১৩১), ফৰিদুদ্দিন আত্তাৰ (১২৩০), জালালুদ্দিন ৰূমী (১২৭৩) আদিৰ নিচিনা আগৰ চামৰ কবিসকলৰ দিনতে, চুফীবাদ বা ওচওৱফ সম্পৰ্কে বহুখিনি কথা আলোচিত হৈছিল। আনকি ১১৮৭ খ্ৰীষ্টাব্দত ৰচিত হোৱা ফিৰিস্ত নামৰ গ্ৰন্থ ৰচিত হোৱাৰ সময়তো ওচওৱফ সম্পৰ্কে কিছু আলোচনা হৈছিল। ছেখ আবু চঈদ আবুল খাইৰৰ (১০৪৯) ৰুবাই বা চাৰিশৰীয়া কবিতাবিলাকৰ পৰা তেৰেঁই প্ৰথম বিশুদ্ধ ৰহস্যবাদী বা চুফী ফাৰ্চী কবি বুলি ধৰিব পাৰি। আল্ কুছাইৰিৰ মতে খ্ৰীষ্টীয় ৮১৬ (হিজৰী ২০০ চন) চনতে আৰবী ভাষাত চুফী শব্দটো ব্যৱহৃত হৈছিল। ইয়াহয়া বিন্ মোআদেই (মৃত্যু ৮২১ খৃঃ) ফিৰিস্তৰ লিখকৰ মতে প্ৰথম পাৰস্য দেশীয় চুফী কবি আছিল। হজৰত ইব্ৰাহীম আদহম্ (৭৭৭ খৃঃ), দাউদ টাই (৭৮১), ফুজেইল আইয়াজ (৮০৩) আৰু হজৰত ৰাবিয়া আদবিয়া

এইসকলো চুফী বুলি পৰিচিত হওক বা নহওক কাৰ্যতঃ চুফী আছিল। মুঠতে ৮ম শতিকাৰ শেষ ভাগ আৰু ৯ম শতিকাৰ আদি ভাগতে চুফীবাদ আৰম্ভ হৈছিল বুলি নিশ্চিতভাৱে ক'ব পৰা যায়।

কোৰান্ ছৰিফৰ ভিতৰত এনে কিছু কথা আছে যিবিলাকৰ ওপৰত ভিত্তি কৰি ক'ব পৰা যায় যে হজৰত মোহম্মদৰ ভিতৰতো মিষ্টিক বা চুফী ৰহস্যবাদৰ কিছুমান গুণ বা লক্ষণ নিহিত আছিল। কিন্তু কোৰান্‌ত চুফীবাদৰ ধৰণৰ কোনো নীতি-সিদ্ধ পদ্ধতিৰ ভিত্তি বা আধাৰ স্পষ্টভাৱে নিৰ্ণীত থকা বুলি ক'বলৈ টান। তথাপি চুফীসকলে এনে এটা মত আগবঢ়ালে যে ধ্যানৰ এক চৰম উন্মাদনাৰ মুহূৰ্তত কোৰানৰ প্ৰতিটো বাক্যই বিশেষ একোজন সাধকৰ মনৰ চকুৰ আগত আকস্মিকভাৱে গভীৰ তাৎপৰ্যপূৰ্ণ অৰ্থ দাঙি ধৰে। এনেদৰে ব্যাখ্যা কৰিবৰ যত্ন কৰি তেওঁলোকে একপ্ৰকাৰ তৃপ্তি লাভ কৰিছিল। এনেকৈ ধৰিলে যিকোনো চুফী সাধানাৰ পৰা উদ্ভূত অভিজ্ঞতাই কোৰানৰ কোনো বাক্য বা শব্দৰ সমৰ্থনপুষ্ট বুলি দেখুৱাব পৰাটো হয়তো বেছি কষ্টসাধ্য নাছিল। বিশেষকৈ চিয়াসকলে ক'বলৈ প্ৰয়াস পাইছিল যে কোৰানৰ বাণীৰ প্ৰকাশ্য ভাষাৰ যোগেদি হজৰত মোহম্মদেই (দঃ) তেওঁৰ জোঁৱায়েক হজৰত আলিক এক প্ৰচ্ছন্ন আৰু গুপ্ত ৰহস্যবাদী গূঢ় কথাৰ শিক্ষা দিছিল। এনেদৰে ধৰিলে ইছলামৰ চুফীসকলে দিয়া বা দিব পৰা ব্যাখ্যা হাজাৰ ৰকমৰ হোৱাটো অসম্ভৱ নহয়। কিয়নো প্ৰতিজন চুফীৰ সাধনাৰ শক্তি আৰু বিস্তাৰ অনুসৰি কোৰানৰ বহু ৰকমৰ ব্যাখ্যা কৰাত তেতিয়া বিশেষ বাধা নাথাকে। আনকি কোৰানৰ একেটা উক্তিৰে বিভিন্ন অৰ্থ আৰু কেতিয়াবা পৰস্পৰবিৰোধী অৰ্থ কৰাৰ আৰু সেইমতে বিশ্বাস আৰু আচৰণ কৰাৰো পথ উন্মুক্ত থাকি যায়। এনে বৈচিত্ৰ্য আৰু বিভিন্নতা থকাৰ কাৰণে চুফীসকলক কোনো এক বিশেষ সম্প্ৰদায় বা অনুপন্থাৰ লোক বুলি ক'বলৈ অসুবিধা আৰু চুফীবাদ বুলিলেও কোনো এক সাধাৰণ সিদ্ধান্ত বা মতবাদ বুলি ক'ব পৰা নাযায়।

চুফীবাদক বহু ধৰণে ব্যাখ্যা কৰিবৰ চেষ্টা কৰা হৈছে। চুফীসকলেও ইছলামী ছৰিয়তৰ ব্যাখ্যা আৰু প্ৰয়োগৰ বেলিকাও নিজ নিজ মতে মনোধৰ্মী ব্যাখ্যা দিবৰ প্ৰয়াস কৰি আহিছে।

কোনো কোনো চুফীয়ে অতিশয় নিয়ম নিষ্ঠাৰে ছৰিয়তৰ দ্বাৰা নিৰ্দিষ্ট উপাসনা-পদ্ধতি, ৰীতি-নীতি আদি পালন কৰে। লগতে এনে ধাৰণাও পোষণ কৰে যে নামাজ, ৰোজা আদি ধৰ্মীয় আচাৰ-বিচাৰবোৰৰ মূল্য হৃদয়ৰ উপলব্ধিৰ জোখাৰেহে নিৰ্ণয় কৰাৰ যোগ্য। কোনো কোনোৱে আনকি ছৰিয়তৰ ৰীতি-নীতিবোৰ সম্পূৰ্ণ অপ্ৰয়োজনীয় বুলি ধৰিবলৈ প্ৰয়াস কৰে। তেওঁলোকৰ মতে সেইবোৰ আত্মিক সত্তাসমূহৰ কিছুমান প্ৰতীক মাথোন। চুফী ব্যাখ্যা অনুসৰি মক্কাত হজ কৰিবলৈ যোৱা মানে পাপৰ পৰা দূৰলৈ

আঁতৰি যোৱা, এহৰাম সাজ পিন্ধা মানে সদায় পিন্ধি থকা সাজ-পোছাক সোলোকাই পেলোৱাৰ লগতে সকলো ধৰণৰ কামনা-বাসনাৰ, চিন্তা-ভাৱনাক বিসৰ্জন দিয়া। কোনো কোনো চুফীয়ে ইছমাইলীসকলৰ পৰা এনে ধাৰণা গ্ৰহণ কৰা যেন লাগে। কিছুসংখ্যক অন্য চুফী স্বেচ্ছাচাৰবাদী বা নীতি-নিয়ম মানি চলাৰ বিৰোধী আছিল। মুক্ত চিন্তাকাৰীয়েই হওক বা স্বচ্ছন্দভাৱে জীৱন যাপনকাৰীয়েই হওক, দৰবেছেই হওক বা মালামতীসকলৰ নিচিনা প্ৰকৃত চুফী বা ৰহস্যবাদীয়েই হওক, এওঁলোক নিজৰ মতে চলাৰ পক্ষপাতী আছিল। মানুহে যাতে তেওঁলোকক অৱজ্ঞাৰ চকুৰে চায় আৰু যাতে তেওঁলোকক প্ৰশংসা নকৰে, তাৰ কাৰণে তেওঁলোকে এনে আচৰণ কৰিছিল। (কাৰণ সকলো প্ৰশংসাৰ অধিকাৰী কেৱল আল্লাহ (আল্‌হামুদ লিল্লাহে ৰব্বীল আ'লমিন)।

নাইবা তেওঁলোক আছিল চৰম আত্মজ্ঞানৰ অধিকাৰী। তেওঁলোক এই মায়াময় জগতত চলি থকা ধৰ্ম নৈতিকতা আদিৰ ছায়া অভিনয়ৰ প্ৰতি আছিল একান্ত উদাসীন। বহু চুফীয়ে কিন্তু এনে মত পোষণ কৰিছিল যে ছৰিয়তৰ নীতি-নিয়ম সম্পূৰ্ণ অনুসৰণ কৰিও হকিকত বা চৰম সত্য বা চুফী সাধনাৰ চৰম সাফল্য লাভ কৰাটো অসম্ভৱ নহয়, বৰং ছৰিয়ত আৰু হকিকতৰ মাজত বিশেষ কোনো মৌলিক বিৰোধ নাই। সকলো চুফীয়েই মুছলমান, কিন্তু সকলো মুছলমানেই চুফী নহয়। ইছলামৰ মূল আদৰ্শৰ বিশ্বাসকাৰী আৰু অনুগামী হৈহে চুফী সাধন মাৰ্গত আত্মনিয়োগ কৰাৰ যোগ্যতা অৰ্জন কৰিব পাৰি। আল্লাহ আৰু ৰছুলৰ স্বৰূপ উপলব্ধি নকৰাকৈ, নিজ খেয়াল-খুচিমতে সত্য সাধনাৰ পথত নমাটো বিপজ্জনক কথাও হ'ব পাৰে।

চুফীসকলে নিজকে অন্যান্য সাধাৰণ মুছলমানতকৈ কিছু বেলেগ বুলি ধাৰণা কৰিছিল। আল্লাৰ বিশেষ অনুগ্ৰহ লাভ কৰা এক শ্ৰেণীৰ লোক হিচাপে কোৰান্ আৰু হদীছৰ এক সুকীয়া গূঢ়াৰ্থৰ অধিকাৰী বুলি তেওঁলোকে নিজকে বিবেচনা কৰিছিল। তেওঁলোকে এক বিশেষ অৰ্থবাচক প্ৰতীকী ভাষা ব্যৱহাৰ কৰিছিল, যাৰ অৰ্থ সাধাৰণ মুছলমানৰ কাৰণে আছিল দুৰ্বোধ্য। এনে বিশেষাৰ্থক শব্দ আৰু ভাষা ব্যৱহাৰকাৰীসকলৰ মাজত এক প্ৰকাৰৰ আছুতীয়া সৌহাৰ্দ্য আৰু ভ্ৰাতৃত্ববোধৰ ভাব গঢ়ি উঠিছিল আৰু ক্ৰমে ইয়ে এক সুকীয়া সাধক সম্প্ৰদায় (চুফী সম্প্ৰদায়) গঢ়ি উঠাৰ পথ মুকলি কৰিছিল। সফল আৰু প্ৰখ্যাত চুফীসকলক ধৰি কিছুসংখ্যক আধ্যাত্ম সাধনাৰ শিষ্য সমবেত হৈছিল আৰু তেওঁলোকে এই গুৰুসকলৰ পথ, আধ্যাত্ম শিক্ষা আৰু সাধনাৰ দীক্ষা গ্ৰহণ কৰিছিল। ক্ৰমে এনে গুৰুসকলে আধ্যাত্ম শিক্ষাৰ শিক্ষকৰূপে নাইবা কোনো এক বিশেষ চুফী পন্থাৰ প্ৰৱৰ্তকৰূপে স্বীকৃতি লাভ কৰিছিল। তেওঁলোকে খানকাহ্ বা সত্ৰ পাতি চুফীজ্ঞান আৰু চুফী সাধনপন্থা শিক্ষা দিয়াৰো ব্যৱস্থা কৰিছিল।

এনে এটা ধাৰণা বদ্ধমূল হৈছিল যে আধ্যাত্ম জীৱন যাপনৰ সঙ্কল্প লওতাসকলৰ কাৰণে শিক্ষক, গুৰু বা পথপ্ৰদৰ্শক অপৰিহাৰ্য। কোনো সিদ্ধ 'ছেখ' বা পীৰ বা মুৰ্ছিদৰ ওচৰত সাধনাৰ বিশিষ্ট পথ অনুসৰণ নকৰাকৈ, নিজে নিজে চুফী হোৱা বুলি দাবী কৰাজনক সন্দেহৰ চকুৰে চোৱা হৈছিল। ছেখ বা স্বীকৃত গুৰুসকলৰ কৰ্তৃত্ব আছিল অবিসম্বাদী। যিসকল নৱাগত চুফীপন্থীয়ে আধ্যাত্ম সাধনাৰ দীক্ষা ল'বলৈ বিচাৰে তেওঁলোকৰ স্বতন্ত্ৰ চুফী হোৱাৰ যোগ্যতা আৰু শক্তি আছেনে নাই সেই বিষয়ে বিচাৰ কৰি সিদ্ধান্ত গ্ৰহণ কৰাৰো অধিকাৰ ছেখসকলৰ আছিল। মা'আৰিফত, তৰিকত আৰু হকিকতৰ জটিল পথেদি অগ্ৰসৰ হৈ পূৰ্ণ আত্মজ্ঞান লাভ কৰিবৰ কাৰণে ছে'খ বা গুৰুৱেহে কোনো শিষ্যক অনুমতি দিব পাৰিছিল। হুজৱিৰিৰ মতে এনে দীক্ষাৰ কাল তিনি বছৰ আছিল— প্ৰথম বছৰ মানুহৰ অৰ্থাৎ চুফীসকলৰ সেৱা— খেদমত কৰিব লাগে। তাৰ পিছৰ বছৰত আল্লাৰ সেৱা— বন্দেগী কৰিব লাগে আৰু তাৰ পিছৰ বছৰত নিজ অৱস্থাৰ, নিজ অন্তৰৰ অৱস্থাৰ (হাল) প্ৰতি লক্ষ্য কৰিবলৈ ল'ব লাগে। নিজকে সবাৰে দাস বুলি বা বান্দা বা সেৱক বুলি আৰু আনক সেব্য বা গৰাকী বুলি অৰ্থাৎ আন সকলোকে নিজতকৈ শ্ৰেষ্ঠতৰ বুলি স্বীকাৰ কৰি ল'ব পাৰিলেহে এজন নৱদীক্ষিত চুফীয়ে মানুহৰ সেৱা কৰিব পাৰে। সকলোকে একেদৰে শ্ৰদ্ধা-সেৱা কৰাটো তেওঁৰ একান্ত কৰ্তব্য বুলি ধৰিব লাগিব আৰু তেতিয়াহে তেওঁ আল্লাৰ এবাদত কৰিব পাৰিব। যেতিয়া তেওঁ বৰ্তমান আৰু ভৱিষ্যৎ জীৱনৰ লগত সম্পৰ্কিত সকলো স্বাৰ্থজড়িত চিন্তাৰ পৰা নিজক মুক্ত কৰিব পাৰিব আৰু কেৱল ভক্তিৰ বাবেই আল্লাৰ ভক্তি কৰিব— worship God for God's sake alone. (এনে ব্যৱস্থা নাম ধৰ্মৰ 'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো, ৰসময়ী মাগোহো ভকতিৰ একে পৰ্যায়ৰ) আৰু তেওঁ নিজ 'হৃদয়'ৰ (অন্তৰৰ) অৱস্থাৰ প্ৰতি তেতিয়াহে লক্ষ্য কৰিব পাৰিব, যেতিয়া তেওঁৰ সকলো ভাব কেন্দ্ৰীভূত কৰিব পাৰিব আৰু সকলো ভয়ভীতি আশংকাক জয় কৰিব পাৰিব তেতিয়াহে আল্লাৰ লগত অন্তৰৰ সংযোগ বা একাত্মতা প্ৰতিষ্ঠা কৰিব পাৰিব। আৰু তেনে কৰিবৰ সময়ত মনৰ বিকলতা বা চঞ্চলতাই ঐকান্তিকতাক বিচলিত কৰিব নোৱাৰিব।

আত্ম-উপলব্ধিৰ ফলত সকলো ধৰ্মৰে মূলত থকা সত্যৰ লগত ঘনিষ্ঠভাৱে আত্মিক সম্পৰ্ক ৰচনা কৰাত সফল হোৱাৰ পিছতহে এজন চুফী গুৰুৱে আনক দীক্ষা দিয়াৰ যোগ্যতা অৰ্জন কৰিব পাৰে। শিষ্য হ'ব খোজাজনেও নিজক সেইদৰে প্ৰস্তুত কৰিবলৈ শিষ্য হোৱাৰ যোগ্যতা অৰ্জন কৰা দৰকাৰ।সুবিখ্যাত চুফীসকলৰ সৰহভাগৰে প্ৰধান বক্তব্য হ'ল এক প্ৰশান্ত বৈৰাগ্য আৰু সংযম সাধনা, প্ৰবৃত্তি দমন, ৰীতিসিদ্ধ ধৰ্ম আচৰণৰ যোগেদি লাভ কৰিব নোৱৰা এক গভীৰতৰ আত্মিক উপলব্ধিৰ কাৰণে

অপৰিসীম আকাংক্ষা আৰু সকলো স্বাৰ্থ পৰিহাৰ কৰি, পুণ্য কৰ্মৰ বাবে স্বৰ্গ লাভ বা পাপ কৰ্মৰ বাবে নৰক লাভৰ কথা চিন্তা নকৰি, একমাত্ৰ ভালপোৱাৰ কাৰণেই আল্লাক ভাল পোৱা— চুফীৰ আদৰ্শ সাধনা। এনে সাধনাৰ পথত আত্ম-উপলব্ধিৰ এক চৰম উত্তেজনাৰ মুহূৰ্তত সাধাৰণ বিবেচনাৰে ধৰ্মবিৰুদ্ধ বুলি বিবেচিত হোৱা কোনো উক্তিৰ কাৰণে প্ৰাণ পৰ্যন্ত দিবলগীয়া হোৱাৰ নিদৰ্শনো আছে। (চুফী ছহীদ মনচুৰ হাল্লাজৰ কাহিনী স্মৰণীয়)। ঐকান্তিক আল্লাহ-প্ৰেমে জন্ম-মৃত্যু, স্বৰ্গ-মৰ্ত্য, সুখ-দুখ সকলোকে নিৰ্বিশেষ আৰু একাকাৰ কৰি দিয়ে, "হে আল্লাহ, তুমি জানা, তোমাৰ প্ৰেম দান কৰি তুমি মোক যিদৰে সম্মানিত কৰিছা তাৰ তুলনাত মোৰ চকুত আঠখন বিহিস্ত এটা 'জীয়াঁ' পাখিতকৈ বেছি গধুৰ নহয়...

তোমাৰ জিক্ৰ কৰোতে কৰোতে তোমাৰ লগত মোৰ যি সান্নিধ্যৰ উপলব্ধি হৈছে আৰু তোমাৰ মহৎ মহিমাৰ ধ্যান কৰোতে কৰোতে অন্য সকলোৰে চিন্তাৰ পৰা তুমি মোক যিদৰে আশ্বস্ত কৰিছা তাৰ তুলনাত বিহিস্তৰ সৌন্দৰ্যও ম্লান হৈ যায়।"— হজৰত ইব্ৰাহীম আদ্‌হম্।

ত্যাগ ধৰ্ম চুফীসকলৰ সাধনাৰ এক বৈশিষ্ট্য। চুফীয়ান আছ্ চঊৰীয়ে কৈছিল, "যেতিয়া কোনো চুফী দৰবেছ ধনীসকলৰ কাষ চাপে, তেতিয়া বুজিবা যে তেওঁ কপটীয়া, কিন্তু তেওঁ যেতিয়া কোনো ৰজাৰ কাষ চাপে তেতিয়া বুজিবা যে তেওঁ এটা চোৰ।"

হজৰত ফৰিদুদ্দিন আত্তাৰে কৈছিল— "হে আল্লাহ, মই যদি দোজখৰ ভয়ত তোমাৰ পূজা কৰো মোক নৰকলৈ পঠিয়াবা আৰু মই যদি বিহিস্তৰ আশাত পূজা কৰো সেই বিহিস্তৰ পৰা মোক বঞ্চিত ৰাখিবা। কিন্তু মই যদি তোমাৰ কাৰণেই তোমাক ভাল পাওঁ, তেন্তে তোমাৰ অনন্ত সৌন্দৰ্যৰ পৰা মোক বঞ্চিত নকৰিবা।"

চৰম সাধনাৰ নিদৰ্শন স্বৰূপা ৰাবেয়া আদ্‌বীয়াৰ এটা বিখ্যাত উক্তি আছে— "আল্লাহ, এই পৃথিবীৰ যিবোৰ বস্তু মোৰ কাৰণে নিৰ্ধাৰিত কৰি ৰাখিছা সেইবোৰ মোৰ শত্ৰুক দি দিয়া। আৰু মোৰ পৰকালৰ জীৱনৰ কাৰণে যি ৰাখিছা সেইয়া তোমাৰ বন্ধুসকলক দি দিয়া, মোৰ কাৰণে তুমিয়েই যথেষ্ট।"

এইয়া চুফী সাধকৰ আল্লাহ-প্ৰেমৰ এক চৰম নিদৰ্শন। অৱশ্যে যিসকল সাধাৰণ মুছলমানে ঈমান আনে, তেওঁলোকেও এনে এক সমৰ্পণৰ পথেৰেই জীৱন দৰ্শন গঢ়ি তুলিব লাগে। 'খাইৰিহি ব' ছৰ্ৰিহি মিনল্ লাহে তাআলা'-ভাল আৰু বেয়া আল্লাৰ পৰাই (হয়)— এই কথা যদি ঈমানৰ ভিত্তি হয় তেন্তে স্বৰ্গ বিচৰা বা নৰক বিচৰাৰ মাজত কোনো পাৰ্থক্য নোহোৱা হৈ যায়। হজৰত ইব্ৰাহীম আদ্‌হমে কৈছিল— "আত্মিক সুখৰ দুৱাৰ মুকলি হোৱাৰ আগতে তীৰ্থযাত্ৰীৰ অন্তৰৰ সন্মুখৰ

পৰা তিনিখন পৰ্দা আঁতৰাব লাগিব। প্ৰথমতে তেওঁক যদি চিৰন্তন এক দান হিচাপে ইহকাল পৰকাল উভয় জগত দান কৰা হয় তাত তেওঁ আনন্দ কৰিব নালাগিব, যিয়ে যিকোনো সৃষ্ট বস্তু লাভ কৰাৰ কাৰণে আনন্দ পায়, তেওঁলোক লোভী আৰু লোভী লোকসকল আত্মাৰ তত্ত্বজ্ঞান লাভৰ পৰা বঞ্চিত হয়। দ্বিতীয় পৰ্দা হ'ল যদি তেওঁক ইহকাল পৰকাল দুয়ো জগত দান কৰি পিছত তেওঁৰ পৰা কাঢ়ি নিয়া হয়, তেনেদৰে সৰ্বস্বান্ত হোৱাৰ কৰেণে তেওঁ বেজাৰ কৰিব নালাগিব। বেজাৰ কৰা হৈছে ক্ৰোধান্বিত হোৱাৰ লক্ষণ আৰু যি ক্ৰোধান্বিত হয় সি মানসিকভাৱে পীড়িত হয়। তৃতীয় পৰ্দা হৈছে— "তেওঁ কোনো প্ৰশংসা বা অনুগ্ৰহৰ দ্বাৰা প্ৰৰোচিত হ'ব নালাগিব। কিয়নো যিয়ে প্ৰৰোচিত হয়, সিয়ে নীচ প্ৰকৃতিৰ মানুহ। এনে মানুহ সত্যৰ পৰা বঞ্চিত হয়। তীৰ্থযাত্ৰী হ'ব লাগে উচ্চ-মনা।"

এই প্ৰখ্যাত চুফীসকলে এনেবোৰ উক্তি মৌখিকভাৱেই কৰা নাছিল, কাৰ্যতঃ নিজৰ জীৱনত এনেবোৰ অভিমত প্ৰয়োগো কৰিছিল। এনে কৰাৰ বাবেই এইসকল চুফী আজি পৰ্যন্ত বৰেণ্য হৈ আহিছে।

নিজৰ দেশত এজন ৰজাৰ প্ৰভাৱ প্ৰতিপত্তি পূৰ্ণোদ্যমে বৰ্তি থাকিব পাৰে, কিন্তু আন এখন দেশত তেওঁক আনকি মিত্ৰ বুলিও গণ্য নকৰিব পাৰে আৰু সেই দেশত তেওঁৰ কোনো প্ৰভাৱ প্ৰতিপত্তি নাথাকিব পাৰে। কিন্তু অধ্যাত্ম জগতৰ সফল সাধকৰ প্ৰবাব আকৰ্ষণ আৰু মাহাত্ম্য আন দেশৰ কাৰণেও বৰণীয় হয়। তেওঁৰ কোনো শত্ৰু নাথাকে, কিয়নো তেওঁ জাগতিক ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ নিবিচাৰে। হৃদয় আৰু অন্তৰৰ জগত লৈ তেওঁৰ কাম। যিজন আল্লাৰ ৱলী বা বন্ধু বা প্ৰিয়পাত্ৰ হয়, তেওঁ মানুহৰ অপ্ৰিয়পাত্ৰ হোৱাৰ আশংকা নাথাকে আৰু যাৰ ব্যক্তিগত স্বাৰ্থ আৰু অহংকাৰ লোপ পায়, সি প্ৰেমৰ পথ লয়, সি জগতৰ ঘৃণা লজ্জা অৱজ্ঞালৈ ভ্ৰূক্ষেপ নকৰে।

চুফী সাধকসকলে মানুহৰ হৃদয় জগতক আল্লাৰ অৱস্থানৰ উপযোগী আসন কৰি তোলাৰ সাধনা কৰিছিল। জাগতিক সুখ-দুখ, আনন্দ-নিৰানন্দ, ভয়-শংকা সকলো তেওঁলোকৰ কাৰণে নিৰৰ্থক হৈ পৰিছিল। মানৱ দেহাক তেওঁলোকে আত্মাৰ বাহন মাথোন বুলি ধৰিছিল। এই পৃথিৱীক পৰম সত্তাৰ আধাৰস্বৰূপে গণ্য কৰিছিল আৰু এই জীৱনক মাথোন সত্যৰ পথত অগ্ৰসৰ হোৱাৰ এক অৱলম্বন স্বৰূপ বুলি ভাবিছিল।

এনেবোৰ কাৰণতে চুফীসকল সকলো দেশৰ সকলো মানুহৰ আদৰৰ পাত্ৰ হৈ উঠিছিল। তেওঁলোকক সত্যদ্ৰষ্টা-আদৰ্শ মানুহ— 'ইন্‌চানে কামিল' বুলি বিবেচনা কৰিছিল আৰু সাধাৰণ সংসাৰী মানুহেও চুফীৰ গুণ আয়ত্ত কৰি আত্মাৰ শান্তি আৰু সান্ত্বনা লাভ কৰাৰ প্ৰয়াস কৰিছিল।

**দক্ষিণ আৰু পশ্চিম ভাৰতত মুছলমান ঃ**

ভাৰতৰ লগত বাণিজ্যিক আদান-প্ৰদানৰ যোগে মধ্যপ্ৰাচ্যৰ কিছুমান দেশৰ সম্পৰ্ক যে অতি প্ৰাচীনকালতে ঘটিছিল, ইতিহাসত তাৰ উল্লেখ পোৱা যায়। আৰব, পেলেষ্টাইন, ইজিপ্ত আদি দেশে ভাৰতৰ লগত সমুদ্ৰ পথেৰে বাণিজ্যিক যোগাযোগ ৰচনা কৰিছিল। সম্ৰাট চুলেইমানে (চলমন) ভাৰতৰ পৰা সোণ, ৰূপ, হাতীদাঁত, ম'ৰাচৰাই আদি নিয়াইছিল। ফিনিচিয়ানবিলাকে ভাৰতৰ লগত ব্যৱসায় কৰিছিল। ভাৰতৰ লগত ব্যৱসায় কৰিবৰ কাৰণে টলেমীসকলে লোহিত সাগৰত আৰু চেলিউচিদসকলে পাৰস্য উপসাগৰত বন্দৰ পাতিছিল। গ্ৰীকবিলাকে (ইউনানী মালবাৰ উপসাগৰৰ পৰা চাউল, আদা আৰু লং আদি আমদানি কৰিছিল। ১ম আৰু ২য় খ্ৰীষ্টীয় শতিকাৰ গ্ৰীক আৰু ৰোমানসকলে ভাৰতৰ বিষয়ে জানিছিল আৰু তেওঁলোকে ভাৰতৰ আমদানি-ৰপ্তানি আদিৰ বিষয়ে লিখিছিল। তৃতীয় শতিকাৰ আগ ভাগতে ভাৰতীয় কিছু ব্যৱসায়ী লোকে আলেকজান্দ্ৰিয়াত উপনিবেশ পাতি বসবাস আৰু ব্যৱসায় কৰাৰ কথাও পোৱা যায়।

পাৰস্যবাসীসকলেও ভাৰতৰ লগত ব্যৱসায় বাণিজ্য কৰিছিল। খ্ৰীষ্টীয় ৫ম-৬ষ্ঠ শতিকাতে ভাৰতীয় আৰু চীনা ব্যৱসায়ীসকলৰ পাৰস্যৰ লগত বাণিজ্যিক লেনদেন আছিল।

৬ষ্ঠ শতিকাৰ মাজভাগত খুছৰু আনুচিৰৱানে (মউছেৰৱাম) সিন্ধু উপত্যকালৈ এটা অভিযান পঠাইছিল। দাৰায়ো (দেৰিয়াছ) চিলনলৈও (শ্ৰীলংকা দ্বীপ) সাগৰেদি সৈন্য পঠিয়াইছিল ( তাত থকা কিছুসংখ্যক পাৰস্যবাসী লোকক হত্যা কৰাৰ প্ৰতিশোধ ল'বৰ কাৰণে)।

আৰবসকলে অতি প্ৰাচীন কালৰে পৰা প্ৰাচ্য আৰু পাশ্চাত্যৰ লগত ব্যৱসায়-বাণিজ্য কৰিছিল। ইছলাম ধৰ্ম প্ৰবৰ্তিত হোৱাৰ পূৰ্বেই (প্ৰাক্-ইছলাম কালতে) কিছুমান আৰববাসীয়ে আহি (ভাৰতৰ) চউল, কল্যাণ আদি ঠাইত বসবাস কৰিছিল বুলি জনা যায়। আগাঠাৰচাইদিচৰ দিনত মালাবাৰত বহুসংখ্যক আৰব লোকে বসবাস কৰিছিল। মুঠতে ভাৰতৰ সিন্ধু উপত্যকা আৰু পশ্চিম উপকূলত মধ্যপ্ৰাচ্যৰ আৰবদেশীয়, পাৰস্যদেশীয়, গ্ৰীক, ৰোমান আদি লোকৰ যাতায়াত আৰু ব্যৱসায়-বাণিজ্য নিয়মিতভাৱে চলি থকাৰ বহু ঐতিহাসিক প্ৰমাণ আছে।

প্ৰাক্-ইছলামিক যুগৰ পৰা আৰবসকলে ব্যৱসায়-বাণিজ্যৰ সম্পৰ্কত ভাৰতলৈ অহা-যোৱা কৰিছিল। সপ্তম শতিকাৰ আৰম্ভণিত ইছলামৰ অভ্যুত্থানৰ কালত আৰবৰ বিভিন্ন অঞ্চল একত্ৰিত হয় আৰু তাৰ লগে লগে মুছলমান আৰবীসকলে চৌদিশে বিয়পি পৰাৰ এক অভূতপূৰ্ব তৎপৰতা আৰম্ভ হয়। অলপ দিনৰ ভিতৰত মুছলমান

সৈন্যই চিৰীযা আৰু পাৰস্য জয় কৰে আৰু ভাৰতৰ সীমান্তলৈও আগুৱাই আহে। পাৰস্যৰ সাউদসকলে কৰি থকা ব্যৱসায় ক্ষেত্ৰবোৰত মুছলমান ব্যৱসায়ীসকল সোমাই পৰে আৰু আৰব নৌ-যাত্ৰীসকলে ভাৰতৰ উপকূললৈ অহাযোৱা আৰম্ভ কৰে। আৰব নৌ-যানবোৰ লোহিত সাগৰ উপকূলৰ পৰা নাইবা দক্ষিণৰ উপকূলৰ পৰা সিন্ধু নদীৰ মোহনা, কাম্বে উপসাগৰৰ নাইবা মালাবাৰ উপকূললৈ আহিছিল। পাৰস্য উপসাগৰৰ উপকূলেদি অহা নৌ-যানবোৰ মৌলামবন্দৰ, মালয আৰু পূব এছিয়াৰ দ্বীপপুঞ্জ আৰু চীনদেশ পৰ্যন্ত গৈছিল।

খলিফা হজৰত ওমৰৰ শাসনকালত বাহৰিন্ আৰু ওমানৰ শাসনকৰ্তা ওছমান চকিফীয়ে ৬৩৬ খ্ৰীষ্টাব্দত প্ৰথম নৌ-সেনা ভাৰত অভিমুখে পঠিয়ায়। হজৰত ওমৰে এনে কাৰ্যৰ বিৰোধিতা কৰিছিল আৰু এই অভিযান ব্যৰ্থ হ'লে ওছমান ছকীফীক দণ্ডনীয় কৰা হ'ব বুলিও ভয় দেখুৱাইছিল। হজৰত ওমৰৰ দিনতে স্থলপথেদি ভাৰতলৈ অহাৰ পথ বিচৰা হৈছিল আৰু ভাৰতবৰ্ষ সম্পৰ্কে বহু বাতৰিও সংগ্ৰহ কৰা হৈছিল। অষ্টম শতিকাত মোহম্মদ-বিন-কাছিমে সিন্ধু জয় কৰে। আনহাতে সমুদ্ৰইদি বাণিজ্য চলিযে আছিল আৰু ইতিমধ্যে মুছলমানসকলে দক্ষিণ ভাৰতৰ উপকূল ভাগত আৰু লংকা দ্বীপত তিনিখন নগৰ প্ৰতিষ্ঠা কৰিছিল। সপ্তম শতিকাৰ শেষভাগত মুছলমানসকলে প্ৰথমে মালবাৰ উপকূলত বসবাস কৰিবলৈ লয়। পাৰস্য আৰু আৰবৰ এই মুছলমান ব্যৱসায়ীসকলে ভাৰতীয় তিৰুতা বিয়া কৰায় আৰু স্থায়ী বাসিন্দা হিচাপে নগৰ-চহৰ পাতি বৈ যায়। মোহম্মদ কাছিমে সিন্ধু জয় কৰাৰ সময়ত লংকা দ্বীপৰ ৰজাই আৰবৰ হাজ্জাজলৈ লংকাৰ কেইজনীমান মুছলমান ছোৱালী উপহাৰস্বৰূপে পঠাইছিল বুলি বুৰঞ্জীবিদ বালাজুৰিযে লিখিছে। এই ছোৱালীকেইজনীক বাটতে কচ্চৰ ডকাইতে কাঢ়ি ৰাখে। হাজ্জাজে সিহঁতক মুক্ত কৰি দিযাবৰ কাৰণে সিন্ধুৰ শাসনকৰ্তা দাহিৰলৈ বাৰ্তা পঠায়। দাহিৰে এই নিৰ্দেশ অমান্য কৰাৰ কাৰণেই মোহম্মদ কাছিমক সিন্ধু দেশ জয় কৰিবলৈ পঠায় বুলি জনা যায়।

লংকা দ্বীপত জন্ম হোৱা মুছলমান ছোৱালীৰ উল্লেখৰ পৰা তাত যে কিছুদিন আগৰে পৰা মুছলমানৰ বসতি আছিল সেই কথা বুজিব পাৰি।

অষ্টম শতিকাৰ আগভাগত হাজ্জাজ-বিন-ইউচুফৰ নিৰ্দেশত কিছু মুছলমান আহি কঙ্কন আৰু কুমাৰিকা অন্তৰীপৰ পূবফালে বসতি কৰিবলৈ লৈছিলহি বুলিও জনা যায়। এই শতিকাতে আৰব নৌবাহিনীয়ে ব্ৰ'ছ আৰু কাথিৱাৰ উপকূল আক্ৰমণ কৰে। এই শতিকাৰ পৰাই ভাৰতত মুছলমানৰ স্থায়ী বসতিৰ ঐতিহাসিক প্ৰমাণ পোৱা যায়।

মালবাৰ উপকূলত মুছলমানসকল আগৰে পৰা আছিল, তেওঁলোকক বেপাৰ-বাণিজ্য কৰাৰ আৰু বসবাস কৰাৰ সকলো সুবিধা দিয়াৰ উপৰিও নিজ ধৰ্ম পালন কৰাৰ সকলো সুবিধা দিয়া হৈছিল। ৯ম শতিকাৰ ভিতৰত মুছলমানসকল ভাৰতৰ গোটেই পশ্চিম উপকূলত প্ৰভাব প্ৰতিপত্তি বিস্তাৰ কৰি বিয়পি পৰে আৰু তাৰ লগে লগে পূৰ্বৰ বাসিন্দাসকলো মুছলমানসকলৰ নতুন ৰীতি-নীতি আৰু নতুন ধৰ্মৰ বিশেষত্ববিলাকৰ সংস্পৰ্শলৈ আহে। সেই অঞ্চলৰ হিন্দুসকল এই নতুন ধৰ্ম সমাজৰ কাৰ্যকলাপৰ বিষয়ে সজাগ হৈ উঠাই স্বাভাৱিক আছিল।

সেই সময়ত ভাৰতৰ দক্ষিণাংশত বৌদ্ধ আৰু জৈন ধৰ্মৰ লগত নতুন হিন্দু ধৰ্মৰ বিৰোধ ক্ৰমে প্ৰকট হৈ উঠিছিল। এনে সময়তে ইছলামৰ নিচিনা এটা নতুন ধৰ্মৰ আগমনে বিশেষকৈ ইছলামৰ জটিলতাহীন ৰীতি-নীতি আৰু শ্ৰেণীহীন-জাতিহীন গণতান্ত্ৰিক আদৰ্শই সকলোৰে ওপৰত শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰে। এনে প্ৰভাৱৰ ফলতে মালাবাৰৰ চেৰামন পেৰুমালৰ ফৈদৰ শেষৰ ৰজাজনেও ইছলামলৈ ধৰ্মান্তৰ গ্ৰহণ কৰে, আৰু তেওঁ আব্দুৰ ৰহমান চামৰী নাম লয়। তাৰ পাছত তেওঁ আৰবলৈ গুচি যায় আৰু তাতে ৪ বছৰৰ মূৰত মৃত্যুবৰণ কৰে। আৰবৰ পৰাই তেওঁ মালিক ইবনে দীনাৰ (?) চৰফ্ ইবনে মালিক আৰু ইবনে হবীব আৰু তেওঁলোকৰ পৰিয়ালবৰ্গক মালাবাৰলৈ পঠাই দিয়ে। তেওঁৰ প্ৰজাসকলে মুছলমানসকলক সসন্মানে আদৰ-অভ্যৰ্থনা জনায় আৰু তেওঁলোকক মছজিদ সাজিবলৈ অনুমতি দিয়ে। ফলত মালাবাৰ অঞ্চলত তেতিয়াই ১১টা মছজিদ সজা হয়।

ৰজাই ধৰ্ম গ্ৰহণ কৰাৰ প্ৰতিক্ৰিয়া প্ৰজাৰ ওপৰত পৰিছিল। জামৰীনৰ অভিষেকৰ সময়ত ৰজাক মুছলমানৰ নিচিনা সাজ-পোছাক পিন্ধোৱা হৈছিল আৰু মূৰৰ চুলি খুৰাই পেলোৱা হৈছিল আৰু এজন মপিল্লাইহে (মোপলা বা মুছলমান) তেওঁৰ মূৰত ৰাজমুকুট পিন্ধাই দিব লাগিছিল। ট্ৰাবাঙ্কুৰৰ মহাৰজায়ো অভিষেকত তৰোৱাল গ্ৰহণ কৰোঁতে এইবুলিও ঘোষণা কৰিব লাগিছিল "এই তৰোৱাল মই মক্কাৰ পৰা খুড়া (চেৰামন পেৰুমাল) ঘূৰি নহা পৰ্যন্তহে ধাৰণ কৰি থাকিম।"

দেখাতেই এই সময়ত মুছলমানসকলে দক্ষিণ ভাৰতত প্ৰভূত প্ৰতিপত্তি লাভ কৰিছিল। তেওঁলোকক মপিল্লা বা মহৎ সন্তান বা 'দৰা' বোলা হৈছিল। ই সন্মানৰ উপাধি আছিল। এজন মপিল্লা মুছলমানক এজন নাম্বুদিৰি ব্ৰাহ্মণৰ লগত একেলগে বহিবলৈ দিয়া হৈছিল। কিন্তু এজন নায়াৰক দিয়া নহৈছিল, বা মুছলমানৰ ধৰ্মগুৰুজনক জামৰীনৰ সমানে পাল্কী বা দোলাত যাবলৈ দিয়া হৈছিল।

জামৰীনৰ পৃষ্ঠপোষকতাত তেওঁৰ ৰাজ্যত দলে দলে আৰব বেপাৰীসকলে বসবাস কৰিবলৈ ধৰিলে। এই মুছলমানসকলৰ ব্যৱসায়-বাণিজ্যই তেওঁৰ ৰাজ্য সমৃদ্ধ

কৰি তুলিছিল আৰু তেওঁলোকে তেওঁৰ অভিযান আদিতো সহায় কৰি দিছিল। জামৰীনে নিজেই তেওঁৰ প্ৰজাই ইছলাম ধৰ্ম গ্ৰহণ কৰাত উদগনি দিছিল, কিয়নো এনে মুছলমান মানুহক আৰবৰ মুছলমান ব্যৱসায়ীসকলৰ লগত পঠোৱাৰো সুবিধা আছিল। আনকি তেওঁৰ ৰাজ্যৰ প্ৰতিটো মাছমৰীয়া পৰিয়ালৰ (মাককুভাম) একোটাকৈ ল'ৰাই ইছলাম ধৰ্ম গ্ৰহণ কৰিব লাগিব বুলি তেওঁ নিৰ্দেশ দিছিল। মুছলমান পৰ্যটক আৰু বুৰঞ্জীবিদসকলৰ লেখাতো ভাৰতৰ সমগ্ৰ পশ্চিম উপকূলত হাজাৰে হাজাৰে মুছলমানে বসবাস কৰাৰ ব্যৱসায়-বাণিজ্য কৰাৰ আৰু মছজিদ সজাৰ বিৱৰণ পোৱা যায়। মছউদী আবু জুনাফ মুহাল্‌হিল, আব্দুৰ ৰাজ্জাক, আবুল ফিদা, ইবনে বটুতা আদিয়ে এনে মুছলমান মানুহ নিজে লগ পোৱাৰ বৰ্ণনা দিছে। তেওঁলোকৰ নিজৰ মুফ্‌তি, কাজী আদি আছিল আৰু স্থানীয় হিন্দু ৰজাসকলে তেওঁলোকক যথেষ্ট শ্ৰদ্ধা কৰিছিল।

খ্ৰীষ্টীয় শতিকাৰ আৰম্ভণিতে ভাৰতৰ পূব আৰু দক্ষিণ উপকূলত আৰব আৰু ইহুদীয়ে উপনিবেশ স্থাপন কৰিছিল। আৰবৰ বেপাৰীবিলাক কৰমণ্ডল উপকূলেদি চীনদেশলৈ গৈছিল। অতি প্ৰাচীন কালৰ পৰাই য়েমেন আৰু ভাৰতৰ মাজত ব্যৱসায়-বাণিজ্য চলিছিল। আৰব বেপাৰীসকলে পকপ্ৰণালী আৰু বঙ্গোপ সাগৰেদি চীন দেশলৈ অহা-যোৱা কৰিছিল। ৭৫৮ খ্ৰীষ্টাব্দত চীন দেশৰ কেণ্টনত থকা মুছলমানসকলে (আৰবৰ পৰা আহি বসবাস কৰা) বিদ্ৰোহ কৰিছিল বুলি বুৰঞ্জীত পোৱা যায়।

পূৰ্ব উপকূলত মুছলমানৰ প্ৰধান বসতিস্থল আছিল তাম্ৰপৰ্ণী নৈৰ মোহনাৰ তিনভেলি অঞ্চলত (ট্ৰিচিনপল্লী-চিৰুচিৰাপল্লীত) নাথাদৱলীৰ কবৰ আছে। তাত তেওঁৰ মৃত্যুৰ চন ৪৩৭ হিজ্‌ৰী বুলি লিখা আছে। মাদুৰা আৰু চিৰুচিৰাপল্লীৰ মুছলমানসকলে তেওঁলোকৰ আদি পুৰুষসকলক নাথাদৱলীয়েই মুছলমান কৰিছিল বুলি দাবী কৰে। এই নাথাদৱলী টুৰ্কীৰ এজন চৈয়দ বংশীয় ৰাজকোঁৱৰ আছিল বুলি কোৱা হয়। ইছলাম প্ৰচাৰৰ কাৰণে তেওঁ আৰব, পাৰস্য আৰু উত্তৰ ভাৰত হৈ ত্ৰিচুৰলৈ আহিছিল। তেওঁৰ পিছত মদিনাৰ চৈয়দ ইব্ৰাহীম ছহীদে অভিযান কৰি আহি পাণ্ড্য ৰজাক পৰাস্ত কৰি ১২ বছৰ পাণ্ড্য ৰাজ্য শাসন কৰিছিল। তেওঁৰ কবৰ ইৰবাদীত আছে। বাবা ফকৰুদ্দিনে পেন্নুকোণ্ডাৰ ৰজাক মুছুলমান কৰিছিল আৰু তাত এটা মছজিদ সজাইছিল। ৫৬৪ হিজ্‌ৰীত তেওঁৰ মৃত্যু হয়।

মালিকুল মুল্‌কৰ নেতৃত্বত ১০৫০ চনত মুছলমানসকলে মাদুৰাত প্ৰৱেশ কৰে। তেওঁৰ লগত এজন ডাঙৰ বলীও আহিছিল। তেখেতৰ নাম আছিল হজৰত আলিয়াৰ ছাহ চাহেব। তেখেতৰ মাজাৰ মাদুৰাৰ হজুৰ কাছেৰীত আছে।

কৰমণ্ডল উপকূল মুছলমান ব্যৱসায়ীসকলৰ প্ৰধান যাত্ৰাপথ আছিল। ১২শ শতিকাত মুছলমানবিলাকে এই অঞ্চলত যথেষ্ট প্ৰভাৱ-প্ৰতিপত্তি বিস্তাৰ কৰিছিল। ১৩শ শতিকাত প্ৰচুৰ আৰবী ঘোঁৰাৰ ব্যৱসায় চলিছিল? ৱাছিফৰ মতে বছৰি দহ হেজাৰ ঘোঁৰা ফাৰ্চ্ছৰ পৰা কৰমণ্ডললৈ অনা হৈছিল আৰু ইয়াৰ দাম আছিল ২২ লাখ ডিনাৰ। তকিউদ্দিন আব্দুৰ ৰহমান বিন্ মোহম্মদ তিবি এই ঘোঁৰা ব্যৱসায়ৰ প্ৰধান ব্যৱসায়ী আছিল। তেওঁৰ অধীনত কেইখনমান চহৰো আছিল।

১২৯৩ চনত পাণ্ড্যৰ শাসনকৰ্তাৰ মৃত্যু হ'লত তেওঁৰ ঠাইত জালালুদ্দিন শাসনকৰ্তা হোৱা বুলি ৰছিদুদ্দিনে লিখিছে।

জালালুদ্দিন আহমদৰ পুতেক ফকৰুদ্দিন আহমদক পাণ্ড্য ৰাজ্যৰ ৰাজদূত কৰি কুবলা খাঁৰ ৰাজসভালৈ পঠোৱা হৈছিল বুলি তেওঁ চীন দেশত চাৰি বছৰ আছিল বুলি মাৰ্কপ'লই লিখিছে।

তামিল অঞ্চলৰ অন্যান্য ঠাইতো মুছলমানৰ বসতি আছিল। ইবনে বটুতাৰ মতে তেওঁৰ ভ্ৰমণকালত মাদুৰাৰ শাসনকৰ্তা আছিল গিয়াছুদ্দিন আল দমগানি। ৰজা বীৰ বাল্লালৰ সৈন্যৰ ভিতৰত ২০ হাজাৰ মুছলমান সৈন্য আছিল। মালিক কাফুৰে দাক্ষিণাত্যলৈ অভিযান চলোৱাৰ পূৰ্বেই মুছলমানসকল ব্যৱসায়-বাণিজ্য কৰি আৰু সৰু সৰু অঞ্চলৰ শাসনকৰ্তা হিচাপেও দক্ষিণ ভাৰতত সুপ্ৰতিষ্ঠিত হৈছিল। আৰব আৰু তামিলসকলৰ সংমিশ্ৰণৰ ফলত ৰাভুত্তান আৰু লাব্বেবিলাকৰ নিচিনা কিছুমান সম্প্ৰদায়ৰো উদ্ভৱ হৈছিল।

ভাৰতৰ পশ্চিম উপকূল অষ্টম শতিকাতে আৰু পূব উপকূল আৰু দাক্ষিণাত্য দশম শতিকাৰ ভিতৰত মুছলমানৰ বাসভূমি হৈ পৰে। অতি কম সময়ৰ ভিতৰতে তেওঁলোক সমগ্ৰ উপকূল অঞ্চলত বিয়পি পৰে আৰু বিভিন্ন ক্ষেত্ৰত প্ৰভাৱ আৰু আধিপত্য বিস্তাৰ কৰে। তেওঁলোকে এহাতে যেনেকৈ ইছলাম ধৰ্ম প্ৰচাৰ কৰিছিল, মছজিদ সাজিছিল, মাজাৰ আৰু দৰগাহ স্থাপন কৰিছিল, আনহাতে তেনেকৈ শাসক, মন্ত্ৰী ৰাজদূত, নৌ-সেনাধ্যক্ষ আৰু ধনী খেতিয়ক হৈছিল। এনে হোৱাৰ ফলত দক্ষিণ আৰু পশ্চিম ভাৰতত মুছলমান ভাৰতীয়ৰ এক বৃহৎ সংখ্যক লোকৰ উদ্ভৱ হোৱাৰ লগতে, ইছলামৰ কিছু কিছু প্ৰভাৱ দক্ষিণৰ হিন্দু ধৰ্মৰ ওপৰতো পৰিছিল।

## উত্তৰ ভাৰতত মুছলমান ঃ

খ্ৰীষ্টীয় সপ্তম শতিকাতে মুছলমানসকলে সিন্ধুদেশ আৰু বেলুচিস্থানৰ সীমান্তত কেইবাটাও অভিযান চলাইছিল আৰু ভাৰতলৈ সোমাব পৰা স্থলপথবোৰৰ লগত চিনাকি হৈ লৈছিল। খলিফা হজৰত ওমৰৰ শাসনকালত পাৰস্য আৰু

মাক্ৰানখণ্ড মুছলমান সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হোৱাৰ পিছত ভাৰতৰ উত্তৰৰ বন্দৰবোৰ দখল কৰিবৰ কাৰণে চেষ্টা কৰা হৈছিল। খলিফা ৱলীদৰ শাসনকালত, ইৰাকৰ শাসনকৰ্তা হাজ্জাজে ডেকা আৰু বিচক্ষণ যোদ্ধা মোহম্মদ-বিন-কাছিমৰ সেনাপতিত্বত ভাৰতৰ বিৰুদ্ধে এক অভিযান প্ৰস্তুত কৰি পঠিয়ায়। মোহম্মদ-বিন-কাছিমে অতি দক্ষতাৰে সিন্ধু দেশৰ হিন্দু ৰজাসকলক (দাহিৰ আদি) পৰাজিত কৰে, সমগ্ৰ সিন্ধু উপত্যকা জয় কৰে আৰু মুলতান আৰু সিন্ধুপ্ৰদেশ খলিফাৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। শাসনাধীন এই দুখন প্ৰদেশত মুছলমানসকলে নিৰ্বিশেষ প্ৰভাৱ-প্ৰতিপত্তি বিস্তাৰ কৰে আৰু উপকূলৱৰ্তী নগৰ সিন্ধু (চিন্ধ), কাথিৱাৰ, গুজৰাট আৰু কঙ্কনত তেওঁলোকে ব্যৱসায় প্ৰতিষ্ঠা কৰি বসবাস কৰিবলৈ লয়। একাদশ শতিকা পৰ্যন্ত মুছলমানসকল প্ৰধানতঃ এইবোৰ অঞ্চলতে থাকে আৰু কাবুল, সোমনাথ, ব্ৰছ, কাম্বে, চিন্দাল আৰু চউলত মুছলমানসকলে নিজৰ বাসস্থান কৰি বসবাস কৰিবলৈ লয় আৰু প্ৰতিখন ঠাইতে মছজিদ সাজে। প্ৰায় সকলো হিন্দু শাসকেই মুছলমানসকলে তেওঁলোকৰ শাসনাধীন অঞ্চলত বসবাস কৰাক স্বাগত জনাইছিল আৰু তেওঁলোকলৈ সাদৰ আতিথ্য আগবঢ়াইছিল। আৰব ভ্ৰমণকাৰী আৰু বুৰঞ্জী লিখক চুলেইমান, মছউদী, ইব্‌নে হউকুল আবু জেইদ আদিয়ে এই সময়ত গুজৰাট আদি ঠাইত মুছলমানসকলে উচ্চ সমাদৰ পোৱা বুলি লিখি গৈছে। ইৱনে হউকলে (৯৫১ খৃঃ) ফমহাল, চিন্দাম, টাইমুৰ আৰু কাম্বেত জুমা মছজিদ দেখা পাইছিল। ৰজা-মন্ত্ৰী আদিয়ে মুছলমানসকলক শ্ৰদ্ধা আৰু সন্মানেৰে ব্যৱহাৰ কৰিছিল আৰু সাধাৰণ প্ৰজাসকলৰ লগতো তেওঁলোকৰ সম্পৰ্ক মধুৰ আছিল। নিজ ধৰ্মাচাৰ পালন কৰাৰ লগতে মুছলমানসকলে অন্য ধৰ্মাৱলম্বীসকলক ইছলামলৈ আকৰ্ষণ কৰাৰো সুযোগ লাভ কৰিছিল। শাসক হিচাপে আৰু ব্যৱসায়ী হিচাপে মুছলমানসকলে পশ্চিম ভাৰতত নিজৰ প্ৰভাৱ-প্ৰতিপত্তি প্ৰতিষ্ঠা কৰিছিল আৰু জনসাধাৰণৰ মাজত ইছলাম ধৰ্মপ্ৰচাৰ কৰাৰো সুবিধা গ্ৰহণ কৰিছিল। হিন্দু শাসকসকলে তেওঁলোকক এনে কাৰ্যত বাধা দিয়াৰ পৰিৱৰ্তে উৎসাহিতহে কৰিছিল। কোনো কোনো হিন্দু শাসকে মুছলমান সৈন্যও নিয়োগ কৰিছিল। সোমনাথৰ শাসকসকলে ভালেমান মুছলমান বিষয়া নিয়োগ কৰা বুলি জনা যায়।

মুছলমান সৈন্যই য'লৈকে কোনো অভিযান চলায় নাইবা বাণিজ্য সূত্ৰে বা অন্য উপলক্ষে ক'ৰবাত গৈ বসবাস কৰিবলৈ লয় তালৈকে মুছলমান ৱলী, পীৰ বা সাধকসকল যোৱাটো এটা সাধাৰণ ৰীতি আছিল। ৯ম শতিকাত মুহদ্দিচ আৰু ৱলী আবু হিফাজ ৰাবি বিন্ চাহেব আল আজদী সিন্ধু দেশলৈ আহে আৰু তাতে তেওঁৰ মৃত্যুও হয় (১০৬ হিজৰী)। দশম শতিকাত বিখ্যাত চুফী আৰু ৱলী মনচুৰ

হাদ্ৰাজ সমুদ্ৰ পথেদি ভাৰতলৈ আহে আৰু স্থলপথেদি উত্তৰ ভাৰত আৰু তুৰ্কীস্থান হৈ ঘূৰি যায়। একাদশ শতিকাত লগত কেইবাজনো দৰ্বেছ লৈ বাগদাদৰ পৰা ৰাইহান নামৰ এজন বলী ব্ৰছলৈ আহিছিল। বাবা ৰাইহানে এজন ৰজাৰ পুতেকক মুছলমান ধৰ্মত দীক্ষিত কৰিছিল বুলি জনা যায়। একাদশ শতিকাৰ মাজভাগত (১০৬৭) য়েমেনৰ পৰা আহি বোহ্ৰা সম্প্ৰদায়ৰ ব্যৱসায়ৰ দলপতিজন গুজৰাটত থিতাপি লৈ বহিছিল। এওঁ এজন চিয়া মতাৱলম্বী ধৰ্মীয় নেতা আছিল। নূৰুদ্দিন বা নূৰ অজাগৰে (১০৯৪-১১৪৮) গুজৰাটৰ কুল্‌বি খাৰবা আৰু কড়িসকলক মুছলমান কৰিছিল।

গজনীৰ চুলতান মহমুদে ভাৰত জয় কৰাৰ পিছত, বহুসংখ্যক মুছলমান বিদ্বান লোক আৰু বলী, সাধক, চুফী আদি ভাৰতলৈ আহে। বিশ্ববিখ্যাত পৰ্যটক আৰু চুফী আলি বিন ওচমান আল্ হুজ্‌বিৰী গজনিৰ পৰা ভাৰতলৈ আহি লাহোৰত স্থায়ীভাৱে থাকিবলৈ লয়। তাতেই তেওঁৰ ৪৬৫ বা ৪৬৯ হিজৰীত মৃত্যু হয়। তেওঁৰ বিখ্যাত গ্ৰন্থ কছ্‌ফুল মহ্‌জুৰ চুফী তত্ত্ব আৰু দৰ্শনৰ এক বিখ্যাত গ্ৰন্থ। চুফীসকলৰ জীৱনী গ্ৰন্থত জ্‌কিৰাতুল আউলিয়াৰ আৰু মন্তেকুত তইৰৰ প্ৰখ্যাত লিখক ফৰিদুদ্দিন আত্তাৰ। প্ৰখ্যাত সাধক ছেখ ইছমাইল বোখাৰীও ১২ শতিকাত ভাৰতত ভ্ৰমণ কৰিবলৈ আহিছিল। ১১৯৭ চনত পৃথিৱী বিখ্যাত বলী হজৰত খাজা মইনুদ্দিন চিস্তী আজমীৰলৈ আহে আৰু ১২৩৪ চনত তাতে তেখেতৰ মৃত্যু হয়। তেখেতৰ মাজাৰ আৰু সমাধিক্ষেত্ৰ গোটেই পৃথিৱীৰ মানুহৰ কাৰণে এক পৱিত্ৰ তীৰ্থক্ষেত্ৰত পৰিণত হৈছে। ১৩শ শতিকাত চাহাবুদ্দিন ছুহ্‌ৰৱৰ্দিৰ মুৰিদ (শিষ্য) ছেখ জালালুদ্দিন তবৰেজি বঙ্গদেশলৈ আহে। ১২৪৪ চনত চৈয়দ জালালুদ্দিন বোখাৰী আহি চাহাৱানপুৰৰ 'উচ' নামৰ ঠাইত থিতাপি লয়হি। বাবা ফৰীদ গঞ্জছকৰ থিতাপি লয় পাকপতনত। ১৪শ শতিকাত প্ৰখ্যাত চুফী গ্ৰন্থ ইন্‌চানে কালিমৰ ৰচয়িতা আৰু ইবনুল আৰবীৰ লিখনিৰ টিপ্পনীকাৰ আব্দুল কৰিম আল্ জিলীয়ে ভাৰত ভ্ৰমণ কৰে (১৩৮৮ চন)। আৰু চৈয়দ মোহম্মদ গেছুদৰাজে পুণা আৰু বেল্‌গামত বহুত মানুহক ইছলাম ধৰ্মত দীক্ষিত কৰে। ১৫শ শতিকাত 'খোজা' সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা পীৰ চদৰুদ্দিন, মমূনাহ সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা চৈয়দ ইউচুফুদ্দিন আৰু পীৰানাৰ হজৰত ইমাম ছাহ আহি ভাৰতত বসবাস কৰিবলৈ লয়। এইসকলৰ উপৰিও হজৰত আব্দুল কাদিৰ জিলানীৰ (এখেত কাদিৰী পন্থাৰ প্ৰবৰ্তক আছিল) পুত্ৰ চৈয়দ ছাহ মীৰ, কুতুবুদ্দিন বখ্‌তিয়াৰ কাকী (এখেতৰ দৰগাহ আৰু মাজাৰ দিল্লীত আছে আৰু কুতুবমিনাৰ নিৰ্মাণৰ লগত এখেতৰ নাম জড়িত), বাহাউদ্দিন জকাৰিয়া (মৃত্যু ১২৬৬ চনত), জালালুদ্দিন চুৰ্খপোছ (মৃত্যু ১২৯১), মহম্মদ গৌছ (বাদছাহ হুমায়ুনৰ পীৰ আৰু ছত্তাৰি পন্থাৰ আদি বলী, পীৰ, চুফী আৰু সাধকসকল ভাৰতত লিগাজীকৈ থাকিছিল নাইবা ভাৰত ভ্ৰমণ কৰি ঘূৰি

গৈছিল। এইসকলৰ উপৰিও ছাহ মাদাৰ আৰু ছুখী ছৰ্‌বৰৰ নিচিনা দৰবেছ আৰু চুফী সাধকো আছিল। হজৰত ছাহ জালাল হজৰত গিয়াছুদ্দিন আউলিয়া, ছাহ মীৰান, আব্দুল গণি, খোন্দকাৰ আদি এনে ধৰণৰ বিশ্ববিখ্যাত চুফী সাধক আৰু ৱলী দৰবেছ আদিয়ে ব্যক্তিগত আধ্যাত্ম সাধনা আৰু ঐকান্তিক একাগ্ৰতাৰে সমগ্ৰ ভাৰতৰ জনসাধাৰণৰ মাজত ইছলামৰ দৰ্শন আৰু চুফী সাধনমাৰ্গৰ প্ৰচাৰ কৰিছিল আৰু গোটেই ভাৰতৰ পূব-পশ্চিম, উত্তৰ-দক্ষিণ সকলো অঞ্চলত ইছলাম ধৰ্ম প্ৰচাৰ হোৱাৰ মূলত এখেতসকলৰ বৰঙণিযেই আছিল সৰ্বাধিক।

## বঙ্গদেশত চুফী আৰু চুফীবাদ ঃ

তৰাইণৰ দ্বিতীয় যুদ্ধত জয় লাভ কৰি মোহম্মদ গোৰীযে (ঘোৰী) আৰ্যৱৰ্তত প্ৰথম মুছলিম ৰাজ্য স্থাপন কৰে ইংৰাজী ১১৯৩ খ্ৰীষ্টাব্দত। তাৰ কেইবছৰমানৰ পাছত গৰ্মচীৰৰ অধিবাসী ইখ্‌তিযাৰুদ্দিন মোহম্মদ বখ্‌তিযাৰ খিলিজিযে যুদ্ধত অভিযান চলাই অতৰ্কিতভাৱে প্ৰথমে দক্ষিণ বিহাৰ আৰু তাৰ পাছত পশ্চিম আৰু উত্তৰ বঙ্গৰ বহু অংশ জয় কৰে আৰু এই অঞ্চলত মুছলিম অধিকাৰ প্ৰতিষ্ঠা কৰে। বখ্‌তিযাৰে প্ৰথমে নদীযা আৰু তাৰ পাছত লক্ষণাৱতী গৌড় জয় কৰে (১২০৪ খৃঃ?)।

১২০৪ চনৰ পৰা বঙ্গদেশৰ খিল্‌জী বংশ, বলবনী বংশ, ফিৰোজ ছাহী বংশ, মোহম্মদ টোগলকৰ অধীনস্থ শাসকসকল, মোবাৰক ছাহী বংশ, হাৱছী বংশ, হুছেনছাহী বংশ, হুমায়ুন আৰু ছেৰছাহৰ অধীনস্থ শাসকসকল, মোহম্মদ ছাহী বংশ আৰু তাৰ পাছত মোগল সম্ৰাটৰ অধীনস্থ শাসকসকল ১৭৬৫ চন পৰ্যন্ত বঙ্গদেশৰ শাসকসকলৰ অধিকাৰত থাকে। ছমছুদ্দিন ফিৰোজ ছাহ নামৰ বঙ্গৰ এজন শাসকে (১৩০১-১৩২১ খৃঃ) চিলেট বা শ্ৰীহট্ট অঞ্চলত শাসন কৰিছিল আৰু এজন ৰজাযেই কামৰূপৰো কিছু অংশ জয় কৰি তাত শাসন প্ৰতিষ্ঠা কৰিছিল বুলি আহমদ যাহয়া মনেৰিৰ 'মলফুজাত'ত বৰ্ণিত আছে। কামৰূপৰ এই শাসনকৰ্তাজন আছিল গিয়াছুদ্দিন।

বঙ্গদেশৰ ইলিযাছ ছাহী বংশৰ প্ৰতিষ্ঠাতা ছমছুদ্দিন ইলিযাছ ছাহৰ (১৩৪২-১৩৫৯) ৰাজত্বকালত বঙ্গদেশত তিনিগৰাকী বিখ্যাত চুফী থকাৰ কথা জনা যায়। তেখেতসকল হৈছে আখী চিৰাজুদ্দিন, তেওঁৰ শিষ্য আলাওল হক (আলা আলহক্) আৰু ৰাজা বিযাবাণী।

ইলিযাছ ছাহী বংশৰ আন এজন ন্যায়পৰায়ণ আৰু ধাৰ্মিক ৰজা গিয়াছুদ্দিন আজম ছাহৰ শাসনকালত ৰজাঘৰীয়া শ্ৰদ্ধা সমৰ্থন লাভ কৰা চুফী আছিল মোজফ্‌ফৰ ছমছ্ বলখী (বিহাৰৰ দৰবেছ) আৰু নূৰ কুত্‌ব্ আলম (আলা আলহকৰ পুত্ৰ)। এই সময়ৰ বঙ্গদেশৰ দৰবেছসকলে সক্ৰিয়ভাৱে ৰাজনীতিত অংশগ্ৰহণ কৰিছিল বুলিও

ইতিহাসৰ পৰা জনা যায়। ৰুকুনুদ্দিন বাৰবক ছাহৰ (১৪৫৫-১৪৭৬) শাসন কালৰ এজন চুফী হজৰত ইছমাইল গাজী আনকি এজন সেনাপতিও আছিল।

অৱশ্যে চুফী আৰু দৰবেছসকল প্ৰধানতঃ ইছলাম ধৰ্ম প্ৰচাৰৰ আৰু আধ্যাত্মিক সাধনাৰ কাৰ্যতে ব্ৰতী আছিল। বঙ্গদেশৰ সৰহ সংখ্যক চুফী মধ্য আৰু পশ্চিম এছিয়াৰ পৰা উত্তৰ ভাৰতেদি আহি বঙ্গদেশ পাইছিলহি। পঞ্চদশ শতিকাত বঙ্গদেশৰ সকলো ঠাইতে চুফীসকলে দৰগাহ খানকাহ আদি প্ৰতিষ্ঠা কৰিছিল, এখেতসকল ইছলাম ধৰ্ম বিষয়ত সুপণ্ডিত আছিল আৰু আধ্যাত্মিক চুফী সাধনাৰো সফল গুৰু আছিল। প্ৰতিজন চুফীৰে বহু সংখ্যক মুৰীদ বা শিষ্য আছিল। পিছত এই মুৰীসকলেও দৰগাহ আদি স্থাপন কৰি নতুন নতুন শিষ্য কৰিছিল। ৰজা-প্ৰজা সকলোৱে চুফী, দৰবেছ, ফকীৰ আদিক পৰম শ্ৰদ্ধা কৰিছিল। দৰগাহ, খানকাহ আদিক পৱিত্ৰ পীঠস্থান বুলি গণ্য কৰা হৈছিল। চুফীসকলৰ সাত্ত্বিক ধৰ্ম জীৱন যাপন, উদাৰতা আৰু কোনো কোনোৰ মতে অলৌকিক শক্তি বা মাহাত্ম্য দেখি বহুতো অমুছলমানে ইছলাম ধৰ্ম গ্ৰহণ কৰিছিল, বহু ঠাইত পূৰ্বে আধিপত্য বিস্তাৰ কৰি থকা তান্ত্ৰিক গুৰুসকলৰ ঠাইত মুছলমান চুফীসকল প্ৰতিষ্ঠিত হৈছিল। কেতিয়াবা এই চুফীসকলৰ কোনো কোনোৱে আনকি যুদ্ধ অভিযানতো অংশগ্ৰহণ কৰিছিল। এনে অভিযানত চুফীসকলক লগত নিয়াও হৈছিল। হজৰত ছাহ জালাল এজন কামিল চুফী সাধক আছিল যদিও তেখেঁ চিলেট জয় কৰিছিল বুলিও জনা যায়।

ব্যক্তিগতভাৱে আধ্যাত্ম সাধনা কৰাতে লাগি থকাৰ উপৰিও, এইসকল চুফীৰ বহুতেই বঙ্গদেশৰ নতুনকৈ ইছলাম ধৰ্ম গ্ৰহণ কৰা নিম্ন শ্ৰেণীৰ হিন্দুসকলক (ইয়াৰ সৰহভাগ আৰবী ফাৰ্চী নজনা আৰু ইছলাম ধৰ্মৰ সম্পৰ্কে অতি সামান্য কথা জনা মানুহ আছিল) ধৰ্মৰ বিষয়ে সাধাৰণ শিক্ষাও দিব লগা হৈছিল। হিন্দু ধৰ্মত, বিশেষকৈ বঙ্গদেশত, গুৰুবাদৰ প্ৰচলন আছিল। গুৰুৰ প্ৰতি অচলা ভক্তি এটা প্ৰশংসনীয় প্ৰথা আছিল। চুফীসকলেও নৱদীক্ষিত মুছলমানসকলৰ পৰা এনে গুৰুভক্তি লাভ কৰাটো সেয়ে নতুন কথা নাছিল। কিন্তু পুৰণি প্ৰচলিত সংস্কাৰৰ প্ৰভাৱত মুছলমানৰ মাজতো সত্য পীড়, মাণিক পীড়, ঘোৰা পীড়, কুম্ভীৰ পীড়, মদাৰী পীড় (মাছ আৰু কাছ) প্ৰভৃতি পীড়ৰ উদ্ভৱ হৈছিল।

ইয়াৰ পৰা বঙ্গদেশত মুছলমান শাসন কালত (প্ৰায় ছশ বছৰ) বহু প্ৰকৃত চুফী সাধক থকাৰ আৰু তেওঁলোকৰ শক্তিশালী প্ৰভাৱৰ ধাৰণা কৰিব পাৰি। বৰ্তমানৰ বঙ্গদেশত এতিয়াও প্ৰচলিত মাৰিফাতি গীত আৰু বাউল গীতবোৰেও চুফী প্ৰভাৱৰ নিদৰ্শন দাঙি ধৰে। বাউল সম্প্ৰাদয়ক সম্পূৰ্ণ ইছলামী আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত বুলি ক'বলৈ টান। কিন্তু মুৰ্ছিদা গীত আৰু মাৰিফতি গীতবোৰ সহজ বঙলা ভাষাত হোৱাৰ

কাৰণে আৰু বহু গীত দ্ব্যৰ্থবোধক হোৱাৰ কাৰণে সেইবোৰক এক প্ৰকাৰৰ চুফীসকলৰ গূঢ়াৰ্থ সম্বলিত গীত বুলি শ্ৰদ্ধাৰে গ্ৰহণ কৰা হয়। দৰবেছ নূৰ কুত্‌বে আলম বঙ্গৰ ৰজা গণেশৰ দিনত এজন প্ৰখ্যাত চুফী আছিল। চট্টগ্ৰামৰ বায়েজ্জিদ বিস্তামীৰ দৰগাহ এক বিখ্যাত ৱলীৰ সমাধিক্ষেত্ৰ।

উত্তৰ ভাৰতৰ হজৰত মইনুদ্দিন চিস্তী আজমীৰি, হজৰত নিজামুদ্দিন আউলিয়া, হজৰত চলীম চিস্তী, হজৰত কুতুবুদ্দিন বখ্‌তিয়াৰ ফাকী, ছেখ ফৰিদুদ্দিন গঞ্জছফৰ, চিৰাজুদ্দিন ওচমানি, হোচামুদ্দিন মানেকপুৰী, নচৰুদ্দিন চিৰাগ দেহাল, এখ্‌তিয়াৰুদ্দিন ওমৰ, হাচান চৰমস্ত চালাৰ ফাৰুকী, হজৰত মস্তান হাজী দাক্কানী, হজৰত আলা আল্‌হক্, হজৰত ছাহ জালাল আদি বিশ্ববিখ্যাত চুফী পীৰসকলৰ লগতে অসমৰ হজৰত আজান পীৰ, হজৰত গিয়াচুদ্দিন আউলিয়া আদি বহু চুফী সাধক থকাৰ আৰু তেখেতসকলৰ কাৰ্যকলাপৰ ঐতিহাসিক বিৱৰণ পোৱা যায়।

## অসমৰ চুফীবাদৰ ধাৰা ঃ

ইংৰাজী ১২০৫ চনতে অসম মুছলমানৰ সংস্পৰ্শলৈ আহিছিল যদিও অসমলৈ কেতিয়া কোন চুফীসকল আহিছিল আৰু আহিছিল যদিও কোন চুফী কোন পন্থাৰ আছিল জনা নাযায়। গোৱালপাৰাত থকা পাঁচ পীৰৰ দৰগাহৰ পৰা একে সময়তে কোনো ঠাইলৈ পীৰসকল আহিছিল বা কোনো ঠাইত বসবাস কৰি ধৰ্মপ্ৰচাৰ কৰিছিল বা ধৰ্ম জীৱন যাপন কৰিছিল বুলি বুজিব পাৰি। হাজোত হজৰত গিয়াছুদ্দিন আউলিয়াৰ মাজাৰ আৰু দৰগাহ আছে। এখেতো কোন তৰিকাৰ পীৰ আছিল সঠিক জনা নাযায়। পূৰ্বে অসমৰ অন্তৰ্গত থকা চিলেটত হজৰত ছাহ জালাল য়মনীৰ (১১৯৭-১৩৪৭) দৰগাহ আছে। অসমৰ অন্যান্য ঠাইতো বিভিন্ন ৱলী পীৰ আৰু মুছলমান সাধকৰ মাজাৰ বা দৰগাহ আছে।

অসমৰ প্ৰায় সকলো মুছলমান চুন্নী সম্প্ৰদায়ৰ। পৃথিৱীৰ অন্যান্য ঠাইৰ মুছলমানে কাৰবালাৰ কৰুণ কাহিনীক স্মৰণ কৰি মোহৰ্‌ৰম উৎসৱ উদ্‌যাপন কৰে যদিও কোনো অসমীয়া মুছলমানে সেই উপলক্ষে তাজিয়া পালন কৰাৰ কথা জনা নাযায়। উত্তৰ প্ৰদেশ, বিহাৰ আদিৰ পৰা অহা মুছলমানসকলে তাজিয়া পালন কৰে যদিও তেওঁলোক অসমলৈ অহাৰ বেছিদিন হোৱা নাই আৰু তাজিয়া পালন কৰোতাসকলৰো সকলো চিয়া সম্প্ৰদায়ৰ লোক নহয়। বিহাৰ আদিৰ নিচিনাকৈয়ে অসমতো কোনো কোনো ঠাইত বিহাৰ আদিৰ হিন্দুৰেও তাজিয়াত যোগদান কৰা দেখা যায়।

অসমত যিহেতু চিয়া মতাৱলম্বী মুছলমান নাই বা থাকিলেও সংখ্যাত তেনেই তাকৰ, সেইদেখি অসমত কাদিয়ানী মজহবৰ মুছলমানো মুষ্টিমেয় আৰু থাকিলেও কৰ্ম-জীৱনৰ ক্ষেত্ৰত তেওঁলোকৰ বিশেষ কোনো প্ৰভাৱ থকাৰ কথা জনা নাযায়।

অসমত, বিশেষকৈ উজনি অসমত, পীৰসকলৰ নামৰ পৰম্পৰাগত তালিকা উদ্ধাৰ হৈছে তাৰ পৰা কেইটামান কথা দেখা যায়।

(১) অসমলৈ ধৰ্ম প্ৰচাৰৰ কাৰণে আৰু অসমতে ৰৈ যোৱা পীৰসকলৰ সৰহ ভাগেই চৈয়দ.আছিল।

(২) কোনো কোনো পীৰ ভাৰতৰ বাহিৰৰ পৰা পোনে পোনে অসমলৈ আহিছিল আৰু ইয়াতে ৰৈ গৈছিল।

(৩) পীৰসকলে খানকাহ বা মঠ পাতি শিষ্য বা মুৰিদ পৰিবেষ্টিত হৈ ধৰ্ম জীৱনৰ শিক্ষা-দীক্ষা দিছিল।

(৪) কোনো কোনো পীৰে বংগদেশৰ মাজেদি অসমলৈ আহোঁতে, বংগদেশত থকা পীৰৰো শিষ্যত্ব গ্ৰহণ কৰিছিল, উল্লেখযোগ্য যে চুফীসকলে ভৌগোলিক সীমাৰেখাক কাহানিও আধ্যাত্ম সাধনৰ পথৰ সীমাৰেখা বা অন্তৰায় বুলি গণ্য নকৰিছিল। শিষ্যত্বৰ মাধ্যম সাধকৰ হৃদয়হে, গতিকে পীড় মুৰিদৰ সম্পৰ্ক আলোকময় পথত মানৱ হৃদয় অভিযানৰ যোগেদি হোৱা আত্মীয়তাৰ সম্পৰ্কহে। গুৰু আৰু শিষ্য সাধন পথত অভিন্ন হৃদয় হৈ পৰে।

(৫) অসমৰ কাৰবালাৰ কাহিনীক অৱলম্বন কৰি জাৰী গীত ৰচিত হৈছিল যদিও আৰু সেই গীত আজিকালিও গোৱা হয় যদিও, চিয়া আদৰ্শৰ লগত জাৰী গীতত অংশগ্ৰহণকাৰীসকলৰ কোনো সম্পৰ্ক থকাৰ নিদৰ্শন দেখা নাযায়।

(৬) অসমলৈ অহা যিসকল পীৰৰ নাম, বিৱৰণ আদি অসম বুৰঞ্জীত পোৱা যায় সেইসকল আটায়ে চিস্তীয়া নিজামিয়া তৰিকাৰ বুলি জনা যায়। হজৰত মোহম্মদৰ পৰা (দঃ) আৰম্ভ কৰি, তেওঁলোকে নিজক খাজা মইনুদ্দিন চিস্তীৰ চিস্তীয়া পন্থাৰ অনুগামী বুলি কয় আৰু তেওঁলোকৰ ওচৰত থকা পীৰ তালিকাত এই কথাৰ প্ৰমাণ পোৱা যায়। অন্ততঃ হজৰত মইনুদ্দিন চিস্তীৰ পৰা আৰম্ভ কৰি মাজত কোনো ছেদ নথকাকৈ পীৰসকলৰ নামৰ ক্ৰমিক তালিকা পোৱা যায়, তাৰ পৰা দেখা যায় যে পীৰসকল চুন্নী মতাৱলম্বী আছিল আৰু তেওঁলোক হানাফী মজহৱ আছিল।

হজৰত আজান পীৰ, চালেহ পীৰ, চাবাল পীৰ, নবী পীৰ, খোন্দকাৰ আব্দুল গণি পীৰ আদিৰ মতাদৰ্শ সম্পৰ্কে যি জানিব পৰা গৈছে তাৰ পৰা চমুকৈ এনে ধাৰণা কৰিব পাৰি যে বংশগতভাৱে এখেতসকল চৈয়দ আছিল, কিন্তু তেওঁলোকৰ পূৰ্বগামী পীৰসকলৰ ভিতৰত কোনো কোনো অনা চৈয়দ পীৰো থকাটো অসম্ভৱ নহয়।

গুৰুসকলে ভকত কৰোৱা বা মুৰিদ কৰোৱা প্ৰথা আৰু গুৰুৰ ওচৰত বয়নাত হোৱা বা শিষ্যত্ব গ্ৰহণ কৰা প্ৰথা আজিকো পৰ্যন্ত চলি আছে।

অৱশ্যে অসমৰ মুছলমানৰ মাজত ব্যৱসায়ী গুৰুগিৰিৰ ব্যৱস্থা নাই, কোনোবাই কাৰোবাক মুৰিদ কৰিলেও বা কোনোবা কাৰোবাৰ মুৰিদ হ'লেও তাক গোপনে ৰখা হয়। কাৰণ চুফী দীক্ষা গ্ৰহণ কৰি, কৰিব লগাখিনি যথাযথ পালন কৰিব নোৱাৰিলে মুৰিদজনৰ বহু ক্ষতি হ'ব পাৰে বুলি এটা ধাৰণা আছে।

ফৰজ, চুন্নত আদি অৱশ্যে পালনীয় ধৰ্মীয় কৰ্তব্যখিনি নিষ্ঠাৰে পালন কৰি এক সাত্বিক জীৱন যাপন কৰাকে সৰ্বসাধাৰণ মুছলমানে যথেষ্ট বুলি ভাবে, তথাপি সংখ্যাত তাকৰ হ'লেও, এতিয়াও কোনো গুৰুৰ ওচৰত দীক্ষা লৈ বিশেষ জিক্ৰ আদি পালন কৰি চুফী সাধন মাৰ্গ অনুসৰণ কৰি চলা কিছু সংখ্যক মুছলমান অসমত আজিও আছে। চুফী পন্থা অৱলম্বন কৰি চলিলেও এওঁলোকে সাধাৰণতে চুফী বুলি নিজৰ পৰিচয় নিদিয়ে আৰু আনেও তেওঁলোকক চুফী আখ্যা সাধাৰণতে নিদিয়ে।

হজৰত আজান পীৰে প্ৰবৰ্তন কৰা পন্থাৰ মাজত দুটা কথা লক্ষ্য কৰা যায়। (১) তেওঁ প্ৰধানতঃ সেই সময়ৰ মাথোন মুছলমান হৈ থকা মানুহবিলাকক প্ৰকৃত মুছলমান কৰিবৰ কাৰণে ছৰিয়তৰ আদেশ-নিৰ্দেশবোৰ প্ৰচাৰ কৰিছিল। এই ক্ষেত্ৰত তেওঁৰ কোনো বিশেষ নিৰ্বাচিত মুৰিদ বা শিষ্য থকাৰ কথা জনা নাযায়। কিন্তু পীৰসকলে বহু সময়ত নিজৰ কোনো পুত্ৰ বা আত্মীয়ক কেতিয়াবা মুৰিদ কৰোৱাৰ প্ৰথা আছে। এনে কৰিলে বংশগতভাৱে আধ্যাত্ম সাধনৰ পৰম্পৰা বৈ যায়। আৰু দ্বিতীয়তে, নিজ সন্তান অন্যান্য সম্পদৰ উত্তৰাধিকাৰী হোৱাৰ উপৰিও ধৰ্মৰ ঐশ্বৰ্যৰো উত্তৰাধিকাৰী হয়।

হজৰত আজান পীৰে ৰচনা কৰা জিকিৰ গীতবোৰত আল্লাহ, ৰছুল, নামাজ, ৰোজা, কল্‌মা (জিকিৰত কলিমা), জাকাত আদিৰ বিষয়ে সাধাৰণ জানিবলগীয়া ইছলাম সম্পৰ্কীয় কথা আছে। সেয়া সৰ্বসাধাৰণৰ কাৰণে। কিন্তু তাৰ লগে লগে গূঢ়াৰ্থ সম্বলিত তত্ত্ব... বা চুফী সাধনাৰ কথাও আছে। অন্যান্য চুফীসকলৰ দৰেই তেওঁ আল্লাহ আৰু ৰছুলৰ ওপৰত ঈমান অনা বা বিশ্বাস কৰাত গুৰুত্ব দিছে। কিন্তু জিকিৰৰ পৰা যি দেখা যায়, তেওঁ কল্‌মাতেই অৰ্থাৎ আল্লাৰ নামৰ জিক্‌ৰ্ কৰাতেই অধিক গুৰুত্ব দিছে। তেওঁৰ মতে—

নেৰিবা কলিমা, ধৰিবা কলিমা,
কলিমা ধৰমৰ গুৰি।

নাইৰা—

কলিমাৰ নাম সাৰথি

আল্লা জীউৰ লগে যায়,
কলিমা হকিকত কলিমা ছৰিয়ত
কলিমা পঢ়িব পায়।

অন্যান্য চুফীসকলৰ দৰেই হজৰত আজান পীৰেও আল্লাৰ স্বৰূপ সম্পৰ্কে যি কৈছে তাত অন্যান্য চুফীসকলৰ ভাৱাদৰ্শৰ প্ৰতিধ্বনি শুনা যায়—

আল্লা কাদিৰ কামাল
চাহেহ্ কাদিৰ কামাল।
মাজ সাগৰত পৰিছো বান্দাক
কৰিবা আচান।
মাৱৰ চাৰি, বাপৰ চাৰি
আল্লাৰ লোৰা দহ।
ওঠৰ মোকামৰ মাজে পীয়ে মধুৰ ৰহ,
ওঠৰ মোকামৰ মাজে কোন কোন মোকাম জ্বলে,
তেল নাই, শলিতা নাই,
সদায় প্ৰদীপ জ্বলে।
লাহুতৰ দৰিয়াৰ মাজে
ঘনে পেলায় জাল।
ৰুহৰ দৰিয়াৰ মাজে
বহি আছে কাল।
জবৰুত মোকামৰ মাজে
জ্বলে দুই তৰা
সেই তৰা নেথাকিলে দুনিয়া আন্ধাৰ।
অপাৰ সাগৰৰ মাজে
পুলচেৰাতৰ পাৰ,
ৰছুল হ'ব কাণ্ডাৰী
উম্মত হ'ব পাৰ।

আল্লাহ্ যে নূৰুন আল্লা নূৰ বা পৰম জ্যোতি সেই কথা, 'তেলো নাই শলিতা নাই, সদায় প্ৰদীপ জ্বলে' বোলা কথাযাৰৰ যোগেদি প্ৰকাশ কৰা হৈছে।

হজৰত আদমৰ যোগেদি এই নূৰ বা জ্যোতিৰ অধিকাৰী হ'ল মানুহ, নিজৰ সৃষ্টিৰ দাপোণত আল্লাহি নিজকে চালে। জিকিৰত আছে—

নূৰে মোহম্মদী আল্লাৰ পয়দা,

দুনীৰ অধিকাৰী স্বামী,
আদম চফিউল্লা সবাৰে ইমাম
দমৰ পয়দাচী আমি।
দমে আদমত খাটনি ধৰিব,
নূৰৰ চাই যাবা ৰং।
চাৰিটা চিজৰে মূল নাইকিয়া
সি থাকে বান্দাৰ সং।
আ'বে আতচে এই থাকে এই বাদে
চাৰিও থাকে চাৰি ভাগে,
যাব লাগিছে জগৰা দুনীলৈ
সৃষ্টি বাঢ়িব লাগে।
চাৰিটি চিজৰে চাৰিটি আতমা
চাৰিয়ে ইমানক লয়
চাৰিটি চিজক দমত ৰাখি লৈ
আল্লাৰ চিজ্‌দা হয়।

হজৰত মোহম্মদ (দঃ) আল্লাৰ নূৰ প্ৰথম অধিকাৰী আছিল বুলি ধৰা হয়। আল্লাই এই নূৰ প্ৰথম মানুহ আদমৰ ওচৰত গচ্ছিত ৰাখিছিল। 'দমে আদমত খাটনি ধৰিবা, নূৰৰ চাই যাবা ৰং'— অৰ্থাৎ আল্লাৰ নূৰৰ প্ৰথম ৰক্ষক আছিল হজৰত আদম আৰু আদমৰেই সন্তান হজৰত মোহম্মদে (দঃ) আল্লাই সৃষ্টি কৰা এই নূৰ লাভ কৰিছিল। বায়ু, পানী, মাটি, জুই (আ'ব, আতছ, খা'ক, বা'দ) এই ভূতসমূহেৰে গঠিত নৰদেহাত আল্লাৰ নূৰ এক অপাৰ্থিব আশীৰ্বাদ, পথত ভৌতিক দেহাই মানুহক সংসাৰলৈ টানে (জগৰা দুনী) সৃষ্টি বঢ়াবৰ কাৰণে, কিন্তু আত্মাৰ অৱস্থান এই দেহাৰ ভিতৰতে যদিও আত্মা উৰ্ধমুখী, সি আল্লাৰ নূৰৰ জ্যোতিৰে উদ্ভাসিত।

চাৰিটি চিজৰে চাৰিটি আতমা;
চাৰিয়ে ইমানক লয়;
চাৰিটি চিজক দমত ৰখি লৈ
আল্লাৰ চিজ্‌দা হয়।

আন এটা জিকিৰত আছে—

এক ফুল অলিয়া;
এক ফুল বলিয়া;
আৰু ফুল ললিত বৰণ

একেটি ডালতে
চাৰি ফুল ফুলিছে
চাৰিওৰো চাৰি বৰণ।
চাৰিওৰো উপৰি
যি ফুল ফুলিছে
ভজোতা জনেহে পায়।

আল্লাহ আৰু হজৰত মোহম্মদৰ (দঃ) সম্পৰ্কে কোৰাৰ পিছত হজৰত আজান পীৰে কোৰানৰ গুৰুত্ব সম্পৰ্কে কৈছে—

বেহাজল কোৰান্
তামামৰ ইমান,
আছে কলিমাক লৈ
চৈখ্য তবকত বিচাৰি আহাগে
মুৰ্ছিদৰ পাৱতে থৈ।

কোৰান্ হজৰত মোহম্মদৰ (দঃ) যোগে অৱতীৰ্ণ হোৱা আল্লাৰ বাণী, কিন্তু হজৰত আজান পীৰে ফৰছ চুন্নতৰ উপৰিও জিকিৰ বা কলিমাৰ ওপৰতেই আটাইতকৈ অধিক গুৰুত্ব দিছে। জিকিৰৰ বা আল্লাৰ নাম জপ কৰাৰ এক বিশেষত্ব এই যে ইয়াৰ কাৰণে জপ কৰোতাজনৰ বিশেষ কোনো শিক্ষা-দীক্ষাৰ প্ৰয়োজন নাই।

ইলিম পঢ়ি পঢ়ি
তত্ত্বক হেৰুৱালে
কালামৰ বিচাৰে সাৰ,...

সেই দেখি—

ওঁঠেই কলম, জিভাই কাগজ,
দাঁতে চাব চিয়াহী বাটে,
সন্ত মহন্ত আউলীয়াসকলে
একেটি নামতে খাটে।

জিকিৰৰ বা নাম জপ কৰাৰ এই সাৰ্বজনীনতাই আৰু সকলতাই অসমৰ নিৰক্ষৰ সাধাৰণ মানুহৰ কাৰণে কোনো কষ্টসাধ্য কৰ্মানুষ্ঠান নাছিল। যিসকলে কোৰান্ কিতাপ পঢ়িব নাজানে, তত্ত্ব আলোচনা কৰিবও নাজানে সেইসকলৰ কাৰণে ওঁঠেই কলম, জিভাই কাগজ, মাথোন নাম ধ্যান কৰিলেই হয়। কোৰান্তো এই কলিমা বা আল্লাৰ নামৰ জিকিৰৰ গুৰুত্ব আছে।

কলিমাই চৰিয়ত, হকিকত, মা'আৰিফত সকলোকে সামৰিব পাৰে।

নাম সাৰথি জীউৰ লগে যায়,
কলিমা হকিকত কলিমা ছৰিযত,
কলিমা তৰিবৰ উপায়।

আধ্যাত্ম সাধনাৰ পথত সাধাৰণ ভকতে গুৰুৰ ওচৰত একান্তভাৱে জীউ তৰাব পাৰে।

চৈধ্য তবকত ইঙ্গিতত ভাঙিব,

আৰছত পৰিব ৰেৱা,
যদি সত গুৰুত খাটনি ধৰিবা
দিব আল্লাৰ নূৰে গোৱা (হ)

সত গুৰুৰ ওচৰত দীক্ষা লৈ জিকিৰ কৰি মানুহ ভৱনদী পাৰ হ'ব পাৰে—

জীউ তৰিবলৈ যাৰে মন আছে,
আল্লাৰ নামকে ধৰ,
আল্লাহ হক— সত্য
হুক হুৰ বিনে আল্লা কেও নাই আন,
জুৰি আছে জমীন আস্মান।

এই—

হকৰ বিনে চকুৰ নাই,
আল্লাৰ বিনে গতি নাই,
নবীৰ বিনে নাই নিস্তাৰ,
আওৱাল কলিমাৰ বিনে
আন জিকিৰ আৰু নাই,
ৰব বিনে অথল ই সংসাৰ।

আওৱাল কলিমা (প্ৰথম কলিমা) হৈছে— লা ইলাহা ইল্লাল লাহু মোহম্মদুৰ ৰছুলোল্লাহ, (আল্লাত বাজে আন কোনো পূজ্য নাই আৰু মোহম্মদ তেওঁৰ প্ৰেৰিত পুৰুষ)

হজৰত আজান পীৰে আকল্ আৰু দলীল সম্পৰ্কেও জিকিৰত আলোচনা কৰিছে—

আকলৰ দৰিযাত
পৰি তলে গ'লো
তৰিবৰ নললো চিন।

* * *

এই তন ফানা,
আকলে নেৰাখে,
তোৰ জানো পৰিচয নাই,
পীড মুৰছিদক
শিৰত তুলি লৈ
আজান ফকীৰে গায।

আজান ফকীৰে ভক্তিত অধিক প্ৰাধান্য দিছিল। কিন্তু আন চুফীসকলৰ দৰেই আল্লাৰ স্বৰূপ সৃষ্টি-তত্ত্ব, কোৰানৰ বিশেষত্ব, ৰছুলৰ গুৰুত্ব আৰু সৰ্বোপৰি কলিমা বা নাম ধ্যানৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। নৰদেহৰ অস্থায়িত্ব, মায়া মোহৰ পৰা নিজকে ৰক্ষা কৰা, মৃত্যুৰ অৱশ্যম্ভাৱিতাৰ সম্পৰ্কে সদায় সচেতন থকা আৰু ছৰিয়ত, তৰিকত, হকিকত আৰু মা'আৰিফতৰ পথেদি আত্মাক নিজ ঘৰলৈ যোৱাৰ কাৰণে সক্ষম কৰি তোলাৰ আহ্বান জনাইছে।

আজান চাহেবে ৰচনা কৰা জিকিৰ ঠাই বিশেষে নাচি নাচি আৰু হাত চাপৰি বজাই সমূহীয়াভাৱে গোৱাৰ যি ৰীতি বৰ্তমানো চলি আছে, তাৰ পৰা তেওঁ জিকিৰৰ অংগ হিচাপে নৃত্যক অনুমোদন জনাইছিল বুলি ধাৰণা হয। বংগদেশত যিদৰে চুফীসকলে এহাতে খানকাহ, দৰগাহ আদি স্থাপন কৰি শিষ্য বা ভকত লৈ সাধন চক্ৰ বা হাল্কা স্থাপন কৰাৰ লগতে ইছলাম ধৰ্ম প্ৰচাৰো কৰিছিল, তেনেকৈয়ে হজৰত আজান পীৰ, চালেহ পীৰ, খোন্দকাৰ পীৰ আদিযেও চুফী মাৰ্কীয আধ্যাত্ম সাধনা কৰি আৰু নিজ নিজ ভকতৰ দ্বাৰা পৰিবেষ্টিত হৈ আছুতীয়া সাধনা কৰা লগতে সেই সময়ৰ নিৰক্ষৰ আৰু সাধাৰণ মুছলমানসকলৰ মাজত ইছলামৰ মূল আদৰ্শ প্ৰচাৰ কৰাৰ দায়িত্বও বহন কৰিছিল। আজান চাহাবৰ সময়ত ভুৱা গুৰু থকাটোও অসম্ভৱ নাছিল। সেয়ে তেওঁ সঁচা গুৰুৰ ওপৰত গুৰুত্ব দিছিল আৰু সত গুৰুক চিনাৰ প্ৰযোজনৰ কথা কৈছিল—

জীৱৰ সাৰথি নাম,
সত গুৰুক ভেটিবা, আতমাক চিনিবা
সিজিব দীনৰে কাম।

ভুৱা বা ভণ্ড গুৰুৰ পৰা ৰক্ষা পৰিবৰ কাৰণে তেওঁ সাৱধান বাণী শুনাইছিল—

"সকলো হস্তীতে মুকুতা নেথাকে,
সৰ্বকাষ্ঠ নহয় চন্দন,
সকলো ভকতত ভকতি নিসিজে
সৰ্ব সাধু নহয় মহাজন।"

সাধু হোৱা সহজ, মহাজন (মহৎজন) হোৱাটো সহজসাধ্য নহয়।

আল্লাৰ সৰ্বব্যাপী অস্তিত্বৰ (হাজিৰ ৱ নাজিৰ) ভিত্তিত আজান চাহেবে কৈছিল—

আল্লাৰ নাম সাৰথি জীউৰ লগে যায়,
যি ঠাইলৈকে চালাম যোগায়
তাতেই খোদায়।

গৰ্ব-অহংকাৰ লোপ কৰিব নোৱাৰিলে ভক্তিত একাগ্ৰতা আহিব নোৱাৰে। এই বিষয়ত আজান চাহেবে দঢ়াই দঢ়াই কৈছিল—

মনুৰাই, দূৰ কৰাই মনৰে বঢ়াই
মাছক লাগে বগুলাই
জুপি আছে মনুৰাই
ৰসে আছে কেমনে মৰদ ঐ
মনুৰাই।

বিষয়-বাসনা, নিৰ্মোহ, নিৰাসক্ত ভক্তি-পথৰ অন্তৰায়—

বিষয়খন বিষয়খন গলগ্ৰহ বিষয়খন
বিষয় গলেৰে মণি।
বিষয়ৰে লগতে পানীত তই শুকাইছ,
চা মন দকৈ গুণি।
বিষয় তোৰ বিষধৰ, বিষয় তোৰ দৰাদৰ
বিষয় তোৰ খাওতা নাই।
এই ভৱনদীত পৰি তলে গ'লো
বিষয় মাণি গলতে বান্ধি।

তেওঁ আৰু কৈছে—

সৰু কৈ সৰু অতি বৰ সৰু
সৰুতেহে ভকতি ৰয়।

মানৱীয় জনম আল্লাৰ পৰম কৰুণাৰ দান। এবাৰ গ'লে ইয়াক আৰু পুনৰাই পোৱা নাযায়। বিষয়-বাসনা জৰ্জৰিত এই ক্ষন্তেকীয়া জীৱনৰ পৰাই জানোত্ৰজনে হীৰা মুকুতা অমূল্য সম্পদ গোটাই লয়—

মূৰৰে চুলিয়ে কাণকো ঢাকিলে
পিথৱী ঢাকিলে বনে।
গেন্ধেলা পানীত সোণা কমাই ল'লে

আমাক চিনাই দিব কোনে?

মানুহৰ দেহা যদিও স্থূল আৰু নশ্বৰ তথাপি চুফী সাধকৰ কাৰণে এই দেহাই ৰুহ বা আত্মাৰ আধাৰ। এই আত্মাই লাভ কৰিছে আল্লাৰ নূৰ বা ঐশ জ্যোতি। বিষয়-বাসনাত এই দেহাক লিপ্ত নাৰাখি উৰ্ধতন সাধনাৰ অৱলম্বন স্বৰূপে দেহাক ব্যৱহাৰ কৰিব লাগে। কাৰণ আমাৰ দেহাতে আকাশ, পৃথিবী সকলো আছে।

গা'তে আস্মান গাতে জমীনে,
আকল হে মেলিছে পুলি।
ৰূহৰে ভিতৰত গুলাল চৈধ্য সাক্ষী
ওলাইছে পুলি মেলি।

* * *

আস্মান সৰজিলে জমীন সৰজিলে
ছায়াত সৰজিলে কায়া।
সজাৰে ভিতৰত মইনাক সৰজিলে
আল্লাৰ তাত কিনো মায়া।

দেহাৰ সজাত আত্মাৰ মইনাৰ বাস, এই মইনাৰ (আত্মাৰ) স্থায়ী ঘৰ দেহাৰ সজা নহয়। ইয়াক সাধনাৰ যোগে আল্লাৰ সমীপৱৰ্তী স্থান লৌহ কলমলৈ তুলিব পাৰি—

ৰূহৰে বাতৰি উঠিল কলম লৈ,
ইলিমৰ চেতনা নাই,
ইলিমে কালামে একেটা লেখিলে
তেবে ফকিৰালি হয়।
এজনা হকিকত এজনা ছৰিয়ত,
দুজনাক মানি যাওঁ গুৰু
পূবে আয়ু পশ্চিমে বায়ু
মইধত আমৰু জীউ।

গেজেলা পানীত সোণা কমাই ল'ব লাগিলে মানুহৰ দেহা আৰু আত্মাৰ (ৰূহ) স্বৰূপ বুজি পোৱাৰ দৰকাৰ। আস্মান জমীন (আকাশ পৃথিবী) দেহাৰ ভিতৰতে আছে। সাধনাৰ বলেৰে আত্মাক আল্লাৰ সমীপৱৰ্তী স্থানলৈ উন্নীত কৰিব পাৰি। কিন্তু ইয়াৰ উপায় ভক্তিহে, আকল বা ..... নহয় :

আকলৰ দৰিয়াত পৰি তলে গ'লো,
তৰিবৰহে নল'লো চিন।

দেহাৰ প্ৰতিটো অংগই, প্ৰতিটো তেজৰ কণাই আল্লাৰ জিক্ৰ কৰে :

আ'বে কোন নাম লয় চোভানাল্লা,
থাকে কোন নাম লয়,
ভোমোৰা পুৰতে আল্লাৰ নিজ নাম
উভতি দৰিয়া বয়।
উভতি দৰিয়া ব'ব লাগিছে
সূতীৰ সীমা সংখ্যা নাই।
সবে চেৰা সোতা যাবা তলে পৰি
ল'ব ভৰা সোতাই ঠাই।

মানুহৰ আত্মা এই ভৰা সোঁতৰে সন্ধানত চিৰ ব্যাকুল। পথত দেহাত্ব বাধা। কিন্তু এই দেহাৰ মাজেদিযে আত্মাৰ আকাশমুখী যাত্রা। এই যাত্রাৰ পথ চিনাই দিযে বা সদ গুৰুৱে। এই পথেদি আগুৱাওতে নফচে আম্মাৰাই পথভ্রান্ত কৰিবলৈ বিচাৰে। নফ্‌চে লওৱাৰ মাজেদি নিশ্চিতভাৱে অগ্রসৰ হ'বলৈ ধৰোতে মাযা-মোহ, আসক্তি, কামনাই পিছুৱৈ টানে। ছৰিযত, তৰিকত, মা' অৰিফত হকিকত বিভিন্ন স্তৰৰ মাজেদি গৈ মুর্ছিদৰ নির্দেশ অনুসৰণ কৰি নশ্বৰ দেহাৰ পৰা বন্ধনমুক্ত হৈ আতমাই আল্লাৰ আৰছৰ সমীপৱর্তী হোৱাৰ যোগ্যতা অর্জন কৰে। ছৰিযতৰ নির্দিষ্ট বিধান মানি নামাজ, ৰোজা, হজ, জাকাত আদি ধর্মকাম সম্পন্ন কৰি মানুহ পুণ্যৰ অধিকাৰী হ'ব পাৰে, কিন্তু পীৰৰ ওচৰত দীক্ষা লৈ, কল্‌মা ধ্যান কৰি মোমিন 'জিকিৰ'ৰ সহাযত চুফী গুণৰ অধিকাৰী হ'ব পাৰে। আজান চাহেবে সমকালীন অসমৰ নিৰক্ষৰ বিভ্রান্ত মানুহৰ কৰণে জিকিৰেই সহজতম পন্থাৰূপে গ্রহণীয বুলি আগবঢাইছিল। বিষয-বাসনাৰ নাগপাশৰ পৰা নিজক মুক্ত কৰি ছৰিযতৰ পথেদিযে ধর্মজীৱন যাপন কৰাটো সর্বসাধাৰণৰ কাৰণে গ্রহণীয বুলি আগবঢালেও আজান ফকীৰে সাধনাৰ উৎকর্ষৰ কাৰণে এক গূঢ মা'ৰিফতিৰ পথৰো আভাস দি গৈছে। তেওঁৰ বিভিন্ন জিকিৰৰ মাজত নাচুত জবৰূত, মালফুত আদিৰ সম্ভেদ দিযাৰ লগতে চুফী গূঢ তত্ত্বৰো সন্ধান দি গৈছে।

লাহুত, নাচুত জবৰূত, মালফুত,
চাৰি দৰিযাৰ মূল
চাৰিও দৰিযাক যি জনে চিনিছে
দিছে আমৰূত বুৰ।

এই 'আমৰু' বা অমৰ লোকৰ অধিকাৰী হোৱাৰ সহজ পন্থা আজান চাহেবে পীৰে শিকাই দিযা জিকিৰৰ মাজেদি লাভ কৰিব পাৰি বুলি ইংগিত দিছে।

আৰব পাৰস্যত মহা মহা সাধকসকলে যি চুফী পন্থাৰ যোগেদি আত্ম উপলব্ধি আৰু আল্লাহ প্ৰাপ্তিৰ কাৰণে ৰহস্যবাদৰ সুগভীৰ ৰস-জগতৰ মাজত আত্মগোপনৰ পৰমানন্দ আহৰণ কৰাৰ বিশিষ্ট ব্যৱস্থা দিছিল সেই ব্যৱস্থাৰ মাজেদিয়ে ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমৰ চুফী আউলিয়াসকলে মানুহক আধ্যাত্মমাৰ্গৰ পথ চিনাই দিছিল। চুফীবাদৰ মূল উৎস আৰু ভিত্তি ইছলাম, কিন্তু চুফী সাধন মাৰ্গৰ ক্ষেত্ৰ সাধকৰ অন্তৰ জগত, হৃদয়, আত্মলোপ আৰু আল্লাহ প্ৰেমত নিমজ্জন এই পথৰ আহিলা, প্ৰকৃত চুফীৰ কাৰণে ধৰ্মৰ আনুষ্ঠানিকতাৰ বিশেষ প্ৰয়োজন নাই, হৃদয়ৰ বিকাশ আৰু বিস্তাৰেই এই পথত সাফল্য লাভৰ উপায়। সাধনাৰ শীৰ্ষবিন্দুত ধ্যানী আৰু ধ্যেয়ৰ মাজৰ ব্যৱধান লোপ পায়। 'মই' আৰু 'তুমি' এক হৈ পৰে, স্থান আৰু কালৰ সীমা নোহোৱা হয় আৰু দেহাৰ সীমাত আবদ্ধ থাকিও মানবাত্মা দেহাতীত এক পৰম ৰসলোকৰ সান্নিধ্য লাভ কৰিবলৈ সক্ষম হয।

ফাৰ্চী কাব্যৰ বিশ্ববিখ্যাত কবিসকলে যিদৰে চুফী ভাবধাৰাৰ দ্বাৰা অনুপ্ৰাণিত হৈ মহৎ কাব্য সৃষ্টি কৰি চুফীতত্ত্ব আৰু কাব্যিকতাৰ এক অনুপম সমন্বয সাধন কৰি থৈ গ'ল, সেইদৰে ভাৰততো কেইবাগৰাকীও চুফী কবিয়ে তেওঁলোকৰ চুফী ধ্যান-ধাৰণাৰ কথা কাব্য ছন্দত ৰচনা কৰি থৈ গ'ল। বঙলা ভাষাত লালন ফকীৰৰ মাৰিফতি গীত যিদৰে আজিও সাধাৰণ বঙালী মুছলমানৰ কাৰণে অতি আদৰণীয, অসমতো আজান ফকীৰৰ জিকিৰ গীতবোৰ সকলোৰে আদৰণীয়। মালিক মোহম্মদ জায়ছীৰ হিন্দী ৰূপক কাব্য মৃগাৱত চুফী ভাবধাৰাৰ বাহক ৰূপেই সমাদৃত হৈছে। লায়লা মজনু, চিৰী ফৰহাদ, আনকি ইউচুফ জুলেখাৰ কাহিনীকো চুফী ৰূপক ৰূপেই গণ্য কৰা হয়, যদিও এইবোৰ আখ্যান কাব্যত কাহিনীৰ মনোৰম আবেদন আৰু কাব্যিক সৌন্দৰ্যই নিজস্ব মূল্যৰ ওপৰত নিৰ্ভৰ কৰি সমাদৰ লাভ কৰাৰ যোগ্যতা ৰাখে।

লক্ষ্য কৰিবলগীয়া কথা যে ইছলামৰ বুকুতে জন্ম লাভ কৰি চুফীবাদে এক গতানুগতিক অৰীতিবদ্ধ মুক্ত মনোধৰ্মী সাধন পন্থাৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ লগতে ই এক অভিনৱ ভাববিপ্লৱৰো জন্ম দিয়ে আৰু এক ভাবমধুৰ কাব্য-সাহিত্যৰো প্ৰেৰণাৰ মূল বস্তু হৈ পৰে।

চুফীবাদ অত্যধিক জনপ্ৰিয় হৈ পৰাৰ ফলত প্ৰকৃত চুফীৰ লগতে ভণ্ড চুফীৰো উদ্ভৱ হোৱাটো অস্বাভাবিক নহয়। কোনো কোনোৱে আধ্যাত্মিক সাধনাৰ পথ অৱলম্বন নকৰি কেৱল বাহিৰৰ চুফীসুলভ বেশ-ভূষাৰেই চুফী বোলাবৰ প্ৰয়াস নোপোৱাকৈ থকা নাছিল আৰু তেওঁলোক ওমৰ খায়ামৰ নিচিনা নিৰ্ভীক চুফী কবিৰ ব্যংগ তিৰস্কাৰৰো পাত্ৰ হৈছিল; প্ৰকৃত চুফী দুৰ্লভ; গতিকে গুৰু নিৰ্বাচনত সাৱধান হোৱা নিতান্ত প্ৰয়োজনীয় বুলি আজান ফকীৰে সাৱধান বাণী শুনাইছিল।

আত্মগোপন চুফীসকলৰ এক বিশেষ গুণ। কোনো প্ৰকৃত চুফীয়েই নিজৰ পৰিচয় দি চুফী বোলাই নুফুৰে, বহু চুফীয়ে আনকি গৰ্ব-অহংকাৰ নিৰ্মূল কৰিবৰ কাৰণে মানুহৰ ঘৃণা, অৱজ্ঞা লাভ কৰিবৰহে যত্ন কৰি ফুৰে। ওমৰ খায়ামে কৈছিল—

দৰ্ ৰাহ চুনাঁ ৰও, কে চালামত নকুনন্দ্,
বা খলক্ চুনাঁ জী, কে কেয়ামত নকুনন্দ্,
দৰ্ মছজিদ আগৰ ৰৱী, চুনাঁ ৰও কে তোৰা
দৰ্ পে'ছ নখানন্দ্, ৱ ইমামত নকুনন্দ্।

"বাদেটি যাওতে এনেদৰে যাবা, যেন—
কোনোৱে তোমাক চালাম নকৰে
পৃথিৱীত এনেকৈ জীয়াই থাকিবা, যেন
তোমাক দেখি কোনোৱে থিয় নিদিয়ে।
মছজিদলৈ যোৱা যদি এনেকৈ যাবা, যেন
আগলৈ মাতি নি তোমাক ইমাম নেপাতে।"

হাফিজ, ওমৰ খায়াম আদি চুফী কবিয়ে ভুৱা চুফীক মুকলিভাৱেই তিৰস্কাৰ কৰিছে—

গুয়ন্দ মোৰা দোজখী বাছ্দ মস্ত,
কওওলে খিলাফে দিল দৰুণ নতৱান বস্ত্,
গৰ আছিকে মস্ত দোজখী খাহ্দ বুদ
ফৰ্দা বিনী বিহিস্ত হামচুঁ কফ্দস্ত।
খায়য়াম।

আমাক কয় যে উন্মাদবোৰ নৰ্কবাসী হ'ব,
কয় বোলে যি হৃদয় বিৰোধী সি
তাত ঠাই নেপায়।
প্ৰেমৰ পাগল যদি নৰকবাসী হয়,
কাইলৈ দেখিবা স্বৰ্গ শূন্য পৰি আছে।

কামনা-বাসনা, আশা-অভিলাস, গৰ্ব-অহংকাৰ সকলোৰে অৱসান ঘটাই এক চৰম প্ৰেমৰ সন্ধানত আত্মহাৰা হ'ব নোৱাৰিলে কোনোৱেই প্ৰকৃত চুফী হ'ব নোৱাৰে। কিন্তু এই প্ৰেম লোকক দেখুৱাবলগীয়া বস্তু নহয়, ই সাধকৰ নিজস্ব গূঢ় উপলব্ধিৰ বস্তু। এই উপলব্ধিৰ কথা গোপন কৰিব নোৱাৰি, প্ৰকাশ কৰি দিয়াৰ কাৰণেই মহাসাধক চুফীৰো চুফী মনচুৰ হাল্লাজে মৃত্যুবৰণ কৰিবলগীয়া হৈছিল। আত্ম উপলব্ধিৰ এক চৰম মুহূৰ্তত তেওঁ কৈ উঠিছিল—

"আন্‌ল হক"— ময়েই সত্য বা ময়েই আল্লাহ। এনে উক্তিয়ে সমাজত বিভ্ৰাটৰ সৃষ্টি কৰাৰ সম্ভাৱনা আছিল। এই উপলব্ধি দোষণীয় নাছিল। কিন্তু এই উপলব্ধিৰ প্ৰকাশ সামাজিকভাৱে ক্ষতিকৰ আছিল। সেই দেখি মনচুৰ হাল্লাজক প্ৰাণদণ্ডৰে দণ্ডিত কৰা হৈছিল। প্ৰকৃত চুফীসকলে তেওঁলোকৰ অন্তৰজগতৰ সাধনা বা সাফল্যৰ বিষয়ে বাহিৰ জগতক জানিবলৈ দিব নালাগে, আনকি চুফী বুলি নিজৰ চিনাকিও দিব নালাগে, চুফী কবি হাফিজে কৈছিল—

"বদ্‌ৰদে ইস্ক বছাজ, ৱ খমোছ ছগু হাফিজ,
ৰমুজে ইস্ক মকুন ফাছ পেঁছে আহ লে আক্‌ল।
(— মছনবী)

অন্তৰ বেদনা অন্তৰতে লৈ থকা
আৰু মনে মনে থাকা হাফিজ।
জ্ঞানীৰ সভাত প্ৰেমৰ গোপন কথা
সদৰি কৰি নিদিবা।

প্ৰকৃত চুফীৰ অলংকাৰ বিনয় আৰু গৰ্বহীনতা। সাধকে একো দাবী কৰিব নোৱাৰে, পাৰে মাথোন পৰম কৰুণাময় মহান দাতাৰ কৰুণা ভিক্ষা কৰিব। তেওঁৰ কৰুণাবিনে সাধনা অসাৰ্থক আৰু বিফল হ'ব পাৰে। কিন্তু কোনো ৰাজাধিৰাজৰ ৰাজ্যৰ এক অৱহেলিত কোণত পৰি থকা কোনো ভিক্ষাৰীও যিদৰে কেতিয়াবা ৰজাৰ চকুত পৰি যাব পাৰে আৰু ভিক্ষাৰীৰ ভিক্ষা-পাত্ৰ কৰুণাৰ ঐশ্বৰ্য সম্ভাৰেৰে উপচি পৰিব পাৰে সেইদৰে চুফী সাধনাৰ পথতো কোনো শুভ মুহূৰ্তত সাধকৰ সাধনাই পূৰ্ণতা আৰু সফলতা লাভ কৰি উঠিব পাৰে।

আখেৰ দৰিঁ খেয়াল
কে দাৰদ্ গদায়ে ছহৰ,
ৰোজে ছুৱদ্ কে য়াদ কুনদ্
পাদছাহ আজু।
(— হাফিজ)

ৰজাৰ নগৰৰ ভিক্ষাৰীৰ মনত
এয়ে আশা।
(কোনোবা ক্ষণত) এটা দিন আহিব।
যিদিনা ৰজাই তেওঁক মনত পেলাব।
এইটো ক্ষণৰ কাৰণে প্ৰতীক্ষা কৰাৰ
প্ৰয়োজন আছে। এইটো শুভ মুহূৰ্ত লাভ

কৰিবৰ কাৰণে বহু নিৰ্যাতন মূৰ পাতি
ল'বলগীয়া আছে। কিয়নো প্ৰেমৰ পথ
কণ্টকাকীৰ্ণ। সেইবাবে অভিযোগ কৰিব খোজা
মানে করুণাময়ৰ করুণাৰ ওপৰত আস্থা নৰখা।
মানুহে জানো বুজিব পাৰে আল্লাৰ কাৰ্যৰ অৰ্থ?
মকুন্ হাফিজ আজ, জোৰে গৰ্দুঁ ছিকায়ত,
চে দানী তু এই বান্দা কাৰে খোদাই।

(— হাফিজ)

কালৰ যন্ত্ৰণাৰ বিৰুদ্ধে অভিযোগ
নকৰিবা হাফিজ,
আল্লাৰ কামৰ অৰ্থ, হে দাস
তুমি কি বুজিবা?

এজন নতুন লিখকৰ উপন্যাস এখনৰ পাণ্ডুলিপিৰ ওপৰত চকু ফুৰাইছিলো। মনোযোগ দিবলগীয়া হৈছিল যথেষ্ট। পুৰণি সিদ্ধহস্ত লিখকৰ লিখা ভালকৈ নপঢ়িলেও চলে, কিযনো পঢ়িও বিশেষ লাভ নাই। তেওঁলোকৰ লিখাৰ ওপৰত চকু ফুৰাব পাৰি, হাত ফুৰাবৰ অধিকাৰ নাই; কিন্তু নতুন লিখকৰ লিখা প্ৰকাশ কৰিবলৈ লোৱাৰ আগতে ভালকৈ চোৱা দৰকাৰ। পাঠকৰ ৰুচিৰ প্ৰতি লক্ষ্য ৰখাৰ উপৰিও, সুসাহিত্য পৰিবেশন কৰাৰ যি ঐতিহ্য 'জীলি প্ৰকাশনী'ৰ আছে তাক অক্ষুণ্ণ ৰখাও আমাৰ দায়িত্বৰ ভিতৰৰ কথা। তাতোকৈ ডাঙৰ কথা, পুথি প্ৰকাশত ব্যয় কৰা টকা ঘূৰাই পোৱাৰ উপৰি, লাভৰ বিষয়ে নিশ্চিত হ'ব পৰাটো।

যথেষ্ট ধৈৰ্যৰ প্ৰয়োজন হৈছিল। আন লিখিকৰ পাণ্ডুলিপি পঢ়াটো বৰ নিৰস কাম; তথাপি পঢ়িছিলো। পঢ়া মোৰ কৰ্তব্যৰ ভিতৰুৱা কথা।

ফোনটো বাজি উঠিল।

অলপ আনন্দ পালো অকলে বহি বহি কিতাপ পঢ়ি থকাৰ বিস্বাদ আমনিখিনিৰ পৰা ৰক্ষা পৰিলো।

ফোনটো তুলি ল'লো।

প্ৰ'প্ৰাইটৰ আহমদৰ মাত, ফোনৰ সিমূৰে।

ৰেজা

হয় ছাৰ—

খবৰটো পাইছা? আহমদৰ মাতত সামান্য উষ্ণতা। অলপ অস্বাভাবিক যেন লাগিল।

কিহৰ খবৰ ছাৰ?

এইমাত্ৰ ৰেডিঅ'ত ঘোষণা কৰিলে যে ডক্টৰ অৰুণাভৰ আজি সন্ধ্যা ৮ বজাত মৃত্যু হৈছে।

ডক্টৰ অৰুণাভৰ মৃত্যু হৈছে? মোৰ মাতত স্বাভাৱিক গাম্ভীৰ্যৰ ঠাইত উদ্বিগ্নতা স্পষ্ট হৈ পৰিল। কাৰণ ডঃ অৰুণাভৰ মৃত্যু-সংবাদ এটা উল্লেখযোগ্য খবৰ।

ওঁ, অৰুণাভৰ মৃত্যু হৈছে— গভীৰ মাতেৰে আহমেদে ক'লে— তেওঁৰ বিষয়ে তুমি কিবা জানা?

হয় ছাৰ, অলপ জানো— কিন্তু—

ওঁ, চোবা তোমাৰ অন্য কাম বাদ দিব লাগিব, সেইবোৰ তোমাৰ সহচাৰী জ্যোতির্ময়ক দিয়া— শুনা, মই ভাবিছো—

ছাৰ—?

ডঃ অৰুণাভৰ এখন জীৱনী প্ৰকাশ কৰিব লাগিব। ডক্টৰ অৰুণাভ জীয়াই থাকোতেই তেওঁৰ এখন জীৱনী লিখোৱাৰ বিষয়ে মই আজি ভালেমান দিনৰ পৰা চিন্তা কৰি আছিলো। এতিয়া তেওঁৰ মৃত্যু হ'ল। মোৰ পৰিকল্পনাটো কার্যত পৰিণত কৰিব লাগিব, বুজিছা, অন্যে প্ৰকাশ কৰিবলৈ নৌপাওতেই, সকলোৰে আগতে আমি তেওঁৰ এখন জীৱনী প্ৰকাশ কৰিম।

কিন্তু ছাৰ— এখন জীৱনীৰ কাৰণে আৱশ্যকীয় সম্বল?

হ'ব, তুমি চিন্তা নকৰিবা, মই তোমাক সহায় কৰিম। বাৰু, কালিলৈ পুৱা তুমি মোক এবাৰ লগ কৰিবা। মোৰ ঘৰলৈকে আহিবা। কথাটো খুব ভালকৈ আলোচনা কৰিব লাগিব। কিন্তু তুমি চাবা, অৰুণাভৰ এই জীৱনী প্ৰকাশ কৰিব পাৰিলে এটা প্ৰবল চেনচেশ্যন হৈ যাব। Arunava was a wonderful genius, you know, a man among milions

আহমদৰ কথাৰ মাজত যেন এটা কৃতজ্ঞ আহ্লাদৰ সুৰ। তেওঁৰ কথাৰ সুৰৰ পৰা অৰুণাভৰ জীৱনী লিখা সম্পর্কে তেওঁ যে গুৰুত্বসহকাৰে চিন্তা কৰিছে সেইটো বুজিলো।

পিছদিনা পুৱা আহমদৰ ঘৰলৈ গৈ বিষযটোৰ বিতং আলোচনা কৰিম বুলি আমাৰ ফোনৰ কথাৰ সামৰণি মাৰিলো।

ডঃ অৰুণাভৰ মৃত্যুৰ বাতৰিয়ে মোক বিশেষ চঞ্চল বা বিমর্ষ নকৰিলে। কাৰণ পাঁচ বছৰৰ আগতে এখন ৰাজহুৱা সভাত তেওঁক দেখা আৰু তেওঁৰ দুআষাৰমান বক্তৃতা শুনাৰ বাহিৰে (তেওঁ বক্তৃতাত কি কৈছিল মোৰ মনত নাই) তেওঁৰ লগত মোৰ অন্য কোনো সম্পৰ্ক বা পৰিচয় নাছিল। দেশৰ অন্যান্য মানুহৰ দৰেই ময়ো জানো যে ডঃ অৰুণাভৰ নিচিনা বিদগ্ধ পণ্ডিত, খ্যাতিমন্ত চিন্তানায়ক আৰু বিশিষ্ট ব্যক্তি দেশত বৰ বেছি নাই। কিন্তু তেওঁৰ জীৱনী লিখি উলিওৱাটো আহমদে যিমান সহজ বুলি ভাবিছে, সিমান সহজ নহ'ব, কার্যক্ষেত্রত নমাৰ লগে লগে সি নিষ্ঠুৰ সত্যৰূপে দেখা দিব। তথাপি আহমদৰ ইচ্ছা পূৰণ কৰাৰ কিবা সার্থকতাও থাকিব পাৰে ভাবি, সেই বিষয়ে সদ্যহতে বৰ বেছি গুৰুত্ব নিদিলেও হানি নহ'ব বুলি নিজক আশ্বস্ত ৰাখিলো। মৰা মানুহৰ জীৱনী লিখা কামটো টান হ'লেও বিপজ্জনক নহয়, কাৰণ মৰা মানুহে নিজে কোনো কথাৰে প্ৰতিবাদ নকৰে। অৱশ্যে এজন জনাজাত

মানুহৰ জীৱনীত কল্পনাৰ ৰহণ সানিবৰ অবকাশ বৰ কম। জীয়াই থাকোতে তেওঁৰ ব্যক্তিত্ব নিজস্ব মাজতে সীমাবদ্ধ থাকে, যদিও মৃত্যুৰ লগে লগে তেওঁৰ ব্যক্তিত্বৰ প্ৰভাৱ ব্যাপ্ত হৈ পৰে। তেওঁৰ পৰিচয় ৰাজহুৱা সম্পত্তি হৈ পৰে। এই কাৰণেই কোনো প্ৰখ্যাত লোকৰ জীৱনী লিখাটো কিছু আহুকলীয়া কথা।

মই 'জীলি প্ৰকাশনী'ত সম্পাদনা বিভাগত কামো কৰো। যোৱা সোতৰ বছৰ কৰিছো। জীলি প্ৰকাশনী পুৰণি অনুষ্ঠান— স্থাপিত হ'ব ছয়চল্লিছ বছৰ হ'ল। আহমদৰ বাবাক হাচান আহমদ চাহেবে সৰুকৈ আৰম্ভ কৰিছিল। তেওঁ সাহিত্যৰ প্ৰতি ৰাপ থকা মানুহ আছিল। তেওঁৰ মৃত্যুৰ পিছত, আহমদে অন্য ব্যৱসায়ত হাত নিদি পুথি প্ৰকাশৰ কাৰবাৰতে মনোযোগ আৰু একাগ্ৰতাৰে লাগে। আজি জীলি প্ৰকাশনী এটা সকলোৰে আস্থাভাজন আৰু জনাজাত অনুষ্ঠান।

জীলি প্ৰকাশনীয়ে সাধাৰণতে জীৱনী, উপন্যাস, নাটক আৰু কাব্য-সাহিত্যহে প্ৰকাশ কৰে। নামকৰণো সেই উদ্দেশ্য মনত ৰাখিয়ে কৰা হৈছিল।

জীলি 'জীৱন লিপি'ৰ সংক্ষিপ্ত ৰূপ। যি সাহিত্যই জীৱনৰ প্ৰকৃত ৰূপ প্ৰকাশ কৰিছে তেনে লিপি বা লিখা প্ৰকাশেই ইয়াৰ উদ্দেশ্য।

জীলিৰ বৰ্তমান গৰাকী আহমদ। কেমিষ্ট্ৰিৰ এম. এছ.চি। কিছুদিন উত্তৰ ভাৰতৰ এটা কলেজত প্ৰফেচাৰী কৰিছিল। কিছুদিন ক'ৰবাত কিবা ৰিছাৰ্চ কৰিছিল। কিন্তু অৱশেষত বাবাকৰ ইচ্ছাক্ৰমেই আহি জীলি প্ৰকাশনীৰ যোগেদি পুথি প্ৰকাশৰ ব্যৱসায় হাতত লয়।

মানুহজনৰ ব্যৱসায-বুদ্ধি আছে। আৰু সকলো কাম এটা গ্ৰেণ্ড স্কেলত কৰাৰ সাহস আৰু আত্মবিশ্বাস আছে। তেওঁৰ মতে আজিৰ যুগ স্পেচিয়েলাইজেশ্যনৰ যুগ,— কোনো এটা বিশেষ কাম বা বিভাগত গুৰুত্ব দি কাম কৰাৰ যুগ।

জীলিয়ে জীৱন লিপিত বিশেষ গুৰুত্ব দিলে। যোৱা ছয়চল্লিছ বছৰত জীলি প্ৰকাশনীয়ে বহুত স্থায়ী মূল্যৰ পুথি প্ৰকাশ কৰিছে। সেই ক্ষেত্ৰত আহমদৰ বৰঙণি যথেষ্ট। তেওঁৰ দূৰদৰ্শিতা আৰু ব্যৱস্থাপনা প্ৰতিষ্ঠানৰ প্ৰধান মূলধন। জীলি প্ৰকাশনীয়ে আজি এটা ব্যৱসায়ী প্ৰতিষ্ঠানেই নহয়, এটা সাহিত্যিক অনুষ্ঠান বুলিও স্বীকৃতি পাইছে।

সাংবাদিক হিচাপেই মোৰো কৰ্মজীৱন আৰম্ভ। নানা ঠাইত ভ্ৰমণ কৰি, অভিজ্ঞতাৰ বিষয়ে লঘু-গুৰু প্ৰবন্ধ লিখি, কেইখনমান বাতৰি-কাকত আৰু আলোচনীৰ পৰা পোৱা মজুৰিৰে জীৱিকা নিৰ্বাহ কৰিছিলো। কামটোত কষ্টও আছিল। সাধাৰণ ভ্ৰমণ-বৃত্তান্ত বা পুথিগত বা-বাতৰিৰে পাণ্ডিত্যৰ প্ৰদৰ্শনী নেপাতি, অভিজ্ঞতাৰ আনন্দ-নিৰানন্দক সাহিত্যিক ৰূপ দিয়াতে মোৰ লিখনী সীমাবদ্ধ আছিল। নতুন ঠাই চোৱা,

নতুন মানুহৰ লগত চিনা-পৰিচয় হোৱাত এটা আনন্দ অনুভৱ কৰিছিলো। বিভিন্ন ক্ষেত্ৰত বিখ্যাত আৰু বিশিষ্ট লোকসকলৰ লগত দেখা কৰি, কথা-বতৰা হৈ তেওঁলোকৰ সম্পৰ্কে প্ৰবন্ধ লিখিছিলো। এইবিধৰ লিখাই পাঠক সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। মোৰ লিখাৰ বিষয়ে ক'ৰবাত ক'ৰবাত সমালোচনা হৈছিল। কিন্তু মই সাহিত্যিক নহওঁ, লিখক মাত্ৰ। প্ৰকৃততে এজন ৰিপ'ৰ্টাৰ, তাৰ বেছি নহয়। অন্য সাহিত্যিকৰ দৰে মনোৰম কাল্পনিক সৃষ্টি মোৰ দ্বাৰা সম্ভৱপৰ নাছিল। সাংবাদিকৰ যথাযথ বৰ্ণনাই মোৰ ৰচনা-শক্তিৰ পৰিচয়। জীলি প্ৰকাশনীত কামত সোমোৱাৰ পিছৰ পৰা সাংবাদিকতা মই একপ্ৰকাৰ এৰিয়ে দিছো। মাজে মাজে মাত্ৰ দুই-এটা প্ৰবন্ধ কোনো আলোচনীত লিখো। সাহিত্যিক বুলি নিজৰ পৰিচয় দিয়াৰ কোনো দাবী বা যোগ্যতা মোৰ নাই। মই একপ্ৰকাৰ ভ্ৰাম্যমাণ সাংবাদিক আছিলো আৰু সেই সুযোগতে অন্য দেশলৈ নগ'লেও, আমাৰ দেশৰ বহু ঠাইত মই ঘূৰি ফুৰিছিলো। ফলত দেশখনৰ সকলো ঠাইকে মোৰ চিনাকি যেন লাগিছিল।

এইদৰে ঘূৰি ফুৰোতে কোনোবা এটা ৰেল ষ্টেচনৰ জিৰণি ঘৰত মোৰ পৰিচয় হৈছিল আহমদৰ সৈতে। সোতৰ বছৰৰ আগৰ কথা। তেতিয়া তেওঁৰ স্বাস্থ্য এতিয়াতকৈ বহুত ভাল আছিল। বয়স আছিল বোধহয় পঞ্চল্লিছ বছৰ। দেখাই-মেলাই মানুহজন চকুত লগা আছিল। ধুনীয়া জোঙা নাকটোৰে, আধা পকা চুলিখিনিৰে, পাতল ওঁঠ দুটাৰে আৰু তেজাল, উজ্জ্বল চকু দুটাৰে তেওঁক এজন প্ৰতিভাশালী লোক বুলি অনুমান হৈছিল প্ৰথম দেখাতে।

আৰু যেতিয়া তেওঁৰ লগত চিনা-পৰিচয় হৈ কথা-বতৰা হ'লো— তেতিয়া মই সাতাইশ বছৰীয়া এজন ডেকা সাংবাদিক— মই মুগ্ধ হৈ গ'লো। এই মানুহজনৰ বিষয়ে এটা প্ৰবন্ধ লিখিম— মই ভাবিলো।

ৰেলত একেলগে আহিছিল। কথা অৱশ্যে বৰ বেছি পতা নাছিলো। তেওঁ কম কথা কয়। কিন্তু মানুহজন বৰ সহৃদয়। তেওঁ পুৰণি চিনাকি এজন মানুহৰ লগত কথা পতাদিয়ে মোৰ লগত কথা পাতিলে। মোক সাংবাদিক আৰু প্ৰবন্ধ লিখক বুলি জানি তেওঁ বাতৰি-কাকত আৰু সাহিত্য সম্পৰ্কে এনে কিছুমান কথা ক'লে যিবোৰৰ বিষয়ে ময়ো অতি কমেই চিন্তা কৰিছিলো। মই বুজিলো এই বিষয়ত তেওঁৰ জ্ঞান আৰু অভিজ্ঞতা মোতকৈ অকণো কম নহয়।

অৱশেষত তেওঁৰ জীলি প্ৰকাশনীত সম্পাদনা বিভাগত কামত সোমালো। প্ৰকৃততে আহমদে একপ্ৰকাৰ জোৰ কৰিয়ে মোক কামত সুমুৱাই ল'লে।

জীলি প্ৰকাশনীৰ নিজা ছপাখানা আছে। তাৰ পৰাই এখন মাহেকীয়া আলোচনীও প্ৰকাশ হয়। আৰু আছে পুথি প্ৰকাশ বিভাগ।

সমগ্ৰ অনুষ্ঠানটোৰে সকলো কাম অতি পৰিপাটিভাৱে বৈজ্ঞানিক পদ্ধতিত পৰিকল্পনা কৰা হয়। কেইবাটাও বিভাগ আছে ঃ পুথি সংগ্ৰহ বিভাগ, নিৰ্বাচন বিভাগ, প্ৰকাশ বিভাগ, প্ৰচাৰ বিভাগ আৰু আছে ব্যৱস্থাপনা বিভাগ— মেনেজমেণ্ট।

মই নিৰ্বাচন বিভাগত প্ৰথমে সহকাৰী সম্পাদক আৰু পিছত সম্পাদক হিচাপে কাম কৰিছিলো। সংগৃহীত পুথি (প্ৰকাশিত পুৰণি পুথিও হ'ব পাৰে, নাইবা অপ্ৰকাশিত নতুন পুথিও হ'ব পাৰে) ভালকৈ পঢ়ি-মেলি চাই নতুন কিতাপৰ আৱশ্যকীয় শুধৰণি কৰি ছপাৰ কাৰণে যুগুত কৰি উলিওৱা মোৰ কাম আছিল।

আহমদৰ লগত কাম কৰি অসুবিধা পোৱা নাই। এই বিষয়ত তেওঁৰ যথেষ্ট অভিজ্ঞতা আছে। মই কোনো এটা পৰামৰ্শ আগবঢ়ালে তেওঁ ভালকৈ ভাবি চাই গ্ৰহণ কৰিবৰহে চেষ্টা কৰে, অগ্ৰাহ্য কৰিবলগীয়া হ'লে দুঃখিত হয়। আৰু আহমদ সকলো কামতে অত্যন্ত পৰিপাটি। খুঁত ৰাখি কাম কৰা মানুহ তেওঁ নহয়।

কেইবছৰমানৰ আগতে মোৰ কেইটামান অপ্ৰকাশিত প্ৰবন্ধ গোটাই এখন সৰু কিতাপ যুগুত কৰিছিলো। তেওঁক ক'লো— কিজানিবা জীলিয়েই প্ৰকাশ কৰিব নেকি ভাবি। তেওঁ পাণ্ডুলিপিখিনি নি পঢ়ি চালে। তাৰ দুমাহৰ মূৰত কিতাপখন বজাৰত ওলাল, মই ক'ব নোৱাৰো। কিন্তু পিছি চাই দেখো— জীলি প্ৰকাশনীয়ে প্ৰকাশ কৰা নাই— কৰিছে বৰ্তমানৰ আন এটা বিখ্যাত পুথি প্ৰকাশ প্ৰতিষ্ঠানে। এনেবোৰ কাৰণতে আৰু বিশেষকৈ মোক এটা বিভাগৰ দায়িত্ব একচেটিয়াকৈ এৰি দিয়াৰ কাৰণে মই ইয়াত কাম কৰি আনন্দ পাইছিলো। আৰু টকাকড়িৰ ক্ষেত্ৰত আহমদে কোনোদিন কাৰ্পণ্য কৰা নাছিল। সাংবাদিকৰ অতি সীমাবদ্ধ আৰ্জনৰ ঠাইত এতিয়া মই যি আৰ্জন কৰো, তাৰে অভাৱ নোহোৱাকৈ চলি যাব পাৰো।

পিছদিনা পুৱা আহমদৰ ঘৰলৈ গ'লো। তেওঁ তেওঁৰ লাইব্ৰেৰীত বহি কিবা কিতাপ এখনৰ ওপৰত চকু ফুৰাই আছিল।

মোক দেখি তেওঁ চকু দাঙি চালে।

বহা—

আপোনাৰ গা কেনে আছে?

ভালেই আছো। কিন্তু যোৱা ৰাতি মোৰ টোপনি একেবাৰে নাছিল। অলপ বেয়া লাগি আছে।

মই শুনি গ'লো।

ডক্টৰ অৰুণাভৰ মৃত্যুৰ বাতৰিটোৰ কাৰণে মই প্ৰস্তুত নাছিলো—

হয়—

We have lost a big soul

তেওঁ মোৰ মুখলৈ চকু তুলি চালে।

আপুনি ডক্টৰ অৰুণাভক চিনি পাইছিল নেকি? মানে, ব্যক্তিগতভাৱে?

নিশ্চয়। নহ'লে, বাতৰি-কাকতৰ প্ৰবন্ধ পঢ়ি মই তেওঁক ডাঙৰ মানুহ বুলি কৈছোঁ বুলি ভাবিছা নেকি? মই তেওঁক জানিছিলো— কিন্তু সঁচাকৈয়ে তেওঁৰ সম্পৰ্কে কিমাননো জানিছিলো? অতি সামান্য। তাক জনা বোলা নেযায়।

আহমদ অলপ ৰ'ল। এবাৰ খিৰিকীখনেদি বাহিৰৰ ফালে চালে। তাৰ পিছত নিজকে কোবাদি ক'লে— but how much! How much of him did is actually know! Very little জানা,— I knew him very little প্ৰথম লগ পোৱাৰ দিনৰ পৰা মই লক্ষ্য কৰিছিলো যে আহমদে কোনো এবাৰ কথা ভালকৈ বুজাই ক'ব লাগিলে ইংৰাজীৰে কয়। এটা পুৰণি অভ্যাস।

এজন ভালকৈ চিনাজনা থকা মানুহৰ মৃত্যুৱে আহমদৰ বয়সৰ এজন মানুহক দুঃখিত কৰাটো অতি স্বাভাৱিক কথা। হয়তো তেওঁৰ মনলৈ নিজৰ মৃত্যুৰ সম্ভাৱনাৰ চিন্তাও আহিব পাৰে, (পঁইষষ্ঠি বছৰ আজিকালি বহুত বয়স) ষাঠি বছৰ অতিক্ৰম কৰাৰ পিছত মৃত্যুৰ চিন্তাই প্ৰধান চিন্তা হোৱাটো কোনো নতুন কথা নহয়।

তাৰ পিছত আহমদে চাহ দিবলৈ ক'লে।

চাহ খাই থাকোতে শান্তভাৱে তেওঁ ক'লে, কিছুমান মানুহ মৰিলে আমাৰ বৰ বেয়া লাগে এই কাৰণে নহয় যে এজন মানুহ নোহোৱা হ'ল, সেইটো সাধাৰণ কথা। কিন্তু যেতিয়া এজন মানুহৰ লগে লগে এটা ইতিহাসৰ মৃত্যু হয় তেতিয়া বেয়া লাগে—

হয়— মই সমৰ্থন জনালো।

ধৰা, মোৰ মা মৰিল। মোৰ কাৰণে তাৰ তাৎপৰ্য কি জানা? মা মৰা মানে এটা জেনেৰেচন শেষ হৈ যোৱা। এটা ট্ৰেডিচন শেষ হৈ যোৱা। মোৰ মা আছিল তেওঁৰ গোটেই যুগটোৰ কেন্দ্ৰীভূত প্ৰতীকস্বৰূপ, লগতে যুগ যুগৰ চিৰন্তন মাতৃত্বৰো প্ৰতিনিধিস্বৰূপ।

আহমদৰ কথাৰ পৰা বুজিলো গভীৰ মাতৃস্নেহে তেওঁৰ মাকৰ স্মৃতিক আজিও জীৱন্ত কৰি ৰাখিছে।

পাইপটো দাঁতেৰে কামুৰি ধৰি আহমদে অলপ সময় কিতাপৰ আলমাৰিটোৰ ফালে চাই থাকিল। সংসাৰ-জ্ঞানত অভিজ্ঞ আৰু ব্যৱসায়-বুদ্ধিত পটু আহমদক এনে চিন্তান্বিত হোৱা আগে মই দেখা নাছিলো। বাৰ্ধক্যক বেদনাৰ স্মৃতিয়ে শান্ত কৰুণতা দান কৰে, এই বেদনা গভীৰ। তাতে, আহমদ এজন মেধাবী, চিন্তাশীল মানুহ।

কিছুপৰৰ মূৰত আহমদে মোৰ ফালে ঘূৰিল আৰু ক'লে, অ' তোমাক এনেই বহুৱাই ৰাখিছো, বুজিছা, ডক্টৰ অৰুণাভৰ এখন বৃহৎ জীৱনী আমি সংকলন কৰি প্ৰকাশ কৰিম। যিমান সোনকালে পাৰো।

তেওঁৰ বিষয়ে মই বিশেষ একো নেজানো। নম্ৰভাৱে ক'লো।

সেই কাৰণেহে আনক নকৈ তোমাক কৈছো। তেওঁৰ জীৱনী লিখিব লাগিব তুমি।

মই? হতভম্ব হৈ গ'লো। একো নজনা মানুহ এজনৰ বিষয়ে মই জীৱনী এখন কেনেকৈ লিখিম?

চিন্তা নকৰিবা, তুমি তেওঁক জনা হ'লে তেওঁৰ বিষয়ে উপন্যাস লিখিবলগীয়া হ'লহেঁতেন, নাজানা কাৰণেই জীৱনী লিখিবলৈ সুবিধা হ'ব। কিছু কষ্ট কৰি অনুসন্ধান কৰিলে তেওঁৰ বিষয়ে বহুত সামগ্ৰী পোৱা যাব। ভয় নকৰিবা। ময়ো সহায় কৰিম। আৰু সম্পাদনাৰ কামত সহায় কৰিবৰ কাৰণে তোমাক এজন সহকাৰীও দিম। কিন্তু মনত ৰাখিবা, আমি ডঃ অৰুণাভৰ জীৱনী উলিয়াম— কাল্পনিক উপন্যাস নহয়।

হয়— মই ক'লো। আৰু আহমদৰ মনৰ ভাব বুজিবৰ চেষ্টা কৰিলো।

নিজকে কোবাদি আহমদে পাইপটোত আঙুলি টুকুৰিযাই টুকুৰিযাই ক'লে, ডক্টৰ অৰুণাভৰ জীৱনী— wonderful It will be an asset to our literature, an asset

তেওঁৰ জীৱনীৰ কাৰণে মেটিৰিযেলচ ক'ৰপৰা পোৱা যাবনো ছাৰ?

পাতলকৈ হাঁহি আহমদে ক'লে, মেটিৰিয়েলচ। ভাবিবলগীয়া কথা অৱশ্যে। তেওঁৰ কিতাপবোৰ আছে, নানা আলোচনীত ওলোৱা প্ৰবন্ধবোৰ আছে। তেওঁৰ বন্ধুবোৰ আছে, নানা মানুহলৈ লিখা তেওঁৰ চিঠিবোৰ আছে। আমি জীৱনী লিখিম বুজিছা— জীৱনৰ কথা লিখিম— জন্মৰ পূৰ্বৰ কথা আৰু মৃত্যুৰ পিছৰ কথা লিখিবৰ দৰকাৰ নাই। জীয়াই থকা সময়ছোৱাই জীৱন— don't you agree?

অৰুণাভৰ জীৱনী লিখাৰ চিন্তাটোৱে যেন আহমদক এটা তৃপ্তি দিছিল। কিবা এটা মহৎ কাম কৰিবলৈ লোৱাৰ আগতে মানুহৰ যেনে ধৰণৰ অব্যক্ত আনন্দ লাগে, তেনেকুৱা।

মই সুধিলো, ডঃ অৰুণাভৰ ল'ৰা-ছোৱালীও আছে নহয় কিজানি?

এজনী ছোৱালী থকাৰ কথা মই জানো। আৰু সন্তান নাছিল বোধহয়। খবৰ কৰিলে সকলো জনা যাব। কিন্তু তেওঁৰ জীয়েক-পুতেকৰ লগত আমাৰ সম্পৰ্ক নাই। আমাৰ সম্পৰ্ক কেৱল ডক্টৰৰ লগত। সন্তানে পিতৃপুৰুষৰ পৰৱৰ্তী যুগৰ প্ৰতিনিধিত্ব কৰে। পিতাকৰ যুগক লগ ধৰিব নোৱাৰে। They cannot go back

আহমদৰ লগত নানা কথা এই সম্পৰ্কত মুকলিকৈ আলোচনা কৰিলো। তেওঁ বৰ আশান্বিত যে অৰুণাভৰ জীৱনী তেওঁৰ জীলি প্ৰকাশনীৰ শ্ৰেষ্ঠতম অৱদান হ'ব। তাৰ কাৰণে যদি প্ৰচুৰ ঘূৰা-পকাও কৰিবলগীয়া হয়, তাৰো খৰচ তেওঁ বহন কৰিব। সদ্যহতে সম্ভাব্য খৰচৰ এটা আঁচনিও তেওঁ কৰিবলৈ দিব।

কিন্তু আহমদে নিৰ্ভৰ কৰিছে প্ৰধানকৈ মোৰ ওপৰত। মই কেৱল সংগৃহীত মেটিৰিয়েলচবোৰৰ সম্পাদকেই নহয়, জীৱনী লিখকো হ'ব লাগিব।

অৱশ্যে ময়ো এনে দায়িত্ব ল'বলৈ পোৱাৰ আশাত আনন্দিতেই হ'লো। সম্পাদক হিচাপে লোকৰ লিখা পঢ়ি মাজে মাজে আমনি লাগে। নিজে লিখিবৰ আজৰিয়েই নেথাকে। কিন্তু ডঃ অৰুণাভৰ জীৱনী যে মই কেনেকৈ লিখিম সি এটা সমস্যা হৈ পৰিল, তেওঁৰ বিষয়ে মই যি জানো, সেইয়া এখন জীৱনীৰ কাৰণে কিয় এটা প্ৰবন্ধৰ কাৰণেও যথেষ্ট নহয়, তথাপি মই দায়িত্ব অস্বীকাৰ কৰিব নোৱাৰিলো।

আহমদে মোৰ সম্মতি পাই আনন্দ পালে।

-তেওঁ ক'লে, জানিছা ৰেজা, উপন্যাসবোৰ সদায় অসম্পূৰ্ণ, তাত জীৱনৰ সমগ্ৰ ৰূপ ধৰা নপৰে। আজিলৈকে কোনো উপন্যাস লিখকেই জীৱনৰ পূৰ্ণ চিত্ৰ দিব পৰা নাই, উপন্যাসতকৈ জীৱন হেজাৰ গুণ ডাঙৰ। আৰু কল্পনাৰে জীৱনৰ নজনা কথা পূৰাই তুলিবৰ কোনো অধিকাৰ তোমাৰ নাই। Life is what it is, and not what you would expect it to be সেই কাৰণেই জীৱনী-সাহিত্য জীৱনৰ বেছি ওচৰ চাপিব পাৰে।

ব্যৱসায়ী আহমদক মোৰ এজন ভাল সাহিত্যিক যেন লাগি গ'ল। তথাপি মই ক'লো, কিন্তু যাৰ বিষয়ে জীৱনী লিখা যাব তেওঁক কিছু অন্তৰংগভাৱে নেজানিলে আৰু স্পষ্টভাৱে নুবুজিলে চলে জানো?

সেইটো অপৰিহাৰ্য নহয়। জীৱনী গুৰুচৰিত নহয়— য'ত ভক্তই গুৰুৰ গুণটোলৈহে দেখে, দোষ দেখা নেপায়। বছৱেল হৈ জন্‌চনৰ পিছে পিছে ঘূৰাৰো দৰকাৰ নাই। তুমি যদি জানা যে এজন মানুহ তোমাৰ জীৱনী লিখিবৰ উদ্দেশ্যেৰে সদায় তোমাৰ লগে লগে ঘূৰিছে, তুমি সেই ভক্ত লিখকজনৰ আগত সদায় অন্য ৰূপত ধৰা দিবৰ চেষ্টা কৰিবা, তুমি কৃত্ৰিম হৈ চলিবা। আমাৰ ৰাজনীতিবিদ সকলোৱেই বাহ্যিক কৃত্ৰিমতাৰ মাজেদি লোকসাধাৰণৰ আগত ভাও দি চলা তুমি জানো লক্ষ্য কৰা নাই?

এইয়া জীলিৰ মালিক আহমদৰ অভিমত। মই আৰু প্ৰতিবাদ নকৰিলো। বছৱেলৰ কাৰণেই জানো ডঃ জনচনে সদায় এক বিশেষ ভংগীত আত্মপ্ৰকাশ কৰিছিল? কোনে জানে?

আহমদে ক'লে যে অৰুণাভৰ জীৱনী লিখি উলিওৱাত সংগৃহীত সামগ্ৰী গ্ৰহণ আৰু বৰ্জনত মোৰ পূৰ্ণ অধিকাৰ থাকিব। জীৱনী হ'লেও, জীৱনী সাহিত্য হ'ব লাগিব। আৱশ্যকমতে অবাঞ্ছনীয় কথা বাদ দিয়াত তেওঁৰ আপত্তি নাই।

তেওঁৰ কথাত আমোদ পালো। বাদ দিয়াৰ প্ৰশ্ন পিছ কথা। সামগ্ৰী একো নায়েই মোৰ হাতত। মই যেন বহুত দূৰৰ চিনি নোপোৱা নক্ষত্ৰ এটাৰ বিষয়ে এটা গৱেষণা কৰিবলৈ লৈছো— অথচ তাৰ অৱস্থান, গতিবিধি ধৰণকৰণৰ বিষয়ে একোটোকে নেজানো। একপ্ৰকাৰ দুৰূহ কাম।

কামটোত আনন্দও আছে, যেনেকৈ এটা অনাবিষ্কৃত নক্ষত্ৰ আবিষ্কাৰ কৰাত আনন্দ আছে। মোৰ গৱেষণা ভুল হ'ব পাৰে কিন্তু তাৰ দ্বাৰা আকাশৰ নক্ষত্ৰৰ কোনো হানি নহয়।

তাৰ পিছত আহমদে কিছু কাৰ্যকৰী পৰামৰ্শ দিলে :

ডক্টৰ অৰুণাভৰ জীৱনৰ বিষয়ে দুই-চাৰি প্ৰবন্ধ-আলোচনী আৰু বাতৰি-কাকতবোৰত ওলাব, তেতিয়াতো তেওঁৰ বিষয়ে আলোচনা হ'ব, তেওঁৰ কাম আৰু গ্ৰন্থবোৰৰ বিষয়ে নতুন আলোচনা-সমালোচনাও ওলাব পাৰে। তেওঁৰ ফটোও বাতৰি-কাকতত ওলাব— মোৰ আশা। এই সকলোবোৰ সংগ্ৰহ কৰিব লাগিব। অৰুণাভৰ লিখা কিছুমান কিতাপ-পত্ৰ আহমদৰ লাইব্ৰেৰীত আছে। সেইবোৰো সম্যকভাৱে অধ্যয়ন কৰিব লাগিব। আৰু হয়তো তেওঁৰ প্ৰধান প্ৰধান কাৰ্যক্ষেত্ৰবোৰত ঘূৰি তেওঁৰ বিষয়ে আৱশ্যকীয় কথা সংগ্ৰহ কৰিব লাগিব।

তদুপৰি ডঃ অৰুণাভৰ জীয়েকৰ সন্ধান কৰিব লাগিব। তেওঁৰ হাতত বাপেকৰ লিখা চিঠি-পত্ৰ থাকিব পাৰে আৰু অন্যান্য বাতৰিও তেওঁৰ পৰা পোৱা যাব পাৰে।

এজন মানুহৰ জীৱনী লিখিবৰ কাৰণে ইমান কষ্ট কৰাৰ কিবা সাৰ্থকতা আছেনে নাই মই ভাবি ঠিক কৰিব নোৱাৰিলো। কিন্তু মোৰ মনত লাগিল যে কামটো বৰ নিৰস আৰু আমনিলগা হ'ব। ফলাফল ব্যৰ্থশ্ৰম হ'ব নেকি?

আহমদে যেন মোৰ মনৰ ভাব বুজি পালে। তেওঁ ক'লে, তুমি বেছি চিন্তা কৰাৰ দৰকাৰ নাই। একোজন ডাক্তৰে বেমাৰৰ এটা বীজাণুক লৈ আজীৱন এটা লেবৰেটৰীত সোমাই গৱেষণা কৰি থাকিব পাৰে আৰু এজন মানুহৰ জীৱন— infinitely, immensely interesting Get interested, and you will realise what I say

মই আশ্বাস দিলো : ডক্টৰ অৰুণাভৰ নিচিনা এজন বিখ্যাত মানুহৰ জীৱনী লিখাৰ সুযোগ পোৱাটো গৌৰৱৰ কথা। মই নিশ্চয় চেষ্টা কৰিম।

তুমি পাৰিবা। কিন্তু যিমান সোনকালে পাৰা আৰম্ভ কৰি দিয়া, পলম নকৰিবা। আহমদে ক'লে।

কোনো এটা কামত হাত দিলে তাক সম্পন্ন নকৰা পৰ্যন্ত আহমদে শান্তি নেপায়। গতিকে কামটোত যে ময়ো একাণপতীয়াকৈ লাগিব লাগিব সেইটো বুজিলো।

মই গুৰুত্বসহকাৰে সন্মতি দিলো।

প্ৰায় আটাইবোৰ বাতৰিকাকতে ডক্টৰ অৰুণাভৰ মৃত্যুৰ বাতৰি আৰু লগতে অতি চমু জীৱনী প্ৰকাশ হ'ল। লগতে তেওঁৰ এখন শেহতীয়া ফটোও প্ৰায় কাকততে ওলাল।.

তেওঁৰ ফটোখন মই মনোযোগেৰে চালো। চিনাকি দিয়া মতে সেইখন তেওঁৰ ৭৭ বছৰ বয়সত লোৱা ফটো, তাৰ পিছতো নিশ্চয় ফটো লোৱা হৈছিল, কিন্তু বাতৰি-কাকতত সদ্যহতে সেইবোৰ ফটো প্ৰকাশ হোৱা নাই।

এটা জোঙা, দীঘল নাক, এখন বহল কপাল, মূৰত এখিনি বগা দীঘল চুলি, এহাল অলপ আধামুদা চকু— চকুত চশমা। চকুৰ চাৱনি বৰ তীব্ৰ। মুখখন অলপ শোঁটোৰা-শোঁটোৰ, দাঁত প্ৰাযবোৰ সৰা। মুখখনৰ ডাটিখিনি চুচি খুৰুওৱা নহয়, হয়তো দুই-তিনি দিন আগতে খুৰুওৱা— পকা ডাড়িবোৰে মুখখন ঢাকি আছে। মুখৰ বৰণটো এসময়ত ধকধকীয়া বগা আছিল বুলি ধৰিব পাৰি— এইজনেই ফটোত ওলোৱা ডক্টৰ অৰুণাভ। চিনিবলৈ মোৰ বিশেষ টান নেলাগিল। মই দেখোতেও প্ৰায় এনেকুৱাই দেখিছিলো যেন লাগিছে। মোৰ মনত পৰিছিল সভাত দেখা সেই শান্ত, সমাহিত বুঢ়াজনৰ কথা। (ফটোখন দেখি) প্ৰায় পাঁচ ফুট আঠ ইঞ্চি ওখ, লাহী গাৰ, শেঁতা বগা গঢ়িত মুখৰ ডক্টৰ অৰুণাভক মোৰ আকৌ এবাৰ দেখা যেন লাগিল।

তেওঁ সভালৈ আহিছিল। সভাখনত বহুত মানুহ হৈছিল। তেওঁ নিস্তেজ হাঁহিটো ওঁঠত বিৰিঙাই লাহে লাহে সভাথলীলৈ সোমাই আহিছিল। তেওঁৰ সেই আত্মস্থ ধীৰ খোজকেইটাৰ কথা ফটোখন দেখি মোৰ মনত পৰিল।

বাতৰি-কাকতবোৰে তেওঁৰ জীৱন সম্পৰ্কে বৰ বেছি কথা লিখা নাই। তাৰ পৰা মই অৰুণাভ সম্পৰ্কে মাত্ৰ ইমানকে জানিব পাৰিলো তেওঁৰ যোৱা শতিকাৰ দ্বিতীয়াৰ্ধত জন্ম হৈছিল। তেওঁৰ পিতাক ডাঙৰ চৰকাৰী বিষয়া আছিল। তেওঁৰ পিতাকে চাকৰিৰ বাহিৰেও অন্যান্য ব্যৱসায় কৰি প্ৰচুৰ ধন-পইচা উপাৰ্জন কৰিছিল। তেওঁৰ নাম আছিল অমিতাভ। অৰুণাভ অমিতাভৰ একমাত্ৰ সন্তান আছিল।

বাতৰি-কাকতত প্ৰকাশ হোৱা চমু প্ৰবন্ধৰ পৰা জনা গ'ল যে তেওঁ পঢ়া-শুনাত বৰ চোকা আছিল। ভাৰতৰ দুটা বিশ্ববিদ্যালয়ৰ পৰা দুটা উচ্চ ডিগ্ৰী লৈ তেওঁ গৱেষণাৰ কাৰণে জাৰ্মানীৰ কোনো এটা বিশ্ববিদ্যালয়ত প্ৰায় বাৰ বছৰ আছিল।

অন্য এখন কাকতত প্ৰকাশ হোৱা ডঃ অৰুণাভৰ চমু জীৱনীৰ পৰা জনা গ'ল যে তেওঁ বহুত কিবাকিবি পঢ়িছিল। এফ. এড. লৈছিল অংক আৰু ৰসায়নত, কিন্তু এম. এছ.চি ডিগ্ৰী লৈছিল এপ্লাইড ফিজিক্সত। মাজতে ফিজিক্স ফাইনেল

পৰীক্ষাৰ আগে তিনি মাহমান থাকোতে পৰীক্ষা নিদি কিছুদিন ক'ৰবাত অজ্ঞাতবাস কৰিছিল। কিছুদিন এটা কলেজত অধ্যাপকৰ কাম কৰিছিল। কিন্তু ডেৰ বছৰৰ মূৰত সেই কাম এৰি দি তেওঁ কিছুদিন ঘৰতে বহি ফিলচফী চৰ্চাত ধৰে। আৰু প্ৰায় এবছৰ ক'লৈকো নগৈ কেৱল পঢ়ে আৰু পঢ়ে। তাৰ পিছৰ বছৰ তেওঁ কলিকতালৈ যায়গৈ আৰু যদিও একপ্ৰকাৰ অবিশ্বাস্য কথা, তেওঁ ল' ক্লাছত নাম লগাই লৈ আইন পঢ়াত ধৰে। কাকতখনৰ মতে তেওঁ সুখ্যাতিৰে ল'ও পাছ কৰে।

সেই সপ্তাহতে প্ৰকাশ হোৱা এখন সাদিনীয়া কাকতত সম্পাদকীয় স্তম্ভত আৰু দুআষাৰমান কথা প্ৰকাশ হৈছিল যে, তেওঁ সমানে পদাৰ্থবিজ্ঞান আৰু দৰ্শনৰ গভীৰ অধ্যয়ন কৰিছিল। এই সময়ছোৱাতে তেওঁ দৰ্শনৰ ওপৰত কিছুমান মৌলিক প্ৰবন্ধ আৰু লগে গে ফিজিক্সৰ কিছুমান গৱেষণাও কৰে। তেতিয়াই তেওঁৰ পাণ্ডিত্যৰ খ্যাতি লোকসমাজত বিয়পি পৰে। এই সম্পাদকীয় প্ৰবন্ধটোত ডক্টৰ অৰুণাভে লিখা গৱেষণামূলক কিছুমান প্ৰবন্ধৰ নামো উল্লেখ কৰিছিল। আলোচনীকেইখনৰ নাম মই লিখি ৰাখিলো।

ৰেডিঅ'ত দিয়া বাতৰিৰ পৰা জনা গ'ল যে, যোৱা চাৰি বছৰ কাল ডঃ অৰুণাভ হৰিদ্বাৰৰ তেওঁৰ এজন বন্ধু মিঃ খৃষ্টিয়ান যোচেফৰ ঘৰত আছিল আৰু তেওঁৰ ঘৰতেই ডক্টৰ অৰুণাভে শেষ নিশ্বাস এৰে। তেওঁৰ অন্ত্যেষ্টিৰ কাৰণে পুণাৰ পৰা তেওঁৰ জীয়েক-জোঁৱাযেক আৰু কাশীৰ পৰা এগৰাকী বৃদ্ধা ভদ্ৰমহিলা আহিছিল। তাৰ বাহিৰে ডঃ অৰুণাভৰ গুণমুগ্ধ হৰিদ্বাৰবাসী বহু গণ্যমান্য লোক শৱযাত্ৰাত যোগদানৰ কাৰণে আহিছিল। সাধাৰণ মানুহো বহুত আহিছিল। ডঃ অৰুণাভৰ অন্ত্যেষ্টিক্ৰিয়া বিপুল আড়ম্বৰেৰে, কিন্তু বৰ গাম্ভীৰ্যপূৰ্ণভাৱে সম্পন্ন কৰা হৈছিল।

এখন পষেকীয়া আলোচনীৰ পৰা জনা গ'ল যে অৰুণাভৰ মৃত্যুৰ সময়ত যিগৰাকী ভদ্ৰমহিলা আছিল তেওঁ তেওঁৰ লগত আগৰে পৰা আছিল। কাশীৰ পৰা অহা ভদ্ৰমহিলাগৰাকী মৃত্যুৰ দুই-তিনি দিনমানৰ আগতেই আহিছিল।

আলোচনীখনে এই মহিলা দুগৰাকীৰ কোনো পৰিচয় দিয়া নাই।

এদিন পুৱা আহমদে ফোন কৰি ক'লে, ৰেজা, এইকেইদিনৰ প্ৰবন্ধ-পাতিবোৰৰ ওপৰত নজৰ ৰাখিছা নহয়, সকলোৰে কাটিং ৰাখিবা নাইবা দৰকাৰী কথাবোৰৰ টোকা ৰাখিবা।

এই বিষয়ত মই কি কৰিছো ক'লো, লগতে ৰেডিঅ'ত অৰুণাভৰ মৃত্যুৰ স্থান সম্পৰ্কে ওলোৱা বাতৰিটোৰ সম্পৰ্কেও ক'লো।

তেওঁ ক'লে, ৰেডিঅ' কৰ্তৃপক্ষলৈ লিখিলে মিঃ খৃষ্টিয়ান যোচেফৰ ঠিকনাটো জনা যাব পাৰে। সেই ভদ্ৰলোকজনক লগ ধৰিব পাৰিলে ডক্টৰ অৰুণাভৰ শেষ জীৱনৰ

কিবা কথা জনা যাব পাৰে, কিন্তু তেওঁৰ ঠিকনা-পাতি সংগ্ৰহ কৰি লৈ আৰু কিছুদিনৰ মূৰত তুমি হৰিদ্বাৰলৈ যোৱাই ভাল হ'ব।

ময়ো সেই কথা ভাবিছো। আৰু হয়তো পুণাত থকা তেওঁৰ জীয়েক-জোঁৱায়েকৰ পৰাও তেওঁৰ জীৱনৰ কিছু কথা জনা যাব পাৰে, মই ক'লো।

Let us proceed slowly,— আহমদে ক'লে। Dr Arunava belongs to the past now, he belongs to history, আমাৰ হুৰমূৰ কৰিবৰ আৱশ্যক নকৰে। তেওঁ এতিয়া আৰু ক'তো পলাই সাৰিব নোৱাৰে।

আহমদৰ কথাত মোৰ অলপ হাঁহি উঠিল, he has escaped through death, he cannot escape any more— আহমদে প্ৰায়ে কথাৰ মাজত ইংৰাজী কয়।

আহমদৰ লগত আলোচনা কৰি আমি এই ব্যৱস্থা কৰিলো যে, আৰু কিছুদিন অপেক্ষা কৰি আমি স্থানীযভাৱে ডঃ অৰুণাভৰ বিষয়ে আৰু কি সম্বাদ সংগ্ৰহ কৰিব পাৰো কৰিম, তাৰ পিছত নিশ্চয় অন্যান্য সামগ্ৰীৰ কাৰণে অন্য ব্যৱস্থা কৰিব লাগিব।

এদিন আহমদে মোক তেওঁ পঢ়া কোঠালৈ মাতি নিলে। এই কোঠাত সোমাই মই স্তম্ভিত হৈ গ'লো। সৰু কোঠা নহয়, এটা বিৰাট লাইব্ৰেৰী, ওপৰৰ ৰেলিঙলৈকে লাগি থকা প্ৰকাণ্ড আলমাৰি আৰু চেলফ্‌বোৰত শাৰী শাৰী কিতাপৰ দ'ম। অতি পৰিপাটিকৈ ৰখা হৈছে।

এবাৰ কিতাপবোৰৰ ওপৰত চকু ফুৰালো। এই জ্ঞানভাণ্ডাৰত সোমাই মই বিস্ময়েৰে এটা কথা অনুভৱ কৰিলো যে আজিৰ যুগৰ শিক্ষিত মানুহ আৰু আমাৰ পূৰ্বগামী শিক্ষিত লোকসকলৰ মাজত এটা স্পষ্ট গুণগত পাৰ্থক্য আছে। আজি যেইকোনো কিতাপ সহজলভ্য, টকা থাকিলেই কিনা যায়। তাৰ উপৰি আজিকালি নানা লাইব্ৰেৰী, পাঠাগাৰ আদি হোৱাৰ কাৰণে মানুহে ব্যক্তিগত লাইব্ৰেৰী গঢ়ি তোলা আনন্দ উপলব্ধি কৰিব নজনা হৈ আহিছে। এসময়ত জ্ঞানী পণ্ডিত লোকসকলে গেৰেজত নতুন মটৰ এখন কিনি আনি ৰখাতকৈ নিজৰ চেলফত এখন নতুন কিতাপ কিনি আনি ৰখাটোক বেছি মূল্যবান বুলি বিবেচনা কৰিছিল। তাৰ প্ৰমাণ : আহমদৰ নিচিনা এজন সুদক্ষ ব্যৱসায়ী মানুহৰ ঘৰত এনে এটা অমূল্য জ্ঞানভাণ্ডাৰ।

আহমদে বিশেষ ভূমিকা নকৰি ক'লে, বহা।

বহাৰ লগে লগে মই মোৰ শ্ৰদ্ধা আৰু কৌতূহল গোপন নকৰি ক'লো, আপুনি এই প্ৰকাণ্ড লাইব্ৰেৰীটো কেনেকৈ কৰিলে?

এইটো মোৰ এজনৰ সম্পত্তি নহয়, তিনিজনৰ।

তাৰ পিছত তেওঁ কেইটামান কিছু পুৰণি আলমাৰিৰ ফালে আঙুলিয়াই দেখুৱাই ক'লে, সেইয়া বাবাৰ কিতাপ— তেখেতবো কিতাপৰ কাৰণে বৰ হেঁপাহ আছিল। আৰু তাৰ ইফালৰ এইখিনি— এইয়া মই সংগ্ৰহ কৰা আৰু—

দক্ষিণৰ বেৰখনৰ গাতে লাগি থকা আলমাৰিকেইটাৰ ফালে দেখুৱাই তেওঁ ক'লে, এইখিনি কিতাপ ডক্টৰ অৰুণাভৰ।

মোৰ স্বাভাৱিক বিস্ময় কিছু সংযত কৰি মই ক'লো, ডক্টৰ অৰুণাভৰ কিতাপ আপোনাৰ ঘৰত।

গহীন হাঁহিটোৰে আহমদে ক'লে, সেইবোৰ কথা সময়মতে তোমাক নিশ্চয় ক'ম, এতিয়া তুমি— তেওঁ মেজৰ ড্ৰয়াৰৰ পৰা কেইটামান চাবি উলিয়াই মোৰ ফালে আগবঢ়াই দি ক'লে, ডক্টৰ অৰুণাভৰ পাৰ্চনেল লাইব্ৰেৰীটো চোৱা। তেওঁৰ চিন্তা-চৰ্চা আৰু জ্ঞান-সাধনা কেনে ধৰণৰ আছিল তাৰ এটা ধাৰণা তেওঁৰ কিতাপবোৰ দেখিলেই তুমি কৰিব পাৰিবা।

তেওঁৰ কথাবাৰত মই আনন্দ পালো। অৰুণাভৰ লিটাৰেৰি টেষ্ট সম্পৰ্কে এটা ধাৰণা কৰিব পাৰিলে তেওঁৰ মানুহজনৰ বিষযেও এটা আভাস পাব পাৰিম। নিজে বাছি লোৱা বন্ধুৰ ভিতৰত কিতাপেই সৰ্বশ্ৰেষ্ঠ, কাৰণ কিতাপে কেতিয়াও কোনো অবাঞ্ছনীয দাবী নকৰে। পঢ়ি উঠাৰ পিছত কিতাপ এখনৰ লগত সম্পৰ্ক ছিন্ন কৰি পেলোৱাৰ অধিকাৰ আমাৰ নাই।

আৰু, এজন মানুহৰ সংগীজনৰ পৰা আমি মানুহজনক চিনিব পাৰো।

চাবিখিনি হাতত লৈ চালো— অলপ মামৰে ধৰিছে। হযতো ভালেমান দিন ব্যৱহাৰ কৰা নাছিল।

মই আহমদৰ মুখলৈ চাই সুধিলো, আপুনি তেনেহ'লে ডক্টৰ অৰুণাভক ভালকৈয়ে জানিছিল?

অতি কম— সংক্ষেপে তেওঁ ক'লে।

কিন্তু তেওঁৰ কিতাপ-পত্ৰ যে ইয়াত আপোনাৰ ঘৰত?

ডক্টৰ অৰুণাভৰ কিতাপ-পত্ৰ আৰু বহুতৰ ঘৰত আছে। আৰু তুমি যদি দৰকাৰ বুজা কিতাপবোৰ চাবা। অ' এটা কথা ন'ট কৰিবা। তেওঁৰ কিতাপবোৰত সদায চহী, কিনাৰ তাৰিখ আৰু কিনাৰ ঠাইৰ নাম লিখা থাকে। তাৰ পৰাও তুমি কিছু কথা জানিব পাৰা— তেওঁৰ টেষ্ট অথবা জ্ঞান-অন্বেষণৰ ধাৰা সম্পৰ্কে।

মই মনে মনে চিন্তা কৰি চালো। ডক্টৰ অৰুণাভ সম্পৰ্কে আহমদৰ ইমান আস্থা অথবা কৌতূহলৰ নিশ্চয কিবা কাৰণ আছে। নহ'লে নিজে চিনি পোৱা মানুহ এজন সম্পৰ্কে এনে আগ্ৰহৰ বিশেষ কি কাৰণ থাকিব পাৰে? জীলি প্ৰকাশনীয়ে

প্ৰকাশ কৰা ডক্টৰ অৰুণাভৰ জীৱনী নিশ্চয় বজাৰত ভাল বিক্ৰী হ'ব। সেই বিষয়ে এনে ধৰণে প্ৰচেষ্টা নচলালেও নিশ্চয় কোনো ক্ষতি নহয়।

আহমদৰ ইচ্ছাৰ অনুকূলে মই সাধাৰণভাৱে ক'লো, নিশ্চয় তেওঁৰ নিজৰ কিনা কিতাপবোৰৰ পৰা তেওঁৰ জীৱনীৰ কাৰণে যথেষ্ট সম্বল পোৱা যাব বুলি আশা কৰিব পাৰি। মই সেইবোৰৰ সদ্ব্যৱহাৰ কৰিবৰ পাৰ্যমানে চেষ্টা কৰিম।

আহমদে ক'লে, তুমি ইয়াতেই আহি পঢ়িবা। কিতাপবোৰ ইয়াৰ পৰা বাহিৰ উলিয়াই নিনিবা।

আহমদৰ লগত আৰু এটা বিষয়ৰ পৰামৰ্শ কৰিলো।

জীলি প্ৰকাশনীয়ে ডক্টৰ অৰুণাভৰ জীৱনীগ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰিছে আৰু সেই বিষয়ে যিসকল লোকে কোনো কথা জানে তেওঁলোকে যেন সম্পাদকলৈ সেইবোৰ কথা লিখি জনায়— এনে ধৰণে প্ৰকাশ্য বিজ্ঞাপন দিয়া যাওক নেকি?

আহমদ সন্মত নহ'ল। এতিয়া কোনো বিজ্ঞাপন দিবৰ দৰকাৰ নাই। পিছত প্ৰযোজন হ'লে কৰা যাব। যেতিয়া জীৱনীৰ পাণ্ডুলিপি প্ৰস্তুত হৈ যাব তেতিয়া। এই সম্পৰ্কে তেওঁ নিজে অৰুণাভৰ লগত ঘনিষ্ঠ পৰিচয় থকা দুই-চাৰিজন লোকলৈ চিঠি লিখিছে। কিন্তু বাতৰি-কাকতত মুকলি জাননী দি এতিয়াই ঢাকঢোল বজোৱাৰ পক্ষপাতী তেওঁ নহয়।

আহমদৰ দূৰদৰ্শিতা আৰু ব্যৱসায়-বুদ্ধিক মই সদায় স্বীকাৰ কৰি আহিছো। এতিয়াও মানি ল'লো।

কিন্তু কিতাপবোৰৰ পৰাই যে ডঃ অৰুণাভৰ জীৱনৰ বৰ বেছি কথা জনা যাব এনে আশা মই কৰিব নোৱাৰিলো, কিতাপবোৰে হয়তো তেওঁৰ চিন্তাজগতৰ কিছু পৰিচয় দিব, কিন্তু সেয়ে এজন মানুহৰ জীৱনৰ সম্পূৰ্ণ পৰিচয় নহ'ব।

তথাপি কিতাপবোৰৰ সূত্ৰকে অৱলম্বন কৰি আমি আগবাঢ়িবৰ সুবিধা পাম বুলি মই আশান্বিত হ'লো, তেওঁৰ কিতাপৰ আলমাৰিবোৰত কি কি কিতাপ আছে, মই এতিয়াও ক'ব নোৱাৰো কিন্তু দৰ্শন আৰু বিজ্ঞানৰ সমানে চৰ্চা কৰা ডঃ অৰুণাভৰ বিষয়ে যে সঠিক কি ধাৰণা কৰিব পাৰিম এতিয়াও মই বুজিব পৰা নাই।

সেইদিনাৰ কাৰণে আহমদৰ পৰা বিদায় ল'লো।

এদিন মই বিশেষ কামত মিউজিয়ামৰ ফালে গৈছিলো। মিউজিয়ামত তেতিয়া বেছি মানুহ নাছিল। দুজনমান ভদ্ৰলোক আৰু কেইগৰাকীমান মহিলা আৰু দুজনমান ডেকা।

এজন মানুহ মোৰ পৰা কিছু নিলগে নিলগে ফুৰিছিল, কিন্তু মাজে মাজে প্রায়ে মোৰ ফালে চাইছিল। মই চাই দিলেই অন্য ফালে চকু আঁতৰাই নিছিল।

ওখকৈ মানুহজন— বয়স আন্দাজ ৫৫/৬০ৰ ভিতৰতে হ'ব। কাপোৰ-কানি পৰিপাটি, চকুত বেছি পাৱাৰৰ চশমা, চেহেৰা-পানী বেয়া নহয়। অৱশ্যে দেখিলে মানুহজনৰ বিশেষ পার্চনেলিটি থকা যেন নেলাগে।

মই চাব লগা বস্তুকেইটা চাই ওলাই আহিলো। ভিজিটৰচ বুকত মন্তব্য নহ'লেও নামটো দিব লাগে, মই চহী কৰি ঘূৰি চাই দেখো মানুহজন মোৰ কাষতে ৰৈ আছে আৰু মোৰ চহীটো পটি চাইছে। মোৰ পিছতে মানুহজনে ততাতৈযাকৈ চহী কৰিলে, তাৰ পিছত আহি বাটতে মোক লগ ধৰিলেহি।

ক্ষমা কৰিব, আপোনাক এটা কথা সুধিব খুজিছো— যদি বেয়া নেপায়--

— মই ৰৈ দিলো।

ভদ্রতাৰ সৌজন্যেৰে নম্রভাৱে ক'লো, মোক কিবা ক'ব?

হ্য, আপোনাৰ নাম ৰেজা কেৰিম?

হ্য। কেনেকৈ জানিলে মই বুজিছিলো, সেই কথা আৰু নুসুধিলো।

আপুনি জীলি প্রকাশনীত কাম কৰে নেকি?

হ্য—

— আপোনাক মই লগ পাব লগা আছে— মানে, আপোনাকে লগ পাম বুলিযে মই আহিছো, এতিয়া আপুনি কোনফালে যাব?

ঘৰলৈকে যাম।

এখন ৰিক্সা মাতি আনি দুয়ো উঠিলো আৰু ঘৰলৈ আগবাঢ়িলো।

বেয়া নেপাব, আপোনাক মই চিনিব পৰা নাই— মই ক'লো।

মানুহজনে সাধাৰণভাৱে হাঁহিলে আৰু ক'লে, কিছুদিনৰ পৰা ইয়াতে আছো, মাজে মাজে আপোনাক দেখিছো, কিন্তু সঠিককৈ চিনি নোপোৱাৰ কাৰণে আপোনাৰ লগত পৰিচয় হোৱা নাছিলো, মোৰ নাম গৌতম চৌধুৰী।

মই কাষতে বহি অহা মানুহজনৰ মুখলৈ চালো।

আপুনি লিখক নেকি? মানে সাহিত্যিক?

বিশেষ একো নহয়, এখন জীৱনীৰ নিচিনা কিতাপ লিখিছিলো, মানে জীৱনীৰ নিচিনা যদিও এটা কাহিনীৰ নিচিনা, মানে এটা গল্পই ধৰক। পিছে সঁচা কথাহে লিখিছিলো, আপোনালোকলৈ পঠাইছিলো, কিজানি আপোনালোকে প্রকাশ কৰিব পাৰে—

হয়, মোৰ মনত পৰিছে। বোধকৰো প্রকাশ কৰা নহ'ল—?

নহ'ল। মোলৈ ঘূৰাই পঠালে অৱশ্যে মই লিখক নহয়, পঢ়া শুনাও বিশেষ কৰা নাই। কিন্তু এটা সঁচা ঘটনা যেনেকৈ জানো লিখিছিলো আৰু জীলি প্ৰকাশনীয়ে বৰ বেযা মন্তব্য দিয়া নাই, জনালে যে তেওঁলোকে প্ৰধানকৈ জীৱনী সাহিত্যহে প্ৰকাশ কৰে, মানে গল্প উপন্যাস প্ৰকাশ নকৰে। কিন্তু মই লিখা কথাখিনি গল্প উপন্যাস নহয়, এজন মানুহৰ জীৱনৰ সঁচা কথাহে। কিন্তু সঁচা কথা পঢ়িনো কোনে ভাল পায়?

দুযো আহি আমাৰ ঘৰত নামিলোহি। মানুহজন দেখাই মেলাই পৰিপাটি যদিও অলপ কম বুধিযক যেন লাগিল। তদুপৰি কথাও কয কিছু বেছি। সঁচা ঘটনা হ'লেই যে সাহিত্য নহয বোধকৰো সেই কথা নেজানে।

তেওঁ আৰু মই বহি চাহ খালো। মাজতে তেওঁ ক'লে যে জীলি প্ৰকাশনীত মই কাম কৰো বুলি তেওঁ জানিব পাৰিছে আৰু সেই দেখি কেইবাবাৰো মোক লগ ধৰিবৰ কাৰণে তেওঁ চেষ্টা কৰি আছিল।

কিয মোক লগ পাবলৈ বিচাৰিছিল সোধাত তেওঁ ক'লে, যদিও জীলি প্ৰকাশনীয়ে তেওঁ লিখা কিতাপখন প্ৰকাশৰ কাৰণে গ্ৰহণ নকৰিলে তথাপি কিতাপখন মই নিজে চাই দিব লাগে, লাগিলে প্ৰকাশ নহওকেই। সঁচা ঘটনা এটা লিখি থৈছে আৰু। মই পঢ়ি চাই কেনে পাওঁ ক'লেই তেওঁ সন্তুষ্ট হ'ব।

মানুহজনৰ কথাবাৰ সৰল। তিনিকুৰি বছৰ বযসত সাহিত্যিক হোৱাৰ ৰাগীয়ে পোৱা মানুহ আগেও লগ পাইছো। তেওঁক নিৰুৎসাহ নকৰি ক'লো, আপুনি বাৰু আপুনি লিখা কিতাপখন দিব, পঢ়ি চাম, পিছে দেখিছেই সমযৰ কিমান নাটনি, ঘূৰাই দিওতে অলপ পলম হয যদি বেযা নেপাব।

কৃতজ্ঞতাৰ হাঁহি মাৰি মানুহজনে ক'লে, ঘূৰাই নিদিলেও মই বেযা নেপাওঁ। মাত্ৰ আপুনি এবাৰ পঢ়ি চাব। ভাল, মই আহোঁ আৰু আপোনাৰ সময নষ্ট নকৰো।

ধন্যবাদ জনাই গৌতম চৌধুৰীক বিদায় দিবৰ সমযত তেওঁৰ পৰিচয বিচাৰিলো।

এটা গোপন ৰহস্য মুকলি কৰাৰ দৰে তেওঁ ক'লে, মোৰ নাম গৌতম চৌধুৰী। অন্য কথা বাৰু কেতিযাবা ক'ম। কিতাপখন তেনে মই দি থৈ যাম।

তেওঁৰ বিষযে জানিবলৈ আৰু আগ্ৰহ প্ৰকাশ নকৰিলো। অন্য বন্ধুতকৈ সাহিত্যিক বন্ধুলৈ মোৰ ভয অলপ বেছি। তেওঁলোকে লগ পালে বিদায দিবলৈ বা ল'বলৈ প্ৰাযে পাহৰে।

পিছদিনা পুৱাই গৌতম চৌধুৰী নিজেই আহি খবৰ কাগজেৰে বন্ধা তেওঁৰ সাহিত্য-সৃষ্টিৰ পাণ্ডুলিপিখন মোৰ হাতত দিলেহি। মোক যেন কৃতাৰ্থ কৰিলে এনেভাৱে ক'লো, কাৰ জীৱনীনো লিখিছে আপুনি?

গৌতম চৌধুৰী এইবাৰ অলপ গহীন হ'ল, অলপ সাৱধানো হ'ল যেন। তেওঁ ক'লে, কোনো বিখ্যাত মানুহৰ জীৱনী নহয়, এজনী চিনাকি সাধাৰণ মানুহৰ জীৱনী। তেওঁ কোনো বিখ্যাত মানুহ নাছিল, মই কিন্তু চিনি পাইছিলো। বাৰু, মই আহো আপুনি পটি চাব।

শান্ত গৌতম চৌধুৰীক অলপ চঞ্চল হোৱা যেন অনুভৱ কৰিলো। মই ক'লো, মযো ডক্টৰ অৰুণাভৰ জীৱনী এখন প্ৰস্তুত কৰিবৰ চেষ্টা কৰিছো, শুনিছে নে, তেওঁৰ নাম?

তেওঁ ক'লে, মোৰ লগত তেওঁৰ অলপ চিনাকিও আছিল, অৱশ্যে তেওঁ আছিল ডাঙৰ মানুহ। মযো অৱশ্যে তেখেতক অলপ জানিছিলো। ভাল বাৰু, মই এতিযা আহো।

গৌতম চৌধুৰীযে নিজেই বিদায় ল'লে, মই ভাল পালো।

দিল্লীৰ পৰা ওলোৱা এখন দৰ্শন বিষযক মাহেকীযা আলোচনীত ডক্টৰ অৰুণাভৰ এটা অপ্ৰকাশিত প্ৰবন্ধ প্ৰকাশ হৈছিল, প্ৰবন্ধটো অসম্পূৰ্ণ, আলোচনীখনৰ মতে এইটোৱেই আছিল ডক্টৰ অৰুণাভৰ শেষ লিখা। ইযাক তেওঁ সম্পূৰ্ণ কৰিবলৈ নাপালে।

মই এই আলোচনীখনত চকু ফুৰাইছিলো। তেওঁৰ প্ৰবন্ধটোৰ পাতনিস্বৰূপে প্ৰবন্ধৰ সংগ্ৰাহকে অলপ কথা লিখিছে। তাৰ মূল কথা এই ঃ

ডক্টৰ অৰুণাভৰ নিচিনা বিদগ্ধ পণ্ডিত আমাৰ দেশত অতি কমেই উপজিছে। তেওঁৰ চিন্তাধাৰাৰ মৌলিকতাই আজি বিশ্ববাসীৰ স্বীকৃতি লাভ কৰিছে। তেওঁৰ চিন্তা আদৰ্শ আদি যেনে জটিল আৰু উচ্চ আছিল তেওঁৰ ব্যক্তিগত জীৱনো তেনে জটিলতাপূৰ্ণ আছিল। ইচ্ছা কৰি আত্মগোপন কৰি নেথাকিলেও তেওঁ মানুহজন কিছু দুৰ্বোধ্য আছিল, অৱশ্যে সাধাৰণ আচাৰ-বিচৰণত তেওঁ বৰ অমায়িক আৰু সহজেই আছিল।

উল্লিখিত প্ৰবন্ধত তেওঁ মৃত্যুৰ সম্পৰ্কে আলোচনা কৰিছে। হযতো জীৱনৰ শেষ অৱস্থাত তেওঁ মৃত্যুৰ বিষযে কিছু চিন্তা কৰিছিল। কিন্তু পদাৰ্থবিজ্ঞানৰ ডক্টৰেট এজনে মৃত্যু সম্পৰ্কে দাৰ্শনিক আলোচনা কৰাটো একপ্ৰকাৰ অভাৱনীয কথা। তদুপৰি তেওঁৰ সমগ্ৰ আলোচনাটোত ধৰ্মশাস্ত্ৰৰ প্ৰভাৱ স্পষ্টৰূপে ধৰা পৰে। অৱশ্যে তেওঁ ধৰ্মগ্ৰন্থৰ অধ্যযন আৰু চৰ্চা কৰাৰ কথা সকলোৱে জানে। কিন্তু জীৱনৰ অন্তিমকালত ধৰ্মৰ ওচৰত আশ্ৰয লোৱা বৈজ্ঞানিক পদাৰ্থবিদ ডক্টৰ অৰুণাভৰ মনীষাৰ অভিনৱত্ব

স্বীকাৰ নকৰি উপায নাই। ঊনবিংশ শতিকাৰ শেষাৰ্ধত শিক্ষা আহৰণ কৰি কুৰি শতিকাৰ প্ৰথমাৰ্ধত তাৰ বিকাশ ঘটাই, ডক্টৰ অৰুণাভে যেন দুটা শতিকাৰ যোগসূত্ৰ ৰচনা কৰিছিল। ইউৰোপৰ চিন্তাধাৰা আৰু দৰ্শনৰ পোহৰ লৈ ভিক্ট'ৰীয যুগৰ বুদ্ধি-পৰাযণতাৰ দ্বাৰা উদ্বুদ্ধ হৈ ডক্টৰ অৰুণাভে এছীয মনীষাৰ বিশ্বজনীনতাত জীৱনৰ সমস্যাসমূহৰ ব্যাখ্যা বিচাৰিছিল, হযতো সেযে পদাৰ্থবিজ্ঞানীৰ সিদ্ধান্তত বেদ উপনিষদ, কোৰান পুৰাণে শক্তিশালী সম্বল যোগাইছিল।

জাৰ্মানীৰ পৰা ঘূৰি অহাৰ পিছত ডক্টৰৰ জীৱনত যি সংঘাতে দেখা দিছিল তাৰ প্ৰতিক্ৰিযা তেওঁৰ সমগ্ৰ চিন্তাধাৰাত ব্যাপ্ত হৈ থকা দেখা যায। চপেনহাৱাৰৰ যুক্তিযে সমৰ্থনহে আগবঢোৱা যেন লাগে, তেওঁৰ নিজৰ জীৱন অভিজ্ঞতাইহে নাৰী আৰু নাৰীৰ প্ৰেম সম্পৰ্কে তেওঁৰ মনোভাৱ গঢি তোলা যেন ধাৰণা হয। ডক্টৰ অৰুণাভৰ ব্যাখ্যা-বিশ্লেষণবোৰ বুজিব লাগিলে তেওঁৰ জীৱনটোক বেছিকৈ জনা দৰকাৰ। কিন্তু তেওঁৰ ব্যক্তিগত জীৱনৰ বিষযে বেছি কথা ক'বলৈ নাই।

উল্লিখিত প্ৰবন্ধত মৃত্যুৰ সম্পৰ্কে আলোচনা প্ৰসংগত তেওঁ জীৱন প্ৰেম আৰু স্মৃতিৰ বিষযেও আলচ কৰিছে।

মন্তব্য বা পাতনি ইমানেই। ডক্টৰ অৰুণাভৰ সম্পৰ্কে মাত্ৰ ইযাত ইমানকৈ জনা গ'ল যে জাৰ্মানীৰ পৰা অহাৰ পিছত তেওঁৰ ব্যক্তিগত জীৱনত এটা সংঘাতে দেখা দিছিল কিন্তু এই সংঘাতটো কি আছিল তাৰ কোনো উল্লেখ প্ৰবন্ধটোত নাই। এই সম্পৰ্কে সন্ধান কৰিলে কিছু নতুন কথা উদঘাটন হ'ব যেন লাগিল।

প্ৰবন্ধটো ভালকৈ পঢি চালো, এটা চমু আৰু অসম্পূৰ্ণ প্ৰবন্ধ পঢি শেষ কৰি এইটো ডক্টৰ অৰুণাভৰ শেষ ৰচনা নহয যেন লাগিল।

তেওঁৰ আলোচনাৰ বিষযো বিশেষ নতুন নহয। আলোচনা কৰা হৈছে আলোকৰ বিষযে, জ্যোতিৰ বিষযে। ভাৰতীয সাধনাৰ চৰম আদৰ্শ তমসো মা জ্যোতিৰ্গময, অথচ এই ভাৰততে নিৰ্বাণ সাধনাৰো তত্ত্ব ৰচনা হৈছিল। ইছলামৰ মতেও নূৰ অথবা জ্যোতিৰ মাজত চৰম আত্ম-উপলব্ধিযেই বা বাকা বিল্লাহেই চুফী সাধনমাৰ্গৰ শেষ লক্ষ্য। বাইবেলেও সৃষ্টিতত্ত্ব খণ্ডত প্ৰথমে আন্ধাৰৰ অস্তিত্ব স্বীকাৰ কৰিছে। গদৰ নিৰ্দেশতহে পোহৰৰ জন্ম হ'ল।

আন্ধাৰেই জানো সত্য? জীৱন জানো আন্ধাৰৰ মাজতে জন্ম লৈ পোহৰৰ সাধনাত ব্ৰতী হয? মাতৃগৰ্ভৰ অন্ধকাৰৰ মাজত যি ভ্ৰূণৰ জন্ম, তাৰ সাধনা বাহিৰৰ পোহৰৰ লগত পৰিচিত হোৱা? পোহৰেই জানো মুক্তি?

জীৱনে মুক্তি বিচাৰে প্ৰেমৰ মাজত, প্ৰেমে মুক্তি বিচাৰে মৃত্যুৰ মাজত, মৃত্যুৱে আৰাধনা কৰে জ্যোতিৰ, পোহৰৰ, অমৃতৰ। মৃত্যুমা অমৃতং গময।

জীৱন যদি কেৱল আলোক অন্বেষণৰ অন্তহীন পৰিক্ৰমা, তেন্তে জীৱনৰ পথত আন্ধাৰেই সত্য নেকি? আন্ধাৰক চিনি পোৱাৰ নামেই জানো পোহৰ? কিন্তু জীৱন জানো কেৱল এটা সুদূৰপ্ৰসাৰী উদ্দেশ্য? ই জানো কেৱল এটা উপলক্ষ্য?

কিন্তু আন্ধাৰৰ মাজতো যদি কোনোবাই জোনাকীৰ পোহৰ দেখা পায? মাণিকৰ সন্ধান পায। তাৰ জানো কোনো মূল্যই নাই?

জীৱনৰ পৰা প্ৰেম, প্ৰেমৰ পৰা মৃত্যু। কিন্তু প্ৰেম জানো সঁচাযে পোহৰ? সঁচাযে পোহৰ জানো?

এনে ধৰণৰ কিছুমান আলোচনা কৰিছে ডক্টৰ অৰুণাভে। হযতো প্ৰবন্ধটো লিখাৰ সময়ত তেওঁৰ মনত মৃত্যুৰ চিন্তা আছিল, কিন্তু সেইবুলি ইযাকে তেওঁৰ শেষ ৰচনা যেন মোৰ নালাগিল। তদুপৰি শেষ ৰচনা হ'লেও ইযাত তেওঁৰ জীৱনৰ বিশেষ কথা একো পোৱা নগ'ল।

আলোচনীখন থৈ দিলো। ইযাৰ পৰৱৰ্তী কোনো সংখ্যাত ডক্টৰৰ সম্পৰ্কে আৰু কথা ওলাব পাৰে। তেতিযা ইযাৰ কথাখিনি পৰিপূৰক হিচাপে ব্যৱহাৰ কৰিব পৰা যাব। বৰ্তমান থাকক।

ডঃ অৰুণাভৰ কিতাপবোৰ পঢ়ি শেষ কৰিব পৰাৰ দুঃসাহস মোৰ নাছিল। পঢ়াৰ আনন্দত কোনো কিতাপ পঢ়া, আৰু অন্য কিবা এটা বিচাৰি কিতাপ পঢ়া, দুটা বেলেগ কথা। অৱশ্যে অন্য কোনো উদ্দেশ্যেৰে কিতাপ পঢ়িলেও আনন্দ বা জ্ঞান লাভ নোহোৱাকৈ নেথাকে। কোনোবা ঠাইলৈ যাবৰ কাৰণে আমি কেতিয়াবা ৰেলেৰে যাত্ৰা কৰো। ভ্ৰমণটো উপলক্ষ্যহে, লক্ষ্য নহয। তথাপি ৰেলত ভ্ৰমণ কৰাৰো এটা আনন্দ নোহোৱা নহয।

অৱশ্যে অৰুণাভৰ কিতাপৰ কোনো কেটেলগ থকা হ'লে, হয়তো তাকে ওপৰে ওপৰে চাযো মই সম্যক ধাৰণা কৰিব পাৰিলোহেঁতেন। তেওঁৰ কিতাপৰ আলমাৰিবোৰত বিচাৰি কোনো কেটেলগ নেপালো। সেই কাৰণে কিতাপবোৰৰ ওপৰত কিছু সাৱধানে চকু ফুৰাব লগা হ'ল।

অলপ বিসদৃশ লাগিল, ইউৰোপ এছিয়া আমেৰিকাৰ এনে ধৰণৰ কিতাপ তেওঁৰ লাইব্ৰেৰীত সংগ্ৰহ কৰি ৰখা হৈছে যে, তেওঁৰ সাহিত্যিক ৰুচি সম্পৰ্কে সাধাৰণ মন্তব্য বা ধাৰণা কৰা অসম্ভৱ যেন লাগিল।

তদুপৰি ইমান বিভিন্ন ধৰণৰ আৰু বিভিন্ন বিষয়ৰ কিতাপ আছে যে দেখি কেৱল বিস্মিত হোৱাই নহয়, আমোদো পোৱা যায়। এই লাইব্ৰেৰী গঢ়ি তোলাত কোনো নিৰ্দিষ্ট পৰিকল্পনা থকা যেন নেলাগিল, যেন যেতিযাই য'তে যি কিতাপকে

দেখিছিল তাকে কিনি পেলাইছিল আৰু যেন আচলতে গ্ৰন্থাগাৰ গঢ়ি তুলিবৰ কাৰণে পুথি সংগ্ৰহ কৰা নাছিল, বৰং পুথি সংগ্ৰহ কৰি ৰাখোতে সি যেন আপুনিযে এটা ডাঙৰ গ্ৰন্থাগাৰৰ ৰূপ ল'লে।

মাজে মাজে মোৰ মনত লাগিছিল যেন ডক্টৰ অৰুণাভ মানুহজন বৰ খামখেযালী বিধৰ আছিল। অৱশ্যে তেওঁৰ লাইব্ৰেৰীত থকা প্ৰতিখন কিতাপকে যে তেওঁ ভালকৈ পঢ়িছিল তাৰ প্ৰমাণ আছিল কিতাপৰ পাতে পাতে। কিছুমান কথাৰ শাৰীৰ তলত আঁকপৰা, কিছুমানৰ কাষত চিন দিযা, কিছুমানৰ ওপৰত একোটা প্ৰশ্নবোধক চিন, কিছুমানত আশ্চৰ্যবোধক চিন, দেখিলেই ধৰিব পাৰি যে তেওঁ সকলো কথা বুজি পঢ়িছিল।

কিন্তু ইতিহাস, দৰ্শন, ভূগোল, ভ্ৰমণ-বৃত্তান্ত, পদাৰ্থ বিজ্ঞান, আইন গণিত-শাস্ত্ৰ, জ্যোতিৰ্বিজ্ঞান, ৰসায়ন, কাব্য, উপন্যাস, নাটক, চিন্তাশীল প্ৰবন্ধ, ৰাজনীতিৰ গ্ৰন্থৰ উপৰিও, পৃথিৱীৰ প্ৰায সকলো ধৰ্মৰ মূল পুথিবোৰ আৰু দাৰ্শনিক তথা ধৰ্ম সম্পৰ্কীয় মতবাদবোৰৰ ওপৰত লিখা বিভিন্ন পাণ্ডিত্যপূৰ্ণ সমালোচনাৰ পুথিবোৰ তেওঁৰ সংগ্ৰহত আছে। বিস্ময়ৰ কথা যে সকলো কিতাপ তেওঁ খৰচি মাৰি পঢ়াৰ প্ৰমাণ কিতাপৰ পাতে পাতে এতিযাও আছে। দেখিলে এনে ধাৰণা হয যেন বিভিন্ন যুগৰ, বিভিন্ন দেশৰ মানুহৰ এই সঞ্চিত জ্ঞান অভিজ্ঞতাৰ মাজত তেওঁ কিবা এটা অক্লান্তভাৱে বিচাৰি ফুৰিছিল, যেন এটা সূত্ৰ, এটা গভীৰ অন্তঃস্ৰোতা ঐক্য বিচাৰি তেওঁ আকাশ, পৃথিৱী, অতীত, বৰ্তমান সকলোৰে মাজত ঘূৰি ফুৰিছিল। কিতাপবোৰৰ কিছুমান ঠাইত কৰা তেওঁৰ মন্তব্য, অথবা বিশেষ বিশেষ সাংকেতিক চিনবোৰৰ পৰা এটা নেভাগৰা, সন্ধানী আত্মাৰ ঊৰ্ধশ্বাস গতিৰ অশৰীৰি পৰিচয় পোৱা গৈছিল। তথ্য নহয়, কোনো সত্য বিচাৰি যেন অৰুণাভৰ আলোকমুখী আত্মাটোৱে নিজৰ ওচৰতেই উত্থাপন কৰিছিল কিবা এটা ভাষাহীন, দুৰ্বোধ্য প্ৰশ্ন আৰু তাৰে সমাধান বিচাৰি পৃথিৱীৰ জ্ঞান-ভাণ্ডাৰ ঘাটিছিল।

কিন্তু কিহৰ অন্বেষণ কৰিছিল ডক্টৰ অৰুণাভে, বুজা সহজসাধ্য নাছিল।

দৰ্শন, ইতিহাস, পদাৰ্থ-বিজ্ঞান আৰু ধৰ্মগ্ৰন্থবোৰ তেওঁ অধিক মনোযোগেৰে পঢ়া যেন অনুমান হ'ল, কাৰণ ইয়াৰ প্ৰাযবোৰ কিতাপতে তেওঁ সৰু সৰু মন্তব্য লিখি গৈছিল। কোনো একোটা প্ৰসংগত অন্য গ্ৰন্থ আলোচনা কৰিবৰ কাৰণে ইংগিত লিখি ৰাখিছিল, কিন্তু বেছিভাগ ঠাইত আছিল প্ৰশ্নবোধক চিন।

হয়তো ডক্টৰ অৰুণাভৰ এটা বিশ্লেষণশীল বৈজ্ঞানিক মন আছিল আৰু কোনো বিদগ্ধ পণ্ডিতে লিখিলে বুলিয়েই সকলো কথা তেওঁ বিনাদ্বিধাই মানি নলৈছিল। তেওঁৰ এই যুক্তিশীল পাণ্ডিত্য-চেতনাক মোৰ শ্ৰদ্ধা কৰিবৰ মন গ'ল।

কিন্তু এইবিলাকৰ পৰা ডক্টৰৰ জীৱনীৰ কাৰণে বিশেষ সম্বল একো পোৱা যেন নেলাগিল। সত্যসন্ধানী এটা মনৰ পৰিচয়েই এজন মানুহৰ পূৰ্ণ পৰিচয় নহয়। তেওঁৰ জীৱনৰ সামাজিক, ব্যৱহাৰিক আৰু নানা দিশ থাকে।

এজন মানুহে কিমান কি পঢ়িছে তাৰ পৰা তেওঁৰ বিষয়ে যিমান জানিব পাৰি, তেওঁ কি লিখি থৈ গৈছে, তাৰ পৰা তেওঁৰ বিষয়ে বহুত বেছি কথা জানিব পাৰি। আহমদক এদিন এই কথা ক'লো।

আংশিকভাৱে মোৰ কথাত সমৰ্থন জনালেও, আহমদে ক'লে, তুমি অলপ বেমেজালি পাইছা বোধকৰো, কিন্তু তুমি ভালকৈ মনোযোগ দি চালে দেখিবা হেমলেটৰ নিচিনাকৈ there was some method in his madness তেওঁ অৱশ্যে কোনোদিনেই পাগল নাছিল, তেওঁৰ চিন্তাৰ আৰু ভাবৰ এটা সংহতি নিশ্চয় আছিল, try to find it out

মই ক'লো যে, ডক্টৰ অৰুণাভৰ জীৱনৰ অন্যান্য ঘটনা আৰু কাৰ্যাৱলীৰ পৰিপ্ৰেক্ষিততহে তেওঁৰ অধ্যয়নৰ মূল্য নিৰূপণ কৰা যাব পাৰে।

আহমদে এই কথাটোত আংশিক সমৰ্থন জনাই ক'লে যে, তেওঁৰ মনটোৱে অধ্যয়নৰ মাজেদি কিহৰ সন্ধান কৰিছিল তাৰ পৰিপ্ৰেক্ষিতত তেওঁৰ জীৱনৰ বহু কথাৰ সমাধানৰ ইংগিত পোৱা যাব পাৰে।

এই প্ৰসংগতে মই আহমদক ক'লো যে, এটা সৰু আলমাৰি এতিয়াও খোলা হোৱা নাই। মোৰ হাতত থকা চাবিৰে সেইটো খোলা নগ'ল।

তেওঁ হঠাতে হাঁহি ক'লে, এৰা, তাৰ চাবিটো ময়ো বিচাৰি পোৱা নাই। বাৰু সেইটো পিছতো খোলা যাব। মোৰ মনেৰে তাতো কিতাপেই আছে।

তেওঁৰ কথাটো বুজিলো, কিন্তু পাতল হাঁহিটোৰ কাৰণ নুবুজিলো। অৱশ্যে বিশেষ কৌতূহলৰ কাৰণ নাই, কিয়নো ডক্টৰ অৰুণাভৰ জীৱনী সংকলন বিষয়ত তেওঁ কোনো কথা মোৰ পৰা গোপন নকৰে— সেই কথা মই জানো। কিন্তু সঁচাকৈয়ে জানো চাবিটো নাই। নে কোনো বিশেষ কাৰণত সম্ভৱতে আহমদে সেই আলমাৰিটো নোখোলাকৈ ৰাখিব খুজিছে?

তাত বৰ বেছি গুৰুত্ব আৰোপ নকৰি মই কিতাপবোৰ পঢ়াতে মনোনিবেশ কৰিলো। কিন্তু সকলোবোৰ কিতাপ পঢ়াটো সম্ভৱপৰ নহ'ব ভাবিয়ে মই প্ৰধানকৈ তেওঁ দাগ বা চিন দি ৰখা ঠাইবোৰ পঢ়ি চাব ধৰিলো— কেনেবোৰ কথাই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল ধাৰণা কৰিবৰ কাৰণে।

জেন্দাবেস্তাৰ ইংৰাজী অনুবাদৰ এখন গ্ৰন্থ তেওঁ বৰ মনোযোগেৰে পঢ়া যেন অনুমান হ'ল, কাৰণ তাৰ বহুত পাতত তেওঁ চিয়াহী আৰু পেন্সিলেৰে দাগ দি গৈছিল আৰু কোনো কোনো ঠাইত একোটা মন্তব্যও লিখিছিল।

এঠাইত তেওঁৰ লিখা আছিল ঃ এই পৃথিৱীত পোহৰ আৰু আন্ধাৰৰ অনাদি অনন্ত সংঘৰ্ষ। আহূৰা মজ্‌দা— কিমান যুঁজিবা আহ্‌ৰিমনৰ লগত? আন্ধাৰ আঁতৰাবৰ কাৰণে সদায় জুই জ্বলাই ৰাখা। কিন্তু চিৰ-অনিৰ্বাণ শিখা ক'ত? জুই যে নুমাই যায়। তেন্তে কি আন্ধাৰেই সত্য? পোহৰ নিগেটিভহে নেকি? আহৰিমন তুমিযে জানো শাশ্বত তুমিযে জানো চিৰন্তন?

প্ৰায় দুমাহৰ পিছত। অক্টোবৰ মাহৰ মাজভাগ। দুৰ্গাপূজা শেষ হৈ গৈছে। বোধকৰো কাতিমাহৰ প্ৰথম সপ্তাহ। বেছ কুঁৱলী পৰিছে।

ৰেল ষ্টেচনৰ প্লেটফৰ্মতে মই বৈ আছিলো ৰেলৰ কাৰণে বাট চাই। অলপ এফালে হেলনীয়া আছিল। আগদিনা গৈ, পিছদিনা ঘূৰি আহিম।

বৈ থকা অন্যান্য যাত্ৰীৰ মাজত এজন মানুহে মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ওখকৈ মানুহজন। এটা দীঘল খদ্দৰৰ কূৰ্তা আৰু এটা খদ্দৰৰ বহল পায়জামা পিন্ধিছে। চকুত প্লাষ্টিকৰ শকত ফ্ৰেমৰ চশ্‌মা।

ৱেইটিং ৰুমত নবহি, প্লেটফৰ্মৰ কুঁৱলীৰ মাজতে বহি তেওঁ কিবা কিতাপ এখন বৰ মনোযোগেৰে পঢ়ি আছে। যেন এইখন ৰেলৰ প্লেটফৰ্ম নহয়, কোনোবা লাইব্ৰেৰীৰ পঢ়া কোঠাহে।

মানুহজনৰ মুখখন ঘূৰণীয়া, বৰণটো তেজগোৰা-বগা। আগদিনা ডাড়ি খুৰাইছিল কিজানি, মুখখন অলপ ভুবুৰিয়া হৈ আছে। চুলিখিনিও ফণিওৱা নাই, অৱশ্যে তেওঁৰ মূৰত চুলি বেছি নাই। টপা হ'বলৈ আৰম্ভ কৰিছে হয়তো চুলিখিনি পাতল।

তেওঁ মোৰ ফালে কিয়, কোনো মানুহৰ ফালেই এবাৰো চোৱা নাই, মাত্ৰ মাজে মাজে একোবাৰ আহিবলগা ৰেলখনৰ ফালে চায়। আকৌ কিতাপত মনোযোগ দিয়ে। ইমানপৰে মই তিনিটা চিগাৰেট শেষ কৰিলো। কিন্তু তেওঁ একোকে খোৱা নাই, হয়তো চিগাৰেট তেওঁ নেখায়েই।

অন্য কোনো কৌতূহল মোৰ নাছিল, কিন্তু মানুহজনৰ এই নিৰ্লিপ্ত একাগ্ৰতা মোৰ আমোদজনক যেন লাগিছিল। তেওঁ ক'ৰবালৈ যাবলৈ আহিছে, নে অন্য ক'তো কিতাপ পঢ়াৰ ঠাই নেপাই ইয়াত কিতাপ পঢ়িবলৈ আহিছে? কিযেইবা পঢ়িছে ইমান তন্ময়তাৰে?

মানুহজনৰ বয়স ৪৫ বছৰৰ বেছি নহয় যেন লাগিল।

মই তেওঁৰ কাষ চাপি নগ'লো, অভদ্ৰামি হ'ব। কিন্তু প্ৰত্যেকবাৰেই ৰেলখন অহাৰ ফালে চালে তেওঁৰ ওপৰত মোৰ চকু নপৰাকৈ নেথাকে। মানুহজনে এই কথা জানিব পাৰিছে বুলি মোৰ অলপ বেযা লাগিছিল।

অৱশেষত ৰেলখন আহিল।

অন্যলৈ ভ্ৰূক্ষেপ নকৰি মই এটা দ্বিতীয় শ্ৰেণীৰ কোঠাত উঠিলো। কিন্তু ৰেলখন এৰিলত দেখো সেই কিতাপ পঢ়ি থকা মানুহজনো মোৰ কোঠাতে উঠিছে। তেওঁৰ বেডিং আৰু বাকচ-পত্ৰও আছে। কোঠাটোত আৰু দুজন মানুহ মাত্ৰ আছে। তেওঁলোক আগৰে পৰা আহি আছে। সাধাৰণ যাত্ৰী।

মানুহজনৰ লগত কথা পতাৰ আগ্ৰহ বা প্ৰয়োজন নাছিল। সেইদেখি মযো কিতাপ এখন উলিয়াই ল'বৰ আযোজন কৰিছিলো। একে বেঞ্চতে বহা মানুহজন অলপ কাষ চাপি আহিল আৰু বিশেষ ভূমিকা নকৰি অলপ হাঁহি সুধিলে, আপুনি কিমান দূৰ যাব?

হাঁহিলত তেওঁৰ ওপৰ-পাৰীৰ দাঁতকেইটা ওলাই পৰিছিল, তেতিযাহে মই বুজিব পাৰিলো যে তেওঁৰ ওপৰ-পাৰীৰ আগদাঁত দুটামান অলপ উচলা।

মানুহজনে কথাষাৰ এনেদৰে সুধিলে যেন মোক আগৰে পৰা চিনিহে পায।

মই মোৰ গন্তব্য ঠাইৰ কথা ক'লো।

তেওঁ আৰু একো নক'লে, আঙুলিৰে চিন দি ৰাখি কিতাপটো জপাই তেওঁ খিৰিকীযেদি বাহিৰৰ ফালে চালে। তেওঁৰ ওঁঠ দুটা অলপ জোঙা হৈ পৰি, যেন তেওঁ সুহুৰিয়াবলৈ আৰম্ভ কৰিছে।

ভদ্ৰতাৰ খাতিৰতে মই সুধিলো, আপুনি কিমানদূৰ যাব?

আকৌ হাঁহি তেওঁ মোৰ ফালে ঘূৰি চালে। তেওঁৰ সুহুৰিয়াওতে কৰা মুখখন আকৌ ঘূৰণীযা হৈ পৰিল। কপালৰ ওপৰেদি বাওঁহাতৰ তলুৱাখন পিছলাই নি তেওঁ ক'লে, বহুত দূৰলৈ ওলাইছো, আজিকালি অৱশ্যে কাশী বৰ বেছি দূৰ নহয়, তথাপি সদায ঘূৰি নুফুৰা মানুহৰ কাৰণে সেয়ে দূৰ নহয় জানো?

কথাষাৰ কৈ মানুহজনে এটা অৰ্থহীন হাঁহি মাৰিলে। তেওঁৰ কথাষাৰত হাঁহিবলগীয়া কি আছিল মই বুজিব নোৱাৰিলো।

তেওঁৰ সাজ-সজ্জাৰ পৰা তেওঁ যে তীৰ্থযাত্ৰী এনে ধাৰণা নহ'ল। জানিব খোজাটো ভদ্ৰজনোচিত হ'বনে নহয় বিশেষ নভবাকৈয়ে সুধিলো, বেনাৰচলৈ কিয় যায়, তীৰ্থৰ কাৰণে?

মানুহজনে এইবাৰ মুখখন মেলি হাঃ হাঃকৈ হাঁহি উঠিল। তেওঁৰ হাঁহি শুনি বাকী যাত্ৰী দুজনেও এবাৰ তেওঁৰ ফালে চাই মুখ ঘূৰাই ল'লে। মযো কৌতূহলেৰেই চালো।

কিছুপৰৰ মূৰত ইঁহা কিছু বন্ধ কৰি তেওঁ ক'লে, পুণ্য আৰ্জিবৰ বয়স নৌ হয় এখোন, এতিয়াও পঞ্চাছ পাৰ হোৱাই নাই। অন্য বোজাই বহুত, পুণ্যৰ বোজা কঢ়িয়াবলৈ শক্তিয়েই নাই।

কৈ তেওঁ আকৌ হাঁহিলে।

এইবাৰ মযো অলপীয়াকৈ তেওঁৰ হাঁহিত যোগ দিলো। যদিও তেওঁৰ মন্তব্যটো বৰ হাস্যকৰ নাছিল।

মই সুধিবলৈ নৌপাওঁতেই তেৱেঁই ক'লে, তীৰ্থ কৰিবলৈ নহয়, বুজিছে। অৱশ্যে কাশীলৈ গ'লে, তীৰ্থ কৰা কথাটো আৰু বেলেগাই চিন্তা কৰিবলগীয়া নহয়। অন্য সকামতহে মই ওলাইছো।

তেওঁ আকৌ হাঁহি উঠে বুলি মনে মনে ভয় লাগিছিল। কিন্তু তেওঁ আৰু নেহাঁহিলে। অলপ শান্ত হৈ ক'লে, ক'ব নোৱাৰো ব্যৰ্থশ্ৰম হয় নেকি, কাশীৰ নিচিনা এখন চহৰত মানুহ বিচাৰি উলিওৱাটো জানো সহজ কথা?

আপুনি কাৰোবাক বিচাৰি ওলাইছে? মই সঁচা কৌতূহলেৰে সুধিলো।

তেওঁ আকৌ হাতৰ তলুৱাৰে চুলিখিনি সমান কৰি ল'লে আৰু লাহে লাহে ক'লে, বহুত দিন হ'ল— ওঠৰ বছৰেই হ'ল কিজানি, মোৰে এজনী বাই— সহোদৰা নহয় অৱশ্যে, কাশীৰ ফালে গুচি গ'ল। বহুত দিন কোনো খবৰ-বাতৰি পোৱা নাছিলো। সিদিনা অলপতে এখন চিঠি পালো যে তেওঁ আজিকালি কাশীবাসী। আজি কিছুদিনৰ পৰা তাতেই আছে হেনো। ভালেমান বছৰৰ আগতে তেওঁৰ স্বামীৰ লগত কিবা বিচ্ছেদ ঘটিল, মনোমালিন্য হ'ল। আপোন পৰিয়াল নিবিচাৰি কাশীতেই ৰৈ গ'ল। এতিয়া স্বামীৰ মৃত্যু হোৱাত তেওঁ হেনো স্বামীয়ে এৰি যোৱা উইলৰ মতে বহুত সম্পত্তিৰ অধিকাৰী হৈছে। কিন্তু তেওঁ সম্পত্তিৰে কি কৰিব? মাতি পঠিয়াইছে মোক। আচল কথা কিন্তু মই এতিয়াও বুজিব পৰা নাই। যেই হওক, অতকালৰ মূৰত চিঠিখন দিছে যেতিয়া, যাওঁৱেই বিচাৰি, নহয় জানো?

কৈ শেষ কৰি আকৌ তেওঁ হাঁহিলে। মই অনুভৱ কৰিলো এই হাঁহি অপ্ৰাসংগিক, কিন্তু মই একো নক'লো। মনতে এবাৰ ভাবিলো ভদ্ৰলোকৰ ইঁহাটো এটা মুদ্ৰাদোষ নে মানুহজনৰ বুদ্ধি অলপ ভোটা? যেই কি নহওক সহযাত্ৰীৰ ব্যক্তিগত কথাত বৰ বেছি ভাগ বিচৰাৰ দৰকাৰ আৰু মই অনুভৱ নকৰিলো।

মই চিগাৰেট জ্বলালো। তেওঁ আকৌ খিৰিকীৰে বাহিৰলৈ চালে।

কুঁৱলী শেষ হৈছে। ৰ'দবোৰ ধাননি পথাৰত বিয়পি পৰিছে। আকাশখন গভীৰ নীলা, ক'তো মেঘ নাই। এজাক কোমল বতাহ বৈ গৈছে।

তেওঁলৈ চিগাৰেট আগবঢ়ালত তেওঁ চিগৰেট নেখায় বুলি জনালে।

আপুনি আগে কাশীলৈ গৈছে নহয়। তেওঁ বাহিৰৰ ফালে চাই থাকিয়ে সুধিলে।

কেইবাবাৰো গৈছো। আপুনিওতো গৈছে?

একো নকৈ তেওঁ জেপৰ পৰা এটা দীঘলীয়া চিঠিৰ খাম উলিয়ালে।

এইখন বাইদেউৰ চিঠি, চাওকচোন— তেওঁ খামটো মোৰ ফালে আগবঢ়ালে।

কথাটো ভদ্ৰজনোচিত নহয়। এতিয়াও ভালকৈ চিনাকি নোহোৱা এজন মানুহলৈ অহা অপৰিচিত মানুহে লিখা এখন চিঠি পঢ়ি চাবৰ কাৰণে মোৰ আগ্ৰহ নাছিল। কিন্তু তেওঁ আকৌ হাঁহি দিযে বুলি খামটো মই হাতলৈ ল'লো।

বাইদেউৰ নিজৰ লেখা নহয়, তেওঁৰ হাতৰ আখৰ মই চিনি পাওঁ, বাইদেউৰ হৈ অন্য কোনোবাইহে লিখি দিছে।

মই খামটোৰ ওপৰৰ লেখাখিনিত চকু ফুৰালো, বিযোগত আছে ঃ শ্ৰীদুষ্মন্ত তালুকদাৰ।

এইযা আপোনাৰ নাম?

মানুহজনে ডাঙৰকৈ হাঁহিলে, হাঁহিত তেওঁ গোটেই মানুহজন জোকাৰ খাই উঠিল।

কি যে আচৰিত, আপোনাক মোৰ নামটোকে এতিযাও কোৱা নাই। এৰা, সেইটোৱেই মোৰ নাম।

কোঠাৰ অন্য দুজন মানুহে এবাৰ তেওঁলৈ চাই আনফালে মুখ কৰিলে। সাধাৰণ ভদ্ৰতাৰ খাতিৰত মযো নিজৰ নাম ক'লো।

তেওঁ মোৰ হাতৰ পৰা খামটো খুজি ল'লে।

পঢ়িব নেলাগে। কথাটো মই মুখেৰেই ক'ম— দিযক।

তেওঁ খামটো কামিজৰ ওপৰ জেপত ভৰাই থ'লে।

মই সাধাৰণভাৱে আগ্ৰহ প্ৰকাশ কৰা ধৰণে তেওঁৰ মুখলৈ চালো।

তেওঁ মোৰ ফালে ঘূৰি ভালকৈ বহি ল'লে।

কথাটো কি বুজিছে, ৰেজা চাহেব। এৰা, আপোনাক নকৈ আৰু কি। ৰ'ব। কথাটো আগৰে পৰা কওঁ ঃ

দেউতা সৰু-সুৱা এজন জমিদাৰেই আছিল— আমাৰ অজস্ৰ সম্পত্তি আছিল, মাটি-বাৰী, চাকৰ-বাকৰ, কিবা-কিবি বহুত আছিল। দেউতাই দুগৰাকী বিয়া কৰাইছিল। প্ৰথমগৰাকীৰ একমাত্ৰ জীযেক আছিল এই বাইদেউ। ইমান যে ধুনীয়া আছিল বাইদেউ। আপুনি বিশ্বাস কৰক, ধনী মানুহৰ ছোৱালী বুলি কোৱা নাই, কিন্তু সঁচাকৈয়ে বাইদেউ বৰ ৰূপহী আছিল। মই অৱশ্যে তেওঁতকৈ ভালেমান বছৰৰ সৰু। বাইদেউৰ

মাক মৰাৰ চাৰি বছৰৰ পিছতহে মোৰ মাক বিয়া কৰায়। বহুত বছৰ হ'ল, বহুত কথা পাহৰি গৈছো, বাইদেউৰ মুখখনৰ কথা কিন্তু মই পাহৰি যোৱা নাই।

দুষ্মন্ত অলপপৰ নীৰৱে ৰ'ল। মই আকৌ এটা চিগাৰেট জ্বলালো। প্ৰকৃততে তেওঁৰ কথাত মই বিশেষ একো পোৱা নাছিলো। দেখাত মানুহজন অল্পভাষী যেন হ'লেও মানুহজন যে কথাচহকী এতিয়া বেছ বুজিব পাৰিলো। আৰু তেওঁৰ বায়েক অথবা আন কোনোবা বৰ ধুনীয়া হোৱা বা নোহোৱাত মোৰ কোনো লাভ-লোকচান নাই। কিন্তু তেওঁ যেতিয়া কৈ গৈছে, মোৰ শুনি যোৱাৰ বাহিৰে উপায় নাই।

তেওঁ জেপৰ পৰা এটা সৰু টেমা উলিয়াই তাৰ পৰা দুটামান ইলাচীদানা মোক দিলে আৰু নিজেও দুটা বৰ আয়মেৰে মুখত ভৰাই টেমাটো জেপত ভৰাই থ'লে।

মই ধন্যবাদ দিলো ইলাচীদানাৰ কাৰণে।

তেওঁ আৰম্ভ কৰিলে, এইবোৰ কথা যাৰে-তাৰে আগত কোৱা নেযায়। পাৰিবাৰিক কথা, নহয় জানো? আপোনাৰ বয়স কিমান হৈছে বাৰু? হঠাৎ কথাৰ মাজতে তেওঁ সুধিলে।

মই অলপ অস্বস্তিবোধ কৰিলো। মানুহজনৰ মাত্ৰাজ্ঞান অলপ কম যেন লাগিল। মই মাত্ৰ ইঁহাৰ নিচিনা কৰিলো।

বয়সত নিশ্চয় আপুনি মোতকৈ সৰু হ'ব। বাইদেউ মোতকৈ বাৰ নে তেৰ বছৰৰ ডাঙৰ আছিল। আৰু তেওঁ সৰু থকা দিনৰ কথা ভাবকচোন, তেতিয়া ছোৱালীবোৰে নপঢ়িছিলেই। দেউতাই কিন্তু বাইদেউক যথেষ্ট পঢ়াইছিল। ঘৰতে মাষ্টৰ ধৰি পঢ়োৱাৰ উপৰিও, অসমৰ পৰা এণ্ট্ৰেন্স পাছ কৰাৰ পিছত কলিকতা কলেজতো পঢ়াইছিল।

কোনোবা এটা ষ্টেচনত ৰেলখন ৰ'লত তেওঁ নামি গ'ল, মই অলপ স্বস্তি অনুভৱ কৰিলো। তেওঁৰতো সোনকালে ৰেলৰ পৰা নামি যোৱাৰ কোনো সম্ভাৱনা নাই।

ময়ে নামি যাব পৰো, কিন্তু তেওঁ মোক বেয়া পাব, যদিও তেওঁ বেয়া পোৱাৰ পৰা মোৰ লাভ-ক্ষতি একো নহয়।

কিন্তু আৰু কেইটামান ষ্টেচন যোৱাৰ পিছতে মই নামিম। এইকণ বাট যেনে তেনে তেওঁৰ লগতে যাওঁ আৰু।

ৰেলৰ হুইচেলৰ লগে লগে তেওঁ গাড়ীত উঠিল। হাতত কিবাকিবি কাগজৰ টোপোলা।

আৰু মুখত—

মুখত উল্লাসৰ হাঁহি।

তেওঁ আহি আয়মেৰে বহি ল'লে, কাগজৰ টোপোলাকেটা মোৰ আগত মেলি ধৰিলে আৰু ক'লে, বেয়া নেপায যদি খাওক— ইয়াৰ পৰাই খাবনে?

মই হাঁহি কাগজখনৰ পৰা দুটামান তেলত ভজা বাদাম তুলি ল'লো।

দুষ্মন্তই অলপ শান্ত এটা হাঁহি মাৰি ক'লে, মোৰ আকৌ জাৰ্লিত এইবোৰ বস্তু খাই ভাল লাগে। বিশেষকৈ এই চল্টেড পী-নাট, গ্ৰাউণ্ড নাট এইবোৰ।

মই তেওঁৰ মুখখনলৈ চালো, তেওঁ নিশ্চয় খোৱাত কাৰ্পণ্য নকৰে।

আৰু বেছি বাদাম খাবলগীয়া হোৱাৰ ভয়ত ময়ে ক'লো, আপোনাৰ বাইদেৱেকে কিমান পঢ়িছিল?

তেওঁ আৰু এমুঠি বাদাম মুখত ভৰাই বৰ তৃপ্তিৰে কোৱাদি ক'লে, চোকা ছোৱালী আছিল, বাইদেউৱে ফাৰ্ষ্ট ডিভিজনত এফ-এ পাছ কৰিছিল। বি এ পঢ়িবলৈ ঠিক কৰিছিল, পিছে ঈশ্বৰৰ ইচ্ছা অন্যৰূপ। হঠাৎ দেউতা ঢুকাই থাকিল।

তেওঁৰ মৃত দেউতাকৰ প্ৰতি মোৰ কোনো অনুভূতি নাছিল, তথাপি সমবেদনা জনোৱাৰ সুৰত ক'লো, হয নেকি? বাইদেৱেকে তেন্তে আৰু নপঢ়িলে?

নপঢ়িলে। মই তেতিয়া বিলাতত। আকৌ এমুঠি ভজা বাদাম তেওঁ মুখত ভৰালে।

জমিদাৰৰ ল'ৰা হ'লে বিলাতলৈ যোৱাটোৱেই আছিল ৰীতি।

মই তেওঁৰ মুখলৈ চালো।

দেউতাক শেষ সময়ত দেখা নেপালো, মই আহিব নোৱাৰিলো। তেতিয়া মই এটা পৰীক্ষাৰ কাৰণে সাজু হৈছিলো, সাত মাহৰ পিছত ঘৰ পালোহি। কিন্তু তাৰ এমাহৰ আগতে বাইদেউৰ বিয়া হৈ গৈছিল।

অ— নিৰ্বিকাৰভাৱে মই ক'লো।

তেওঁৰ বাদাম খোৱা শেষ হৈছিল। ৰুমালখনেৰে মুখখন মোহাৰি তেওঁ ক'লে, দেউতা ঢুকুৱাৰ আগতে হেনো বাইদেউৰ বিয়াৰ বন্দৱস্ত হৈ আছিল। পিছে বিয়াখন দেউতাই চাই যাবলৈ নেপালে।

খিৰিকীৰে তেওঁ বাহিৰৰ ফালে চালে। যেন কিবা কথা এটা মনত পেলাবৰ চেষ্টা কৰিলে।

মই আশা কৰিছিলো ইমানতে তেওঁৰ কাহিনীৰ অন্ত পৰক। এটা চিগাৰেট জ্বলালো।

অলপ পৰ দুয়ো মনে মনে থাকিলো।

হঠাৎ কথা এষাৰ মনত পৰি যোৱাৰ দৰে দুষ্মন্তই ক'লে, সেই বাইদেউ। কত বছৰ যে মই দেখা নাই। বিযাৰ পিছত তিনিবাৰ কি চাৰিবাৰ দেখা পাইছো। এতিযা বিধৱা হ'ল, হযতো দেখিলেও চিনিব নোৱাৰিম।

এতিযা তেখেতক লগ পাবলৈকেতো আপুনি ওলাইছে? মই সুধিলো।

মাতি পঠাইছে। অৱশ্যে ক'ত বিচাৰি উলিযাব পাৰিম ক'ব পৰা নাই। চিঠিখন লিখিলে, কিন্তু ঠিকনা ভালকৈ নিলিখিলে।

মানুহজনৰ অৱস্থাটো মই অলপ উপলব্ধি কৰিলো। অলপ চিন্তা কৰি ক'লো, চিঠিখন পাযে আপুনি গুচি নাহি আৰু চিঠিৰ কাৰণে বাট চোৱা হ'লে হযতো পূৰা ঠিকনা পালেহেঁতেন।

তেওঁ হাঁহিলে।

বাইদেউ মৰা-জীযাৰ বাতৰিকে কত কাল পোৱা নাছিলো। জানিব পাৰিছিলো যে আজি কিছু বছৰৰ আগতে তেওঁৰ স্বামীৰ লগত কিবা কাৰণত এৰাএৰি হৈছিল, তাৰ পিছত এই চিঠি— আৰু বাট চোৱা নেযায।

মই মনে মনে থাকিলো।

তেৰেঁই ক'লে, চিঠিত লিখিছে ক'ৰবাত হেনো ভিনীদেউৰ সম্পত্তি আছিল, সেইযা বাইদেউৰ নামত উইল কৰি গৈছে। বাইদেউক আৰু সম্পত্তি কেলেই? সেইবোৰ মোকে বিচাৰ কৰি লৈ কিবা এটা কৰিবৰ কাৰণে মাতি পঠাইছে বোধকৰো।

এতিযহে দুষ্মন্ত তালুকদাৰৰ কাশীযাত্ৰাৰ আচল উদ্দেশ্যটো মই বুজিব পাৰিলো, হযতো মৃত ভিনীদেৱেকে যথেষ্ট স্থাৱৰ-অস্থাৱৰ সম্পত্তি এৰি গৈছে। জমিদাৰৰ ল'ৰা, মাটি-সম্পত্তিৰ হেঁপাহত কাশীলৈ ওলাইছে।

মই তেওঁক আশ্বাস দিলো— নিশ্চয অলপ চেষ্টা কৰিলেই বাইদেৱেকক লগ পাব পাৰিব আৰু কোনো উকীলৰ সহাযত উইলৰ সম্পত্তিও লাভ কৰাত অসুবিধা নহ'ব।

ষ্টেচন এটাত আকৌ ৰেলখন ৰ'ল। ইযাৰ পিছৰটো ষ্টেচনতে মই নামিম। কিন্তু কথাটো তেওঁক নক'লো।

তেওঁ কিন্তু বহুত কথা কোৱাৰ কাৰণেইনে কিয অলপ শান্ত হৈ পৰিল। বযস হৈছে— কিমান কথা ক'ব আৰু।

অলপতে আমাৰ এৰাএৰি হ'ব। চিনাকি হ'লো যেতিযা মানুহজনৰ লগত সম্পৰ্ক একেবাৰে শেষ কৰি দিযাৰ পৰিৱৰ্তে অলপ ৰক্ষা কৰাৰ প্ৰযোজন বোধ কৰিলো।

সুধিলো, কেতিযামানে কাশীৰ পৰা ঘূৰিব?

তেওঁ আকৌ হাঁহিলে আৰু ক'লে, ঘূৰিম নিশ্চয়। কাশীবাসী হোৱাৰ হেঁপাহ মোৰ নাই, কিন্তু মোৰ কৰিব লগা সকলো কৰিহে ঘূৰিম কিজানি, আহিবলৈ মাত্তি হ'লে বাইদেউকো ঘৰলৈ লৈ আহিম। সোনকালে নুঘূৰিলেও চলিব।

তেওঁৰ মুখলৈ চালো।

হয়তো চাৱনিৰ অৰ্থ তেওঁ বুজিব পাৰিলে।

তেওঁ ক'লে, ল'ৰা দুটাই ভাল চাকৰিকে কৰে, দেউতাৰ জমিদাৰী আৰু নাই, অকণমান চাহবাগিচা কিনিছিলো, চলাওতা আছে। মই আৰু পেন্সন খোৱাহে। কৈ তেওঁ আকৌ ঢেকঢেকৈকৈ হাঁহিলে।

মই জেপৰ পৰা উলিয়াই মোৰ নাম-ঠিকনা থকা কাৰ্ড এটা তেওঁক দি ক'লো, যদি সময় পায় কেতিয়াবা চিঠি দিব। বৰ সুখী হ'লো আপোনাৰ লগত চিনাকি হৈ, মই এইটো ষ্টেচনতে নামিম আৰু।

মই নামিম বোলাত যেন তেওঁ সামান্যভাৱে ক্ষুণ্ণ হ'ল। এ, আপোনাৰ নামিবৰ হ'লেই তেন্তে, মোৰহে আৰু বহুত দূৰ যাব লাগিব। সঁচাকৈয়ে ভাল পালো আপোনাৰ লগত চিনাকি হৈ। আপুনি উত্তৰ দিব কিন্তু, সদায় এই ঠিকনাতে চিঠি-পত্ৰ যাব, নহয়?

অলপ চিন্তা কৰি ক'লো, কিছুদিনৰ পিছত মোৰো এলাহাবাদ, দিল্লী আৰু বোম্বাইৰ ফালে অলপ যাবলগীয়া আছে। কিন্তু যোৱাৰ তাৰিখ এতিয়াও থিৰাং হোৱা নাই।

লঘুভাৱে তেওঁ ক'লে, ক'ৰবাত নিশ্চয় লগ পাই যাম। আজি যেনেকৈ হঠাৎ আপোনাক লগ পাই গ'লো, আই বিলীভ ইন চান্সেজ।

মই কেৱল নীৰৱে হাঁহিলো। তেওঁক পুনৰ লগ পোৱাৰ কোনো আগ্ৰহ মোৰ নাই। বৰ সুবিধাজনক বন্ধু নিশ্চয় নহয়। অপকাৰ নিশ্চয় নকৰে, কিন্তু লগৰজনৰ মন বুজিবৰ চেষ্টা কৰাৰ প্ৰয়োজন হয়তো কাহানিও অনুভৱ কৰা নাই।

ৰেলৰ পৰা নামিবৰ সময়ত হৃদ্যতাৰেই তেওঁক বিদায় দিলো। তেওঁ মোক সহায় কৰি দিলে।

'..... সামাজিক জীৱনৰ ভিত্তি কি? সামূহিক কল্যাণৰ অনুকূল নীতি-আদৰ্শৰ প্ৰতি অকুণ্ঠ শ্ৰদ্ধা? মানৱ সমাজৰ বহু যুগৰ সঞ্চিত অভিজ্ঞতাৰ ফলত যিবোৰ নীতি আৰু আদৰ্শই সমষ্টিগত কল্যাণ আৰু প্ৰগতিৰ কাৰণে প্ৰয়োজনীয় বুলি স্বীকৃতি লাভ

কৰিছে, যিবোৰৰ মৌলিক অস্তিত্বক অৱলম্বন কৰি সমাজ আগবাঢ়ি আহিছে, সেইবোৰ নীতি-আদৰ্শক জীয়াই ৰখা?

কিন্তু প্ৰাচীন হ'লেও কোনো নীতি ভুল হ'ব পাৰে। কোনো আদৰ্শৰ পৃষ্ঠপোষকতাই সমষ্টিৰ সামাজিক ৰূপ ৰক্ষা কৰিলেও, সেই সমাজৰ কোনো ব্যক্তিৰ জীৱনৰ বিকাশত বাধা জন্মাব পাৰে। অগ্নি-পৰীক্ষাৰ প্ৰযোজন থাকিব পাৰে। কিন্তু এনে অগ্নি-পৰীক্ষাই এজন পৰীক্ষাৰ্থীৰ জীৱনকে ভস্মসাৎ কৰি দিব পাৰে। স্বামীৰ চিতাত জঁপিযাই মৃত্যুবৰণ কৰি সতীত্ব প্ৰমাণ কৰিবলৈ যাওতে সতীৰ প্ৰাণেই যায জীৱন শেষ হয। অথচ এসময়ত সতীদাহ আছিল ধৰ্ম। ইযাৰ কাৰণে কিমান কেঁচা জীৱনৰ অকালমৃত্যু ঘটিল।

অৱশেষত মানুহ বাচি থাকিল, সতীদাহ গ'ল। নীতিক জীৱনে পৰাজিত কৰিলে।

সমাজৰ বিধি আছে, সমাজে বৈধতা বিচাৰে, প্ৰতিজন মানুহৰ পৰা সামাজিক বিধিসন্মত আচৰণ বিচাৰে। কাৰণ? এই বৈধতাই সমাজৰ নীতিক ৰক্ষা কৰে, শৃংখলা অটুট ৰাখে।

এই বৈধতাৰ প্ৰযোজনত গোপনে জীৱনৰ নিৰ্মূলীকৰণকো সমাজে আওপকীযাভাৱে স্বীকাৰ কৰে। ভ্ৰূণহত্যা জীৱন-বিৰোধী, ভ্ৰূণহত্যা পাপ অথচ সমাজৰ শুচিতা আৰু সতীত্ব ৰক্ষাৰ প্ৰযোজনত ভ্ৰূণহত্যাও গোপন সামাজিক বিধিৰূপে চলি আছে।

কিন্তু পাৰিবাৰিক ভিত্তিত অথবা গোষ্ঠীৰ ভিত্তিত সমাজ নিৰ্মাণ-পদ্ধতি আৰু অধিককাল চলি নেথাকে। শিল্প-উদ্যোগৰ বিকাশ আৰু বিস্তাৰৰ লগে লগে পুৰণি সমাজ-ব্যৱস্থা ভাগি গৈ নতুন সমাজ ৰচনা হ'ব। মানুহৰ ৰক্ত-সম্পৰ্কতকৈ উৎপাদনৰ ভিত্তিত গঢ়ি উঠা ব্যৱহাৰিক সম্পৰ্কই নতুন সমাজ গঢ়াৰ প্ৰেৰণা দিব। হযতো তেতিযা বৈধতাৰ বিচাৰে ৰূপ সলাব। ঐশ্বৰ্যভিত্তিক ব্যক্তিবাদে শ্ৰেণী বা গোষ্ঠীসমাজৰ জন্ম দিব, কিন্তু সমাজহীন এই ব্যক্তিবাদ সৰহদিন স্থাযী হ'ব নোৱাৰে। জীৱনে সমাজৰ পটভূমিতহে বিকাশ লাভ কৰে। টকাৰ শক্তিযে, অথবা নীতিৰ শক্তিযে জীৱনক সৰহদিন পৰিচালিত কৰিব নোৱাৰে। কেৱল জীযাই থকাৰ জৈৱিক প্ৰযোজনতে সামাজিক নীতি বৰ্তি থাকিব নোৱাৰে। জীৱনে নিজস্ব নিয়ম মানি চলে। এই বিষয মানি জীৱনে জন্ম লয, বিকাশ লাভ কৰে, মৃত্যুৰ .. সফল প্ৰতীক্ষা কৰে। সমাজৰ নিযম-বিধিয়ে জীৱনৰ এই মৌলিক নিয়মক চিনি, স্বীকৃতি দি, অনুধাৱন কৰিব লাগিব।

তেন্তে জীৱনৰ যি অঙ্কুৰে মাতৃগৰ্ভত ভ্ৰূণৰূপে আত্মপ্ৰকাশৰ পথৰ সন্ধান কৰে তাৰ অহাৰ বাটত মৃত্যুৰ খড়্গোৰে বাধা দিযাৰ কি অধিকাৰ সমাজৰ আছে? জীৱনৰ

অৱশ্যম্ভাৱিতাক ৰুদ্ধ কৰি দিয়াক সমাজে নীতি কৰি ল'লে চলিব কেনেকৈ? অবৈধভাৱে জীৱনৰ আশীৰ্বাদ লাভ কৰাৰ কাৰোৱেই অধিকাৰ নাই— এই দাবী কৰিবৰ অধিকাৰ সমাজে ক'ৰপৰা পালে? সমাজৰ অস্বীকৃতিয়েই যদি জীৱনৰো অস্বীকৃতি হ'লহেঁতেন, তেন্তে জীৱনৰ অবৈধ অঙ্কুৰক মাতৃগৰ্ভই কেতিয়াও ঠাই নিদিলেহেঁতেন। বৈধভাৱে হওক, অবৈধভাৱে হওক জীৱন আহিবই। জীৱনৰ অহাৰ পথ ৰুদ্ধ কৰি দিয়াৰ শক্তি সমাজৰ থাকিলেও হত্যাকাৰী সমাজৰ কোনো যুক্তি নাই। জীৱনৰ পোহৰ বিচাৰি যি আত্মাই বিকাশৰ পথত খোজ দিলে, সি অনিৰুদ্ধ।

ক'ৰবাত নৰহত্যা যদি হয়, সি এজনৰ দুষ্কৃতি, কিন্তু ভ্ৰূণহত্যা যদি হয়, তেন্তে তাৰ বাবে পৰোক্ষে বা প্ৰত্যক্ষে সমগ্ৰ সমাজ জগৰীয়া। জীৱন আহিবই, মানুহ আহিবই— পোহৰ আহিবই—'

এদিন ডক্টৰ অৰুণাভৰ লাইব্ৰেৰীত বহি তেওঁৰ কিতাপ এখনৰ ওপৰত চকু ফুৰাই যাওতে ওপৰৰ কথাখিনি এখন সৰু কাগজত লিখি কিতাপটোৰ মাজত সুমুৱাই থোৱা পালো। কিতাপটো নক্ষত্ৰ-বিজ্ঞানৰ, সেই কিতাপটোও যে অৰুণাভে ভালকৈ পঢ়িছিল, তাৰ প্ৰমাণ আছে তেওঁ দি থোৱা চিনবোৰ আৰু মাজে মাজে লিখি ৰখা মন্তব্যবোৰত। কিন্তু নক্ষত্ৰ-বিজ্ঞানৰ এই কিতাপটোৰ পাতৰ মাজত ভ্ৰূণহত্যা সম্পৰ্কীয় তেওঁৰ এই সৰু টোকাটোৱে কেনেকৈ ঠাই পালে মই বুজিব নোৱাৰিলো।

হয়তো কেতিয়াবা তেওঁ এই বিষয়ে চিন্তা কৰিছিল আৰু সেই চিন্তাকে তেওঁ সাধাৰণভাৱে লিপিবদ্ধ কৰি ৰাখিছিল।

সঁচা ক'ব লাগিলে তেওঁৰ কথাখিনিত কোনো বিশেষ নতুনত্ব মই বিচাৰি নেপালো। মানৱ শিশু মানৱ সমাজৰ সম্পত্তি, যেনেকৈয়ে তাৰ জন্ম নহওক, বৈধভাৱেই বা তথাকথিত অবৈধভাৱেই, সি মানৱ-সমাজৰে এজন, মানৱৰ ঐতিহ্যৰ সিও উত্তৰাধিকাৰী। এই কথা প্ৰায় সকলোৱেই স্বীকাৰ কৰে। কিন্তু ডক্টৰ অৰুণাভে নক্ষত্ৰবিজ্ঞানৰ অধ্যয়নৰ মাজত ভ্ৰূণহত্যাৰ সমস্যা আলোচনা কৰাৰ কি উপলক্ষ্য বিচাৰি পালে মই বুজিব নোৱাৰিলো। লগতে থকা অন্যান্য কিতাপবোৰত উক্ত বিষয়ৰ কোনো কথা পাওঁ বুলি বিচাৰিলো, অন্য কিবাকিবি টোকা পালো, কিন্তু সেই বিষয়ৰ আৰু কোনো কথা নাই। ৰচনাৰ তাৰিখো নাই, মাত্ৰ কাগজখন দেখি ধাৰণা হ'ল যে বহুত দিনৰ আগতে এই কথাখিনি তেওঁ লিখিছিল।

কিতাপটো আগৰ ঠাইত থৈ কাগজখন ফাইলত থ'লো, আৰু অন্যান্য কিতাপত চকু ফুৰালো।

আহমদ সোমাই আহিল। তেওঁ সুধিলে মই কি পঢ়িছো আৰু ডক্টৰ অৰুণাভৰ জীৱন সম্পৰ্কে কিবা কথা পাইছোনে নাই। টোকাটো সম্পৰ্কে তেওঁক ক'লো। তেওঁ

কোনো অনুভূতি অথবা মন্তব্য প্ৰকাশ নকৰি ক'লে, এজন্ মানুহে তোমাক লগ পাবলৈ বিচাৰিছিল। মই কালিলৈ আহিবলৈ ক'লো।

কোন মানুহ? মই সুধিলো।

আহমদ আহি চকীখনতে বহিল। তেওঁক সামান্যভাৱে চিন্তান্বিত যেন লাগিল। চিনিব নোৱাৰিলো। কিবা চাকৰি বিচাৰি অহা মানুহ যেন লাগিল। কালিলৈ বোধকৰো আকৌ আহিব। ভাল লাগিলে তুমি কথা-বতৰা হ'বা।

মই শলাগিলো। জীলি প্ৰকাশনীত কাম বিচাৰি মাজে মাজে মানুহ আহে। অৱশ্যে মানুহ ৰখা-নৰখাটো মেনেজাৰৰহে কাম, কিন্তু কোনোবা মানুহ আহিলে কথা-বতৰা পতাত কোনো হানি নাই।

আহমদে শান্তভাৱে সুধিলে, এই কামোতো তোমাৰ বৰ আমনি লগা যেন লাগিছে চাগৈ। সেই দেখি মই ভাবিছো তুমি কিছুদিনৰ কাৰণে অলপ ফুৰি-মেলি আহাগৈ। ইতিমধ্যে কেইখনমান কিতাপৰ পাণ্ডুলিপি আহি পৰিছে, যদি সময় কৰিব পাৰা সেইবিলাকতো অলপ চকু ফুৰাবা আৰু ডক্টৰ অৰুণাভৰ সম্পৰ্কেও পাৰিলে কিছু সংবাদ-সম্বল সংগ্ৰহ কৰিবা, কিন্তু প্ৰধানকৈ অলপ ফুৰিয়ে আহিবৰ কাৰণে ওলাই যোৱা।

আহমদৰ ইংগিতটো মই বুজিলো; অৰুণাভৰ জীৱনীখন লিখি উলিযাবৰ কাৰণে ইযাতে সোমাই থাকিলে সম্বল আহৰণ কৰা নেযাব। এতিয়ালৈকে বিশেষ একো কথা পোৱাই নাই। অলপ ঘূৰা-ফিৰা কৰাৰ নিশ্চয দৰকাৰ হৈছে।

মই মোৰ আঁচনিৰ কথা আহমদক ক'লো। স্থানীয়ভাৱে আৰু তেওঁৰ কিতাপ-পত্ৰবোৰ পঢ়ি-মেলি যদি কিবা কথা জনা যায়, সেইখিনি আগে গোটাই লৈ তাৰ পিছত আৱশ্যকীয় অন্যান্য ঠাইলৈ যাম। অৱশ্যে যিজন মানুহে পৃথিৱীৰ বহু ঠাইত জীৱনৰ দিনবোৰ অতিবাহিত কৰিলে, তেওঁৰ জীৱনত সকলো কথা এঠাইতে বহি থাকি উদ্ধাৰ অথবা সংগ্ৰহ কৰাটো অসম্ভৱ কথা। মই চেষ্টাৰ ত্ৰুটি নকৰো, কিন্তু আমি হয়তো কিছু ধীৰে-সুস্থেই আগবাঢ়িব লাগিব।

আহমদে কিছু সময় কিবা এটা ভাবিলে, তাৰ পিছত লাহে লাহে ক'লে, তোমাৰ প্ৰচেষ্টটো মই বুজিছো। তুমি হয়তো ডক্টৰৰ জীৱনটো পুনৰনিৰ্মাণ কৰাৰ কথা— reconstruct কৰাৰ কথা চিন্তা কৰিছা। That is more than impossible নোৱাৰা, আমি নিজেই নিজৰ হৈ যোৱা জীৱনটো আকৌ গঢ়িব নোৱাৰো। He belongs to eternity now তুমি সকলো materials reassemble কৰিব পাৰা, but that will not give you the life of Mr Arunava– I mean, the life as 'it was

হয, মই ক'লো। কিন্তু পূৰাপূৰি নোৱাৰিলেও, আমি কিজানি তেওঁৰ জীৱনৰ কিছু সমীপৱৰ্তী চিত্ৰ আঁকিব পাৰিম— এটা appreciable approximationৰ চেষ্টা আমি কৰিব পাৰিম।

শান্তভাৱে হাঁহি মূৰ দুপিয়াই আহমদে ক'লে, বাৰু তুমি ভবামতেই চেষ্টা কৰা। অতীতটোতো আৰু কেইখিলামান কাগজ আৰু দুচপৰামান ইটা-শিলৰ বাহিৰে আন ক'তো নাই।

তেওঁ যাবলৈ উঠিল। আজি তেওঁ কিয় অলপ বিমৰ্ষ হৈ আছে মই অনুমান কৰিব নোৱাৰিলো। হয়তো কোনো ব্যক্তিগত কাৰণ হ'ব পাৰে।

তেওঁ বন্ধ হৈ থকা ডক্টৰ অৰুণাভৰ কিতাপৰ আলমাৰিটোৰ ফালে চালে আৰু ক'লে, অ' এইটো খুলিব পৰা নাই, নহয়? বাৰু চেষ্টা কৰিব লাগিব। দুখনমান চিঠি আহি পৰি আছে মোৰ তাতে। তোমালৈ বাৰু পঠিযাই দিম— পঢ়ি চাবা—

ভাল বাৰু। আপুনি পঢ়িলে নেকি?

এখন খুলি চাইছিলো, অৰুণাভৰ বিষযে কিবা কথা। মোৰ চিঠিৰ উত্তৰত লিখিছে বোধহয। বাকীখন খোলাই নাই। তোমালৈ মই আজিয়ে পঠাই দিম।

আহমদে মাত লগাই ওলাই গ'ল।

মোৰো আৰু নিৰ্জীৱ লাইব্ৰেৰীটোত সোমাই থাকিবৰ মন নগ'ল। তেওঁৰ অলপ পিছতে মই ওলাই আহিলো।

বতৰটো ফৰকাল আছিল। বাহিৰলৈ ওলাই আহি মনটো মুকলি লাগিল। কেইবাজনো মানুহক লগ পালো, কিন্তু কাৰো লগত কথা পাতিবৰ মন নগ'ল। কেতিযাবা আমাৰ মনে মনে থাকি ভাল লাগে।

নগৰখনৰ উপকণ্ঠলৈ ওলাই গ'লো। কিছুমান নতুন ঘৰ যে কেতিয়া কোনে সাজিলে ক'বই নোৱাৰো। আমি গম নোপোৱাকৈয়ে পৃথিৱীখনৰ মুহূৰ্তে মুহূৰ্তে পৰিবৰ্তন হৈছে।

হঠাৎ অভাৱনীযভাৱে মোৰ এজন পুৰণি বন্ধু দিবাকৰ দুৱৰাক এটা আধাপুৰণি ঘৰৰ সন্মুখৰ পদূলিমূৰত লগ পালো।

আমি এনেদৰে লগ পাই দুয়ো অলপ আচৰিতেই হ'লো।

আহক আহক— আপুনি ইযাত কেনেকৈ ওলালহি? তেওঁ প্ৰায় টানি নিয়াদিয়ে মোক তেওঁৰ ঘৰলৈ লৈ গ'ল।

আগে কওক, আপুনি কেনেকৈ ওলালহি, কেতিয়া আহিল ইয়ালৈ?

উচ্ছ্বসিতভাৱে তেওঁ ক'লে, বহক, বহক সকলো ক'ম, আপুনি ঘূৰি ঘূৰি ক'ৰবাৰ পৰা আহি ওলাইছেহিনে, ইয়াতে আছেই?

চাহ্ আহিল। চাহৰ লগে লগে মই মোৰ বিষয়ে সংক্ষেপে ক'লোঁ, তাৰ পিছত তেওঁৰ বিষয়ে সুধিলোঁ।

তেওঁ মোতকৈ দুবছৰমান ছিনিয়ৰ আছিল। এসময়ত আমি বৰ বন্ধু আছিলোঁ। তেওঁ কেন্দ্ৰীয় চৰকাৰৰ তলত ডাঙৰ চাকৰি কৰিছিল— ষ্টেটিষ্টিক্সৰ উচ্চ বিষয়া আছিল। মাত্ৰ দুমাহ হৈছে, অলপ দিনৰ কাৰণে ইয়ালৈ আহিছে।

চেহেৰা-পানী ৰসাল আৰু তেজাল হৈয়ে আছে, যদিও তেওঁ সম্পূৰ্ণ টপা হৈছে। পিছফালে ঘাড ওপৰতে দুডালমান মেকুৰী নোমৰ নিচিনা চুলি আছে। বাকী সমগ্ৰ মূৰটো টকলা, ডাটি-মোচ চুচি খুৰুওৱা, চকুত সোণালী ফ্ৰেমৰ চশ্‌মা।

দুৰৰাই এটা ভাল দামী কাপোৰৰ ট্ৰাউজাৰৰ ওপৰত এটা পাতল কাপোৰৰ হাৱাইয়ান চাৰ্ট পিন্ধি আছে।

তেওঁৰ কথাৰ পৰা মই অনুভৱ কৰিলোঁ যে, মোক বহুত দিনৰ মূৰত লগ পাই তেওঁ সঁচাকৈয়ে আনন্দিত হৈছে। মানুহজন ভিতৰি আগৰ নিচিনাই আছে দেখি মই ভাল পালোঁ।

তেওঁ আহ্লাদৰ সুৰতে ক'লে, আমি বুজিছে সংসাৰ কৰিও সংসাৰৰ আওভাও ভালকৈ নিশিকিলোঁ। এই ধৰক, চাকৰিৰ পৰা ৰিটাযাৰ কৰিবৰ হ'ল, আজিলৈকে নিজৰ বুলি ঘৰ এডোখৰ কৰিবৰ চিন্তা নহ'ল। মৃত্যুৰ আগে আগে দেউতাই এই ঘৰটো কিনি লৈছিল, সেয়ে নিজা ঘৰ এটা থকাৰ মূল্য এতিয়া উপলব্ধি কৰিছোঁ। সস্তাতে কিনিলে বুলিব লাগে, ত্ৰিশ হেজাৰত— বাৰীয়ে-ঘৰে সকলো একলাখ টকাৰ সম্পত্তি। অৱশ্যে অন্য মানুহ হোৱা হ'লে, নিচেই কমেও পঞ্চাশ হেজাৰ বিচাৰিলেহেঁতেন, কিন্তু ডক্টৰ অৰুণাভক টকা-পইচা কেলেই? নমিনেল দাম লৈ দেউতাক বেচি দিলে।

মই ৰোমাঞ্চিত অনুভৱ কৰিলোঁ। বহুত দিনৰ আগতে ডক্টৰ অৰুণাভ এই চহৰত থকাৰ কথা আগতে জানিব পৰিছিলোঁ, আহমদৰ ঘৰত পৰি আছে তেওঁৰ বিৰাট লাইব্ৰেৰীটো, কিন্তু ইয়াত যে তেওঁৰ এই প্ৰকাণ্ড বাৰী আৰু বিৰাট অট্টালিকাটোও আছিল, আজিহে জানিব পাৰিলোঁ।

উৎকণ্ঠা দমাই মই সুধিলোঁ, কাৰ ঘৰ আছিল এইটো?

ডক্টৰ অৰুণাভৰ, তেওঁকতো আপুনি জানে নিশ্চয়— that great scientist and scholar থাকিম বুলিযে সজাইছিল, আছিলো কেইটামান বছৰ। হঠাৎ— জানেইতো এই মানুহবোৰৰ স্বভাৱ,— অলপ— কি ক'ম— with apologies to the departted soul, তেওঁ, মোৰ বিশ্বাস অলপ whimsical আছিল, মানে idiosyncratic, নহ'লে হঠাৎ খেযাল হ'লে এনে ঘৰ-বাৰী মাটি-সম্পত্তি এৰি থৈ গৈ পৰদেশত -সেহা থয়গৈনে, কি কয়?

মই অলপ চিন্তান্বিত হৈ পৰিছিলো। ডক্টৰ অৰুণাভ তেন্তে অলপ খামখেয়ালী ধৰণৰ মানুহ আছিল নেকি? কিন্তু সংসাৰ জ্ঞানতো নথকা নহয়। বিজন মানুহে এনে এটা ধুনীয়া ঘৰ সজাব পাৰে, তেওঁ নিশ্চয় বুধিয়ক মানুহ আৰু এনেই এৰি দিয়াতকৈ কম দামত হ'লেও, অপ্রয়োজনীয় বস্তু এটা সময়মতে বেচি পেলাব পৰাটোৱেও তেওঁৰ সংসাৰ জ্ঞানৰে চিনাকি দিয়ে।

মই সুধিলো, ইয়াত তেখেত কিমান দিন আছিল আপুনি ক'ব পাৰেনে?

মই ঠিক নাজানো, চাৰি-পাঁচ বছৰ নিশ্চয় আছিল। দেউতাৰ লগত কিন্তু তেওঁৰ ভাল পৰিচয় আছিল, আপুনি কিজানি নেজানে— আমাৰ দেউতা বৰ ভাল পাশা খেলুৱৈ আছিল। ডক্টৰ অৰুণাভো পাশা খেলাত ওস্তাদ আছিল। দুয়ো ইয়াতে কেতিয়াবা বহুত ৰাতিলৈকে পাশা খেলিছিল। মই অৱশ্যে তেতিয়া দিল্লীতেই থাকো। কিন্তু মাই মাজে মাজে মোলৈ দেউতাহঁতৰ কথা লিখে। মই তেখেতক মাত্র এবাৰ লগ পাইছিলো।

কিমান বছৰৰ আগত?

আমি নজনাকৈয়ে প্ৰসংগটো ডক্টৰৰ কথালৈ বাগৰি গ'ল।

হিচাপ কৰি তেওঁ ক'লে, প্রায ২৬/২৭ বছৰ হ'ল। তেতিয়া তেখেত ইয়াত অকলে আছিল। তেখেতৰ পৰিবাৰ এলাহাবাদ নে লক্ষ্ণৌ ক'ৰবাত আছিল তেতিয়া।

অন্য প্ৰশ্ন কৰা অপ্রাসংগিক হ'ব বুলিয়ে মই সুধিলো, কেনে লাগিছিল। আপোনাৰ ডক্টৰ অৰুণাভক?

আকৌ উচ্ছ্বসিতভাৱে দুবৰাই ক'লে, দেখিলেই বুজা যায় যে মানুহজন এটা জিনিয়াচ। কিন্তু তাতোকৈ ডাঙৰ কথা যে তেখেত আছিল এজন পাৰফেক্ট জেণ্টলমেন। মানে কালচাৰ্ড মানুহ এজনক আমি যি অৰ্থত ভদ্রলোক বুলি বুজিব পাৰো। বৰ্তমানৰ যুগটোৱে বহুত কিবাকিবি সৃষ্টি কৰিছে, কিন্তু দিনে দিনে প্ৰকৃত ভদ্রলোক— যাক gentleman বুলিব পাৰি— তেনে মানুহ নোহোৱা হৈ আহিছে। কি কয় আপুনি?

মই হাঁহি সমৰ্থনৰ সুৰতে ক'লো, শ্ৰেণীহীন সমাজৰ যুগ, ভদ্রলোক শ্ৰেণীটোৰ হয়তো সামাজিক প্ৰয়োজনো নোহোৱা হৈছে।

পোনপটীয়া প্ৰতিবাদ নকৰিলেও তেওঁ ক'লে, আজিকালি ৰাস্তাই-ঘাটে ঢেৰ ডাঙৰ মানুহ লগ পোৱা যায়। কিন্তু ভদ্রলোক হেজাৰৰ মাজত এজনো আপুনি বিচাৰি নেপায়। ডক্টৰক যেয়ে দেখিছিল, সেয়ে realise কৰিছিল— what it is to be a gentleman খোলা, উদাৰ মন, বহল হৃদয়, উচ্চ চিন্তা-কল্পনা, গৰ্বহীন, অমায়িক আচাৰ-ব্যৱহাৰ, সম্মানিত ব্যক্তিত্ব, সাধুতা, সততা— নিৰাভিমানী, নিৰহংকাৰ,

মানে— তেওঁ হাঁহি দিলে। যেন ডক্টৰ অৰুণাভৰ সম্পৰ্কে ইমানবোৰ কথা কোৱাৰ দৰকাৰ নাছিল।

তেওঁৰ হাঁহিত যোগ দি মই ক'লো, মানে ডক্টৰ অৰুণাভৰ নিচিনা এজন মানুহক লৈ এটা যুগ ধন্য হৈ যাব পাৰে?

দুৰৰাই মুকলিকৈ হাঁহি ক'লে, সেইবোৰ আপোনালোক লিখকবিলাকৰ ভাষা। কিন্তু সঁচাকৈয়ে তেওঁক দেখা পাই মই ধন্য হৈ গৈছিলো। আপুনি মুগ্ধ হৈ যাব তেওঁৰ বিদগ্ধ পাণ্ডিত্য দেখি, অথচ পৃথিৱীৰ সকলো কথা যেন তেওঁৰ কাৰণে অতি সহজ আছিল। এটা অতি জটিল প্ৰশ্ন তেওঁৰ সন্মুখত দাঙি ধৰক, তেওঁ ইমান সহজ উত্তৰ দিব যে এটা ল'ৰাৰো বুজাত কষ্ট নহয়।

দুয়ো চিগাৰেট জ্বলালো। গাত নলগা ধৰণে মই সুধিলো, তেওঁতো ইয়াত অকলেই আছিল, কোনো অসুবিধাত পৰা যেন দেখা পোৱা নাছিলনে, মানে, তেখেতৰ নিচিনা এজন মানুহ অকলে অকলে থকাটো—

মই বিশেষ নেজানো, অৱশ্যে অকল হ'লেও তেখেত একেবাৰে অকল নাছিল। দেউতাতো আছিলেই, পাশা খেলাৰ বন্ধু আৰু দুই-চাৰিজন সমবয়সীয়া বন্ধুও আছিল আৰু শেৱালিহঁতে বৰ আদৰ যত্ন কৰিছিল।

শেৱালি, শেৱালিনো কোন আছিল? মই সুধিলো।

শেৱালিক মই দেখা নাছিলো, কোৱা শুনিছো, শেৱালি আৰু তাইৰ লগৰ মানুহজন— গিৰিয়েকেই বোধকৰো, দুযো ডক্টৰ অৰুণাভৰ ঘৰতে থাকি কাম কৰিছিল, শেৱালিয়ে হেনো ডক্টৰৰ পৰিবাৰ থকা বা নথকা সকলো সময়তে অৰুণাভৰ পৰিচৰ্যা কৰিছিল আৰু ডক্টৰেও তেওঁক বৰ মৰম কৰিছিল। সেই দেখি অকলশৰে থকা সময়খিনিতো ডক্টৰৰ বিশেষ কোনো অসুবিধা হোৱা নাছিল হেনো, অৱশ্যে এইবোৰ মই আনৰ পৰা শুনা কথাহে।

দুৰৰা নীৰৱ হ'ল। আমাৰ দুয়োৰে চিগাৰেট পুৰি শেষ হৈছিল। আমি আকৌ নতুন চিগাৰেট জ্বলালো।

আজিকালি বা শেৱালি ক'ত থাকে।

মই বিশেষ নেজানো, ইয়াৰ পৰা যাবৰ সময়ত হেনো ডক্টৰে লগতে লৈ গৈছিল। এতিয়া আছেনে নাই, আছে যদিও ক'ত আছে ক'ব নোৱাৰো।

আজি লগ পায়ে দিবাকৰ দুৰৰাৰ লগত বহুত কথা পাতিলো, অন্য এদিন আকৌ আহিব লাগিব। এইটোৱেই যেতিয়া এসময়ত ডক্টৰৰ নিজা ঘৰ আছিল, ঘৰটোও এবাৰ ভালকৈ চাব লাগিব।

কিন্তু ঘৰটো আজি লোকৰ। ইয়াত ডক্টৰৰ লগৰ কোনো মানুহ নাই, দিবাকৰৰ দুৰৰাও ইয়ালৈ পিছতহে আহিছে। কিন্তু ঘৰটোৰ নিৰ্মাণ, পৰিবেশ আদিৰ পৰাও ডক্টৰৰ বিষয়ে কিছু ধাৰণা কৰিব পৰা যাব পাৰে। নিশ্চয় ইয়াতো তেওঁৰ ৰুচিৰ স্বাক্ষৰ আছে। ডক্টৰ অৰুণাভৰ নিচিনা এজন বিখ্যাত মানুহৰ ৰুচি-অভিৰুচিৰ পৰা মানুহজনৰ যথেষ্ট পৰিচয় পোৱা যায়।

আজিলৈ আহো আৰু। মই ক'লো।

তেওঁ আৰু আপত্তি নকৰিলে, মোক পদূলিমূৰলৈকে আগবঢ়াই দিলে।

হঠাৎ মই সুধিলো, ইয়াৰ পৰা যোৱাৰ পিছত ডক্টৰ অৰুণাভে নিশ্চয় আপোনাৰ দেউতাকলৈ চিঠি-পত্ৰ দিছিল— নহয় জানো?

মই ঠিক ক'ব নোৱাৰো, হয়তো দিছিল— নিদিব কিয়, দেউতাৰ পাৰ্চনেল চিঠিৰ ফাইল চালে পোৱা যাব পাৰে।

এদিন আহিব লাগিব, চিঠি আছে যদি দিবচোন, মানুহজন সম্পৰ্কে মোৰ যথেষ্ট কৌতূহল হৈছে কিন্তু। হাঁহি ক'লো।

যি আছে লৈ যাবহি। তেওঁ ক'লে।

আহমদলৈ অহা চিঠি পাঁচখন মোলৈ পঠিয়াই দিলে। অন্য কামত কিছু ব্যস্ত থাকিবলগীয়া হোৱাৰ কাৰণে চিঠিকেইখনত মনোযোগ দিবৰ আজৰি পোৱা নাছিলো। আহমদে যদিও কৈছিল যে ডক্টৰৰ জীৱনী লিখি উলিয়াবৰ কাৰণে হুৰমুৰ নকৰিলেও হ'ব, তথাপি এটা দায়িত্ব লৈ তাক যথাযথ পালন কৰিব নোৱৰাৰ কাৰণে অলপ অস্বস্তি অনুভৱ কৰিছিলো। হয়তো জীৱনী নহৈ কোনো কাল্পনিক কাহিনী লিখিবলৈ লোৱা হ'লে কিছুদূৰ আগবাঢ়িব পাৰিলোহেঁতেন। কিন্তু বৰ্তমানত বিশেষ আগবাঢ়িব নোৱৰাৰ কাৰণে বেয়া লাগিছিল।

এইকেইখন চিঠি আহিছে আহমদে নিজে কাৰোবা কাৰোবালৈ লিখা চিঠিৰ উত্তৰস্বৰূপে। মই চিঠিকেইখন উলিয়াই পঢ়িবলৈ ল'লো।

প্ৰথম চিঠিখন লিখিছে কিশোৰী মোহন বাগচী নামে এজন কলিকতাৰ ভদ্ৰলোকে। চমু চিঠি।

চিঠিৰ বক্তব্য এয়ে যে বাগচীয়ে ডক্টৰ অৰুণাভৰ 'পদাৰ্থ আৰু অপদাৰ্থ' নামৰ প্ৰবন্ধৰ সংগ্ৰহ এটা প্ৰকাশ কৰিবৰ সকলো ব্যৱস্থা কৰিছিল। কিতাপখনৰ এখন পাতনি ডক্টৰ অৰুণাভে নিজেই লিখি দিয়াৰ কথা আছিল। ইতিমধ্যে এটা মিশ্যনত ভাৰত

চৰকাৰে তেওঁক মধ্যপ্ৰাচ্য আৰু আমেৰিকালৈ পঠিয়াইছিল। তাৰ পৰা ঘূৰি আহি তেওঁ পাতনিখন লিখি দিয়াৰ কথা আছিল। কিন্তু ঘূৰি অহাৰ পিছত তেওঁ নানা কামত ব্যস্ত হৈ পৰে আৰু পাতনি লিখা কাম সম্পূৰ্ণ নহওতেই হঠাৎ তেওঁৰ মৃত্যুৰ হয়।

বাগচীয়ে অসম্পূৰ্ণ পাতনিখনৰেই সংগ্ৰহটো প্ৰকাশ কৰিবলৈ মনস্থ কৰিছে। বাগচী ডক্টৰৰ এজন গুণমুগ্ধ ভক্ত। কিন্তু ব্যক্তিগতভাৱে ডক্টৰ অৰুণাভক তেওঁ অতি কমেই জানিছিল।

দ্বিতীয়খন চিঠি খৃষ্টীয়ান যোচেফৰ। তেওঁ লিখিছে যে ডক্টৰ অৰুণাভে মৃত্যুৰ কিবা পূৰ্বাভাস পাইছিল যেন লাগে, কাৰণ তেওঁৰ উইল ইত্যাদি সকলো সময়মতে কৰি থৈ গৈছে। আৰু যোচেফৰ ওচৰত এটা কাগজ-পত্ৰৰ মূল্যবান বাকচ এৰি গৈছে। তাত কি আছে, এতিয়াও তেওঁ খুলি চোৱা নাই। তাৰ উপৰি উইলত উল্লেখ কৰা দুই-এজন মানুহৰ ঠিকনা অথবা পৰিচয় যোচেফে বিচাৰি উলিয়াব পৰা নাই।

শেষত তেওঁ লিখিছে ঃ Dr Arunava lived a full life, and died a peaceful death মৃত্যুৰ সময়ত শেৱালি তেওঁৰ লগতেই আছিল আৰু শেষ মুহূৰ্ত পৰ্যন্ত অৰুণাভৰ একান্তভাৱে পৰিচৰ্যা কৰিছিল। শেৱালি এজনী আচৰিত ছোৱালী আছিল। তাই যেন অৰুণাভক মৰিবলৈ নিদিব। মানুহ মৰিলে এনেদৰে মৰ্মাহত হোৱা মানুহ মই আৰু ক'তো দেখা নাই।

তেওঁ আৰু লিখিছে যে কোনোবা এজনে গৈ তেওঁৰ ঘৰত থকা ডক্টৰ অৰুণাভৰ বস্তু-বাহানিবোৰ লৈ অহাৰ ব্যৱস্থা কৰিব পাৰে। বস্তুবোৰ ভালকৈয়ে ৰখা হৈছে; নষ্ট হোৱাৰ ভয় নাই। কিন্তু যোচেফ তেতিয়া বুঢ়া হৈছে। তেওঁৰ কাৰণে সকলো বস্তুৰ তদাৰক কৰাটো সম্ভৱ নহয়। সেইদেখি আহমদ বা অন্য কোনো দায়িত্বশীল সম্পৰ্কীয় লোকে বস্তুবোৰ চমজি ল'লে তেওঁ ভাল পাব।

এই চিঠিখন পাই ভাল লাগিল। যি ঠাইত ডক্টৰ অৰুণাভে জীৱনৰ শেষ দিনবোৰ কটাইছিল তাত নিশ্চয় তেওঁৰ বহুত সামগ্ৰী আছে। তদুপৰি যোচেফৰ পৰাও তেওঁৰ বিষয়ে কিছু কথা জানিব পৰা যাব নিশ্চয়। চিঠিখন ফাইলত থৈ মই তাৰ পিছৰ চিঠিখন পঢ়িবলৈ লৈছো, এনেতে এজন মানুহ আহি মোৰ সন্মুখত ৰ'লহি।

মই মূৰ দাঙি চালো।

মানুহজনৰ মুখখন শুকান, খীণোৱা মানুহজন। চুলিবোৰ নফণিওৱা। মুখত ডাঢ়ি আছে, হয়তো এসপ্তাহ-দহদিনমান খুৰুওৱা নাই। মানুহজনৰ চকুহাল বৰ নিৰস।

তেওঁ এনে পুৰণি ধুতী আৰু এটা অলপ ময়লা আধা পুৰণি কামিজ পিন্ধিছে।

মানুহজনৰ সাধাৰণ কাম কৰা বনুৱা যেন লাগিল।

বিশেষ সম্ভাষণ নজনাই মই সুধিলো, কাক বিচাৰিছা?

আপোনাকে লগ পাব লাগে ছাৰ। মই আহমদ চাহেবৰ ওচৰলৈ গৈছিলো, তেখেতে আপোনাক লগ ধৰিবলৈ ক'লে—। অলপ ভয়ে ভয়ে নম্রভাৱে মানুহজনে ক'লে।

আহা, বহা, মই মুঢ়াটোতে তেওঁক বহিবলৈ দিলো। বহি মানুহজনে মোৰ মুখলৈ চালে।

মানুহজনক সাহস দিবৰ মনেৰে মই হঁহাৰ নিচিনা কৰি ক'লো, কিয় আহিলা কোৱাচোন?

তেওঁ ক'লে, ছাৰে কিজানি মোক চিনি পোৱা নাই, এৰা কেনেকৈনো পাব? তাত বুঢ়াও হৈ আহিছো।

মই আকৌ এবাৰ মানুহজনৰ মুখলৈ চালো। বৰ বেছি বয়সীয়া নহয় যেন লাগিল মানুহজনক। হয়তো মোৰ সমনীয়া নতুবা দুই-এক বছৰৰহে ডাঙৰ হ'ব। হয়তো অৱস্থাহীন মানুহ, অকাল বাৰ্ধক্যৰ ফলত এনে হৈছে।

এৰা, আগে মই তোমাক লগ পোৱা নাই কিজানি। মই ক'লো।

ইতিমধ্যে যেন মানুহজন অলপ অন্যমনস্ক হৈ পৰিছিল। কিন্তু মোৰ নষ্ট কৰিবৰ কাৰণে সময় নাছিল। মই সপ্রশ্ন দৃষ্টিৰে তেওঁৰ মুখলৈ চালো।

মানুহজনে যেন বুজিলে। তেওঁ মোৰ মুখলৈ চকুহাল তুলি চালে। তাৰ পিছত লাহে লাহে ক'লে, আপুনি এলাহাবাদলৈ কেতিয়াকৈ যাব?

মোৰ কৌতূহল হ'ল। মই এলাহাবাদলৈ যোৱাৰ লগত এওঁৰ সম্পৰ্ক কি? কথাষাৰ একপ্রকাৰ হাস্যকৰ যেনেই লাগিল।

কিয় সুধিলানো? লঘুভাৱে মই প্রশ্ন কৰিলো।

আপুনি যদি অকণমান সহায় কৰে ময়ো আপোনাৰ লগতে তালৈ এবাৰ যাম বুলি ভাৰ্বিছো—।

এইবাৰ মানুহজনৰ কথাই মোক অলপ চিন্তিত কৰিলে। এইজন মানুহ আকৌ এলাহাবাদলৈ কি কৰিবলৈ যায়?

কিছুপৰ আমি দুয়ো মনে মনে থাকিলো।

অৱশেষত মই সুধিলো, তাত তোমাৰ কোনোবা আছে নেকি?

হয়তো প্রশ্নটো বৰ ৰূঢ় হ'ল। যিবোৰ মানুহ এলাহাবাদলৈ যায় সেই সকলো জানো নিজৰ আপোন মানুহ থকাৰ কাৰণেহে যায়?

তেওঁৰ মাতটো আৰু সৰু হৈ আহিল। মোৰ ফালে নোচোৱাকৈয়ে তেওঁ ক'লে, সকলো কথা ছাৰ মই এতিয়াই আপোনাক বুজাই ক'ব নোৱাৰিম। ক'বলৈ ল'লে এখন মহাভাৰত হ'ব। মই আহমদ চাহেবৰ ওচৰলৈকো গৈছিলো। তেৱেঁই

ক'লে যে আপুনি সেইফালে যাব। আপুনি ছাৰ খৰচ-পাতি একো দিব নেলাগে। মই সেইবোৰ যোগাৰ কৰিম। আগে কোনোদিন যোৱা নাই, চিনি-জানি নেপাওঁ। আপোনাৰ নিচিনা এজন মানুহৰ লগত যাব পাৰিলে মই নির্ভয়ে যাব পাৰিম।

মই ক'লো যে তেওঁ লগত গ'লে মই অকণো বেয়া নেপাওঁ, বৰঞ্চ ভালেই পাম। কিন্তু মই কেতিয়া যাম তাৰ দিন-তাৰিখ এতিয়াও ঠিক কৰা নাই। হয়তো আৰু দুই-এমাহৰ পিছতহে যাম। যাবৰ সময়ত বাৰু মই খবৰ কৰিম। পিছে তুমি?

মানুহজন সঁচাকৈয়ে সন্তুষ্ট হ'ল, ভাল বাৰু, ছাৰ, মই খবৰ লৈ থাকিম।

অলপ ৰৈ মানুহটোৱে ক'লে, মোৰ চা-চিনাকিনো কি দিম ছাৰ, শুনিও হয়তো আপোনাৰ ভাল নেলাগিব। এসময়ত মোৰ সকলো আছিল, কিন্তু কপালত সুখ নাই, সকলো থানবান হৈ গ'ল।

মানুহটো বহাৰ পৰা উঠিল। মই সমবেদনা জনাই ক'লো, কেতিয়াবা কেতিয়াবা তেনেকুৱা হয়েই—

"সকলোৰে নহয় ছাৰ। মোৰ নিচিনা দুর্কপাল আন কাৰো হোৱা নাই।

কিয় নেজানো হঠাৎ মোৰ মনত খেলালে ঃ ডক্টৰ অৰুণাভৰ পৰিচর্যা কৰা শেৱালি নামৰ ছোৱালীজনীৰ এই মানুহজনৰ লগত কিবা সম্পর্ক আছিল নেকি? এই ভাবটো এনে সময়ত মোৰ মনলৈ কিয় আহিল বুজিব নোৱাৰিলো। পিছে সেইবোৰ কথা আৰু বেছি ভাবিবলৈ এৰি মই সুধিলো, তোমাৰ নাম-ঠিকনা পিছে নজনালা নহয়। যোৱাটো যদি হয়—

মোৰ নাম ছাৰ বসন্ত, আজিকালি অকলেই থাকো। সেই যে ভট্টাচার্যৰ মদৰ মহলটো আছে— তাৰ পৰা অলপ আঁতৰতে থাকো। ঠিকাদাৰৰ লগত কাম কৰো।

বাৰু, তুমি তেনেহ'লে এতিয়া যোৱা, মই যোৱাৰ আগতে তোমাক খবৰ দিম বাৰু। পাৰিলে তুমিও কেতিয়াবা খবৰ কৰি যাবা।

ভাল ছাৰ, মই মাজে মাজে আহি থাকিম, পিছে ছাৰ, তালৈ বাৰু কিমান খৰচ পৰিব? আন্দাজ?

মই ভাবি চলো, দ্বিতীয় শ্রেণীত গ'লেও তেওঁৰ অহা-যোৱা থকা-খোৱাত দুশ-তিনিশ টকা লাগিব। আজিকালিৰ দিন।

মই সম্ভাব্য খৰচৰ কথাটো ক'লো।

অ— সিমানেই হ'ব, নহয়, মই আকৌ বহুত বেছি লাগিব বুলি ভাবিছিলো। তেন্তে ছাৰ, মই এতিয়া যাওঁ, আপোনাৰ সময়হে নষ্ট কৰিলো, ক্ষমা কৰিব ছাৰ—

মই বসন্তক বিদায় দিলো। অলপ উদ্ভ্ৰান্তভাৱে দূৰণিলৈ চাই চাই মানুহটো গুচি গ'ল। মই মাত্ৰ ইমানকে বুজিব পাৰিলো যে বসন্তই শেৱালি নামে ছোৱালী এজনী বিয়া কৰাইছিল, হয়তো এতিয়া ছোৱালীজনী নাই। মানুহজন অসুখী।

আহমদে পঠাই দিয়া আৰু দুখন চিঠি পঢ়া নহ'ল, অন্য এটা অৱসৰত পঢ়িম বুলি মই চিঠি দুখন ফাইলত ভৰাই থ'লো। নিজৰ কিছু কাম আছিল, কৰিবৰ কাৰণে মই বহাৰ পৰা উঠি গ'লো, মাত্ৰ বসন্ত বোলা মানুহটোৰ শুকান মুখখন মোৰ মনত পৰিব ধৰিলে।

আহমদৰ লগত ডক্টৰ অৰুণাভ সম্পৰ্কেই সাধাৰণ আলোচনা কৰিছিলো। মই জানিবলৈ বিচাৰিছিলো আহমদে তেওঁৰ সম্পৰ্কে কিমান জানে আৰু কি কি জানে। কিন্তু— কিয় নেজানো, এই বিষয়ে আলোচনা কৰিবলৈ আহমদৰ যেন বিশেষ আগ্ৰহ অকণো নাছিল। তথাপি মোৰ অনুৰোধত আহমদে ডক্টৰ অৰুণাভৰ বিষয়ে জনা কিছু কিছু কথা কৈছিল, অৱশ্যে মই কৰা প্ৰশ্নৰ উত্তৰস্বৰূপেহে।

মই সুধিছিলো, ডক্টৰ অৰুণাভ এই চহৰলৈ কিমান দিনৰ আগতে আহিছিল আৰু ইয়াত কিমান দিন আছিল, আৰু শেষত ঘৰ-বাৰী এৰি গুচি গ'ল কিয়?

আহমদে ক'লে, তেওঁ যেতিয়া এই চহৰলৈ প্ৰথম আহে, তেতিয়া মই ইয়াত নাছিলো, তেতিয়া কাৰবাৰ বাবাই চলাইছিল, মই তেতিয়া বিশ্ববিদ্যালয়ৰ ছাত্ৰ— বোধকৰো কলিকতাত আছিলো। পৰীক্ষা দি অহাৰ পিছত এদিন আমাৰ ঘৰতেই ডক্টৰ অৰুণাভৰ চিনাকি হৈছিলো, তেওঁ বাবাৰ লগত কিবা কথা পাতি বহি আছিল, মই কেমিষ্ট্ৰিত এম. এছ.চি. পৰীক্ষা দি অহা বুলি জানি তেওঁ বেছ আনন্দ প্ৰকাশ কৰিছিল। অৱশ্যে— এতিয়াও মোৰ মনত আছে— অলপ পৰৰ পিছতে তেওঁ বাবাৰ সাক্ষাততে মোক সুধি দিছিল ঃ ৰসায়ন পঢ়িলা নহয়, পদাৰ্থ ভাঙি-ছিঙি, ৰস উলিয়াই মিলন-মিশ্ৰণ ঘটাই বহুত নতুন কিবাকিবি কৰিলা— অন্ততঃ কৰিব পাৰিবা। এনেলাইছিচ জানা নহয়, এটা বস্তুৰ এনেলাইজ কৰিলে কি পোৱা, মূল বস্তুভাগ, কম্পনেন্টচ, বুজি পালা যে পানী, বাষ্প আৰু বৰফ একেটা বস্তু; শিল, হীৰা, কয়লা, গেছ, মাটিতেল— আৰু কত কি— একেটা বস্তু। এদিন হয়তো বিজ্ঞানে ক'ব মূল পদাৰ্থ সাতাবন্নটো বা এশটা বা এশ তিনিটা নহয়— এটা। হয়তো তাৰ নাম দিব এটম্— অণু। অগ্নিৰ অণু, জলৰ অণু, বায়ুৰ অণু— বিশ্বৰ বিভিন্ন পদাৰ্থৰ বিভিন্ন অণু। এই অণুটো ভাঙি-ছিঙি মানুহে হয়তো শেষত বিচাৰি পাব এটা নিৰাকাৰ অখণ্ড সৌৰ পৰমাণু। তোমাৰ কেমিষ্ট্ৰিয়ে, মোৰ পদাৰ্থবিজ্ঞানে শেষত এই পৰমাণুৰ স্বভাৱ-প্ৰকৃতি আদি বিশ্লেষণ কৰাত লাগি যাব। মানুহে এদিন সৃষ্টিৰ মূল সত্য বিচাৰি পাব। সেইদিনা বাৰু মানুহে কি কৰিব ভাবি চাইছানে?

ডক্টৰ অৰুণাভৰ প্ৰশ্ন শুনি মই হতভম্ব হৈ গৈছিলো, কাণ-মূৰ মোৰ ৰঙা পৰি উঠিছিল। সেপ ঢুকি মই কোনোমতে কৈছিলো— মই মাথোন পৰীক্ষাৰ কাৰণেই পঢ়িছিলো, অন্য কথা ভবাই নাই।

তেওঁ হাঁহিছিল।

সকলো ছাত্ৰইতো পৰীক্ষাৰ কাৰণেই পঢে। পৰীক্ষাই জ্ঞানৰ জোখ নিদিয়ে, জ্ঞান উপলব্ধিৰ কাৰণে কিমান সম্বল আহৰণ কৰিছে তাৰে এটা অসম্পূৰ্ণ ধাৰণা দিয়ে। পৰীক্ষা দি আহিলা, পাছ কৰাৰ পিছত এতিয়া জ্ঞান আহৰণৰ পথ বিচাৰি পাবা।

কথাখিনি কৈ ডক্টৰ অৰুণাভে বাবাৰ লগত কথা পতাত মনোযোগ দিছিল। মই নতমুখে থিয় দি আছিলো। বাবাৰ লগত কিহৰ বিষয়ে আলোচনা কৰিছিল জানা?

মই আহমদৰ মুখলৈ চালো। হাঁহি আহমদে ক'লে, বাবাৰ লগত আলোচনা কৰিছিল— মুৰ্গীৰ মাংস ৰ'ষ্ট কৰাৰ সম্পৰ্কে। ইউৰোপত থাকোতে হেনো তেওঁ মাংস ৰন্ধাৰ সম্পৰ্কে কোনোবা এজন বিশেষজ্ঞৰ ওচৰত কিছুদিন শিক্ষা লৈছিল। এতিয়াও হেনো আজৰি পালে তেওঁ মাজে মাজে কিবাকিবি ৰান্ধে।

কথাখিনি কৈ আহমদে হাঁহিলে। মোৰো অলপ হাঁহি উঠিল।

হাঁহি হাঁহিযেই আহমদে ক'লে, খোৱাৰ বিষয়ত ডক্টৰ অৰুণাভ বোলে বৰ পাৰ্টিকুলাৰ আছিল, তেওঁ আছিল খোৱাত বৰ নিয়মীযা, আৰু সেই কাৰণেই দুই-চাৰিজন বিশেষ বন্ধুৰ ঘৰৰ বাহিৰে অন্যৰ ঘৰত খোৱাৰ নিমন্ত্ৰণ কাহানিও গ্ৰহণ নকৰিছিল।

মন্তব্যৰ সুৰত মই ক'লো, তেওঁ অলপ নৈষ্ঠিক ধৰণৰ আছিল বোধহয়?

একপ্ৰকাৰ নৈষ্ঠিক আছিল। কিন্তু আমাৰ ঘৰত প্ৰায়ে তেওঁ ভাত-পানী খাইছিল। তেওঁ নৈষ্ঠিক আছিল খাদ্যবস্তুৰ বিষয়ত, খাদ্যবস্তু পৰিবেশকৰ বিষয়ত নহয়। তেওঁ এষাৰ কথা প্ৰায়েই কৈছিল— আহাৰৰ কোনো জাতি-ধৰ্ম নাই। থকা হ'লে তোমালোকৰ ঘৰত ভাত খাই মোৰ অসুখ হ'লহেঁতেন। জাতি, ধৰ্ম এই কথাবোৰ কোনো পদাৰ্থত বা জীৱত নাই, আছে মানুহৰ সংস্কাৰত। কিন্তু সংস্কাৰ জীৱনতকৈ ডাঙৰ নহয়।

চিঠি-পত্ৰৰ পৰা পোৱা ধাৰণাৰ পৰাও মোৰ ডক্টৰ অৰুণাভক এজন সংস্কাৰমুক্ত মানুহ যেন লাগে। আৰু বৰ গহীন, ভাবুক যেন লাগে।— মই ক'লো।

গহীন মানে, এজন সুৰুচিসম্পন্ন ভদ্ৰলোকৰ গাম্ভীৰ্য। তেওঁ কিন্তু সাধাৰণ কথা-বতৰাত বেছ ৰসাল আছিল। এবাৰৰ ঘটনা এটা মোৰ এতিয়াও মনত আছে, আহমদে চিগাৰেট এটা জ্বলাই হাঁহি হাঁহিয়ে ক'লে : এঘৰ মানুহত ডক্টৰ অৰুণাভৰ

ভাত খোৱাৰ নিমন্ত্ৰণ আছিল। ভাত খাবলৈ আৰম্ভ কৰাৰ অলপ পিছতে তেওঁ ৰৈ গ'ল, আৰু গহীন হৈ দাৰ্শনিকভাৱে মাছৰ বাটিটোৰ ফালে চাই ক'লে, এই মাছটোৰ কি পৰম সৌভাগ্য। জীয়াই থাকোতে যিমান পানীত আছিল, এতিয়া মৰাৰ পিছত তাতকৈ বেছি পানীতহে সাঁতুৰি ফুৰিছে। কথা শুনি হেনো গৃহস্থঘৰ লাজত তলমূৰ হৈছিল। অৱস্থা বুজি হেনো ডক্টৰ অৰুণাভে হাঁহি হাঁহি কৈছিল, পৃথিৱীত তিনিভাগ পানী, এভাগ মাটি। পানীৰ মাজত থাকিলেও মাটিৰ গুণ নষ্ট নহয়। এইবাৰ তেওঁৰ কথাত গৃহস্থঘৰে হাঁহিবনে নেহাঁহিব বুজিবই পৰা নাছিল।

কৈ আহমদে হাঁহিলে।

ইয়াত থকা সময়খিনিত ডক্টৰ অৰুণাভে সাধাৰণতে কি কৰি আছিল মই সুধিলো।

পুৱা খুব সোনকালে উঠি এঘণ্টামান ফুৰে, দিনৰ বাকীখিনি সময়ত পঢ়ে, লিখে আৰু কেতিয়াবা তেখেতৰ বন্ধু দুই-এজনৰ লগত আলাপ-আলোচনা কৰে। মই দেখোঁতে তেওঁৰ বয়স বোধকৰো পঞ্চাছৰ বেছি আছিল। অৱশ্যে তেওঁক সিমান বয়সীয়া যেন নেদেখাইছিল। আনহাতে তেওঁ আছিল অতি সুশ্ৰী আৰু স্বাস্থ্যবান, নিয়মীয়া জীৱন যাপন কৰিলে,— সেইটো তেওঁলোকৰ জেনেৰেশ্যনৰ এটা নীতিয়েই আছিল— মানুহৰ স্বাস্থ্য ভালেই থাকে। তদুপৰি তেওঁ বৰ পৰিষ্কাৰ-পৰিচ্ছন্ন আৰু পৰিপাটিও আছিল। তেওঁৰ মটৰগাড়ীখন দূৰৰ পৰাই মানুহে চিনিব পাৰিছিল। ইমান চাফ-চিকুণকৈ ৰখাইছিল তেওঁ। আবেলি তেওঁ প্ৰায়ে সন্ধিয়াৰ পিছতহে ফুৰিছিল। অৱশ্যে সময়ৰ খবৰ ৰখা মানুহ আছিল যদিও, ঘড়ীৰে তেওঁ জীৱন নিয়ন্ত্ৰণ নকৰিছিল। কেতিয়াবা তেওঁ সকলো নিয়ম পাহৰি গৈ হয়তো দিনটো পঢ়ি-লিখি ঘৰৰ ভিতৰতে কটাই দিছিল নাইবা হয়তো ৰাতি দুপৰলৈ বাবাৰ লগত বা অন্য কোনো বন্ধুৰ লগত পাশা-দবা খেলি বা খুহুতীয়া আলোচনা কৰি কটাই দিছিল। But he always maintained decencey and decorum at all sorts, ভদ্ৰতা আৰু শালীনতা তেওঁ সদায় ৰক্ষা কৰি চলিছিল— মই যিমানদূৰ জানিছিলো।

মই অৱশ্যে ইয়াৰ প্ৰমাণ নিজেই পাইছিলো। সেই সভাখনত মই দেখোঁতেই ডক্টৰ অৰুণাভক বৰ পৰিষ্কাৰ-পৰিচ্ছন্ন দেখিছিলো, এতিয়াও মোৰ মনত আছে।

ডক্টৰ অৰুণাভৰ ছবিটো যেন আহমদৰ চকুৰ আগত ভাহি উঠিছিল। বৰ্ণনা কৰাৰ ধৰণেৰে তেওঁ লাহে লাহে ক'লে, মানুহজনৰ ভিতৰত এজন বৈজ্ঞানিক আৰু এজন কবিৰ যে সংমিশ্ৰণ ঘটিছিল, ওঁঠত সদায় আছিল এটা অমায়িক মোহ লগা হাঁহি, চকুত তীব্ৰ প্ৰতিভাৰ চাবনি, মুখত সহৃদয় সম্ভাষণ আৰু নিৰহংকাৰ গাম্ভীৰ্য। শান্ত, ধীৰ খোজ-কাটল, শান্ত, ধীৰ কথা-বতৰা। কেতিয়াবা হেনো দুই-তিনিদিন তেওঁ

ঘৰৰ ভিতৰতে সোমাই থাকিছিল, কাকো দেখা নিদিছিল, কাৰো লগত কথা-বতৰা নেপাতিছিল, হয়তো খিৰিকীৰে একেথৰে আকাশৰ ফালে চাই বহি আছিল নাইবা কোঠাটোতে নীৰৱে পাযচাৰী কৰি ঘূৰিছিল। গভীৰ কোনো চিন্তাই তেওঁক উদ্বিগ্ন কৰি তুলিছিল যেন অনুমান হৈছিল তেওঁক দেখিলেই তেওঁৰ প্ৰতিভাৰ বিষয়ে এটা আভাস পোৱা গৈছিল। অ' এটা কথা ক'বলৈ পাহৰিছো, ফটো তোলাত তেওঁৰ বৰ আগ্ৰহ আছিল। তেওঁৰ নিজৰেই কেইবাটাও দামী কেমেৰা আছিল। তেওঁ হেনো নিগেটিভবোৰ নিজেই ডেভেলপ কৰিছিল। তেওঁৰ ফটোৰ কেইবাটাও এলবাম আছে— তুমি মন গ'লে চাবা কেতিযাবা।

এলবামত ডক্টৰ অৰুণাভৰ নিজৰ ফটো আছেনে বাৰু?

আছে আছে। পৃথিৱীৰ নানা ঠাইত তোলা বহুত ফটো আছে। আৰু তেওঁৰ পা-পৰিযাল, চিনাকি মানুহ আদিৰ কিছুমান ফটোও আছে। আহমদে ক'লে।

এলবামবোৰ চাবৰ কাৰণে সঁচাই মোৰ আগ্ৰহ হ'ল।

এলবামবোৰ এতিয়া ক'ত আছে? মই সুধিলো।

মোৰ ওচৰতে আছে। সেই যে আলমাৰিটো বন্ধ হৈ আছে মোৰ মনেৰে তাতে থাকিব পায। তুমি বাৰু কোনোবা সময়ত এদিন আহিবা, আমি বিচাৰিম।

আৰু দুই-চাৰি আষাৰ কথা পাতি আহমদ গ'লগৈ।

মোৰ মাথোন সামান্যভাৱে এই কৌতূহলেই হৈছিল যে আহমদে ডক্টৰ অৰুণাভৰ সা-সম্পদবোৰ কি বিশেষ উদ্দেশ্যেৰে এনেদৰে আছুতীযাকৈ সামৰি ৰাখিছে?

এনেই চকু ফুৰাই যাওতে এখন ইংৰাজী আলোচনীত প্ৰকাশ হোৱা ডক্টৰ অৰুণাভৰ এটা প্ৰবন্ধত চকু পৰিল। প্ৰবন্ধটোৰ নামটো 'জ্ঞানৰ খণ্ডিতকৰণ' Compartmentalisation of Knowledge বিষযটো বৰ abstract হ'ব যেন লাগিল, কিন্তু সহজ ভাষাৰেই তেওঁ লিখিছে :

সত্যক সামগ্ৰিকভাৱে গ্ৰহণ কৰিব নোৱাৰিলে, খণ্ডিত জ্ঞানাংশৰে পূৰ্ণ সত্যৰ ধাৰণা কৰা নেযায। ৰ'দৰ পৰা সূৰ্যৰ অস্তিত্ব সম্পৰ্কে ধাৰণা হ'ব পাৰে, হয়তো সূৰ্য যে উত্তপ্ত সেই কথাও বুজা যাব পাৰে, কিন্তু তাৰ দ্বাৰা সূৰ্যৰ প্ৰকৃতি বা স্বৰূপ সম্পৰ্কে পূৰ্ণ জ্ঞান নহয়। আজিলৈকে মানুহে জানিছে কিমান? মানুহৰ জ্ঞান হৈছে কিমান? সামান্য। কিন্তু তাকে আকৌ ভাগ ভাগ কৰি খণ্ড দৰ্শন বিখণ্ড কৰি ৰসাযন, পদাৰ্থবিজ্ঞান, শৰীৰ, মন, এনেদৰে সকলোকে লৈ জ্ঞান আহৰণৰ চেষ্টা কৰিলে, আমাৰ কি বুজা হ'ব? সমগ্ৰ সত্যক সামগ্ৰিকভাৱে বুজিবৰ আৰু উপলব্ধি কৰিবৰ প্ৰয়াস কৰাৰ প্ৰয়োজন। নহ'লে হাতী হাতীযেই থাকিব আৰু সাত কণাই নেজ, শুঁৰ, ঠেঙকে

হ্যাতীজ্ঞান কৰি সন্তুষ্ট থাকি যাব। জ্ঞানৰ চৰম স্তৰত দৰ্শন বিজ্ঞান পদাৰ্থ, ৰসায়ন দেহ-মন আত্মা অবিচ্ছিন্নভাৱে এক হৈ পৰিব লাগিব। সৃষ্টিজ্ঞানো অখণ্ড হ'ব লাগিব।

আৰু অন্যান্য কিছু কথা প্ৰবন্ধটোত আছিল। কিন্তু তাৰ বহুখিনি মই বুজিব নোৱাৰিলো। ফিলচফীৰ এবচলিউট আৰু অঙ্কৰ কিবা এটা সমীকৰণৰ শেষ সত্য কেনেকৈ একেটা বস্তু বুলি প্ৰমাণ কৰা যায়, তাৰ বিষয়ে আলোচনা কৰিছে। মোৰ কাৰণে— সঁচা ক'বলৈ গ'লে— আলোচনাটো নিৰস আৰু প্ৰায় দুৰ্বোধ্য।

আলোচনীখন বন্ধ কৰি থৈ দিলো। হয়তো ডক্টৰে সকলো সত্যৰ এটা বিজ্ঞানসন্মত সমন্বয়ৰ সাধনা কৰিছিল, এই প্ৰবন্ধই তেওঁৰ এই সত্যসন্ধানী সাধনাৰ পৰিচয় দিয়ে। কিন্তু সেইয়াই জীৱনৰ সকলো কথা নহয়।

মই ভাবিলো যদি কিতাপ-পত্ৰৰ মাজত ক'ৰবাত ডক্টৰ অৰুণাভৰ ডায়েৰী বা লিখি ৰখা কোনো টোকাবহী পোৱা যায়, তেন্তে তেওঁ মানুহজনৰ বিষয়ে বহুত কথা জনা যাব। কিন্তু তেওঁৰ ইয়াৰ পৰা যাবৰ ভালেমান দিন হ'ল। ক'ৰবাত পুৰণি ডায়েৰী থাকিলেও জীৱনৰ শেষভাগৰ ডায়েৰী নিশ্চয় ইয়াত পোৱা নেযাব। তথাপি হয়তো আগৰ কালৰ ডায়েৰী পালেও তেওঁৰ সেই সময়ৰ কিছু কথা জানিব পৰা যাব। হয়তো আহমদৰ হাতত তেনে ডায়েৰী থাকিবও পাৰে। আছে যদি আহমদে নিশ্চয় নিজেই দিব। কাৰণ এই জীৱনী লিখাত মোতকৈ আহমদৰ স্বাৰ্থই হয়তো বেছি। এদিন মই অফিচৰ পৰা ওলাই আহোতে বাটতে দিবাকৰ দুৱৰাক লগ পালো। দুৱৰা ফুৰিবলৈ আহিছিল। তেওঁৰ অনুৰোধত ময়ো তেওঁৰ লগতে ফুৰিবলৈ ওলাই গ'লো। অৱশ্যে তেতিয়া মই ডক্টৰ অৰুণাভ সম্পৰ্কে চিন্তা কৰা নাছিলো।

আমি অন্যান্য কিবাকিবি কথা পাতি গৈছিলো। এনেই আবেলি ফুৰিবলৈ গ'লে সাধাৰণতে মানুহে যেন কথা পাতে। তাতে দুৱৰা আৰু মই— কাৰ্যক্ষেত্ৰ বেলেগ হেতুকে আমাৰ চিন্তাধাৰাও কিছু বেলেগ। দুৱৰা সংসাৰজ্ঞানসম্পন্ন মানুহ। মোৰ কাৰ্যক্ষেত্ৰয়েই মোক অলপ অন্য ৰকম কৰি ৰাখিছে।

গৈ গৈ আমি দুৱৰাৰ ঘৰ ওলালোগৈ।

এপিয়লা চাহ খোৱা যাওক, কি কয়? দুৱৰায়ে প্ৰস্তাৱ কৰিলে।

চাহ খাই থাকোতেই দুৱৰাই ক'লে, এই ঘৰটো কিনা হ'ল, পিছে কিনি জানো ভালেই কৰিলোনে বেয়াই কৰিলো।

কিয়? কিবা অসুবিধা পাইছে?

ঘৰটো লৈ কোনো অসুবিধা নাই। সকলো ফালৰ পৰা পৰিপাটি। বাৰী-ঘৰ, পানী-পুখুৰী, ক'তো কোনো খুঁত নাই। পিছে অলপতে এখন চিঠি পাই অলপ বিমোৰত পৰিছো।

কোনে কি চিঠি দিছেনো?

চিঠিখন আহিছে পুণাৰ পৰা।

কোনে লিখিছে?

লিখক মানুহজন কোন চিনি নেপাওঁ। কিন্তু তেওঁ এটা কথা লিখিছে, সেয়েহে আমাক অলপ চিন্তিত কৰি তুলিছে। চিঠিখন চাবনেকি?

কি লিখিছে তাকে কওকচোন বাৰু।

মানুহজনৰ নাম মনোহৰ কাপুৰ। লিখিছে পুণাৰ পৰা। তেওঁ লিখিছে যে তেওঁ ডক্টৰ অৰুণাভৰ জোঁৱাযেক হয়। একমাত্ৰ জোঁৱাযেক। ডক্টৰ অৰুণাভে এৰি থৈ যোৱা তেওঁৰ সম্পত্তিৰ ভিতৰত এই ঘৰটোৰো উল্লেখ আছে। গতিকে ঘৰটোৰ বিষয়ে তেওঁ সবিশেষ জানিবলৈ বিচাৰিছে।

কিন্তু ঘৰটোত যে আপুনি আছে কেনেকৈ জানিলে?

সেইটো মই ক'ব নোৱাৰো, নিশ্চয ডক্টৰ অৰুণাভৰ কোনো কাগজ-পত্ৰৰ পৰাই সেই খবৰ পাব পায়। কিন্তু বেচি থৈ যোৱা ঘৰটোৰ বিষযে উইলত উল্লেখ কৰিব কিয়?

উল্লেখ কৰিলেই উত্তৰাধিকাৰীলৈ হস্তান্তৰ কৰাৰ ইচ্ছা প্ৰকাশ নকৰিবও পাৰে। কাপুৰে ঘৰটো দাবী কৰিছেনেকি?

তেনে একো লিখা নাই, কিন্তু জানিবলৈ বিচাৰিছে ঘৰটো এতিযা কাৰ তত্ত্বাবধানত আছে আৰু ই কেনেকুৱা হৈ আছে আৰু বিশেষ একো লিখা নাই।

আপুনি কিবা উত্তৰ দিলে নেকি?

উত্তৰ দিছো আৰু তেওঁৰ আৰু উইলখনৰ বিষয়ে সবিশেষ জনাবলৈ লিখিছো।

বাৰু কি উত্তৰ আহে বাট চাওক আৰু যদি বেয়া নেপায় কাপুৰৰ ঠিকনাটো মোক দিবনে?

মই ঠিকনাটো লিখি ল'লো।

ঘৰটোৰ বাহিৰে ইয়াত ডক্টৰে অন্য কিবা বস্তু-বাহানি এৰি গৈছিল নেকি?

তেনে একো নাছিল। বাকচ-পত্ৰ বহুত আছিল, যদিও সকলো নিয়ালে। কিছু ফাৰ্ণিচাৰহে আছিল আৰু এটা কোঠাত কেইখনমান বন্ধোৱা ছবি আছে— যেনেকৈ আছিল তেনেকৈয়ে আছে, আমি চোবাই নাই।

মই ইচ্ছা প্ৰকাশ কৰিলত তেওঁ মোক সেই কোঠাটোলৈ লৈ গ'ল।

বৰ্তমান সেইটো কোঠা দুৱৰাইতে কোনো কামত লগোৱা নাই। কোঠাটোৰ মাজতে এখন সৰু মেজ আৰু তিনিখন চকী পাৰি থোৱা আছে।

তেতিয়া বেলি মাৰ যাওঁ যাওঁ। আহল-বহল খিৰিকীবোৰেৰে মাৰ যাব ধৰা বেলিৰ পোহৰবোৰ কোঠাটোৰ ভিতৰলৈ সোমাই আহিছিল। ব্যৱহাৰ নকৰাৰ কাৰণেই হয়তো কোঠাটোৰ পৰা এটা পুৰণি গোন্ধ ওলাইছিল।

মই বেৰত আঁৰি থোৱা ছবিবোৰলৈ চালো।

কোঠাটোত সাতখন ডাঙৰ ডাঙৰ ফ্ৰেমত বন্ধোৱা ছবি আছে। ছবি সম্পৰ্কে মোৰ বৰ বেছি ধাৰণা নাই। এখন হাতে আঁকা ছবিৰ আবেদন মোৰ কাৰণে প্ৰধানতঃ তাৰ ৰং ৰহণ আৰু বুজিব পৰা বিষয়বস্তুতে সীমাবদ্ধ। এখন ছবিৰ শিল্প-সৌন্দৰ্যৰ বিজ্ঞানসন্মত বিশ্লেষণ মই কৰিব নেজানো।

ডক্টৰ অৰুণাভৰ কোঠাৰ ছবিকেইখন কোমল ৰঙৰ দুখন প্ৰাকৃতিক দৃশ্যৰ। এখন দূৰত ঢৌ উঠা সাগৰৰ। আন এখন নেপালৰ হেমন্তকালৰ শীৰ্ণ বিবৰ্ণ প্ৰাকৃতিক দৃশ্যৰ। বাকীকেইখন ইউৰোপৰ কেইজনমান বিখ্যাত শিল্পীয়ে আঁকা ছবি। ছবিৰ তলত নাম আছিল কিন্তু কোঠাৰ ভিতৰত পোহৰ কম থকাৰ কাৰণে মই পঢ়িব নোৱাৰিলো আৰু পঢ়িবৰ বিশেষ চেষ্টাও নকৰিলো।

ইতিমধ্যে দুৰৱা দুই মিনিটমানৰ কাৰণে অলপ বাহিৰ ওলাই গৈছিল। মই ছবিৰ পৰা চকু একেবাৰে আনি খিৰিকীখনেদি বাহিৰলৈ চালো।

বাৰীখন বহল। ঢাপত নাৰিকলৰ গছ আছে, এচুকে এটা দীঘলীয়া পুখুৰী, মাজতে ভালেমান ডোখৰ মুকলি ঠাই, হয়তো এসময়ত ডক্টৰ অৰুণাভ বহা বেন বা কোমল ঘাঁহনি আছিল। এতিয়া ঘাঁহবোৰ যথেষ্ট ওখ হৈছে।

পৰিবেশটো শান্ত। নগৰৰ একাষে প্ৰায় গাঁৱৰ নিচিনা নিৰিবিলি ঠাইডোখৰ, তদুপৰি শান্ত সজীৱ প্ৰকৃতিৰ শ্যামল আবেষ্টন। এনে এটা শান্ত পৰিবেশ এৰি ডক্টৰ অৰুণাভ দূৰণিৰ মহানগৰীৰ কোলাহলৰ মাজলৈ কি প্ৰয়োজনত গুচি গ'ল মই বুজিবলৈ টান পালো।

এনেতে কোঠাটোৰ লাইট জ্বলি উঠিল।

মোৰ ওচৰলৈ আহি দুৰৱাই ক'লে, ডক্টৰ অৰুণাভ প্ৰায়ে এই খিৰিকীখনৰ কাষত বহি থাকে। কেতিয়াবা এই ঘাঁহনিখনতো বহি থাকে।

তেওঁ প্ৰায়ে লিখা-পঢ়া কৰি থাকিছিল নহয়? মই সুধিলো।

মই কোৱা শুনিছো তেওঁ বেছিভাগ লিখা-পঢ়া ৰাতিহে কৰিছিল, খিৰিকীৰ কাষত বা ঘাঁহনিত বহি তেওঁ নীৰৱে কিবা ভাবিহে থাকে। একেবাৰে চুপচাপ বহি থাকে, কোনো লিখা-পঢ়া নকৰে, আৰু তেনে সময়ত তেওঁ কথাও অতি কমহে কৈছিল। দুৰৱাই ক'লে।

বোধকৰো তেওঁ শান্তি বৰ ভাল পাইছিল।

কিন্তু মই জনাত দিনবোৰ তেওঁ বৰ অশান্তিত, মানে মানসিক অশান্তিত কটাইছিল— দুৱৰাই ক'লে। লগে লগে তেওঁ ক'লে, অ', ছবিবোৰ চালেনে? এই ফটোখন মন কৰিলেনে? বেৰত আঁৰি থোৱা বন্ধোৱা ছবি এখনৰ ফালে দেখুৱাই তেওঁ সুধিলে।

ফটোও আছে নেকি? এইবাৰ মই ছবিখনৰ ফালে অলপ মনোযোগেৰে চালো। এজনী লাজকুৰীয়া, সাধাৰণ ছোৱালীৰ এখন ফটো— হয়তো এনলাৰ্জ কৰাইছিল। ফটোখনৰ প্ৰিণ্ট ভাল আছিল, পুৰণি যদিও বেছি বিবৰ্ণ হোৱা নাই।

ফটোখন কাৰ?

আমিও সঠিক নেজানো কাৰ। তেওঁ হেনো ইয়াৰ পৰা যাবৰ সময়ত ফটোখন লগতে লৈ যোৱাৰ কথা কেইবাবাৰো ভাবিছিল, কিন্তু কিবা ভাবি নিনি এৰি গ'ল। পিছত হেনো চিঠিৰে জনাইছিল যে ফটোখন এৰি যাবলৈ যদিও তেওঁৰ টান লাগিছিল, তথাপি কোঠাত থকা অন্য ছবিবোৰৰ মাজৰ পৰা লৈ গ'লে ছবিখনৰ সৌন্দৰ্য হানি হ'ব, সেয়ে তেওঁ ফটোখন এৰি গ'ল।

এই ছবিকেইখনৰ লগত তেনেহ'লে ফটোখনৰ কিবা সম্পৰ্ক আছে?

দেখাত একো নাই যেন লাগে। হয়তো থাকিবও পাৰে আমি বুজিব পৰা নাই।

ইউৰোপীয় শিল্পীয়ে আঁকা চিত্ৰৰ লগত এজনী অসমীয়া ছোৱালীৰ এখন ফটোৰ কি সম্পৰ্ক থাকিব পাৰে মযো বুজিব নোৱাৰিলো। অন্য এদিন আহি ছবি আৰু ফটো ভালকৈ চামহি বুলি মনতে সংকল্প কৰিলো। কিন্তু দুৱৰাক তাৰ আভাস নিদিলো।

আমি বাহিৰলৈ ওলাই আহিলো।

দুৱৰাই ক'লে, কাপুৰ বা অন্য কোনোবাই যদি এতিয়া ঘৰটোৰ দাবী কৰি বহে?

চিন্তা নকৰিব, কিনি লোৱা ঘৰ, আপোনালোকৰতো কাগজ-পত্ৰ আছে?

সকলো আছে। বেংক ড্ৰাফ্টৰ নম্বৰ আদিও আছে—

হয়তো ঘৰটো বিক্ৰী কৰাৰ আগতে উইলখন কৰাই থৈছিল। ঘৰ বিক্ৰী কৰাৰ পিছত হয়তো উইলত বাদ দিবলৈ থাকি গ'ল।

আমিও তেনেকৈয়ে ভাবিছো। নহ'লে ডক্টৰ অৰুণাভৰ নিচিনা এজন মানুহে কেইহাজাৰমান টকাৰ কাৰণে নিশ্চয় আমাক বিপদত নেপেলায়।

দুৱৰাৰ কথাত মোৰ কোনো মন্তব্য দিবলগীয়া নাছিল।

মনোহৰ কাপুৰৰ ঠিকনাটো আৰু বেবৰ ফটোখনৰ লাজকুৰীয়া ছোৱালীজনীৰ এটা অস্পষ্ট ছবি মনত লৈ সেইদিনাৰ কাৰণে দিবাকৰ দুৱৰাৰ পৰা বিদায় ল'লো আৰু প্ৰয়োজন হ'লে মই সহায় কৰিম এনে এটি আশ্বাস তেওঁক দি আহিলো।

'চায়েন্স এণ্ড কালচাৰ' নামৰ আলোচনীখনত প্ৰকাশ হোৱা পদাৰ্থবিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধ এটাত চকু ফুৰাই থাকোতে হঠাৎ চকু পৰিল এটা উদ্ধৃতিত। এই উক্তিটো ডক্টৰ অৰুণাভৰ। বিষয়টো মোৰ কাৰণে জটিল আৰু প্ৰায় অবোধ্য। ফলিত মনোবিজ্ঞানৰ বস্তুতাত্ত্বিক ভিত্তি সম্পৰ্কীয় আলোচনাৰ যোগেদি কালচাৰৰ নতুন মূল্যায়নৰ চিন্তা কৰা হৈছে প্ৰবন্ধটোত। ডক্টৰ অৰুণাভৰ চমু বক্তব্য হ'ল :

মানুহৰ মনোবিকাশৰ চৰমতম স্বৰূপ যদি বস্তুগত সত্তাৰ পৰা সম্পূৰ্ণ মুক্তি বুলি ধৰা যায়, তেন্তে স্থূল বস্তুজগতৰ লগত মানুহৰ মনস্তাত্ত্বিক সম্পৰ্ক বিচ্ছিন্ন কৰি চাব পৰা যাযনে নেযায়, সেই কথা নিৰ্ণয় কৰা দৰকাৰ। বিশুদ্ধ মনস্তাত্ত্বিক ক্ৰিয়া বস্তুনিৰপেক্ষ ৰূপত ঘটাটো সম্ভৱনে? সাধাৰণ দুখ আৰু কষ্ট সম্পৰ্কীয় মনস্তাত্ত্বিক আলোচনাৰ পৰা তেওঁ এজন মৃত্যুমুখী যক্ষ্মাৰোগীৰ জীৱনানন্দ আৰু জীৱনৰ মোহৰ ভিত্তি বিশ্লেষণ কৰিছে। মৃত্যু-চিন্তাই কাকো সুখ নিদিয়ে, সমাগত মৃত্যু-চিন্তা ভয়াবহ, কিন্তু তেনে অৱস্থাতো দেখা গৈছে— কোনো ৰোগী বেচ প্ৰফুল্ল, কেৱল মৃত্যুৰ কাৰণে আনন্দেৰে প্ৰতীক্ষা কৰাই নহয়, কায়িক ক্লেশ আৰু বেদনা লৈও আনন্দ অনুভৱ কৰা দেখা যায়। ই কেনেকৈ সম্ভৱ? ই জানো অস্থূল মানসিক ক্ৰিয়াৰ নিদৰ্শন? লগতে ডক্টৰ অৰুণাভে নানা ধৰণৰ কষ্টকল্প যোগ সাধনাৰ লগত এজন ৰোগীৰ বা সাধকৰ মানসিক সমাহিত আৰু প্ৰফুল্ল অৱস্থা সম্পৰ্কেও বিচাৰ কৰিছে।

এইখিনি আলোচনাত, সঁচা কথা ক'ব লাগিলে, মই বৰ বিশেষত্ব দেখা নেপালো।

ইয়াৰ পিছত প্ৰবন্ধ লিখকে স্বয়ং ডক্টৰ অৰুণাভে আগবঢ়োৱা এটা অভিমতকে আলোচনা কৰিছে :

ডক্টৰ অৰুণাভে এটা সমস্যা দাঙি ধৰিছে : বিজ্ঞানৰ সূক্ষ্মতম বিশ্লেষণৰ পৰিণতি স্বৰূপে হয়তো সৃষ্টি সম্পৰ্কে বা পদাৰ্থজগত আৰু মনোজগত সম্পৰ্কে চৰম সত্যক এদিন সাধাৰণ মানুহৰো বোধগম্য কৰি তোলা যাব। হয়তো চৰম বিশ্লেষণে মনোজগত আৰু বস্তুজগতৰ মাজৰ দৃশ্যমান পাৰ্থক্যক মানুহৰ সীমাবদ্ধ অভিজ্ঞতাৰ ফল বুলি ঘোষণা কৰিব আৰু বস্তু আৰু মনকে একেটা মূল সত্য বা সত্তাৰে বিভিন্ন

ৰূপ মাথোন বুলি প্ৰতীয়মান কৰিব। কিন্তু এই সত্যৰ নতুন উপলব্ধিয়ে মানুহৰ সংস্কৃতি জগতলৈ কিবা বিপ্লৱ আনিবনে? এই বৈজ্ঞানিক উপলব্ধিয়ে ব্যক্তি-বেদনাৰ ওৰ পেলাবনে? মানুহ মানুহৰ মাজৰ ব্যৱধান ওৰ পেলাবনে? যদি কোনো সত্যৰ আবিষ্কাৰে মানুহৰ জ্ঞান আৰু অভিজ্ঞতাহে বৃদ্ধি কৰে, কিন্তু মানুহৰ আনন্দ আৰু শান্তিৰ জগতখন আগৰ সমানেই সৰু হৈ থাকে, তেন্তে এই আবিষ্কাৰৰ সাৰ্থকতা কোনখিনিত? যি নতুন সত্য উদ্‌ঘাটনে জন-জীৱনক চুই নেযায়, যি সত্যই বিশ্ব-সংস্কৃতি আৰু বিশ্ব-সভ্যতাৰ কোনো পৰিৱৰ্তন সাধন নকৰে, সত্য হিচাপে সি প্ৰয়োজনীয় হ'লেও, তাৰ কাৰ্যকাৰিতা জুখি চাব লগা। বিজুলীশক্তিৰ উদ্ভাৱনে মানৱ-সভ্যতা আৰু সংস্কৃতিলৈ বিপ্লব আনিলে, এটা যুগান্তৰৰ সূচনা কৰিলে, মাৰ্ক্সৰ ইতিহাসৰ নতুন বিশ্লেষণ আৰু সমাজ বিৱৰ্তনৰ নতুন ব্যাখ্যাই বিশ্ব-সভ্যতাত যুগান্তৰ আনিলে। সেইদৰে ফ্ৰয়ডৰ নতুন মনস্তত্ত্ব বিশ্লেষণেও নতুন সত্যৰ যোগেদি মনৰ সংস্কৃতিত এটা বিপ্লৱৰ সূচনা কৰিলে। এইবোৰ আবিষ্কাৰ বা উদ্ভাৱনে মানৱ-সংস্কৃতিৰ পৰম্পৰাত বিপ্লৱী অধ্যায় ৰচনা কৰিছে, কাৰণ ইলেক্‌ট্ৰিচিটি, মাৰ্ক্সবাদ বা ফ্ৰয়ডৰ চাইক' এনেলাইচিচ কেৱল বিশেষজ্ঞ বা জ্ঞানীৰ সম্পত্তি হৈ থকা নাই। এই নতুন সত্যবোৰৰ প্ৰযোগ হৈছে জনজীৱনত। এইবোৰে বিশ্ব-মানৱৰ কল্যাণৰ প্ৰয়াস কৰিছে।

পৃথিৱীৰ মানুহে আৰু নতুন নতুন সত্য আবিষ্কাৰ কৰিব, সৃষ্টিৰ গূঢ়তম গোপন ৰহস্য আবিষ্কাৰ কৰিব। কিন্তু সেই আবিষ্কাৰেও যদি মানুহৰ মাজৰ অন্যায়, অবিচাৰ, দুৰ্নীতি, শোষণ, ভয় আৰু বেদনাক চিৰদিনৰ কাৰণে নিৰ্মূল কৰিব নোৱাৰে তেতিয়াহ'লে কেৱল নতুন জ্ঞান বা নতুন সত্যৰ উপলব্ধিয়েই জানো মানুহৰ লক্ষ্য হৈ থাকি কিবা লাভ হ'ব? হেজাৰ বছৰ আগৰ সৰল মানুহৰ জীৱন-স্বপ্ন পৃথিৱীত স্বৰ্গৰাজ্য ৰচনা কৰা। সি জানো কেৱল শুভ ইচ্ছা— পায়'ছ হ'প হৈয়েই থাকিব?

পৃথিৱীৰ সকলো সত্যসন্ধানৰ, সকলো বৈজ্ঞানিকৰ চৰমতম আবিষ্কাৰে মানুহক বেদনামুক্ত কৰি, মহত্তম সৃষ্টিৰূপে প্ৰতিষ্ঠা কৰিব— এনে দিন, এনে বিপ্লৱী সংস্কৃতি, কেতিয়া স্বীকৃত হ'ব?

ডক্টৰ অৰুণাভৰ এই কথাখিনিৰ ভিতৰত যথেষ্ট জ্ঞানগৰ্ভ আলোচনা কৰা হৈছে প্ৰবন্ধটোত। বৈজ্ঞানিক উদ্ভাৱনাৰ যোগে বিশ্ব-সংস্কৃতিৰ ৰূপান্তৰৰ চিন্তা ডক্টৰ অৰুণাভৰ এই প্ৰচেষ্টা সম্পৰ্কে আৰু বেছিকৈ জনা দৰকাৰ যেন অনুভৱ কৰিলো।

হয়তো বিজ্ঞানক বিশ্ব কল্যাণৰ আহিলাস্বৰূপে প্ৰয়োগ কৰাৰ চিন্তা কৰিছিল ডক্টৰ অৰুণাভে। কিন্তু উৎপাদন পদ্ধতি আৰু সামগ্ৰীৰ বিতৰণ-পদ্ধতিয়ে বিশ্ব-সংস্কৃতিৰ ৰূপান্তৰ ঘটাব পাৰে বুলি নিশ্চিন্তভাৱে তেওঁৰ প্ৰত্যয় নহৈছিল। মানসিক ভিত্তিত এই ৰূপান্তৰে কিদৰে শিপা মেলিব পাৰে আৰু বিজ্ঞানে সেই ক্ষেত্ৰত কিদৰে

সহযোগিতা আগবঢ়াব পাৰে বা নতুন সংস্কৃতিৰ পৰিবেশ গঢ়ি তুলিব পাৰে, সেয়ে তেওঁৰ প্ৰধান চিন্তাৰ বিষয় আছিল। এই বৈজ্ঞানিক দাৰ্শনিকে এনে দৃষ্টি-ভংগীৰ চিন্তা কৰাটো অস্বাভাৱিক নহয়।

আলোচনীখনৰ বিষয়বস্তুবোৰ বৰ গধুৰ। একেবাৰে পঢ়ি থকা মোৰ কাৰণে কিছু টান কথা। সেয়ে আলোচনীখন সামৰি থ'লো। এনেতে চকুত পৰিল গৌতম চৌধুৰীয়ে দি যোৱা খাতাখন, য'ত তেওঁ কোৱামতে তেওঁ এজন সাধাৰণ মানুহৰ বিষয়ে কিবা এটা লিখিছে। খাতাখন পৰি আছিল, ভালকৈ পঢ়ি চাবৰ অৱসৰ বা আগ্ৰহ হোৱা নাছিল। কিন্তু কোনোবাদিনা হয়তো মানুহজনে খাতাখন আৰু সেই সম্পৰ্কে মোৰ মন্তব্য বিচাৰি ওলাবহি। গতিকে তেওঁ কিনো লিখিছে চাওঁ বুলি খাতাখন চকুৰ আগত মেলি ল'লো আৰু সাধাৰণভাৱে ওপৰে ওপৰে চকু ফুৰালো।

প্ৰথমতে পাতনি ঃ

লিখকে সাহিত্য সৃষ্টি কৰিবৰ উদ্দেশ্যে এই কিতাপ লিখা নাই, লিখিছে তেওঁ জনা কাহিনী এটা। কিন্তু ইয়াৰ দ্বাৰা তেওঁ কাৰো মনত কষ্ট বা আঘাত দিবলৈ বিচৰা নাই।

তাৰ পিছত—

অলপ ব্যক্তিগত কথা ঃ

লিখক তেতিয়া কিছুদিনৰ কাৰণে এজন বিখ্যাত মানুহৰ ব্যক্তিগত চেক্ৰেটাৰী আছিল। বিশেষ কাৰণত সেই মানুহজনৰ নাম তেওঁ উল্লেখ কৰিব খোজা নাই। যদিও তেওঁ লিখা কাহিনীভাগত সেই মানুহজনৰ বহুখিনি কথা জড়িত আছে। কাহিনীৰ নায়িকাৰ নামটোও বিশেষ প্ৰয়োজনত তেওঁ গোপনে ৰাখিছে আৰু তাৰ ঠাইত এটা কাল্পনিক নাম ব্যৱহাৰ কৰিছে। ইৰা, ইৰা হৈছে তেওঁৰ আখ্যানৰ নায়িকা।

তাৰ পিছত কাহিনীভাগ ঃ

মই চকু ফুৰাই গ'লো।

গৌতম চৌধুৰীৰ লিখা সহজ, ভাষা প্ৰাঞ্জল, অৱশ্যে কাহিনী বিন্যাসত বিশেষ মনোযোগ দিছে যেন নেলাগিল। প্ৰায় পোনপটীয়াভাৱেই বৰ্ণাই গৈছে। কিন্তু বৰ্ণনাৰ মাজত মাজে মাজে কিছু সাহিত্যিক সৌন্দৰ্য আৰু গভীৰ অনুভূতিও আছে।

তেওঁ আৰম্ভ কৰিছে এনেকৈ ঃ

ছোৱালীজনীৰ নামটো ইৰা। ইৰা শব্দটো উচ্চাৰণ কৰিলে হয়তো অন্যৰ মনত কোনো ভাব বা কোনো চিত্ৰ ফুটি নুঠিব, কিন্তু সিদ্ধাৰ্থৰ কাৰণে (চৌধুৰীৰ আখ্যানৰ নায়কৰ নাম সিদ্ধাৰ্থ) ইৰা নামটোৰ উল্লেখেই চকুৰ আগত আৰু মনৰ আগত এখন জগত দাঙি ধৰিবৰ কাৰণে যথেষ্ট। ইৰা মানে এজনী ৰূপহী, স্বাস্থ্যৱতী, লাজুকী

ছোৱালীযেই নহয় ইৰা মানে এহাল সলাজ কোমল চকু, দুটা হাঁহি সনা ওঁঠ আৰু এটা মিঠা মাতেই নহয়, ইৰা মানে সিদ্ধাৰ্থৰ কাৰণে এখন অফুৰন্ত স্বপ্নৰ জগত, এটা মধুৰ অবোধ্য সাঁথৰ, এটা অপূৰণীয় তৃষ্ণা— যি তৃষ্ণাৰ নিবৃত্তি সিদ্ধাৰ্থই কোনোদিন নিবিচাৰে, কাৰণ সিদ্ধাৰ্থৰ কাৰণে সেই তৃষ্ণাই জীৱন-তৃষ্ণা, সেই তৃষ্ণাই জীৱন।

ছোৱালীজনী এজনী সাধাৰণ গাভৰু।

সিদ্ধাৰ্থই ছোৱালীজনীৰ ইতিবৃত্ত জানিবৰ কোনো চেষ্টা কোনোদিন কৰা নাছিল। প্ৰথমতে ইৰাক দূৰৰ পৰা দেখিছিল, তাৰ পিছত কাষ চাপি চিনাকি হৈছিল, ক্ৰমে অন্তৰংগ হ'বৰো চেষ্টা কৰিছিল।

ইৰাৰ লগত ঘনিষ্ঠভাৱে চিনাকি হোৱাৰ বাটত সিদ্ধাৰ্থৰ কোনো বাধা নাছিল। সিদ্ধাৰ্থই সেই বিখ্যাত মানুহজনৰ (আখ্যানত তেওঁৰ নাম দিয়া হৈছে— কিৰণচন্দ্ৰ) ঘৰতে কাম কৰে, তেওঁৰে পাৰ্চনেল চেক্ৰেটাৰী। সেই ঘৰতে থাকে ইৰা। কিৰণচন্দ্ৰৰ ঘৰত তেতিয়া তিনিটি প্ৰাণী— কিৰণচন্দ্ৰ— ইৰা আৰু ইৰাৰ স্বামী। ইৰাৰ স্বামীযে ঘৰ-বাৰীৰ তদাৰক কৰে, ইৰাই কিৰণচন্দ্ৰৰ তদাৰক কৰে আৰু কিৰণচন্দ্ৰ ব্যস্ত থাকে নানা কাম আৰু নানা চিন্তা লৈ। পুৱা আৰু আবেলি সিদ্ধাৰ্থই কিৰণচন্দ্ৰৰ চিঠিপত্ৰ লিখা, কোনো প্ৰবন্ধ টাইপ কৰা বা কৈ যাওতে লিখি লোৱা আদি কাম কৰে। আটাইৰে প্ৰচুৰ আজৰি।

ঘৰখনৰ ভিতৰত কোনো হাই-উৰুমি নাই। ইৰাৰ স্বামীযে ঘৰবাৰীৰ কাম কৰি আঁতৰে আঁতৰেই থাকে, ইৰা প্ৰায় সকলো সময়তে কিৰণচন্দ্ৰৰ কাষতে থাকে— ইটো-সিটো কৰি দিয়ে— কিন্তু সকলো নীৰৱে কৰে। কিৰণচন্দ্ৰৰ কাষত বৈ মাজে মাজে একোবাৰ চকু তুলি সিদ্ধাৰ্থৰ ফালে চায়— সিদ্ধাৰ্থৰ বুকুখন কঁপি উঠে, সিদ্ধাৰ্থৰ সকলো ভুল হৈ যাব খোজে। সন্তৰ্পণে তেওঁ সংযত হয়। যাতে কিৰণচন্দ্ৰই তেওঁৰ মনৰ অৱস্থাৰ গম ধৰিব নোৱাৰে।

সিদ্ধাৰ্থ প্ৰতিদিন কিৰণচন্দ্ৰৰ ঘৰলৈ আহে— অহাটো এহাতে কৰ্তব্য, আনহাতে এটা বুজি নোপোৱা প্ৰাণৰ আকৰ্ষণ। কিন্তু সিদ্ধাৰ্থই ইৰাক অকণো বুজিব নোৱাৰে। ইৰা সদায় একে, সদায় সামান্য গহীন, সামান্য প্ৰফুল্ল, কথা প্ৰায় নকয়েই, ক'লেও কয় একেবাৰে অনুভূতিহীন কথা।

কিৰণচন্দ্ৰৰ বয়স তেতিয়া নিশ্চয় পঞ্চাশছমান হৈছে। অৱশ্যে তেওঁৰ অটুট স্বাস্থ্য আৰু সুশ্ৰী কান্তি দেখিলে তেওঁৰ বয়স পঁইত্ৰিছৰ বেছি নহয় যেন লাগে। তেওঁ এজন স্বনামধন্য ব্যক্তি, সুপণ্ডিত, তেওঁৰ শালীনতা জ্ঞান আৰু ৰুচি ইমান মাৰ্জিত যে তেওঁৰ সম্পৰ্কে সাধাৰণ মানুহৰ ক্ষেত্ৰত প্ৰযোজ্য কোনো কথাকে তেওঁৰ বিষয়ে কোৱা নেযায়। আৰু কিৰণচন্দ্ৰৰ প্ৰখ্যাত পাণ্ডিত্য আৰু ব্যাপক যশস্যা ইমান

সুদূৰপ্ৰসাৰী যে কিৰণচন্দ্ৰৰ চৰিত্ৰত ক'ৰবাত অকণমানো দুৰ্বলতা আছে বুলি ভবাটো নিজৰ কলুষিত মনৰহে পৰিচায়ক। সিদ্ধাৰ্থই সেই কাৰণে ইৰাৰ একান্ত ভক্তি আৰু কিৰণচন্দ্ৰৰ প্ৰতি অনুৰক্তিক আন্থাৰে শ্ৰদ্ধাহে জনাইছিল। কেতিয়াও সন্দেহ নকৰিছিল, আনকি নিজৰ মনৰ মাজতো কোনোদিন সমালোচনা কৰা নাছিল।

জানিবলৈ নিবিচাৰিও, সিদ্ধাৰ্থই জানিব পাৰিছিল যে স্বামীৰ বাহিৰে ইৰাৰ আৰু এই পৃথিৱীত কোনোৱেই নাছিল। কোনো বিশেষ কাৰণত ইৰা আৰু তাইৰ স্বামীয়ে নিজৰ বাসস্থান এৰিবলগীয়া হৈছিল আৰু অতীতৰ লগত সকলো সম্পৰ্ক ছিন্ন কৰি একেবাৰে অচিন পথত অসহায়ভাৱে ওৰি দিবলগীয়া হৈছিল।

ইৰাহঁতৰ জীৱনত ঘটা দুৰ্যোগটো আচলতে কি আছিল সেই বিষয়ে কোনো সূত্ৰ উলিয়াব নোৱাৰিলেও সিদ্ধাৰ্থই ইমানকে জনাইছিল যে ঘটনাক্ৰমে অভাৱনীয়ভাৱে ক'ৰবাৰ এঠাইত ইৰাহঁতৰ কিৰণচন্দ্ৰৰ লগত দেখাদেখি হৈছিল আৰু এই দেখাদেখিৰ পিছদিনাৰ পৰাই ইৰাহঁত আহি কিৰণচন্দ্ৰৰ লগত থাকিবলৈ লয়।

তেতিয়া কিৰণচন্দ্ৰ অকলশৰেই আছিল। তেওঁৰ ছোৱালীজনী কিছুদিনৰ আগতে বিয়া হৈ গৈছিল আৰু কিৰণচন্দ্ৰৰ পত্নীও জীয়েক-জোঁৱায়েকৰ ঘৰলৈ গৈছিল। মাজে মাজে তেওঁ ক'ৰবাত ক'ৰবাত ফুৰিবলৈ যায় আৰু ভালেমান দিন ঘৰত নেথাকে।

কিৰণচন্দ্ৰৰ পৰিৱাৰ কোনোবা বৰ ডাঙৰ ধনী মানুহৰ ছোৱালী আছিল। তেওঁলোকৰ— পৰিয়ালটোও বৰ ডাঙৰ আছিল। তেওঁলোকৰ বাই-ভনীবোৰো বৰ ৰূপৱতী আছিল। তেওঁলোকৰ বিয়া ভাৰতৰ বেলেগ বেলেগ ঠাইৰ মানুহৰ লগত হৈছিল। সেই দেখি তেওঁলোকৰ সম্বন্ধীয়া মানুহ গোটেই ভাৰততে আছিল।

ইৰাই কিছু লিখা-পঢ়া জানিছিল। আজৰি সময়ত ইৰাক কিছু ইংৰাজী পঢ়াবৰ কাৰণে কিৰণচন্দ্ৰই সিদ্ধাৰ্থক কৈছিল। ইয়াক সিদ্ধাৰ্থই কেৱল সুযোগ বুলিয়েই নহয়, সৌভাগ্য বুলিয়ে গ্ৰহণ কৰিছিল। কাৰণ এইটো আছিল সিদ্ধাৰ্থৰ কাৰণে ভাবিব নোৱৰা কথা।

ইৰাৰ স্বামীজন অতি শান্ত আৰু নিৰীহ প্ৰকৃতিৰ মানুহ আছিল। তেওঁৰ লগত ইৰাৰ সম্পৰ্ক একো নাই যেনেই ধাৰণা হৈছিল, ইৰা যেন এজনী মুকলিমূৰীয়া, অবিবাহিতা ছোৱালীহে। ইৰা এজনী স্বাস্থ্যৱতী গাভৰু ছোৱালী, সিদ্ধাৰ্থও এজন অবিবাহিত ডেকা মানুহ, সিদ্ধাৰ্থই কল্পনা কৰিলে যে এইদৰে ক্ৰমে ইৰাৰ আৰু বেছি কাষ চপাত কোনো অসুবিধা নহ'ব।...

গৌতম চৌধুৰীয়ে মামুলি ধৰণৰ এই প্ৰণয় কাহিনীটো লিখি মোক চাবলৈ দি মিছাতে মোৰ সময়হে নষ্ট কৰিছে, তথাপি খাতাখনত আৰু কি আছে পঢ়ি চাব লাগিব বুলি ভাবিলো। আৰু কিছু পঢ়ি চালো। লিখিছে :

কিৰণচন্দ্ৰ অন্য জগতৰ মানুহ, গতিকে ইৰা আৰু সিদ্ধাৰ্থৰ দেহ-মনৰ খবৰ তেওঁ নিশ্চয় নেৰাখে।

দিনে দিনে অতি ওচৰৰ পৰা দেখি দেখি সিদ্ধাৰ্থৰ মনতে এনে ভাব হৈছিল যেন তেওঁ ইৰাক বহুতখিনি বুজি পাইছে। আৰু ইৰায়ো তেওঁক আৰু তেওঁৰ মনৰ ভাব বুজিছে, অৱশ্যে তেতিয়াও তেওঁলোকৰ মাজত ব্যক্তিগত কথা-বতৰা অতি কমেই হৈছিল। কেতিয়াবা ইৰাক অকলে লগ পালে সিদ্ধাৰ্থই দুষাৰ মনৰ কথা পাতিবৰ চেষ্টা নকৰা নহয়। আৰু ইৰায়ো তেনেকৈ লগ পালে কথা পাতিবলৈ অস্বীকাৰ নকৰে। বৰং শান্তভাৱে বৈ মনোযোগেৰে সিদ্ধাৰ্থৰ কথা ইৰাই কাণ পাতি শুনে, প্ৰয়োজন মতে ভদ্ৰভাৱে উত্তৰো দিয়ে। কিন্তু ব্যক্তিগত কোনো প্ৰশ্নৰ উত্তৰ নিদি কেৱল শান্তভাৱে হঁহাৰ নিচিনা কৰে। সিদ্ধাৰ্থ অলপ হতাশ হয়, অলপ ক্ষুণ্ণও হয়, কিন্তু অবাঞ্ছনীয় কোনো কথা কৈ বা কোনো প্ৰশ্ন কৰি ইৰাক আমনি কৰিব নোখোজে।

"হয়তো কিৰণচন্দ্ৰৰ নিচিনা এজন কম কথাৰ শান্ত মানুহৰ লগত থাকি থাকি গাভৰু ইৰাজনীও নীৰৱ হৈ পৰিছে। সিদ্ধাৰ্থই শুভদিনৰ প্ৰতীক্ষা কৰিবলৈ সংকল্প কৰিলে। .

মই খাতাখন বন্ধ কৰি থ'বৰ আয়োজন কৰিছিলো, এনেতে আহমদ সোমাই আহিল। তেওঁৰ হাতত এটা প'ৰ্টফলিঅ' বেগ, মুখখন কিছু প্ৰফুল্ল যেন লাগিল।

বেজা আছা।

হয়, আহক—।

তেওঁ আহি বহিলহি।

কিবা পঢ়ি আছ? তেওঁ সুধিলে।

গৌতম চৌধুৰী নামে মানুহ এজনে কিতাপ এখন লিখি চাবলৈ দিছিল, তাতে এনেই চকু ফুৰাইছো। মই ক'লো।

তোমাৰ যদি অলপ আজৰি হয়, আমি অলপ ফুৰি আহোঁগৈ বুলি ভাবিছো, যাব পাৰিবা নহয়?

কোনফালে যাবনো?

এইয়া অলপ দূৰ মোৰ গাড়ী লৈ যাম। এটা ৰাতি তাতে থাকিব লাগিব কিজানি। তাত ডাকবঙলাও আছে। অহা শনিবাৰেই যাম বুলি ভাবিছো। তোমাৰ সুবিধা হ'ব নহয়?

মোৰ কোনো অসুবিধা নাছিল। অলপ ফুৰি আহিব পাৰিলে মোৰ ভালেই লাগিব।

আহমদে তেওঁৰ বেগটোৰ জীপডাল টান মাৰি বেগটো খুলিলে আৰু এটা দীঘলীয়া খাম উলিয়ালে।

এটা ভাল খবৰ আছেহে।

মই তেওঁৰ মুখলৈ চালো। তেওঁ খামটো খুলিলে আৰু এখন কাগজ মোৰ ফালে আগবঢাই দি ক'লে, অষ্ট্রিয়াৰ পৰা এখন চিঠি পাইছো— আইৰিণা নামে এগৰাকী ভদ্রমহিলাই দিছে। চিঠিখন পঢ়ি চোৱাচোন।

সুন্দৰ কাগজত ধুনীয়াকৈ টাইপ কৰা চিঠিখন মই পঢ়িলো ঃ

প্রিয় আহমদ,

আপোনাৰ চিঠিখনৰ বাবে ধন্যবাদ। মই ডক্টৰ অৰুণাভক কিছু জানিছিলো, কাৰণ ইয়াৰ বিশ্ববিদ্যালয়ৰ সন্দৰ্ভত হোৱা বৈজ্ঞানিকসকলৰ এখন সভাত বক্তৃতা দিবলৈ আহি তেওঁ মোৰ স্বামীৰ লগতে আমাৰ ঘৰলৈ আহিছিল আৰু প্ৰায় পৰেককাল আমাৰ ঘৰতে আছিল। মোৰ স্বামী এজন বিখ্যাত প্রাচ্যবিদ্যাবিদ আছিল (চাৰি বছৰৰ আগতে তেওঁৰ মৃত্যু হৈছে) আৰু ডক্টৰ অৰুণাভৰ লগত মোৰ স্বামীয়ে সাংখ্য দর্শন সম্পর্কে আলোচনা কৰাৰ কথা মই ক'ব পাৰো। অৱশ্যে মই স্বীকাৰ কৰিছো সেইবোৰ কথা খুব ভালকৈ মই বুজিব পৰা নাছিলো।

ডক্টৰ অৰুণাভৰ মৃত্যু বাতৰি আমাৰ ইয়াৰ বাতৰিকাকততো ওলাইছিল। আপোনাক দুখেৰে জনাও যে ডক্টৰ অৰুণাভৰ জীৱন সম্পর্কে মই বিশেষ একোকে নেজানো, হয়তো মোৰ স্বামীয়ে কিছু জানিছিল। কিন্তু তেওঁ যে এজন বিদগ্ধ পণ্ডিত আছিল, সেই বিষয়ে মোৰ কোনো সন্দেহ নাই। মানুহজন বৰ অমায়িক আৰু সৰল আছিল আৰু তেওঁৰ কিছুমান বৰ ল'ৰামতীয়া স্বভাবো আছিল যেন মোৰ ধাৰণা হয়। মোৰ মনেৰে ৬৭ বছৰ বয়সীয়া এজন ভাৰতীয়ই মোৰ ২৬ বছৰীয়া ল'ৰাটোৰ লগত বৰফত স্কীইং কৰিবলৈ যোৱাটো এজন ভাৰতীয়ৰ ক্ষেত্ৰত এটা ব্যতিক্ৰমেই। অৱশ্যে তেওঁৰ স্বাস্থ্য সেই বয়সতো বৰ সুন্দৰ আছিল আৰু তেওঁৰ হজমী শক্তিও কমা নাছিল। তেওঁৰ কিছুমান কথা আমাৰ সাধুকথা যেন লাগিছিল। তেওঁৰ হেনো ডিঙিত কাঁইট লাগে বুলি মাছ খাবলৈ ভয় লাগিছিল। অৱশ্যে আমাৰ এইফালে মাছৰ কাঁইট গুচাইহে খাবলৈ দিয়া হয় মটৰত উঠিলে তেওঁ বৰ লাহে লাহে চলাবলৈ কয়, গতিলৈ ভয় কৰি নহয়, কিন্তু দুয়োফালৰ ঘৰ-বাৰী গছ-গছনিবোৰ চাই গৈ তেওঁৰ হেনো বৰ ভাল লাগে। কেতিয়াবা আনকি তেওঁ গাড়ীখন ৰখাই দিবলৈকে কয়— ৰ'বাচোন, ৰ'বা, চোৱা— হাঁহ দুটা কেনেকৈ আছে।

এইবোৰ তেওঁৰ জীৱনৰ কোনো উল্লেখযোগ্য কথা নহয়, এইবোৰে আপোনাৰ মহৎ কামত সহায় নকৰে।

মই জনাত তেওঁ নিতৌ ৰাতি কিবাকিবি লিখিছিল— ডায়েৰী নে আত্মজীৱনী মই ক'ব নোৱাৰো, কাৰণ সেই বিষয়ে আমি কোনোৱে তেওঁক প্ৰশ্ন কৰা নাছিলো, তেওঁৰ ব্যক্তিগত কথা বুলি। যাওঁতে তেওঁ সেইবোৰ লগতে লৈ গৈছিল। শেষত ক'ত থ'লে মই নেজানো। মোৰ ছোৱালীজনীৰ (সেই কেইদিনতে তাই তেওঁৰ বৰ আপোন হৈ পৰিছিল) অটোগ্ৰাফ বহীত তেওঁ ইমানকে লিখিছিল :

একে ৰূপ আৰু সৌৰভ লৈ ফুল যদি পৃথিৱীৰ সকলো ঠাইতে ফুলিব পাৰে, পৃথিৱীৰ সকলো ঠাইৰ মানুহ একে পৰিয়াল হৈ থাকিব নোৱাৰিব কিয়? যদিহে নোৱাৰে, তোমাৰ যৌৱন আৰু সৌন্দৰ্যৰ কিবা মৰ্যাদা আৰু মূল্য আছে জানো?

— অৰুণাভ।

আমাৰ ওচৰত তেওঁৰ অন্য আৰু কোনো স্মৃতিচিহ্ন নাই।

ডক্টৰ অৰুণাভৰ জীৱনীখন প্ৰকাশ হৈ ওলালে মোলৈ নিশ্চয় এটা কপি পঠিয়াবলৈ নেপাহৰিব।

শুভেচ্ছাৰে—

আইৰিণা

চিঠিখন পঢ়ি শেষ কৰি মই আহমদৰ মুখলৈ চালো।

এই আইৰিণাক আপুনি কেনেকৈ জানিলে? মই সুধিলো।

অষ্ট্ৰিয়াত হোৱা সেই কনফাৰেন্স সম্পৰ্কীয় বিৱৰণটোৰ লগতে ডক্টৰ অৰুণাভ আলহী থকা এই আইৰিণা পৰিয়ালৰ কথাৰো উল্লেখ আছিল।

কিন্তু এই চিঠিখনততো আমাৰ দৰকাৰী কথা বিশেষ নাই যেন লাগিল? মই ক'লো।

কিয়? সেই যে স্কীইং কৰিবলৈ যোৱা, মাছৰ কাঁইটলৈ ভয় কৰা, সেইবোৰতো দৰকাৰী কথা, কিন্তু তাতোকৈ দৰকাৰী কথা যে তেওঁ ডায়েৰী অথবা আত্মজীৱনী লিখিছিল, সেই লিখাবোৰ ক'ৰবাত নিশ্চয় আছে, আমাৰ হাতলৈ আনিব পাৰিলে আমাৰ কাম সহজ হৈ যাব— কি কোৱা? আহমদে বৰ আশাৰে ক'লে।

ডক্টৰ অৰুণাভৰ ডায়েৰী বা আত্মজীৱনী ক'ৰবাত পালে তেওঁৰ জীৱনকাহিনী গঢ়ি তোলাত প্ৰচুৰ সহায় হ'ব। কিন্তু কেনেকৈ আৰু ক'ত পোৱা যাব সেয়ে হ'ল প্ৰশ্ন। সমস্যাটো খুব সহজ যেন নেলাগিল। হয়তো তেওঁৰ শেষ নিশ্বাসৰ ঠাই খ্ৰীষ্টীয়ান যোচেফৰ ঘৰত নাইবা কোনো ঠাইৰ চৰকাৰৰ জিম্মাতো তেওঁৰ ডায়েৰী আদি থকাটো অসম্ভৱ নহয়।

সদ্যহতে আহমদৰ লগতে অলপ ফুৰি অহাৰ পৰিকল্পনাটোত সমৰ্থন জনালো। আৰু তেওঁক ক'লো যে মই প্ৰস্তাৱিত ভ্ৰমণত তেওঁৰ লগত যাবৰ কাৰণে প্ৰস্তুত আছো, আধা ঘণ্টাৰ পূৰ্বে খবৰ দিলেও মই ওলাব পাৰিম।

আহমদে আশ্বাস দিলে, অতি কমেও চৌবিশ ঘণ্টাৰ আগতে তেওঁ মোক খবৰ দিব। মই তেওঁক সদায় বিশ্বাস কৰো।

ক'লৈ যাম সেই বিষয়ে বৰ চিন্তা কৰিবলগীয়া নাই। ব্যৱস্থা কৰিছে আহমদে। মই মাথোন তেওঁৰ সংগী। দুপৰীয়া ভাত খোৱাৰ পিছত, দিনৰ এক বজাত আমি যাত্ৰা কৰিম, জহকালিৰ দিন, ছয়, ছাৰে ছয় বজাত আমি আমাৰ গন্তব্যস্থল পামগৈ। ত্ৰিছ মাইলমান পাহাৰীয়া পথ, বাকীখিনি সমতল। যাত্ৰা সম্পৰ্কে আমাৰ বৰ বেছি চিন্তা কৰিবলগীয়া নাই।

আগবেলা জীলি প্ৰকাশনীৰ পিয়নটোৱে মোৰ ডাকখিনি দি গ'লহি। সাধাৰণ চিঠিবোৰ একাষৰীয়াকৈ থৈ আখৰ চিনিব নোৱৰা এখন চিঠি খুলিলো।

লিখকৰ নাম চাই দেখিলো। দুষ্মন্ত তালুকদাৰ— ইংৰাজীত লিখা চিঠি।

বেছ আগ্ৰহ আৰু কৌতূহলেৰে চিঠিখন পঢ়িবলৈ ল'লো। সেই ঢেক্‌ঢেক্‌কৰে কথাই কথাই হঁহা দুষ্মন্ত তালুকদাৰৰ চিঠিৰ ভাষা যে ইমান মাৰ্জিত আৰু ভদ্ৰ হ'ব মই আশাই কৰিব পৰা নাছিলো। হয়তো ইউৰোপীয় প্ৰভাৱে তেওঁক এই ৰুচি দান কৰিছে।

কথা তেনেই তাকৰ, চমু চিঠি ঃ

প্ৰিয় ৰেজা কেৰিম চাহেব,

মই এই চিঠিখন আপোনালৈ লিখাৰ কাৰণে ক্ষমা কৰিব। এলাহাবাদ, দিল্লী, বোম্বাই হৈ আহি বৰ্তমান পুনা ওলাইছোহি। কাশীত বাইদেউক কোনো ৰকমে লগ কৰিব নোৱাৰিলো। তেওঁৰ সবিশেষ খবৰ কোনোৱে দিব নোৱাৰিলে। পাণিপথত আমাৰ মাহীৰ জীয়েক এজনী আছে। সিহঁতৰ ঘৰলৈ মই কাহানিও যোৱা নাই। বাইদেউৰ বাতৰি সুধি সিহঁতলৈকো মই চিঠি দিছো। পুনাৰ বাইদেউৰ ঘৰলৈকো দুই-এদিনতে যাম। অৱশ্যে উবাইতে কোৱামতে উত্তৰা বাইদেউ পুনালৈ নাই যোৱা। কোনো কোনোৰ মতে তেওঁ অসমলৈকে গৈছে। কিন্তু অসমতো এটা ৰেল ষ্টেচন নহয় (এইকালৰ কোনো কোনোৱে কিন্তু অসমখনক এটা ৰেল ষ্টেচন বুলিয়ে ভাবে।

ধন্য এওঁলোকৰ ভূগোলৰ জ্ঞান।) তথাপি যদি তেওঁ অসমৰ ফালেই গৈছে তেন্তে নিশ্চয় বিচাৰি উলিয়াব পাৰিম, এই আশা।

অ'— ইয়ালৈ আহি মোৰ লাভ হ'ল যথেষ্ট। বাইদেউৰ ছোৱালীজনী উষা আৰু আমাৰ ভাগিন জোঁৱাই মনোহৰ কাণ্পুৰ ইয়াতে থাকে। শ্ৰীমানে আগে মহীশূৰত প্ৰেকটিছ কৰিছিল, আজিকালি পুনাত কৰে। তেওঁ ভাল উকীল, নাম আছে। My labour is more than compensated

আপুনি এইফালে ফুৰিবলৈ অহাৰ কথা আছে নহয়। এওঁলোকক মই আপোনাৰ কথা কৈছো। আপুনি আহি তেওঁলোকৰ আলহী হ'লে তেওঁলোক বৰ সুখী হ'ব। ভাগিনজনীয়ে মোক আগ্ৰহেৰে জনাইছে। মই কিছুদিন ইয়াতে থাকিম। ইতিমধ্যে আহিলে মোক লগেই পাবহি। এওঁলোকৰ আৰু বৰ্তমান মোৰ ঠিকনা দিলো।

আশা কৰো আপুনি সৰ্বাংগীণ কুশলে আছে।

ইতি— শ্ৰদ্ধাৰে

ডি. তালুকদাৰ

আশা আস্তানা, ৩৬ পুনা চিটি।

নিজৰ জমিদাৰী হেৰুৱাই, লোকৰ উইলৰ সম্পত্তিৰে নিজক প্ৰতিষ্ঠা কৰিবৰ কাৰণে যে দুষ্মন্তৰ নিচিনা মানুহ পৃথিৱীৰ যিকোনো ঠাইলৈ হাঁহি হাঁহি যাব তাত সন্দেহ নাই। হয়তো পুনালৈ গ'লে মই এদিন গৈ আশা আস্তানাত ওলাবগৈ পাৰো, কিন্তু তালুকদাৰ থাকেমানে নিশ্চয় নগৈছো। ৰেলত লগ পাওতেই তেওঁৰ কেনে প্ৰকৃতি গম পাইছো। পুনাত মোৰ লগৰীয়া হৈ ল'ব লাগিলে জলাকলা হ'ব লাগিব। আৰু পুনালৈ গ'লে যে মই আশাৰ ঘৰলৈ যাবই লাগিব তাৰো কোনো অৰ্থ নাই।

চিঠিখন সামৰি থৈ দিলো।

সমতল পাৰ হৈ কেইবা মাইলো পৰ্বতীয়া ঠেক বাটটোৰেদি অকাই-পকাই আমি অৱশেষত পৰ্বতৰ ওপৰৰ সৰু চহৰখনত ওলালোগৈ।

তেতিয়া সন্ধিয়া লাগো লাগো।

পাতল ডাৱৰবোৰ গা চুই উৰি গৈছে। নিস্তেজ বিজুলী চাকিবোৰ জ্বলি উঠিছে, এজাক জিৰজিৰীয়া বতাহ বৈ গৈছে আৰু গছৰ পাতত লাগি এটা ডাৱৰ-গধুৰ শব্দ হৈছে। এই শব্দটোৰ মাজত চহৰৰ মানুহবোৰৰ মাত-কথাবোৰ মিলি গৈছিল। এটা মুখৰ নীৰৱতাই যেন গোটেই পাহাৰীয়া চহৰখনক সামৰি পেলাইছিল।

আমাৰ গাড়ীখন আহি এখন গেটৰ মুখত ৰৈ গ'লহি। এটা দাৰোৱানে গেটখন মেলি ধৰিলে। আমাৰ গাড়ী কম্পাউণ্ডৰ ভিতৰলৈ সুমুৱাই নিয়া হ'ল।

এইটো এটা ডাকবঙলাৰ চকীদাৰে আহি আমাক চালাম কৰিলে। আহমদে সুধিলে— আমাৰ ৰুম ক'ত? চকীদাৰে বিনয়েৰে জনালে যে আজি ডাকবঙলাত অন্য কোনো মানুহ নাই, গতিকে আমি দুজনে ইচ্ছামতে যিকোনো দুটা ৰুম ল'ব পাৰো অৰ্থাৎ গোটেই ডাকবঙলাটোৱেই আজি আমাৰ।

আমি লাউঞ্জতে বহিলো। সামান্য চেঁচা লাগিছিল। কিন্তু পাঁচ ঘণ্টাৰ মটৰ যাত্ৰাৰ পিছত এই শীত আমাৰ ভালেই লাগিল। ঠাইডোখৰ বৰ নিৰ্জন। এনেই ইফালে সিফালে চকু ফুৰাই দেখিলো ডাকবঙলাটো এটা ওখ টিলাৰ ওপৰত সজা হৈছে। ওচৰ-পাঁজৰৰ ঘৰবাৰীবোৰ কিছু নামনিত আছে। ইয়াৰ পৰা নগৰৰ শাৰী শাৰী বিজুলী চাকিবোৰ বেছ ভাল দেখি।

আহমদে আগতে দুজনৰ কাৰণে চিট ৰিজাৰ্ভ কৰিছিল। আমি ভাল পালো যে অন্য কোনো মানুহ ইয়াত আজি নাই।

আমি দুপিয়লা কফি খালো— আহমদে ক'লে, আজি ৰাতি আৰু আমি ক'লৈকো নেযাওঁ। মোৰ অলপ ভাগৰো লাগিছে। আৰু বাহিৰত যথেষ্ট ঠাণ্ডাও আছে। গৰমৰ পৰা আহি হঠাৎ চেঁচা লগোৱা ভাল নহয়।

ময়ো সন্মতি জনালো কিন্তু সৰু চহৰখন ৰাতিৰ বুকুত মনোৰম হৈ উঠিছিল আৰু সঁচা কথা ক'ব লাগিলে, মোৰ অলপ ওলাই যাবৰ মন নোযোৱা নহয়। কালিলৈ দিনৰ পোহৰত পৰিচিত হৈ পৰাৰ পিছত হয়তো পাহাৰৰ বুকুৰ এই সৌন্দৰ্যৰ বিশেষত্ব নোহোৱা হৈ যাব। তদুপৰি ইয়ালৈ অহাৰ আহমদৰ কিবা উদ্দেশ্য থাকিলেও মোৰ কোনো উদ্দেশ্য নাই।

মোৰ সামান্য ভাৱপ্ৰৱণতাক মই সম্বৰণ কৰিলো। প্ৰয়োজন হ'লে মই দুই-এদিন ইয়াতে থাকি যাম আৰু এই চহৰখনত ৰাতিৰ সৌন্দৰ্যৰ লগত চিনাকি হ'ম।

খোৱা-লোৱাৰ পিছত আহমদে মোক সুধিলে, আজি যদি অলপ সময় কিবা এটা আলোচনা কৰো মই আমনি পাম নেকি। মই বুজিলো তেওঁ মোক কিবা দৰকাৰী কথাকে ক'ব খুজিছে। নাইবা কোনো দৰকাৰী পৰামৰ্শকে দিব খুজিছে।

মই আনন্দেৰে সন্মতি জনাই ক'লো, ৰাতি এতিয়াও বৰ বেছি হোৱা নাই আৰু মই কোনোদিনেই ৰাতি বাৰ বজাৰ আগেয়ে নোশোওঁ। আমি নিশ্চয় কিছু সময় কথা-বতৰা পাতিব পাৰো।

আহমদ আহি মোৰ সন্মুখত বেটৰ আৰামী চকীখনত বহিল, আমাৰ সন্মুখৰ মেজখনতে চিগাৰেটৰ টিংটো আৰু জুইশলাটো থ'লে। বিযেৰাৰটোৱে আহি সুধিলে, আমাক আৰু কিবা লাগিব নেকি, বা সি আৰু কিবা কৰি দিবলগীয়া আছে নেকি?

আহমদে ক'লে যে আমাক আৰু একো নেলাগে। আৰু সি যোৱাৰ আগতে যেন খিৰিকীবোৰ বন্ধ কৰি যায়।

ঠাইডোখৰ মোৰ ভাল লাগিছে। বৰ শান্ত আৰু নিৰ্জন,— এনেযে মন্তব্য কৰাৰ ধৰণে মই ক'লো।

আহমদে একো নকৈ দীঘল দীঘলকৈ চিগাৰেটটো টানিব ধৰিলে, তেওঁ চকু আধা মুদি নিশ্চয় কিবা এটা চিন্তা কৰিছিল।

কিছুপৰ নীৰৱে কাটি গ'ল। নামনিত চহৰখনৰ কোলাহল আৰু শাঁত পৰি আহিছে। মোৰ মনত লাগিল যেন আমি দুজন এখন আধুনিক চহৰৰ সোঁমাজত নাই, আমি যেন আছো জনহীন কোনো এক তুষাৰভূমিৰ মাজভাগত, চাৰিওফালে বগা বৰফৰ চাপৰি, ওপৰত বিস্তীৰ্ণ ধূসৰ আকাশ আৰু একুৰা কমকৈ জ্বলা জুই সন্মুখত লৈ দুজন অচিনাকি দূৰৰ পথিক।

মোৰ সাময়িক তন্ময়তা শেষ কৰি আহমদে ক'লে, তুমি বাৰু কি ভাবা ৰেজা, আমি ডক্টৰ অৰুণাভৰ জীৱনীখন লিখি উলিয়াব নোৱাৰিম নেকি?

মই আহমদৰ মুখলৈ চালো, এই প্ৰশ্নটোকে সুধিবৰ কাৰণে জানো তেওঁ মোক এই আছুতীয়া পাহাৰৰ ওপৰলৈ লৈ আহিছে? অৱশ্যে এই সময়ত মই জীৱনী সম্পৰ্কে অকণো চিন্তা কৰা নাছিলো।

মই ক'লো, সঁচা, মই বেছি আগবাঢ়িব পৰা নাই। কিন্তু মোৰ বিশ্বাস জীৱনীখন সোনকালেই লিখি শেষ কৰিব পৰা যাব। ডক্টৰ অৰুণাভৰ সম্পৰ্কে ইতিমধ্যে কিছু খবৰ আমাৰ হাতত পৰিছেহিযেই।

আহমদে ক'লে, তোমাৰ নিশ্চয় কিছু আচৰিতেই লাগিব পায যে কিয মই তেওঁৰ এখন জীৱনী প্ৰকাশ কৰিবৰ কাৰণে ইমান চেষ্টা কৰিছো। এদিন কথাটো তুমি নিজেই বুজি উঠিবা। আৰু মোৰো যে এই বিষযত একেবাৰে স্বাৰ্থ নাই, সিও নহয, সেই কথাও তুমি সময়মতে নিশ্চয় বুজিব পাৰিবা। তোমাক যে ইযালৈ আনিছো, তাতো মোৰ এটা উদ্দেশ্য নোহোৱা নহয।

তেনে অনুমান মই কৰিছো। ইয়াত আমি কিবা সম্বল পোৱাৰ সম্ভাৱনা আছে যদি মই নেজানো।

আহমদে চমুকৈ ক'লে, এৰা—।

আহমদে আৰু এটা চিগাৰেট জ্বলাই ক'লে ৰাতি কিছু হ'ল, তোমাৰ টোপনি অহা নাইনে?

বৰ বেছি ৰাতি হোৱা নাই কিজানি— মই ক'লো আৰু হাতৰ ঘড়ীটোলৈ চালো। মোৰ কথা মিছা নহয়।

আহমদে ক'লে, কালিলৈ আমি ইয়াৰে এজন মানুহক লগ ধৰিম।

কোন মানুহনো?

মোৰে এজন আত্মীয়— ভায়েই হয় সম্পৰ্কত, ইয়াৰে ডাক্তৰ।

তেওঁৰ বিষয়ে আৰু কি জানিবলৈ বিচৰা উচিত মই ভাবি নেপালো।

আহমদেই ক'লে, বেছ নাম কৰিছে ডাক্তৰে। চাৰ্জাৰীত বিশেষ ডিপ্লোমা লৈ আহিছে, তদুপৰি এজন হাৰ্ট স্পেচিয়েলিষ্ট।

ডাক্তৰৰ নাম কি?

তেওঁৰ নামটো অতি সাধাৰণ আৰু চমু— মাচুম আহমদ। মাচুম মানে জানা নহয—? নিষ্পাপ বা পবিত্ৰ?

মই ইঁহাৰ নিচিনা কৰিলো। নামবাচক শব্দৰ কোনো অৰ্থ নাই।

তেওঁ ইযাতেই থাকে তেনেহ'লে? মই সুধিলো।

পাছ কৰাৰ পিছত ইংলণ্ডতে কিছুকাল প্ৰেকটিছ কৰিছিল। আজি কিছুদিনৰ আগতে আহি ইয়াত যোগ দিছেহি। মই কিয আহিলো জানা? তুমি হয়তো শুনিলে আচৰিত হ'বা যে ভাই-ককাই যদিও, আমাৰ প্ৰায় দেখাদেখিয়েই নাই। বাইছ বছৰেই হ'ল কিজানি— মাচুম তেতিয়া বাৰ-তেৰ বছৰীযা, তেতিয়াই আমাৰ এৰা-এৰি হ'ল। আমি দুয়ো দুঠাইত পঢ়িছিলো। আমাৰ বাবাৰ ইচ্ছা আছিল যে বংশত এজন ভাল নিৰ্ভৰযোগ্য ডাক্তৰ লাগে। বাবাই প্ৰায়ে কৈছিল— দুজন মানুহ মানুহৰ কাৰণে অপৰিহাৰ্য ঃ এজন জ্ঞানী পণ্ডিত, এজন ভাল ডাক্তৰ। এজন মন আৰু আত্মাৰ চিকিৎসাৰ কাৰণে, আনজন দেহাৰ চিকিৎসাৰ কাৰণে।

অলপ বৈ হাঁহি আহমদে ক'লে, বাবাৰ প্ৰথম আশা পূৰ্ণ নহ'ল। মোক বাবাই ডাঙৰ পণ্ডিত কৰিব খুজিছিল। মাচুমে কিন্তু বাবাৰ ইচ্ছা পূৰ্ণ কৰিলে। তেওঁ এজন ভাল ডাক্তৰ হ'ল।

ডাক্তৰকো আপোনাৰ বাবাকেই পঢ়োৱা নাছিল জানো?

কেৱল পঢোৱাই নহয়, বাবাই আছিল ডাক্তৰৰ সকলো। আহমদে ক'লে।

আহমদ নীৰৱ হ'ল, ময়ো মনে মনে থাকিলো। অলপ ৰাতিও গভীৰ হৈ আহিছে।

আহমদৰ আঙুলিৰ মাজৰ চিগাৰেটটো নুমাই আহিছিল। তেওঁ আৰু চিগাৰেট জ্বলাবৰ কোনো চেষ্টা নকৰিলে। হয়তো তেওঁৰ টোপনি আহিব খুজিছে। মোৰো অলপ অবশ যেন লাগি আহিছিল।

ডাক্তৰৰ বিয়াখন পাতিব লাগে বুজিছা। বয়সতো যথেষ্ট হ'ল, কিজানি তেত্ৰিছ-চৌত্ৰিছ বছৰেই হ'ল, ময়েইতো পঁইষষ্ঠি পাৰ হ'লো। নহয় জানো?

ডাক্তৰ তেন্তে আপোনাতকৈ বহুত সৰু। মই সুধিলো।

প্ৰায় ত্ৰিছ বছৰৰ সৰু। মোৰ মনত ডাক্তৰ এটা সৰু ল'ৰা। সেযেহে কৈছো যে এতিয়া দেখিলেও সতকাই চিনিবলৈকে টান হয়। বাৰু শোৱা যাওক আৰু, নহয়নে?

আহমদ বহাৰ পৰা উঠিল। ককাই-ভাই যদিও এওঁলোক দুজনৰ মাজৰ সম্পৰ্কটো কিয় এনেকুৱা মোৰ নুবুজা যেন লাগিল। কিবা কাৰণত তেওঁলোকৰ মাজত এটা ব্যৱধান থকা যেন লাগিল, কিন্তু সেই বিষয়ে মই আৰু বেছি চিন্তা নকৰিলো। মযো উঠিলো। আৰু বিশেষ কথা-বতৰা নহৈ আমি দুয়ো নিজ নিজ কোঠালৈ গ'লো।

বাহিৰত তেতিয়া শান্ত গভীৰ ৰাতি।

পুবাৰ উজ্জ্বল বগা ৰ'দজাকে সেউজীয়া পাহাৰটো হাঁহিৰে ভৰাই তুলিলে। মোৰ মনটো পোহৰ পোহৰ লাগিল। বতাহজাক আকৌ বলিবলৈ আৰম্ভ কৰিছে। গছ-পাতত এটা মিঠা জিৰজিৰিয়া শব্দ হৈছে। হঠাৎ মোৰ চকুত পৰিল আমি থকা ডাকবঙলাটোৰ গাতে লগা এটা ধুনীয়া নিজৰা। সৰু সৰু শিলবোৰৰ ওপৰেদি কলকল কৰি বৈ গৈছে। বতাহৰ শব্দৰ লগত যে নিজৰাৰ শব্দটোও মিলি আছে সেই কথা এতিয়াহে উপলব্ধি কৰিলো।

আঠ বজাত আহমদ আৰু মই ওলাই গ'লো। আহমদক কাপোৰ-কানিযে বৰ পৰিপাটি যেন লাগিল। তেওঁ যেন নিজৰ এজন আত্মীয়ৰ লগত দেখা কৰিবলৈ ওলোৱা নাই, কোনোবা এজন বিশিষ্ট লোকক দেখা কৰিবৰ কাৰণেহে সাজি-পাৰি ওলাইছে।

নিৰ্দেশমতে ড্ৰাইভাৰে গাড়ী আগুৱাই নিলে। বৰ পৰিষ্কাৰ বাট-পদূলি আৰু ঘৰ-বাৰীবোৰ। প্ৰায় ঘৰৰ আগে আগে একোখন ফুলনি। বাৰাণ্ডাত ল'ৰা-ছোৱালীবোৰে খেলিছে। দুই-চাৰিজন বয়সস্থ মানুহে হাতত বাতৰিকাকত লৈ ৰ'দত বহিছে। সৰল গছবোৰৰ মাজৰ উঠা-নমা বাটবোৰ বৰ ধুনীয়া দেখি। দুয়োকাষে সেউজীয়া গছ-লতাৰ মাজে মাজে ৰঙা মাটিৰ বাট।

আধা ঘণ্টাৰ ভিতৰতে আমাৰ গাড়ীখন আহি পাহাৰটোৰ এমূৰৰ চহৰখনৰ একাষৰ এটা আহল-বহল কম্পাউণ্ডৰ সন্মুখত ৰৈ গ'লহি। কম্পাউণ্ডটো এটা টিলাৰ ওপৰত। গাড়ী তালৈকে সোমাই নেযায়। আৰু বাটটোৰেদি অলপ বগাই উঠিব লাগে।

পদুলিত ভৰি দিয়েই দেখিলো এখন ৰঙধুনীয়া ফুলনি। নানা ৰঙৰ ধুনীয়া ধুনীয়া ফুলবোৰ ফুলি আছে। ফুল গছবোৰ বৰ নিয়াৰি আৰু পৰিপাটিকৈ ৰোৱা— মালীৰ বা গৃহস্থৰ সৌন্দৰ্যজ্ঞানৰ এটা ধাৰণা সহজে মনলৈ আহে। দুয়োফালে ফুলনিৰ মাজে মাজে পৰিষ্কাৰ বাটটো। বাটটোৰ মূৰত কটেজ ধৰণৰ অলপ চাপৰ ঘৰটো, ঘৰটোৰ এখন বহল বাৰাণ্ডা— কাষে কাষে ফুলৰ টাব আৰু ওলোমাই থোৱা কিছুমান লতাফুল।

গোটেই পৰিৱেশটো শান্ত আৰু মনোৰম। পাহাৰটো, ফুলনিখন আৰু ঘৰটো সকলোৰে মাজত যেন এটা সহজ সামঞ্জস্য আছে— সকলো মিলি যেন এটা অপূৰ্ব একক সৌন্দৰ্য গঢ়ি তুলিছে।

জপনাখন মেলি আমি দুয়ো লাহে লাহে সোমাই গ'লো। আমি যোৱা দেখি বাৰাণ্ডাৰ একাষৰ পৰা আহি ইউনিফৰ্ম পিন্ধা এটা মানুহে আমাক চালাম কৰিলে।

আমি বাৰাণ্ডাত উঠিলো।

চাহেব আছে? আহমদে সুধিলে।

আছে ছাৰ। আপোনালোক বহক, মই খবৰ দিওঁ— কৈ মানুহটো ভিতৰলৈ যাব খুজিছিল, এনেতে ডাক্তৰ মাচুম নিজেই ভিতৰৰ পৰা ওলাই আহিল। মই পোনপটীয়াভাৱে তেওঁলৈ চালো।

এজন প্ৰায় ছফুট ওখ, ধক্‌ধক্‌কৰে বগা, আটিল গঠনৰ সুশ্ৰী ডেকা। চুলিখিনি কিচ্‌কিচ্‌কৰে ক'লা আৰু বৰ পৰিপাটিকৈ বেকব্ৰাছ কৰি ফণিওৱা। তেওঁৰ চকুত এযোৰ ৰীমলেচ চশমা। এটা চুটি হাতৰ টেনিছ কলাৰৰ বগা পাতল কৰ্ডৰ পেণ্ট পিন্ধি আছে। দেখিলেই মানুহজনৰ এটা ব্যক্তিত্ব থকাটো অনুভৱ কৰিব পাৰি।

কেইখোজমান আহিয়ে তেওঁ আমাৰ মুখলৈ মূৰ দাঙি চালে। হঠাৎ যেন তেওঁ ব্যগ্ৰ হৈ পৰিল, খোজ বেগাই দিলে আৰু সামান্য অপ্ৰস্তুত হোৱাৰ নিচিনাকৈ এবাৰ মোৰ আৰু এবাৰ আহমদৰ মুখলৈ চালে। তেওঁ আমাক নিশ্চয় চিনিব পৰা নাই।

ককাইতি— চেপা মাতেৰে তেওঁ ক'লে।

অলপ আগবাঢ়ি গৈ আহমদে ক'লে, এৰা ময়ে, মাচুম। মুখখন উজ্জ্বল হৈ উঠিল। আৰু এওঁ ৰেজা কেৰিম— জাৰ্ণেলিষ্ট। এৱেঁই মোৰ ভাই মাচুম— আহমদে ডাক্তৰৰ লগত মোৰ চিনাকি কৰি দিলে।

ভিতৰলৈকে আহক— নম্ৰভাৱে ডাক্তৰে ক'লে আৰু আমি ভিতৰলৈ আগবাঢ়িবৰ কাৰণে একাষৰীয়া হৈ দিলো।

আমি আহি ভিতৰৰ বহা কোঠাতে বহিলো।

কোঠাটো বৰ পৰিপাটি। মজিযাত এখন পাতল হালধীয়া ৰঙৰ দামী কাৰ্পেট পৰা। কোঠাটোৰ বেৰবোৰো প্ৰায় একেই ৰঙৰ। খিৰিকীবোৰ বহল বহল। খিৰিকী আৰু দুৱাৰত কোমল ৰঙচুৱা পৰ্দা। মাজতে এখন সৰু চাপৰ ঘূৰণীয়া মেজ আৰু তাৰ চাৰিওফালে কেইখনমান বেটৰ চকী। বেৰত এখন সৰু কেলেণ্ডাৰ আৰু দুখন ছবি।

ডাক্তৰে শান্তভাৱে, কিন্তু মাতত অলপ ব্যগ্ৰতা আৰু আন্তৰিকতা সানি ক'লে, মই আপোনাক চিনিবই নোৱাৰিছিলো, ককাইদেউ। আগৰ চিন একেবাৰে পাহৰি গৈছিলো। কত বছৰ হ'ল আমাৰ দেখাদেখি হোৱা নাই।

অলপ হাঁহি আহমদে ক'লে, মই হ'লে তোমাৰ চিন অকণো পাহৰা নাই। সামান্য শকত হৈছা, বাকীটো একেই আছা।

ডাক্তৰেও সৰলভাৱে হাঁহিলে। আপোনালোকৰ লাগেজ-পত্ৰ ক'ত? ডাক্তৰে সুধিলে।

আমি কালি ৰাতিয়ে আহিলো, ডাকবঙলাত উঠিছোহি, তাতে আছে।

তাত কিয় উঠিলহি? আপোনাৰ চিঠি পাই মইতো আপোনালোক মোৰ ইয়ালৈকে আহিব বুলি আশা কৰি আছিলো।

হয়তো মোৰ লগত আলাপ আৰম্ভ কৰিবৰ কোনো সূত্ৰ বিচাৰি নেপাই মোৰ মুখলৈ চাই তেওঁ ক'লে, প্ৰথমে চাহ খোৱা যাওক, নহয়নে বেজা চাহেব?

মই ভদ্ৰতাৰ হাঁহি মাৰিলো।

দুৱাৰৰ কাষত বৈ থকা ল'ৰাটোক মাতি ডাক্তৰে আমাৰ কাৰণে চাহ কৰিবলৈ ক'বলৈ ক'লে।

আহমদে সুধিলে, বাবা ঢুকোৱাৰ খবৰ ঠিক সময়ত পাইছিলা নহয়?

মাচুমৰ মুখখন সামান্যভাৱে ম্লান পৰি গ'ল। এটা পুৰণি বেদনাৰ স্মৃতিয়ে যেন তেওঁক নতুন আঘাত দিলে।

অলপ সৰু মাতেৰে তলমূৰ কৰি তেওঁ ক'লে, পাইছিলো। তেতিয়া মোৰ এটা পৰীক্ষা হৈ আছিল। পৰীক্ষাৰ আগে আগে বাবাৰ পৰা এখন চিঠি পাইছিলো। তাত নিজৰ কোনো অসুখ-বিসুখৰ কথা লিখা নাছিল।

বাবাৰ বিশেষ কোনো অসুখ হোৱাও নাছিল। মাত্ৰ আঠ ঘণ্টাহে পৰি আছিল, প্ৰথমে অলপ হাৰ্ট এটেক হৈছিল। আচলতে বাবাৰ নেচাৰেল ডেথ হৈছিল বুলিয়ে ধৰিব পাৰি।

কিছুপৰ আমি তিনিও মনে মনে থাকিলো। হয়তো প্ৰথমতেই বাবাকৰ মৃত্যু প্ৰসংগ উত্থাপন নকৰা হ'লেই ভাল হ'লহেঁতেন, কিন্তু বাবাকৰ স্মৃতিয়েই আহমদ

আৰু মাচুমৰ আত্মীয়তাৰ প্ৰধান যোগসূত্ৰ। গতিকে বেদনাদায়ক হ'লেও সেই স্মৃতি যে দুয়োৰে কাৰণে অতি আপোন, সেই কথা অস্বীকাৰ কৰিবৰ উপায় নাছিল।

আমাৰ মাজৰ নীৰৱতাখিনি ভাল লগা নাছিল। হয়তো তিনিও মনে মনে অস্বস্তিবোধ কৰিছিলো।

ময়ে সুধিলো, আপোনাৰ ইয়ালৈ আহিবৰ কিমান দিন হ'ল?

ডাক্তৰ মাচুমে মোলৈ মূৰ তুলি চালে।

অলপ দিনহে হৈছে, আহিয়ে নতুন হাস্পতালখনৰ চাৰ্জ ল'বলগীয়া হ'ল। বহুত বেমেজালি হৈ আছিল। মই প্ৰায় সকলো কাম নতুনকৈ কৰিবলগীয়া হৈছে। ডাক্তৰে ক'লে।

ভিতৰৰ পৰা চাহ আহিল, অলপ কেক আৰু পেষ্ট্ৰি, দুখনমান জ্যামসনা বিস্কুট, এপিয়লাকৈ গৰম গাখীৰ আৰু এখন প্লেটত কিচমিচ, কাজু আদি কিছু ফল।

চাহ খাই থাকোতে মাচুমে ক'লে, আপোনালোকৰ মালবস্তু ইয়ালেকে লৈ আহক, নহয় জানো? তাৰ পিছত সামান্যভাৱে হাঁহি ক'লে, মোৰ গাড়ী-চাবি নাই। ককাইতিৰ গাড়ীখনেই যাওক।

আহমদে ক'লে, আমি আজি ঘূৰিয়ে যামগৈ বুলি ভাবিছো।

অলপ জোৰ দি কোবাদি মাচুমে ক'লে, আজি নেলাগে যাব। ৰেজা চাহেব, আপোনাৰ বৰ অসুবিধা নহ'ব নহয়?

হাঁহি মই ক'লো, ঠাইডোখৰ বেছ ভাল লাগিছে। মই এদিন থাকিবলৈ পালে ভালহে পাম।

দুয়ো হাঁহিলে।

বোধকৰো বয়সত কম আমাৰ দুজনক চিগাৰেট খাবৰ সুযোগ দিবৰ কাৰণেই আহমদ চাহেবেই ক'লে, তোমালোকে কথা-বতৰা পাতা। মই অলপ বাহিৰতে বহিছো।

কৈ তেওঁ ওলাই গ'ল।

আপুনি জাৰ্ণেলিজম কৰে? কোনোবা বিশেষ পেপাৰ ৰিপ্ৰেজেন্ট কৰে নেকি?

বৰ্তমান জাৰ্ণেলিজম নকৰো বুলিয়েই ক'ব পাৰি। আগেয়েহে কৰিছিলো— এতিয়া মাজে-সময়ে কোনো কোনো পেপাৰত লিখো। মই বৰ্তমান জীলি প্ৰকাশনীত জীৱনী শাখাত সম্পাদক হিচাপে আছো।

অ' আপুনি জীলি প্ৰকাশনীত আছে। জীলি প্ৰকাশনী বাবাৰ জীৱনৰ সাধনা যেন আছিল। কিতাপ-পত্ৰ ওলাই আছে নহয়? মই বহুত দিন একো খবৰেই পোৱা নাই।

ভালেই চলি আছে। অৱশ্যে বৰ্তমান জীৱনী বিভাগৰ পৰাহে উল্লেখযোগ্য একো ওলোৱা নাই। মই ক'লো।

ধুনীয়াকৈ হাঁহি মানুহে ক'লে, উল্লেখযোগ্য জীৱন নেথাকিলেনো জীৱনী ক'ৰ পৰা ওলাব? এতিয়া কাৰোবাৰ জীৱনী প্ৰকাশ কৰিছেনেকি? পিছৰ কথাষাৰ অৱশ্যে তেওঁ সাধাৰণভাৱে সুধিলে। দেখাত এই বিষয়ত তেওঁৰ বিশেষ কোনো আগ্ৰহ থকাৰ হেতু নাই।

কওঁ নকওঁকৈ মই ক'লো, বৰ্তমান জীলি প্ৰকাশনীযে নিজেই এখন জীৱনী প্ৰস্তুত কৰাত লাগি আছে।

কোনে প্ৰস্তুত কৰিছে?

মোকেই সেই দায়িত্ব দিছে। কিন্তু নানা কাৰণত মই বিশেষ আগবাঢ়িব পৰা নাই।

কাৰ জীৱনীনো প্ৰস্তুত কৰিছে আপুনি? কৈ তেওঁ মোৰ ফালে চিগাৰেট কেচটো আগবঢ়ালে।

চিগাৰেট এটা জ্বলাই লৈ মই ক'লো, ডক্টৰ অৰুণাভৰ জীৱনী ৰচনাৰ চেষ্টা কৰিছো।

কথাষাৰ শুনি যেন মানুহ অলপ উচপ খাই উঠিল। মই তেওঁৰ পৰিবৰ্তনটো লক্ষ্য কৰিলো। কিন্তু পিছমুহূৰ্ততে অতি সন্তৰ্পণে নিজক সংযত কৰি ডাক্তৰে ক'লে, কোন ডক্টৰ অৰুণাভৰ জীৱনী?

সংযত হোৱা সত্বেও তেওঁৰ মাতটোত এটা অস্থিৰ কঁপনিৰ আভাস মই পালো।

মই তেওঁৰ মুখলৈ চালো। স্পষ্টভাৱে তেওঁৰ চকু-মুখত এটা উদ্বিগ্নতা প্ৰকাশ পালে, অৱশ্যে ইয়াৰ কোনো কাৰণ মই বুজিব নোৱাৰিলো।

মই ক'লো, আপুনি বোধকৰো নাম শুনিব পায়, বিখ্যাত পদাৰ্থবিদ্যাবিদ আৰু দাৰ্শনিক ডক্টৰ অৰুণাভ, আমাৰ দেশৰ এজন বিখ্যাত মানুহ আছিল— তেখেতৰে জীৱনী লিখি উলিয়াবৰ কাৰণে আহমদ চাহেবে মোক দায়িত্ব দিছে।

অলপপৰ ডাক্তৰ মানুহ মনে মনে থাকিল। তেওঁ যেন অলপ চিন্তিত হৈ পৰিছে। আৰু যেন অলপ বিমৰ্ষও হৈছে। তেওঁৰ বগা, ধুনীয়া মুখখন ঈষৎ ৰঙা পৰা যেন দেখিলো। কিছুপৰৰ মূৰত তেওঁ ক'লে, অ' ডক্টৰ অৰুণাভ,— নহয়? তেখেতৰে জীৱনী লিখিছে আপুনি? মেটিৰিয়েলচ পাইছেনে বাৰু?

কিন্তু কথাষাৰ সুধিয়ে তেওঁ ক'লে, অৱশ্যে নেপাব কিয়? তেওঁ এজন বিখ্যাত মানুহ আছিল— নহয় জানো?

আপুনিও তেওঁক দেখা পাইছিল নেকি কেতিয়াবা?

মই?— অ' আহক বাৰাণ্ডালৈকে যাওঁ, ইয়াত বৰ ষ্টাফি যেন লগা নাইনে?

আমি দুয়ো বহাৰ পৰা উঠিলো।

চিগাৰেটৰ টিংটো একাষৰীয়া কৰি থৈ তেওঁ ক'লে, আপুনি অলপ ব'লক, মই ৰান্ধনিটোক অলপ দিহা দিওঁ।

নিবিষ্টমনে আহমদ বহি আছে, কিবা এটা যেন তেওঁ গভীৰভাৱে চিন্তা কৰিছে। অৱশ্যে মাজে মাজে আহমদক এনেদৰে চিন্তিত হৈ পৰা মই দেখা পাওঁ। হয়তো এইটো মুহূৰ্তত তেওঁ সঁচাকৈয়ে ডাক্তৰ মাচুমৰ বিয়া পতাৰ কথাকে চিন্তা কৰিছে, ককায়েকৰ দায়িত্ব।

আহমদ আৰু মাচুম একে মাকৰ সন্তান নিশ্চয় নহয়, মই ভাবিলো। দুয়োৰে বয়সৰ পাৰ্থক্যযেই সেই কথা স্পষ্ট কৰি তোলে। হযতো আহমদৰ বাবাকে যথেষ্ট বয়সত আৰু এগৰাকী বিয়া কৰাইছিল, তেওঁৰেই ল'ৰা মাচুম। কিন্তু ইমান বেছি বছৰৰ ব্যৱধান। মই অলপ কৌতূহল অনুভৱ কৰিলো, এই বিষয়ে আৰু বেছিকৈ জানিবলৈ চেষ্টা কৰাৰ প্ৰয়োজন এতিয়া নাই বুলি ভাবিলো।

ভিতৰৰ পৰা ডাক্তৰ ওলাই আহিল। আহমদে মাতিলে, মাচুম—

কি ককাইতি। ডাক্তৰো বহিল।

তোমাৰ ছুটী থাকেনে নাথাকে?

ছুটী বুলি তেনেকৈ নাই। দৰকাৰ হ'লে ল'ব পাৰো। আৰু ইয়াত মোৰ ছুটী লোৱাৰ দৰকাৰেই নহয়। ছুটী লৈনো কি কৰিম? দিনটো এনেয়েহে যায়।

দুই-তিনিদিনৰ ছুটী লৈ আমাৰ তাৰপৰা আহিবগৈ নোৱাৰা জানো?

আহমদে ডাক্তৰৰ মুখলৈ চালে আৰু ডাক্তৰে মোৰ মুখলৈ চালে। মই এনেয়ে মধ্যস্থতা কৰাৰ ধৰণে ক'লো, এৰা, ইয়ালৈ অহাৰ পৰা কিজানি আপুনি কোনোফালে যোৱাই নাই। এবাৰ নিজৰ ঘৰ-বাৰীৰ ফালৰ পৰা পাক মাৰি আহিলে ভাল লাগিব।

ডাক্তৰে ক'লে, এবাৰ যাম বুলি মই ভাবিয়ে আছো, কেতিয়া যাব পাৰো ক'বহে পৰা নাই।

কিছু দৰকাৰী আলোচনাও কৰিবলগীয়া আছিল, পাৰা যদি এবাৰ যাবা, আহমদে ক'লে।

ডক্টৰ অৰুণাভৰ জীৱনী ওলাব বোলে? মাচুমে সুধিলে।

ৰেজাই তোমাক কৈছে, নহয়, মইতো চেষ্টা কৰিছো। আইডিয়াটো তুমি কেনে দেখা?

বেছ ভাল— নিৰু দ্বেগভাৱে মাচুমে ক'লে।

পিছে তেওঁৰ জীৱনৰ বহুত কথাকে এতিয়াও সংগ্ৰহ কৰিব পৰা নাই।

হঠাৎ এবাৰ অভাৱনীয় কথা মাচুমৰ মুখৰ পৰা ওলাল, মোৰ ওচৰতো কিছু মেটিৰিয়ালচ আছে, কিজানি আপোনালোকৰ কামত লাগিব পাৰে।

তোমাৰ পৰাও নিশ্চয় কিবা সহায় পাম বুলি মই আশা কৰিছিলো। ৰেজা, আমি ডাক্তৰৰ পৰা বহুত দৰকাৰী কথা জানিব পাৰিম জানিছা?

ডাক্তৰ মাচুমে এই বিষয়ে আৰু কোনো কথা নক'লে।

আকৌ মই লক্ষ্য কৰিলো যেন কিবা এটা কাৰণত তেওঁৰ মুখখন কৰুণ হৈ পৰিছে। তেওঁৰ উজ্জ্বল চকুহালো যেন অকাৰণতে অলপ নিষ্প্ৰভ হৈ পৰিছে।

কিছুপৰৰ নীৰৱতাৰ পিছত ডাক্তৰ মাচুমে ক'লে, আজি আপোনালোক মোৰ ইয়াতেঁ থাকিব লাগিব। মোৰো ককাইটিৰ লগত কিছু কথা আলোচনা কৰিবলগীয়া আছে— হয়তো আপুনিও আমাক সহায় কৰিব পাৰিব। আৰু আবেলি আমি চহৰখন অলপ ফুৰিম। সৰু চহৰ অবশ্যে। আৰু চাবলগীয়াও বিশেষ বস্তু একো নাই।

আহমদে আৰু একো নেমাতিলে।

ডাক্তৰে ক'লে, আপোনালোকৰ বস্তু-বাহানি এতিয়াই আহি পাব। আপোনালোকে গা-পা ধুব, মই অলপ হাস্পতালৰ পৰা আহোঁ।

মৰমৰ মাচুম,

তোমাৰ চিঠি যথাসময়ত পালো। কিছু ব্যস্ত থকাৰ কাৰণে উত্তৰ দিয়াত পলম হ'ল। আশা কৰো তুমি কুশলে আছা। মই টকা পাঁচশ তোমালৈ পঠাইছো। এতিয়ামানে পালা বোধকৰো। তুমি পঢ়াৰ বাহিৰে অন্য কথাৰ চিন্তা এতিয়া নকৰিবা। উত্তৰ নিয়মমতে দিবা। শুভাকাংক্ষী—

অৰুণাভ।

মাচুমে আগবঢ়াই দিয়া চিঠিখন পঢ়ি মই হতবাক হৈ গ'লো। প্ৰথমতে মোৰ ধাৰণা হৈছিল যে এইখন চিঠি মাচুমৰ বাবাকে দিয়া। কিন্তু এইখন অৰুণাভৰ চিঠি। অৰুণাভৰ লগত ডাক্তৰ মাচুমৰ এনে কি সম্পৰ্ক থাকিব পাৰে মই ভাবি নেপালো।

চিঠিখনৰ পৰা সহজে বুজা যায় যে মাচুম আৰু অৰুণাভৰ মাজত চিঠি-পত্ৰৰ নিয়মীয়া আদান-প্ৰদান আছিল আৰু ডক্টৰ অৰুণাভে তেওঁলৈ টকা-পইচাও পঠিয়াইছিল।

যিটো কথা স্পষ্ট সেই বিষয়ে প্ৰশ্ন সোধা নিৰৰ্থক বুলি ভাবিলো। অলপ অভদ্ৰামি হ'ব বুলি জানিও মই সুধিলো, ডক্টৰ অৰুণাভৰ অন্য চিঠি-পত্ৰও নিশ্চয় আপোনাৰ ওচৰত আছে, নাইনে বাৰু?

আছে, তেওঁৰ ভালেমান চিঠি-পত্ৰ মই ভালকৈ থৈ দিছো। আপুনি তেওঁৰ জীৱনী লিখিব খুজিছে যেতিয়া সেইবোৰ চাব খোজে যদি বাৰু আপোনাকে দেখুৱাম। বাৰু এইখন চাওক—

ডাক্তৰ মাচুমে এখন চিঠি আগবঢাই দিলে। মই চিঠিখন ল'লো।

আহমদ তেতিয়া নাছিল, গাড়ী লৈ তেওঁ চহৰৰে তেওঁৰ কোনোবা এজন পুৰণি বন্ধুৰ ঘৰলৈ ওলাই গৈছিল, মযে-ডাক্তৰে কথাপাতি আছিলো।

এষাৰ কথা সুধিলে আপুনি বেয়া পাব নেকি? মই তেওঁৰ ফালে নোচোৱাকৈ চিঠিখনৰ ওপৰত চকু ফুৰাই থাকি সুধিলো।

কওকচোন— মাচুমে ক'লে।

ডক্টৰ অৰুণাভক আপুনি কেনেকৈ চিনি পালে আৰু তেওঁৰ লগত আপোনাৰ কেনে ধৰণৰ সম্পৰ্ক আছিল?

অলপপৰ নীৰৱে কিবা ভাবি লৈ মাচুমে ক'লে, সম্পৰ্ক কেনেকুৱা আছিল মই ঠিক ক'ব নোৱাৰো। তেওঁক মাত্ৰ মই তিনিবাৰ দেখা পাইছিলো, তাৰে দুবাৰৰ কথাহে মোৰ ভালকৈ মনত আছে— প্ৰথমবাৰৰ কথা মোৰ সপোন দেখাৰ নিচিনাকৈ কাহিলি কাহিলিহে মনত আছে—

মই তেওঁলৈ মুখ তুলি চালো। শান্তভাৱে ভাবি ভাবি তেওঁ কথাবোৰ কৈছে।

মাত্ৰ তিনিবাৰহে তেওঁক লগ পাইছিল?

হয়, এবাৰ ইউৰোপত আৰু এবাৰ ভাৰতত, অৱশ্যে আমাৰ মাজত চিঠি-পত্ৰৰ আদান-প্ৰদান কিছু আছিল আৰু মাজে মাজে তেওঁ মোলৈ টকা-পইচা পঠিযাইছিল।

সপ্ৰশ্ন দৃষ্টিৰে মই তেওঁৰ মুখলৈ চালো। সম্পৰ্কহীন এই মানুহজনে তেওঁলৈ কিয় টকা পঠাইছিল?

হয়তো মোৰ মনৰ প্ৰশ্নটো মাচুমে বুজিব পাৰিলে। তেওঁ ক'লে, সকলো কথা আপোনাক মই অন্য সময়ত বুজাই ক'ম। ইংলেণ্ডত থাকোতে মাজে মাজে মোৰ সৰহীয়া টকাৰ দৰকাৰ হয়। বাবাই সিমান টকা কেতিয়াবা একেবাৰতে পঠিয়াব

নোৱাৰে। কাৰণ কেৱল কিতাপ প্ৰকাশ কৰি পোৱা টকাৰে এখন পৰিয়াল পোহ গৈ মোলৈ সৰহ টকা পঠোৱাটো সকলো সময়তে তেওঁৰ কাৰণে সম্ভৱ হৈ নুঠিছিল। আৰু আপুনি বোধকৰো জানিব পাৰিছে আমাৰ বাবা আৰু ডক্টৰ অৰুণাভৰ বৰ আত্মীয়তা আছিল। আজিকালিৰ দিনত তেনে ধৰণৰ বন্ধুত্ব দেখা পাবলৈ টান।

মই ক'লো যে ডক্টৰ অৰুণাভ আৰু আহমদহঁতৰ বাবাকৰ বন্ধুত্বৰ বিষয়ে মই আহমদৰ পৰা কিছু জানিব পাৰিছো? কিন্তু মাচুমৰ লগত যে ঘনিষ্ঠতা আছিল সেই বিষয়ে মই নেজানিছিলো।

মাচুমে চমুকৈ ক'লে, আছিল। বাৰু আপুনি চিঠিখন পঢ়ক। তেওঁ ওলাই গ'ল।

মই চিঠিখন পঢ়াত লাগিলো।

মৰমৰ মাচুম,

মানুহৰ শৰীৰতত্ত্ব (Physiology and Anatomy) আৰু মানৱসমাজ সম্পৰ্কীয় মোৰ প্ৰবন্ধটো লৈ কিছু সমালোচনা হোৱাৰ খবৰ ময়ো পাইছো। এই বিষয়ত মাৰ্ক্স, এঙ্গেলছ আৰু মৰ্গেন আদিৰ নৃতত্ত্ব সম্পৰ্কীয় বিশ্লেষণবোৰ যুক্তিসাপেক্ষ আৰু বিজ্ঞানসম্মত বুলি মোৰ ধাৰণা। সমাজ মনোবিজ্ঞানৰ ভিত্তি মানৱসমাজ আৰু এই মানৱসমাজ ৰচনা হৈছে ব্যক্তি মানুহৰ সমষ্টিৰে।

তোমালোকে— ডাক্তৰবিলাকে মানুহৰ গোষ্ঠ্যাভিমান জাত্যাভিমান আদি সম্পৰ্কীয় যিবোৰ সামাজিক কম্‌প্লেক্স আছে— সেইবোৰৰ স্বৰূপ উদ্‌ঘাটনত সহায় কৰিব পাৰা, মানৱ দেহাৰ মৌলিক গঠন সম্পৰ্কীয় তত্ত্ববোৰ কেৱল চিকিৎসা বিজ্ঞানৰ মাজতে আবদ্ধ নেৰাখি তোমালোকে যদি সেইবোৰক সামাজিক সত্য হিচাপে জনসমাজৰ আগত দাঙি ধৰিবৰ প্ৰয়াস কৰা, ৰাজনৈতিক মতবাদ আৰু ধৰ্মৰ নীতিবাদে যি কাম সম্পূৰ্ণ কৰিব পৰা নাই হয়তো সেই কাম তোমালোকে Physiologist, anatomist আদিয়ে সহজে কৰিব পাৰা অৰ্থাৎ আজিৰ সমাজ-বিবেচনাৰ বাহিৰত ৰাখি, স্থূলৰূপত পৃথিৱীৰ সকলো মানুহৰ গঠন সামগ্ৰী যে মূলতঃ এক— আৰু এই মৌলিক একতাই যে বিশ্বৰ মানৱ সমাজৰ একতাৰ ভিত্তি হ'ব পাৰে, এই কথা জানো মুকলিকৈ ঘোষণা কৰিব নোৱাৰি? জগতৰ সকলো ধৰ্মই মানুহৰ এই মৌলিক একতা বা সমাজৰ কথা স্বীকাৰ কৰিছে, তথাপি জগতৰ মানৱ সমাজ বহুধাবিভক্ত হৈ আছে কিয়? চৌধ পুৰুষৰ ৰক্ত সম্পৰ্কৰ ইতিহাস বিচাৰি মানুহে নিজৰ বৈশিষ্ট্য বা পাৰ্থক্য প্ৰতিষ্ঠা কৰিবৰ চেষ্টা কৰে কিয়?

মোৰ আৰু তোমাৰ মাজত কোনো ৰক্ত সম্পৰ্ক নাই। সামাজিক সম্পৰ্কও তো বৰ ওচৰ নহয়। তথাপি তোমাৰ আৰু মোৰ মাজত এটা গভীৰ অন্তৰংগ ব্যাপক

নিঃস্বাৰ্থ সম্পৰ্ক থকাটো মই অণুক্ষণ অনুভৱ কৰো। তুমি কাৰ সন্তান, তোমাৰ ধৰ্ম কি, জাতি গোত্ৰ-গোষ্ঠী কি সেইবোৰ কথা বিবেচনা নকৰিও যদি মই সহজ উদাৰতাৰে ভাবিব পাৰো যে তুমি আৰু মই একেখন মানৱ সমাজৰে দুটা ব্যক্তি, একেটা মানৱ গোষ্ঠীৰে দুটা সন্তান, তোমাৰ আৰু মোৰ তেজৰ সম্পৰ্ক নেথাকিব পাৰে, কিন্তু তেজৰ মিল আছে, তেন্তে তোমাৰ আৰু মোৰ মাজত এটা গভীৰতৰ মানৱীয় সম্পৰ্ক থাকিব নোৱাৰিব কিয়? মোৰ কাৰণে তুমি আৰু তোমাৰ কাৰণে মই এটা দায়িত্ব অনুভৱ নকৰিম কিয়?

ধৰ্মই মানুহৰ অনুভূতিলৈ আবেদন আগবঢ়ায়, ৰাষ্ট্ৰই আইনৰ যোগেদি মানুহৰ সমতা প্ৰতিপন্ন কৰিবৰ চেষ্টা কৰে, ধৰ্মই মানুহক অমৃতৰ পুত্ৰ বুলি যত জীৱ তত শিৱ আদি ফৰমূলা ঘোষণা কৰি সবাৰ উপৰে মানুষ সত্য আদি কাব্যিক কথাৰে মানুহৰ মহত্ত্ব আৰু সমতাক স্বীকৃতি দিয়াৰ প্ৰয়াস কৰিছে, ৰাষ্ট্ৰই সকলো মানুহৰ সমানাধিকাৰ, মানৱীয় স্বত্ব আদি আইনগতভাৱে স্বীকাৰ কৰি equailty of all before law প্ৰতিষ্ঠা কৰিবৰ ব্যৱস্থা কৰিছে। কিন্তু নৈতিক আবেদন অথবা ন্যায়িক আবেদন একোৰেই বিশ্বৰ সকলো মানুহৰ সমতাক স্বীকাৰ কৰাব পৰা নাই। নিশ্চয় ক'ৰবাত খুঁত ৰৈ গৈছে। মানৱ সমাজ শ্ৰেণীবিভক্ত হৈ আছে। কেৱল শ্ৰেণী বিভক্তই নহয়, ধৰ্মবিভক্ত, জাতিবিভক্ত, ভাষাবিভক্ত, আদৰ্শবিভক্ত হৈ আছে। বৈচিত্ৰ্য নিশ্চয় থাকিব। মানুহক যন্ত্ৰবৎ ঢালাই কৰা নেযায়, standardisation মানৱ ঐক্যৰ বা সমতাৰ মাপকাঠী হ'ব নোৱাৰে। ঐতিহ্য, হেৰেডিটি আদি দলিয়াই পেলাব পৰা বস্তু নহয়, কিন্তু পৃথিৱীৰ সকলো মানুহক অন্য সকলো বিবেচনা নিৰ্বিশেষে মানুহৰ মৰ্যাদাত প্ৰতিষ্ঠা কৰাৰ ব্যৱস্থা আজিৰ সভ্য জগতে কৰিব নোৱাৰিব কিয়?

আচল কথা হ'ল মানুহ হৈ গঢ়ি উঠাটো। হিন্দু হৈ, মুছলমান বা খ্ৰীষ্টীয়ান হৈ গঢ়ি উঠাটো, ভাৰতীয় হৈ, ইউৰোপীয় হৈ গঢ়ি উঠাটো, সমাজবাদী হৈ সাম্যবাদী হৈ বা ধৰ্মবাদী হৈ গঢ়ি উঠাটো— মানুহ হৈ গঢ়ি উঠাতকৈ কেতিয়াও ডাঙৰ হ'ব নোৱাৰে, শ্ৰেষ্ঠতৰ হ'ব নোৱাৰে— এয়ে মোৰ বিশ্বাস।

তোমাকো মই এই কথাকে ক'বলৈ বিচাৰিছো, ডাক্তৰ হোৱা, উকীল হোৱা, বৈজ্ঞানিক হোৱা— যেই হোৱা, সেইটো গৌণ কথা— মুখ্য কথা হ'ল— প্ৰকৃত মানুহ হোৱাটো। পূৰ্ণ এটা শতাব্দীৰ ভিতৰত এজনো মানুহ গঢ়ি নুঠাটো আজিৰ সভ্যতাৰ কম দৈন্যৰ পৰিচায়ক নে? পূৰ্ণ মানৱেই মহামানৱ, পূৰ্ণ পুৰুষেই মহাপুৰুষ। আজিৰ যুগে, আজিৰ শতিকাই কিয় এজনো মহামানৱৰ, মহাপুৰুষ জন্ম দিব পৰা নাই? এই প্ৰশ্ন আজিৰ শতিকাক এবাৰ সোধাটো অনুচিত হয়নে? মানৱ সভ্যতা পানীকেঁচুৱা হৈ থকা নাই, mature হৈছে। কিন্তু এই মেচিয়ৰ সভ্যতাই ল'ৰালি

কৰাত আত্মপ্ৰসাদ লাভ কৰা দেখিলে অনুশোচনা নহয়নে? সৃষ্টিৰ লাখ লাখ বছৰৰ ভিতৰতো যদি সৃষ্টিৰ সৰ্বশ্ৰেষ্ঠ বুলি দাবী কৰা মানুহ নামৰ জন্তুটোৱে নিজক মানুহৰ মৰ্যাদাত প্ৰতিষ্ঠা কৰিব পৰা নাই, তেন্তে আৰু কিমান লাখ বছৰ সেই শুভদিনৰ কাৰণে প্ৰতীক্ষা কৰিবা? কেতিয়া বিশ্বৰ সকলো মানুহ মানুহ হ'ব? প্ৰত্যেকটো নতুন জেনেৰেশ্যনে যদি সভ্যতাৰ মুল্যমান নতুনকৈ নিৰ্ণয় কৰিবলৈ আৰম্ভ কৰে তেন্তে মানব ইতিহাসৰ বা মানব সভ্যতাৰ পৰম্পৰাৰ বা হেৰেডিটিৰ কি অৰ্থ আছে? যুগৰ এই চেলেঞ্জক চিনি নোপোৱাৰ কোনো কৃতিত্ব নাই।

তোমালৈ আকৌ লিখিম। ব্যক্তিৰ স্বপ্নই এদিন বিশ্বৰ স্বপ্নৰূপে ধৰা দিব— এই প্ৰত্যয় নহ'লে মানব সভ্যতা বন্ধ হৈ যাব। এই ক্ষেত্ৰত আমাৰ বৰঙণি যোগাবলগীয়া আছে— মোৰ তোমাৰ সকলোৰে।

সমালোচনা হোৱা প্ৰবন্ধটোৰ কপি এটা পঠালো। তুমি মনোযোগেৰে পঢ়ি চাবা বুলি আশা কৰিলো।

শুভাশীৰ্বাদ,

অৰুণাভ।

পুনঃ— অহা মাহৰ কাৰণে টকা কিমান লাগে জনাবা।

মোৰ মনৰ অৱস্থাৰ লগত চিঠিখনৰ বিষয়বস্তুৰ মিল নাছিল মুঠেই। তদুপৰি চিঠিখন পঢ়োতে মোৰ এটা প্ৰবন্ধ পঢ়া যেনেহে লাগিছিল। ইয়াৰ পৰা ডক্টৰ অৰুণাভৰ চিন্তাধাৰাৰ সম্যক আভাস পোৱা যেন লাগিল। মই ভাবিলো যদি মাচুমে দিবলৈ মান্তি হয় তেন্তে চিঠিখন মই লৈ যাম আৰু প্ৰস্তাবিত জীৱনীখনত ইয়াৰ দুই-এটি কথা ব্যৱহাৰ কৰিম।

এনেতে বাহিৰৰ পৰা মাচুম সোমাই আহিল।

আমি অহাৰ পিছৰ পৰা যেন এই সুশ্ৰী ডেকাজন কিছু চিন্তান্বিত হৈ পৰিছে, মোৰ অনুমান হ'ল। লগতে মই লক্ষ্য কৰিলো যেন আহমদো কিছুদূৰ অন্যমনস্ক হৈ পৰিছে আৰু মোৰ লগত মাচুমক এৰি তেওঁ অলপ নিলগে নিলগেই ফুৰিছে। অৱশেস্য মাচুমৰ যে ককায়েকৰ প্ৰতি গভীৰ শ্ৰদ্ধা আছে সেইটো সহজেই বুজিব পাৰি।

মাচুম আহি মোৰ সন্মুখতে বহিল আৰু অলপ পাতলীয়াভাৱে ক'লে, আপোনালোকক জোৰ কৰি মোৰ ইয়াত ৰাখি থোৱাৰ কাৰণে আপোনালোকে বেয়া পোৱা নাইতো?

মই ক'লো, আমি কিয় আহিছিলো সেই কথাটো সিমান সোনকালে জনাব নোৱাৰি। ইয়াত থাকি কলো বুজি-বাজিহে আৰম্ভ কৰা যায়। হয়তো আপুনি আমাক ৰাখি ভালেই কৰিলে।

মোৰ কথাত কৌতূহল অনুভৱ কৰাৰ দৰে আগ্ৰহেৰে তেওঁ সুধিলে, ইয়াত তেনেহ'লে আপোনালোকৰ অন্য কিবা কামো আছিল।

নিশ্চয়, কিন্তু মই নকওঁ, আপোনাৰ ককাইতিয়েকেই আপোনাক ক'ব। হয়তো আজিয়ে ক'ব তেখেতে।

ডাক্তৰ মাচুমে মোৰ কথাবাৰ শুনি কথাটো কি জানিবৰ কাৰণে বিশেষ আগ্ৰহ প্ৰকাশ নকৰিলে। ময়ো ভাবি ঠিক কৰিব নোৱাৰিলো— তেওঁৰ বিয়াৰ বিষয়ে উল্লেখ কৰা মোৰ পক্ষে উচিত হ'বনে নহ'ব।

কিন্তু কিছু পৰৰ পিছতে আহমদ ঘূৰি আহিল। অলপ সময় বিশ্ৰাম কৰি অলপ দুআষাৰমান অন্য কথা পতাৰ পিছত বিশেষ ভূমিকা নকৰি আহমদে ক'লে :

আমি এতিয়া তোমাৰ বিয়াৰ কথা চিন্তা কৰিছো। তুমি এই বিষয়ে কি ভাবিছা আমি নেজানো। কিন্তু তোমাৰ কোনো অসুবিধা নেথাকিলে সোনকালেই তোমাৰ বিয়াখন পতাটো আমাৰ ইচ্ছা।

মাচুম কিছুপৰ মনে মনে বাহিৰলৈ চাই বহি থাকিল। তাৰপিছত শান্তভাৱে, অলপ বেদনাৰ্ত মাতেৰে ক'লে, মোৰ বিয়াৰ কথা মই এতিয়াও ভবা নাই। সময়মতে মই আপোনালোকক জনাম বাৰু।

আহমদে অন্য কথা উলিয়ালে। তেওঁ লগ পাই অহা বন্ধুজন কিমান দিনৰ চিনাকি, তেওঁ কেনে ধৰণৰ মানুহ ইত্যাদি কথা ক'লে আৰু ক'লে যে তেওঁ এদিন ডাক্তৰ মাচুমক লগ পাবলৈ আহিব। আহমদে তেওঁৰ নামটোও ক'লে।

ৰাতিটো থাকি পিছদিনা আমি মাচুমৰ তাৰ পৰা বিদায় ল'লো। আহোঁতে মই তেওঁৰ পৰা ডক্টৰ অৰুণাভৰ কেইখনমান চিঠিও লৈ আহিলো।

মোৰ পেহী এগৰাকীৰ টান অসুখ। তেওঁৰ কিছুদিনৰ পৰা বাত-বিষ হৈছিল। হঠাৎ সেয়ে বেছি হৈ তেওঁ শয্যাশায়ী হ'ল। গাত ইমান বেছি বিষ হ'ল যে তেওঁ লৰচৰ কৰিবও নোৱৰা হ'ল। তেৱেঁই আছিল মোৰ একমাত্ৰ জীৱিত পেহী।

টেলিগ্ৰাম পাই মই এসপ্তাহৰ ছুটী লৈ পেহীৰ খবৰ কৰিবলৈ যাত্ৰা কৰিলো। ভালেমান দিন ছুটীও লোৱা নাছিলো। গতানুগতিক কামৰ পৰা অলপ আজৰি পাই

মনটো পাতল লাগিল। পেহীৰ টান বেমাৰৰ বাতৰিটোৱে কিছু দুঃচিন্তাতো পেলালে। বয়স হৈছে, বুঢ়া মানুহ, হয়তো বিদায় ল'বও পাৰে।

মই গৈ পেহীৰ ঘৰ পোৱাত গম পালো যে ডাক্তৰৰ নিৰ্দেশত তেওঁক এঘাৰ মাইল আঁতৰত থকা মিশ্যন হাস্পতালত নি ৰখা হৈছে। অৱস্থা বৰ সুবিধাজনক নহয়।

ৰাতিটো পেহীহঁতৰ ঘৰতে কটাই পিছদিনা মিশ্যন হাস্পতাললৈ যাত্ৰা কৰিলো— বাছেৰে।

অলপ অলপ বৰষুণ আছিল। মোৰ যথেষ্ট জাৰ লাগিছিল। আঘোণ মাহৰ মাজভাগ তেতিয়া। মনবোৰ এনেই গধুৰ লাগে।

ছাৰে ন বজাত মিশ্যন হাস্পতাল পালোগৈ, নগৰৰ উপকণ্ঠত যথেষ্ট নিৰ্জন আৰু শান্ত ঠাইত হাস্পতালটো। ৰোগীও যথেষ্ট আছে আৰু ৰোগীৰ খবৰ-বাতৰি কৰিবলৈ অহা মানুহো বহুত।

পেহীৰ সৰু ল'ৰাটো তেতিয়া পেহীৰ কাষত আছিল।

পেহী বহুত খীণাইছে। ভালেমান দিন নেদেখাৰ কাৰণে প্ৰথমতে মই চিনিবই পৰা নাছিলো। মোক দেখি পেহীয়ে নীৰৱে দুটোপাল চকুলো টুকিলে, তাৰ পিছত সেহাই সেহাই ক'লে, অতদিনেনো মোৰ খবৰ-বাতৰি এটা ল'ব নেপাৰনে? মৰি থকা হ'লেও দেখা নেপালিহেঁতেন। তোৰ ভালনে? খবৰ কেতিয়া পালি?

মই সকলো ক'লো আৰু পেহীয়ে এতিয়া কেনেকুৱা পাইছে সুধিলো। মোক কাষত পাই যেন পেহীয়ে অলপ সকাহ পালে। তেওঁ ক'লে, তই দুদিনমান মোৰ ওচৰত থাকিব পাৰিবি নহয়? ভায়েৰ এবাৰ ঘৰৰ পৰা আহকগৈ। টকা-পইচাও দুটামান আনিবগৈ লাগে।

মই ক'লো যে মই এসপ্তাহৰ ছুটী লৈ আহিছো। অন্য ঠাইত বিশেষ কাম নাই। বেছি নহ'লেও তিনি-চাৰিদিন থাকিব পাৰিম। পেহীয়ে ভাল পালে।

হাস্পতালত ৰাতি থাকিবলৈ নিদিয়ে। কিন্তু হাস্পতাল কম্পাউণ্ডৰ বাহিৰতে হাস্পতাল কৰ্তৃপক্ষয়েই ৰোগীৰ লগত অহা মানুহ থাকিবৰ কাৰণে সজাই দিয়া এটা ঘৰ আছিল। সামান্য এটা ভাৰা দি তাত দুই-চাৰিদিন থাকিব পাৰি। তাতেই মই চিট এটাৰ দিহা কৰি ল'লো। পেহী আশ্বস্ত হ'ল। পেহীৰ ল'ৰাটো তিনি দিনৰ কাৰণে ঘৰলৈ গ'ল।

মিশ্যন হাস্পতালৰ পৰিবেশটো মোৰ বৰ ভাল লাগিল। এটা কেইবাপুৰাও মাটিজুৰি থকা বহল ওখ চাপৰিৰ ওপৰত হাস্পতাল কম্পাউণ্ডটো। চাপত ধুনীয়াকৈ বোৱা গছৰ শাৰী। ঘৰ নথকা ঠাইবোৰতো শাৰী শাৰী সেউজীপতীয়া গছ আৰু ফুলনি। সকলোবোৰ ফু মাৰি ভাত খাব পৰা পৰিষ্কাৰ-পৰিচ্ছন্ন। চাৰিওফালে মুকলি ধাননি

পথাৰ। এজাক কোমল বতাহ অনবৰত বৈ থাকে। কিছু নিলগত কম পানীৰ শান্ত নৈখন। বৰ মনোৰম পৰিবেশটো।

তদুপৰি হাই-উৰুমিও অতি কম। চিকিৎসালয এনে ঠাইতে হোৱা বাঞ্ছনীয়। ইয়াত শান্তি আৰু সান্ত্বনা দুয়োটা পাবলৈ আছে।

পিছদিনা বৰ প্ৰত্যুষতে মোৰ টোপনি ভাগিল। অকাৰণত বিছনাত পৰি থকাতকৈ মই এনেই অলপ ফুৰোৱেই বুলি ওলাই আহিলো। জাৰ যথেষ্ট আছিল, কিন্তু বৰষুণ কুঁৱলী একোৱেই নাছিল। বতৰটো বেছ ফৰকাল আছিল।

গৰম কাপোৰ-কানি পিন্ধি, ডিঙিত মাফলাৰখন মাৰি মই ওলাই গ'লো— অলপ ফুৰোঁ।

কিছুদূৰ আগবঢ়াৰ পিছত আগলৈ চাই দেখিলো কিছু দূৰত কোনোবা দুজন মোৰ ফাললৈকে আহিছে। তেওঁলোকো নিশ্চয় প্ৰাতঃভ্ৰমণৰ কাৰণেই আহিছে— কাৰণ দুয়োৰে খোজ অতিশয় ধীৰ। তেওঁলোক কোন জনাৰ মোৰ কোনো আগ্ৰহ বা কৌতূহল নাছিল। মযো লাহে লাহে আগবাঢ়িলো।

তেতিয়া ৰ'দজাক লাহে লাহে ওলাই আহিছে। পূবৰ আকাশ মুকলি হৈ পৰিছে। জাৰকালি সহজে এনে এটা পুৱা পোৱা নেযায়।

মই আহি তেওঁলোকৰ সন্মুখ পালোহি। এজন বৰ বুঢ়া মানুহ, আনজনী এজনী গাভৰু নাৰ্চ। দেখিযে বুজা যায় নাৰ্চজনীযে বুঢ়াক ফুৰাবলৈ আনিছে।

মই মানুহজনলৈ চালো। শুভ্ৰ পকা চুলি, শুদ্ধ বগা হৈ পকা এমুখ ধুনীয়া ডাঢ়ি, এজন ওখপাখ খীণোৱা বুঢ়া মানুহ। মুখখন বগা, শোঁটোৰা-শোঁটোৰি কিন্তু নিস্তেজ নহয়। দেখিলেই বুজা যায় যে যথেষ্ট বয়স হোৱাৰ বাহিৰে তেওঁৰ অন্য কোনো ৰোগ নাই।

তেওঁ যে কোনো অভিজাত পৰিযালৰ মানুহ সেই কথা, ইমান পুৱাতে তেওঁ পৰিপাটিকৈ পিন্ধি অহা কাপোৰ-কানি আৰু সেওঁতা ফালি ফণিয়াই অহা দীঘল পকা চুলিখিনিৰ পৰাই অনুমান কৰিব পাৰি। মিশ্যন হাস্পতালত বৃদ্ধসকলৰ পৰিচৰ্যাৰ ধুনীয়া ব্যৱস্থা আছে, বুঢ়া হয়তো সেই হিচাপেই ইয়াত আছেহি।

নাৰ্চজনী এজনী সাধাৰণ বগী গাভৰু, কাণত জাৰ নেলাগিবৰ কাৰণে মূৰত এখন স্কাৰ্ফ মাৰিছে আৰু এটা উলৰ চুৱেটাৰ আৰু বগা মেখেলা-চাদৰ পিন্ধিছে। নাৰ্চজনী বুঢ়াৰ গাৰ কাষে কাষে আহিছে আৰু বুঢ়ায়ো এহাতে লাঠিডালত অলপ ভৰ দিয়াৰ লগে লগে ইখন হাতেৰে প্ৰয়োজন হ'লে মাজে মাজে ছোৱালীজনীৰ কান্ধত হাতখন থৈছে, হয়তো ভাৰসাম্য ৰক্ষাৰ কাৰণে।

আমি সমুখা-সমুখি হ'লত বুঢ়া অলপ ৰ'ল। অলপ গাটো পোনালে। তাৰ পিছত মূৰ দাঙি মোৰ মুখলৈ চালে। অচিনাকি যদিও এজন বয়সস্থ ভদ্ৰলোক বুলিয়ে দুয়ো হাত কপাললৈ তুলি মই তেওঁক প্ৰণাম জনালো। মই দেখিলো প্ৰত্যুত্তৰত তেওঁ প্ৰণাম জনাবৰ কাৰণে হাত দুখন একেঠাই কৰিবৰ চেষ্টা কৰিলে কিন্তু সেইকণ শ্ৰমতে তেওঁৰ যেন বহুত কষ্ট হ'ল। তেওঁ শান্তভাৱে হাঁহিলে। এটাও দাঁত নথকা সোলা মুখখনৰ হাঁহিটো মোৰ বৰ ধুনীয়া যেন লাগিল। হাঁহিটো যেন বৰ নিষ্কলুষ আৰু পবিত্ৰ। এটা শিশুৰ হাঁহিৰ নিচিনা। বুঢ়াৰ তেনে অৱস্থাতে সামান্যভাৱে হঁহাৰ নিচিনা কৰি নাৰ্চজনীয়ে সৰু মিহি মাতেৰে বুঢ়াৰ হৈ কোৱাদি ক'লে, গুড মৰ্ণিং।

মই প্ৰত্যুত্তৰ দিলো। তাৰ পিছত আমি নিজৰ নিজৰ বাটত খোজ ল'লো। কিছুপৰৰ মূৰত বুঢ়া ফুৰা শেষ কৰি ঘূৰি আহিল, মযো ঘূৰিলো। পিছৰবাৰ ভেটাভেটি হ'লত আমি কোনো কথা-বতৰা পাতিবলৈ নহ'ল।

মোৰ এই বুঢ়াজনক লগ পোৱাত বিশেষ কোনো অভিনৱত্ব নাছিল যদিও তেওঁনো কোন জানিবৰ কাৰণে এটা সামান্য কৌতূহল অনুভৱ কৰিছিলো, কাৰণ এই বুঢ়াজনৰ চেহেৰা-পাতি, খোজ-কাটল, কাপোৰ-কানি সকলোতে এটা ব্যক্তিত্বৰ ছাপ আছিল। প্ৰথম দেখাতেই মানুহজনৰ প্ৰতি এটা শ্ৰদ্ধাৰ ভাব জন্মে। তদুপৰি তেওঁৰ এই বয়সতো যে স্বাস্থ্য ভালেই আছে এই কথা দেখি মনটো এনেয়ে ভাল লাগি যায়।

অৱশ্যে কিছুপৰৰ ভিতৰতে বুঢ়াক লগ পোৱাৰ কথা মই পাহৰি গ'লো।

ছাৰে আঠ বজাত পেহীৰ ওচৰলৈ গ'লো, নাৰ্চ এজনীয়ে পেহীক এটা বেজী দি শেষ কৰিছিল মাত্ৰ। মই সোমাই আহিলো। পেহীয়ে ক'লে যে তেওঁ কিছু ভাল পাইছে, বিষ কিছু কমিছে। কিন্তু গা বৰ দুৰ্বল, মূৰটো দাঙিবলৈকে শক্তি নোহোৱা যেন লাগে।

এনেতে আমি কথা পাতি থাকোতেই দেখিলো বুঢ়াৰ লগত বাটত লগ পোৱা নাৰ্চজনী পেহীৰ কোঠাৰ ফাললৈকে আহিছে। এজনী হাস্পতালৰ অচিনাকি নাৰ্চক সৌজন্য দেখুওৱাৰ নিচিনা ভদ্ৰতা তেতিয়াও মই আয়ত্ত কৰা নাছিলো। তথাপি অলপ পৰৰ আগতে বাটত লগ পোৱা নাৰ্চজনীক মাত এষাৰো নলগোৱাটো বেয়া কথা হ'ব ভাবি মই বহাৰ পৰা উঠি মাত লগালো, আহক—।

ক'ব নোৱাৰো এনেকৈ মতাটো উচিত হ'লনে নহ'ল। নাৰ্চজনী নিশ্চয় নিজৰ ডিউটিত আহিছে।

নাৰ্চজনীয়ে শান্তভাৱে হাঁহিলে— এটা নিৰৰ্থক ভদ্ৰতাসূচক হাঁহি। তাৰ পিছত সঁচাকৈয়ে সোমাই আহিল, আমি থকা কোঠাটোলৈ।

পেহীয়ে চকু বেঁকা কৰি চালে, তাৰ পিছত সুধিলে, কি হ'ল নাৰ্চ?

নাৰ্চজনীয়ে ক'লে, আপোনাৰ ওচৰত যে আছে এখেতক ছাৰে মাতিছে।

মই নাৰ্চজনীৰ মুখলৈ চালো। নাৰ্চজনী আৰু পেহী দুয়ো মোৰ মুখলৈ চালে।

মোৰ পৰা চকু আঁতৰাই নি নাৰ্চৰ মুখৰ ওপৰত থাপি পেহীয়ে সুধিলে, কোনে কাক মাতিছে?

ৰায় বাহাদুৰ ছাৰে মাতিছে— এখেতক, নাৰ্চজনীয়ে ক'লে।

কথাষাৰ পেহীয়ে বুজিলে, মই তেতিয়াও ভালকৈ বুজিব নোৱাৰি পেহীৰ মুখলৈ চালো।

তোকে মাতিছে ৰেজা। ইয়াৰে স্পেচিয়েল পেয়িং ৱাৰ্ডত ৰায়বাহাদুৰ দুৰ্লভ তালুকদাৰ থাকে। বুঢ়া মানুহ, তোক ক'ৰবাত দেখিলে হ'বলা। অকলশৰে থাকে, কাৰোবাক পালেই কথা পাতিবলৈ বিচাৰে, মাতিছে, এবাৰ যাবি— নহয় এতিয়া যা। পিছে তেওঁ কথা পাতিবলৈ ল'লে সোনকালে এৰি নিদিয়ে, তই যেনে-তেনে সোনকালে আহিবি।

অন্য এসময়ত গ'লেও নহ'ব জানো? নাৰ্চজনীক সুধিলো।

নাৰ্চজনীয়ে ক'লে, অথনি আপোনাক যে লগ পালে, তেতিয়াৰ পৰা মোক কৈ আছে, আপোনাক মাতি দিব লাগে। তেখেত তেনেকুৱাই— কোনোবা মানুহ পালেই কথা পাতি থাকিবলৈ লাগে। ভাল, মই আহো বাৰু—

নাৰ্চজনী যাব খুজিলে, মই অনুভৱ কৰিলো যে মাতি পঠোৱাতো নোযোৱাটো অভদ্ৰামি হ'ব। পেহীক ক'লো, কিয় বা মাতিছে, মই এবাৰ গৈ আহো পেহী।

ওঁ, যা তেনে তেওঁ বৰ ভাল মানুহ, আৰু খুব কিতাপ-পত্ৰ পঢ়ি থাকে। তোৰ নিচিনা মানুহ পালে তেওঁ বৰ ভাল পাব। ভায়েৰকো সেইদৰে মাতি নিয়াইছিলে। বৰ সাদৰী মানুহ বোলে।

দুৰ্লভ তালুকদাৰ ক'ৰ মানুহ কি কথা মই নেজানো। কিন্তু ৰায়বাহাদুৰ বুলি কোৱাত মই বৰ প্ৰসন্ন নহ'লো। বৃটিছৰ উপাধি গ্ৰহণ কৰা মানুহবোৰৰ প্ৰতি কিয় নেজানো— মই অলপ বীতশ্ৰদ্ধ আছিলো। তথাপি পেহীয়ে ভাল মানুহ বুলি কোৱাৰ কাৰণে আৰু অন্ততঃ নাৰ্চ ছোৱালীজনীৰ অনুৰোধটো ৰক্ষা কৰিবৰ কাৰণে তাইৰ লগতে মই ৰায়বাহাদুৰৰ ওচৰলৈ যাবৰ কাৰণে বাহিৰ ওলালো।

তেখেতনো কোন, নাৰ্চে? মই সুধিলো।

তেখেতৰ নাম দুৰ্লভ তালুকদাৰ। বৰ ডাঙৰ টি-প্লাণ্টাৰ, তিনিখন নে চাৰিখন চাহ বাগিচা আছে। নাৰ্চে ক'লে।

তেওঁৰ কোনো নাই নেকি?

পুতেক নাই। জীযেকহঁত আছে। বহুত নাতিনীযেক আছে। প্ৰাযে আহে গাড়ী লৈ।

তেখেত ইযাত যে আছে কিবা বেমাৰ হৈছে নেকি?

বেমাৰ তেনেকৈ নাই। বুঢ়া মানুহ। আজি কেইবছৰমানৰ পৰা ৱিণ্টাৰত আহি তিনি চাৰি মাহমান ইযাত থাকেহি। ইযাৰ ডাক্তৰ কেনেডিৰ লগত বৰ মিল।

আৰু আপুনি?

এই আটাইকেইবছৰ মযে তেখেতক চোৱা-মেলা কৰিছো। মই পাৰ্চনেল এটেনডেণ্ট আৰু নাৰ্চ হিচাপে আছো। তেখেত থকা সমযখিনিত তেখেতৰ বাহিৰে আৰু অন্যক মই চাব নেলাগে।

ডাক্তৰ কেনেডি কোন?

এমেৰিকান চাৰ্জন। ইযাৰ মেডিকেল অফিচাৰ।

নাৰ্চৰ কথাত ৰাযবাহাদুৰ সম্পৰ্কে ধাৰণা মোৰ আৰু অলপ বেযা হোৱা যেন অনুভৱ কৰিলো। আমাৰ কোনো কোনো টি প্লাণ্টাৰে এমেৰিকান বা ইউৰোপীযানৰ লগত বন্ধুত্ব পাতি গৰ্ব অনুভৱ কৰে। নিজ দেশবাসীতকৈ বিদেশীক বেছি আপোন বুলি ভাবে। এই মানুহবোৰকো মোৰ বৰ ভাল নেলাগে।

আমি আহি ৰাযবাহাদুৰ থকা কোঠাটো পালোহি। এখন আৰামী চকীত বহি ৰাযবাহাদুৰে এখন শকত কিতাপ পঢ়ি আছে— একান্ত মনোযোগেৰে। তেওঁৰ গাত আহি ৰ'দ পৰিছেহি।

দুখোজমান আগবাঢ়ি গৈ নাৰ্চজনীযে তেওঁৰ কাণৰ কাষলৈ মুখখন নি ক'লে, ছাৰ তেখেত আহিছে।

হোঁ, কোন আহিছে? তেওঁ দুৱাৰমুখলৈ চালে।

প্ৰথম চাৱনিতে তেওঁ মোক চিনিব নোৱাৰিলে।

আপুনি ভিতৰলৈকে আহক— নাৰ্চে ক'লে আৰু মোৰ কাৰণে ৰাযবাহাদুৰৰ সন্মুখৰ চকী এখন সামান্য লৰচৰ কৰি আগবঢ়াই দিলে।

তেওঁ চকীখনতে পোন হৈ বহিল আৰু মোৰ মুখলৈ চালে— মোক চিনিবৰ চেষ্টা কৰিলে।

মই ক'লো, আপুনি আজি ৰাতিপুৱা মোক দেখিছিল।

অ' অ'— মনত পৰিছে তুমি বেয়া নেপাবা দেই— তুমি বুলিছো— you are a young man— আহিলা। মীৰা, মই যে মাতিছিলো এৰেঁই নহয জানো?

হয। নাৰ্চজনীযে ক'লে। নাৰ্চৰ নাম মীৰা— মই বুজিব পাৰিলো।

কিতাপখন তেওঁ হাতৰ পৰা কাষৰ মেজখনৰ ওপৰত থ'লে। কিছুপৰ মোৰ মুখৰ ফালে চাই থাকিল। এবাৰ চশমাযোৰ মোহাৰিলে।

আমাক চাহ কফি দিবা মীৰা— অ' তোমাক মাতি আনিছো, বেয়া নেপাবা I live alone তোমাৰ জৰুৰী কিবা কাম আছে নেকি?

মই ইয়ালৈ কিয় আহিছো তেওঁক বুজাই ক'লো। শুনি তেওঁ ক'লে, মোৰ তেনে কোনো অসুখ নাই। But I am sick all the same অ'— তোমাৰ চিনাকি নাই পোৱা নহয়?

চমুকৈ মই মোৰ চিনাকি দিলো।

তুমি লিখক, নহয়? এসময়ত মযো কিবা-কিবি লিখিবৰ চেষ্টা কৰিছিলো, অৱশ্যে বহুত দিনৰ আগতে। কিন্তু চাহ বাগিচাত লাগিলো, লিখক হোৱা নহ'ল আৰু। অৱশ্যে আমাৰ লগৰে দুই-চাৰিজন বেছ লিখক-চিখক হ'লগৈ। Some of them became really great men

নাৰ্চে আমাৰ দুযোজনলৈ দুপিযলা গৰম কফি আনিলে, লগতে দুডোখৰমান পাতলীযা বিস্কুট।

কফি দিছো— মীৰাই ক'লে।

এওঁ এজন লিখক, জানিছা মীৰা— আমি কতজনে যে কত কি হ'বলৈ বিচাৰো আৰু শেষত কি যে হওঁগৈ। কফিত শোহা মাৰি তেওঁ ক'লে, খোৱা, মোক আকৌ ডাক্তৰে চাহ খাবলৈ হাক দিছে। I take coffee আমাৰ ডেকা কালৰ কথা জানিছা— আমি তেতিযা ইউনিভাৰ্চিটিৰ ছাত্ৰ— কত কি কৰাৰ কল্পনা। To be able to dream is to be happy— কি কোৱা?

হয়— মই ক'লো। পেহীৰ কথাষাৰ মনত পৰিল— ৰাযবাহাদুৰে কথা কৈ ভাল পায। প্ৰকৃততে একপক্ষীয় কথাত সুখ পাবৰ থল নাছিল, কিন্তু উপাযো নাছিল। তেওঁৰ লগত আৰু অন্য কি কথা পতা যায।

আমি এটা বেচ শকত গ্ৰুপ আছিলো। We wanted to do something মই, শিৱনাথ, জীযাউৰ ৰহমান, অৰুণাভ, প্ৰদীপ আৰু জানো কোন কোন আছিলো, এতিযা পাহৰিছো। বযসত আমি দুই-এবছৰৰ সৰু-ডাঙৰ, কিন্তু আমি একেটা দল আছিলো। A group of happy dreamers সকলোৰেই পিছত কিবা নহয কিবা এটা হ'লগৈ। শিৱনাথ হ'ল ডেপুটি কমিচনাৰ, জীয়াউৰ হৈছিল ডি এল আৰ, প্ৰদীপ সেইয়া মিনিষ্টাৰ হৈছিল, অৰুণাভ— he became a famous man, সাহিত্যিক হ'ল, চায়েণ্টিষ্ট হ'ল, গোটেই পৃথিৱী ঘূৰিলে। I am really proud of him আৰু কোনোবা কেইবাজনো আছিল— আমাৰ লগত—

but all are gone now কোনো নাই। জীযাই থকাৰ ভিতৰত মইহে আছোঁগে। সেইদেখি মযো মাজে মাজে feel কৰো যে I am a dead man কথাষাৰ কৈ তেওঁ কৰুণভাৱে হঁহাৰ নিচিনা কৰিলে।

মই নিৰাসক্তভাৱে তেওঁৰ কথালৈ কাণ দি গৈছিলো। এইবোৰ তেওঁৰ ব্যক্তিগত কথা। বুঢা হ'লে মানুহে নিজৰ কথাকে কৈ বেছি ভাল পায। শুনিব পৰাৰ ধৈর্য আমাৰ থকা দৰকাৰ। এনে সংস্পর্শলৈ মই আগেও মাজে মাজে আহিছো।

মই ৰাযবাহাদুৰৰ মুখলৈ চালো। তেওঁ বর্ণহীন শূন্যৰ ফালে উদাসীনভাৱে চাই চাই কথা কৈ গৈছে, যেন আমাক কোৱা নাই, নিজকে কৈছে। তেওঁৰ মনটো ঘূৰি গৈছে হযতো কৈশোৰলৈ, হযতো বহুত ধূনীযা স্মৃতি বিজডিত এটা বিক্ষিপ্ত অতীতলৈ— যেতিযা সপোন দেখিব পৰাটোতো অজস্র সুখ আছিল। লগৰ সকলো লগৰীযাৰ মৃত্যু হোৱাৰ পিছত অকলশৰে জীযাই থকাটোক মৃত্যু হোৱা যেন লগাত তেওঁৰ ক্ষেত্রত কোনো অস্বাভাবিকতা নাই।

অলপপৰ মনে মনে থকাৰ পিছত তেওঁ ক'লে, তুমি চাগৈ কবিতা চবিতা পঢা। এৰা সাহিত্যিক মানুহ আমি আৰু সেই কলেজত থকা দিনতে যি পঢা। কোনোবা এজন ইংৰাজ কবিৰ এষাৰ কথা মোৰ মনত প্রাযে পৰে— যেন মোৰ নিজৰ কথা— I am half in love with easeful death নহযনে হে? এৰা, তোমালোক ডেকা মানুহ, মৰণক যে মানুহে কেনেকৈ ভাল পাব পাৰে তুমি বুজিব নোৱাৰিবা।

তেওঁ আকৌ মনে মনে থাকিল।

হঠাৎ মোৰ মনত লাগিল যেন মাজতে ৰাযবাহাদুৰে কোনোবা অৰুণাভৰ কথা উল্লেখ কৰিছিল, কোনোবা famous অৰুণাভৰ কথা। কিজানি ডক্টৰ অৰুণাভৰ কথাই কৈছে।

নম্রভাৱে মই সুধিলো, আপুনি কোন অৰুণাভৰ কথা ক'লে?

ৰাযবাহাদুৰ মোৰ ফালে ঘূৰিল আৰু চকু-মুখত বিস্মষ লৈ ক'লে, অৰুণাভৰ নাম তুমি শুনা নাই নেকি? that famous scientist and philospher তেওঁকতো সকলোৱে জানে।

আপুনি ডক্টৰ অৰুণাভৰ কথা কৈছে নেকি— অলপতে যে ঢুকাল?

Exactly In him the country lost a great man and I lost one of my best friends ইমান চার্মিং মানুহ আছিল তেওঁ।

ডক্টৰ অৰুণাভ আপোনাৰ সমনীযা আছিল নেকি?

তেওঁ মোতকৈ কেইবছৰমানৰ ডাঙৰ আছিল, পঢা-শুনাতো মোতকৈ ছিনিযৰ আছিল। কিন্তু otherwise আমি বন্ধু আছিলো— বৰ intimate বন্ধু।

তেওঁৰ কথা শুনি মোৰ অভাৱনীয়ভাৱে এটা প্ৰয়োজনীয় সম্পদ হস্তগত হোৱা যেন লাগিল। ৰায়বাহাদুৰ যদি ডক্টৰ অৰুণাভৰ অন্তৰংগ বন্ধু আছিল, তেন্তে তেওঁৰ পৰা ডক্টৰৰ সম্পৰ্কে বহুত কথাৰ সন্ধেদ পোৱা যাব।

কফিৰ পিয়লা নিবৰ কাৰণে আহি মীৰাই ক'লে, আপোনাৰ গা ধুবৰ সময় হৈছে ছাৰ।

মই নাৰ্চৰ মুখলৈ চালো। তেওঁ ক'লে, ছাৰে মানুহ লগ পালেই বৰ বেছি কথা পাতে। ডাক্তৰে কথা বেছিকৈ পাতিবলৈ বাৰণ কৰিছে। কথা বেছি পাতিলে weak হৈ যায় আৰু ৰাতিও টোপনি নাহে।

মীৰাৰ কথাখিনিয়ে মোক অলপ অসন্তুষ্ট কৰিলে। কিন্তু পিছ মুহূৰ্ততে বিবেচনা কৰি চালো যে নাৰ্চৰ কথা সঁচা। ইমান বুঢ়া এজন মানুহক বেছি আমনি দিয়াটো অন্যায়।

মই ক'লো, আপুনি এতিয়া গা-পা ধোৱক, মই বাৰু অন্য এটা সময়ত আহিম, আপুনি যদি আমনি নেপায়।

বুঢ়াৰ যেন অলপ খং উঠিল। অলপ টান মাতেৰে তেওঁ ক'লে, মই তোমাক সদায় কওঁ নহয় মীৰা, মই কাৰোবাৰ লগত কথা পাতি থাকিলে তুমি মাজতে বাধা নিদিবা—

ওঁঠৰ কোণত এটা হাঁহি বিৰিঙাই মীৰাই ক'লে, ৰেজা চাহেবৰ এতিয়া কাম আছে নহয়, অন্য সময়ত আহিম বুলিছে, তেতিয়া কথা পাতিব।

তাৰ পিছত মোৰ ফালে ঘূৰি ক'লে, নহ'লে পিছত ডাক্তৰৰ গালি খাব লাগিব।

হাঁহিটোৰে মীৰাই মোক এনেদৰে বিদায় দিবলগীয়া হোৱাৰ কাৰণে যেন ক্ষমা বিচাৰিলে।

ৰোগীৰ ওপৰত নাৰ্চৰ সিমানখিনি কৰ্তৃত্ব নেথাকিলে নচলে। মই মীৰাৰ কৰ্তব্যবোধ দেখি আনন্দ পালো।

মই ক'লো, ডক্টৰ অৰুণাভৰ বিষয়ে জানিবৰ মোৰ বৰ আগ্ৰহ আছে। মই নিশ্চয় আকৌ আহিম। আপোনাৰ পৰা তেখেতৰ বিষয়ে অলপ জানিবৰ ইচ্ছা হৈছে।

ৰায়বাহাদুৰ ইতিমধ্যে অলপ অন্যমনস্ক হৈ পৰিছিল। তেওঁ মোৰ কথাৰ উত্তৰ স্বৰূপে ক'লে, he is dead and gone তেওঁৰ কথা মই পাহৰিয়ে আছিলো। আজিহে হঠাৎ মনত পৰিছে। বহুত দিনৰ আগতে আমাৰ এৰা-এৰি হৈছিল। মই আৰু লগেই নেপালো। বাৰু তুমি আকৌ আহিবা। মীৰা, এওঁ আকৌ আহিব নহয়?

আশ্বাস দি মই বিদায় ল'লো।

পেহীক ৰায়বাহাদুৰৰ কথা ক'লো। তেওঁক যে প্ৰথমতে মোৰ ভাল লগা নাছিল, কিন্তু পিছত ভাল লাগিছে সেই কথাও ক'লো।

পেহীয়ে ক'লে, তেওঁৰ বয়সৰ মানুহ প্ৰায় নোহোৱাই হৈছে। তেওঁলোক আগৰ দিনীয়া মানুহ। বয়সত অলপ সৰু যেন দেখিলেই যাকে-তাকে 'তুমি' বোলে আৰু নিজৰ জীৱনৰ কাহিনী শুনাবলৈ বিচাৰে।

মই ক'লো যে, তেওঁৰ লগত কথা পাতিবলৈ আকৌ যাম বুলি কথা দি আহিছো। মানুহজন বেছ ইণ্টাৰেষ্টিং।

পেহীয়ে আপত্তি নকৰিলে, হয়তো তেওঁ বুজিছিল যে তেওঁৰ কাষত দিনৰ দিনটো মনে মনে বহি থাকি কটোৱাটোও বৰ আৰামৰ কথা নহয়।

পিছদিনা আহমদৰ এখন চিঠি পালো। চমু চিঠি। তাত লিখিছে যে দুই-এজন মানুহৰ পৰা ডক্টৰ অৰুণাভ সম্পৰ্কীয় কিছু খবৰ আহিছে। মই যেন কাম হৈ গ'লেই ইয়াৰ পৰা ঘূৰি যাওঁ।

আবেলি বা গধূলি গৈ ৰায়বাহাদুৰৰ লগত কথা পতাটো যে শোভনীয় নহ'ব, সেই কথা বুজিছিলো। গতিকে পিছদিনা পুৱা মই আকৌ ৰায়বাহাদুৰৰ ওচৰলৈ গ'লো।

আজি বতৰটো আগদিনাৰ নিচিনা উজ্জ্বল নাছিল। পিছৰাতিৰ পৰা আকাশখনত অলপ মেঘ জমা হৈছিল, বৰষুণ এতিয়াও অহা নাছিল যদিও, বৰষুণ হোবাৰ সম্ভাৱনা দেখা গৈছিল, জাৰো হৈছিল।

ৰায়বাহাদুৰ এখন বেতৰ চকীত ভৰি তুলি বহি আছে। তেওঁৰ গাৰ চাৰিওফালে উণী কাপোৰ জাপি দিয়া হৈছে।

মই চকীখন কাষ চপাই নি বহিলো। তেওঁৰ লগত কথা আৰম্ভ কৰিবলৈ নৌ পাওতেই মীৰাই ওলাই আহি ক'লে, মই আপোনাৰ ওচৰলৈ যাবলৈ ওলাইছিলো।

হাঁহি মই কলো, মই আহিলোৱেই। তেনেহলে ইয়াতে কওঁ আপুনি আকৌ বেয়া পাবনেকি?

কি কথানো?

ছাৰে আজি দুপৰীয়া আপোনাক ইয়াতে খাবৰ কাৰণে নিমন্ত্ৰণ কৰিবলৈ মোক কৈছিল, তাৰ কাৰণেই মই যাবলৈ ওলাইছিলো।

মীৰা আজি নাৰ্চৰ সাজত নাই, মেখেলা-চাদৰ পিন্ধি ঘৰুৱা বেশত আছে। ছোৱালীজনী ঘৰুৱা ঘৰুৱা লাগিল।

আজিও বুঢ়াৰ হাতত কালি লৈ থকা শকত কিতাপটোৱেই আছে, কিন্তু তেওঁ এনেই চকুৰ আগত লৈ আছে নে পঢ়িছে বুজা নেযায়।

মই যোৱাৰ গম পাই মোৰ ফালে নোচোৱাকৈয়ে বুঢাই কলে, কোনোবা আহিছে মীৰা।

হয়, মই আহিছো—ৰেজা। মই ক'লো।

তেওঁ মোলৈ চালে।

অ' তুমি আহিছা, আহা বহা, মই তোমাৰ কথাই ভাবি আছিলো। মীৰা, এওঁ আহিলেই।

মীৰাই একো নেমাতিলে।

আজি বতৰটো অলপ ডাৱৰীয়া। একো কবলৈ বিচাৰি নেপাই মই কলো।

কিন্তু মোৰ কথাৰ উত্তৰ নিদি তেওঁ কলে, মই এইয়া history of philosophy পঢিছো, ফিলচফাৰবোৰে বহুত কথা ভাবেহে— নহয়নে?

মই মূৰ দুপিযালো। ভাবুকসকলেই দাৰ্শনিক।

কোনোবা এজনে হেনো philosophy of history লিখিছিল— কোনেহে? কাৰ্ল মাৰ্ক্সে? মই পঢা নাই ইন্টাৰেষ্টিং হব কিজানি—নহযনে?

মই কলো, হয।

আগে মই ফিলচফী ভাল নেপাইছিলো, মই বিজ্ঞানৰ ছাত্ৰ আছিলো, কিন্তু এতিযা দেখিছো বস্তু প্ৰকৃততে একেটাই। Truth is like death- you are sure to arrive at it by whichever way your start your journey

সত্য আৰু মৃত্যু একে বস্তু হযনে নহয, মই কোনোদিন ভবা নাই। মনে মনে এনেযে মই আমোদো পালো, ৰায়বাহাদুৰ টি-প্লান্টাৰ যেতিযা ফিলচফাৰ হয, তেতিয়া সত্যই মৃত্যুৰ ৰূপতে দেখা দিযাটো অস্বাভাবিক কথা নহয়।

তেওঁ নিজৰ চিন্তাতে মগ্ন আছিল। মোৰ কোনো সমিধানলৈ অপেক্ষা নকৰি তেওঁ কলে, কিন্তু মই লক্ষ্য কৰিছো জানিছা— দেশভেদ মানুহৰ চিন্তা আৰু দৰ্শন বেলেগ বেলেগ। এই সাধাৰণ কথা এটা চোৱা—প্ৰাচ্যৰ মানুহ স্বাভাৱিকতে ধৰ্মপ্ৰাণ— মানুহৰ প্ৰতিটো কাৰ্যক পাপ-পুণ্য, উচিত-অনুচিতৰ জোখেৰে জুখি চায়। পাশ্চাত্যই ঠিক আমাৰ ধৰণে চিন্তা নকৰে। এই ধৰা, আকাশৰ তৰা এটা কক্ষচ্যুত হয়— আমাৰ মানত সি পাপী। আমি আকাশৰ তৰাটোৰো নাম দিলো পপীয়াতৰা। অথচ পশ্চিমত সি shooting star নহয জানো?

মোৰ আমোদৰ ভাব শ্ৰদ্ধালৈ পৰিৱৰ্তিত হোৱা যেন পালো। তেওঁৰ বিশ্লেষণটোৰ যদিও কোনো বিশেষত্ব নাই, তথাপি যে তেওঁ এইবোৰ কথা চিন্তা কৰিছে।

তাৰ পিছত তেওঁ অলপ ডাঙৰকৈয়ে হাঁহি দিলে। মোৰ অস্বাভাৱিক লাগিল। বিশেষকৈ আজিৰ নিচিনা এটা মেঘেঢকা দিনত।

এইবোৰ মোৰ কথা নহয়হে। I was never a philosopher nor a lover of philosophy এইবোৰ লোকৰ কথা, কিতাপৰ কথা। পাশ্চাত্যৰ কথাই নাই, মইতো প্ৰাচ্যৰ বিষয়েই একো নেজানো। বহুত কল্পনা আছিল—অৰুণাভৰ নিচিনাকৈ পৃথিৱীৰ দেশ-বিদেশ ঘূৰিম—দেখিম—শিকিম। কিন্তু সময়েই নহল। বাগিচা চলোৱাত লাগিলো, চাহ বাগিচাত প্ৰাচ্য-পাশ্চাত্য একো নাই, আছে চাহপাত, শ্ৰমিক আৰু টকা। I have no right to talk philosophy

সূত্ৰ পাই মই সুধিলো, আপোনাৰ বন্ধু অৰুণাভে খুব ঘূৰি ফুৰিছিল নেকি?

প্ৰায় গোটেই জীৱনটোৱেই। মাজে মাজে যেতিয়া মানুহটোৱে ক'ৰবাত অলপ থিত লয় তেতিয়া তেওঁৰ মনটো ঘূৰি ফুৰে—দেশে-বিদেশে।

আপুনি তেখেতক সৰুৰে পৰা জানিছিল নেকি? মই সুধিলো।

সৰুৰে পৰা নেজানিলেও যিদিনাৰ পৰা তেওঁক লগ পাইছিলো সেইদিনাৰ পৰা জানিছিলো, নেজানি উপায় নাছিল। কোনোবা কবিয়ে কৈছিল নহয় —to see her is to love her to love her is to love her for ever এটা ধুনীয়া, সুশ্ৰী, স্বাস্থ্যবান ডেকা, খেল-ধেমালিত আগৰণুৱা, পঢ়াশুনাত আগৰণুৱা—handsome youth charming personality বৰ চৌখিন, নিৰ্ভীক, সাহিত্য লিখে, সভাত বক্তৃতা দিয়ে, সলসলীয়া ইংৰাজী কয়, যেন ইংৰাজীটো নিজৰ ভাষাহে। আৰু সময়ে-অসময়ে ঘূৰি ফুৰে। যুক্তি-তৰ্কত সদায় জিকে—ইমান প্ৰখৰ আছিল অৰুণাভৰ বুদ্ধি, যে অন্যে বিস্ময় মানিছিল। কিন্তু সবাতোকৈ ডাঙৰ কথা যে অৰুণাভ এটা — কি কোৱা যায়— বিপ্লৱী— Revolutionary নহেলেও, এটা diehard nonconformist আছিল। কেৱল চিন্তা বা যুক্তি-তৰ্কতে নহয়—জীৱনৰ সকলো কাৰ্য-কলাপতে। এই কাৰণেই অৰুণাভ ডেকাশ্ৰেণীৰ অতি প্ৰিয়পাত্ৰ আছিল।

মই কলো, ডক্টৰ অৰুণাভৰ বিষয়ে মই বহুত দিনৰ পৰা শুনিছো, কিন্তু তেওঁৰ বিষয়ে ব্যক্তিগতভাৱে কব পৰা মানুহ আপোনাকেহে পাইছো।

মোৰ কথাষাৰ শুনি ৰায়বাহাদুৰ যেন অলপ সাৱধান হল। এইবাৰ তেওঁ সংযতভাৱে কলে, genius কাক বোলে মই ঠিক নেজানো, কিন্তু অৰুণাভৰ নিচিনা এজন মানুহক যদি জিনিয়াচ বোলা নেযায় জিনিয়াচ আৰু কাক কব পাৰি মই নেজানো। পিছে জিনিয়াচবোৰ অলপ abnormal হয় নেকি মই কব নোৱাৰো।

ডক্টৰ অৰুণাভ—ক্ষমা কৰিব, অলপ এবনৰমেল আছিল নেকি?

অলপ মানে? He was nothing if not abnormal আমি সকলোৱে তেওঁক পাগল হ'ব বুলিয়ে ভাবিছিলো। কোনোবা প'ষ্ট গ্ৰেজুৱেট ছাত্ৰই পূৰা ডেৰ বছৰ পঢ়া-শুনা এৰি হিমালয় পৰ্বতত অজ্ঞাতবাস কৰি তীৰ্থ ভ্ৰমণ কৰি ফুৰাটোক কি বুলিবা?

সেই কথা মই নেজানিছিলো— মই নিৰুপায়ৰ দৰে কলো।

আৰু তাৰ পৰা ঘূৰি আহি কি কৰিলেহি জানা? দুবছৰ ডেৰ বছৰ ডাটি-চুলি নকটা এজন ডেকা সন্ন্যাসীয়ে আহি ঘোষণা কৰিলে যে ভাৰতীয় যুৱকে কুৰি বছৰ পূৰ হলেই বিয়া কৰাব লাগে। অৰুণাভৰ মগজু বেয়া হৈ গৈছে বুলি আমি ভাবিছিলো, কিন্তু তাৰ ডেৰ মাহৰ পিছতে হোৱা ফাইনেল পৰীক্ষাত যেতিয়া অৰুণাভ physicsত প্ৰথম শ্ৰেণীৰ প্ৰথম হ'ল আমি অবাক হৈ গ'লো। কোনো কোনোৱে কলে যে অৰুণাভ ভণ্ড। ক'ৰবাত লুকাই থাকি পঢ়া প্ৰিপিয়াৰ কৰিছিল, ক'ত তীৰ্থ ভ্ৰমণ কৰিছিল। কিন্তু আমি তেওঁৰ অন্তৰঙ্গ বন্ধুবোৰে জানিছিলো যে অৰুণাভে পৃথিৱীৰ অন্য যি বেয়া কামকে নকৰক, কেতিয়াও ফাকি নিদিয়ে।

পাছ কৰাৰ পিছত তেখেতে পিছে কি কৰিলে? মই সুধিলো।

Just nothing তাৰ মানে বুজিছা? পলিটিক্স। অৰুণাভে পলিটিক্স কৰিলে। গাঁৱে গাঁৱে ঘূৰিলে, বক্তৃতা দিলে, গাঁও-নগৰৰ ডেকা-গাভৰুবোৰক বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে উদগালে, ৰাজনৈতিক প্ৰবন্ধ লিখিলে, আনকি এটা ডেকা ল'ৰাৰ দল গঠন কৰিলে। এই দলৰ প্ৰতিজ্ঞা হ'ল ভাৰতত বিদেশীশাসনৰ ওৰ পেলাব লাগিব আৰু যদি সহজে বৃটিছে নেযায় তেন্তে বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ যুদ্ধ কৰিবৰ আয়োজন কৰিব লাগিব। তাৰ পিছত মাতৰাৰ তেনেই সৰু কৰি কলে, perhaps Arunava was right— who knows

মীৰাই আহি কলে, আপোনালোকক এতিয়া চাহ দিমনে কফি দিম?

ৰায়বাহাদুৰে কলে, আমাক একোপিয়লা গৰম গাখীৰ দিয়া, কি কোৱা ৰেজা?

মই হাঁহিলো। মই তেওঁৰ আলহী।

মীৰাই বুঢ়াৰ গাৰ কাপোৰ-কানি অলপ ভালকৈ দিলে আৰু অতি নম্ৰভাৱে কলে, কথা ইমান চিঞৰি কব নেলাগে, এজন মানুহহে আছে, সৰুকৈ কলেও হ'ব।

মীৰা ছোৱালীজনীলৈ সঁচাকৈ মোৰ মৰম লাগিল। বৰ ভদ্ৰ আৰু কৰ্তব্যপৰায়ণ ছোৱালীজনী।

পৰাপক্ষত ৰায়বাহাদুৰক মনে মনে থকাৰ সুযোগ দিব পৰা হলেই ভাল আছিল। কিন্তু তেওঁৰ লগত কথা পতাত মোৰ স্বাৰ্থ আছিল, গতিকে বুজিও নুবুজাৰ দৰে কথা পাতি কথা উলিওৱাৰ ব্যৱস্থা কৰাটোৱেই মোৰ পথ আছিল।

গৰম গাখীৰখিনি খাই জাৰত মোৰো অলপ ভাল লাগিল, কিন্তু তেওঁ যেন নতুন শক্তি ঘূৰাই পালে।

শুনিলে হয়তো তুমি হাঁহিবা, মযো কিছু দিন পলিটিক্স কৰিছিলো, কিন্তু সঁচা কব লাগিলে মই বিদেশী ৰাজশক্তিক কিবা ৰকমে খেদাই পঠিযাব পাৰি বুলি বিশ্বাস কৰা নাছিলো। মানুহে কি ভাবিছিল নেজানো, কিন্তু মই অনুভৱ কৰিছিলো যে মোৰ কাৰণে পলিটিক্স কৰাটো এটা luxury, অৱশ্যে ইযাৰ অলপ দিনৰ পিছতে মই ৰাজনীতি একেবাৰে এৰি দিলো। তুমি কব পাৰা I rather went to the other side

ডক্টৰ অৰুণাভে কি কৰিলে? মই সুধিলো।

আমাৰ ব্যক্তিগত সম্পৰ্কত কোনো পৰিৱৰ্তন নাহিল। অৰুণাভে কলে, নিজস্ব মত পোষণ কৰাৰ অধিকাৰ তোমাৰ নিশ্চয আছে। I hate a blind follower even if he be my follower অৰুণাভে কৈছিল। ইযাৰ অলপ দিনৰ পিছতে তেওঁ বিলাতলৈ গ'লগৈ।

দুপৰীযা ভাত-পানী খাই উঠাৰ পিছতো আমি ডক্টৰ অৰুণাভৰ সম্পৰ্কেই নানা কথা পাতিলো। ৰাযবাহাদুৰৰ পৰা মই অৰুণাভ সম্পৰ্কে যি জানিব পাৰিলো তাক ভুল কথা এই ঃ

অৰুণাভৰ ডেকা কালটোৰ বিশেষত্ব আছিল এটা দুৰ্বাৰ উদণ্ড গতিশীলতা। নিজস্ব আত্মবিশ্বাস লৈ, নিৰ্ভীকভাৱে এজাক ধুমুহাৰ দৰে আত্মপ্ৰতিষ্ঠাৰ সকলো ক্ষেত্ৰতে নিজৰ শক্তিমত্তা আৰু প্ৰতিভাৰ পৰিচয দিবৰ কাৰণে উদগ্ৰ এজন ডেকা। অতি দৃঢ় চৰিত্ৰ, অতি দৃঢ় মনোবল, স্থিৰ আদৰ্শনিষ্ঠাৰ মাজেদি তেওঁৰ ব্যক্তিত্বই সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। আপোনা-আপুনিযে তেওঁৰ ওপৰত আহি নেতৃত্বৰ সমান পৰিছিলহি।

অৰুণাভে খুব কিতাপ পঢ়িছিল। বিজ্ঞান, দৰ্শন সকলো বিষয়ৰ কিতাপ। আৰু মাজে মাজে কিতাপৰ কথাবোৰ আলোচনা কৰিছিল, আৰু কেতিযাবা প্ৰবন্ধ লিখিছিল। তেওঁৰ লিখাত আৰু কথাত সদায় নিজস্ব অভিমত দাঙি ধৰিছিল।

সমাজৰ মাজত ৰাজনীতি কৰি ঘূৰি ফুৰাৰ মাজতে তেওঁৰ প্ৰতিভাৰ প্ৰতি গভীৰ শ্ৰদ্ধাবান এজনী ছোৱালীৰ প্ৰতি তেওঁ বেচ আসক্ত হৈ পৰিছিল, আৰু ছোৱালীজনীও তেওঁৰ প্ৰতি অনুৰক্ত হৈছিল। কিছুদিন ছোৱালীজনী সভাই-সমিতিয়ে তেওঁৰ লগে লগে ঘূৰিছিলো।

কিন্তু বিলাতলৈ যাবলৈ ওলোৱাৰ ছমাহৰ আগতে অৰুণাভে উত্তৰা দেৱী নামৰ অন্য ছোৱালী এজনী বিয়া কৰালে।

উত্তৰাৰ নিচিনা ৰূপৱতী সুন্দৰী গাভৰু অতি কমেই আছিল। অনবদ্য স্বাস্থ্য, অনিন্দ্য দৈহিক ৰূপ, আৰু উচ্চ শিক্ষা থকা এই উত্তৰাৰ কাৰণে অৰুণাভৰ বাহিৰে অন্য এজন উপযুক্ত স্বামী পোৱাটো সহজসাধ্য নাছিল। চিৰাচৰিত প্ৰথা মতে অৰুণাভৰ কাৰণে ছোৱালী ঠিক কৰিছিল তেওঁৰ পিতৃ-মাতৃয়েই। অকণো আপত্তি নকৰাকৈ উত্তৰাক বিযা কৰাবৰ কাৰণে অৰুণাভ মান্তি হৈছিল।

আগৰ ছোৱালীজনীক অৰুণাভে সান্ত্বনা দিয়াৰ পৰিবৰ্তে কৈছিল, তুমিও নিশ্চয় উপযুক্ত পাত্ৰ পাবা সেই বিষয়ে মোৰ কোনো সন্দেহ নাই, আৰু সঁচা কৈছো উত্তৰাক মোৰ কাৰণে ঠিক কৰাৰ পিছত মই দেখিছো উত্তৰা বৰ ধুনীয়া আৰু ভাল ছোৱালী, উত্তৰাক নেপালে মই সুখী হব নোৱাৰিম। হযতো ছোৱালীজনীয়ে অৰুণাভক এজন অকৃতজ্ঞ আৰু চঞ্চল ডেকা বুলি ভাবি লৈছিল আৰু সেই দেখি ক্ষুণ্নভাৱে কৈছিল, উত্তৰা মোতকৈ সকলো ৰকমে বেছি ধুনীযা, সেই কথা মযো মানো, তাতে উত্তৰা জমিদাৰৰ ছোৱালী। এনে ধনী মানুহৰ ছোৱালী বিযা কৰালে আপোনাৰ জীৱনটো খুচী-খোযলমতে কটাই দিযাত কোনো অসুবিধা নহব।

উত্তৰা আছিল ৰাযবাহাদুৰৰে ওচৰ সম্পৰ্কীযা ভতিজা জীযেক। উত্তৰাৰ দেউতাক আছিল এখন জমিদাৰীৰ জমিদাৰ। উত্তৰাই কলিকতাত পঢিছিল।

বিযাৰ ছমাহৰ পিছতে উচ্চ শিখাৰ কাৰণে অৰুণাভ ইউৰোপলৈ গ'লগৈ অলপ দিনৰ ভিতৰতে থিচিচ দাখিল কৰি ডক্টৰেট ললে তাৰ পিছত বহুত ঘূৰি পকি দেশলৈ ঘূৰি আহিল।

ৰাযবাহাদুৰ দুৰ্লভ তালুকদাৰ তেতিযা অন্য সকলো বাদ দি চাহবাগিচা চলোৱাত মন পুতি লাগিছে।

উত্তৰাৰ লগত অৰুণাভৰ বিযাৰ কাৰণে মযো বহুখিনি দাযী। ৰাযবাহাদুৰে কলে, উত্তৰাৰ লগত মযে তেওঁৰ চিনাকি কৰি দিছিলো আৰু বিযা কৰাবৰ কাৰণে টানি অনুৰোধ কৰিছিলো। মই জনাত ইউৰোপৰ পৰা ঘূৰি অহাৰ পিছত তেওঁ যেতিযা কলেজৰ প্ৰফেচাৰী কৰিছিল তেতিযা তেওঁলোকৰ ঘৰুৱা জীৱন বৰ সুখৰে আছিল।

অলপ সংকোচেৰে মই সুধিলো, পিছত কিবা অমিল অশান্তি হৈছিলনেকি?

করুণভাবে হাঁহি, কপালৰ আগৰ চুলিখিনিৰ ওপৰত এনেই হাত ফুৰাই ৰায়বাহাদুৰে কলে, অমিল-অশান্তি একো হোৱা নাছিল, হৈছিল এৰা এৰি, বিচ্ছেদ। মই তেতিযা অৰুণাভহঁতৰ পৰা বহুত আঁতৰত নিজ কাৰ্যক্ষেত্ৰত থাকো। নিজৰ কাজ-কাৰবাৰ লৈযেই ব্যস্ত। মাত্ৰ অন্যৰ পৰা জানিব পাৰিছিলো যে তেওঁলোকৰ এৰাএৰি হৈছে। কোনে কাক এৰি দিলে বুজিব নোৱাৰিলো, কিন্তু উত্তৰা—মোৰ ভতিজাজনী

তেওঁৰ ঘৰৰ পৰা আঁতৰি আহিল বুলি জানিব পাৰিলো। I was sorry for the couple They were so happy at first

অৰুণাভৰ জীৱনৰ এই কাহিনী জানিব পাৰি ময়ো কিছু ক্ষুণ্ণ হলো। অলপ মনে মনে থাকি মই সুধিলো, তেওঁলোকৰ কিয় এৰাএৰি হল আপুনি একো কব নোৱাৰিলেনে?

তেওঁ কলে, স্বামী-স্ত্রীৰ কিয় এৰাএৰি হয মই আজিও বুজি নেপালো। মযো বিয়া কৰাইছিলো, আমিও ভালেমান দিন ঘৰ-সংসাৰ কৰি আছিলো। কিন্তু মোৰ পৰিবাৰৰ মৃত্যু নোহোৱা পৰ্যন্ত আমাৰ কোনোদিন এৰাএৰি নহল। But she left me long ago

ৰায়বাহাদুৰে কলে যে উত্তৰাৰ এজনী ছোৱালী হৈছিল, সৰুতেই ছোৱালীজনীক মিশ্যনাৰী কনভেন্টত পঢ়িবলৈ দিছিল, ছোৱালীজনীয়ে কোনোবা এজন পাঞ্জাবী নে চিন্ধী ডেকাক বিয়া কৰালে, তাই বাপেক-মাক কাকো নিবিচাৰিলে, এতিয়াও পশ্চিম ভাৰতত ক'ৰবাত আছে।

এৰাএৰি হোৱাৰ পিছত তেখেতে কি কৰিছিল কিবা জানেনে বাৰু? মই সুধিলো।

ইউৰোপৰ পৰা আহি পোৱাৰ লগে লগে তেওঁ এজন বিখ্যাত মানুহ হৈ পৰিছিল। মই জনাত এৰাএৰি হোৱাৰ পিছত তেওঁ খুব লিখিবলৈ লৈছিল। দেশৰ আৰু বিদেশৰ কাগজলৈ তেওঁৰ লিখা পঠিয়াইছিল আৰু কিহৰ বিষয়ে লিখিছিল জানা—মই শুনিছো যে সৰহভাগ লিখিছিল পদাৰ্থবিজ্ঞান সম্পৰ্কীয় কিবা গৱেষণাৰ কথা।

তেওঁলোকৰ বিবাহ বিচ্ছেদ, অৰ্থাৎ divorce হৈছিল নেকি?

তেতিয়াৰ দিনত হিন্দু সমাজত divorce প্ৰথা আইনসংগত নাছিল। It was, I think, separation That was perhaps worse than divorce, নহয়নে?

মোৰ আৰু সুধিবলগীয়া থাকিলেও ইমানবোৰ কথা কৈ তেওঁ ভাগৰি পৰিছিল, আৰু কষ্ট দিয়া নিশ্চয় অন্যায় হব, মই সিমান স্বাৰ্থপৰ হব নোৱাৰো।

তাতে মাজে মাজে আহি মীৰা আমাৰ কাষত থিয় দি থাকেহি। যেন বুঢ়াক কথা কৈ থকাৰ পৰা নিবৃত্ত কৰিব নোৱাৰি অসহায় অনুভৱ কৰিছে।

মই যাবলৈ উঠিলো।

বুঢ়াই কলে, ৰেজা, do you think I shall see another writer? I don't think I shall, এই শেষ সময়ত তোমাক লগ পাই ভাল পালো।

অৰুণাভৰ কথাবোৰ কাৰোবাক কৈ যাবলৈ মোৰ বৰ হেঁপাহ আছিল। He was a noble gentleman, I assure you মই টকা ঘটিলো, অৰুণাভে টকা খৰচ কৰিলে। মই নিজক সামৰি-সুতৰি ললো, তেওঁ নিজক বিলাই দিলে। তেওঁক তেওঁৰ জীৱনকালত প্ৰায় সকলোৱেই ভুল বুজিলে আৰু তেওঁ সকলোকে হাঁহি হাঁহি ক্ষমা কৰি গ'ল। মোৰ বয়স আশী বছৰ পাৰ হল কিন্তু মই কি কৰিলো—ৰায়বাহাদুৰ হলে পৃথিৱীখনৰ কি লাভ হল—, nothing! অৰুণাভে জ্ঞান আহৰণ কৰিলে, বিতৰণ কৰিলে। He belongs to the world now, although he sought nothing and got nothing from the world, I think

মই আৰু কথা নক'লো। মই ৰায়বাহাদুৰক আন্তৰিক ধন্যবাদ জনালো আৰু মীৰাকো ধন্যবাদ জনালো। মীৰাই নম্ৰভাৱে কলে, তেখেতৰ সকলো কথা ঠিক হয়নে নহয় কব নোৱাৰো কেতিযাবা তেখেতৰ কোনোবা বন্ধুৰ কথাকে নিজৰ বুলি কৈ থাকে আৰু কেতিয়াবা নিজৰ কথাকে অন্য কাৰোবাৰ কথা বুলি কৈ যায়।

মই মীৰাৰ আগত স্বীকাৰ কৰিলো যে ৰায়বাহাদুৰক লগ পাই মই সঁচাই উপকৃত হৈছো। মীৰাই যেন তেওঁৰ যত্নৰ ত্ৰুটি নকৰে।

মীৰাই শান্তভাৱে হাঁহি বিদায দিলে। এটা জাৰকালিৰ অবিচিত্ৰ দিন বিচিত্ৰ ৰূপত পাই মোৰ ভাল লাগিল।

এদিন যথেষ্ট কষ্ট কৰি আহমদ আৰু মই বন্ধ হৈ থকা আলমাৰিটো খুলিলো। কষ্ট কৰি ৰখা চাবিটো ক'তো পোৱা নগ'ল, আহমদৰ হাতত থকা কোনোটো চাবিয়েই নেখায়।

যা হওক, এটা চাবিবালাৰ পৰা এথোকা চাবি আনি যেনে তেনে আলমাৰিটো খুলিলো।

আহমদে কলে যে তেওঁ যেতিয়াৰ পৰা দেখিছে এই আলমাৰিটো বন্ধই দেখিছে, ইয়াৰ ভিতৰত কি আছে তাৰ বিষয়ে তেওঁৰ কোনো ধাৰণা নাই। আমাৰ দুয়োৰে আশা আছিল যে ইয়াৰ ভিতৰত আমাৰ প্ৰয়োজনীয় বহুত সামগ্ৰী পোৱা যাব।

কিন্তু আলমাৰিটো খুলি আমি দুয়ো হতাশ হলো। খালী। মাত্ৰ কেইটামান কিতাপ আৰু দুটামান পুৰণি বহী পৰি আছে। বোধকৰো ইয়াৰ পৰা যাবৰ সময়ত ডক্টৰ অৰুণাভে ইয়াৰ বস্তুবোৰ লৈ গ'ল।

আহমদ কিছু হতাশ হৈ পৰিল।

মই ইয়াত বস্তুত কিবাকিবি আছে বুলি আশা কৰিছিলো। তেওঁ কলে।

মোৰ মন্তব্যৰ প্ৰয়োজন নাছিল।

তেওঁ কলে মই অলপ আহোঁ, কাম আছে। মন যায় যদি এই কাগজ পত্ৰবোৰ তুমি চাবা।

চাবিটো মোৰ হাতত দি তেওঁ ওলাই গ'ল।

আলমাৰিৰ ভিতৰত থকা কিতাপ পত্ৰখিনি মই উলিয়াই আনিলো। কিতাপৰ নামবোৰ ওপৰে ওপৰে চাই গ'লো। কোনো বিশেষত্ব নেদেখিলো। কিতাপকেটা থৈ খাতা-বহীকেটা লৈ মই বাৰাণ্ডালৈ ওলাই আহিলো। কিয় নেজানো কোঠাটোৰ ভিতৰত বৰ উকমুকনি লগাৰ নিচিনা লাগিছিল।

বাৰাণ্ডাত বহি লৈ মই এটা সৰু বহী মেলি ললো। তাৰ পাত লুটিয়াই দেখিলো দেশ-বিদেশৰ কিছুমান ঠিকনাৰ বাহিৰে অন্য একো নাই। সেই চাবিটো থৈ এটা দীঘলীয়া বহী মেলি ললো। হঠাৎ মোৰ বুকুখন কঁপি উঠিল। এইয়া যে ডক্টৰ অৰুণাভৰ বহী এইয়া যে তেওঁৰ কিবা লিখা। ডায়েৰী অৱশ্যে নহয়—কিবা টোকা—তেওঁৰ নিজ হাতে লিখা।

আখৰবোৰ সিমান ধুনীয়া নহয় আৰু খৰৰৈকে লিখা। কথাবোৰ কিছু অসংলগ্ন। একোখন পাতত কেইশাৰীমান লিখাহে আছে। ক'ৰবাত একোটা উদ্ধৃতি। ক'ৰবাত কিবা ইংৰাজী লিখা—ক'ৰবাত ফ্ৰেঞ্চ বা জাৰ্মান।

চন লিখা নাই, যদিও তাৰিখ আছে কোনো কোনো লিখাৰ লগত। মই বাকী খাতা-বহীকেটা একাষৰীয়াকৈ থৈ মেলি লোৱা বহীটোৰ পাতত চকু ফুৰাই গ'লো।

'সন্দেহ। সন্দেহৰ কোনো কথা নাই। সঁচা কথা। সঁচা কথাক সন্দেহৰ অপবাদেৰে লঘু কৰি কোনো লাভ নাই। গোপনীয় একো নাই। মূৰ্খৰ বাহিৰে আনে কেতিয়াও সত্যক গোপন কৰিবৰ অপচেষ্টা নকৰে। মনৰ সহজ অনুভূতিক স্বীকৃতি নিদিয়াটো কাপুৰুষালি। মই কোনো-কাহানিও কাপুৰুষালি কৰা নাই। ভয়ত কাপুৰুষালিৰ জন্ম। কিন্তু ভয়ে মানৱতাক সংকুচিত কৰে। ভয়ৰ অন্য নাম মৃত্যু। মোৰ এই নতুন অনুভূতি সত্যৰ দৰে গভীৰ, চকুপানীৰ দৰে পৱিত্ৰ। এই অনুভূতিক বাহিৰ জগতৰ সকলোৰে পৰা লুকাই ৰাখিব পাৰিলেও নিজৰ পৰা লুকুৱাব নোৱাৰে। এই বাবে মোৰ কাৰো ওচৰত ক্ষমা বিচাৰিবলগীয়া নাই।

অৰুণাভ

১১/২

অন্য এটা পৃষ্ঠা ঃ

'মীনাৰ প্ৰস্তাৱটো অবান্তৰ। মই মানি লব নোৱাৰো। মীনা মোৰ ঘৰতেই থাকিব, মোৰ কাষতেই থাকিব। তাৰ বাবে সমাজে আমাক বেযা পাবৰ কি আছে? যিজনী মীনাই এখন প্ৰতিকূল সমাজৰ চেলেঞ্জ মানি লৈ নিজৰ আশা-অনুভূতিক শ্ৰদ্ধা জনালে, সেই মীনা সেইখন সমাজৰ ওচৰত দুৰ্বল হৈ দিযাটো অৰ্দকাৰী কথা। এইখন পৃথিৱীত যদি উত্তৰাৰ কাৰণে ঠাই আছে, মোৰ কাৰণে ঠাই আছে, তেন্তে মীনাৰ কাৰণেও ঠাই আছে। সেই ঠাইৰ পৰা কোনোৱে বঞ্চিত কৰিব নোৱাৰে।'

কথাখিনিৰ মৰ্ম ভালকৈ বুজিব নোৱাৰিলো। মীনা কোন আৰু মীনা সম্পৰ্কে উক্তি কিয কৰা হৈছে বুজা মোৰ কাৰণে কঠিন আছিল।

অন্য এখন পাতত পঢ়িলো ঃ

'একেখনেই আমাৰ পৃথিৱী, ইযাতে আমি থাকিব লাগিব— থাকিম। আমি যাক ভাল পাওঁ আৰু আমি যাক ভাল নেপাওঁ এই সকলোৰে লগত আমি থাকিব লাগিব। মই যাক ভাল পালো তাক যে অন্যেও ভাল পাব তেনে আশা কৰা যিমান ভুল তুমি যাক ঘৃণা কৰা মযো তাক ঘৃণা কৰিব লাগিব বুলি ভবাটোও সিমানেই ভুল। তোমাৰ ঘৃণা থাকক, মোৰ প্ৰেমো থাকক, তুমি যদি আত্ম-উপলব্ধিৰ কাৰণে ঘৃণাৰ বাহিৰে অন্য একো অৱলম্বন নোপোৱা ঘৃণাকে লৈ তুমি থাকা। ঘৃণাৰ দাপোণতে তোমাৰ মনৰ ছবি প্ৰতিফলিত হওক আৰু আজি মোৰ আত্ম-উপলব্ধিৰ অৱলম্বন প্ৰেম, যি প্ৰেম ঘৃণাৰ সমানেই তীব্ৰ বিৰহৰ সমানেই মৰ্মঘাতী, যি প্ৰেমৰ মহত্বই তোমাৰ ঘৃণাকো ঘৃণা নকৰিবৰ উদাৰতা দিছে।

মীনাই একো নেজানে। নেজানে জানো? নেজানে যদি মীনাৰ এই অহেতুক ভয কিয? অৱশ্যে মীনাই নেজানে— নেজানে নে নুবুজে—যে কেৱল মৰম কৰিবলৈকে নহয়, মীনাক ভাল পাবলৈকো অৰুণাভে ভয নকৰে। কিন্তু এইটো ব্যক্তিগত কথা, এই কথা যদি মীনাই নেজানে বা নুবুজে তাৰ বাবে আক্ষেপ নাই। মাত্ৰ উত্তৰাই বুজিব পাৰিলেই হয। পত্নীৰ পৰা স্বামীযে কোনো কথাকে লুকুৱাব নেলাগে। উত্তৰাৰ স্বামী অৰুণাভে যদি মীনা নামৰ অপৰিচিতা, অজ্ঞাত কুলশীলা এজনী ছোৱালীক ভাল পাই পেলাইছে, সেই কথা এক মুহূৰ্তৰ কাৰণেও উত্তৰাৰ পৰা লুকুৱাই থোৱাটো অন্যায। সেই কাৰণেই সকলো কথা মই উত্তৰাক বুজাই কৈ দিম, মই উত্তৰাক বিশ্বাসঘাতকতা কৰিব নোৱাৰো। দাম্পত্য জীৱনৰ মূল ভিত্তি বিশ্বাস।'

কথাখিনি মই আকৌ এবাৰ পঢ়িলো। এইবোৰ কিবা প্ৰবন্ধ নে নিজৰ জীৱনৰ কথা? এই উত্তৰা অৰুণাভৰ পত্নী উত্তৰা নে কোনো কাল্পনিক নাম? আৰু এই অজ্ঞাত কুলশীলা মীনা কোন? সঁচাসঁচি তেজ-মঙহৰ কোনো ছোৱালী নেকি?

কিন্তু ডক্টৰ অৰুণাভৰ জীৱনত এনে সংঘাত অহাটো সম্ভৱ জানো? মই একো বুজিব নোৱাৰিলো। মানুহৰ জীৱনত কত অভাৱনীয় সংঘাত আহে। কিন্তু এইটো কেনে ধৰণৰ যুক্তি? কোনো মীনাৰ প্ৰতি যদি অৰুণাভৰ দুৰ্বলতা জন্মে সেই কথা তেওঁৰ পত্নীৰ আগত প্ৰকাশ কৰাটো উদ্ভট চিন্তা। সঁচাই ডক্টৰ অৰুণাভৰ এবনৰমেল আছিল নেকি?

আন এপিঠিত আছিল ঃ

ডেৰ মাহৰ মূৰত কালি বিদেশৰ পৰা ঘূৰি আহিলো। এইবাৰৰ নিচিনা মই ঠিক ইয়াৰ আগতে কোনো দিন অনুভৱ কৰা নাছিলো। কেতিয়াবা দেশৰ পৰা দেহাটো আঁতৰি গ'লেও মনটো আঁতৰি নেযায়, বুজিব পাৰিলো এইবাৰ।

আচৰিত দেখিলো, উত্তৰা আৰু মীনা বৰ মিলেৰে আছে। মোৰ সন্দেহ হৈছিল কিজানিবা মই নথকা অৱস্থাত উত্তৰাই মীনাক কোনো ৰকমৰ অপমান কৰে। কিন্তু উত্তৰা অন্য ৰকমৰ ছোৱালী, নাৰুসুলভ ঈৰ্ষা যিমানেই নেথাকক, উত্তৰাৰ মাৰ্জিত ৰুচিবোধ আৰু শালীনতা আছে। মীনাৰ মনত মোৰ অনুপস্থিতিৰ কোনো বেদনাৰ অনুভূতিয়ে ঠাই পাব নোৱৰাকৈ ডেৰটা মাহ ইমান মধুৰ সম্পৰ্ক ৰক্ষা কৰি কৰা উত্তৰাৰ ব্যৱহাৰৰ কাৰণে মই উত্তৰাৰ ওচৰত কৃতজ্ঞতা অনুভৱ কৰিলো। মীনাযো এই কৃতজ্ঞতা অলপতে মোৰ আগত প্ৰকাশ কৰিলে।

কিন্তু উত্তৰা আজি আনমনা হৈ পৰিছে। খং নাই, বিৰক্তি নাই, এটা বেদনাময় উদাসীনতা—উত্তৰাৰ এই উদাসীনতা বৰ অসহনীয়।

মীনাও উদাসীন, মীনাও শান্ত, কিন্তু মীনা নিৰ্বিকাৰ নহয়। মীনাৰ উদাসীনতা আকাশৰ সমান গভীৰ। এই উদাসীনতাত শ্ৰদ্ধা মিহলি হৈ থকা মই অনুভৱ কৰিছো। মোক কিজানি বহুতেই শ্ৰদ্ধা কৰে। সেই শ্ৰদ্ধাকে মই মীনাৰ পৰাও নিবিচাৰো। মীনাৰ পৰা শ্ৰদ্ধাৰ বাহিৰে অন্য একো পাবৰ যোগ্যতা জানো মোৰ নাই? মই মীনাৰ মৰম বিচাৰো, ভালপোৱা বিচাৰো, মীনাক মই সকলো মৰম দি আবৰি ৰাখিবলৈ বিচাৰো আৰু তেতিয়াই মীনা হৈ পৰে উদাসীন।

উত্তৰা আছে। হয়তো মীনাই ভাবে মোক ভাল পোৱাৰ পথত উত্তৰা অন্তৰায়। কিন্তু দেখাদেখিকৈ উত্তৰাই আমাক কাকো বাধা দিয়া নাই, বাধা দিব খোজা নাই আৰু কোনো বাধা থাকিলেও সেই বাধাতকৈ আমাৰ ভালপোৱা অধিক শক্তিশালী হ'ব লাগিব। উত্তৰাৰ কোনো অধিকাৰক অপমান নকৰাকৈ জানো আমি আমাৰ

অনুভূতিক সন্মান কৰিব নোৱাৰো? উত্তৰাৰ ভিতৰত সেই শক্তি নাই জানো যি শক্তিয়ে ব্ৰহ্মপুত্ৰৰ মাজৰ উমানন্দৰ দৰে লুইতৰ বলিয়া সোঁতলৈ ভ্ৰূক্ষেপ নকৰি অটল-অচল হৈ থিয় দি থাকিব পাৰিব?

মোৰ উপায় নাই। মোৰ প্ৰাণৰ সোঁতত গতিৰ জোৱাৰ নামিছে। প্ৰাণৰ এই জোৱাৰ অনিৰুদ্ধ—অন্যে কিয় মই নিজেও ইয়াক বাধা দিব নোৱাৰো, এই জোৱাৰে উত্তৰাক উটাই নিব নেকি?

উপায় নাই, মই অসহায়, অৰুণাভ অসহায়। অভাৱনীয়ভাৱে মীনা মোৰ জীৱনৰ মাজলৈ আহিল, অভাৱনীয়ভাৱে মীনাই মোৰ অন্তৰ-দেৱতাক জাগ্ৰত কৰি তুলিলে। উত্তৰাৰ সংস্পৰ্শলৈ আহি মোৰ ভিতৰত সাৰ পাই উঠিছিল পৌৰুষ, সাৰ পাই উঠিছিল কৰ্তব্য-চেতনা, দায়িত্ব-জ্ঞান, অহংকাৰ। কিন্তু মীনাই আহি কৰিলে কি? মোৰ জীৱনৰ মাজলৈ আহি মীনাই জাগ্ৰত কৰি তুলিলে মোৰ অন্তৰৰ দেৱত্ব। মীনাই দিছে দায়িত্বহীন হোৱাৰ, অহংচেতনা হেৰুওৱাৰ আনন্দ। উত্তৰাৰ ভিতৰত সেই পৰশমণি ক'ত?

মই হেৰাই যাব ধৰিছো মীনা। মই উটি যাব ধৰিছো। মোক বাধা দিবৰ চেষ্টা নকৰিবা। হেৰাই যোৱাৰ এই আনন্দ মোৰ।'

এইয়া ডক্টৰ অৰুণাভৰ নিজৰ জীৱনৰ কথা নেকি সঁচাকৈয়ে? মোৰ বিশ্বাস কৰিবলৈ বৰ টান লাগিল। হযতো এইটো মানুহৰ জীৱনলৈ কোনোবা সময়ত আহিব পৰা মানসিক সংঘাতৰ আলোচনা। উত্তৰা আৰু মীনা উপলক্ষ্য মাত্ৰ।

আৰু পাত লুটিয়ালো ঃ

'উত্তৰা কালি ঘৰলৈ গৈছে—ঘৰত কাৰোবাৰ টান অসুখ। ঘৰত আছোঁ মই আৰু মীনা। মোৰ মীনা।

হয়তো উত্তৰা নথকাৰ কাৰণেই মীনা আজি মনৰ আনন্দত আছে। শান্ত মীনাজনীৰ মুখত এটা ৰহস্যময় নতুন হাঁহি বিৰিঙি উঠিছে। কিন্তু মীনা আগৰ দৰেই শান্ত, মীনাৰ এই আনন্দ—মোৰ ধাৰণা পৱিত্ৰ আনন্দ। বহুত কষ্ট কৰি তীৰ্থযাত্ৰীয়ে সন্মুখত তীৰ্থক্ষেত্ৰ দেখা পালে মনত যেনে আনন্দ অনুভৱ কৰে, ঠিক তেনেকুৱা আনন্দ। এই আনন্দৰ কোনো কাৰণ থাকিব পাৰে, কিন্তু কোনো উদ্দেশ্য নাই। এপাহ শেৱালি ফুলিছে, এফালি জোন ওলাইছে, এটা শিশুৱে কিৰিলিয়াইছে, এটা এমহীয়া ছাগলী পোৱালিয়ে জঁপিয়াইছে, ইয়াত আনন্দ আছে—উদ্দেশ্য নাই।

দিনটো মীনা মোৰ কাষে কাষে থাকিল। সদায় থাকে। মোৰ বহুত কথা সুধিবৰ মন গৈছিল। কিন্তু একোকে নুসুধিলো। সুধি কি লাভ? মোৰ ভাবে-ভাবাৰ মাজত মুক্তি বিচৰাৰ প্ৰতীক্ষা নেৰাখে।

কিন্তু মীনায়ো একো কথা নকয় কিয়? মীনাৰ জানো মোক কোনো কথাই কবলগীয়া নাই? কত কথা কব্ পাৰে মীনাই, হয়তো সেইবোৰ কথা কেৱল মীনাৰ মনৰ কথাই নহয়— এজনী নাৰীৰ চিৰ-জীৱনৰ গোপন কথা। মোৰ কাষত বহি মোৰ মুখলৈ চাই চাই সৰু সৰু মাতেৰে সেই গভীৰ সৰু কথাবোৰ মীনাই যদি ধীৰে ধীৰে কৈ যায়, তাৰ মাজত জানো মই সৃষ্টিৰ অকথিত ইতিহাসৰ সন্ধেদ নেপাম?

কিন্তু মীনা নিষ্ঠুৰ। মীনাই মোক একোকে নকয়! নিজৰ মাজতে মীনাই নিজক লুকাই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰে, সেই কথা মই বুজো। অথচ মই নিশ্চয় জানো যে এই আত্মগোপনৰ কোনো হেতু নাই, মোৰ ঘৰত, মোৰ কাষত মীনা সম্পূৰ্ণ মুক্ত। আৰু মই জানো, মীনাৰ নিচিনা এজনী ছোৱালীয়ে কেতিয়াবা ভুল কৰিলেও, কেতিয়াও পাপ নকৰে। মীনাৰ নিচিনা ছোৱালী পৃথিবীলৈ আহে পৃথিৱীখনক ধুনীয়া কৰিবৰ কাৰণে, ওঁঠৰ হাঁহি আৰু প্ৰাণৰ পৱিত্ৰতাৰে পৃথিৱীক চহকী কৰিবৰ কাৰণে। মীনা, তুমি নেজানা, মৰ্মে মৰ্মে আজি মই অনুভৱ কৰিছো মোৰ জীৱনৰ মাজলৈ তুমি নহা হলে হেজাৰজনী উত্তৰাযো মোৰ প্ৰাণক এই পূৰ্ণতা দিব নোৱাৰিলেহেঁতেন। তুমি মোৰ জীৱনক পূৰ্ণ কৰি তুলিলা, তুমি মোক ধন্য কৰিলা। তোমাৰ সান্নিধ্যেৰে, তোমাৰ প্ৰাণৰ গোপন ঐশ্বৰ্যেৰে, তোমাৰ নাৰীত্বৰ অপাৰ্থিৱ যাদুস্পৰ্শেৰে তুমি মোক সেই সত্যৰ পথত আগবঢাই দিলা, যি সত্য আছে দূৰৰ এটা নক্ষত্ৰৰ ফালে অপলক চাই থাকি আত্মহাৰা হোৱাৰ উপলব্ধিত। আকাশৰ বুকৰ এটা দূৰণীয়া সৰু তৰাৰ দৰেই তুমি শান্ত, উজ্জ্বল, নিৰ্বাক, মৌন। এই তৰাটোৰ ফালে চাই থাকি মই এই পৃথিৱীখনক পাহৰি যাব পাৰো। উত্তৰাক পাহৰি যাব পাৰো, নিজক হেৰুৱাই পেলাব পাৰো।

তথাপি মীনা, তুমি ইমান মৌন কিয়? ইমান নীৰৱ কিয়? ইমান শান্ত কিয়? উচ্ছল প্ৰৱাহিনী হবৰ সুযোগ পোৱা তোমাৰ প্ৰাণৰ ফল্গুক তুমি অকাৰণ মৌনতাৰ শিলৰ ভেটা দি নিষ্কম্প সৰোবৰ কৰি ৰাখিছা কিয়?

জীৱনৰ হেজাৰ মূক প্ৰাৰ্থনা যে এই শিলৰ প্ৰাচীৰত খুন্দা খাই চূৰ্ণ হৈ গৈছে।

তথাপি তুমি থাকা। মোৰ কাষত থাকা, মোৰ জীৱনৰ কাষত থাকা। সুখৰ কথা—তোমাৰ কোনো পৰিচয় নাই। সেয়ে মোৰ নিজস্ব পৰিচযেৰে মই তোমাক চিনি পাইছো। তোমাৰ এই নতুন পৰিচযৰ নাম আমি নিদিওঁ, তোমাৰ পৰিচযতকৈ তুমি বহুত ডাঙৰ। পৰিচয়হীন পৰিচয় লৈয়েই তুমি মোৰ জীৱনৰ কাষত থাকা।'

কথাখিনি পঢি এহাতে মই বিস্মিত হলো, আনহাতে আমোদো পালো। এজন পঞ্চাশ বছৰীয়া বিখ্যাত পণ্ডিতে—ডক্টৰ অৰুণাভে এনে ধৰণৰ ভাৱপ্ৰৱণতাপূৰ্ণ কলেজীয়া ছাত্ৰই লিখাৰ নিচিনা উচ্ছ্বাসভৰা কথা লিখা দেখি আমোদ নেপাই কি

কৰিম? এই পৰিচয়হীনা মীনাৰ সন্মুখত যেন তেওঁৰ বিবাহিতা পত্নী উত্তৰা একেবাৰে নিষ্প্ৰভ আৰু ম্লান হৈ গ'ল। মীনানো প্ৰকৃততে কোন আছিল জানিবৰ কাৰণে মই এটা গোপন কৌতূহল অনুভৱ কৰিলো। যিজনী অপৰিচিতাই এজন বয়সস্থ বিদগ্ধ পুৰুষক এনে ধৰণে প্ৰভাবান্বিত কৰিব পাৰে, অনুপ্ৰাণিত কৰিব পাৰে, সেই ছোৱালীজনীৰ নিশ্চয় কিছু বিশেষত্ব থাকিব লাগিব। কি আছিল মীনাৰ? কোন আছিল এই মীনা? আজিও ক'ৰবাত আছে নেকি এই মীনা?

অন্য এপাতত আৰু অলপ চমু লিখা পঢ়িলো :

'মই বুজিব পাৰিছো, উত্তৰাৰ মনৰ মাজত মীনাৰ প্ৰতি ইৰ্ষাই ঠাই লৈছে। উত্তৰাৰ চকুৰ চাৱনিত মই নতুন জুই দেখা পাইছো। হয়তো মীনায়ো দেখিছে। কিন্তু উত্তৰা তুমি হয়তো বুজা নাই ঈৰ্ষাৰ জুয়ে নিজকেহে পোৰে, ভালপোৱাৰ স্বৰ্ণশিখাৰ লগত তাৰ তুলনা নহয়। ঈৰ্ষাৰ জুয়ে পুৰি মানুহৰ উদাৰতাক, মানুহৰ মানৱতাক ছাই কৰি দিয়ে, কিন্তু প্ৰেমৰ জুয়ে পুৰি জীৱনৰ ধূলি-মাকতিৰ মাজৰ পৰা পোৱা সোণৰ চেঁকুৰা উলিয়ায়, জীৱন শুদ্ধ হয়, উজ্জ্বল হয়, নিৰ্মল হয়, সেয়ে দিনে দিনে মীনা ধুনীয়া হৈ গৈছে, মহীয়ান হৈ গৈছে, আৰু তাৰ তুলনাত উত্তৰা কুৰূপা হৈ গৈছে, ক্ষুদ্ৰ হৈ গৈছে। আচৰিত ৰকমে উত্তৰাই আত্মপীড়নৰ মাজেদি মোক বেদনা দিয়াৰ পথ বাছি লৈছে। উত্তৰাই মোক ভাল পায় সেই কথাৰ প্ৰমাণ জীয়াই থকা কালত মই কাৰো পৰা নিবিচাৰিলেও হব, কিন্তু আজি মই মীনাক ভাল পাইছো বুলি জানি মোক ঘৃণা কৰিব খুজিও যে উত্তৰাই মোক ঘৃণা কৰিব পৰা নাই সেয়েহে উত্তৰাৰ আত্মপীড়নক তীব্ৰতৰ কৰিছে।

আৰু মীনাই জানো একোকে বুজা নাই? মীনাই জানো বুজা নাই তেওঁ অন্তৰঙ্গভাৱে উত্তৰাক বাইদেউ বুলি মাতিলেও উত্তৰা অতিষ্ঠ হৈ উঠে, অপমানিত বোধ কৰে, আৰু নিজৰ দুৰ্বলতা ঢাকিবৰ কাৰণে সৌহাৰ্দ্য-সৌজন্যৰ অভিনয়েৰে মীনাক প্ৰৱঞ্চিত কৰিবৰ ব্যৰ্থ প্ৰয়াস কৰে?

সকলো বুজে মীনাই। আকাশৰ তৰা এটাই মাটিৰ বুকৰ সকলো দেখে। নিজেই কাৰণ হৈয়ো মীনা যেন সম্পূৰ্ণ অজ্ঞ এনে ধৰণে ব্যৱহাৰ কৰিছে উত্তৰা আৰু মোৰ লগত।

হয়তো মীনাই উত্তৰাৰ জীৱনলৈ বেদনা আনিছে। সেই বাবেই জানো মীনা বেয়া? মোৰ জীৱনলৈ যে মীনাই আনিলে অভূতপূৰ্ব হেজাৰ বসন্তৰ নতুন মাধুৰী। মোক ঐশ্বৰ্যশালী কৰি তুলিবৰ কাৰণে মীনাই যদি নিজক নিঃস্ব কৰি দিছে, আৰু তাৰ লগে লগে যদি উত্তৰা নামৰ এক প্ৰেমময়ী নাৰীও নিঃস্ব হৈ যাব ধৰিছে তাৰ বাবে জানো মীনায়েই জগৰীয়া :

তোমাক মই জগৰীয়া কৰিব নোৱাৰো মীনা। কাৰোবাৰ জীৱনক ধন্য কৰি তুলিবৰ কাৰণে তুমি যদি মোক—কোনো এক অৰুণাভক সৰ্বস্বান্ত কৰি দিয়া, তেতিয়াও মই তোমাক দোষাৰোপ নকৰো। এইয়া জীৱনৰ অৱশ্যম্ভাৱী গতিপথ, ইয়াৰ পৰা নিষ্কৃতি নাই।

খাতাখনত আৰু কিবাকিবি কথা লিখা আছিল, কিন্তু সেইবোৰৰ মাজত কোনো সংগতি বা সম্পৰ্ক থকা যেন নেলাগিল। একেবাৰে অন্য প্ৰসংগৰ অন্য কথা—ফিজিক্সৰ কিবা থিয়ৰিৰ কথা—এটা অংক—কিবা এখন অসাধাৰণভাৱে আঁকা ছবি। মই এইবোৰত কোনো প্ৰয়োজনীয় সামগ্ৰীৰ সন্ধান নেপালো।

মোৰ কাৰণে এই খাতাখন যথেষ্ট মূল্যবান। মই খাতাখন নিজৰ ফাইলত থৈ দিবৰ কাৰণে লৈ সেই আলমাৰিটো বন্ধ কৰিলো, অন্যান্য কাগজ-পত্ৰবোৰো আলমাৰিতে সামৰি-সুতৰি থৈ দিলো।

প্ৰথমতে মুখলৈ চাই মই মানুহজনক চিনিবই নোৱাৰিছিলো। মুখখন ডাড়িৰে ভৰি প্ৰৰিছে, মূৰৰ দীঘল চুলিবোৰ খেলিমেলি, গাত এটা যথেষ্ট মলিয়ন আৰু ফটা কামিজ, ভৰিত জোতা নাই। চকু দুটা বৰ শুকান, উদাস আৰু উদ্‌ভ্ৰান্ত।

তেওঁ বুজিব পাৰিলে যে মই তেওঁৰ চিন হেৰুৱাইছো। নিজেই হাঁহিবৰ চেষ্টা কৰি কলে, ছাৰে মোৰ চিন পাহৰিছে কিজানি, মই বসন্ত।

মোৰ মনত পৰিল।

এৰা, প্ৰথমতে মই চিনিব পৰা নাছিলো, তুমি ক'ৰ পৰা ওলালাহি?

ঘৰৰ পৰাই আহিছো ছাৰ, গাটো সিমান ভাল নাই। বুকুখন দেখোন মাজে মাজে বিষায়-কিবা বেমাৰেই হৈছে নেকি জানো? আপোনাৰ ভাল?

মই বসন্তক বহিবলৈ দিলো। সিবাৰ দেখাতকৈ মানুহটো সঁচাই বহুত খীণাইছে আৰু শেঁতা পৰিছে।

সামান্য ইতস্ততঃ কৰি বসন্তই কলে, যোৱাৰ বিষয়ে কি কৰিলে ছাৰ?

প্ৰশ্নটো মই বুজিলো।

এলাহাবাদলৈ যোৱাৰ কথা কৈছা? ঠিক কৰিছো, অহা মাহতে যাম বুলি ভাবিছো। ইয়াত অলপ কাম আছে, শেষ কৰি যাব পাৰিলে ভাল হব।

মোৰ কথা শুনি বসন্তৰ মুখখন অলপ প্ৰফুল্ল হৈ উঠিল।

এৰা ছাৰ, মোৰো কামবন একো কৰিবৰ মন নোযোৱা হল। গা-ও ভাল নাই। আপুনি যদি যায়, ময়ো আপোনাৰ লগতে যাম বুলি ওলাই আছো।

মই কেতিয়া যাওঁ তোমাক খবৰ দিম। তুমি তেন্তে সাজু হৈ থাকিবা। অ' তুমি —কি আছিল ছোৱালীজনীৰ নাম?

শেৱালি—

এৰা, শেৱালি। সেই শেৱালিকে বিচাৰি যাওঁ বুলি ভাবিছা নেকি? কিমানদিন হ'ল শেৱালি যোৱাৰ?

বসন্তই অলপ নীৰৱে থাকি মনতে হিচাপ কৰিলে, তাৰ পিছত কলে, কুৰি বছৰেই হ'ল হ'বলা, মোৰহে সিদিনা যেন লাগি আছে। আজিকালি বছৰবোৰ কি, চকুৰ পচাৰতে যায়।

অলপ নির্লিপ্ত হবৰ চেষ্টা কৰি মই কলো, শেৱালিহঁতৰ তেনেকৈ যোৱাটো পাছৰ ঘটনাটো কোৱাচোন। চাহ খাবানে?

মই আমাৰ কাৰণে চাহ আনিবলৈ কলো।

হয়তো বসন্তই কথাবোৰ মোক বা কাৰোবাক ক'ব বুলিয়ে ভাবি আছিল। সামান্য ইতস্ততঃ কৰি কলে, সেইবোৰ ছাৰ বহুত কথা। আপুনিনো শুনি কিটো পাব? মই আৰু শেৱালি একেখন গাঁৱৰে ল'ৰা-ছোৱালী আছিলো। সৰুতে আমি একেটা স্কুলতে পঢ়িছিলো। মই অলপ পঢ়িলো। বেছি পঢ়িবৰ যোগ্য নাছিল। মোৰ আইৰ বাহিৰে কোনো নাছিল। আয়ে কটনা কাটি আৰু কিমান পঢ়াব? পঢ়া এৰি মযো খেতি-বাতিত ধৰিলো। তেনেকৈয়ে আমি ডেকা গাভৰু হলো। মই পঢ়া এৰি দিয়াৰ পিছতো কেইবাবছৰো শেৱালিয়ে পঢ়ি আছিল। সিহঁতৰ ঘৰৰ অৱস্থা ভালেই আছিল।

আমাক চাহ দিলেহি। মই এপিয়লা চাহ বসন্তৰ ফালে আগ বঢ়ালো। আৰু গাত নলগা ধৰণে সুধিলো—তাৰ পিছত কি হ'ল?

অ' কৈছো। তিনি দিন জ্বৰ হৈয়ে বৌতি মৰি থাকিল—সন্নিপাত হৈছিল। তাৰ ছমাহমানৰ পিছত শেৱালিয়ে কলে যে তাইৰ বিয়া পাতিছে। কথাটো আমি দুযোটাই টান পালো। এদিন আমি দুযোটা পলালো।

চাহখিনিত শোহা এটা মাৰি বসন্তই কলে, আগপাছ একো গুণিবলৈ নহ'ল। মই এটা কাম কৰিলো। শেৱালিয়ে যেতিয়া কলে যে তাই মোৰ লগত আহিবলৈ মান্তি—মই মনে মনে মোৰে দদাইৰ পুতেক ককাই এটাক আমাৰ মাটিকেডৰা বেচি দিলো চাৰিশ টকাত। ছোৱালী পলুৱাই নি আৰু গাঁৱলৈ ঘূৰি অহাৰ আশা নাই, মাটিকেডৰা লোকেহে খাব।

তাৰ পিছত কি কৰিলা?

শেৱালিক লৈ ভালেমান ঠাইত ঘূৰিলো। হাতত পইচাকেটা আছিল, কামকাজ বিচাৰিলো, অৱশেষত কাম এটা পালোঁও। কিছুদিন সেই কামটো কৰি, বহুত অসুবিধাত এৰি থৈ আহিলো। ঘৰবাৰীও নাই, কাম-কাজো নাই। হাততো পা-পইচা সৰহ নাই। এনে সময়তে আহি আহি অৰুণ চাহাবৰ ঘৰ ওলালোহি।

কাৰ ঘৰ ওলালাহি?

তেতিয়া তেওঁৰ নামটো মই বৰ ভালকৈ জনা নাছিলো— অৰুণাভ হ'বলা। পিছে সকলোৱে তেওঁক ডক্টৰ অৰুণাভ বুলিযে মতা শুনিছিলো।

তাৰ পিছত?

ৰাজ অট্টালিকা হেন ঘৰ। আপুনি দেখিবই পায কিজানি। আজিকালি তাত দুৰৰা চাহেব থাকে। অৰুণ চাহেব অকলে থাকে, ডাঙৰ মানুহ, কিবাকিবি কিতাপ লেখে—যেই কোনো মানুহৰ লগত বৰ বেছি দেখা-মেলা নকৰে, কথা-বতৰাও নেপাতে। কিবাকিবি ভাবি থাকে, আৰু কিবাকিবি লিখি-পঢ়ি থাকে। আমি দুযোটা তেওঁৰ ঘৰতে কামত সোমালো, শেৱালি আৰু মই। মই ঘৰ-বাৰীবোৰ চোৱা-মেলা কৰো, শেৱালিযে ডক্টৰৰ আলপৈচান ধৰে, দেখাশুনা কৰে। এজন কেৰেণী আৰু ইটো আগুনি-পাচনি কৰা ল'ৰা। আমাক সকলোকে তেওঁ বৰ মৰম কৰে। ঘৰখন কৰবাসে গ'লে আমাৰ হাততে। তেওঁক ভাত-চাহ মুঠি সময়তে দিব লাগে, খোৱাৰ, কাপোৰ-কানিৰ হিচাপ ৰাখিব লাগে। মই আগৰে খেতি-পথাৰ কৰা মানুহ, বাৰীখনত কাম কৰো, শেৱালিযে সকলো সময়তে তেওঁৰ লগত থাকি ইটো-সিটো কৰি দিযে। ইমান ডাঙৰ মানুহ এজনৰ সেৱা-শুশ্ৰূষা কৰিবলৈ পোৱাটো আমাৰ নিচিনা মানুহৰ কাৰণে ভাগ্যৰ কথা। আৰু সঁচাকৈ কৈছো, আমাক তেওঁ যিমান মৰম কৰিছিল আই বোপাযেও সিমান মৰম নকৰে।

বসন্ত অলপ মনে মনে থাকিল।

তাৰ পিছত মাতটো সৰু কৰি লাহে লাহে কলে, পিছে সেযে আমাৰ কাৰণে কাল হল। তেওঁৰ মৰম পাই পাই শেৱালিয়ে মোলৈ পিঠি দিব ধৰিলে। কেতিযাবা দিনৰ দিনটো তাই তেওঁৰ লগে লগে থাকে—মোক দেখাকে নিদিযে। পিছলৈ কথা-বতৰাও মোৰ লগত যেন নোৱাৰাতহে পাতে। প্ৰথম তেখেতক মযো বেযা পোৱা নাছিলো। দেৱতা হেন মানুহজনৰ ইমান চেনেহ পাই শেৱালিৰ অলপ গপ নহ্বনে? তাতে তেওঁক চোৱা-চিতা কৰিবলৈ ঘৰখনত আৰু কোনো তিৰোতা মানুহ নাই।

কিয়?

কিয় মই ভালকৈ নেজানিছিলো, আৰ-তাৰ মুখে শুনিছিলো বোলে ডক্টৰৰ ঘৈণীয়েক আছিল, জীযেক এজনীও আছিল। পিছে ঘৰুৱা কিবা কাৰণত তেওঁলোকে ডক্টৰৰ লগত নেথাকি অন্য ক'ৰবাতহে আছিল। ডক্টৰৰ ঘৈণীয়েক হেনো জমিদাৰৰ ছোৱালী আছিল।

পিছে তাৰ পিছত তোমালোকৰ কি হল?

বসন্তই মোৰ মুখলৈ চালে। শুকান মুখখন করুণ হৈ পৰিছে। মানুহটোৰ মনৰ মাজত বেদনা আছে—মই অনুভৱ কৰিলো।

মোক ক্ষমা কৰিব ছাৰ। অৰুণ ডক্টৰৰ নিচিনা এজন মানুহৰ বিষয়ে বেয়া কথা কোৱা দূৰৰ কথা, ভাবিবও নেপায়, আৰু তেতিয়া তেওঁৰ বয়সো কম হোৱা নাই। পিছে চাল-চলন, কথা-বতৰাৰ পৰা মোৰ অনুমান হল যে শেৱালি যেনেকৈ মোৰ পৰা আঁতৰি আঁতৰি ফুৰিছে, তেৰোঁ তেনেকৈ শেৱালিক মোৰ পৰা আঁতৰাই আঁতৰাই ৰাখিছে। লাহে লাহে মই শেৱালিক লগকে নোপোৱা হলোঁ, আনকি ৰাতিও তাই বঙলাৰ ভিতৰতে শোৱে, মই যিটো বাজৰ ঘৰত থাকিছিলো তাত নাহে।

অতপৰ বসন্তৰ কথাবোৰত মই বিশেষ গুৰুত্ব নিদি সাধাৰণভাৱে শুনি গৈছিলো। এইবাৰ মই তীক্ষ্ণভাৱে বসন্তৰ মুখলৈ চালো, তললৈ মূৰ কৰি কুণ্ঠ আৰু অসহায়ভাৱে মানুহটোৱে কথাবোৰ কৈ গৈছে।

শেৱালিৰ মোতকৈ পঢ়াশুনা সৰহ। আৰু এনেয়ো তাই কিতাপ-পত্ৰ পঢ়ি থাকি ভাল পায়। সেই কাৰণে ডক্টৰৰ লগত থাকি তাই পঢ়াশুনা কৰি থাকি ভাল পায় দেখি অৰুণ ডক্টৰে তেওঁৰ কেৰেণীজনক শেৱালিক ইংৰাজী পঢ়াবলৈ দিছিল। এনেকৈ পঢ়ি-মেলিয়ে তাই বৰ ভালকৈ ইংৰাজী কব পৰা হৈছিল।

এনেকৈ ডক্টৰৰ মৰম পোৱাৰ কাৰণে মোৰ ভাল লাগিছিল। আমি বৰ সুখত আছিলো।

পিছে এদিন ডক্টৰে মোক তেওঁৰ বৈঠকখানালৈ মতাই নিলে। আৰু ভালকৈ বহিবলৈ দি কলে, বসন্ত, মই অলপ দিনৰ ভিতৰতে ইয়াৰ পৰা যাম, দূৰলৈ যাম। শেৱালিও মোৰ লগতে যাব।

তলমূৰ কৰি মই শুনি গ'লো। শেৱালি গ'লে ময়ো যাম, কাৰণ শেৱালিৰ বাহিৰে মোৰ অন্য কোনো নাই। আৰু যাবলৈকো অন্য কোনো ঠাই নাই।

ডক্টৰে কলে, কিছুদিনৰ কাৰণে ঘৰ-বাৰীবোৰ এৰি যাম। তুমি চলিবৰ কাৰণে মই খৰচৰ দিহা কৰি থৈ যাম।

মই একো বুজিব নোৱাৰিলো। চকুৰ আগত আন্ধাৰ দেখিলো। তেওঁ যাব খুজিছে—যাওক, মই ঘৰবাৰী ৰাখিব লাগে, ৰাখিম, কিন্তু শেৱালিক তেওঁৰ লগত লৈ গ'লে মই থাকিম কেনেকৈ?

মই কিবা কওঁ কওঁ কৰিলো কিন্তু কব নোৱাৰিলো। তেওঁ উঠি ভিতৰলৈ গুচি গ'ল।

কেইদিনমানৰ পিছত শেৱালিক লগ ধৰিলো। মই পোনপটীয়াভাৱে কলো, তই গুচি গ'লে মই কেনেকৈ চলিম? এইবোৰ তই কি কৰিবলৈ লৈছ জানো?

শেৱালিয়ে অলপ কোমলকৈয়ে কলে, মই লগত নেথাকিলে তেখেতক কোনে চোৱামেলা কৰিব? ইমান ডাঙৰ মানুহ এজনৰ লগত দেশ-বিদেশলৈ যাবলৈ সকলোৰে ভাগ্যত নঘটে। তুমি বুজি পাব লাগিছিল।

মই কলো, তই তেখেতৰ লগত যাবলৈ ওলোৱাত মই বোযা পোৱা নাই। পিছে মই যে ইয়াত অকলে অকলে থাকিব লাগিব।

তোমাৰ মতা মানুহটো আকৌ অকলে থাকিবলৈ চিন্তা কিহৰ? এইহেন ৰজা ঘৰ যেন ঘৰবাৰী চলাই কৰাই খাবা, ভালহে পাব লাগিছিল।

অলপ ভাবি-চিন্তি মই কলো, ময়ো যাব নোৱাৰিম নে?

ইয়াৰ কোনো উত্তৰ নিদি শেৱালিযে এনে ধৰণে মোলৈ চালে যে মই মনে মনে থাকিলো। বুজিলো সিমান আশা মোৰ ভুল হৈছে।

বসন্ত মনে মনে থাকিল।

মই ভাবিলো অন্য প্ৰসঙ্গ উলিওৱাই উচিত হব। কিন্তু কি কথা পাতিম ভাবি ঠিক কৰিব নোৱাৰিলো। অগত্য গতানুগতিক সুৰত সুধিলো, তাৰ পিছত কি কৰিলা।

মই আৰু কি কৰিম? কেইদিনমানৰ মূৰতে ডক্টৰ আৰু শেৱালি গ'লগৈ, মোক ঘৰবাৰীৰ ৰখীয়া থৈ গ'ল। হাতত ভালেমান টকাও দি থৈ গ'ল আৰু বেঙ্কতো মোৰ নামত মাহে মাহে আনিব পৰাকৈ টকা থৈ গ'ল।

এবছৰ তেনেকৈয়ে গ'ল। তাৰ পিছত এদিন খবৰ পালো যে, এই ঘৰবাৰী অৰুণ ডক্টৰে বেচি পেলাইছে। তেওঁ আৰু ইয়ালৈ নাহে। সেই ফালেই থাকিব।

কাক বেচিলে?

দুৰৰা হাকিমক। দুৰৰা হাকিমলৈ হেনো ডক্টৰে লিখিছিল যে মোক তেওঁৰ ঘৰতে থাকিবলৈ দিব লাগে, খৰচ তেৱেঁই দি থাকিব। মই কিন্তু তাত আৰু থাকিব নোৱাৰিলো। কেইমাহমান থাকি তাৰ পৰা গুচি গ'লো।

শেৱালিহঁত আৰু নাহিলেইনেকি?

কন্দনামুৱা হৈ বসন্তই কলে, শেৱালি আৰু নাহিল। কুৰি বছৰ বাট চালো— আপুনি বুজিব নোৱাৰিব ছাৰ, এটা এটা দিন মই কেনেকৈ কটাইছো। আৰু কেনেকৈ কুৰিটা বছৰ এনেকৈয়ে শেষ কৰিছো। মই নিজেই বুজিব নোৱাৰো।

শেৱালিৰ কোনো চিঠিপত্ৰও পোৱা নাছিলা কাহানিও?

পাইছিলো ছাৰ, থৈ দিছো। সেইবোৰ চাওঁ বুলিলে আপোনাক দেখুৱাম কেতিয়াবা।

আৰু কথা সুধিলে বসন্তই হয়তো আৰু আঘাত পাব। মই কলো, মই যোৱাৰ আগতে তোমাক জনাম। তুমিও ওলাবা মোৰ লগতে। অৱশ্যে ডক্টৰৰ মৃত্যু হোৱাৰ খবৰ পোৱা নহয়?

পাওঁ। তেওঁ ঢুকাবৰ সময়ত হেনো শেৱালি কাষতে আছিল। সেই দেখিহে যাব খুজিছো। ডক্টৰ এতিয়া নাই। শেৱালি এতিয়া মোৰ ওচৰলৈ আহে নে নাহে সুধি চাওঁ বুলি ভাবিছো। এতিয়াতো শেৱালিৰ যাবলৈ ক'তো ঠাই নাই।

মই আৰু একো নক'লো।

ডক্টৰ অৰুণাভৰ লিখা বিভিন্ন প্ৰবন্ধৰ সংগ্ৰহ এটা প্ৰকাশ হৈ ওলাইছিল— সংগ্ৰহটোৰ নাম দিয়া হৈছে—'নানা চিন্তা'।

লিখকৰ এটা চমু চিনাকি এজন বিশিষ্ট লিখকে লিখিছে। চিনাকিটো চমু। মই এই লিখাখিনিৰ ওপৰত চকু ফুৰাইছিলো। তেওঁ এনেদৰে লিখিছে :

এই সঙ্কলনত প্ৰকাশ কৰা প্ৰবন্ধকেইটা বিখ্যাত দাৰ্শনিক আৰু পদাৰ্থবিজ্ঞানবিদ ডক্টৰ অৰুণাভে তেওঁৰ ৪৫ৰ পৰা ৫৫ বছৰৰ ভিতৰত লিখিছিল। বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধকেইটাৰ বাহিৰে অন্যকেইটা প্ৰবন্ধত ব্যক্তিগত জীৱনৰ কিছু প্ৰভাৱ থকা যেন অনুভৱ হয়। এই ৰচনাবোৰত তেওঁ কিছুদূৰ অন্তৰ্মুখী। অৱশ্যে জীৱনৰ অভিজ্ঞতাবোৰক আছুতীয়া ব্যক্তিগত কথা হিচাপে নেচাই তেওঁ সাধাৰণ মানৱীয় সমস্যা হিচাপেহে বুজিবৰ আৰু বিশ্লেষণ কৰিবৰ চেষ্টা কৰিছে। হয়তো এই কালছোৱাত তেওঁৰ জীৱনলৈ কিছু সমস্যা আৰু সংঘাত আহিছিল। বাহ্যিকত তেওঁ বিব্ৰত নহলেও ভিতৰি ভিতৰি যে তেওঁ সমস্যাবোৰ এৰাই যাবৰ চেষ্টা কৰা নাছিল তাৰ প্ৰমাণ এই ৰচনাবোৰত পৰোক্ষে প্ৰকাশ পাইছে। এই বিষয়ে পাঠকক আঙুলিয়াই দেখুৱাবৰ প্ৰয়োজন নাই বুলিয়ে ভাবো।

জীৱনৰ মাজলৈ অহা সমস্যাক এৰাই নেযাবৰ এই সাহসী মনোবৃত্তি লিখকৰ চৰিত্ৰৰ এটা বিশেষত্ব। ইয়াক বীৰত্ব বোলক জীৱনতৃষ্ণা বোলক, জীৱনৰ মোহ বোলক এই মনোবৃত্তিৰ এটা সাৰ্থকতা আছে। বহুত মানুহৰ জীৱনত এনে মনোবৃত্তিৰ উৎপত্তিয়েই নহয়। ডক্টৰ অৰুণাভৰ চৰিত্ৰৰ এই দিশটো অৰ্থাৎ আত্মপ্ৰত্যয় আৰু আত্মবিশ্বাস ফালটো এটা বিশেষত্ব। বৈজ্ঞানিকৰ নিৰ্লিপ্ততা সত্ত্বেও তেওঁৰ চিন্তাশীল লিখাৰ মাজত ইয়াৰ নিদৰ্শনৰ সন্ধান পোৱা যায়।

চিনাকি লিখকে অন্যান্য আলোচনাও কৰিছে। মই সেইখিনি কথা বাদ দি এটা প্ৰবন্ধত চকু ফুৰালো। প্ৰবন্ধটোৰ নাম—'মনৰ সতীত্ব'। নামটো দেখিয়ে কিছু কৌতূহল হৈছিল। অলপ মনোযোগেৰে মই প্ৰবন্ধটোৰ এছোৱা পঢ়িলো।

সতীত্ব মনৰ নে দেহৰ? সতীত্ব কেৱল এটা সংস্কাৰ নে ইয়াৰ স্থূল কোনো ভিত্তি আছে? সতীত্বৰ ধাৰণা সামাজিক শৃঙ্খলাৰ প্ৰয়োজনত উদ্ভাবিত হৈছে নে জীৱনৰ বাস্তৱৰ কোনো স্বীকৃতি ইয়াৰ মূলত আছে? বিবাহৰ যোগে প্ৰতিষ্ঠাপিত পুৰুষ-নাৰীৰ যৌন-সম্পৰ্কৰ বাহিৰলৈ নোযোৱাৰ নামেই জানো সতীত্ব?

দেহাৰ কামনাক সীমাবদ্ধ ৰখা যায় হয়তো, যেনেকৈ ৰক্ষা কৰে এগৰাকী হিন্দু বিধৱাই। কিন্তু মনৰ মাজৰ সচেতন বা অৱচেতন কামনাক অন্যৰ পৰা গোপন ৰাখিলেও নিজৰ পৰা গোপন ৰখা যায় জানো? মন সম্পূৰ্ণ দেহমুক্ত বা দেহ-নিৰপেক্ষ নহয়। তথাপি মন দেহাতে সীমাবদ্ধ নহয়। মনৰ অভিব্যক্তি দৈহিক অৱস্থাৰ অধীন, সেযে হলেও দৈহিক সীমাবদ্ধতাই মানসিক বিস্তাৰক সঙ্কুচিত কৰিলেও, নিৰ্মূল কৰিব নোৱাৰে। এজন কয়দীৰ মনটোক বাহিৰত মুক্তভাৱে ঘূৰি ফুৰাৰ পৰা কোনোৱে বিৰত ৰাখিব নোৱাৰে।

কামনা দেহৰ নে মনৰ? দেহৰ কামনা শেষ হলেওতো মনৰ কামনা ৰৈ যাব পাৰে। এজন পঞ্চাছ বছৰীয়া মাৰ্জিত ৰুচিৰ জ্ঞান-মেধা প্ৰজ্ঞা-সম্পন্ন পণ্ডিত ব্যক্তিয়ে দৈহিক কামনাক সম্পূৰ্ণ শাসনত ৰাখিব পাৰে, নাইবা তেওঁৰ দৈহিক যৌন প্ৰযোজনক জ্ঞানসাধনা বা অন্য সৃজনশীল সাধনাত একান্তভাৱে নিয়োগ কৰিব পাৰে, কিন্তু তেওঁৰ চেতন বা অৱচেতন মনৰ মাজত জাগ্ৰত হৈ থকা যৌনচিন্তা বা অদেহী কামনাক তেওঁ অস্বীকাৰ কৰিব পাৰে জানো? এই কামনা বা যৌনচেতনা বা দেহ-নিৰপেক্ষ আকাঙ্ক্ষা অতি তীব্ৰ, দুৰ্দম, শক্তিশালী অথচ ইয়াৰ স্থূল অভিব্যক্তি নাই কাৰণেই এই সামাজিক বিচাৰৰ ভিতৰুৱা নহয়, নৈতিক জোখ-মাপৰ বাহিৰত এই মনৰ বাহিৰত ই মনৰ অসামাজিক বা অসতী আকাঙ্ক্ষা নীতিবিচাৰৰ গণ্ডীৰ ভিতৰলৈ নাহে। কিন্তু বাহিৰ জগতে বিচাৰ কৰিবৰ সুযোগ নেপায বুলিয়ে মনৰ অধিকাৰী মানুহজনে নিজৰ মনৰ আচৰণৰ সমালোচনা নকৰিব জানো? মনৰ আকাঙ্ক্ষা গোপন অদম্য অভিব্যক্তিৰ নামকৰণ কৰিবৰ চেষ্টা কৰিলে হয়তো বাহিৰৰ সামাজিক নীতি বিচাৰৰ জোখত প্ৰতিজন মানুহেই অপৰাধী বুলি প্ৰমাণ হব। কিন্তু মনৰ গোপন কামনাই স্থূল দৈহিক প্ৰকাশ লাভ নকৰিলেই জানো মানৰ সতীত্ব ৰক্ষা পৰিব?

হয়তো মনৰ এই গোপন কামনাৰ প্ৰকৃতি যৌন-বিবেচনাৰ উৰ্ধত অতি সুন্দৰ আৰু অতি পবিত্ৰ হব পাৰে। সেই বিজ্ঞ ব্যক্তিয়ে এটা নামহীন, এচ্থেটিক, এৰাব নোৱৰা প্ৰেৰণাত কোনো এক যুৱতী নাৰীৰ প্ৰতি গভীৰ আকৰ্ষণ অনুভৱ কৰিব পাৰে আৰু এটা দেহ-নিৰপেক্ষ সৌন্দৰ্যচেতনাৰ আধাৰৰূপে কোনো যুৱতীৰ কাষত নিজৰ সমগ্ৰ সত্তা দি, সমগ্ৰ আকাঙ্ক্ষা, সমগ্ৰ একাগ্ৰতা, সমগ্ৰ শক্তি, আৰু সমগ্ৰ দুৰ্বলতা দি আত্মসমৰ্পণ কৰিব পাৰে। মানসিক আকৰ্ষণ হলেও সেই-নাৰীসত্তাৰ দৈহিক

সান্নিধ্যক নিজৰ নিশ্বাসৰ দৰে আপোন আৰু অপৰিহাৰ্য বুলি ভাবিব পাৰে, আৰু সেই সান্নিধ্যৰ পৰা মন আৰু দেহাই লাভ কৰা আনন্দ আৰু সুখত কোনো কলুষ আৰু কোনো অপৱিত্ৰতাৰ লেশমানো স্পৰ্শ অনুভৱ নকৰিব পাৰে। এই মানসিক সংযোগ আৰু সম্পৰ্কৰ নাম দিব পাৰে অতীন্দ্ৰিয় প্ৰেম, নাম দিব পাৰে আধ্যাত্মিক আত্ম-উপলব্ধিৰ সাধনা। সমাজে এই সম্পৰ্কৰ অনুকূল সমালোচনা কৰিব পাৰে বা কৰাৰ প্ৰয়োজন উপলব্ধি নকৰিব পাৰে। সেয়ে হলেও স্থূল বিচাৰত নহলেও, সূক্ষ্ম বিচাৰত মনটো জানো সম্পূৰ্ণ নিৰপৰাধ বুলি কব পাৰি? নৈতিক বিচাৰৰ এটা মানসিক মাপকাঠী আছে, বস্তু-সম্পৰ্কই ইয়াৰ অৱস্থা নিৰ্ধাৰণ কৰে। দেশ কাল পাত্ৰ, সমাজ-মানস আৰু সংস্কাৰ আৰু ঐতিহ্যভেদে সতীত্বৰ ধাৰণা সুকীয়া হব পাৰে। পাঁচজন স্বামীৰ পত্নী হৈয়ো এগৰাকী নাৰীয়ে মনৰ সতীত্ব ৰক্ষা কৰি চলিব পাৰে, এগৰাকী আদৰ্শ সতী হব পাৰে, আনহাতে নিজৰ স্বামীৰ প্ৰতি অচলা দৈহিক সতীত্ব ৰক্ষা কৰিও এগৰাকী নাৰীৰ মনত পৰপুৰুষৰ প্ৰতি দেহ-বিবেচনাহীন অনুৰক্তি থাকিব পাৰে। কোনটো মন ভাল? কোনটো দেহ ভাল? একাধিক স্বামীক দেহদান কৰি মনৰ সতীত্ব ৰক্ষা কৰা বা একাধিক পুৰুষক মন দান কৰি কেৱল এজনক দেহ দান কৰা—ইয়াত সতীত্ব বা অসতীত্ব কোনখিনিত?

সংস্কাৰসিদ্ধ সামাজিক ৰীতিনীতি আৰু নৈতিক ধাৰণাৰ অৱমাননা নকৰাকৈ দেহ আৰু মনৰ শুচিতা ৰক্ষা কৰাই জানো জীৱনৰ প্ৰকৃত অভিব্যক্তি? জীৱন যে খালৰ পানী নহয়, গতিশীল নিজৰা, যি নিজৰ পথ নিজে ৰচনা কৰি লয়, বাধাৰ লগত যুঁজে, হাৰ নেমানে, জয়ী হয়, বৈ যোৱাৰ পথ নেপালেও পথৰ সন্ধান কৰিবলৈ এৰি নিদিয়ে। এই পথৰ সন্ধান কৰি কৰিয়ে কেতিয়াবা ই নিজকে হেৰুৱাই পেলায়। বৈ নোযোৱাৰ এই দুৰ্দম গতিশীল অভিযান সেয়ে নিৰ্ঝৰিণীৰ প্ৰাণবস্তু। মানুহৰ প্ৰাণ, মানুহৰ আকাঙ্ক্ষা এই গতিশীল পথসন্ধানী নিৰ্ঝৰিণী। কেৱল এজনৰ জীৱনৰ মাজেদি নহয়, কোটি কোটি বছৰৰ পুৰুষ পুৰুষৰ মাজেদি এই অবিৰাম পথ-সন্ধান চলিছে। সমাজ-মানসত হেজাৰ বিবৰ্তন ঘটিছে, হেজাৰ উত্থান-পতন চলিছে, হত্যাকাৰীয়ে ফাঁচিকাঠত ওলোমাৰ পূৰ্ব মুহূৰ্তত ভগৱানৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছে, তথাকথিত অধঃপতনৰ শেষ খলপাত বৈ মানুহে দেবত্বৰ অধিকাৰী হোৱাৰ স্বপ্ন দেখিছে। সৃষ্টিৰ আনন্দৰ মাজেদি, ধ্বংস-ক্ৰূৰতাৰ মাজেদি, নীতি ৰক্ষাৰ মাজেদি, নিয়মভঙ্গৰ মাজেদি, মানুহৰ আত্মাই গতিৰ আনন্দ উপলব্ধিৰ প্ৰয়াস কৰিছে। মই যদি মোৰ বিবাহিতা পত্নীৰ কাষত জীৱনৰ চৰমতম উপলব্ধি বিচাৰি ব্যৰ্থ হলও, আৰু সেই উপলব্ধি বিচাৰি পাওঁ কোনো এক অন্য নাৰীৰ দেহ মন আত্মাৰ মাজত, এই উপলব্ধি অস্বীকাৰ কৰিলেই মোৰ মনৰ সতীত্ব ৰক্ষা পৰিবনে? পথ সন্ধানৰ শেষ হলেই আত্মাৰ মৃত্যু

ঘটে। সহস্ৰ পথৰ বাধা সংঘাতৰ মাজেদি জীৱন-উপলব্ধিৰ অভিযান চলে। মই যদি জীৱনৰ সান্ত্বনা বিচাৰি ধৰ্মপুথি জপাই থৈ, এজন ওমৰ খাযাম বা শ্যেলীৰ কবিতাৰ কাষত আশ্ৰয় লওঁ, যদি খাযাম আৰু শ্যেলীক এৰি আকাশৰ বৰ্ণালীত আশ্ৰয় লওঁ, যদি আকাশৰ বৰ্ণালী এৰি অৰণ্যৰ আদিম নিবিড়তাৰ আশ্ৰয় লওঁ, যদি অৰণ্য এৰি কোনো এক অনামী নাৰীৰ নিঃশ্বাসৰ মাজত জীৱনৰ চৰম আস্বাদ বিচাৰো, যদি নাৰীৰ প্ৰেমৰ নিবিড়তা এৰি মৃত্যুৰ মাজত জীৱনৰ মধুৰতাৰ সন্ধান কৰো, এই সন্ধান জানো ব্যৰ্থ হ'ব? এই সন্ধান এই গতিশীলতা, এই বিৰামহীন, অন্তহীন অন্বেষণৰ অপূৰ্ণ তৃপ্তি অথবা পূৰ্ণ অতৃপ্তি—ইয়াত সতীত্ব বিচাৰৰ অৱকাশ ক'ত? জীৱন শুচিনে? জীৱন পবিত্ৰনে? মৃত্যু শুচিনে? মৃত্যু পবিত্ৰনে? দেহা পবিত্ৰনে? আত্মা পবিত্ৰনে? প্ৰাণ পবিত্ৰনে? এই জিজ্ঞাসাৰ উত্তৰ ক'ত? —উত্তৰ আছে। জীৱনেই ইয়াৰ উত্তৰ। জীৱনৰ নিজস্ব ধৰ্ম আছে, নিজস্ব নিয়ম আছে। পৃথিৱীৰ সকলো ধৰ্ম ত্যাগ কৰিলেও, জীৱনধৰ্ম ত্যাগ কৰা নেযায়, সকলো নিয়মভঙ্গ কৰিলেও জীৱনৰ নিজস্ব নিয়ম ভঙ্গ কৰা নেযায়। দেহ-মনৰ সতীত্ব এই জীৱন-ধৰ্মৰ তুলাচনীৰেই জুখিব লাগিব—সংস্কাৰ তুলাচনীৰে নহয়।'

পদাৰ্থবিজ্ঞানী ডক্টৰ অৰুণাভে এইবোৰ এবষ্ট্ৰেক্ট আলোচনা কিয় কৰিছিল বুজিবলৈ টান লাগিল। 'নানা চিন্তা'ৰ পাতনি লিখকে এইবোৰ আলোচনাৰ মাজত ডক্টৰৰ ব্যক্তিগত জীৱনৰ অভিজ্ঞতাৰ কি নিদৰ্শন পালে মই বুজিব নোৱাৰিলো। সতীত্বৰ সমস্যা লৈ বহু কালৰ পৰা ভাৰতবৰ্ষত আৰু অন্যান্য ঠাইতো নানা আলোচনা নোহোৱা নহয়। ডক্টৰ অৰুণাভে এইবোৰ কথা চিন্তা কৰা সময়ত নহ'লেও বৰ্তমানত দৈহিক সতীত্বৰ সমাজতাত্ত্বিক, জীৱতাত্ত্বিক অথবা চিকিৎসা-শাস্ত্ৰসন্মত বহু নতুন আৰু বিপ্লৱাত্মক মতবাদ ওলাইছে আৰু সেইবোৰে ৰাষ্ট্ৰীয় স্বীকৃতিও লাভ কৰিছে। হয়তো জীৱন-জিজ্ঞাসাৰ পথ অনুসৰণ কৰোতে ডক্টৰে এই সামাজিক সমস্যা সম্পৰ্কেও চিন্তা কৰিবলগীয়া হৈছিল, এইয়া তাৰে প্ৰতিলিপি। সতীত্বৰ সমস্যাটো নৈতিক নে সামাজিক নে জৈৱিক, হয়তো তাৰ সিদ্ধান্তৰ চেষ্টা কৰিছিল ডক্টৰ অৰুণাভে। এই সম্পৰ্কে মোৰ নিজস্ব অভিমত প্ৰকাশ কৰাৰ কোনো প্ৰয়োজন নাই। তেওঁৰ জীৱনী ৰচনাতে এই প্ৰবন্ধটো বৰ কামত অহা বিধৰ হ'ব যেন নেলাগিল, তথাপি 'নানা চিন্তা'খন থৈ দিলো। আনবিলাক প্ৰবন্ধত কিবা জীৱন সম্পৰ্কীয় কথা পাব পাৰো বুলি।

মোৰ অলপ অস্বস্তি লাগিছিল। আহমদে যি আস্থাৰে ডক্টৰ অৰুণাভৰ জীৱনী লিখাৰ দায়িত্ব অৰ্পণ কৰিছিল, সেই দায়িত্ব পালনত আশানুৰূপভাৱে একো কৰিব নোৱৰাৰ কাৰণে। দিনবোৰ পাৰ হৈ গৈছিল, ডক্টৰ অৰুণাভৰ কথা বা তেওঁৰ মৃত্যুৰ কথা মানুহে ক্ৰমাৎ পাহৰি অহাৰ উপক্ৰম কৰিছিল। মানুহৰ তো এজন মৃতকৰ কথা

চিন্তা কৰি বহি থাকিবৰ অৱসৰ নাই। জগতবাসী নিজৰ সমস্যা লৈ ব্যস্ত। দায়িত্ব নিদিয়া হলে মই নিজেও এই বিষয়ে বৰ চিন্তা নকৰিলোহেঁতেন। এনে ধৰণৰ নিচিনা নজনা মানুহৰ জীৱনী লিখাটো যে কিমান কষ্টকৰ আহমদেওতো বুজে।

জীলি প্ৰকাশনীৰ অন্যান্য যাৱতীয় কামৰ সম্পৰ্কত অলপ ব্যস্ত থাকিবলগীয়া হৈছিল। তাৰ মাজতে এদিন গৌতম চৌধুৰীয়ে চাবলৈ দি যোৱা খাতাখনত চকু ফুৰাবলগীয়া হল। কাৰণ আছিল। এখন চিঠি লিখি গৌতমে সুধি পঠিয়াইছে খাতাখন চোৱা হলনে নাই। হল বুলি জনালেই তেওঁ আহি মোৰপৰা খাতাখন লৈ যাবহি। লগতে যেন কাহিনীটো কেনে হৈছে সেই সম্পৰ্কে মোৰ অভিমতো জনাওঁ।

এনেকৈ বাধ্যত পৰি লোকৰ লিখা চাবলগীয়া হোৱাটো বৰ আমনি লগা কথা। কিন্তু আমি নিৰুপায়।

খাতাখন খুলি ললো।

আখৰবোৰ ধুনীয়া, কটাকুটা বৰ বেছি নাই। হয়তো এইখন পূৰ্বে লিখা কোনো বহীৰ 'ফেয়াৰ কপি'। সাৱধানে প্ৰেছ কপি কৰাৰ দৰে বহীটো লিখা হৈছে। অৱশ্যে অলপ পঢ়িয়ে মই অনুভৱ কৰিলো যে লিখকজন সাহিত্যিক নহয়। কথাবোৰ একালৰ পৰা লিখি গৈছে। বিশেষ পদ্ধতি বা ৰীতিত কাহিনীটো পৰিৱেশন কৰা নাই। আগে পঢ়াৰ পিছৰপৰা মই পঢ়ি গ'লো ঃ

'সিদ্ধাৰ্থই তেওঁক বাটতে লগ পালে। ৰেলখন তেতিয়া ষ্টেচন এৰি গৈছিল। তেওঁ কিজানি ৰেলৰ পৰাই নামি আহিছিল। তেওঁৰ লগত আৰু কোনো নাছিল।

সিদ্ধাৰ্থ তাৰ থকা ঘৰলৈ ঘূৰি আহিছিল। তেতিয়া ৰাতি ন মান বাজিছিল।

মানুহজনীয়ে লাহে লাহে খোজ কাঢ়িছিল। দেখি তেওঁৰ কিবা অসুখ থকা যেন লাগিছিল। সি অলপ বেগাই আহি মানুহজনীক লগ ধৰিলেহি। এনেয়ে, মানুহজনী কোন জানিবলৈ তাৰ হেঁপাহ হৈছিল।

আলিবাটত তেতিয়া মানুহ দুই-এজনহে আছিল। ওচৰ পালত মানুহজনীয়ে তাৰ মুখলৈ চালে। সিও চালে।

এজনী গাভৰু ছোৱালী।

ছোৱালীজনীক ভাল মানুহৰ ঘৰৰ ছোৱালী যেন লাগিল। প্ৰথমতে ছোৱালীজনীক কিবা সুধিবলৈ তাৰ ভয় লাগিছিল। আলিবাটটো তেতিয়া মানুহ নাছিল।

দুয়ো একে ফাললৈকে খোজ কাঢ়ি আহি আছিল। তাৰ কিবা সুধিবৰ মন গৈছিল। কিন্তু সুধিব পৰা নাছিল।

পিছে ছোৱালীজনীয়ে তাৰ মুখলৈ চাই নিজেই সুধিলে, এই ফালে গৈ থাকিলে ক'ত ওলামগৈ?

কথাষাৰ শুনি সি আচৰিত হল।

ছোৱালীজনী কলৈ যাবলৈ আহিছেনো?

তুমিনো কলৈ যাবলৈ আহিছা?

লগে লগেই ছোৱালীজনীয়ে সুধিলে, তুমিনো কলৈ যাবা?

মই? মই আৰু কলৈ যাম? ঘৰলৈ যাম।

তোমাৰ ঘৰ ইযাতে? কোন ফালে?

এই ফালেই। আৰু আধামাইলমান গ'লেই পাম।

ছোৱালীজনীয়ে পোনপটীযাকৈ তাৰ মুখলৈ চালে। ছোৱালীজনী গাভৰু, আৰু বগা, আৰু বৰ ধুনীযা, আৰু বৰ ৰঙা-বগা, আৰু অলপ চানেকীযা আৰু সিমান শকত নহয আৰু আৰু বৰ ধুনীযা '

গৌতম চৌধুৰীৰ উপন্যাসৰ গতি দেখি অলপ ভয খালো। ষ্টেচনৰ পৰা এইটো গতিত আহিলে, ঘৰ পাওতেই দেখোন ৰাতি বাৰ বাজিব। তথাপি আৰু কিছুমান পাতৰ ওপৰত খৰকৈ চকু ফুৰাই গ'লো।

সেইখিনি পঢ়ি ধাৰণা হল যে সেই ধুনীযা অচিনাকি ছোৱালীজনীক কাহিনীৰ নায়কে, সিদ্ধাৰ্থই প্ৰথমে নিজৰ ঘৰলৈকে লৈ গ'ল। বহুত সুধিলতো তাই নিজৰ পৰিচয বা নিজৰ বিষযে একো বাতৰি নিদিলে। তথাপি ছোৱালীজনী সেইদিনা ৰাতি তাতে থাকিল। সিদ্ধাৰ্থৰ মাক তেতিয়া জীয়াই আছিল আৰু ভনীয়েকজনীকো বিযা দিযা হোৱা নাছিল।

ছোৱালীজনী ক'ৰপৰা আহিছে বা কলৈ যাব তাৰ কোনো সম্ভেদ সিদ্ধাৰ্থই উলিয়াব নোৱাৰিলে। ছোৱালীজনী বেছি বযসীয়া নহয, কিন্তু বৰ নিৰ্ভীক আৰু কথা অতি কম কয। কম কয় মানে প্ৰায় নকয়েই। এই ছোৱালীজনীক এৰি পঠিযাবলৈ বেয়া লাগিছিল যদিও, ছোৱালীজনীয়ে কোৱা মতেই সি তাইক নি চিভিল হাস্পতালত থৈ আহিলগৈ। ছোৱালীজনীৰ যে কি অসুখ সেই কথাও সিদ্ধাৰ্থই বুজিব নোৱাৰিলে। দুদিনৰ পিছত সি ছোৱালীজনীৰ খবৰ কৰিবলৈ হাস্পতাললৈ গৈছিল। কিন্তু তাত তাইক লগ নেপালেগৈ। তাইক নগৰৰ এজন ডাঙৰ মানুহে হেনো লৈ গ'ল। কিয় আৰু কি সম্পৰ্কত নিলে সিদ্ধাৰ্থই বুজিব নোৱাৰিলে। মাত্ৰ জানিলে যে সেই ডাঙৰ মানুহজনৰ হাস্পতালৰ ডাক্তৰৰ লগত ভাল আছিল।. .

লিখাখিনি আৰু পঢ়িব নোৱাৰিম যেন লাগিল। ইয়াৰ কাহিনীটো প্ৰেম-কাহিনী নে অন্য কিবা কেলেঙ্কাৰীৰ কাহিনী বুজিব লাগিলে শেষলৈকে পঢ়িব লাগিব। তাৰ কাৰণে সদ্যহতে মোৰ ধৈৰ্যৰ নাটনি। কাহিনীকাৰৰ কোনো সাহিত্যিক বৈশিষ্ট্য নাই। প্ৰথমৰে পৰা মোৰ এনে এটা ধাৰণা হৈছিল।

তথাপি এটা অভিমত দিব লাগিব যেতিয়া, ওপৰে ওপৰে হলেও এবাৰ চকু ফুৰোৱাৰ বাহিৰে গত্যন্তৰ নাই। চকু ফুৰাই গ'লো

এদিন সেই ডাঙৰ মানুহজনে সিদ্ধাৰ্থক মতাই পঠালে। সি গ'ল, তাৰ অলপ ভয় লাগিছিল। তেখেত বৰ ডাঙৰ মানুহ। সিদ্ধাৰ্থৰ নিচিনা এটা সামান্য মানুহক মতাই পঠালে কিয?

এদিন সন্ধিয়া পৰত সি ভযে ভযে তেখেতৰ ঘৰলৈ গ'ল।

তেখেত ভিতৰফালৰ বাৰাণ্ডাত বহি আছিল। এটা মানুহে আহি সিদ্ধাৰ্থক তালৈকে মাতি নিলে। তেখেতে তেতিয়া টাব এটাত সীজুৰ নিচিনা কিবা সৰু গছ এডাল লৈ কিবাকিবি কৰি আছিল। তেওঁ কিবা ল'ৰা-ধেমালি কৰি থকা যেন লাগিছিল।

মানুহজনৰ চুলিবোৰ আধাআধি পকা। চকুত চশমা আছে। সিদ্ধাৰ্থ কিছুপৰ থিয হৈ থাকিল। তেখেতে তাৰ ফালে ঘূৰি চোৱা নাছিল।

তেতিয়া বেলি মাৰ যোৱাৰ সময হৈছিল। বাৰীখনত বহুত ভাল ভাল গছ আছিল। তেতিয়া গছবোৰৰ আগত ৰাঙলী ৰ'দ উজ্জ্বল হৈ পৰিছিল। ঘৰখনত অন্য মানুহ নাই যেন লাগিছিল। ক'তো কাৰো সাৰসূৰ নাছিল, তাৰ তেনেকৈ ৰৈ থাকি অলপ বেযা লাগিছিল।

এনেতে কাষৰ কোঠাটোৰ পৰ্দাখন আঁতৰাই এজনী ছোৱালী সোমাই আহিল। সি চিনি পালে, সেইদিনা ৰাতি লগ পোৱা ধুনীযা ছোৱালীজনী। আজি ছোৱালীজনীক বেছি ধুনীযা অন্য এজনী ছোৱালী যেন লাগিল তাৰ। ছোৱালীজনীযে সৰু কলপতীযা ৰঙৰ পাৰিৰ এখন বগা শাৰী পিন্ধিছে।

তেখেতৰ ফালে চাই ছোৱালীজনীযে কলে, এইযা তেওঁ আহিছে।

তেখেতে মূৰ দাঙি প্ৰথমে সন্মুখৰ ফালে চালে, তাৰ পিছত ঘূৰি সিদ্ধাৰ্থৰ ফালে চাই কলে, কোন আহিছে?

সিদ্ধাৰ্থই কলে, মই ছাৰ—

বহা—তেখেতে কলে।

সিদ্ধাৰ্থ শঙ্কিতভাৱে মুঢা এটাতে বহিল।

অলপ সময তেখেতে থৰ লাগি সিদ্ধাৰ্থৰ মুখলৈ চাই থাকিল। সি কিছু বিবুদ্ধি হল। ছোৱালীজনী ওচৰতে ৰৈ আছে।

লাহে লাহে বেলিটো মাৰ যাব ধৰিছিল।

আৰু কিছুপৰ মনে মনে থকাৰ পিছত নিজকে কোৱাৰ দৰে তেখেতে কলে, কিছুমান গছ মাটিত শিপাবলৈ নেপালে জীযাই নেথাকে, মৰি যায, আৰু কিছুমান গছ য'তে-ত'তে জীযাই থাকে, বাঢ়ে ফুলে—নহযনে বাৰু?

কি কৈছে আৰু কাক কৈছে ভালকৈ নুবুজাকৈযে সিদ্ধাৰ্থই কলে, হয় ছাৰ।

তেখেতে সিদ্ধাৰ্থৰ ফালে ঘূৰিল আৰু তীব্ৰভাৱে তাৰ চকুলৈ চাই কলে, মাটিৰ তললৈ শিপা মেলাটো ডাঙৰ কথা নে ওপৰত ফুল ফুলোৱাটো ডাঙৰ কথা?

ছোৱালীজনী ভিতৰলৈ গ'ল।

তেখেতে আকৌ নিজেই কলে, ফুল ফল ধৰাটোৱেই ডাঙৰ কথা জানিছা, তললৈ শিপা মেলি কেৱল গছ হোৱাত গছৰ কোনো সাৰ্থকতা নাই। ফুলাই যাৰ ধৰ্ম বা গুটি ধৰাই যাৰ প্ৰকৃতি, তাক ফুলাৰ পৰা বা গুটি ধৰাৰ পৰা বঞ্চিত কৰাৰ কাৰো অধিকাৰ নাই। গুৰিত সাৰ জাবৰ মাটি পানী দিয়া—ফুল ফলিবই।

অন্য কথা নকৈ তেখেতে এইবোৰ কথা কিয় কৈছে সি বুজিব নোৱাৰিলে। ইয়াকে কবলৈকে জানো তাক মতাই অনাইছে?

সীজুৰ নিচিনা গছডালকে কোৱাৰ ধৰণে তেওঁ আকৌ কৈ গ'ল, এজনী ছোৱালী যে মাক-বাপেক বা স্বামীৰ লগতে চিৰদিন থাকি ঘৰ-সংসাৰ কৰিব লাগিব তাৰ কি অৰ্থ আছে? তাইৰ জীৱনৰ ঘাই শিপা ছিগি যাব পাৰে, তাই উঘালি পৰিব পাৰে কিন্তু সেই বাবেই তাই মৰি যাব লাগেনে? তাই অন্য মাটিত নতুন শিপা মেলি জীয়াই থাকিবৰ প্ৰয়াস কৰিলে ভুল হব? কিয় অন্যায় হব? সেই নতুন মাটিত যদি ৰস থাকে জীৱনৰ অৱলম্বন থাকে, নিৰ্ভযতা থাকে, প্ৰতিশ্ৰুতি থাকে, তাই জীয়াই থাকিবলৈ অস্বীকাৰ কৰিব কিয়?

সিদ্ধাৰ্থই এই কথাবোৰৰ অৰ্থ একো বুজা নাছিল। সি মাথোন মনে মনে বহি থাকিল।

ছোৱালীজনীযেই তালৈ চাহ লৈ আহিল।

পিৰিচ-পিয়লাৰ মিহিন শব্দতেহে যেন তেওঁ সাৰ পালে।

এইবাৰ তেখেতে সুধিলে, ওঁ, তোমাৰ নাম কি হে?

সিদ্ধাৰ্থই নাম কলে।

নামটো শুনি তেওঁ সিদ্ধাৰ্থৰ মুখলৈ তীব্ৰভাৱে চালে আৰু নিজেকে কোৱাদি কলে, জন্মতে সিদ্ধাৰ্থ নাম লৈ আহিলা। তুমি ক'ত থাকা? কি কাম কৰা?

সিদ্ধাৰ্থই কলে যে তাৰ এতিয়া কাম-কাজ নাই। সি কাম বিচাৰি ফুৰিছে।

ছোৱালীজনীলৈ দেখুৱাই তেখেতে সুধিলে, এওঁক তুমি বাটত লগ পাইছিলা?

সিদ্ধাৰ্থই মূৰ দুপিয়ালে।

য'তেই লগ নোপোৱা লাগিলে বাটৰ পৰা এওঁক ঘৰলৈ লৈ আহি ভাল কৰিলা।

সি একো নক'লে। .

খাতাখন জপাই থলো। গৌতম চৌধুৰীৰ এই খাতাখনত অন্য যি নেথাকক. সাহিত্য হিচাপে পাঠকক আকৃষ্ট কৰিব পৰা বিশেষ একো নাই। একেবাৰে হীন আৰু মন্থৰ বৰ্ণনা। কাহিনীটো অকণো আগবঢ়া নাই। মই মনতে ঠিক কৰিলো যে খাতাখন বিচাৰি আহিলে মই লিখক গৌতম চৌধুৰীক কৈ দিম যে বৰ্তমান বয়সত তেওঁ সাহিত্যিক হোৱাৰ চেষ্টা নকৰি, অন্য কোনো পুণ্যৰ কামত ধৰাই ভাল হব। আৰু তেওঁৰ লিখা মোক নেদেখুৱাই অন্য কোনো সাহিত্যিকক দেখুওৱাই ভাল হব।

পিয়নটোৱে ডাক দি থৈ গ'ল। দেশী-বিদেশী কেইখনো চিঠি আহিছে। দুখনমান আলোচনীও।

এটা অলপ শকত খাম পালো, খুলি চালো, লণ্ডনৰ হিড্‌নক্তিলা নামৰ কোনো এক ঘৰৰ নিবাসী ৰিচাৰ্ড হেমিল্দ নামৰ এজন মানুহে চিঠিখন লিখিছে।

মহোদয়,

আপোনালোকৰ চিঠিৰ বাবে ধন্যবাদ। মোলৈ মাজে-সময়ে ডক্টৰ অৰুণাভে চিঠিপত্ৰ লিখিছিল কিন্তু চিঠিবোৰ বৰ্তমান মোৰ লগত নাই। অনুসন্ধান কৰি পালে আপোনালোকলৈ পঠাম। বহুত বছৰৰ আগতে তেওঁ লিখা দুখন চিঠি পাই আজি পঠাই দিলো।

অৰুণাভৰ লগত মোৰ বন্ধুত্ব আছিল, মই এখন সাহিত্য আলোচনীৰ সহকাৰী সম্পাদক আছিলো, আৰু আন্তৰ্জাতিক মুক্তিসংঘ নামৰ এটা অনুষ্ঠানৰ সহাযোগী সভ্য আছিলো। অৰুণাভো তাৰ সভ্য আছিল।

তেওঁৰ মৃত্যুৰ বাতৰিত মই বৰ শোক পাইছো। তেওঁৰ মৃত্যুৰ বাতৰিয়ে মোৰো জীৱনৰ বেলি যে ডাৱৰৰ মাজে মাজে আহি অস্তাচলত বৈছেহি সেই কথা সোঁৱৰাই দিছে। তেওঁৰ পৰিয়াল আৰু বন্ধুবৰ্গলৈ আপোনালোকৰ যোগেদিয়ে আন্তৰিক সমবেদনা জনালো।

বিনীত—

হেমিল্দ।

ডক্টৰ অৰুণাভে তেওঁলৈ লিখা চিঠি দুখন যথেষ্ট পুৰণি, কাগজৰ ৰং হালধীয়া হৈ গৈছে, মই আগ্ৰহেৰে পঢ়িবলৈ ললো ঃ

আপোনাৰ যোৱা মাহৰ ২৫ তাৰিখৰ চিঠিখনৰ বাবে ধন্যবাদ। তাৰ কেইদিনমান আগতে মাথোন মই দক্ষিণ আৰু উত্তৰ-পূব আফ্ৰিকাত তিনিমাহ থাকি ঘূৰি আহিছো। অভিজ্ঞতা কিছু হল, কিন্তু তিক্ত অভিজ্ঞতা। এই অভিজ্ঞতাৰ পৰা কিবা শিক্ষা পালো বুলি মই এতিয়াও ভাবিব পৰা নাই।

মহাসমৰ শেষ হল। যুদ্ধখনৰ পৰা কাৰ লাভ হল আৰু কাৰ ক্ষতি হল বিচাৰ কৰাৰ প্ৰয়োজন নাই। যুদ্ধৰপৰা কোনোৱেই লাভবান নহয়। অস্বাভাৱিকভাৱে কিছুমান মানুহ মৰিল, কেইহেজাৰ কোটিমান টকা নষ্ট হল, কিছুমান গাঁও-নগৰ ধ্বংস হল, আৰু আকৌ এবাৰ ইতিহাসক সাক্ষী ৰাখি মানুহে হাতেকামে প্ৰকাশ কৰি দেখুৱালে যে কুৰি শতিকাতো কিছুমান মানুহ আদিম জিঘাংসু পশুৰ স্তৰতে আছে, সভ্যতা-সংস্কৃতিৰ ধ্বংসে আৰু অপমান আগৰ দৰেই আজিও মানুহে বিনা দ্বিধাই কৰি আছে।

কিন্তু আজি মই আপোনালৈ লিখিবলৈ ওলোৱা নাই। বন্দুক বৰটোপৰ কোলাহলে মানুহৰ শুভবুদ্ধি আৰু বিবেকৰ বাণীক স্তব্ধ কৰি দিছে। আপোনাৰ বা মোৰ আলোচনাই মহাসমৰ বৰ্বৰতাৰ শাম নকটায়।

আফ্ৰিকা ঘূৰি আহিলো। আমাৰ নিজৰ দেশখনতো গাঁৱে-নগৰে বহুত ঘূৰিছো, মানুহ আৰু মানুহৰ জীৱনৰ লগত কিছু চিনাকি হৈছো। তেওঁলোকৰ নিশ্বাসৰ উত্তাপো অনুভৱ কৰিছো। উপনিবেশবাদ বা সাম্ৰাজ্যবাদৰ সমাধি ৰচনাৰ সময় যোৱা শতিকাতে পাঁৰ হৈ যাব লাগিছিল। দুৰ্ভাগ্যৰ কথা যে ইউৰোপে ইতিহাসৰ গতিৰ বিৰুদ্ধে অভিযান কৰি যোৱাৰ মূঢ়তা আজিও পৰিহাৰ কৰা নাই।

আফ্ৰিকা আৰু এচিয়াৰ আত্মচেতনাক ঐতিহাসিক বিৱৰ্তনৰ স্বাভাৱিক পৰিণাম বুলি বুজিও তাক স্বীকৃতি দিবলৈ অসন্মত হোৱাত সাম্ৰাজ্যবাদী ইউৰোপৰ উগ্ৰ স্বাৰ্থপৰতা আৰু অদূৰদৰ্শিতাই প্ৰকাশ পাইছে। বন্য মানুহ যদি স্বাধীন হৈ থাকিব পাৰিছিল, সভ্য মানুহ স্বাধীন হোৱাৰ অধিকাৰৰ পৰা কিয় বঞ্চিত হব কব পাৰেনে? ভাৰতৰ মানুহেও ৰাজনৈতিক মুক্তি বিচাৰিছে। নিবিচাৰিলে কুৰি শতিকাক অপমান কৰা হব। ইংলেণ্ডে এই দাবীত কোনো গুৰুত্ব দিয়া নাই। আপুনিও জানো বিশ্বাস নকৰে যে ৰাজনৈতিক মুক্তি নহলে মানুহৰ মন আৰু আত্মাক মুক্ত কৰা নেযায়, মুক্ত মন আৰু মুক্ত আত্মা নহলে, মানুহৰ মানৱতাৰ আৰু মানৱীয় গুণৰাশিৰ বিকাশ নঘটে যেতিয়ালৈকে মানৱীয গুণৰাশিয়ে পূৰ্ণ বিকাশ লাভ কৰিব নোৱাৰে, তেতিয়ালৈকে পূৰ্ণ মানুহৰ আবিৰ্ভাৱ নহয। অপূৰ্ণ আৰু অসম্পূৰ্ণ মানুহ লৈ এখন পূৰ্ণাঙ্গ মানৱ সমাজ হব নোৱাৰে।

ইংলেণ্ডত উদাৰমনা মানুহৰ অভাৱ নাই—ৰাজনীতিৰ ক্ষেত্ৰতো। পৃথিৱীৰ আৰু মানৱ সভ্যতাৰ ইতিহাসত ইংলেণ্ডৰ বিশিষ্ট বৰঙণি আৰু ভূমিকা আছে। এই কথা ইংৰাজসকলেই আটাইতকৈ ভালকৈ জানে আৰু বুজে। কিন্তু সাম্ৰাজ্যবাদক সমৰ্থন কৰি থাকি ইংৰাজে বিশ্ব সভ্যতাক বিকৃত কৰাত কোনো মহত্ত্ব নাই।

যুদ্ধক আপুনি আৰু মই সৰ্বান্তকৰণে ঘৃণা কৰো। কিন্তু যদি মোৰ স্বাধীনতাৰ ন্যায়সঙ্গত আকাঙ্ক্ষাক আপুনি অৱজ্ঞা কৰে, যদি ইতিহাসৰ আহ্বানক আপুনি অস্বীকাৰ

কৰে, যদি মোৰ বিবেকৰ মুক্তিৰ পথত আপোনাৰ স্বাৰ্থপৰতাই প্ৰাচীৰ ৰচনা কৰে, মোক যদি আপুনি দাসত্বৰ বন্দীশালতে চিৰদিন বন্দী কৰি ৰখাৰ অসৎ পৰিকল্পনা কৰে, তেতিয়া মই কি কৰিম? মই যুঁজিম।

কেৱল কথাৰে নহয়, কেৱল যুক্তিৰে নহয়, কেৱল তৰ্কেৰে নহয়, হয়তো মই অস্ত্ৰেৰেও যুঁজিম। বিবেকৰ শক্তিতকৈ যেতিয়া পশুত্বৰ শক্তি অধিকতৰ বাঞ্ছনীয় বুলি বিবেচিত হয় তেতিয়া ধ্বংস পথেদিয়ে সৃষ্টিৰ সন্ধান কৰাৰ বাহিৰে আৰু কি উপায় আছে? কিন্তু যিদিনা আপুনি আৰু মই—দুজন সত্য, জ্ঞান আৰু শান্তিৰ পূজাৰীয়ে পশু-শক্তিৰ ওচৰত আত্মসমৰ্পণ কৰিম সেই দিনাই আমাৰ নিজৰ শুভবুদ্ধি, বিবেক আৰু মানৱতাক বলি দিয়া নহব জানো? জ্ঞান অখণ্ড, সত্য অখণ্ড, প্ৰেম অখণ্ড, সেইদৰে মানৱৰ মুক্তিও জানো বিশ্বজনীন হব নোৱাৰে?

প্ৰিয বন্ধু, যুদ্ধক ঘৃণা কৰিও যদি আমি যুদ্ধৰে আশ্ৰয় লবলগীয়া হয়, ঘৃণা আৰু অসত্যক বৰ্জনীয় বুলি জানিও যদি ঘৃণা আৰু অসত্যৰেই কাষ চাপিবলগীয়া হয়, যদি পৃথিবীৰ এক অঞ্চলৰ মানুহক মুক্ত কৰিবৰ কাৰণে অন্য এক অঞ্চলৰ মানুহৰ বিৰুদ্ধে শত্ৰুতা কৰিবলগীয়া হয়, তেন্তে সত্য আৰু প্ৰেমৰ সাৰ্বজনীন আৰু নিৰ্বিৰোধ বিস্তাৰ ঘটিব কেনেকৈ? আপুনি আৰু মই এই যুগতে জীয়াই আছিলো বুলি ক'ম কেনেকৈ? এই আত্মহত্যাৰ পথ ৰুদ্ধ কৰাৰ দায়িত্ব আপুনি আৰু মই নললে চলিব জানো?

মোৰ মনেৰে এচিয়া বা আফ্ৰিকাৰ স্বাধীনতাৰ প্ৰশ্নটো কেৱল এটা ৰাজনৈতিক প্ৰশ্নই নহয়। এইটো এটা ন্যায় আৰু মানৱতাৰ প্ৰশ্ন। আফ্ৰিকা ভ্ৰমণৰ পিছত এষাৰ কথাকে মই বৰকৈ অনুভৱ কৰিছো যে জীৱন নৰয়, জীৱনৰ আশা-অভীপ্সাক গুলীয়াই মাৰি নিৰ্মূল কৰা নেযায়। মানুহৰ মানুহ হোৱাৰ অধিকাৰ সূৰ্যৰশ্মিৰ দৰেই অনিৰুদ্ধ।

কিন্তু ইয়াকে প্ৰমাণ কৰিবৰ কাৰণে যদি কেতিয়াবা আপুনি আৰু মই হাতত অস্ত্ৰ লব লাগে তাৰ পূৰ্বেই আমি আমাৰ হাজাৰ হাজাৰ বছৰৰ সংস্কৃতিক চিতাত তুলি দিয়া উচিত নহবনে?

আপোনাৰ

—অৰুণাভ।'

দুই-এবছৰৰ অগা-পিছাকৈ লেখা যদিও, আনখন চিঠিৰ বিষয়বস্তু বেলেগ। ইখন চিঠিৰ লগত তাৰ বক্তব্যৰ কোনো সম্পৰ্ক নাই। তাত কোনোবা এখন কিতাপৰ দোকানত থকা দুখনমান কিতাপ পঠাই দিবলৈ কোনোবা এগৰাকী মিচেছ জনচনৰ

বাতৰি দিবলৈ আৰু ইয়াৰ পিছৰবাৰ ইংলেণ্ডলৈ গ'লে, তেওঁক লগ পাবলৈ ইচ্ছা প্ৰকাশ কৰা হৈছে। শেষৰ ফালে ডক্টৰ অৰুণাভৰ নিজৰ অলপ কথা আছে :

'কোনোজনৰ চিন্তাধাৰা বা কাৰ্যকলাপ অথবা আচৰণ-বিচৰণক ভালকৈ বুজিব নোৱাৰিলে আমি তেওঁক ভুল বুজাটোৱেই বেছি স্বাভাৱিক, কাৰণ মানুহক মানুহে বুজিব নোৱাৰাটোৱেই আটাইতকৈ বেয়া দুৰ্বলতা বুলি বহুতে ভাবে। মুখ খুলি মোৰ আগত কোনেও একো কোৱা নাই কিন্তু ইতিমধ্যে বহুতে বয়সীয়া চৰাই ধৰি আনি সজাত ভৰাই পোহক, আপোনাক কোনোৱে ভুল নুবুজে, আপুনি এটা বাঘৰ পোৱালি বা সাপৰ পোৱালি ধৰি আনি পোহক, কোনোৱে আপোনাক ভুল বুজাৰ প্ৰয়োজন বোধ নকৰে। কিন্তু আপুনি ক'ৰবাৰ এটা অনাথ অনাত্মীয় পৰিচয়হীন নিৰাশ্ৰয় মানুহ বা মানুহৰ সন্তানক আনি পোহপাল দি ৰাখক, মানুহৰ চকু থিৰ হৈ যাব। মানুহৰ সন্তানটোক এওঁ কিয় আশ্ৰয় দিছে? কিয় ঠাই দিছে? নিশ্চয় কিবা এটা আছে... নিশ্চয়.......

'মানুহৰ সন্তানক জীয়াই ৰাখিবৰ চেষ্টা কৰাটো ডাঙৰ অপৰাধৰ কথা। কাৰণ নিজৰ তেজ-মঙহৰ সন্তানৰ বাহিৰে আনৰ সন্তানক জীয়াই ৰাখিবৰ চেষ্টা কৰাৰ কোনো অধিকাৰ আপোনাৰ নাই!

'চমুকৈ কথাষাৰৰ অৰ্থটো আপোনাক বুজাই কওঁ।

'এজনী অকলশৰীয়া গাভৰু ছোৱালী ক'ৰবাৰ পৰা ঘূৰি-পকি, ধৰক বাট ভুল কৰি—আহি মোৰ ঘৰত ওলালহি। তাইৰ লগত কোনো নাছিল—যদিও হয়তো তাইৰ সকলো আছিল বা আছে। কিন্তু বহুতে আত্ম-উপলব্ধিৰ কাৰণে নিজৰ আত্মীয়-পৰিজন সকলোকে এৰি অকলশৰে আলিবাটত থিয় দিয়াত এটা বিপ্লৱী আত্মপ্ৰসাদ উপলব্ধি কৰে। ছোৱালীজনীৰ কোন আছে, কোন নাই, মই কোনোদিন সোধা নাই। কিয় সুধিব লাগে বাৰু? আত্মবিশ্বাস থকা এজনী গাভৰু ছোৱালী জানো নিজেই যথেষ্ট নহয়? মই নাই সোধা। হয়তো নিজ পৰিচয় মোক দিবলৈ পোৱা হলে ছোৱালীজনীয়ে ভালেই পালেহেঁতেন, মই জনাত ছোৱালীজনীৰ কোনো দুৰ্বলতা নাই। নিজৰ পৰিচয় দিবলৈ বেয়া পালে তাই ভয় নকৰে। কিন্তু তাইৰ অন্য পৰিচয় বিচৰাৰ কোনো প্ৰয়োজন মই বোধ কৰা নাই। ৰাজআলিৰ মাজত হেৰাই যাবলৈ যাৰ ভয় নাই, তাক কাৰোবাৰ ঘৰৰ ঠেক পদূলি চিনাই দিয়াৰ কি সাৰ্থকতা আছে?

'ছোৱালীজনী মোৰ ঘৰতে আছে। তাই যদি কোনোবা দিনা ক'ৰবালৈ গুচি যাবলৈ ওলাই মই বাধা নিদিওঁ, নোসোধো কলৈ যাব, আৰু নোসোধো কিয় যাবলৈ ওলাইছে। মোৰ ঘৰৰ পৰা কাৰোবাক খেদাই দিবৰ অধিকাৰ যিদৰে মোৰ নাই, সেইদৰে যাব খোজা কাৰোবাক ৰাখি থোৱাৰ অধিকাৰো মোৰ নাই।

'কিন্তু ছোৱালীজনী যোৱা নাই, যোৱাৰ কথা কোৱাও নাই এতিয়ালৈকে। যাবৰ প্ৰয়োজন উপলব্ধি কৰিলে গুচি যাব, সেই কথা আগতে কাৰোবাক জনোৱাৰতো কোনো দৰকাৰ নাই।

'মানুহৰ ছোৱালীজনী এজনী চৰাই নহয়, এটা বাঘ বা সাপৰ পোৱালি নহয়, তাই এজনী ছোৱালী। মানুহৰ সন্তান। আৰু হয়তো এইবাবেই মোৰ ঘৰত তাই থকা বাবে বহুতে অস্বস্তি অনুভৱ কৰিছে।

'মই আচৰিত হোৱা নাই। অসন্তুষ্টও হোৱা নাই। মোৰ কোনো কাৰ্য অনুমোদন নকৰিবৰ অধিকাৰ অন্যৰ নিশ্চয় আছে। আৰু মই কৰা সকলো কাম সামাজিকভাৱে শুদ্ধ বুলি বিবেচিত নহবও পাৰে।

'কিন্তু মোৰো দুৰ্বলতা নোহোৱা নহয়। ছোৱালীজনী অন্যৰ ঘৰত নেথাকি মোৰ ঘৰত থকাৰ কাৰণে মোৰ আনন্দ লাগিছে, আৰু ছোৱালীজনী মোৰ ঘৰৰ পৰা গুচি যায় বুলিও মোৰ শঙ্কা হয়। অনুভৱ কৰিছো ছোৱালীজনী মোৰ কাষৰ পৰা গুচি গ'লে মোৰ বেয়া লাগিব। কাৰণ এই অচিনাকি ছোৱালীজনীক মোৰ ভাল লাগিছে।

'পিছত এই বিষয়ে লিখাৰ প্ৰয়োজন হলে লিখিম।'

এইয়া যে ডক্টৰ অৰুণাভৰ ব্যক্তিগত জীৱনৰ অলপ প্ৰয়োজনীয় কাহিনী। কিন্তু এই ছোৱালীজনীৰ বিষয়ে লণ্ডনৰ ৰিচাৰ্ড হেমিল্টনলৈ লিখিবৰ কিবা উপলক্ষ্য বা প্ৰযোজন হৈছিল যদিও মই বুজিব নোৱাৰিলো।

চিঠি দুখন ফাইলত থৈ দিলো। হয়তো ডক্টৰ অৰুণাভৰ জীৱনী লিখিবৰ সময়ত ইয়াৰ কোনো কোনো কথা উল্লেখ কৰিব লগাত পৰিব পাৰে। কিন্তু এতিয়ালৈকে সংগ্ৰহ কৰা ডক্টৰৰ জীৱন সম্পৰ্কীয় বহু কথাকে বাদ দিব লাগিব। জীৱন আৰু জীৱনী নিশ্চয় একে নহয়।

এদিন বসন্ত আকৌ ওলালহি। আগৰ নিচিনাই ৰুক্ষ মুখ, অবিন্যস্ত চুলি, নিৰস শেঁতা চকু। পিন্ধনতো আগৰ নিচিনাই মলিয়ন এটা কামিজ আৰু এখন চুৰিযা।

সন্ধিয়া লাগি ভাগিছিল আৰু মই মোৰ নিজৰ থকা ঘৰৰ আগৰ অকণমান চোতালখনতে চকী এখন পাৰি বহি আছিলো। আগদিনা অহা দুষ্মন্ত তালুকদাৰৰ চিঠিৰ কথাখিনিৰ বিষযেই চিন্তা কৰিছিলো। মনোহৰ কাপুৰ আৰু তেওঁৰ পৰিয়াৰক এবাৰ নিশ্চয় লগ ধৰিব লাগিব। নিশ্চয় তেওঁলোকৰ পৰা ডক্টৰৰ বিষয়ে কিছু কথা জানিব পৰা যাব।

বসন্ত ওলালহি।

বহিবলৈ দিলো। মানুহটোলৈ মোৰ অলপ পুতৌ আৰু সমবেদনা জন্মিছিল। মোৰো অৱসৰ আছিল আজি— গাটোও সামান্য অসুখ আছিল, এইবোৰ বয়সৰ অসুখ। মাজে মাজে হয়।

আজি মযে উপযাচি বসন্তৰ ভাল-বেযাৰ খবৰ সুধিলো। শুকান মাতেৰে বসন্তই কলে, মন ভাল নেথাকিলেনো গা কেনেকৈ ভালে থাকিব, তাতে এই বয়সত দেহাৰ মেনত কৰি খাব লাগে, আজি কিছুমান দিনৰ পৰা অলপ অলপ বুকুৰ বিষ হৈছে।

মানুহটোৰ চকু-মুখ দেখিযেই মানুহটোৱে অসুখত ভুগিছে বুলি ধাৰণা কৰিব পাৰি। সেই সম্পৰ্কে আৰু বেছি কিবা সুধিলে অধিক অপ্ৰিয কোনো কথাহে ওলাই পৰিব বুলি মই অন্য প্ৰসঙ্গ উলিযালো।

তুমি যে শেৱালি নে কি ছোৱালীজনীৰ কথা কৈছিলা, সেইদিনা কথাষাৰ মই ভালকৈ মন কৰিবলৈ নহল। অলপ বহলাই কোৱাচোন, কবলৈ বেযা পাবা নেকি?

বহলাই কবলৈ একো নাই ছাৰ। এতিযা ডাঠি-চুলি পকিল। বহুত কথাকে বুজি পালো, পিছে এষাৰ কথাহে মই আজিও বুজিব নোৱাৰিলো।

কি কথানো?

ছাৰ, কিবা উনৈশ-বিশ হলে ক্ষমা কৰিব। আপোনাক কৈছোৱেই হবলা, মাক বাপেকে পাতিবলৈ ধৰা বিযা ভাঙি তাই মোৰ লগত পলাই আহিছিল। সাত শতুৰুৱে কলেও মই বিশ্বাস নকৰো যে তাই মোক ভাল নেপাইছিল, তাইৰ মোলৈ মৰম নাছিল। মৰম নেথাকিলেনো ঘৰবাৰী পা-পৰিযাল সকলো এৰি মানুহ কোনোবা এটাৰ লগত গুচি যাব পাৰেনে?

অলপ বৈ সি আকৌ কলে, আমি কাহানিও এৰা এৰি হোৱা নাছিলো, মই যলৈকে যাওঁ তাযো তালৈকে যায। ডক্টৰৰ ঘৰতো আমি দুযোটাই লগ এৰা নাছিলো।

মই বসন্তৰ কাৰণে চাহ আনিবলৈ কলো। লগতে সুধিলো, শেৱালি চাগে বৰ ৰূপহী ছোৱালী আছিল?

নামেগাঁৱে শেৱালি ছাৰ। গাঁও-চহৰত তেনে ধুনীযা ছোৱালী হেজাৰত এজনীও নোলাব। গুখই-পাখই গঢে-গঠনে খোজে-কাটলৈ তাই সাইলাখ এজনী দেৱী প্ৰতিমা হেন আছিল, মই বঢাই কোৱা নাই, দহে কৈছিল। ৰূপহী বুলি পিছে তাইৰ গপগৰ্ব একো নাছিল, লেখা-পঢাও কৰিছিল নহয়—সেইদেখি কথা-বতৰাবোৰো বৰ নিমজ আছিল। কোনোৱে একোতে কোনো খুঁত উলিয়াব নোৱাৰিছিল।

শেৱালিক গভীৰভাৱে ভাল নেপালে বসন্তই ইমানবোৰ কথা নিশ্চয নক'লেহেঁতেন।

পিছতনো কি হল?

তাকেইহে আজিও বুজিব নোৱাৰিলো ছাৰ—কাম কৰি খোৱা মানুহ, আমি দুয়োটাই কাম কৰো, মই বাৰী-ঘৰৰ বাহিৰা কাম কৰো, আৰু শেৱালিয়ে হাকিমৰ লগে লগে থাকি তেখেতৰে আলপৈচান ধৰে। কৰিবনো লাগে কিটো, কাগজ-কলম ঠিক কৰি দিয়া, চাহ-চৰ্বত বা পানী এগিলাচ দিয়া, লেম-চাকি জ্বলোৱা-নুমুওৱা, বিছনাখন জাৰি-জোকাৰি দিয়া—এজন মানুহৰ কাৰণে এইকণ কথাক কাম বুলিবনে? আৰু ডক্টৰো আছিল আচৰিত মানুহ। কেতিয়াবা কিবা এটি মনত খেলালে, কলে. তাৰ পিছত আৰু পাহৰিলে। আকৌ মনত পেলাই নিদিলে আৰু মনত নপৰে। কোনোদিন কাকো খং-ৰাগ কৰিব লাগে বুলি কব নোৱাৰে। শেৱালিয়েহে তেখেতক চলাইছিল ছাৰ। খুৱাব-বুৱাব, পিন্ধাব-শুৱাব—তাই যি কৰিবলৈ কয়, তেখেতে তাকে কৰে। মাজে মাজে কৈয়ে পেলায়, শেৱালি, তই নহলে মই চলিবই নোৱাৰিম যেন পাইছো। খোৱা-শোৱা সকলো মোৰ ভুল হৈ যায় দেখোন—

মই বুজিলো ভাল শুনোতা পালে বসন্তই অলপ বেছি কথা কয়। ময়ো কবলৈকে দিলো, আৰু আচল কথাষাৰ কব নোৱাৰি যে বসন্তই অলপ অসুবিধা পাইছে মই বুজিলো।

কোনো কোনো ডাঙৰ মানুহ তেনেকুৱা সৰু ল'ৰাৰ নিচিনা হয়েই। আৰু কোনোবাই মৰম কৰিলেও বৰ হেঁপাহেৰে সেই মৰম লয়—মন্তব্য দিয়াৰ ধৰণে মই কলো।

বসন্তই কলে, হয় ছাৰ, সেই কাৰণে মই বেয়া পোৱা নাছিলো। তেখেত ডাঙৰ মানুহ, অকলশৰে থাকে, লিখাপঢ়া কৰি থাকে। সৰু-সুৰা কথা চিন্তা কৰিবই নেজানে। তেনে এগৰাকী মানুহৰ লগত থাকি আলপৈচান ধৰিবলৈ পোৱাটো আমাৰহে ভাগ্যৰ কথা। পিছে ছাৰ—তেখেতৰ শুশ্ৰূষা কৰিবলৈ ললে বুলিয়ে শেৱালিয়ে মোলৈ একেবাৰে পিঠি দিয়াটো মইনো সদায় কেনেকৈ চাই থাকিম?

অবশ্যে তোমাক অবহেলা নকৰিওতো পাৰিলেহেঁতেন। মই কলো।

মই ছাৰ তথাপি একো কোৱা নাছিলো। ভাবিছিলো তেওঁলোকে মোৰ অবস্থাটো বুজি পাব। আৰু এটা কথা ছাৰ—

কোৱাচোন—

ছাৰ, কথা বহুত। সেইখন ঘৰতে মই থাকো। বেছি লেখাপঢ়া নজনা মুৰুখ মানুহ যদিও কিছুমান কথা তো দেখিশুনি বুজি পাওঁ। আমি তেখেতৰ ঘৰলৈ যেতিয়া যাওঁ, তাত যি গৰাকী মানুহ আছিল, তেখেতক প্ৰথমে আমি হাকিমনী বুলি ভাবিছিলো। পিছতহে জানিছো তেখেত কোনোবাহে, হাকিমনী নহয়—

মোৰ কৌতূহল হল। এই মানুহগৰাকী আকৌ কোন আছিল?

কথাটো মই ভালকৈ বুজি পোৱা নাই—

প্ৰথমতে আমিও একো বুজি নেপাইছিলো, পিছতহে অলপ অলপ বুজি পাবলৈ ধৰিলো।

কি কথানো?

লাহে লাহে কথাবোৰ মনত পেলাবৰ চেষ্টা কৰাৰ দৰে বসন্তই কৈ গ'ল ঃ

আমি আহি থাকিবলৈ ললো। অকণমান আশ্ৰয় আৰু মৰম পোৱাৰ কাৰণে তেখেতৰ ঘৰখনক আমাৰ স্বৰ্গ যেন লাগিছিল। তাতে এগৰাকী মানুহ দেখা পালো। মানুহগৰাকী দেখাই-মেলাই সভা-শুৱনি, বয়সতো দেখাত কোমল, পিছে মানুহগৰাকীয়ে ডক্টৰ নেথাকিলে সদায় মন মাৰি থাকে, কথা প্ৰায় নকয়েই। আমি ভাবিছিলো হাকিমনী তেনেকুৱা গহীনেই। ডাঙৰ মানুহ চলৌপতৌ হলে জানো ভাল দেখাব? কথা নোকোৱাৰ কাৰণে মোৰ তেখেতলৈ মনে মনে ভয়েই লাগিছিল। পিছে তেখেতে আমাক কোনোদিন খং চং কৰা নাছিল। সদায় কেৱল মন মাৰি থাকে।

তেওঁনো ডক্টৰৰ পৰিবাৰ নহয় বুলি কেনেকৈ জানিলা?

তাতে আৰু দুটা মানুহে কাম কৰিছিল নহয়—এটা ৰান্ধনি, আনজন তেওঁৰ কেৰেণী—শেৱালিক যে পঢ়াইছিল গৌতম চৌধুৰী—।

গৌতম চৌধুৰী নামটো মোৰ ক'ৰবাত শুনা যেন লাগিল।

কিছুদিন পিছত আচল কথাষাৰ কলে যুগলে।

যুগলনো কোন?

ৰান্ধনিটো। সি আগতে বিহাৰৰ ফালৰ মানুহ আছিল, বহুত দিনৰ পৰা কাম থকা মানুহ।

সিনো কি কলে?

ডক্টৰৰ পৰিবাৰৰ নাম হেনো আছিল উত্তৰা দেৱী। কোনোবা বৰ ধনী জমিদাৰৰ ছোৱালী, বিয়া হৰৰো বহুত বছৰ হৈছিল, এজনী ছোৱালীও আছিল। ছোৱালীজনীয়ে চিমলাত আকৌ কিবা পঢ়িছিল, তেওঁৰ বিয়া দিবৰ বন্দবস্ত হৈ আছিল। তেনেতে ডক্টৰৰ ঘৰত ক'ৰবাৰ পৰা এখেত আহি ওলালহি।

কোন এখেত?

মীনা। পিছত শুনিছিলো। তেখেতৰ নাম আছিল মীনা। আমি ভালকৈ নেজানো। পিছে মানুহে কোৱাকুই কৰিছিল যে তেখেতৰ ঘৰবাৰী আঁতিগুৰিৰ কথা ডক্টৰে নিজেও কব নোৱাৰে, তেখেতে কোনো দিন সোধাও নাছিল। সেইবোৰ কথা অৱশ্যে কাকো নোসোধেও। আমাকো সোধা নাছিল।

ইয়াৰ পিছত বসন্তই অপ্ৰস্তুতভাৱে যি কলে তাৰ পৰা মই ইমানকে বুজিলো যে মীনা নামৰ ছোৱালীজনী আহি ডক্টৰৰ ঘৰত আঠ মাহমান থকাৰ পিছত হাস্পতালতে মীনাৰ এটা ল'ৰাৰ জন্ম হৈছিল। ডেৰ মাহ হাস্পতালতে থকাৰ পিছত ল'ৰাটো লৈ মীনা ডক্টৰৰ ঘৰলৈ গুচি আহিছিল আৰু ডক্টৰৰ ঘৰতে আছিল। কিন্তু মীনা হাস্পতালৰপৰা আহি তিনি মাহমান থকাৰ পিছত ডক্টৰৰ পৰিবাৰ উত্তৰা দেৱী বাপেকৰ ঘৰলৈ নে ক'ৰবালৈ গুচি গ'ল। আমি থকা সময়খিনিৰ ভিতৰত আৰু ঘূৰি নাহিল। তেওঁনো কেলেই গুচি গ'ল, আৰু কলৈ গুচি গ'ল আমি কব নোৱাৰো।

মীনাৰ পিছে কি হল?

আকৌ বসন্ত কিছু সময় মনে মনে থাকিল। এইবোৰ কথা কবলৈ পাই বসন্তই নিশ্চয় ভাল পাইছে। বহুত দিনৰ পৰা যেন বসন্তই এই কথাবোৰ কবলৈ বিচাৰি ফুৰিছিল। মই নিৰুৎসাহ কৰিবলৈ নিবিচাৰিলো। আৰু বসন্তৰ সহায়তো মই ডক্টৰৰ জীৱনৰ কিছুমান ভিতৰুৱা কথাৰ সম্ভেদ পাইছিলো। এইবাৰেও আটাইবোৰ কথা মই বাধ্যত পৰি শুনাৰ দৰে শুনি গৈছিলো।

বসন্তই কলে, মীনা আছিল। উত্তৰা দেৱী যোৱাৰ পিছত তিনি বছৰমানেই আছিল। তাৰ পিছত হেনো ক'ৰবালৈ গুচি গৈছিল।

গুচি গৈছিল?

গুচি গৈছিল নে ডক্টৰে নিজে থৈ আহিছিল গৈ আমি কব নোৱাৰো। আমি পিছত শুনিছিলো যে ডক্টৰৰ এজন মুছলমান বন্ধুৰ ঘৰতে ল'ৰাটোৰে সতে মীনা আছিলগৈ।

মুছলমান মানুহৰ ঘৰত থলে কিয়?

মীনাও মুছলমান আছিল নহয়?

মই অলপ হতভম্ব হৈ গ'লো। ক'ৰ এজনী মুছলমান ছোৱালী আহি ডক্টৰৰ ঘৰত তিনি-চাৰি বছৰ আছিলহি?

মই সুধিলো, মীনাক নো পঠিয়াই দিলে কিয়? কিবা জানা?

তেখেতে হেনো ডক্টৰক সদায় কৈ আছিল, উত্তৰা দেৱীক লৈ আহিব কাৰণে, কিন্তু ডক্টৰে সদায় কয়, উত্তৰা নিজৰ ঘৰলৈ নিজেই আহিব। তেওঁ মোক বুজে।

ৰাতি হৈ আহিছিল। বসন্তৰ কথাখিনি মোৰ কাৰণে দৰকাৰী আছিল যদিও আমনিও লাগিছিল, হয়তো ইয়াৰ সৰহভাগ কথাই অতিৰঞ্জিত বা পক্ষপাতদুষ্ট। অৱশ্যে ডক্টৰ অৰুণাভৰ বিষয়ে মোৰ আগত কবলৈ বসন্তৰ বিদৰে ভয়-সঙ্কোচৰ কাৰণ নাই, সেইদৰে, তেওঁৰ বিষয়ে কোনো কথা সাজি কোৱাৰো কোনো প্ৰয়োজন নাই। কাৰণ

বসন্তই অন্ততঃ নেজানে যে ডক্টৰ অৰুণাভৰ জীৱনী লিখিবৰ কাৰণে মই তলে তলে সম্বল বিচাৰি ফুৰিছো। তেতিয়াহলে হয়তো বসন্তই কোনো কথাকে নক'লেহেঁতেন।

ঘৰত মীনাক ৰখাৰ কাৰণেই উত্তৰা দেৱী ঘৰ এৰি গুচি গ'ল নেকি? কিন্তু মীনা সন্তানৰ জন্ম দিবৰ কাৰণে ক'ৰপৰা আহি ডক্টৰৰ ঘৰত ওলালহি!

এইবোৰ অলপ জটিল প্ৰশ্ন। উত্থাপন নকৰি মই সুধিলো, মীনা থাকোতেও তোমালোক তাতে আছিলা?

আছিলো। তেওঁৰ ল'ৰাটোক লব-মেলিবৰ কাৰণে এজনী মানুহ ধৰি দিছিল। বৰ ধুনীয়া হৈছিল ল'ৰাটো। আমিও মাজে-সময়ে লওঁ।

হঠাৎ মই সুধিলো, তোমালোকৰ নিজৰ ল'ৰা-ছোৱালী নাছিল নেকি?

বসন্তই তলমূৰ কৰিলে, আৰু কিছুপৰ নীৰবে থাকি সৰু মাতেৰে কলে, নাছিল—।

কিয় নাছিল? সোধাটো এটা নিষ্ঠুৰ আৰু অশ্লীল কথা হলহেঁতেন, নুসুধিলো। মাত্ৰ মোৰ মনত হঠাৎ খেলাই গ'ল যেন শেৱালিয়ে বসন্তক অৱহেলা কৰাৰ কোনো কাৰণ এই কথাটোতে নিহিত আছিল।

বসন্তৰ লগত কথা চমু চপাই আনিবৰ চেষ্টা কৰিলো। পোনপটীয়াভাৱেই সুধিলো, মীনা তাৰপিছত কলৈ গ'ল তোমালোকে কব নোৱাৰিলা?

শেৱালিক লগত লৈ ডক্টৰ যেতিয়া ভাটিৰ ফালে ক'ৰবালৈ যাবলৈ ওলাল তেতিয়া মীনাক আৰু তেওঁৰ ল'ৰাটোক সেই মুছলমান মানুহজনৰ ঘৰত থৈ গৈছিল নহয়, তাত হেনো তেখেত এবছৰ-ডেৰ বছৰমান আছিল। তাৰ পিছত ল'ৰাটো তাতে এৰি ক'ৰবালৈ গুচি গল, কলৈ গ'ল, জীয়াই আছেনে মৰিল কোনোৱে কব নোৱাৰিলে। মানুহে কোৱামেলা কৰিছিল বোলে তেওঁ আকৌ ল'ৰাটোৰ বাপেকৰ ওচৰলৈ ঘূৰি গৈছিল। পিছে কোনোৱে কোনোৱে কৈছিল যে তেওঁক নেৰাখিলে সেই দুখতে তেওঁ ক'ৰবালৈ গুচি গ'ল।

কথাবোৰ কিছু বেমেজলীয়া আৰু দুৰ্বোধ্য যেন লাগিল মোৰ। ডক্টৰ অৰুণাভৰ জীৱনত মীনা নামৰ এই মানুহজনীৰ ঠাই ক'ত আছিল আৰু এই মীনায়েইবা কোন আছিল জানিবৰ এটা ইচ্ছা হল। কিন্তু বৰ্তমান মই সেই চেষ্টা কৰাৰ কোনো প্ৰয়োজন নাই বুলি উপলব্ধি কৰিলো। মোৰ প্ৰধানকৈ দৰকাৰ ডক্টৰ অৰুণাভৰ নিজৰ জীৱনৰ কথাহে।

বসন্তক কলো যে অলপ নতুন কাম আহি পৰাৰ কাৰণে এলাহাবাদৰ ফালে যোৱাত মোৰ অলপ পলম হৈছে। এইফালৰ কামৰ এটা দিহা কৰি লৈ এমাহমানৰ

ভিতৰতে মই ওলাই যাম, বসন্তও মোৰ লগতে যাব পাৰিব। কোনো চিন্তা কৰিবলগীয়া নাই। কিন্তু খৰচ-পাতিৰ ব্যৱস্থা বসন্তই নিজেহে কৰিব লাগিব।

বসন্তই অলপ উৎফুল্লভাবেই কলে, টকা-পইচাৰ কাৰণে মই আপোনাক আমনি নকৰো। শেৱালি যোৱাৰে পৰা মই যি সাঁচিছো-মেলিছো সেইয়া সকলো থৈ দিছো। ভাত এমুঠি, কাপোৰ এসাজেৰেই মই চলি গৈছো। য'তে থাকক, জীয়াই থাকক, জীয়াই থাকে যদি এদিন নহয় এদিন মই শেৱালিক বিচাৰি উলিয়াবই বুলি মই আজি কুৰি বছৰে ভাবি আছো। পইচা মোৰ আছে, আপুনি মোক অকণমান সহায় কৰি দিলেই হয়। মোক অন্য একো নেলাগে।

বসন্তলৈ মোৰ সমবেদনা উপজিছিল। হয়তো শেৱালি আজিও ক'ৰবাত জীয়াই আছে। কিন্তু নিশ্চয় বুঢী হৈছে, আৰু ইমান দিন ডক্টৰ অৰুণাভৰ লগত জীৱন কটোৱাৰ পিছত এতিয়া আৰু বসন্তৰ ওচৰলৈ ঘূৰি আহিবৰ কিবা হেঁপাহ থাকিব জানো? তথাপি মুখ খুলি নক'লেও মই নিজকে কলো, যিজনী মানুহে ডক্টৰ অৰুণাভৰ নিচিনা এজন মানুহৰ জীৱনত ঠাই কৰি লব পাৰিছিল সেই মানুহজনীৰ নিশ্চয় কোনো বিশেষত্ব থাকিব লাগিব। শেৱালিক দেখা পোৱাৰ কৌতূহল মই বসন্তৰ আগত প্ৰকাশ নকৰিলো।

তোমাৰ হাতত শেৱালিৰ কোনো চিঠিপত্ৰ নাইনে?

আছে, তিনিখন চিঠি আছে। এখন গৈ পোৱাৰ পিছতে দিছিল, এখন আঠ বছৰ মানৰ মূৰত মোৰ কেইবাখনো চিঠিৰ উত্তৰত লিখিছিল। আৰু এখন পাইছিলো যোৱা বছৰ। আপুনি যদি চাওঁ বোলে মই আপোনাক দেখুৱাব পাৰো।

নহয় নহয়, তোমালোকৰ চিঠি মই চাব খোজা নাই। লোকৰ চিঠি চাব নেপায়, এনেয়েহে মই সুধিলো।

আৰু দুই-চাৰি আষাৰ অন্য কথা পাতি বসন্তক সেই দিনাৰ কাৰণে বিদায় দিলো। এই মানুহটোৱে এটা পুৰণি অন্তৰ্বেদনাৰ অৱসান ঘটাবৰ কাৰণে মোৰ সহায় বিচাৰিছে, যি তাৰ শেৱালিৰ কথা এদিনলৈও পাহৰিব পৰা নাই। কিন্তু শেৱালিয়ে জানো আজিও তাক মনত ৰাখিছে? বসন্তৰ জীৱনৰ ৰূপ বেছি সলনি হোৱা নাই। কিন্তু শেৱালি তো আগৰ শেৱালি হৈ থকা নাই। এজন বিখ্যাত পণ্ডিত লোকৰ সান্নিধ্য আৰু সাহচৰ্য লৈ আহি শেৱালিৰ নিশ্চয় বহু পৰিবৰ্তন ঘটিছে, তদুপৰি দেহ আৰু মনৰ ওপৰতো সুদীৰ্ঘ দিনৰ সুকীয়া জীৱনধাৰাই অন্য প্ৰভাৱ পেলাই যাব পায়। তথাপি অকল বসন্তৰ অবুজ মনে এতিয়াও শেৱালিক আগৰ ৰূপতে চাবলৈ আৰু পাবলৈ আশা কৰিছে। বিচিত্ৰ জগত।

ডাক্তৰ মাচুমৰ এখন চমু চিঠি পালো। তেওঁ কথা-বতৰাত যেনে মাৰ্জিত আৰু ভদ্ৰ, চিঠি-পত্ৰত তাতোকৈ অধিক মাৰ্জিত। মানুহজনৰ এই নম্ৰতা আৰু বিনয় গুণ বৰ আকৰ্ষণীয়। আৰু তেওঁৰ আন এটি বিশেষত্ব হল, তেওঁ ব্যক্তিগত কথা-বতৰাৰ মাজলৈ কেতিয়াও কাহানিও ব্যৱসায়ী কথা নানে। তেওঁৰ লগত কথা পাতিলে বা তেওঁৰ চিঠি-পত্ৰ পঢ়িলে তেওঁ যে এজন প্ৰসিদ্ধ ডাক্তৰ সেই কথা বুজিবৰ উপায় নাই।

চিঠিখনত কথা বেছি নাই। কিন্তু এটা বৰ আৱশ্যকীয় ইংগিত আছিল। অৱশ্যে কথাযাৰ বৰ খোলাখুলিকৈ লিখা নাই। প্ৰসংগক্ৰমেহে লিখিছে।

মাচুমে ইংলেণ্ডত পঢ়ি থকাৰ মাজতে ডক্টৰ অৰুণাভ সেইবাৰ তালৈ গৈছিল, আৰু এবাৰ তেওঁৰ জীয়েককো লৈ গৈছিল। জীয়েকৰ তেতিয়াও বিয়া হোৱা নাছিল। মাচুমৰ লগত উষাৰ বেছ চিনাকি হৈছিল। তেতিয়াই মাচুমে সন্দেহ কৰিছিল যে উত্তৰা দেৱীয়ে হয়তো অৰুণাভৰ লগত সকলো সম্পৰ্ক ছিন্ন কৰিছিল আৰু কলিকতাত থকা তেওঁলোকৰ ঘৰত থাকিবলৈ লৈছিল। উত্তৰা দেৱীৰ মাক তেতিয়াও জীয়াই আছিল, তেওঁ স্বামীক এৰি গুচি অহাত যদিও উত্তৰা দেৱীৰ মাকে দুখ পাইছিল, তথাপি তেওঁ জীয়েকৰ মনত অধিক কষ্ট নিদিবৰ কাৰণে জমিদাৰীৰ এটা অংশ তেওঁক দিয়াৰ উপৰিও কলিকতাৰ বালিগঞ্জত থকা ডাঙৰ ঘৰ এটিও উত্তৰা দেৱীৰ নামত দলিল কৰি দিয়ে। উত্তৰা দেৱী তাতে আছিল। কিন্তু বৰ্তমান তেওঁ জীয়াই আছেনে নাই, আছে যদিও কলিকতাৰ ঘৰতে আছে নে অন্য ক'ৰবাত আছে, আৰু বৰ্তমানত কি কৰিছে মাচুমে নেজানে। লগতে মাচুমে আৰু লিখিছে 'যদি আপুনি ইতিমধ্যতে কলিকতাৰ ফালে যায়, তেন্তে তলৰ ঠিকনাত এজন মানুহৰ সন্ধান কৰিব পাৰে। এই মানুহজনৰ পৰা পোনপটীয়াভাৱে ডক্টৰৰ বিষয়ে বিশেষ কথা হয়তো নেপাব, কিন্তু হয়তো সেই মানুহজনে আপোনাক ডক্টৰৰ লগত ঘনিষ্ঠভাৱে পৰিচিত থকা এগৰাকীৰ বিষয়ে কিছু কথা জনাব পাৰিব। মোকো কিছু কথা তেখেতে জনাইছিল। আশা কৰো মানুহজন এই ঠিকনাত এতিয়াও আছে।'

তলত মানুহজনৰ নাম-ঠিকনা লিখি দিছে।

ইতিমধ্যে মই দিল্লী, এলাহাবাদ, বোম্বাই আদিলৈ সাৰ্ল-সলনি কৰি কলিকতালৈকো যোৱাৰ ব্যৱস্থা কৰিবলগীয়া হল। বৰ অসুবিধা নহ'ব। সামান্য অসুবিধা হ'ব বসন্তক লৈ। কিন্তু বসন্তক লগতে লৈ নগ'লে মানুহটোৰ অতদিনৰ স্বপ্ন হয়তো বিফল হ'ব। কথাযাৰ আহমদক জনাবলৈ মনস্থ কৰিলো। তাৰ আগতে দিবাকৰ মুখাৰ লগত কিছু পৰামৰ্শ কৰিব লাগিব। এটা কথা—অৰুণাভৰ পৰা পোৱা ঘৰ-বাৰীবোৰ আকৌ এবাৰ ভালকৈ চাব লাগিব, কাৰণ তাৰ ভিতৰতে হয়তো উত্তৰা, মীনা, শেৱালি

আদিৰ ফটোও থাকিব পাৰে। তৃতীতে ঘৰটোৰ ভিতৰত এটা আলমাৰি এতিয়াও বন্ধ হৈ আছে। হয়তো তাৰ ভিতৰত কোনো দৰকাৰী কাগজপত্ৰও থাকিব পাৰে।

এদিন আগবেলা মই দিবাকৰ দুবৰাৰ ঘৰলৈ গ'লো। কিতাপ এখন পঢ়ি দুবৰা বহি আছিল, ঘৰৰ অন্যান্য মানুহ ভিতৰফালে আছিল।

আগতীয়া দুষাৰমান কথা পতাৰ পিছত মই পোনপটীয়াভাৱেই মোৰ উদ্দেশ্যৰ কথা ক'লো। মই ঘৰটো এবাৰ ভালকৈ চাব খোজো। আৰু দুবৰাই অনুমতি দিলে বন্ধ হৈ থকা আলমাৰিটো আৰু ফটো ছবি আদি তেওঁৰ ঘৰত থকা ডক্টৰ অৰুণাভৰ অন্যান্য বস্তুত এবাৰ চাব খোজো। এইবোৰ চাব খোজাৰ কাৰণো মই দুবৰাক মুকলিকৈয়ে কলো। মই চোৰৰ দৰে কোনো গুপুত কাম কৰিবলৈ লোৱা নাই, এজন বিখ্যাত মানুহৰ জীৱনী লিখিবলৈ লৈছো। তাত গোপনীয় একোৱেই নাই।

দুবৰাই আনন্দেৰেই সন্মতি দিলে, লগতে হাঁহি কলে, অৰুণাভক আমিও চিনি পাইছিলো, কিন্তু এতিযাহে ভাবি চাইছো যে তেওঁক অতি কমেইহে বুজি পাইছিলো। চিনি পোৱা আৰু বুজি পোৱা একে কথা নহয়, নহযনে বাৰু?

মই কলো, মোৰ অসুবিধা হল যে মই তেওঁক চিনিও নেপাইছিলো। এদিন মাত্ৰ দেখিছিলো, তাকো দূৰৰপৰা। আনকি সেই দেখাৰ কথাও অস্পষ্টকৈহে মনত আছে।

দুবৰাই কলে, যি কি নহওক, আপুনি ভাল কামকে হাতত লৈছে। তেনে এজন মানুহৰ জীৱনী লিখাটো এটা দৰকাৰী কাম হব।

আমি দুযো কিছু সময ঘৰটোৰ বাহিৰত সাধাৰণভাৱে ঘূৰি ঘৰটো চালো। তাৰ পিছত দুবৰাৰ হয়তো কিছু আমনি লাগিল, অন্য এটি কামৰ অজুহাত দেখুৱাই তেওঁ ভিতৰলৈ গ'ল। তেওঁৰ অনুমতি অনুসাৰে মই অলপ ভালকৈ মনোযোগেৰে ঘৰটো চোৱাত লাগিলো।

এই শতিকাৰ আগভাগতে সজোৱা এটা প্ৰকাণ্ড পকীঘৰ, বেৰবোৰ ১৫ ইঞ্চিমান ডাঠ ইটাৰ। কাঠবোৰ হয়তো অতি ভাল আছিল, ক'তো অকণো নষ্ট হোৱা নাই, ঘুণেও খোৱা নাই। খিৰিকীৰ দুই-এখন আইনা ভগাৰ বাহিৰে ঘৰটোৰ বিশেষ একো ক্ষতিৰ চিন দেখা নেযায়।

ঘৰটোত ১২/১৪ টা মান আহল-বহল কোঠা। আগফালে এখন আৰু পিছফালে এখন বহল বাৰাণ্ডা। পিছফালৰ বাৰাণ্ডাৰ গাতে লগা কোঠা দুটাৰ এটা আছিল ডক্টৰৰ শোৱা আৰু আনটো আছিল লিখা পঢ়া কৰা কোঠা। কোঠা দুটা আহল-বহল। তাৰ খিৰিকী-দুৱাৰবোৰো ডাঙৰ ডাঙৰ, ভিতৰখন যথেষ্ট পোহৰ। ডক্টৰৰ শোৱা কোঠাটোত এতিয়া অন্য কোনোবা শুইছে। কিন্তু লিখাপঢ়া কৰা কোঠাটো এনেয়ে

আছে। তাক কোনোৱে ব্যৱহাৰ কৰা নাই। এইটো কোঠাৰ ভিতৰলৈ মই আগে সোমোৱা নাছিলো।

কোঠাটোলৈ মই সোমাই গ'লো।

দুৱৰাই কৈছিল যে ডক্টৰ অৰুণাভৰ ফাৰ্ণিচাৰবোৰ সকলো ইয়াতে আছে। এই কোঠাটোত থকা চকী-মেজ-বুক্‌চেলফ আদিও যে ডক্টৰে বুজিবলৈ অসুবিধা নহয়। সকলোতে এটা অভিজাত ৰুচি আৰু পৰিচ্ছন্ন মানসিকতাৰ চিন দেখা যায়। বস্তুবোৰ অনাডাম্বৰ, কিন্তু সস্তীয়া নহয়। কোঠাৰ বেৰত তিনিখন ছবি মাত্ৰ আছে। এখন কোনোবা ইউৰোপীয় শিল্পীয়ে আঁকা ভেড়াৰখীয়া যীশুৰ ছবি। ছবিখনৰ ৰং-ৰহণবোৰ উজ্জ্বল হৈ আছে। এখন গাঢ় নীলা আকাশ, দুজোপামান হেমন্ত কালৰ পাত হালধীয়া হৈ আহিব ধৰা গছ, এটা চাপৰ ধূসৰ সেউজীয়া পাহাৰ আৰু পাহাৰৰ নামনিত এখন সুবুজ ঘাঁহনি। এই ঘাঁহনি ডৰাৰ ওপৰতে ক্ষীণ, সৌম্য শান্ত, হাঁহিমুৱা যীশুক কেঁউপিনে বেঢ়ি ধৰি এজাক অজলা ভেড়া। এটা পৱিত্ৰ নীৰৱতাই পৰিবেশটো আচ্ছন্ন কৰি তুলিছে।

অৱশ্যে এই ছবিখনত কোনো অসাধাৰণ বিশেষত্ব মই দেখা নেপালো। পৃথিবীৰ বহুত খ্যাতিমান শিল্পীয়েই যীশুৰ অবিস্মৰণীয় ছবি আঁকিছে।

কোঠাত থকা দ্বিতীয় ছবিখন এটা শিশুৰ, ছবি নহয়, ফটো। দেখাত লৰাটো স্বাস্থ্যবান, বয়স দুই-আঢৈ বছৰমান যেন লাগে। শিশুটোক এখন সৰু চকীত বহুৱাই ৰখা হৈছে। আৰু সি অজলা চকু দুটা তুলি সন্মুখৰ ফালে চাই আছে। এইখন কাৰ ফটো মই চিনিব নোৱাৰিলো।

কোঠাটোত আৰু কি আছে চালো। বহল পালেংখনৰ পথানৰ ফালে এখন ছবি দেখিলো। ছবিখন অলপ আন্ধাৰত থকাৰ কাৰণে ভালকৈ নেদেখি। ছবিখন মই হুকটোৰপৰা নমাই আনিলো। এইখন এগৰাকী তিৰোতাৰ ছবি।

এখন শান্ত কোমল কমনীয় মুখ, এহাল গভীৰ ক'লা আয়ত চকু, অলপ ঠেক কপালখনৰ ওপৰত অলপমান চুটি চুলি ওলমি আছে। মানুহগৰাকীৰ বয়স ২৪/২৫ বছৰৰ বেছি নহয় যেন অনুমান হয়। গাৰ গঢ়-গঠন লাহী আৰু কমনীয়। দেখাত মানুহগৰাকী অলপ ওখ চানেকীয়া। চকুত এটা উদাসীন চাৱনি লৈ মানুহ-গৰাকীয়ে শান্ত আৰু কৰুণভাবে সামান্য বেঁকাকৈ দূৰৰ ফালে চাই আছে।

হয়তো এইখন উত্তৰা দেৱীৰ ছবি, হয়তো অন্য কোনোবাৰ। দুৱৰাই জানিব পাৰে। কিন্তু ভালকৈ চাই লক্ষ্য কৰিলো যে ছবিখনৰ তলত এটা নাম লিখা আছে, আখৰৰ ৰং উঠি গৈছে যদিও লিখাখিনি আছে। মই পঢ়িলো—'প্ৰবাহিনী'।

অলপ কৌতূহল হল। প্ৰবাহিনী জানো মানুহগৰাকীৰ নাম? নে নামটো কোনো বিশেষ অৰ্থত দিয়া? হয়তো প্ৰবাহিনী দেৱী অথবা তেনে ধৰণৰ নাম সেই সময়ত প্ৰচলিত আছিল। কিন্তু এই প্ৰবাহিনী কোন? এতিয়ালৈকে মই যি জানিছো তাৰ পৰা বুজিছো যে ডক্টৰ অৰুণাভৰ পৰিবাৰৰ নাম আছিল উত্তৰা দেৱী আৰু এজনী ছোৱালী আছিল তেওঁৰ নাম আছিল শেৱালি, আৰু এগৰাকী মানুহ থকা বুলি কৈছে তেওঁৰ নাম আছিল মীনা। প্ৰবাহিনী নামে কোনোবা আছিল বুলি আজিলৈকে কোনেও মোক কোৱা নাই।

অবাঞ্ছনীয় যদিও কোঠাৰ পৰা ওলাই আহি দুৱৰাক সুধিলো, প্ৰবাহিনী বোলা ফটোখন কাৰ?

প্ৰবাহিনী? আমি তো নেজানো। সামান্য বিস্ময় প্ৰকাশ কৰি দুৱৰাই মোৰ মুখলৈ চাই কলে। আপুনি ক'ত দেখিলে?

মই কলো যে, ডক্টৰ অৰুণাভৰ কোঠাৰ পালেংখনৰ ঠেং নামনিত থকা তিৰোতাগৰাকীৰ ছবিখন নাম প্ৰবাহিনী বুলি লিখা আছে।

দুৱৰাই কৌতূহল অনুভৱ কৰিলে। কলে, আমি তেনেকৈ কোনোদিন মন কৰা নাছিলো। এজনী তিৰোতাৰ ছবি এখন অৱশ্যে তাত আছে। কিন্তু আমি জনাত সেইখন কোনোবা এজনী মুছলমান মানুহৰ ছবি, কিছুদিন ইয়াতে আছিলহি হেনো, তাৰ পিছত অৱশ্যে কি হল, কলৈ গ'ল আমি নেজানো।

সেইখনেই মীনাৰ ছবি নেকি? কিন্তু তলত যে প্ৰবাহিনী বুলিহে লিখা আছে।

দুৱৰাই নতুন কৌতূহলেৰে মোৰ মুখলৈ চালে। হয়তো মোৰ মুখত মীনা নামটো শুনি অলপ ৰহস্য অনুভৱ কৰিলে। তাৰ পিছত সমস্যাটো সমাধান কৰাৰ ধৰণে কলে, মই আপোনাক অন্ততঃ ইমানকে কব পাৰো যে সেইখন মুছলমান ছোৱালীজনীৰ ছবি। তেওঁৰ নাম মীনা থকাটো অসম্ভৱ নহয়, কিন্তু তেওঁৰ নাম নিশ্চয় প্ৰবাহিনী নাছিল। সেইবোৰ ডক্টৰ অৰুণাভৰ খেয়ালী সৃষ্টি। তেওঁ যে কাক কি বুলি ভাবে, কাক কি বুলি মাতে তাৰতো কোনো ঠিক নাছিল।

তাৰ পিছত দুৱৰাই মোক লৈ আকৌ এটা কোঠালৈ সোমাই গ'ল আৰু তাত থকা মেজখনৰ ড্ৰয়াৰটো খুলি এটা সৰু বহী উলিয়ালে। দুৱৰাই বহীটো মোলৈ আগবঢ়াই দি কলে, বহীটো ড্ৰয়াৰতে আছিল। পঢ়া যদিও উচিত নহয়, তথাপি মই এনেই পঢ়ি চাইছিলো। মই কিন্তু বিশেষ একো বুজিব নোৱাৰিলো। আপোনালোক সাহিত্যিক মানুহ—হয়তো বুজিব পাৰিব। আমাৰ কিন্তু লেখাবোৰ পঢ়িলে কিবা ল'ৰা-ধেমালি যেন লাগে।

বহীটো দি তেওঁ গুচি গ'ল।

সৰু বহী, পাত বেছি নাই। হয়তো মাজে-সময়ে কিবা কথা মনত খেলালে লিখি ৰাখিছিল। কোঠাৰ বাহিৰৰ বাৰাণ্ডাত থকা চকীখনত বহি মই বহীটোত চকু ফুৰালো। অ'ত-ত'ত কিছুমান অসংলগ্ন কথা লিখা আছে। অসমীয়াৰে, ইংৰাজীৰে, মাজে মাজে দুই- এটা অংক নে কিবা হিচাপ। নিশ্চয় এইটো অদৰ্কাৰী বাহিৰা বহী।

মাজতে এঠাইত অলপ দীঘলীয়া কথা ঃ

'অস্থায়ী পুনৰাবৃত্তিয়েই প্ৰকৃতি। অন্তৰা স্থায়ী, কিন্তু অস্থায়ী আৰু অন্তৰা উভয়কে লৈয়ে এটা পূৰ্ণ গীত। অস্থায়ীও মূল্যহীন নহয়, তাৰ যে অস্থায়ী বিশেষত্ব। নদীৰ পানীওতো অস্থায়ী, কিন্তু এই প্ৰবাহিনী স্ৰোতধাৰাৰ নামেই যে নদী। অন্তৰাক বুকুত সামৰি লৈ অস্থায়ীৰ অনন্ত অহাযোৱা। একেখন হৃৎপিণ্ডক আৱৰি লক্ষ নিযুত নিশ্বাস-প্ৰশ্বাসৰ অহা-যোৱা। নিশ্বাস প্ৰশ্বাসহীন হৃৎপিণ্ডৰ কি মূল্য আছে?

'এটা নতুন গীত পূৰণি হৈ যায়। অস্থায়ী আৰু অন্তৰাৰ প্ৰভেদ নোহোৱা হৈ যায়। থাকি যায় এটা সুৰৰ স্মৃতি। এদিন সুৰৰ স্মৃতিও নোহোৱা হৈ যাব। ৰামধেনু নোহোৱা হৈ গ'লে আকাশখন উকা হৈ যায়, বৰ্ণহীন হৈ নেযায়। কিন্তু কোনোবা দিনা আকাশখনো বৰ্ণহীন হৈ যাব। আকাশৰ ৰংবোৰ হেৰাই যাব। হয়তো আকাশৰ ৰংবোৰ থাকিব, কিন্তু চকুৱে ৰংবোৰ চিনি নোপোৱা হৈ আহিব।

'কোনে জানে কি ক'ত এখন নদীৰ সোঁত আৰম্ভ হয়, আৰু ঠিক কোনখিনিত সি শেষ হয়। প্ৰবাহিনী নদীৰতো আৰম্ভ আৰু শেষ নাই। আৰম্ভ আৰু শেষৰ ক্ষুদ্ৰতাৰে নদীৰ অনন্ত ৰূপক অপমান কৰি কোনো লাভ নাই। ঘাটে নৈক নিবিচাৰে, নৈয়ে ঘাট বিচাৰি লয়। ঘাটে যদি নৈক নিচিনিলে তাৰ বাবে কোনো আক্ষেপৰ কাৰণ নাই। নৈৰ গভীৰতাক চিনি পোৱাৰ প্ৰয়াসেই যে ঘাটৰ পৰিচয়।

'তুমি নদী, তুমি প্ৰবাহিনী, তুমি অস্থায়ী, তুমি অবিৰাম, অক্লান্ত। ঘাটৰ লগত পৰিচিত হোৱা মানে বৈ যোৱা নহয়, এই কথা তুমি জানা। কিন্তু ঘাটে যদি ভাবে যে এই পৰিচিতিয়েই বৈ যোৱাৰো আহ্বান, ঘাটৰ জানো ভুল হব?

'তোমাক মই যেতিয়া চিনি পালো, গতিচঞ্চলা প্ৰবাহিনী, তেতিয়া মোৰ চোতালৰ দূবৰি বনত লাগিছিল সমাগত হেমন্তৰ প্ৰথম নিশ্বাস। তুমি আহিছিলা বাৰিষাৰ সকলো ঐশ্বৰ্য লৈ। অস্থায়ীৰ সকলোখিনি প্ৰাণময়তা লৈ, মোৰ জীৱনৰ হেৰোৱা বৰ্ষাৰ ৰসধাৰাই পুনৰ নিজক বিচাৰি চোৱাৰ প্ৰয়াস কৰিছিল। কিন্তু তোমাৰ যে সময় নাছিল।

'আজি হেমন্তৰ ঘাটৰ গড়াৰ বুকুত লাগি আছে কেৱল প্ৰবাহিনীৰ হাঁহি-অশ্ৰুৰ দাগৰ ৰেখা। তোমাৰ মৰমী ওঁঠৰ অদেহী ৰহণে আঁকি যোৱা স্মৃতিৰেখা। সেয়েই যথেষ্ট সেয়েই বহুত।

'জানো এই দাগ বুকুতে লৈয়ে এদিন ঘাটৰ গড়া খহি যাব। প্ৰবাহিনী কোনোবা এটা সোঁতৰ বুকুত হেৰাই নিশ্চিহ্ন হৈ যাব। ক্ষতি কি?

কথাবোৰ পটি বিশেষ একো নতুন কথা শিকা যেন নেলাগিল। এইবোৰ হয়তো ডক্টৰ অৰুণাভৰ কোনোবা অৱসৰৰ সাধাৰণ চিন্তাৰ কথা। কিন্তু এবাৰ কথা অলপ তাৎপৰ্যপূৰ্ণ যেন লাগিল। কোঠাত থকা ছবিখনৰ নাম দিয়া হৈছে প্ৰবাহিনী—। কিন্তু এজনী ছোৱালীক এখন নদীৰ লগত তুলনা কৰাৰ কোনো যথাৰ্থতা নাই। এইবোৰ ডক্টৰৰ খেয়াল। লিখাখিনিৰ বিশেষ গুৰুত্ব নাই বুলি মই বন্ধ কৰি থৈ দিলো, দুৱৰাৰ লগতো এই বিষয়ে আৰু আলোচনা কৰাৰ প্ৰয়োজন নেদেখিলো।

ঘৰটোৰ পৰিবেশটোৰ মাজত সোমাই মই মাথোন উপলব্ধি কৰিলো যে এই প্ৰশান্ত গম্ভীৰ ঘৰটোৰ মজিয়াত এজন দাৰ্শনিক পণ্ডিতৰ জীৱনৰ মাজলৈ স্থায়ী-অস্থায়ী নানা অভিজ্ঞতা আহিছিল, আৰু সেইবোৰে মানুহজনৰ মনোজগতত নতুন নতুন সমস্যাৰ সৃষ্টি কৰিছিল। আজি এই ঘৰটোৰ দুৱাৰ-খিৰিকী, চাল-বেৰৰ বাহিৰে, এই বুঢ়া শেৱালি দুজোপা, সউ নাৰিকল জোপা আৰু এই বাওনা লিচুজোপাৰ বাহিৰে তাৰ কোনো সাক্ষী নাই। হয়তো সেই ছবিখন মীনাৰ ছবি, হয়তো বাট ভুল কৰি নাইবা বাট হেৰুৱাই এদিন আহি অৰুণাভৰ পদূলিমূৰত ক্ষন্তেক ৰৈছিলহি, দুৱাৰ খোলা থকা দেখি ভিতৰ সোমাই গৈছিল। হয়তো হব পাৰে ডক্টৰ অৰুণাভৰ নিচিনা এজন মানুহৰ মনৰ দুৱাৰ মুকলি পাই তাতো অকণ ঠাই কৰি লৈছিল, তাৰ পিছত যোৱাৰ কথা মনত পৰি এদিন ক'ৰবালৈ গুচি গ'ল। হয়তো বাট বিচাৰি পাবৰ কাৰণে। নাইবা বিচাৰি পোৱা বাট হেৰুৱাই পেলাবাৰ কাৰণে। চিনাকি পথৰ মোহ এৰি নতুন পথৰ অন্বেষণ কৰাই যে প্ৰবাহিনীৰ ধৰ্ম। ঘাট এৰি ঘাটলৈ, পথ এৰি পথলৈ অবিৰাম গতি কৰাই যে নদীৰ কাম।

আকৌ সোমাই গৈ এবাৰ মই প্ৰবাহিনীৰ ছবিখন চালো, এইবাৰ যেন ছবিখনত মই এটা বেলেগ ৰূপ প্ৰকাশি উঠা দেখা পালো, এহাল অস্থিৰ তীব্ৰ চকু, সমগ্ৰ মুখমণ্ডলত এটা বৈৰাগী অসন্তুষ্টি ৰুদ্ধ বেদনা, সহজ কোমল ওঁঠ দুটাত যেন এটা মৌন বিদ্ৰোহৰ স্থিৰ সংকল্প। মানুহজনীৰ সৰ্বশৰীৰত যেন একান্ত নিঃসংগতাৰ গভীৰ এক উন্মাদনা।

প্ৰবাহিনী নহয়, মীনা—মই এনেয়ে কলো। এজনী অনাত্মীয় অচিনাকি প্ৰগলভা ছোৱালী, যি হয়তো অৰুণাভক বুজিছিল, অন্তৰ দি, কিন্তু সেই বুজনিৰ দাম দিবৰ কোনো উপায় তাইৰ নাছিল। হয়তো কোনো অজ্ঞাত কাৰণত জীৱনৰ ওপৰত চৰম অভিমান লৈ মীনাই পথ বিচাৰি বিচাৰি পথ হেৰুৱাই পেলালে।

বেলি হৈ আহিছিল। আভিজাত্যৰ সকলো সাঁচ লাগি থকা এই ঘৰবাৰীক যিদৰে ডক্টৰ অৰুণাভে এৰি যাবলৈ কোনো দুখ অনুভৱ কৰা নাছিল (অন্ততঃ মই ভাবো), সেইদৰেই জানো উত্তৰা দেৱী বা মীনা তেওঁৰ জীৱনপথৰ পৰা আঁতৰি পৰাত তেওঁ একেদৰেই নিৰ্বিকাৰ থাকিব পাৰিছিল? এই বিষয়ে জানিবলৈ স্বাভাৱিকতে মোৰ অলপ কৌতূহল হৈছিল। এই কৌতূহলৰ কিছু নিবৃত্তি ঘটাইছিল ডক্টৰ অৰুণাভৰ এটা টোকাই। এই টোকাটো মই পাইছিলো। ডক্টৰ মাচুমে পঠোৱা এখন পুৰণি আলোচনীৰ পাতৰ মাজত। তেওঁ লিখিছিল—

আত্ম-প্ৰৱঞ্চনা কৰিবৰ চেষ্টা কৰি কোনো লাভ নাই। মই নিৰ্বিকাৰ হ'ব পৰা নাই। ভাবিছিলো যিবোৰ কামৰ বাবে মই দায়ী নহয়, সেইবোৰে মোক কোনো ৰকমে প্ৰভাৱান্বিত কৰিব নোৱাৰিব। কিন্তু সেইযাতো নহ'ল। হয়তো বেদনা অনুভৱ নকৰি পাৰিলোহেঁতেন যদিহে মোৰ প্ৰত্যয় হ'লহেঁতেন যে উত্তৰাই, মীনাই অথবা শেৱালিয়ে মোক বুজা নাই, অথবা ভুল বুজিছে। কোনেওতো মোক নুবুজাকৈ থকা নাই। তথাপি মই ইমান অসহায় অনুভৱ কৰিছো কিয়?

'মই বিশ্বাস কৰো, জ্ঞান সাধনাৰ পথেই মানৱতাৰ স্বৰূপ উপলব্ধিৰ পথ। জ্ঞানৰ পথেদি হয়তো মোক্ষ লাভ কৰিব পাৰে, কোনোৱে নিৰ্বাণৰ পৰমানন্দ লাভ কৰিব পাৰে, কিন্তু জ্ঞানৰ পথ যে আত্মাৰ একান্ত অশান্তি আৰু অতৃপ্তিৰ পথ। জ্ঞানৰ সাধনাই মোক সত্য সন্ধানত প্ৰভূত সহায় কৰিছে, কিন্তু পৰম সত্য লাভ তো নহ'ল।

'কোনখিনিৰ পৰা জ্ঞানৰ শেষ হৈ নিৰ্জ্ঞানৰ আৰম্ভ হৈছে আজিও বুজিব নোৱাৰিলো। বুদ্ধি আৰু অনুভূতিৰ কোন বিন্দুত এৰাএৰি হৈছে আজিও বুজিব নোৱাৰিলো। কোনখিনিত দেহা শেষ হৈ আত্মা আৰম্ভ হৈছে, Physical শেষ হৈ spiritual আৰম্ভ হৈছে বুজা তো নহ'ল।

'নিজ্ঞানৰ নিজস্ব উপলব্ধি পথেৰে আগবাঢ়ি দেখিলো এক বিৰাট, অনন্ত, দুৰ্বোধ্য অজ্ঞানতাৰ শক্তিমান ইচ্ছাই আমাক আচ্ছন্ন কৰি ৰাখিছে। তাৰ কবলৰ পৰা মুক্তি নাই। মানুহৰ জীৱনৰ ঘটনা-প্ৰবাহত সচেতন জ্ঞানৰ ঠাই কিমানকণ?

'ক'ৰবাৰ পৰা এজনী অচিনাকি অভিমানী ছোৱালী অপ্ৰত্যাশিত আৰু অভাৱনীয়ভাৱে আহি মোৰ সন্মুখত থিয় দিলেহি। তাইক দেখাৰ পূৰ্ব মুহূৰ্তলৈকে মই নেজানিছিলো যে এই ছোৱালীজনীক বা এনে এজনী ছোৱালীক মই কেতিয়াবা লগ পাই যাম। মোৰ বুদ্ধিয়ে, মোৰ অনুভূতিয়ে তাৰ কাৰণে কোনো কাহানিও প্ৰতীক্ষা কৰা নাছিল, মোৰ জীৱনে তাইক লগ পাবৰ কাৰণে কাহানিও কোনো প্ৰস্তুতি কৰা নাছিল। কিন্তু যি মুহূৰ্ততে মই সেই ছোৱালীজনী দেখিলো, যি মাত্ৰই মই তাইলৈ

চালো সেই মুহূৰ্ততে মই অনুভৱ কৰিলো, উপলব্ধি কৰিলো যে মোৰ জীৱনৰ চৰম প্ৰতীক্ষা আছিল এই ছোৱালীজনীকে লগ পাবৰ কাৰণে।

'এই অভিজ্ঞতাৰ বাবে, এই উপলব্ধিৰ বাবে মই অকণো দায়ী নহয়। ছোৱালীজনীও অকণো দায়ী নহয়। পৃথিৱীৰ কোনোৱেই দায়ী নহয়। দায়ী এক দুৰ্বোধ্য ৰহস্যময় অদৃশ্য পৰম ইচ্ছা। তাক প্ৰতিৰোধ কৰাৰ শক্তি তো মোৰ নাছিল।

'হয়তো ছোৱালীজনীৰ অবাধ চাৱনিত ফুটি উঠিল সেই পৰম বিস্ময়, সেই কৌতূহলী জিজ্ঞাসা—ইমান দিন তোমাক লগ নোপোৱাকৈ মই কেনেকৈ আছিলো? তুমি মোক চিনি নোপোৱাকৈ পাৰিবা? আমাৰ চিনাকি যে মানুহৰ জ্ঞানৰ জন্মৰ বহু শতিকা আগতে হৈ গৈছে।

'মোৰ অস্বীকাৰ কৰিবৰ উপায় নাছিল।

'দুটা জীৱনে, দুটা আত্মাই চিনাকিৰ মৌন প্ৰতীক্ষা কৰিছিল, নেজানো কোন যুগৰ পৰা। এইদৰে চিনি পাই যোৱাটোৱেই, এইদৰে অপ্ৰত্যাশিতভাৱে বুজি পাই যোৱাটোৱেই আছিল চিনাকিৰ সাৰ্থকতা। মই উপলব্ধি কৰিলো যে উত্তৰা আছিল মোৰ চিনাকি পৃথিৱী, আৰু এই চিনি নোপোৱা অচিনাকি ছোৱালীজনী আছিল দূৰৰ দিগন্ত, যাৰ অস্তিত্ব উপলব্ধি কৰা যায় কিন্তু যাক ধৰা-ছোৱাৰ ভিতৰলৈ আনিব নোৱাৰি।

'এটা মুহূৰ্ততে মই বিশ্ব-জগতৰ সকলো সুখৰ অধিকাৰী হৈ গ'লো। প্ৰাণৰ পাত্ৰ পূৰ্ণ হৈ উঠিল।

'সেইয়া নিৰ্জ্জান জগতৰ উপলব্ধি, অনুভূতি-জগতৰ উপলব্ধি।

'কিন্তু বুদ্ধিৰ জগতলৈ ঘূৰি আহিও মই বিশ্বাস কৰিছিলো যে পৃথিৱী আৰু দিগন্ত একেখন জগততে থাকিব পাৰে। তাত ক'তো সংঘাত-সংঘৰ্ষৰ ঠাই নাই। চোৱা-পোৱাৰ বাহিৰৰ দিগন্তই পৃথিৱীক অকণো আমনি নকৰে।

'কিন্তু মোৰ বিশ্বাসৰ জগতখন খানবান হৈ গ'ল। পৃথিৱী আৰু দিগন্তৰ মাজৰ পাৰ্থক্যক মানি লবলৈ উত্তৰাই অস্বীকাৰ কৰিলে, আৰু মোৰ উপলব্ধিক আঘাত আৰু অপমান কৰি উত্তৰাই দিগন্তক পৃথিৱীৰ ধূলি-বোকাৰ পৰিচয়েৰে ক্ষুদ্ৰ কৰি পেলোৱাৰ অপচেষ্টা কৰি আঁতৰি গ'ল।

'তাৰ পিছত—তাৰ পিছত ভাবিছিলো পৃথিৱী হেৰাই গ'লেও দিগন্ত হেৰাই নেযায়। সেই দিগন্তৰ অসীম বিস্তৃতি উপলব্ধি কৰি মই পৃথিৱীক ক্ষমা কৰি আঁতৰি যাম। কিন্তু এদিন কৃষ্ণপক্ষৰ ৰাতিৰ আন্ধাৰত মোৰ দিগন্তও হেৰাই গ'ল। দূৰৰ দিগন্তই নিজৰ গতিপথকেই মাথোন চিনে।

'মই মৰ্মাহত হৈ পৰিলো। কাতৰভাৱে কলো, তুমি নেযাবা, মোৰ জীৱনত নহয়, মোৰ প্ৰাণৰ আকাশত তুমি থাকা, তুমি থকাৰ চেতনায়েই মোক আত্ম-উপলব্ধিৰ অমৰত্ব দিব।

'কিন্তু দিগন্তও হেৰাই গ'ল। মই বৈ গ'লো। এখন বিৰাট বহল পৃথিৱীত অকলশৰে মই বৈ গ'লো। নিৰ্বিকাৰ হবৰ চেষ্টা কৰিলো, অন্তৰ্দাহী বেদনাবোৰ নাই বুলি নিজকে বুজাবৰ চেষ্টা কৰিলো, নিজকে কলো, যি নদীয়ে ঘাটৰ মৰম বুজি নেপালে, সেই নদী যদি ঘাট এৰি আঁতৰি যায় তাৰ বাবে ঘাটৰ আক্ষেপ কৰিবলগীয়া কি আছে? কলো, কিন্তু নিজক প্ৰবোধ দিব নোৱাৰিলো। নিৰ্জ্জন মনে নিৰ্লজ্জভাৱে চীৎকাৰ কৰি উঠিল তই আকাশ আৰু পৃথিৱী হেৰুৱাইছ, কিন্তু এইয়াই তোৰ শেষ হেৰুওৱা নহয়। এতিয়াও সকলো হেৰুওৱাৰ পৰম আনন্দ লাভ তোৰ হোৱা নাই। এতিয়াও তোৰ আচল ক্ষতি হোৱা নাই। সেই ক্ষতি যিদিনা হব, সেইদিনা বুজিবি হেৰুওৱাৰ কি অপৰিসীম তৃপ্তি।

'এই তৃপ্তিৰ কাৰণেতো বাট চাই লাভ নাই। এই ক্ষতিতো মোৰ ইচ্ছানুযায়ী নাহে, আৰু এই পৰম ক্ষতিৰ মুহূৰ্ত যেতিয়া আহিব, তেতিয়াও হযতো তাৰ কাৰণে মোৰ প্ৰস্তুতি কৰা হৈ নুঠিব।'

ডক্টৰ অৰুণাভৰ এই লিখাখিনি নিজৰ কথা বুলি ভাবিবৰ স্থল আছিল। এই লিখাখিনি পঢ়াৰ পূৰ্বে ডক্টৰ অৰুণাভৰ জীৱনত কোনো দুখ-বেদনা থকাৰ কথা নেজানিছিলো, বেদনাক অস্বীকাৰ কৰিবলৈ সাজু থকা এজন মানুহে যেতিয়া অনাহূতভাৱে বেদনাক আপোন কৰি লবলগীয়া হয়, তেতিয়া হয়তো সি এনেকুৱাই মৰ্মন্তুদ হৈ উঠে। -

হয়তো ডক্টৰ অৰুণাভৰ অনুভূতি জগত আৰু পৃথিৱীৰ ঘটনাক্ৰম সম্পৰ্কে এটা নিজস্ব কল্পিত মান আছিল আৰু সেই মান সকলো সময়তে ৰক্ষা পৰাটোকে তেওঁ কামনা কৰিছিল, কিন্তু জীৱনৰ স্বপ্ন আৰু জগতৰ গতি তাল মিলাই নচলে। চলা হলে যে মানুহৰ জীৱনত কোনো অসংগতি-বিসংগতিৰ ঠাই নহলহেঁতেন। অৱশ্যে এনে অনুমান বা সিদ্ধান্ত কৰাটো মোৰ কাম নহয়। তেওঁৰ জীৱনত যি ঘটিছিল সি মোৰ অনুমান বা সিদ্ধান্তৰ সমৰ্থন বিচাৰি ঘটা নাছিল, ঘটিছিল আপোনা-আপুনি, নিজৰ মতে।

এদিন আহমদ চাহেবৰ লগত মোৰ প্ৰস্তাৱিত ভ্ৰমণ সম্পৰ্কে ব্যৱস্থা কৰাৰ বিষয়ে আলোচনা কৰিবৰ কাৰণে তেওঁৰ ঘৰলৈ যাবলৈ ওলালো। বতৰটো ডাৱৰীয়া আছিল। কেইদিনমানৰ পৰা মাজে মাজে বৰষুণ দি আছে। আজি সন্ধিয়াও হয়তো বৰষুণ দিব। দিনত অন্য কামত লাগি আছিলো, যাব নোৱাৰিলো। সন্ধ্যাৰ পিছত তেখেতৰ ঘৰলৈকে যাওঁ বুলি ওলাইছো, এনেতে ক'ৰবাৰ পৰা গৌতম চৌধুৰী ওলালহি। এই সময়ত গৌতম চৌধুৰী ওলাবহি বুলি আশা কৰা নাছিলো। আৰু আহমদৰ লগতো জৰুৰী দীঘলীয়া আলোচনা কৰিবলগীয়া আছে।

ইতিমধ্যে তেওঁ লিখা কিতাপখনত চকু ফুৰাই মই শেষ কৰিছিলো। ভাবিলো, তেওঁৰ বহীখন বেগেতে ঘূৰাই দি তেওঁক বিদায় দিম। কিন্তু তেওঁক বাহিৰলৈ দিয়াৰ অলপ পৰৰ পিছতে হুৰহুৰ কৰে বৰষুণ আহিল। হতাশ হলো। গৌতমৰ আগত সেই ভাব প্ৰকাশ নকৰিলো। গৌতমে কিন্তু বৰষুণজাক অহা দেখি বৰ আনন্দ পালে। আপ্যায়িতৰ দৰে কলে, বৰষুণ ডাঙৰকৈয়ে আহিছে। আপুনি কেনিও নেযায় নহয়? এৰা, এই বৰষুণত কলৈনো যাব?

বহি থকাৰ বাহিৰে গত্যন্তৰ নাছিল।

সন্ধিয়া হৈ আহিল, লাইট জলোৱা হল। ডাঙৰকৈ অহা বৰষুণজাকে পৰিবেশটো হঠাৎ সলনি কৰি দিলে। মোৰ নিজৰেই কেনিও ওলাই যাবৰ মন নোযোৱা যেন লাগিল, এটা অকাৰণ অলসতাই মোক অলপ অৱসন্ন কৰি পেলালে।

এই সময়ত হঠাৎ গৌতমৰ নিচিনা এজন সঙ্গীক মোৰ বেয়া নেলাগিব যেন লাগিল।

গৌতমেই কলে, শুনিলো বোলে আপুনি কোনোবা ফালে দীঘলীয়াকৈ ফুৰিবলৈ যাবলৈ ওলাইছে। সেই দেখি ভাবিলো যে দেখা এটা কৰি আহো। এনেয়েহে আহিলো। আপুনি বেয়া নেপাব পিছে।

মানুহজনৰ মুখলৈ চাই মই বুজিলো, এনেকুৱা সময়ত মোক অকলশৰে পাই তেওঁ আনন্দ পাইছে। অলপ পৰ মই তেওঁৰ মুখলৈ চাই থাকিলো, তাৰ পিছত বিশেষ নভবাকৈ হঠাৎ সুধিলো, এবাৰ কথা সুধিলে বেয়া পাব নেকি?

প্ৰশ্নটোত তেওঁ যেন বৰ তৃপ্ত হল, এনে ধৰণে কলে, বেয়া পাম? কেলেই বেয়া পাম? মই কেতিয়াও বেয়া নেপাওঁ।

বুজিলো, কথাষাৰ তেওঁ আন্তৰিকতাৰেই কৈছে।

অলপ পৰ মনে মনে থাকি মই সুধিলো, কিতাপখন মই পঢ়ি চাইছো। তাত লিখা কাহিনীটো বাৰু কাৰ? আপোনাৰ নিজৰেনেকি?

গৌতম মোৰ প্ৰশ্নটোত অলপ অপ্ৰস্তুত হ'ল। এবাৰ তীক্ষ্ণ দৃষ্টিৰে মোৰ মুখলৈ চালে, তাৰ পিছত তলমূৰ কৰিলে। হঠাৎ যেন মানুহজন চিন্তান্বিত হৈ পৰিল।

সোধাৰ কাৰণে বেয়া নেপাব। মোৰ অলপ তেনে যেন লগাৰ কাৰণেহে সুধিলো। বহুতে নিজৰ জীৱনৰ অভিজ্ঞতাৰ কথা তেনেকৈ লিখে।

নিস্তব্ধতা।

মানুহজনে যেন বহুত কিবা ভাবিবলগীয়াত পৰিল। তেওঁক যেন অভাৱনীয় কিছুমান সঙ্কোচে হঠাৎ হেঁচি ধৰিলে।

চাহ দিবলৈ ক'বৰ কাৰণে মই ভিতৰলৈ উঠি গ'লো। মানুহজনে হয়তো বুজিব পাৰিলে যে তেওঁ ধৰা পৰি গৈছে।

বৰষুণজাক ক্ৰমাৎ বেছিহে হৈ আহিছে। জৰজৰ্ কৰি ঘৰৰ চালত পৰিছে। এটা গভীৰ ছম্‌ছম্ শব্দ হৈছে। অলপ পৰ ভিতৰ কোঠাৰ খিৰিকী এখনৰ কাষত নিশব্দে থিয় দি থাকি মই এনেই বৰষুণৰ শব্দটোলৈ কাণ দি থাকিলো, তাৰ পিছত আগফালৰ কোঠালৈ ওলাই আহিলো।

গৌতমে মোলৈ মূৰ দাঙি চালে। ইতিমধ্যে যেন তেওঁ নিজক সামৰি-সুতৰি প্ৰস্তুত কৰি লৈছে। মই চকীখনত বহাৰ লগে লগে তেওঁ কৈ উঠিল, আপুনি মোক কি ভাবিব কব নোৱাৰো, আপুনি ঠিকেই কৈছে। সেই কাহিনীটো কিছুদূৰ মোৰ নিজৰে কাহিনী।

এইবাৰ এই স্বীকাৰোক্তিৰ পিছত মই অলপ অপ্ৰস্তুত হোৱা যেন অনুমান কৰিলো। ইয়াৰ পিছত আৰু কিবা সোধাটো জানো ভাল কথা হ'ব? সেইবোৰ যদি তেওঁৰ ব্যক্তিগত জীৱনৰে কথা তেন্তে সেই বিষয়ে অধিক জানিবলৈ বিচৰাটো অশোভনীয় কথা নহ'বনে?

আমি দুয়ো নীৰৱে চাহ খোৱাত লাগিলো। অলপ মোতকৈ সোনকালে চাহ পিয়লা খাই শেষ কৰি গৌতমে নিজকে কোৱাদি কবলৈ আৰম্ভ কৰিলে

মইতো সাহিত্যিক নহয়, কল্পনা কৰি লোকৰ জীৱনৰ কাহিনী কেনেকৈ লিখিব লাগে নেজানো আৰু আপোনালোকে কবি মানুহবিলাকে যে কেনেকৈ কল্পনা কৰিয়ে সঁচাসঁচিকৈ ধুনীয়া কথাবোৰ লিখে মই আজিও বুজিব নোৱাৰিলো।

মোকনো কবি বুলি কোনে কলে? হাঁহি মই কলো।

কব লাগিছে কেলেই, মোৰ নিজৰ পঢ়াশুনা বেছি নাই। কোনোমতে মেট্ৰিক পাছ কৰিছিলো। কোনোবা কাহানিবাই। সাহিত্যহে লিখিব নেজানো, পিছে পঢ়াশুনা কৰো। আপোনাৰ লিখা মই পঢ়ো নহয়।

কবিতা মই কাহানিও লিখা নাই, হয়তো সকলো লিখাকে কবিতা বুলি ভবাৰ মুদ্ৰাদোষ এওঁৰ আছে। মই আৰু একো নক'লো।

অলপ পৰৰ মৌনতাৰ পিছত গৌতমে নিজেই কবলৈ ধৰিলে, লিখাবোৰ পঢ়ি কিজানি আপুনি বৰ ভাল নেপালে। কেনেকৈনো ভাল পাব, বহুত কথা জানিলেও, জুকিয়াই-মেলি লব নেজানো। আৰু সকলো কথা লিখিবও নোৱাৰি নহয়। সকলো কথা লিখিলে মানুহেই বা মোক কি ভাবিব, নহয় জানো?

মই কলো, অৱশ্যে সঁচা ঘটনাৰ ভিতৰৰো কোনটো লিখিব লাগে, কোনটো নালাগে সেইটো জনা দৰকাৰ আচলতে ঘটনাটোনো কি হৈছিল?

কথাটো নুসুধিলোহেঁতেন কিন্তু মই বুজিব পাৰিলো যে মানুহজন কাহিনীটো কবলৈ অলপ উদগ্ৰীৱ হৈ পৰিছে। তদুপৰি এই বৰষুণ দিয়া সন্ধিয়াটো এজন বয়সস্থ মানুহৰ জীৱনৰ গোপন কাহিনী শুনি কটাবলৈ বেয়া নেলাগিব, যদিহে অৱশ্যে কাহিনীটো বৰ নিম্নস্তৰৰ বা দীঘলীয়া বিধৰ নহয়।

মোৰ ফালে নোচোৱাকৈ, কিতাপৰ আলমাৰিটোৰ ভিতৰত থকা কিতাপ এটাৰ ওপৰত চকুৰ চাৱনি থাপি গৌতমে লাহে লাহে কৈ যাব ধৰিলে : আপুনি শুনিব খুজিছে যেতিয়া মই অলপ প্ৰথমৰে পৰা ক'ব লাগিব, আমনি পাব নেকি?

আমনি পালেও আৰু ৰক্ষা নাই, গতিকে হাঁহি কলো, বৰষুণ জাক নেৰে মানে শুনিবলৈ মই প্ৰস্তুত, বৰষুণ সোনকালে এৰাৰ আশা নাই।

গৌতমে কবলৈ আৰম্ভ কৰিলে, আপুনি ক'ৰবাত সঁচাসঁচি অকলশৰীয়া মানুহ দেখিছেনে নাই ক'ব নোৱাৰো। তেখেত কিন্তু সঁচাসঁচিকৈয়ে অকলশৰীয়া আছিল।

তেখেত কোন?

অ' তেখেত মানে অৰুণ ডক্টৰ, মোৰ কিতাপখনত জানো পোৱা নাই? সেই অৰুণ ডক্টৰৰ কথাকে কৈছো। ইযান অকলশৰীয়া মানুহ আৰু মই ক'তো দেখা নাই।

কিয়, তেওঁৰ জানো কোনো নাছিল?

আছিল, নেথাকিব কিয়, হাকিমনী আছিল, জীয়েক আছিল, বন্ধু-বান্ধৱ আছিল, আমি আছিলো—

আমি মানে? কৌতূহলেৰে মই সুধিলো।

মই আৰু—বাৰু অন্যৰ কথানো কেলেই লাগিছে? কেইবা বছৰো মই সেই মানুহজনৰ লগত থাকিলো। পিছে সঁচাকৈয়ে তেওঁৰ নিচিনা অকলশৰীয়া মানুহ আজিলৈকে মই ক'তো লগ পোৱা নাই। ঘৰখনত মানুহ ভৰি থাকক, বা কোনোৱেই নেথাকক, তেওঁ নিজক লৈয়েই থাকে। কিতাপ পঢ়ে, কিতাপ লিখে, খিৰিকীয়েদি

ৰাহিৰলৈ চাই কিবা ভাবি বহি থাকে, অকলে অকলে ফুৰে—সদায় মানুহজন অকলশৰীয়া।

অৰুণ ডক্টৰৰ কথা কোৱা নাই জানো?

তেখেতৰ কথাকে কৈছো। অদ্ভুত মানুহ আছিল। ধনী মানুহ, টকা-পইচাৰ চিন্তা নাই। অভাৱ নাই, অনাটন নাই—তথাপি সদায় এনেকৈ থাকে যেন কিবা এটা বিচৰা বস্তু পোৱা নাই, যেন কিবা এটা ক'ৰবাত হেৰুৱালেহে। আৰু যেন মনে মনে হেৰোৱা বস্তুটোকে বিচাৰি ফুৰিছে।

মই বুজিলো এওঁৰ এতিয়া সাহিত্যিক উত্থা আৰম্ভ হৈছে, সহ্য কৰি যোৱাৰ বাহিৰে আৰু উপায় নাই। মাজতে কলো, হয় নেকি?

গৌতমে কৈ গ'ল :

হাকিমনী দেখা-মেলাত দেৱী প্ৰতিমা যেন আছিল, কথা-বতৰাতো তেনে মৰমিয়াল আৰু নম্ৰ আছিল। তেওঁৰ কথা বা কামত কোনো মানুহে কাহানিও বেয়া নেপাইছিল। মানুহগৰাকী গহীন, শান্ত, ডাঙৰ জমিদাৰৰ ঘৰৰ ছোৱালী বুলি দেখিলেই বুজিব পাৰি। অৰুণ ডক্টৰক তেখেতে ইমান যে ভক্তি-শ্ৰদ্ধা কৰিছিল, নেদেখিলে বুজাই কব নোৱাৰিম।

সদায় তেখেতৰ গাৰ ছাঁৰ দৰে লগে লগে থাকে, লগে লগে ফুৰে, যেন অকণমান কেনিবা আঁতৰি গ'লেই ডক্টৰ ক'ৰবাত হেৰাইহে যাব। খোৱা লোৱা উঠা বহা সকলোতে তেখেতে চকু নিদিলে যেন নচলে। মাজে মাজে আমাৰ হাঁহিয়েই উঠিছিল, ডক্টৰ ইমান্ ডাঙৰ মানুহজন, পিছে হাকিমনীয়ে যেন তেওঁক এটা অজলা সৰু ল'ৰা বুলিহে ভাবে। স্বামী-স্ত্ৰীৰ এনেকুৱা মিল আজিকালি আপুনি কাচিৎ-ক'ৰবাতহে দেখা পাব।

এইবোৰ কথা আপুনি কেনেকৈ জানিলে?

কেইবা বছৰো মই তেওঁলোকৰ ঘৰতে আছিলো।

কি কৰিছিল?

মোক লৈছিল ডক্টৰৰ নিজৰ কেৰেণী হিচাপে। তেওঁৰ চিঠি-পত্ৰবোৰ টাইপ কৰি ডাকত দিয়া, বা কাৰোবাৰ ঘৰত দিয়া, কেতিয়াবা তেখেতে কৈ যোৱা কথাবোৰ লিখি যোৱা, কেতিয়াবা তেওঁৰ কামত আলে-তলে যোৱা, তাৰ উপৰি ঘৰবাৰীত কাম-বন কৰা। মানুহবোৰৰ কাম-বন চোৱা, এইবোৰ কামকে মই কৰিছিলো।

তেনেহলে আপুনিতো ডক্টৰ অৰুণাভৰ বহুত কথাকে জানে?

তেওঁলোকৰ কথা মই যিমান জানো আন কোনোৱে নেজানে?

কিন্তু—

কি হ'লনো?

আপোনাৰ আগত মই নুলুকাওঁ, মোৰ নিচিনা মানুহৰ ডক্টৰ অৰুণাভৰ নিচিনা এজন মানুহক বুজি পাবৰ অকণো সাধ্য নাছিল, আজিও মই বুজিব নোৱাৰিলো।

কিয়?

মই জানিছিলো, অন্যেও জানিছিল ডক্টৰ এজন ডাঙৰ মানুহ, বিখ্যাত মানুহ, পৃথিৱীৰ ক'ৰ ক'ৰ পৰা যে দিনৌ জাপে জাপে চিঠিপত্ৰ আহে, বোজা বোজে কিতাপ-আলোচনী আহে, আৰু কত দূৰ-দূৰণিৰ মানুহে যে তেখেতক দেখা কৰিবলৈ আহে। ডাঙৰ মানুহ নহলে জানো আহিব?

সেইটো অৱশ্যে হয়। কিন্তু ডাঙৰ মানুহ হলেই যে বুজিব নোৱাৰি এনে হয় জানো?

আপুনি হলেও বুজিব নোৱাৰিলেহেঁতেন, মানুহৰ ভাববোৰ বুজিব নোৱাৰিব পাৰে, কিন্তু মানুহৰ চকুৰে দেখা কামবোৰো যে আমি কেতিয়াবা অকণো বুজিব নোৱাৰো।

কিয়?

অলপ পৰ গৌতম মনে মনে থাকিল। কিবা এটি যেন মনত পেলাবৰ চেষ্টা কৰিলে, তাৰ পিছত লাহে লাহে কলে, এদিন আবেলি ডক্টৰ ফুৰিবলৈ গৈছিল, ৰাতি যেতিয়া ঘূৰি আহিল লগত লৈ আহিল এজনী অচিনাকি ছোৱালী। ছোৱালীজনী ধুনীয়া। হাকিমনীৰ নিচিনা নহয়, অন্য ৰকমৰ ধুনীয়া, হাকিমনী জানিবা এপাহ বগা পদুম ফুল, শান্ত, কোমল, ধীৰ আৰু এই ছোৱালীজনী আছিল যেন এপাহ তেজগোলাপ ফুল। উদ্ধত নহয়, পিছে শান্তও নহয়, পৃথিৱীৰ কালৈকো যেন ভয় নাই, একোৰে কাৰণে যেন চিন্তা নাই। চকুহাল তেজাল, হাত-ভৰিবোৰ লোহোৰা-লোহোৰ, মুখখন তেজেমুখে ফাটি যাওঁ ফাটি যাওঁ। ডক্টৰৰ লগত আহি যেতিয়া ঘৰ সোমালহি, যেন বহুত দিনৰ চিনাকি ঘৰ এখনলৈহে আহিছে, যেন কাৰোবাৰ বিয়া খাইহে আহিছে।

সেইজনীনো ক'ৰ ছোৱালী আছিল আমি কোনেও কব নোৱাৰো। বাটত মই লগ পাইছিলো। অলপ গা ভাল নহয় বোলাত মই এৰাতি তেওঁক হাস্পতালত থৈ আহিছিলো। তাৰ পৰা ডাক্তৰে লৈ আহিছিল।

তাৰ পিছত কি হল?

সেই ছোৱালীজনীক ঘৰলৈ অনাৰ কাৰণে মই বেয়া পোৱা নাছিলো। মই বুজিব পাৰিছিলো ছোৱালীজনীৰ কোনো নাই। সেই ছোৱালীজনীক আন কোনেও চিনি নেপালেও মই চিনি পাইছিলো। সেইজনী ছোৱালীকে কেইদিনমানৰ আগতে

মই ষ্টেচনৰ ফালৰ পৰা আহোঁতে বাটতে লগ পাই মোৰ লগতে আনি আমাৰ ঘৰতে ৰাতিটো ৰাখি পিছদিনা তেওঁৰ কথা মতেই হাস্পতালত থৈ আহিছিলো।

মোৰ যদি যোত্ৰ থাকিলহেঁতেন আৰু যোত্ৰ নেথাকিলেও ছোৱালীজনীয়ে যদি থাকো বুলিলেহেঁতেন, তাইক মই মোৰ ঘৰতে ৰাখি থলোহেঁতেন। পিছে মোৰ ঘৰত মুঠেই এৰাতি থাকিল। পিছদিনাই গা অসুখ বুলি চৰকাৰী হাস্পতাললৈ গুচি গ'ল। তাৰ পৰা নিজৰ ঘৰলৈ লৈ আহিল অৰুণ ডক্টৰ। হাস্পতালৰ পৰা লৈ আহিলেও আমি ভালেই পালো।

বেযা পাবৰতো কাৰণ নাছিল, নহয় জানো?

আমি ৰং পাইছিলো। ছোৱালীজনী আহিলত ঘৰখনৰ যেন ৰঙেই সলনি হৈ গ'ল। হাকিমনীও ৰং পালে। ছোৱালীজনীলৈ দেখা মাত্ৰকে যেন তেওঁৰ মৰম সোমাইছিল। আৰু ডক্টৰে যেন ছোৱালীজনীক পাই কিবা নোপোৱা বস্তুহে পালে, ছোৱালীজনীক তেওঁ এনে ধৰণে মৰম কৰিব ধৰিলে যে কেতিযাবা তেওঁৰ মৰমত ছোৱালীজনীযেই লাজ পাই গৈছিল।

মই অনুভৱ কৰিলো ছোৱালীজনীৰ সোঁৱৰণী গৌতমৰ মনত এতিযাও জীৱন্ত হৈ আছে।

বৰষুণ জাক তেতিযাও আহি আছিল। গৌতমো নিজৰ অতীত ৰোমন্থনত মগ্ন গৈ পৰিছিল। তাৰ পিছৰ কথাবোৰে নিজকে কোৱাদি গৌতমে কৈ গৈছিল ঃ

ডক্টৰৰ বযস তেতিযা ৪৩/৪৪ বছৰৰ কম নহয। মোৰ বযসো তেতিযা ২৪/২৫ বছৰ, আৰু মীনাৰ বযসো ১৭/১৮ বছৰ, হাকিমনীৰ বযস দেখাত একো আন্দাজ কৰিব নোৱাৰি, হয়তো ৩২/৩৩ বছৰ হৈছিল, কিন্তু দেখিলে দহ বছৰমান কম যেন লাগে, আঁহ-পাহবোৰ ইমান কোমল।

গৌতম আকৌ অলপ মনে মনে থাকিল। তাৰ পিছত কলে, ঘৰৰ গৃহস্থজনে মৰম কৰে, সেই দেখি আমিও মৰম কৰো। আৰু ছোৱালীজনীয়ে মানুহৰ মৰম লব জানে। কেইবা মাহো তেনেকৈযে পাৰ হৈ গ'ল। প্ৰথমতে আমি বুজিব পৰা নাছিলো। পিছত যেতিযা আমি নিঃসন্দেহ হলো তেতিযা আমাৰ অলপ বেযা লাগিব ধৰিলে—।

কি বুজিব পাৰিলে?

ডক্টৰৰ ঘৰত থকাৰ কিছু দিনৰ পিছত ছোৱালীজনীক হাস্পতাললৈ নিব লগা হল।

হাস্পতাললৈ?

তাত পোন্ধৰ দিন থকাৰ পিছত ছোৱালীজনীৰ অৰ্থাৎ মীনাৰ এটি ল'ৰা হ'ল।

কথাষাৰ শুনি মই চুপ হৈ গ'লো। গৌতমো অলপ সময়ৰ কাৰণে নীৰৱে ৰ'ল। তাৰ পিছত লাহে লাহে কলে। কথাটোত আমি সকলোৱেই লাজ পালো। এনে এজনী গৰ্ভৱতী পলৰীয়া ছোৱালীক এইদৰে ঘৰত ঠাই দিব নেলাগিছিল। মানুহে অৰুণ ডক্টৰৰ বিষয়েও কিবা কিবি কোৱামেলা কৰিব ধৰিলে। ডক্টৰৰ কিন্তু ভ্ৰূক্ষেপেই নাই। মীনাৰ ল'ৰাটো হলত তেওঁৰ আনন্দৰ সীমা নোহোৱা হল। তেওঁৰ নিজৰহে যেন সন্তান হৈছে। নিজে যি দৈনিক হাস্পতাললৈ যায়েই, আনকি হাকিমনী আৰু জীয়েককো লৈ যায়। আৰু মোৰ হাতত দিয়ে নিতৌ একোবোজা বস্তু, মাকৰ আৰু কেঁচুৱাটোৰ কাৰণে কাপোৰ-কানি, ফুল, খোৱাবস্তু, কিতাপ, সদায় মই নি দি আহিব লাগে।

ইতিমধ্যে অৰুণ ডক্টৰ এমাহমানৰ কাৰণে হঠাৎ দূৰণিলৈ যাবলগীয়া হল। এৰাব নোৱৰা কাম, নগ'লে নহয়। ডক্টৰ বৰ চিন্তিত হৈ পৰিলে। তেওঁৰ চিন্তা হল তেওঁ নেথাকিলে কিজানিবা মীনাৰ আৰু ল'ৰাটোৰ কিবা কষ্ট হয়। কিন্তু হাকিমনী উত্তৰা দেৱীয়ে আৰু আমি সকলোৱে দৃঢভাৱে আশ্বাস দিলো যে ডক্টৰ এমাহ কিয় এবছৰ নেথাকিলেও মীনাহঁতৰ কোনো ৰকমৰ কষ্ট বা অসুবিধা নহয়। মীনায়ো হাঁহি হাঁহি কলে, মোৰ কাৰণে আপুনি ইমান চিন্তা কৰিছে কিয়? এতিয়া মোৰ আৰু কোনো ভয় নাই। সন্তানটোৰ জন্মৰ আগতে মোৰ মৰিম বুলি ভয় লাগিছিল, এতিয়া আৰু সেই ভয় নাই। মই জীয়াই থাকিব পাৰিম। তাৰ পিছত অলপ বৈ ডক্টৰৰ মুখলৈ চাই হাঁহি মীনাই কৈছিল, এতিয়া আৰু মোৰ মৰিবলৈও কোনো বেজাৰ নাই। মোৰ জীয়াই থকাৰ উদ্দেশ্য পূৰ্ণ হৈছে। কথাবোৰ ক'বৰ সময়ত মীনাৰ মুখখন উজ্জ্বল হৈ পৰিছিল, হাকিমনী আৰু আমি সকলো বৰ আচৰিত হৈছিলো, পিতাক-ৰ পৰিচয় নোহোৱা এটা সন্তানৰ জন্ম দি এই ছোৱালীজনী ইমান সুখী হব পাৰিছে কেনেকৈ?

তাৰ মানে মীনাৰ সন্তানটো—? মই সুধিলো।

প্ৰথমে আমি একো নেজানিছিলো, কোনোৱে সোধাও নাছিল, কোৱাও নাছিল, কিন্তু কথাবোৰ এদিন মীনাই মোক নিজে কৈছিল—।

আপোনাক কি কৈছিল মীনাই—।

অলপ চিন্তিতভাৱে গৌতমে কলে, এনেই মেটানিটি ৱাৰ্ডলৈ সকলো সময়তে মানুহ যাবলৈ নিদিয়ে। কিন্তু মীনাৰ কাৰণে ডক্টৰে বেলেগ ব্যৱস্থা কৰি লৈছিল, এটা অকলশৰীয়া পেয়িং ৱাৰ্ডত মীনাক অকলশৰে ৰাখিছিল, আৰু ডক্টৰৰ যি কোনো মানুহ যেতিয়াই তেতিয়াই গৈ মীনাক দেখা কৰিবৰ কাৰণে অনুমতি লৈ থৈছিল, এদিন সন্ধিয়া লাগি ভগাৰ পিছত মই হাস্পতাললৈ গ'লো।

সেইদিনা কিবা কাৰণত মীনা বৰ উত্তেজিত হৈ পৰা যেন লাগিছিল। কেঁচুৱাটো বুকুত সুমাই লৈ শূন্য দৃষ্টিৰে বাহিৰৰ আন্ধাৰবোৰৰ ফালে চাই মীনা পৰি আছিল। মই সোমাই গ'লো, মীনাই যেন মই যোৱা কবই নোৱাৰে এনেভাৱে নিশ্চল হৈ পৰি থাকিল। এই প্ৰথমবাৰৰ কাৰণে মই মীনাক নাম ধৰি মাতিলো,

মীনা—।

মীনাই ঘূৰি মোৰ মুখলৈ চালে, তেওঁৰ চকু-মুখত এটা অস্পষ্ট আনন্দৰ ৰেখা বাগৰি গ'ল।

বহা গৌতম—চকীখনৰ ফালে দেখুৱাই মীনাই কলে, মীনাযো এই প্ৰথম মোক নাম কাঢি মাতিলে।

বাহিৰত আন্ধাৰ আছিল, দুয়ো কিছুপৰ নীৰৱে বহি থাকিলো, তাৰ পিছত নীৰৱতা ভাঙি মীনায়েই কলে, গৌতম তুমি মোক নিচিনা, নহয়?

মই মীনাৰ মুখলৈ চালো। একো উত্তৰ দিব নোৱাৰিলো।

মীনাই কৈ গ'ল ঃ

তোমালোক কোনোৱে মোক চিনি নোপোৱাকৈয়ে কিয় ইমান মৰম-চেনেহ কৰিছা, ইমান আদৰ-যত্ন কৰিছা মই বুজিব পৰা নাই। তোমালোকে জানো জানা যে মই এজনী বেয়া ছোৱালী, এজনী পেলনীয়া ছোৱালী, জানা, মোক কোনোৱে মৰম কৰিব নেপায়?

মীনাৰ মুখৰ কথা বন্ধ কৰিবৰ কাৰণে মই কলো, মই তোমাৰ কথা একো নেজানো।

নেজানা যদি জানিবলৈ নিবিচৰা কেলেই? এই ল'ৰাটোৰ বাপেক কোন জানা জানো?

মই তলমূৰ কৰিলো। এইবোৰ মীনাৰ জীৱনৰ একেবাৰে ব্যক্তিগত কথা, আৰু, এইবোৰ কথা জানিবলৈ বিচাৰিছো বুলি জানিলে হয়তো ডক্টৰেও মোক খং কৰিব।

কিছুপৰৰ মূৰত মই কলো, এইবোৰ কথা মোক কব নেলাগে।

কেলেই, শুনিবলৈ ভয় কৰিছা? বহুতেই ভয় কৰে। মোৰ কিন্তু কবলৈ অকণো ভয় নেলাগে। ডক্টৰক মই সকলো কৈছো, কোনো কথা লুকুওৱা নাই। তোমাকো কওঁ—শুনিবা?

মই বুজিলো কিবা অজানিত কাৰণত আজি মীনা উত্তেজিত হৈ পৰিছে। মীনাক বাধা দিবৰ চেষ্টা কৰি কোনো লাভ নহব।

মই মূৰ তুলি মীনাৰ মুখলৈ চালো। হঠাৎ দেখিলো যেন মীনাৰ চকু দুটাত মোৰ প্ৰতি ঘৃণা আৰু পুতৌ ভৰি পৰিছে। যেন তেওঁৰ চকুৰে-মুখে অসহায় মোৰ

প্ৰতি বিদ্ৰূপ জমা হৈ গৈছে, মই অপ্ৰস্তুত হৈ পৰিলো। কোনো মতে মই কলো, কি কব খুজিছিলো আৰু মুখৰপৰা কি ওলাল কব নোৱাৰিলো—তোমালৈ মোৰ বৰ মৰম লাগে মীনা, যদি বেজাৰ লগা কথা হয় মোক কব নালাগে।

দেখিলো মীনাৰ মুখৰ ভাব সলনি হৈ গ'ল। মোৰ কথাবাৰ যেন মীনাই ভালকৈ বুজিব নোৱাৰিলে। তাৰ পিছত মীনাই পাতলকৈ হাঁহিলে। তাৰ পিছত কলে, অন্য ছোৱালী হোৱা হলে এই ল'ৰাটো এনেকৈ হোৱাৰ কাৰণে বৰ লাজ পালেহেঁতেন, হয়তো ইয়াক জন্ম হবলৈকে নিদিলেহেঁতেন, নাইবা ওপজাৰ পিছতে অৰ টেঁটু চেপি মাৰি পেলালেহেঁতেন, নাইবা ছোৱালীজনীয়ে নিজেই আত্মহত্যা কৰিলেহেঁতেন। কিন্তু মই অন্য ৰকমৰ ছোৱালী, জানা, সমাজক অপমান কৰিব পাৰো, নিজৰ প্ৰেমক মই অপমান কৰিব নোৱাৰো। এইটো প্ৰেমৰ সন্তান। ইয়াৰ বাপেক বেয়া মানুহ নহয়, বৰ ভাল মানুহ। মোক গভীৰভাৱে ভাল পায়,ময়ো ভাল পাওঁ। সামাজিক সম্পৰ্ক আমাৰ নহল। তথাপি ইয়াৰ জন্ম হল। তেওঁক মই বেয়া পোৱা নাই। বেয়া পাব নোৱাৰো।

মীনাৰ কথাবোৰ মই নীৰবে শুনি গ'লো। কবলৈ মোৰ একো নাছিল।

তুমি হয়তো ভাবিছা আমি দুয়ো দুয়োকো ভাল পাইছিলো যদি মই এনেকৈ ঘৰবাৰী এৰি গুচি আহিলো কিয়?

কিয় আহিলা বাৰু?

কৈছো শুনা। তেওঁক কেৱল মোক লাগে, মোৰ ৰূপ লাগে, যৌৱন লাগে, প্ৰেম লাগে, প্ৰাণ লাগে আৰু একো নেলাগে। পাঁচ বছৰ আমি প্ৰেমৰ আৰু প্ৰাণৰ আদান-প্ৰদান কৰিলো। তাৰ পিছত মই মৰ্মে মৰ্মে অনুভৱ কৰিলো যে আমাৰ প্ৰেম ভীৰু, আমাৰ প্ৰেম কৃত্ৰিম, আমাৰ প্ৰেম বাহিৰা বিবেচনাৰে সীমিত। সেই কথা মই তেওঁক কলো। তেওঁ কলে, আমাৰ প্ৰেমক দেহৰ সীমালৈ নমাই নি তুমি অপমান কৰিব খুজিছা। কিন্তু প্ৰতিবাদ কৰি মই কলো, দেহাৰ সীমালৈ নামিবলৈ অস্বীকাৰ কৰি তুমি আমাৰ প্ৰেমক অপমান কৰিছা, দেহাৰ মাজেদি আমাৰ দুজনৰ অস্তিত্ব উপলব্ধিত কোনো অপবিত্ৰতা নাই। সমাজতকৈ, সংস্কাৰতকৈ প্ৰেম নিশ্চয় ডাঙৰ।

হয়তো মোৰ কথাত তেওঁৰ পৌৰুষে অপমান বোধ কৰিলে। মোৰ জয় হল। আৰু মই আজিও ভাবো যে মোৰ প্ৰেমৰো জয় হল।

মীনাৰ এই স্পষ্টবাদিতাত যে কিমান অশ্লীলতা সোমাই আছিল তেতিয়া মই বুজিব নোৱাৰিছিলো। মাত্ৰ মনত লাগিছিল যে মীনা এজনী দুঃসাহসী ছোৱালী আৰু হয়তো এজনী স্বাস্থ্যৱতী গাভৰু ছোৱালীয়ে যৌৱনৰ দুৰ্বলতাক এনেকৈয়ে স্বীকৃতি দিবলৈ প্ৰয়াস কৰে।

তুমি হয়তো ভাবিছা গৌতম, যে মোৰ দৈহিক লালসা সম্বৰণ কৰিব নোৱাৰিহে মই তেওঁক মোৰ দেহাৰ কাষত আত্মসমৰ্পণ কৰিবলৈ আহ্বান জনাইছিলো। নহয়। মই সিমান দুৰ্বল ছোৱালী নহয়। এদিন হয়তো তোমালোকেও বুজিব পাৰিবা মই কেনে মনোভাৱৰ ছোৱালী। প্ৰকৃততে এটা কথা মই বিশ্বাস কৰো আৰু সেই কথা যে সঁচা নিজৰ জীৱনতে তাক প্ৰমাণ কৰিবৰ কাৰণেই মই এটা সাধাৰণ দুঃসাহসী কাম কৰিবলৈ সঙ্কল্প কৰিলো। মই প্ৰমাণ কৰিব খুজিছিলো যে দেহাৰ অস্তিত্বক অস্বীকাৰ কৰি প্ৰেমে পূৰ্ণতা লাভ কৰিব নোৱাৰে। নহলে প্ৰেমৰ কাৰণে সৰ্বস্ব সমৰ্পণ কথাষাৰ এটি কিতাপৰ কথা হৈ থাকি যায়।

মই নিৰুপায় হৈ কলো, সময় বহুত হ'ল। আজিলৈ আৰু মই যাওঁ মীনা।

মীনাই হাঁহিলে।

আৰু এটা কথা কওঁ শুনা, মীনাই কলে, দেহা সমৰ্পণ কৰি মই সন্তানৰ মাতৃ হবলৈ বিচৰা নাছিলো। সেই কাৰণে এই সন্তানটোক মই আমাৰ প্ৰেমৰ জীৱন্ত সাক্ষী বুলি মানি লবলৈ প্ৰস্তুত নহয়। এটা সন্তান প্ৰেমৰ সাক্ষী নহৈ, পশুত্বৰ সাক্ষীওতো হব পাৰে। কিন্তু গোটেই পৃথিৱীৰ আগত থিয় হৈ মই কব পাৰো, যে এই মোৰ সন্তানটো পৱিত্ৰ প্ৰেমৰ সন্তান, পশুত্বই ইয়াক স্পৰ্শ কৰিব নোৱাৰিলে। ই আমাৰ দেহ-প্ৰাণৰ অভিন্ন মিলনৰ সাক্ষী—নহলে ইয়াক মই বুকৰ গাখীৰ খুৱাই জীয়াই ৰাখিবৰ চেষ্টা নকৰিলোহেঁতেন।

গৌতম মনে মনে থাকিল। মই অনুভৱ কৰিলো যে গৌতমৰ কথাবোৰত কোনো ভাঁজ নাই।

বৰষুণ ক্ৰমে পাতলি আহিছিল। হয়তো সেই কথা গৌতমে অনুভৱ কৰা নাছিল। কথাৰ সুৰ সলাবৰ কাৰণে মই ক'লো, কিন্তু আপুনি লিখা কিতাপখনত এইবোৰ কথা থকা যেন মনত নপৰে দেখোন?

গৌতমে মোৰ মুখলৈ চালে, তাৰ পিছত অপৰাধীৰ দৰে কলে, এইবোৰ কথা তাত নাই লিখা। ইয়াৰ পিছৰ কথাবোৰহে লিখিছো। মোৰ নিজৰ জীৱনৰ লগত মীনাৰ জীৱনৰ এইখিনি কথাৰ বিশেষ সম্পৰ্ক নাই, সেই দেখি লিখা নাই, আপোনাক এনেযেহে কলো। ইয়াৰ পিছৰ কথাহে কিতাপখনত আছে।

কথা চমুবাবৰ কাৰণে মই কলো, কিতাপখন মই আকৌ এবাৰ ভালকৈ পঢ়ি চাম, পিছে মীনা আৰু আপোনাৰ তেন্তে ভাল চিনাজনা আছিল?

আপুনি পঢ়ি চাব—গৌতম চৌধুৰীয়ে কলে। এই ষাঠি বছৰীয়া বুঢ়া মানুহজনৰ চকুমুখত মই এজন ২৫ বছৰীয়া ডেকাৰ মুখৰ লাজ্জানত অভিব্যক্তি দেখা পালো।

আপুনিযেই জানো মীনাক বাটত লগ পাই নিজৰ ঘৰ উলিওৱাহি নাছিল? মই সুধিলো।

মীনাক তেতিয়া মই মীনা বুলি নেজানিছিলো, মীনা তেতিয়া আছিল ৰাতি বাটত হঠাৎ লগ পোৱা এজনী অচিনাকি ছোৱালী, আমাৰ ঘৰতেই আছিল, মই নিজেই বাটৰ পৰা ঘৰলৈ লৈ আহিছিলো। তেতিয়া কিন্তু মীনাক মই মীনা বুলি চিনা নাছিলো, আৰু মীনাযো মোক চিনি পাবৰ অকণো যত্ন কৰা নাছিল। প্ৰথম দেখাতেই যদি চিনি পাই গ'লহেঁতেন তেন্তে হয়তো মোৰ জীৱনটোৱেই অন্য ৰকমৰ হৈ গ'লহেঁতেন।

অলপ কৌতূহলেৰে তীব্ৰভাৱে মই গৌতমৰ মুখলৈ চালো। দেখিলো ক্ষন্তেক পূৰ্বক লজ্জাদীপ্ত মুখখন শুকাই ৰুক্ষ আৰু বিবৰ্ণ হৈ পৰিছে। এইখন এজন বুঢ়া মানুহৰ মুখ।

মই যোবাৰ আগতে কিতাপখন আকৌ পঢ়ি ঘূৰাই দিম বুলি প্ৰতিশ্ৰুতি দি মই গৌতম চৌধুৰীক বিদায় দিলো। ৰাতি যথেষ্ট হৈছিল। আৰু তেতিয়া বৰষুণজাকো এৰিছিল।

ঠিক ডায়েৰী হয়নে নহয় বুজিবৰ উপায় নাছিল। তাৰিখবোৰ একাদিক্ৰমে নাছিল। কোনো পৃষ্ঠাত তাৰিখ লিখা আছিল আৰু কোনো পৃষ্ঠাত নাছিল। বহীখন সৰু, অন্যান্য কিতাপ-বহীৰ মাজতে সোমাই আছিল। পঢ়ি যাবলৈ ধৰিলো ঃ

'সোতৰ বছৰ হ'ল। তথাপি জানো উত্তৰাই মোক আজিও বুজিব নোৱাৰিলে? আজি মই ভাবিবলৈ বাধ্য হৈছো—যে অন্য মানুহ আৰু মোৰ মাজত ক'ৰবাত কিবা পাৰ্থক্য আছে। জ্ঞান আৰু প্ৰেম একে ঠাইত থাকিব নোৱাৰেনেকি? বাধা ক'ত? জ্ঞান সীমিত, সীমাবদ্ধ, প্ৰেম অসীম। কিন্তু এই সসীম আৰু অসীমৰ মিলনৰ সীমাৰেখা চিৰ অনাবিষ্কৃত থাকি যাবনেকি? জ্ঞান জানো আত্ম-উপলব্ধিৰ পথ নহয়? আগৰ যোগী, মুনিসকলে অন্তৰৰ ভক্তি দি তপস্যা কৰি জ্ঞানৰ মাজেদি জানো পৰমতত্ত্ব লাভ কৰা নাছিল? মই মোক্ষ বিচৰা নাই, বিচাৰিছো সত্যৰ উপলব্ধি। সদৌ পৃথিৱীৰ মানৱ সমাজৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ মই অকলশৰে, এটা অকলশৰীয়া প্ৰাণী হিচাপে নিজক বুজি পাবলৈ বিচাৰিছো। সামাজিক সম্বন্ধত উত্তৰা মোৰ সহধৰ্মিণী। কিন্তু মোৰ অন্তৰাত্মাৰ সমধৰ্মিণী উত্তৰা আজিও হ'ব পৰা নাই। উত্তৰাই নিজৰ পৰা মোক পৃথকাই চায়।

'আৰু মীনা— মীনাৰ লগত মোৰ কোনো সামাজিক সম্পৰ্ক নাই, মীনা সহধর্মিণীও নহয়। কিন্তু এই অনাত্মীয়া মীনাই মই নিজেই চিনি নোপোৱা মোৰ ভিতৰৰ মানুহটোক জগাই দিলেহি কেনেকৈ? মীনা নিৰ্ভীক, মীনা স্পষ্টবাদী, পৃথিৱীৰ কালৈকো মীনাৰ ভয় নাই। কিন্তু মোৰ অন্তৰাত্মাই মীনাক নিজৰ নিচেই কাষত পাবলৈ বিচৰাৰ কাৰণে উত্তৰাই আঘাত পাব বুলি মীনাৰ এই ভয় কিয়? এই উদ্বিগ্নতা কিয়? এইয়া মীনাৰ নিঃস্বাৰ্থ উদাৰতা, নে মোৰ অনুভূতিক বুজিব নোৱৰাৰ ফল?

'উত্তৰা আৰু মীনা—গৃহস্থ আৰু অতিথি ঘৰৰ ভিতৰত গৃহস্থৰ আসন স্থায়ী, শাশ্বত, অতিথি দুদিনীয়া। সেয়ে অতিথি অধিক আদৰৰ পাত্ৰ। মীনাও অতিথি।

'উত্তৰাই জানো এই কথা নেজানে? পুৰুষৰ সকলো মৰমক একচেতীয়া কৰি পাবলৈ বিচৰাটো জানো স্বাৰ্থপৰতাৰ চিন নহয়? উত্তৰাৰ স্বাৰ্থপৰতাই মোৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেমৰ সাক্ষী দিয়ে। এইবাবে উত্তৰাৰ ওচৰত মোৰ কৃতজ্ঞতা নতুনকৈ প্ৰকাশ কৰাৰ প্ৰয়োজন নাই। কাৰণ উত্তৰাই জানে উত্তৰাৰ মৰমক মই কোনোদিন লেশমানো অৱহেলা কৰা নাই। মানুহৰ প্ৰেম জানো সূৰ্যালোকৰ নিচিনা উদাৰ হ'ব নোৱাৰে? পোহৰলৈ ভয় কৰোতাজন পোহৰৰ আশীৰ্বাদৰ পৰা বঞ্চিত হওক, কিন্তু সূৰ্যৰ কৃপণালিৰ কি সাৰ্থকতা আছে?

'এইয়া জানো নাৰীৰ আদিম ঈৰ্ষা? কিন্তু উত্তৰাতো প্ৰাচীন, আদিম নাৰী নহয়, উত্তৰা আজিৰ নাৰী।'

অৱশেষত মই আহমদ চাহেবৰ লগত বন্দবস্ত কৰি এলাহাবাদলৈ যাত্ৰা কৰিলো। এলাহাবদতে যোচেফ থাকে। যোচেফৰ ঘৰতে অৰুণাভে জীৱনৰ শেষৰ দিনকেটা কটাইছিল, আৰু মই যি বাতৰি সংগ্ৰহ কৰিব পাৰিছিলো, তাৰ পৰা বুজিছিলো যে যোচেফ আৰু অৰুণাভৰ বহুতদিনীয়া অকৃত্ৰিম বন্ধুত্ব আছিল। এই বন্ধুত্ব কিদৰে গঢ়ি উঠিছিল নেজানো, আৰু যোচেফ কেনেকুৱা মানুহ তাৰো বিশেষ ধাৰণা মোৰ নাছিল। কিন্তু ইতিমধ্যে চিঠিপত্ৰেৰে তেওঁৰ লগত যোগাযোগ কৰি মোৰ ধাৰণা হৈছিল যে তেওঁ অৰুণাভৰ বহুত কথা জানে, আৰু নিশ্চয় দুই-এটা ওলাব পাৰে।

ইয়াৰ উপৰি বসন্তৰ আশা আছিল যে যোচেফৰ ঘৰতে নাই থকা যদিও, শেৱালি ক'ত আছে, তাৰ সম্ভেদ যোচেফে নিশ্চয় জানিব। মোৰ ফালৰ পৰাও শেৱালিক লগ পোৱাৰ দৰকাৰ আছিল, ডক্টৰ অৰুণাভৰ লিখা আৰু চিঠিপত্ৰৰ মাজত শেৱালিৰ বিষয়ে উল্লেখ বৰ কম। অথচ যি কেজনী বিভিন্ন নাৰী অৰুণাভৰ জীৱনৰ

সংস্পৰ্শলৈ আহিছিল, তাৰ ভিতৰত শেৱালিও নিশ্চয় এজনী আছিল। অৰুণাভৰ জীৱনৰ ঘটনাৱলীৰ মাজলৈ সোমাই ক্ৰমে মোৰ ধাৰণা হৈছিল যেন এই বিখ্যাত মানুহজনৰ জীৱনটোক বিভিন্ন চৰিত্ৰৰ কেইবাগৰাকীও নাৰীয়ে বিশৃঙ্খল আৰু জটিল কৰি পেলাইছিল। অৰুণাভৰ কোনো চিঠি বা আন লিখাতো কোনো এটা বিষয় সম্পূৰ্ণকৈ পাবলৈ নাই। সংগৃহীত বিভিন্ন সা-সামগ্ৰীৰ মাজত ঘটনাৰ যোগসূত্ৰ প্ৰতিষ্ঠা কৰাটো বৰ দুৰূহ কাম যেন লাগিছিল। তদুপৰি ঘটনাৰ ক্ৰম বিচাৰি উলিওৱাটো আৰু বিপজ্জনক কথা আছিল যেন মোৰ লাগিছিল। সকলোবোৰ যথাযথভাৱে সম্পাদন কৰি উলিওৱাটো যে সহজ কাম নহব, সেইটো মই বুজিব পাৰিছিলো।

যোচেফৰ পৰা পোৱা অৰুণাভৰ চিঠি এখন যাবৰ সময়ত আহমদে মোৰ হাতত দিছিল। চিঠিখন পঢ়ি চাবৰ সময় পোৱা নাছিলো। এলাহাবাদলৈ আহি যোচেফৰ ঘৰ বিচাৰি উলিওৱাত অসুবিধা হোৱা নাছিল। কিয়নো তেওঁৰ ঘৰৰ ঠিকনা আগতে পাইছিলো।

অলপ অৱসৰ পাই চিঠিখন পঢ়িলো। যোচেফলৈ সম্বোধন কৰি লিখা চিঠি, তেওঁৰ এনেকুৱা চিঠিবোৰ প্ৰায়ে ভাৱপ্ৰৱণ হয। ব্যক্তিগত কথাবোৰৰ সাধাৰণীকৰণৰ চেষ্টা এটা তেওঁৰ চিঠিবোৰত দেখা যায়। তেওঁ যে সকলো সময়তে কিবা এটা mental tension obcessionত ভুগিছিল, সেইটো তেওঁৰ লিখাবোৰৰ মাজত অনুভৱ কৰিব পাৰি। জীৱনত যেন তেওঁ বহুত প্ৰশ্নৰ সন্মুখীন হৈছিল, আৰু এই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰোতেই যেন তেওঁ তেওঁৰ জ্ঞান-বুদ্ধি আৰু অনুভূতিক খটাইছিল এই ধাৰণা স্পষ্ট হয়। কিন্তু তেওঁৰ জীৱনৰ সকলো প্ৰশ্নৰ মূলত এটা প্ৰশ্নই আছিল, নে বিভিন্ন প্ৰশ্ন এটা গভীৰ জীৱন-জিজ্ঞাসাৰ পৰা উদ্ভূত হৈছিল মই বুজিব পৰা নাছিলো। ইয়াৰ নাম যদি অনুভূতিৰ বৌদ্ধিক বিচাৰ বা তেনে কিবা তাকো মই স্থিৰ কৰিব পৰা নাছিলো। কিন্তু শেষৰ চিঠিবোৰত যে তেওঁৰ জীৱনৰ শেষ কথা কৈ যাবলৈ বিচাৰিছিল সেইটো বুজিব পৰা যায়। আত্ম জিজ্ঞাসায়েই জীৱন-জিজ্ঞাসাৰ ৰূপ লোৱাটোও উপলব্ধি কৰা যায়। এই চিঠিখন আছিল ঃ

'মই কবি নহয়, শিল্পী নহয়, মই একোৱে শ্ৰষ্টা নহয়। কিন্তু মই সমগ্ৰ জীৱন উপলব্ধি কৰিছো যেন মোৰ ভিতৰত, মোৰ প্ৰাণ আৰু আত্মাৰ মাজত সোমাই এটা অশান্ত, অসন্তুষ্ট মানুহে, ভুগি থকা এটা অনামী বেদনাৰ পৰা নিজক মুক্ত কৰিবৰ কাৰণে কিবা এটা সৃষ্টি কৰিবলৈ বিচাৰিছে, কিবা এটা পাবলৈ বিচাৰিছে। যিদৰে এজন কবিয়ে বিচাৰে, এজন শিল্পীয়ে বিচাৰে। আৰু যি সৃষ্টিৰ সাধনাত লাগি থাকি কবি-শিল্পীয়ে জীৱনৰ অন্য সকলো কথা পাহৰি যায়। কিন্তু বিড়ম্বনা এয়ে যে মই কি বিচাৰিছো, মোৰ আত্মাত লুকাই থকা অশান্ত মানুহটোৱে কিহৰ মাজত নিজক উপলব্ধি

কৰিবলৈ বিচাৰিছে— মই নিজেই কব নোৱাৰো। সৃষ্টিৰ কঠীয়াতলী মাতৃগৰ্ভৰ দৰেই অন্ধকাৰময়, ৰহস্যময, অনিশ্চিত। আৰু সৃষ্টিৰ প্ৰক্ৰিয়া কষ্টকৰ, দুৰূহ, কঠিন, বেদনাময়। সৃষ্টি মানেই যে পোহৰৰ মাজত বিস্তাৰ লাভ। সৃষ্টি মানেই বন্ধনৰ সীমাৰ পৰা মুক্তি।

'বিচৰা মোৰ সাৰ্থক নহব পাৰে, কিন্তু বিচৰা মোৰ শাশ্বত। জ্ঞান, অৰ্থ, খ্যাতি, প্ৰেম—অথবা সেই প্ৰাচীন ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষৰ সন্ধান বা প্ৰাপ্তিত আত্মাৰ অনন্ত তৃষাৰ নিবৃত্তি আছে জানো? ক'তা—নিয়মৰ বান্ধোনৰ মাজত যি নাই, নিয়মভঙ্গৰ মুক্তিৰ মাজতো দেখোন সি নাই।

'পৃথিৱীত আমাক কোনোৱে নুবুজে—যোচেফ। বাৰিষাৰ দুকূলউঁকা নদী কিয বৈ যায়, পখীয়াতৰা কিয় খহি পৰে, বনৰীয়া ফুল কিয় ফুলে, আহিনৰ আকাশত কপাহফুলীয়া মেঘবোৰে কি বিচাৰি ফুৰে, বনৰীয়া চৰায়ে কিয় গীত গায়—হয়তো আমি অলপ বুজিব পাৰো। কিন্তু এটা মানুহৰ প্ৰাণৰ মাজত প্ৰতিটো মুহূৰ্তত কিহৰ কিমান ঢউ উঠিছে মাৰ গৈছে আমি নুবুজো। এজনী সুন্দৰী গাভৰুৰ অনিৰ্বচনীয এটা হাঁহিত কিহৰ সমুদ্ৰগভীৰ বেদনাৰ আৰ্তনাদ আছে, এজনী পুত্ৰবৎসলা মাতৃৰ চকুৰ চাৱনিত কিমান অকথিত ক্ৰোধ আৰু ভৰ্ৎসনা আছে।

'নুবুজো যোচেফ, কেতিয়াবা মানুহকেই সৃষ্টিৰ সকলো প্ৰাণীতকৈ আচৰিত যেন লাগে মোৰ। মানুহ যেন বৈপৰীত্যৰ এক অদ্ভুত সমষ্টি। প্ৰেম আৰু ঘৃণাৰ মাজত, বীৰত্ব আৰু কাপুৰুষালিৰ মাজত, আনন্দ আৰু বিষাদৰ মাজত এডাল চকুৰে মণিব নোৱৰা সূতাৰ ব্যৱধান। মানুহে নিজক ইমান বেছি ভাল পায়, যে সি আত্মহত্যা কৰিব পাৰে। তাতকৈ স্বাৰ্থপৰ আৰু আত্মকেন্দ্ৰিক কোনোবা ক'ৰবাত আছে নে? মানুহৰ বাহিৰেতো আৰু কোনোৱে আত্মহত্যা কৰিব নেজানে! অথচ ইমান স্বাৰ্থপৰ হৈয়ো মানুহে আনৰ কাৰণে প্ৰাণ আগবঢাই দিব পাৰে, এখন দেশ, এটা ৰীতি, এটা বিশ্বাস বা আদৰ্শৰ কাৰণে আত্মাহুতি দিব পাৰে।

'হযতো মই নিজকে নুবুজিলো কাৰণেই, মোৰ সংস্পৰ্শলৈ অহা কাকোৱেই মই নিৰ্ভুলভাৱে বুজিব নোৱাৰিলো। হয়তো মই কাৰোবাৰ ওচৰত নিজকে নিঃশেষ কৰি বিলাই দিবলৈ বিচাৰিছিলো, কিন্তু ক'তা, পৃথিৱীত তো এনে কোনো নোলাল যি মোক নিঃশেষ কৰি আপোন কৰি ললে, মই যেন সকলোৰে পৰা এক বিশেষ দূৰত্বত থাকি যাবৰ কাৰণেই পৃথিৱীলৈ আহিছিলো।

'উত্তৰা—মোৰ সহধৰ্মিণী উত্তৰা—উত্তৰাতকৈ বেছি আপোনকৈ মোক বাৰু কোনে পাইছিল, পাব পাৰিছিল? কিন্তু উত্তৰাই কি কৰিছিল জানা যোচেফ? উত্তৰাই তেওঁৰ আৰু মোৰ মাজত এখন অদৃশ্য আৱৰণ তৰি লৈছিল, নিবিড়ভাৱে দেহাৰ

কাষ চাপিলেও উত্তৰাই মোৰ আৰু তেওঁৰ আত্মাৰ মাজত বিচাৰি পাইছিল এক ব্যৱধান, তেওঁ মোক তেওঁৰ স্বামী বুলি সাবটি লৈছিল সঁচা, কিন্তু তেওঁ সদায় ভাবিছিল যে মই এজন পণ্ডিত, এজন জ্ঞানী মানুহ— মোৰ কাৰণে প্ৰেমতকৈ জ্ঞান ডাঙৰ। জ্ঞান বৰ আচৰিত বস্তু। এবাৰ তাৰ অধিকাৰী হলে, সি আৰু কাহানিও এৰা নিদিয়ে। তথাপি উত্তৰাৰ কাষত মই সহজ মানুহৰূপে ধৰা দিবৰেই চেষ্টা কৰিছিলো, কিন্তু সফল হব নোৱাৰিলো। জ্ঞানৰ কাঁইটে আমাৰ দাম্পত্য জীৱনৰ প্ৰেমৰ ফুলনি থকা-সৰকা কৰি পেলালে। মোৰ বিদ্ৰোহ কৰিবৰ ইচ্ছা হৈছিল—উত্তৰাৰ বিৰুদ্ধে নহয়, জ্ঞানৰ বিৰুদ্ধে। কিন্তু জ্ঞানীয়ে মূৰ্খামি কৰিলেও সি হয় জ্ঞানীৰ মূৰ্খামি। হয়তো মোৰ সকলো কাৰ্যকলাপ উত্তৰাৰ কাষত চিৰ-দুৰ্বোধ্যই হৈ গ'ল। কিন্তু মোৰ অসহ্য লাগে যে মোৰ কোনো কাৰ্যৰ প্ৰতিবাদ নকৰি, উত্তৰা নিজেই মাথোন আঁতৰি পৰিল— নিজৰ সকলো অভিযোগ আৰু অভিমান লৈ। কিয়? মোক পণ্ডিত লোক বুলি ভাবি? প্ৰকৃত প্ৰেমে জুইৰ দৰে পোৰে, কেঁচা-পকাৰ, মূল্যবান আৰু মূল্যহীনৰ কোনো পাৰ্থক্য নেৰাখে। জুই যিদৰে সৰ্বাত্মক আৰু সৰ্বগ্ৰাসী, প্ৰেমো সেইদৰে সৰ্বাত্মক আৰু সৰ্বগ্ৰাসী, নহলে তাক জানো প্ৰেমৰ মৰ্যাদা দিয়া যায়?

'আৰু মীনা—ভাবিছিলো আৰু আশা কৰিছিলো—অন্য এক সৰ্বগ্ৰাসী প্ৰেমৰ অগনিৰে মীনাই মোক নিঃশেষ কৰি দিব। কাৰণ মীনা, বিদ্ৰোহী মীনাৰ নিশ্বাসত জুইৰ উত্তাপ আছে, আৰু সেই ক্ৰোধক মাতৃত্ব আৰু বিদ্ৰোহে জীৱন্ত কৰি তুলিছে।

'সঁচা কথা, মীনা মোৰ জীৱনৰ মাজলৈ অভাৱনীয়ভাৱে আহিছিল। কিন্তু আমাৰ জীৱনলৈ সকলো সুন্দৰ বস্তুৱেইতো অভাৱনীয়ভাৱেই আহে। আকস্মিকভাৱে ফুলা এপাহ সৰু ফুলেইতো বসন্তক দিয়ে ঐশ্বৰ্যৰ গৰিমা। এটা পানীকেঁচুৱা শিশুৰ মুখত হঠাৎ ৰূপ লৈ উঠা প্ৰথম মিচিকিটোৰ অন্তৰালতেই তো আছে—নিষ্পাপ সৌন্দৰ্যৰ বিস্ময়সনা মাধুৰিমা!

'মীনাই মোক আচৰিত কৰা নাছিল, বিস্মিত কৰিছিল। মীনাৰ মাজত মই নাৰী আৰু মাতৃৰ নতুন ৰূপ দেখা পাইছিলো। মীনা লুকঢুক নোহোৱাকৈ মোৰ জীৱনৰ তেনেই কাষ চাপি আহিছিল। মীনা আশ্ৰয় বিচাৰি অহা নাছিল, কিয়নো মীনাই নিজকে কোনোদিন নিৰাশ্ৰয় বুলি ভবা নাছিল।

তথাপি যোচেফ, মোৰ প্ৰতি মীনাৰ যি ভাবানুভূতিৰ জন্ম হৈছিল তাতো আছিল এক ব্যৱধান। মই জ্ঞানী নে মূৰ্খ, ধনী নে দুখীয়া— এক মুহূৰ্তৰ কাৰণেও তেওঁ চিন্তা কৰা নাছিল। তথাপি মীনা সহজ হব নোৱাৰিলে। কাৰণ তেওঁৰ কাৰণে মই আছিলো মোৰ বিবাহিতা পত্নী উত্তৰাৰ স্বামী। কি বিড়ম্বনাত! এবাৰ জ্ঞানী হলে যেনেকৈ জ্ঞানৰ কবলৰ পৰা ৰক্ষা পোৱা নেযায়, তেনেকৈ এবাৰ কাৰোবাৰ স্বামী

হলেও সেই পৰিচয়ৰ পৰা নিষ্কৃতি পাবৰ উপায় নাই। মানুহৰ হৃদয়বৃত্তিৰ কাষত মানুহ যে ইমান নিশকতীয়া, দুৰ্বল। মানুহৰ সকলো যুক্তিতকৈ হৃদয়ৰ যুক্তি অকাট্য। নিত্য নতুন ছাপ লৈ পুৰণি হৈ যাবৰ কাৰণেই যেন মানুহৰ জন্ম। এবাৰ পুৰণি হৈ গ'লে, নতুন হোৱাৰ কোনো সৌভাগ্য আৰু তাৰ নেথাকে।

মীনাও এদিন গুচি গ'ল। মোৰ বিৰুদ্ধে কোনো অভিযোগ লৈ নহয়, নিজৰ অভিমান লৈ। 'বিবাহিত' নামৰ এটা অচল সংস্কাৰে মীনাক মোৰ পৰা আঁতৰাই ৰাখিলে। মীনাৰ প্ৰতি মোৰ যি অনুভূতি হৈছিল, মই ভাবিছিলো, সেয়ে আছিল প্ৰকৃত প্ৰেম, যি নিজকে নতুনকৈ চোৱাৰ আৰু নতুনকৈ পোৱাৰ মধুৰ প্ৰেৰণা দিব পাৰে। কিন্তু মোৰ সেই ভাষাহীন প্ৰেমক উচিত মৰ্যাদা দিয়াৰ সহজ সাহস মীনাই বিচাৰি নেপালে। মোৰ বহুত আন্তৰিকতাৰ বিনিময়ত মীনাই মোক দিলে অন্তৰভৰা কৃতজ্ঞতা। কৃতজ্ঞতাৰো নিশ্চয় মূল্য আছে। কিন্তু মোৰ প্ৰয়োজন আছিল মৰমৰ, কৃতজ্ঞতাৰ নহয়। মীনাৰ আচৰণে মোক ক্ষুণ্ণ কৰিছিল, কিন্তু মোৰ কৰিবৰ একো নাছিল। মানুহৰ হৃদয়ৰ প্ৰকাশৰ ক্ষেত্ৰত কোনো বাধ্যবাধকতাৰ ঠাই নাই। শিকনি অনুশীলনীৰে জ্ঞানক পুষ্ট কৰিব পাৰি, হৃদয়ে কোনো শিকনি নেমানে।

মীনা মোৰ কাষৰ পৰা আঁতৰি গ'ল। কিন্তু মোৰ লগত সম্পৰ্ক শেষ কৰি নেপেলালে। যিমান দিন জীয়াই আছিল নিলগতে থাকিও মীনাই মোৰ খবৰ-বাতৰি লৈ আছিল। আৰু মৰাৰ পিছত মোৰ লগত মীনাৰ স্নেহৰ সম্পৰ্ক স্থায়ী কৰি থৈ গ'ল—নিজৰ একমাত্ৰ সন্তানক মানুহ কৰাৰ দায়িত্ব মোৰ ওপৰতে এৰি গৈছিল মীনাই। দায়িত্ব সম্পূৰ্ণ পালন কৰা হলনে নাই কব নোৱাৰো, কিন্তু মোৰ ওপৰত দিয়া দায়িত্ব মই অস্বীকাৰ নকৰিলো। আত্মীয় হওক, অনাত্মীয় হওক, পৃথিৱীত আমি কাৰোবাৰ দায়িত্ব লবই লাগিব। সেইয়া মানুহৰ কৰ্তব্য

এইখিনি কথা ডক্টৰ অৰুণাভে খৃষ্টিয়ান যোচেফলৈ লিখা চিঠিবোৰৰ মাজৰ এখন চিঠিত আছিল। আৰু কিছু অন্য কথা চিঠিখনত আছিল, কিন্তু কথাখিনিৰ আংতিগুৰি বুজা নেযায়। আৰু বৰ প্ৰাসঙ্গিকো নহয়।

যোচেফ যথেষ্ট বুঢ়া হৈছে। আমাৰ সৌভাগ্যৰ গুণেহে তেওঁক আমি জীৱিত অৱস্থাতে পালো। মানুহজনৰ মূৰত এবোজা পকা চুলি, আগতালু অলপ টপা। তেওঁৰ নাকটো জোঙা আৰু নাকৰ মাজটো ধেনুভিৰীয়া। তেওঁৰ গালবোৰ শোঁটোৰা-শোঁটোৰ হৈছে। কপালৰ ৰেখাকেডাল স্পষ্টকৈ ওলাই পৰিছে।

এখন আটোমটোকাৰী সৰু বাৰীৰ ভিতৰত আগফালে চাপৰ চাপৰ ফুলেৰে ঘেৰা এটা কটেজ ধৰণৰ চাপৰ পুৰণি ঘৰ। ঘৰলৈ সোমোৱা পদূলিটোৰ দুয়োপাৰে ফুলনি। নানা বৰণীয়া পাতাবাহাৰ আৰু মৌচুমী ফুলৰ শাৰী। কেইজোপামান পাহাৰীয়া

পাইনৰ ৰুক্ষ অৱশেষ আছে। গছকেজোপা বহুত দিনীয়া পুৰণি, ঘৰটোও পুৰণি, কাৰণ চাল-বেৰবোৰত সময়ৰ সাঁচ স্পষ্টকৈ জিলিকি আছে।

মোৰ লগত বসন্তও আহিছিল। দুষ্মন্ত তালুকদাৰকো লগ পাইছিলো। কিছুদিন তেওঁ ইয়াতে আছে। কিন্তু আমি যোচেফৰ ঘৰলৈ আহোঁতে দুষ্মন্তক লগত অনা নাছিলো। তালুকদাৰ বৰ সংসাৰী, তদুপৰি অনাহকতে মাজে মাজে মাতব্বৰী কৰে আৰু কেতিযাবা অবাঞ্ছনীয় হৈচৈও কৰে। আৰু আমি যোচেফৰ ওচৰলৈ অহাৰ উদ্দেশ্যৰ লগত দুষ্মন্তৰ উদ্দেশ্যৰ কোনো সাদৃশ্যই নেথাকিব পাৰে।

যোচেফক লগ ধৰিম বুলি আমি আগতে খবৰ দিছিলো। আৰু তেৱোঁ আমাক তেওঁক দেখা কৰাৰ সময আদি দিছিল।

বতৰটো ভাল আছিল। জাৰ শেষ নহলেও কমি আহিছিল। আবেলিটো আমাৰ আপোন আপোন লাগিছিল। আৰু আমি যিমানেই যোচেফৰ ঘৰৰ কাষ চাপিছিলো সিমানে আমাৰ বেছি মুকলি মুকলি লাগিছিল। কিয়নো তেওঁৰ ঘৰটো নগৰৰ ব্যস্ততাৰ পৰা যথেষ্ট নিলগত। একপ্ৰকাৰ গাঁৱতেই বুলিব পাৰি। তেওঁৰ ঘৰৰ অলপ আঁতৰেদিয়েই শান্ত, বহল, নৈখন বৈ গৈছে। এইফালে যেন জীৱনৰ ৰুদ্ধশ্বাস ব্যস্ততা নাই, এক নিবিড় প্ৰশান্তিৰ মন্দাক্ৰান্ত গতিছন্দত জীৱন যেন নিজান কোনো উপত্যকাৰ ফালে আগবাঢ়িছে। প্ৰথমবাৰৰ কাৰণে অহা বাবেই বোধকৰো ঠাইডোখৰৰ পৰিবেশটো মোৰ কোনো পৰ্বতৰ ওপৰৰ দেৱ মন্দিৰৰ নিচিনা শান্ত আৰু সমাহিত যেন অনুভৱ হৈছিল আৰু হয়তো সেইবাবেই আমাৰ অজ্ঞাত সাৰেই আমি সন্তৰ্পণে আগ বাঢ়িছিলো।

শান্তভাৱে যোচেফে আমাক আগবঢ়াই নি এটা পৰিপাটি সৰু কোঠাত বহুৱালে। কোঠাটোৰ খোলা খিৰিকীয়েদি এচেৰেঙা হেলনীয়া ৰ'দ আহি ভিতৰ সোমাইছিলহি। ৰ'দজাকতো যেন উত্তাপৰ পৰিৱৰ্তে আছিল এক উজ্জ্বল শান্তি।

সৰু যদিও কোঠাটো পৰিচ্ছন্ন, কিন্তু দেখি ধাৰণা হল যেন বহুদিন আগতে কোঠাটো যেনেদৰে সজোৱা আছিল—এতিয়াও তেনেকৈয়ে আছে, কোনোৱে কোনো বস্তু হাতেৰে চোৱা নাই, অকণো লৰচৰ কৰা নাই। খিৰিকীৰ বাহিৰত কালৰ যি অবিৰাম অহা-যোৱা, কোঠাটোৰ ভিতৰখন যেন তাৰ প্ৰভাৱৰ পৰা মুক্ত।

আমি বহিলো। যোচেফো আমাক বহুৱাই আমাৰ মুখামুখি হৈ বহিল। প্ৰথমতে আমি কোনো কথা বিচাৰি নেপালো। মই আশা কৰিলো যেন যোচেফেই প্ৰথমে আৰম্ভ কৰক।

অলপমান সময় নীৰৱতাৰ মাজেদিয়ে শেষ হৈ গ'ল। কিন্তু আমাৰ অস্বাভাৱিক যেন লগা নাছিল। যেন এনে আবেলি মুখামুখিকৈ নীৰৱে বহি থকাটোৱেই স্বাভাৱিক কথা।

কিতাপৰ চাপৰ আলমাৰিটোৰ ওপৰত থকা পুৰণি টাইমপীছটোত সামান্য শব্দ কৰি মিনিট আৰু চেকেণ্ডৰ কাঁটাই বাট বুলিছিল।

কিবা এটা চিন্তাৰপৰা সাৰ পোৱাৰ দৰে যোচেফে মূৰ তুলি চালে। তাৰ পিছত সুধিলে, অৰুণাভ আপোনালোকৰ কিবা আত্মীয় হয়নেকি?

বসন্তই বোধকৰো 'হয়' বা তেনে কিবা এটা কবলৈ বিচাৰিলে, ডিঙিৰ পৰা মাতটো ফুটি নোলাল। মই স্পষ্টভাৱেই কলো, স্বৰ্গীয় ডক্টৰ অৰুণাভ যথাৰ্থতে মোৰ একোৱেই নহয়। তেখেতৰ লগত মোৰ দেখাদেখি হৈছিল মাত্ৰ এবাৰ, চিনা-পৰিচয় হোৱাই নাছিল—

মোৰ কথাত যোচেফে কিন্তু অকণো বিস্ময় বা কৌতূহল প্ৰকাশ নকৰিলে। একেই শান্তভাৱে তেওঁ কলে—অ।

আপুনি নিশ্চয় স্বীকাৰ কৰিব যে তেওঁৰ নিচিনা এজন বিখ্যাত মানুহৰ এখন নিৰ্ভৰযোগ্য জীৱনী লিখা দৰকাৰ।

ভাষাত কোনো উষ্মা প্ৰকাশ নকৰাকৈ তেওঁ সুধিলে, তেওঁক বিখ্যাত কৰিবৰ কাৰণে?

ঠিক সেইবাবে নহয়, তেওঁ এজন বিখ্যাত মানুহ আছিল, সেইবাবে।

সাধাৰণভাৱে যোচেফে কলে, বিখ্যাত মানুহবিলাকৰ জীৱনত লিখিবলগীয়া একো কথা নেথাকিবও পাৰে।

তেওঁৰ মন্তব্যটো মোৰ মনঃপূত হোৱা নাছিল। কিন্তু আৰম্ভণিতে তেওঁৰ লগত তৰ্কত নেনামি মই ব্যৱসায়ী সুৰত কলো, এটা পুথি প্ৰকাশ অনুষ্ঠানে তেওঁৰ জীৱনী প্ৰকাশ কৰিবৰ ব্যৱস্থা কৰিছে। আৰু তাৰ বাবে আৱশ্যকীয় সামগ্ৰী সংগ্ৰহ কৰিবৰ কাৰণে মোক নিয়োগ কৰিছে। সেই দেখিহে আপোনাক আমনি কৰিবলৈ আহিলো। আপুনি মোক ক্ষমা কৰিব।

এইবাৰ যোচেফে হঁহাৰ নিচিনা কৰিলে। আমনি পোৱাৰ কোনো প্ৰশ্নই নুঠে। কিন্তু কবৰ খানি হাড়মূৰ বিচাৰি জোৰা লগাব পাৰিলেও, জীৱনৰ আঁত বিচাৰি পাব জানো? অৰুণাভে প্ৰায়ে মোক কৈছিল, ব্যতিক্ৰমৰ সমষ্টিয়েই মানুহ। বিখ্যাত হবলৈ কোনো মানুহে বহুত সাধ্য-সাধনা কৰিও অখ্যাত হৈ মৰে। আৰু কোনোজন বিখ্যাত হোৱাৰ পৰা ৰক্ষা পৰাৰ প্ৰাণান্ত চেষ্টা কৰিও সফল হব নোৱাৰে, তেওঁ কেনেবাকৈ বিখ্যাত হৈ যায়।

ডক্টৰ অৰুণাভ কোন বিধৰ আছিল? মই সুধিলো।

এই দুবিধৰ এবিধো নাছিল। আনে য'ত খ্যাতি-যশস্যা লাভ কৰি বিখ্যাত হ্‌বলৈ বিচাৰে, তাত তেওঁ হ্‌বলৈ বিচাৰিছিল অখ্যাত, অজ্ঞাত। আৰু আনে য'ত নিজক লুকাই ৰাখিবলৈ বিচাৰে তাত তেওঁ বিচাৰিলে বিখ্যাত বা জনাজাত হ্‌বলৈ।

ডক্টৰ অৰুণাভৰ যোচেফৰ লগত থকা আত্মীযতাৰ যেন এটা যোগসূত্ৰ মই বিচাৰি পালো। দুযোজনৰে কিজানি জীৱনদৰ্শনত ক'ৰবাত মিল আছিল।

মই ভক্তি আৰু অনুনযভৰা মাতেৰে কলো, আপুনি কোৱা কথাখিনি যদি অলপ মুকলিকৈ কলেহেঁতেন—।

যোচেফে শান্তভাৱে মোৰ মুখলৈ চালে আৰু কলে, এৰা, মানুহবোৰ কেতিয়া আৰু কেনেকৈ বিখ্যাত হৈ যায কোনেও কব নোৱাৰে। ধৰক, আপুনিয়ে অৰুণাভৰ জীৱনীখন লিখি হ্‌যতো একেদিনাই আপুনি অৰুণাভতকৈও বিখ্যাত হৈ পৰিব পাৰে। বিখ্যাত হোৱাটো ইমানেই সহজ আৰু আকস্মিক কথা। কিন্তু আপোনাক মই নিশ্চয়কৈ কব পাৰো অৰুণাভে কোনো দিন বিখ্যাত হবৰ উদ্দেশ্যেৰে কোনো কাম কৰা নাছিল। তেওঁৰ পাণ্ডিত্য, তেওঁৰ চিন্তা-গৱেষণা এইবোৰ তেওঁ আস্থা আৰু আন্তৰিকতাৰে কৰি গ'লেও সেইবোৰত তেওঁ কোনো বিশেষত্ব আৰোপ কৰিবলৈ নিবিচাৰিছিল। তেওঁ প্ৰাযে কৈছিল যিবোৰ কথা বা কাম কোনো নিয়ম-ফৰ্মুলাত পেলাই সম্পাদন কৰিব পাৰি সেইবোৰত কিবা নতুনত্ব থাকিলেও কোনো বিশেষত্ব নাই।

তেখেতেনো কিহত গুৰুত্ব দিবলৈ বিচাৰিছিল? মই সুধিলো।

নিশ্চিতভাৱে কোৱাটো টান। কিন্তু মোৰ ধাৰণা যে মন আৰু অনুভূতি জগতৰ সৰু সৰু দুৰ্বোধ্য কথাবোৰ লৈ তেওঁ যেন বৰ বিপন্ন অনুভৱ কৰিছিল। তেওঁ এবাৰ মোক কৈছিল, মই ভাবো জীযাই থকাটো কিজানি এটা বেমাৰ। প্ৰত্যেকজন জীৱিত মানুহেই এই ৰোগত ৰোগী। মাত্ৰ এটা কথা আজিও প্ৰতিপন্ন নহল মৃত্যুৱেই এই ৰোগৰ একমাত্ৰ ঔষধ নে অন্য কিবা ঔষধো আছে।

অন্য ঔষধৰ কথা জানো ডক্টৰে চিন্তা কৰা নাছিল? মই সুধিলো।

তেওঁ কি চিন্তা কৰিছিল মই নেজানো, কিন্তু মাজে মাজে তেওঁ এই জীৱন-ৰোগৰ পৰা হাত সৰাৰ উপায় হিচাপে নিৰাসক্তিৰ কথা, নিৰ্লিপ্ততাৰ কথা আৰু কেতিয়াবা আনকি বৈৰাগ্যৰ কথাও কৈছিল। কিন্তু মই জানো যে তেওঁৰ সমান লিপ্ত, আসক্ত মানুহ অতি কমেইহে দেখা পোৱা যায়।

যোচেফৰ কথা মই ভালকৈ বুজিব নোৱাৰিলো। আৰু প্ৰথম দিনাৰ সাক্ষাততে মই তেওঁৰ পৰা অৰুণাভৰ বিষয়ে সকলো কথা জানিবলৈ বিচাৰাটোও বৰ সমীচীন নহ্‌ব ভাবি মই প্ৰশ্ন নকৰিম বুলিয়ে ভাবিছিলো। পিছে এই শান্ত, মৌন মানুহজনে কথা কবলৈ নিজেই আৰম্ভ কৰিছে যেতিয়া মই ইয়াক এক প্ৰকাৰ সুযোগ বুলিয়ে

গ্ৰহণ কৰিলো আৰু ভাবিলো তেওঁ যদি বেয়া নেপায় অৰুণাভৰ সম্পৰ্কে, যি পাৰো জানি লোৱাটো মোৰ কাৰণে লাভজনকেই হব।

মই চিন্তা কৰি কলো, মিষ্টাৰ যোচেফ, জীৱনকেই যিজন মানুহে এটা ৰোগ বুলি ধৰিছিল সেই মানুহজন জীৱনত লিপ্ত বা আসক্ত হৈ পৰাৰ কি ব্যাখ্যা আপুনি দিব?

ব্যাখ্যা মই নুবুজো, আৰু এইবোৰ কথা লৈ মই অৰুণাভৰ লগত কাহানিও তৰ্ক-আলোচনাও কৰা নাছিলো। কিন্তু অৰুণাভে কেতিয়াবা একোটা আচৰিত কথা কৈ বহিছিল। অৰুণাভে কৈছিল যে যথাৰ্থতে যিজন মানুহ যিমান বেছি সংসাৰী তেৱেঁই সিমান বেছি নিৰ্লিপ্ত বা নিৰাসক্ত। উদাহৰণস্বৰূপে তেওঁ কৈছিল যে এজন কায়িক শ্ৰম কৰা মানুহ বা এজন কৃষক একোজন স্থিতপ্ৰজ্ঞ পুৰুষ। শ্ৰমত দুখ আছে, কিন্তু এই দুখত এটা আনন্দও আছে। এই দুখৰ আনন্দতে শ্ৰমিক-কৃষকে কপালৰ ঘাম মাটিত পেলাই কাম কৰি যায়, কামৰ মাজতে খায়, শোৱে, উৎসৱ কৰে, বেজাৰ কৰে, বিয়া কৰে, সন্তানৰ জন্ম দি লালন পালন কৰে। সিহঁতৰ দৰে গভীৰ আস্থাৰে জীৱনক কোনেও সাবটি ধৰি নেথাকে, সিহঁতৰ কাৰণে খোৱা, সন্তানৰ জন্ম দিয়া আদি কাৰ্যবোৰ গৌণ কাৰ্য, সেইবোৰ জীৱন নামৰ ৰোগটোৰ বিভিন্ন লক্ষণ বা প্ৰকাশ। মূলতঃ হল জীৱন। সকলোৰে লগত যুঁজি এই জীৱন ৰক্ষা কৰাই এওঁলোকৰ লক্ষ্য।

যোচেফে এইবোৰ অৰুণাভৰ কথা কৈছে নে নিজৰ জীৱন দৰ্শনকে কৈছে বুজিবলৈ টান লাগিল, অৱশ্যে ডক্টৰ অৰুণাভৰ জীৱনৰ যিমানবোৰ কথা মই এতিয়ালৈকে বুজিব পাৰিছো তাৰ পৰা তেওঁৰ চিন্তাধাৰা আৰু পৰ্যবেক্ষণ যে গতানুগতিক ধৰণৰ নাছিল সেইটো মই বুজিছো।

মই সুধিলো, ডক্টৰ অৰুণাভৰ এই কথাবোৰৰ তেওঁৰ জীৱনৰ লগত কোনো প্ৰত্যক্ষ সম্পৰ্ক আছিল জানো, নে এইবোৰ কেৱল তেখেতে উদ্ভাৱন কৰা কিছুমান থিয়ৰিহে?

থিয়ৰি? অৰুণাভে কোৱা মতে প্ৰগতিৰ পথৰ আটাইতকৈ ডাঙৰ অন্তৰায় থিয়ৰি। থিয়ৰিলৈ তেওঁ ভয় কৰিছিল। থিয়ৰি হোটেলৰ আহাৰ, দোকানৰ ৰেডিমেড কাপোৰ, এটা পেটেন্ট ঔষধ। তাক ব্যৱহাৰ কৰিব পাৰি, কিন্তু সলাই নতুন কৰিব নোৱাৰি। এইবোৰ কথা তেওঁ উদ্ভাৱন কৰা থিয়ৰি নহয়, এইবোৰ জীৱনৰ অভিজ্ঞতাৰ পৰা আহৰণ কৰা তেওঁৰ নিজস্ব প্ৰত্যয়ৰ কথা।—যোচেফে বেছ উষ্ণতাৰেই কলে।

বসন্ত মোৰ লগতে আছিল। মোৰ ধাৰণা হৈছিল যে বসন্তই কথাবোৰ একো বুজা নাই। মানুহজনক শান্তিহে দিয়া হৈছে। সেই দেখি মই অন্য কথা উলিয়াবৰ চেষ্টা কৰিলো। অৱশ্যে অৰুণাভ সম্পৰ্কে।

ডক্টৰ অৰুণাভৰ লগত আপোনাৰ চিনাকি কেনেকৈ হৈছিল?

মোৰ প্ৰশ্নটো শুনি যোচেফে কিছু সময় মনে মনে থাকিল। তেওঁ যেন বহুত কথা মনত পেলাব চেষ্টা কৰিলে। মই তেওঁৰ চকু-মুখলৈ লক্ষ্য কৰিলো, তেওঁৰ মুখখন যেন সামান্যভাবে বিষন্ন হৈছে।

লাহে লাহে তেওঁ কলে, আজিয়ে জানো সকলো কথা শুনিব?

আপোনাৰ নিশ্চয় আমনি লাগিছে। কালিলৈকে কব তেন্তে। মই কলো।

নহয়, আজিয়ে শুনক, কালিলৈ কবলৈ মোৰ টান লাগিবও পাৰে, আৰু হয়তো জানিবলৈ আপোনাৰো আগ্ৰহ নোহোৱা হব পাৰে।

মই মাথোন তেওঁৰ মুখলৈ চালো, কব খুজিছে যেতিয়া কওক, হয়তো এই কথা কালিলৈ তেওঁ নকবও পাৰে।

তেওঁ লাহে লাহে কলে, বহুত বছৰৰ আগৰ কথা, মনতেই নাই কিমান বছৰ হল। অৰুণাভ আৰু মই ইংলেণ্ডত একেলগেই আছিলো, অৰুণাভ তেতিয়া ডক্টৰেটৰ ছাত্ৰ আৰু মই এনেই পঢ়ি আছো। মই মাইনিং ইঞ্জিনিয়াৰিঙৰ ছাত্ৰ আছিলো। বয়সত অৰুণাভ মোতকৈ কেইবছৰমানৰ ডাঙৰ আছিল। একেলগে, মানে ওচৰা-উচৰিকৈ, আমি প্ৰায়ে লগ পাওঁ, প্ৰায়ে দেখা-দেখি হওঁ। বিভিন্ন আলোচনীত প্ৰকাশ হোৱা অৰুণাভৰ মৌলিক প্ৰবন্ধবোৰৰ কাৰণে আৰু তেওঁৰ মাজে মাজে দিয়া চিন্তাগধুৰ বক্তৃতাবোৰৰ কাৰণে তেওঁ ইতিমধ্যে জনাজাত হৈ পৰিছিল। মই অন্য দহোটা ইংলেণ্ডত পঢ়া ছাত্ৰৰ নিচিনা এটা নিৰ্বিশেষ ছাত্ৰ।

প্ৰায়ে আমাৰ দেখাদেখি হলেও কথা-বতৰা, আলাপ-আলোচনা আমাৰ তেনেকৈ নহৈছিল। চিনিয়ৰ ছাত্ৰ হিচাপে তেওঁলৈ মই অলপ সমীহ কৰি চলিছিলো। গতিকে আমাৰ মাজত ঘনিষ্ঠতা গঢ়ি উঠিবৰ তেনে সুযোগ নঘটিছিল। কিন্তু যেতিয়া ঘটিল তেতিয়া আমি দুয়ো সমানেই বিস্মিত হলো।

একেলগে কথাখিনি কৈ যোচেফ ৰ'ল।

সামান্য হাঁহৰ নিচিনা কৰি যোচেফে কলে, এদিন আমি দুয়ো বৰ অভাৱনীয়। ভাবে আৱিষ্কাৰ কৰিলো যে আমি দুয়ো একেজনী ছোৱালীকে ভাল পাইছো।

যোচেফৰ বয়সৰ এজন মানুহৰ মুখত কোনো ছোৱালীক ভালপোৱাৰ কাহিনী কিছু অস্বাভাবিক যেন শুনায়। এইবোৰ কথাৰ অৱতাৰণা হোৱাত মই নিজেই অলপ অস্বস্তিবোধ কৰিলো। পৰিস্থিতিটো লঘু কৰিবৰ মনেৰে মই এনেয়ে কলো, কেতিয়াবা এনেকুৱা হয়েই।

যোচেফে কলে, হয়, যত অভাৱনীয় ঘটনা সকলো মানুহৰ জীৱনতেই ঘটে। কিন্তু আপুনি হয়তো জানি আচৰিত হব যে কথাটো আৱিষ্কাৰ হোৱাৰ পিছত আমাৰ

মাজত কোনো ঈৰ্ষা বা প্ৰতিদ্বন্দ্বিতাৰ ভাবে জন্ম লোৱাৰ পৰিৱৰ্তে দুয়োৰে মাজত গঢ়ি উঠিল গাঢ় বন্ধুত্ব। আৰু এই বন্ধুত্বৰ মূলত আছিল অৰুণাভ—।

মোৰ বুজিবলৈ টান লাগিল। একেজনী ছোৱালীক দুযোজনে ভাল পাইছে বুলি জনাৰ পিছত তেওঁলোকৰ বন্ধুত্ব বৃদ্ধি পাব পাৰিলে কেনেকৈ?

যোচেফ বহাৰ পৰা উঠিল। আৰু মোৰ ফালে প্ৰায় পিঠি দি খিৰিকীখনেৰে বাহিৰৰ ফালে চাই থাকি ক'লে, যি জন মানুহে জীৱনক এটি ৰোগ বুলি ভাবিব পাৰে তেওঁ যে প্ৰেমক সেই ৰোগৰে এটা লক্ষণ বুলি সহজভাৱে ধৰি লব তাত আচৰিত হবলগীয়া একো নাই।

তেওঁ মনে মনে থাকিল। মই সুধিলো, তাৰ পিছত কি হ'ল?

তেওঁ নিজকে কোৱাদি কলে, সেইয়াই আছিল আমাৰ প্ৰথম প্ৰেম। মোৰো, অৰুণাভৰো। কোনো আক্ষেপ-অভিযোগ, কোনো বেদনা-অনুশোচনা নোহোৱাকৈ অৰুণাভে মোৰ লগত মেৰীৰ বিয়া পাতি দিলে। মোৰ পৰিবাৰৰ নাম আছিল মেৰী।

যোচেফৰ কথাৰ সুৰ বৰ সহজ আছিল। যেন তেনেই স্বাভাৱিক আৰু সাধাৰণ কথাহে মোক কৈছে। মই এই বিষয়ে আৰু প্ৰশ্ন সুধিম নে নুসুধিম ভাবিছিলো, কিযনো কথাটোৰ লগত যোচেফৰ নিজৰ জীৱনৰ কাহিনীও জড়িত হৈ আছে। কিন্তু তেওঁ নিজেই কলে, হযতো নিজা গতিত আগ বাঢ়িবলৈ দিয়া হলে মেৰীৰ বিযা অৰুণাভৰ লগতহে হলহেঁতেন। কাৰণ বিয়াৰ পিছত মই মেৰী আৰু অৰুণাভ দুযোৰো পৰা জানিব পাৰিছিলো যে মোতকৈও অৰুণাভক মেৰীয়ে বেছি ভাল পাইছিল আৰু মেৰীও তেওঁৰ প্ৰতি মোতকৈ বেছি গভীভাৱে আসক্ত হৈ পৰিছিল। কিন্তু মেৰীৰ প্ৰতি থকা মোৰ মনৰ ভাব বুজিব পৰাৰ লগে লগে অৰুণাভে খৰখেদা কৰি আমাৰ বিযাখন পাতি দিলে।

তাৰ কাৰণ আপুনি কিবা বুজিব পাৰিলেনে?

প্ৰথমতে নোৱাৰিছিলো। মেৰীৰ প্ৰতি অৰুণাভৰ ভালপোৱা এটা সাময়িক চেণ্টিমেণ্টহে, আৰু তাৰ মাজত কোনো গভীৰ আৰু স্থায়ী অনুভূতি নাই। কিন্তু পিছত বুজিলো যে অৰুণাভৰ জীৱনৰ প্ৰথম প্ৰেম অগভীৰ নাছিল, সি আছিল অন্তঃসলিলা আৰু সৰ্বাত্মক। কিন্তু তেতিয়া অৰুণাভে নিজক জয় কৰাৰ সাধনা কৰিছিল আৰু এই ত্যাগৰ মাজেদি সেই সাধনা কিছু সফল হোৱাৰ আশা দেখা পাইছিল।

ইতিমধ্যে আমাৰ কাৰণে কফি অনা হৈছিল। কফি খাবলৈ বহি আমি এইবোৰ কথা তল পেলাবৰ চেষ্টা কৰিলো। কিন্তু যোচেফৰ মন হয়তো তেতিয়া এইবোৰ স্মৃতিৰেই ভৰি আছিল। তেওঁ কথাবোৰ ক'বৰ কাৰণে যেন বহুদিন বাট চাই আছিল আৰু আজি এজন বিশ্বস্ত শ্ৰোতা পাই কথাবোৰ অনৰ্গল কৈ যাবলৈ বিচাৰিছে।

কফি খাই থাকোতেও তেওঁ কলে, আমি এৰাএৰি হৈছিলো। জীৱিকাই আমাৰ স্থানান্তৰলৈ লৈ গৈছিল। মাইনিং ইঞ্জিনিয়াৰ হিচাপে মই ঘূৰি ফুৰিলো,—কেইবা বছৰো আফ্ৰিকাত থাকিলো, তাৰ পিছত কেইবছৰমান থাকিলো ব্ৰহ্মদেশত আৰু শেষত আহিলো ভাৰতলৈ। বহুত টকা-পইচা কৰিলো। আমাৰ কোনো সন্তান-সন্ততি নহল যদিও মেৰীৰ মৰমৰ মাজত মই আনন্দেৰেই দিনবোৰ কটালো। কিন্তু এটা কথাই মোক মাজে মাজে অশান্তি দিছিল।

তেওঁ আকৌ অলপ ৰ'ল। মই তেওঁৰ মুখলৈ চালো।

যোচেফে কলে, মেৰীক মই বিয়া কৰোৱাৰ ফলত অৰুণাভ আৰু মই কোনোৱেই জয়ী নহলো। অৰুণাভ আত্মপ্ৰতাৰণা কৰা মানুহ নাছিল। সেইবাৰে এবাৰ তেওঁ মোক কৈছিল, মেৰীক তোমাৰ কাষত থৈ মই সুখী হব পৰা নাই। মাজে মাজে মোৰ বুকুৰ ভিতৰখন বৰ শূন্য শূন্য লাগে। তোমালোকো সুখী হৈছানে নাই মই নেজানো। কিন্তু এইবোৰ বিষয়ত শুধৰণিৰ থল নাই। অৰুণাভৰ কাৰণে মোৰ বেয়া লাগিছিল। তাতোকৈ বেয়া লাগিছিল যেতিয়া অৰুণাভৰ শেষ চিঠিখন পাওঁ। তাত লিখিছিল—মই নিশ্চয়কৈ বুজিছো মোৰ মৃত্যুৰ দিন কাষ চাপি আহিছে। যিটো ৰোগৰ পৰা মই মুক্তি পাবৰ কাৰণে নিজৰ আৰু সমগ্ৰ পৃথিৱীৰ লগত অতদিন যুঁজিলো, সেই ৰোগ শেষ হোৱাৰ উপক্ৰম হৈছে। মোৰ বৰ আশা হৈছে মোৰ জীৱনৰ শেষ মুহূৰ্তকেটা মই মেৰী আৰু তোমাৰ কাষত কটাম। মই বিয়া কৰালো, বহুত কিবাকিবি কৰিলো, বহুতকে মৰম দিলো, বহুতৰে মৰম পালো, কিন্তু আজি জীৱনৰ শেষ প্ৰান্তত ৰৈ মই অনুভৱ কৰিছো যেন এই সকলো মিঠা-তিতা অভিজ্ঞতাৰ মাজেদি মোৰ আত্মাটোৱে মেৰীৰ অন্তৰৰ সীমান্তকে চুবৰ কাৰণে ক্লান্তিহীন অভিযান কৰি গ'ল। শেষ দিনটো তোমালোকৰ কাষত কটাব খুজিছো। বহুত দিন তোমালোকৰ কোনো বাতৰি পোৱা নাই। আশা কৰো মই গ'লে মেৰী আৰু তুমি আমনি নেপাবা।'

অৰুণাভৰ এই চিঠিখন পাই মই আনন্দও পালো, বেজাৰো পালো। অৰুণাভ এতিয়া আৰু ডেকা ল'ৰা হৈ থকা নাই, সৰ্বজন-পৰিচিত এজন শ্ৰদ্ধেয় ব্যক্তি হৈছে। তেওঁ এজন বিখ্যাত মানুহ, কিন্তু এই বুঢ়া মানুহজনৰ মনৰ ভিতৰত যে পঞ্চাছ বছৰ আগৰ এটা ডেকা মানুহ আজিও জীৱন্ত হৈ আছে, সেইটো জনাটো মোৰ কাৰণে দুখৰ কথা আছিল, তথাপি অৰুণাভৰ এই চিঠিখন পাই মই আনন্দ পাইছিলো। কিন্তু আন এটা দুখৰ কথা আছিল—মেৰী তেতিয়া ইয়াত নাছিল। ইংলেণ্ডত আছিল। তেওঁৰ অসুখ আছিল, আৰু বিশেষকৈ চকু বৰ দুৰ্বল হৈছিল। গতিকে চিকিৎসাৰ কাৰণে আৰু স্বাস্থ্যলাভৰ কাৰণে মেৰী ইংলেণ্ডলৈ গৈছিল। আৰু চিঠি লিখিলেও বৰ

সোনকালে মেৰী আহিব পৰাৰ আশা নাছিল। তথাপি অৰুণাভৰ জীৱনৰ শেষ আশা পূৰণৰ কাৰণে পাৰিলে আহিবৰ কাৰণে মই মেৰীলৈ চিঠি লিখিলো। কিন্তু.

যোচেফে এটা হুমুনিয়াহ কাঢ়িলে।

তেখেত আহিব নোৱাৰিলে নেকি?

এটা সৰু ল'ৰাৰ দৰে মূৰ জোকাৰি যোচেফে কলে, নোৱাৰিলে। মেৰীৰ অসুখ বেছি হৈছিল। পাকস্থলীৰ এটা অপাৰেচন কৰাব লগা হৈছিল। অপাৰেচন সফল হল, কিন্তু মেৰী নেবাচিল।

যোচেফে কথাবোৰ সহজভাৱেই ক'বৰ চেষ্টা কৰিছিল, কিন্তু মেৰীৰ মৃত্যুৱে যে বৃদ্ধ যোচেফক মৰ্মান্তিক আঘাত দিছিল, সেইটো মই উপলব্ধি কৰিলো।

সন্ধিয়া হৈ আহিছিল। ঘৰৰ ভিতৰলৈ সোমাই অহা আন্ধাৰবোৰ নীৰৱতাৰে ভৰি পৰিছিল। বাহিৰৰ জিৰজিৰীয়া পাতল বতাহজাক কাৰোবাৰ চকুৰ পানীৰে সেমেকি উঠা যেন লাগিছিল, এটা গধুৰ বিষণ্ণতাৰ বুকুত যেন সমগ্ৰ পৃথিৱীখন ক্ৰমে সোমাই পৰিছিল। যোচেফৰ চকু-মুখ বিবৰ্ণ আৰু কৰুণ হৈ পৰিছিল। পৃথিৱীৰ কোন মানুহ যে কি দুখ বুকুত লৈ জীয়াই থাকে, কাৰ অন্তৰত কিহৰ অগনি অহৰহ জ্বলিব লাগিছে আমি কিমান জানো? নিঃসন্তান যোচেফ আজি পৃথিৱীত সম্পূৰ্ণ অকলশৰীয়া। এটা ঘৰত এটি মানুহ— চউদিশে বেদনাৰ স্মৃতি আৰু গভীৰ মৰণশীতল নীৰৱতা। অৰুণাভৰ জীৱনকথাৰ সম্ভেদ লবলৈ আহি মই পালোহি তেওঁৰে বন্ধু যোচেফৰ হৃদয়ৰ মূক বেদনাৰ সম্বাদ। আৰু কথা নেপাতি সেইদিনাৰ কাৰণে মই যোচেফৰ পৰা বিদায় ললো।

পদূলি মূৰলৈকে আগবাঢ়ি আহি যোচেফে কলে, কালিলৈ আহিব। অৰুণাভৰ কথা আৰু বহুত আছে, মই পাৰিলে আপোনাক ক'ম।

হয, আপুনি অসুবিধা নেপালে কালিলৈ মই আকৌ আহিম— মই কলো।

যোচেফে কলে, কিন্তু মই ডক্টৰ অৰুণাভ নামৰ বিখ্যাত মানুহজনৰ জীৱনৰ কথা আপোনাক একো কব নোৱাৰিম, মোৰ বন্ধু অৰুণাভৰ কথাহে মই জানো। তেওঁ কাহানিও বিখ্যাত হবলৈ বিচৰা নাছিল—তেওঁ কাৰোবাৰ অন্তঃসলিলা মৰমৰ মাজত নিজক লুকাই ৰাখিবলৈ বিচাৰিছিল। কিন্তু আমি সাধাৰণতে যিটো হবলৈ বিচাৰো, প্ৰায়ে সেইটো হোৱা হৈ নুঠে। তেওঁ ঘূৰিল, ময়ো বিদায় ললো।

পিছদিনা বসন্তই কলে, ইয়াত দেখোন যোচেফ চাহেব অকলেহে থাকে। শেৱালিতো ইয়াতে থাকিব লাগিছিল?

মই কলো, যোচেফৰ ঘৰতে নহলেও ইয়াতেই ক'ৰবাত শেৱালিহঁত নিশ্চয় থাকিব পায়। লাহে লাহে আমি সকলো সম্ভেদ পামহঁক—আশ্বাস দি মই কলো! ডক্টৰ অৰুণাভে শেষ দিনকেটা যোচেফৰ ঘৰতে কটালে। যোচেফৰ ঘৰতে তেওঁৰ মৃত্যু হল। মৃত্যুৰ সময়ত আন কোনোবা আছিল নে নাই নেজানো কিন্তু শেৱালি আছিল। এতিয়াও শেৱালি ইয়াতে ক'ৰবাত থাকিব পায়—সেয়ে মোৰ ধাৰণা।

ৰিটায়াৰ কৰা মানুহ যদিও, যোচেফ এতিয়াও এনেই বহি নেথাকে, তেওঁ চৰকাৰী আৰু বেচৰকাৰী কেইবাখনো ফাৰ্মৰ উপদেষ্টা, কিছু কাম নিতৌ কৰে। আবেলিটোহে তেওঁৰ আজৰি সময়। মই ঠিক কৰিছিলো যে তেওঁক লগ পাবৰ কাৰণে আমি আবেলিহে যাম। আৰু তেওঁ অকলশৰে থকা মানুহ, কথা-বতৰা পাতিবলৈ কোনো মানুহ পালে ভালেই পাব হয়তো।

আমি হোটেলত আছিলো। পুৱা চাহ খাই উঠি বসন্ত আৰু মই এনেই নগৰখনত পাক এটা মাৰিবৰ কাৰণে ওলাই গ'লো। কাম নেথাকিলে হোটেলত সোমাই থকাটো এটা শাস্তিৰ কথা। মোৰ কাৰণে ইয়াত চাবলগীয়া নতুন বস্তু বিশেষ একো নাই, কিন্তু বসন্ত এই প্ৰথম ইয়ালৈ আহিছে। চহৰখন চাই-মেলি বসন্তৰ হয়তো মনটো ভাল লাগিব পাৰে। মোৰো যোচেফৰ পৰা ডক্টৰ অৰুণাভৰ সম্পৰ্কে কিছু কথা উলিওৱাৰ বাহিৰে আন কাম ইয়াত বিশেষ নাই।

ঘূৰি ঘূৰি লচ্ছি বা চৰবৎ খাবৰ কাৰণে আমি এখন ৰেষ্টোৰাত সোমালো। দুপৰীয়া সময়, মানুহ বৰ বেছি নাই। ৰেষ্টোৰাখন অলপ খালী দেখি আমাৰ ভাল লাগিল।

আমি পাতলীয়া আহাৰীয় আৰু চৰবতৰ অৰ্ডাৰ দিলো। খাবলৈ আৰম্ভ কৰিছো এনেতে দেখিলো ভিতৰৰ এটা কোঠাৰ পৰা ওলাই আহিছে দুষ্মন্ত তালুকদাৰ। তেওঁ ইয়াত থকা বুলি জানো, কিন্তু এনেকৈ যে অসময়ত লগ পাই যাম আশা কৰা নাছিলো। আমাক দেখি তেওঁ ৰ'ল আৰু তাৰ পিছত সেই পুৰণি হাঁহিটোৰে মুখখন ফুলাই কলে, ৰেজা চাহেব নহয়নে? কি যে মজাৰ কথা। অকলশৰে থাকি থাকি ইমান ব'ৰিং লাগিছে। আপুনি কিছুদিন থাকিব নিশ্চয় ইয়াত? মোৰ দিনকেটা তেও কিছু আৰামত কাটিব। আপোনালোক—এখেতো আপোনাৰ লগতে অহা নাই জানো? ক'ত আছেহি?

তালুকদাৰে একেলগে উচ্ছ্বাসেৰে কথাখিনি কলে আৰু আমাৰ কাষৰে চকী এখনত ধপচকৰে বহি পৰিল। তেওঁৰ মুখৰ অসমীয়া কথাখিনি শুনি ৰেষ্টোৰাৰ

মানুহকেজন আৰু একাষে বহি চাহ্ খাই থকা মানুহকেজনে কিছু কৌতূহলেৰে আমাৰ ফালে মুৰ তুলি চালে।

দুষ্মন্ত তালুকদাৰৰ সাজ-পোছাক সম্পূৰ্ণ চাহেবী ধৰণৰ। পিন্ধিছেও বৰ পৰিপাটিকৈ। এডাল নতুন টাযো মাৰিছে। তদুপৰি ডাটিও খুৰাইছে চুচিমাজি। চুলিখিনিও কোনো ক্ৰীম বা পমেড দি ধুনীযাকৈ ফণিওৱা। মানুহজন যে ইযাত মনৰ সুখতে আছে দেখিলেই এটি ধাৰণা কৰিব পাৰি।

মই তেওঁৰ নিচিনা উচ্ছ্বাস প্ৰকাশ কৰিবৰ কোনো হেতু বিচাৰি নেপালো। তথাপি একপ্ৰকাৰ হৰ্ষেৰেই কলো, সঁচাই আপোনাক ইযাত লগ পাই ভাল লাগিছে। আমাৰো অকলে অকলে বেযা লাগি আছিল। আপোনাক পাই তেওঁ কথা-বতৰা এষাৰ পতাৰ সুবিধা হল। আপুনি ইযালৈ কেতিযা আহিল? আৰু আহি ক'ত আছেহি?

সকলো ক'ম, সকলো ক'ম। বহুত কবলগা আছে আপোনাক। কিমানদিন থাকিব ইযাতে? আপুনিতো বৰ বিজি মানুহ। কৈ তেওঁ নিজেই হাঁহিলে।

এইটো তেওঁৰ কথাৰ লগৰ হাঁহি। তাত ঠাট্টা-বিদ্ৰূপ একো নাছিল। কিন্তু মনৰ সুখত থকা মানুহে এনেযো হাঁহিব পাৰে, তাত আচৰিত হবলগীযা একো নাই।

তেওঁক অলপ হতাশ কৰিবৰ মনেৰেই মই কলো, আৰু তিনিদিনমান থাকিম ইযাত।

মাত্ৰ তিনিদিন। কয কি। ইযাত মানুহৰ তিনি বছৰ থাকিলেও আমনি নেলাগে। Such a nice city ইযাৰ climate এটা wonderful– অন্ততঃ মোৰ কাৰণে। আপুনিও বুজিব পাৰিব। থাকক, বুজিছে, বেছি নহলেও অন্ততঃ তিনিমাহ থাকক। You will enjoy it, I assure you

উত্তৰ ভাৰতৰ নগৰবোৰৰ অভিজ্ঞতা মোৰ আছে। দুষ্মন্তৰ উচ্ছ্বাসত সঁহাৰি জনাবৰ কোনো কাৰণ মই নেদেখিলো। একপ্ৰকাৰ ব্যৱসাযী সুৰতে মই কলো, মোৰ বহুত কাম আছে। আপুনি জানেই আমি জীৱিকাৰ কাৰণে নেখাটিলে নচলে। এলাহাবাদখন অৱশ্যে মোৰ বেযা নেলাগে।

এইবাৰ দুষ্মন্ত তালুকদাৰে পেৰেডাইজ লষ্টৰ আবৃত্তি আৰম্ভ কৰিলে ঃ The mind is its own place and in itself can make a heaven of hell and a hell of heaven

উক্তিটো আছিল Satanৰ। কিয নেজানো, তালুকদাৰৰ উক্তিটো বৰ উপযোগী হৈছে যেন লাগিল মোৰ।

আমাৰ খোৱা শেষ হৈছিল। আমি যাবলৈ উঠিলো, দুষ্মন্তও উঠিল।

আপুনি ইযাত ক'ত থাকে?

ব'লক, নাম কোৱাৰ দৰকাৰ নাই। মই লৈ যাম—এইয়া অলপ দূৰতে মই থাকো। টেক্সী লোৱা যাওক, নহয়?

মই বসন্তৰ মুখলৈ চালো। বুজিলো, তেওঁৰ লগত বসন্তৰ যাবলৈ ভাল লগা নাই। বসন্তই অন্য কাম থকাৰ হেতু দেখুৱাই বিদায় ললে। মই আৰু তালুকদাৰ টেক্সীত উঠিলো দুষ্মন্তৰ বাসস্থানলৈ বুলি।

এটা চাৰি-মহলীয়া দামী হোটেলৰ তৃতীয় মহলাৰ এটা কোঠাত আছে দুষ্মন্ত তালুকদাৰ। হোটেলটো বৰ পৰিচ্ছন্ন, দেখাতেই ইয়াৰ পৰিচালনা কোনো অভিজ্ঞ আৰু দক্ষ মানুহে কৰিছে। এজনীয়া কোঠাত দুষ্মন্ত অকলে আছে। তেওঁৰ কোঠাৰ পৰা খিৰিকীয়েদি বাহিৰলৈ চালে নগৰখন বহুখিনি ঠাই চকুত পৰে। আৰু কিছু দূৰত চকুত পৰে এখন নদীৰ শান্ত সোঁতটোৰ দূৰণীয়া দৃশ্য। মোৰ জানিবৰ ইচ্ছা হৈছিল কোঠাটো দুষ্মন্তই নিজে বাছি লোৱা নে এনেয়ে কেনেবাকৈ তেওঁৰ ভাগত পৰিল। যদি নিজে বাছি লোৱা, তেন্তে দুষ্মন্তৰ ৰুচিজ্ঞান নিশ্চয় কিছু আছে।

কোঠাৰ ভিতৰত সোমাই দুষ্মন্ত যেন হঠাৎ কিছু সলনি হৈ গ'ল। উচ্ছ্বাসত থকা মানুহজন যেন কিছু গহীন হৈ পৰিল। অলপ আগতে লগপোৱা মানুহজনৰ ঠাইত এতিয়া যেন মই দেখিলো এজন আদহীয়া শ্ৰান্ত মানুহ। যাৰ মূৰৰ চুলি আধাআধি পকিছে, কপাল আৰু গালমুখত আঁক পৰিছে, শক্তিশালী চশমাৰ তলত এহাল ৰুক্ষ চকুত বহুত দেখাৰ আৰু বহুত এতিয়াও দেখিবলৈ নোপোৱাৰ স্বাক্ষৰ আছে। প্ৰথম দেখাৰ দিনৰ পৰা যিজন মানুহক মই আন্তৰিকভাৱে গ্ৰহণ কৰিব পৰা নাছিলো সেই মানুহজনক এইটো ৰূপত মোৰ যেন সহানুভূতিৰে চাবৰ মন গ'ল। মোৰ এই ভাবান্তৰৰ কাৰণ মই নিজেই বুজিব নোৱাৰিলো। হয়তো তেওঁৰ কোঠাত অকলশৰে তেওঁৰ লগত বহি থকাৰ কাৰণেই মোৰ এনে হৈছে।

শান্তভাৱে তালুকদাৰ মোৰ মুখামুখিকৈ বহিল আৰু এটা চিগাৰেট জ্বলালে। মই তেওঁৰ লগত কি কথা আৰম্ভ কৰিম তাৰেই চিন্তা কৰিছিলো। তেওঁ কলে, অৰুণ ভিনদেউৰ কাহিনীবোৰ শুনিছে।

প্ৰশ্নটো এনে ধৰণে তেওঁৰ পৰা আশা কৰা নাছিলো। মই কলো, ডক্টৰ অৰুণাভৰ কথা কৈছে?

ওঁ, তেখেতৰ জীৱনী লিখিবলৈ লোৱা নাই জানো আপুনি?

লৈছিলো। কিন্তু আজিলৈকে তেখেতৰ জীৱনৰ বিশেষ কথা একো পোৱাই নাই দেখোন—

তেখেতৰ জীৱনত কোনো বিশেষ কথা নাছিল। সাধাৰণ কথাবোৰ তেন্তে আপুনি ধৰাই নাই।

অসাধাৰণ মানুহৰ জীৱনৰ সাধাৰণ কথাবোৰতো একোটা বিশেষত্ব থাকে। মই কলো, আপুনিও জানো তেখেতৰ ভালেমান কথা নেজানে?

মই দুষ্মন্তৰ মুখলৈ চালো।

মোৰ প্ৰশ্নটোৱে যেন তেওঁক কিবা এটা নতুন চিন্তাতহে পেলালে। তেওঁক কিছু বিষণ্ণ আৰু উদ্বিগ্ন হোৱা যেন দেখিলো। লাহে লাহে তেওঁ কলে, তেখেতৰ বিষয়ে বেছি কথা মই আগেযে নেজানিছিলো, এতিয়াহে কিছু কিছু জানিছো। কিন্তু এইবোৰ কথা মই নজনা হলেই ভাল আছিলনেকি?

কিয়?

আপোনাক কব পাৰো, কিন্তু কথাবোৰ জানিলে কিজানি যাৰ বিষয়ে আপুনি জীৱনী লিখিবলৈ লৈছে তেওঁৰ সম্পৰ্কে ধাৰণাই সলনি হৈ যায়।

কিন্তু মোৰ ধাৰণাৰ ওপৰত তো তেখেতৰ জীৱনৰ প্ৰকৃতি নিৰ্ভৰ নকৰে। আৰু সঁচা কথা কবলৈ হলে ডক্টৰ অৰুণাভৰ জীৱনৰ বিষয়ে এতিয়ালৈকে মই যি জানিব পাৰিছো সি অতি সামান্য। কোনটো কথা সাধাৰণ আৰু কোনটো অসাধাৰণ সেইবোৰ বিচাৰ কৰিবলৈ এতিয়াও বহুত সময় আছে। তদুপৰি সৰু কথা, ডাঙৰ কথা, ভাল কথা, বেয়া কথা এই সকলোবোৰৰে জীৱনত একোটা স্থান আছে। এই সকলোবোৰ লৈযেতো একোজন মানুহৰ জীৱনটো হয়।

চিন্তিতভাৱে দুষ্মন্তই কলে, কি লৈ জীৱন হয়, মই নেজানো। আপোনালোক লিখক-সাহিত্যিক মানুহেহে সেইবোৰ জানে। কিন্তু সঁচা কৈছো, অৰুণাভ ভিনদেউৰ জীৱনটো মোৰ কাৰণে এক অবোধ্য সাঁথৰ যেন লাগিছে।

কিয়?

অন্য বহুত কথা আপুনি জানে। কিন্তু চাওক, ভিনদেউৰ উইলখন মই পাইছো।

উইলখন?

হয়। উইলখনৰ এটা কপি। উইলখনে মোক বিপাঙত পেলাইছে।

লোকৰ উইলৰ বিষয়ে জানিবলৈ বিচৰাটো নিশ্চয় অমাৰ্জিত বেয়া কথা, কিন্তু প্ৰসঙ্গটো ওলাইছে যেতিয়া উইলখনৰ বিষয়ে কিছু কথা জানিব পৰা যাব যেন লাগিল। কিন্তু সেই বিষয়ত মোৰ কৌতূহল আৰু আগ্ৰহ মই প্ৰকাশ নকৰিবৰে মনস্থ কৰিলো, আৰু দুষ্মন্তই কথাটো উলিয়াইছে যেতিয়া হয়তো তেওঁ নিজেই কব।

দুষ্মন্তই চুইচ টিপিলে, এটা বিয়েৰাৰ আহি দুৱাৰমুখত থিয় হৈ চালাম দিলে। তেওঁ আমাৰ কাৰণে দুপিয়লা চাহৰ অৰ্ডাৰ দিলে। এইটো প্ৰয়োজনতকৈ সৌজন্যৰ কথাহে আছিল। অলপ আগতে সিখন হোটেলত আমি খাই আহিছো, মই নেখাওঁ নুবুলিলো। দুষ্মন্ত তালুকদাৰে চিগাৰেট এটা জ্বলালে আৰু মোৰ চিগাৰেটটোও জ্বলাই দিলে। মই অনুভৱ কৰিলো মানুহজন কিবা এটা চিন্তাৰ কথা তেওঁ লুকুৱাবৰো চেষ্টা কৰা নাই। মানুহজন ইয়াত অকলশৰে আছে, সেই কাৰণেও চিন্তিত হোৱাটো অস্বাভাৱিক নহয়।

তেওঁ কলে, ভিনদেউৰ উইলখন আপুনি পঢ়ি চাব নেলাগে, কিছু ঘৰুৱা কথা আছে। সেইবোৰ আমাৰ পৰিয়ালৰ ভিতৰুৱা কথা। কিন্তু ৰেজা চাহেব, এটা কথা মই সঁচাই বুজিব পৰা নাই।

কি কথানো? মই তেওঁৰ মুখলৈ চালো।

তেওঁ কলে, আপুনি বিশ্বাস নকৰিব পাৰে, কিন্তু মোৰ ভিনদেউৰ সম্পত্তিৰ কাৰণে কোনো লোভ নাই। মোৰ তেনে অভাৱ নাই, আপুনি জানে, কিন্তু মোৰ বাইদেউ এতিয়া বিধবা আৰু বহুদিন বাইদেউ ভিনদেউৰ লগত থকাও নাই। বেলেগেই আছে। অৱশ্যে ছোৱালীজনীৰো পিতাকৰ সম্পত্তি নহলে চলিব পৰা অৱস্থা নোহোৱা নহয়।

মই জানো, মই কলো।

আচৰিত কথা কি জানে, ভিনদেৱ উইলত তেওঁৰ সম্পত্তি, স্থাৱৰ-অস্থাৱৰ য'ত যি আছে, আনকি তেওঁৰ কিতাপৰ কাৰণে পাব লগা ৰয়েল্টি পৰ্যন্ত, চাৰিভাগ কৰি চাৰিজনৰ নামত উইল কৰি গৈছে।

এইটো যে কিয় আচৰিত কথা হল মই বুজিব নোৱাৰিলো। চাৰিভাগ কিয় ইচ্ছা কৰিলে কোনোৱে তেওঁৰ সম্পত্তি আঠ ভাগ কৰি থৈও যাব পাৰে, কিন্তু এই কথা মই ফুটাই নক'লো। মাত্ৰ প্ৰশ্নবোধকভাৱে কলো, অ' হয়নেকি?

দুষ্মন্তই মূৰ দুপিয়ালে।

এইবাৰ দুষ্মন্তৰ কথাত মই কিছু বিস্মিত হলো।

মই বুজা নাই, মই কলো।

দুষ্মন্তই কলে, উইলত সকলো কথা মুকলিকৈ নাই। কিন্তু তেওঁৰ যি চিঠিপত্ৰ আৰু টেষ্টামেন্ট পোৱা গৈছে তাৰ পৰাহে তেওঁৰ উইলখনৰ কিছু অৰ্থ বুজা যায়। যদিও এই অৰ্থই গোটেই কথাবোৰ কিছু দুৰ্বোধ্যহে কৰি তোলে।

মই মাথোন তেওঁৰ মুখলৈ চালো।

বিয়েৰাৰটোৱে চাহ আনি টিপয়খনত থলে।

দুষ্মন্তই কলে, দাৰ্শনিকৰো সংসাৰ জ্ঞান বুলি কথা এটা নথকা নহয়। মযো জানো, এবষ্ট্ৰেক্ট চিন্তা কৰি থকা মানুহবিলাক কিছু নিৰ্লিপ্ত আৰু নিৰাসক্ত হয়। কিন্তু হলেই যদি কোনো এক অদ্ভুত আৰু অলৌকিক যুক্তিৰে নিজৰ কৰ্তব্য বা দায়িত্ব পালন নকৰাক সমৰ্থন কৰিব খোজে তেন্তে আপুনি দাৰ্শনিকৰ সম্পৰ্কে ধাৰণা সলনি কৰিব লাগিব। মযো বৰ সংসাৰী নহয়, জমিদাৰ পৰিয়ালৰ ল'ৰা, এটা আৰাম আৰু কম্‌ফৰ্টৰ ইজি লাইফ কটোৱাটোৱেই মোৰ জীৱনৰ আদৰ্শ আছিল। ভাৰতৰ ৰজা-মহাৰজা, নৱাব-জমিদাৰৰ ল'ৰাৰ একোটা হবি থাকে, চখ থাকে, কোনোৱে ৰেচৰ ঘোঁৰা কিনে, কোনোৱে কুকুৰ কিনে, কোনোৱে বিলাসী ঘৰ সজায়, কোনোৱে চিকাৰ কৰে, কোনোৱে ক্ৰিকেট খেলে, কোনোৱে লাইব্ৰেৰী পাতে, কোনোৱে মিউজিযাম পাতে। আজি আমাৰ দেশত ৰজা জমিদাৰ নোহোৱা হৈছে, গতিকে এনেবোৰ হবি বা বিলাসৰ সুযোগো নোহোৱা হৈ আহিছে। হযতো মোৰ এনালাইচিচ শুদ্ধ নহব পাৰে, কিন্তু মই ক'ম যে আজিৰ ধনী মানুহবোৰতকৈ এই ৰজা-জমিদাৰসকল বহুত ভাল মানুহ আছিল, কোৱালিটেটিভলি— মই কৈছো।

মই সমৰ্থন জনাম নে প্ৰতিবাদ কৰিম একো নিৰ্ণয কৰিব নোৱাৰিলো। মাত্ৰ কলো, কোনো কোনো ক্ষেত্ৰত হযতো হয—

মোৰ কথাষাৰ যে দুৰ্বল হল, মই নিজেই বুজিব পাৰিলো।

দুষ্মন্তই অলপ উষ্ণভাৱেই কলে, মই আজিৰ এই ধনী মানুহবোৰক ঘৃণা কৰো। উইথ অল্ মাই হাৰ্ট আই হেট্ দিচ ডাৰ্টি লট্। কিয জানে? সিহঁতে এটা কথাই শিকিছে—জীৱনত যে কোনো উপাযে কেৱল ধন ঘটিব লাগে। সিহঁতৰ ধন আৰ্জন কৰাৰ চিন্তা-কল্পনা আছে—ধন খৰচ কৰিব নেজানে, খৰচ কৰিব নোৱাৰে। ইহঁতক আপুনি ঘৃণা নকৰি পাৰে?

দুষ্মন্ত তালুকদাৰৰ মুখত এই উষ্ণ কথাখিনি বিশেষকৈ এই সময়ত অপ্ৰযোজনীয আৰু অপ্ৰাসঙ্গিক যেন লাগিল। আৰু নিজৰ জমিদাৰী হেৰুওৱাৰ ক্ষোভতে এনেদৰে আজিৰ ধনী সম্প্ৰদাযৰ ওপৰত বীতৰাগ হৈ পৰা যেন অনুমান কৰিলো। মই আগৰ নিচিনা দুৰ্বলতাৰেই কলো, আগৰ কোনো কোনো জমিদাৰ নিশ্চয ভাল মানুহ আছিল।

দুষ্মন্তই কলে, ভাল মানুহ আছিল নে নাই সেই বিষয়ে মই তৰ্ক নকৰো। কিন্তু তেওঁলোকে জীয়াই থকাত এটা মূল্য আৰু গুৰুত্ব দিছিল। কোনোবাই যদি জীৱনক কেৱল ধেমালি বুলিয়ে ধৰিছিল, তেওঁত এই ধেমালিক চিৰিয়াছলি লৈছিল। তেওঁলোকে জীৱনৰ আস্বাদ বিচাৰিব জানিছিল, মানে—তেওঁলোকে ধন কেনেকৈ খৰচ কৰিব লাগে জানিছিল। ধন খৰচ কৰিব জনাটো এটা ডাঙৰ আৰ্ট।

মই সুধিলো, ডক্টৰ অৰুণাভে টকা খৰচ কৰিব নেজানিছিল বুলি ভাবেনেকি আপুনি?

ভিনদেৱে? তেওঁ জমিদাৰো নাছিল, ধনীও—ঠিক ধনীও নাছিল। অৱশ্যে তেওঁৰ নিচিনা এজন মানুহ, হওঁ বোলা হলে বৰ ডাঙৰ ধনী হব পাৰিলেহেঁতেন। তেওঁ নিজে ধন আৰ্জন কৰা নাছিল। যি টকা তেওঁলৈ আহিছিল তাক আৰ্জন কৰা নোবোলে। কিন্তু উইলত তেওঁ কি কৰি থৈ গৈছে জানে? তেওঁ এনেকুৱা কিছুমান মানুহলৈ ধন-সম্পত্তি এৰি গৈছে যাৰ লগত তেওঁৰ কোনো ৰকমৰ সম্পৰ্ক থকাটো বিশ্বাস কৰিব নোৱাৰি।

মই সুধিলো, উইলখন জাল বুলি ভাবেনেকি আপুনি?

অ' নেভাৰ। উইলখন অথেনটিক। তাত কোনো সন্দেহ নাই। কিন্তু উইল কৰিবৰ সময়ত ভিনদেউ সুস্থ আছিলনে নাই সেইটোহে ভাবিবলগীয়া কথা। নহলে তেওঁৰ সম্পত্তিৰ ভাগ কোনোবা ডাক্তৰ মাচুম, কোনোবা বসন্ত দত্ত, কোনোবা মেৰীৰ নামত উইল কৰি দি যোৱাৰ কিবা অৰ্থ আছে বুলি ভাবিব পাৰি জানো?

আপোনাৰ বাইদেৱেক আৰু জীযেকৰ কাৰণে উইলত একো দি যোৱা নাই নেকি?

দি গৈছে—বাইদেউৰ কাৰণে কেইখনমান ফাৰ্মৰ পৰা পাব লগা কিতাপৰ ৰয়েল্টি আৰু স্নেহ, আৰু জীযেকৰ কাৰণে বহুত স্নেহাশীৰ্বাদ।

মই কথাখিনি শুনি কিছু বিস্মিত হলো। এইযা জানো এজন খেযালী মানুহৰ খেযালৰ পৰিণাম? নে ই সুপৰিকল্পিত কোনো উদ্দেশ্যযুক্ত ব্যৱস্থা?

দুষ্মন্তই কলে, টেষ্টামেন্টখন আৰু ভিনদেউৰ চিঠি দুখনমান আপোনাক দেখুৱাম। চাব, যদি কিবা বুজিব পাৰে। ভিনদেউৰ কামবোৰৰ কথা ভাবিলেই মোৰ কিবা সকলো খেলিমেলি লাগি যায।

আগ্ৰহ হৈছিল, যদিও প্ৰকাশ নকৰি মই সাধাৰণভাৱে কলো, বাৰু দেখুৱায যদি সেইবোৰ চাম কেতিযাবা। আপুনি ইযাত আৰু কিছুদিন থাকিব নহয?

এতিযাও ঠিক কৰা নাই, কেতিযা যাম বা কলৈ যাম।

ঘৰলৈ নেযাব?

তাৰ আগতে বাইদেউক বিচাৰি উলিযাব লাগিব।

তেখেতক জানো আপুনি এতিয়াও লগ পোৱা নাই?

নাই, বাইদেউৰ সঠিক কোনো ঠিকনা এতিযাও মই পোৱা নাই অৱশ্যে তেওঁ ক'তো লুকাই বা পলাই থকা নাই। কিন্তু তেওঁ বেনাৰছতেনে হৰিদ্বাৰতে নে দিল্লীতে নে কুৰুক্ষেত্ৰ নে পাণিপথতে আছে। বিচাৰি উলিয়াবলৈ টান হৈছে সেই কাৰণেই।

মযো পাৰিলে তেখেতক লগ পাব লাগে—মই কলো।

মই বুজিছো। আপুনি মোক আজিলৈকে কোৱা নাই যদিও, আহমদে মোলৈ দিয়া চিঠিৰ পৰাই মই বুজিব পাৰিছো যে আপুনি ভিনদেউৰ জীৱনী লিখিবলৈ লৈছে।

জীৱনী লিখিবলৈ এতিযাও লোৱা নাই। আৱশ্যকীয় কিছু বা-বাতৰিহে সংগ্ৰহ কৰিছো। আপোনাকো নিশ্চয় মই লগ ধৰিলোহেঁতেন, কিন্তু আপুনি যে ইযাতে আছে মই নেজানিছিলো।

আহমদে কিন্তু জানে। কিন্তু আপোনাৰ আগত মিছা নকওঁ। ভিনদেউৰ বিষযে মই বিশেষ একোকে নাজানো। আপোনাক যে কিবা সহায কৰিব পাৰিম কব পৰা নাই। চিঠি কেইখনমান আছে। তাত যদি কিবা দৰকাৰী কথা আছে চাব।

আপুনি বাইদেৱেকৰ কোনো খা-খবৰ কৰা নাই জানো?

নহলেনো মই ইযাত কেলেই আছো? আপুনি নিশ্চয খৃষ্টিযান যোচেফক লগ পাইছে। ভিনদেউৰ মৃত্যুৰ কেইদিনমান আগতে হেনো বাইদেউ আহিছিল আৰু মৃত্যুৰ সমযত বাইদেউ কেইদিনমান তেখেতৰ কাষতে আছিল। কিন্তু তাৰ পিছত কলৈ গ'ল বা আহিছিল ক'ৰপৰা কোনেও কব নোৱাৰে।

পুলিচে?

বিশেষ স্বাৰ্থ নেথাকিলে পুলিচে গাত লাগি নিবিচাৰে। আৰু মযো পুলিচৰ সহায বিচৰা নাই। এগৰাকী সম্ভ্ৰান্ত মহিলাক বিচাৰি উলিযাবৰ কাৰণে পুলিচৰ আশ্ৰয লোৱাটো মই সমৰ্থন নকৰো। ভাল কথা হব জানো বাইদেউক যদি পুলিচে বিচাৰি ফুৰে?

দুষ্মন্তৰ বিচাৰ শুদ্ধ যেনেই লাগিল। ডক্টৰ অৰুণাভৰ পত্নী উত্তৰা দেৱীক পুলিচৰ সহাযত আৱিষ্কাৰ বা উদ্ধাৰ কৰাটো নিশ্চয শোভনীয নহব। আৰু অকলশৰে থকা এগৰাকী বযসস্থা বিধবাই কথাটোক কিদৰে লব সেই কথাও ভাবিবলগীযা। জমিদাৰ নহয যদিও জমিদাৰী আভিজাত্য এতিযাও দুষ্মন্তৰ মনৰ মাজত আছে। আৰু বাইদেৱেকক বিচাৰি উলিওৱাত বা লগ পোৱাত খৰখেদা কৰিবৰ দুষ্মন্তৰ একো কাৰণ নাই। মোৰ দৰে তেওঁ অৰুণাভৰ জীৱনী লিখিবলৈ ওলোৱা নাই।

চাহ-চিগাৰেট খাই মই সেইদিনাৰ কাৰণে বিদায লবলৈ উঠিলো। তেওঁ আকৌ এদিন হোটেলতে তেওঁক লগ ধৰিবলৈ কলে। মোৰ নিজৰ প্ৰযোজনতে মই তেওঁক লগ পোৱা এতিযা দৰকাৰ হৈ পৰিছে। চিঠিকেখন, টেষ্টামেন্টখন, আৰু সম্ভৱ হলে উইলখনো মই এবাৰ চাব লাগিব।

হযতো মোৰ মনৰ ভাব বুজিযে দুষ্মন্তই কলে, আপোনাৰ দৰকাৰ বুলি ভাবে যদি উইলখনো আপোনাক দেখুৱাব পাৰিম। কোনো গোপন বা কন্‌ফিডেন্সিযেল কথা

নাই। মাত্ৰ পৰিযালৰ ভিতৰুৱা কথা আছে অলপ, আৰু যিটো পৰিয়াল ভাগি-ভুহি প্ৰায় শেষেই হৈছে সেই পৰিযালৰ গোপন কথাও জনাত কাৰো আপত্তি থকাৰ কাৰণ নাই—নহয় জানো?

আজিৰ সমগ্ৰ ক্ৰিয়া-কলাপৰ মাজেদি দুষ্মন্তক মোৰ এজন বেলেগ মানুহ যেন লাগিল। আৰু সেইবাবে ভালো লাগিল। পৃথিবীৰ এজন মানুহৰ লগত আন এজন মানুহৰ সম্পৰ্ক আৰু যোগসূত্ৰ কিহে ৰচনা কৰে— তাৰ কোনো নিশ্চয়তা নাই। হয়তো মানুহৰ লগত মানুহৰ সম্পৰ্ক আটাইতকৈ বিস্ময়কৰ আৰু ৰহস্যজনক কথা। চিনাজনা, ঘনিষ্ঠতা, আত্মীযতা, বুজাবুজি, একাত্মতা—কি আচৰিত ধৰণে এই সকলো ঘটি যায—ই যেন অখণ্ডনীয। মানুহ মানুহৰ মাজৰ এই বিস্ময়কৰ সম্পৰ্কযেই জীৱননৈ সুখ-দুখ সকলো আনে। এই সম্পৰ্কযেই জীৱনৰ গতিও সলনি কৰি দিযে।

কথাবোৰ আপোনমনে কোৱাদিযে কৈ গৈছিল দুষ্মন্ত তালুকদাৰে।

কেইবাদিনো হল ইযাত আৱশ্যকীয কিছু কথাৰ সম্ভেদো আহৰণ কৰা হল। অলপতে আমি ইযাৰ পৰা যামগৈ। মই সৰহদিন এনেযে থাকিব নোৱাৰো। বহুত কাম আছে—দাযিত্বও আছে।

খৃষ্টিযান যোচেফৰ লগত ডক্টৰ অৰুণাভৰ শেষ সমযখিনিৰ বিষযে কিছু কথা জানিবৰ কাৰণে আজি মই আহিছিলো। বসন্ত হতাশ আৰু বিমৰ্ষ হৈ পৰিছিল। কাৰণ বসন্তই আশা কৰিছিল যে যোচেফৰ ঘৰত শেৱালিক দেখা পাব। কিন্তু যোচেফে জনালে যে অৰুণাভৰ মৃত্যুৰ তিনিদিন পিছলৈকে শেৱালি তেওঁৰ ঘৰতে আছিল। তাৰ পিছত শেৱালি তাৰ পৰা গুচি গল। ক'ত থাকিবগৈ সেই সম্পৰ্কে কোনো কথা নিশ্চিতভাৱে জনাই যোৱা নাই যদিও, শেৱালিয়ে এটা ঠিকনা দি গৈছে। হয়তো শেৱালি এতিযাও তাতে থাকিব পাৰে।

বসন্তক মই ইযাকে কৈ সান্ত্বনা দিলো, ঠিকনা যেতিযা পাইছোৱেই, আমি নিশ্চয শেৱালিক বিচাৰি উলিযাব পাৰিম।

বসন্তৰ কিমান বিশ্বাস হৈছিল বুজিব নোৱাৰিলো। কিন্তু শেৱালিক লগ পোৱাটো যে মোৰো দৰকাৰ সেই কথা বসন্তই জানিছিল। গতিকে মোৰ আশ্বাসত প্ৰত্যয গৈছিল।

মোৰ লগত বসন্ত যোচেফৰ ঘৰলৈ অহা নাছিল। মই অকলেই আহিছিলো।

যোচেফে মোৰ কাৰণেই বাট চাই আছিল।

বতৰটো সিমান মুকলি নাছিল। অৱশ্যে বৰষুণ দিযাৰ কোনো আগন্তুক নাছিল কিন্তু আকাশখন কিছু মেঘাচ্ছন্ন আছিল। এনে বতৰত মনবোৰ এনেযে কিছু বেযা লাগে।

মই যোচেফৰ চাকৰ ল'ৰাটোৰ নির্দেশক্রমেই তেওঁৰ পঢ়া কোঠালিলৈ সোমাই গ'লো। কোঠাটো সিমান ডাঙৰ নহয কিন্তু বেছ পৰিপাটি। চাৰিওখন বেৰৰ কাষতে কেইবাটাও কিতাপৰ আলমাৰি, বহল খিৰিকীকেখনেদি বাহিৰৰ পোহৰ ভিতৰ সোমাইছিল কিন্তু সেই পোহৰ আছিল অনুজ্জ্বল। পঢ়া মেজখনৰ ওপৰত থকা লাইটটো জ্বলি আছিল আৰু তাৰ কাষতে এখন অলপ হেলনীযা চকীত বহি যোচেফে কিতাপ এখন পঢ়ি আছিল।

মই সোমাই গ'লত তেওঁ বহাৰ পৰা উঠিল আৰু মোক আগবেলাৰ স্বাগত অভিবাদন জনালে। কিন্তু তেওঁ অকণো ব্যস্ত নহল। ঘৰটোত কাৰো সা সঁহাৰি নাই যেন কোনো দ্বিতীয প্ৰাণী ঘৰটোৰ ভিতৰত নাযেই। চাকৰ ল'ৰাটোৰ মুখতো কোনো কথা-বতৰা নাই। পৰিবেশটো মোৰ বৰ প্ৰফুল্ল যেন নেলাগিল। যোচেফক মই কলো যে দুই-এদিনতে আমি তাৰ পৰা অন্য ঠাইলৈ যাম। কথাটো তেওঁ মাত্ৰ শুনিলে কোনো মন্তব্য নকৰিলে। মই বিশেষ ভূমিকা নকৰি যোচেফৰ ঘৰত ডক্টৰ অৰুণাভে শেষৰ দিনকেটা কিদৰে কটাইছিল জানিবলৈ বিচাৰিলো।

মোৰ প্ৰশ্নটো শুনি যোচেফে যেন কিছুমান পাহৰি যোৱা কথা মনত পেলাবৰ চেষ্টা কৰিলে। তাৰ পিছত লাহে লাহে কলে, মই সকলো কথা আপোনাক বৰ্ণাই কব নোৱাৰিম। কিছুমান কথা মোৰ অবাস্তৱ আৰু সপোন যেন লাগে। বুঢ়া মানুহে মনৰ কথা নুলুকায, আৰু পৃথিৱীৰ পৰা বিদায লোৱাৰ আগতে জীৱনৰ সকলো কথা কাৰোবাক কৈ যাবলৈ ভয বা সঙ্কোচ নকৰে। তথাপি মই বুজিছিলো যে অৰুণাভৰ মনৰ মাজৰ সকলো কথা কোৱা হোৱা নাছিল আৰু সেই কথাবোৰ কৈ যাবৰ কাৰণে শেষ সমযত আমাৰ ঘৰলৈ আহিছিল।

তেখেতৰ শেষ জীৱনৰ কথাখিনি নিশ্চয মূল্যবান আছিল।

হযতো আছিল। কিন্তু সেইবোৰ কথা তেওঁ কাকো কৈ নগ'ল।

কিয?

কথাবোৰ তেওঁ হযতো মোক ক'বৰ কাৰণে অহা নাছিল।

আহিছিল মেৰীক ক'ম বুলি, কিন্তু কবলৈ নেপালে।

সামান্য অনুশোচনাৰ সুৰত যোচেফে কলে।

আপোনাক একোকে নক'লে?

মোক যিবোৰ কথা কলে সেইবোৰ যেই কোনো আন মানুহকো কব পাৰিলেহেঁতেন।

যোচেফৰ কথাই মোক অপ্ৰতিভ কৰিলে। আপুনি জানিবলৈ যত্নও কৰা নাছিল?

ইঁহাৰ নিচিনা কৰি যোচেফে কলে, অৰুণাভক মই জানিছিলো। তেওঁৰ মনৰ জগতখন আছিল তেওঁৰ সম্পূৰ্ণ নিজা। সেই জগতত সোমাওঁ বুলি কোনো সোমাব নোৱাৰে। কিন্তু কাৰোবাক যদি তেওঁৰ সেইখন জগতলৈ মাতি নিয়ে, তেতিয়া তাৰ কোনো কোঠা, কোনো চুক-চুবুৰি নেদেখুৱাই নেথাকে।

মই সুধিলো যে তেনেকুৱা কোনোবা থকাৰ কথা তেওঁ জানেনেকি? বা অন্তৰঙ্গ বন্ধু হিচাপে তেওঁ জানো ডক্টৰৰ মনৰ জগতত প্ৰবেশৰ সুবিধা পোৱা নাছিল?

যোচেফে কলে, মই চেষ্টা কৰা নাছিলো, কাৰণ মই জনিছিলো তেনে চেষ্টা কৰি লাভ নাই। কিন্তু আপোনাক মই ইমানকে কব পাৰো যে অৰুণাভ শান্তিত মৰা নাছিল। প্ৰকৃততে কোনো মানুহেই শান্তিত নমৰে। আৰু ভাৱপ্ৰৱণ মানুহবোৰ মনৰ মাজত নানা অশান্তি লৈ যেনেকৈ জীযাই থাকে মৰেও তেনেকৈ অশান্তি লৈ।

ডক্টৰ অৰুণাভৰ মনত অশান্তি লৈ মৃত্যু হোৱা বুলি শুনি মোৰ অলপ বেযা লাগিল। তেওঁৰ কিছুমান প্ৰবন্ধ-পাতিৰ পৰা মোৰ ধাৰণা হৈছিল যে অৰুণাভ সাধাৰণ মনোবিকাৰৰ পৰা মুক্ত।

কথাবোৰ মই পোনপটীযাভাৱেই সুধিলো, মোৰ ধাৰণা যে ডক্টৰ অৰুণাভ আজীৱন জ্ঞানৰ সাধক আছিল। তেখেতৰ মৃত্যুৰ সমযত কিয অশান্তি হৈছিল বুলি আপুনি ভাবিছে?

ভবা নহয, মই জানিছিলো। প্ৰকৃত জ্ঞানৰ সাধকক কাহানিও সুখী আৰু সন্তুষ্ট বুলিব নোৱাৰি। জ্ঞানৰ সাধনা মানেই মানুহৰ অপূৰ্ণতাৰ বিষযে সজাগ হোৱা, সৃষ্টিৰ বুকুত সংহতি আৰু সমন্বযৰ সন্ধান কৰা। কিন্তু মূৰ্খৰ বাহিৰে কোনোবাই জানো ক'ৰবাত সমন্বয আৰু সংহতি বিচাৰি পাইছে? জ্ঞানৰ পথত বিফল হৈ কোনোৱে প্ৰাণৰ পথ লয—।

যোচেফৰ মুখত এতিযা অভাৱনীয নতুন কথা।

প্ৰাণৰ পথ মানে? মই সুধিলো।

তাৰ অন্য বহুত নাম আছে। কিন্তু এই পথত মগজুতকৈ হৃদযবৃত্তিৰ প্ৰভাৱ বেছি। কোনো কোনোৱে তাকে প্ৰেম বোলে।

অৰুণাভৰ ক্ষেত্ৰত?

সেযেই আছিল একমাত্ৰ সত্য কথা। মোৰ মাজে মাজে ধাৰণা হয যে প্ৰেমৰ পথৰ বিকল্প হিচাপহে অৰুণাভে জ্ঞানৰ পথত ভৰি দিছিল। কিন্তু তেওঁ কিজানি গোটেই জীৱন হৃদয আৰু মগজুক একে ঠাই কৰিবৰ চেষ্টা কৰি বৰ বেযা ৰকমে বিফল হৈছিল। সেই দেখিহে মোৰ মনেৰে তেওঁৰ শেষৰ দিনকেটা দুখৰ আছিল যেন লাগে।

মই কি ক'ম ভাবি নেপালো। কিন্তু এটা কথা মই বুজিব পাৰিলো যে যোচেয ডক্টৰৰ নিচিনাই এজন চিন্তাশীল ব্যক্তি, নহলে নিশ্চয অৰুণাভে এখেতৰ লগত বন্ধুত্ব নেপাতিলেহেঁতেন।

মই অন্য প্ৰসঙ্গলৈ যাবৰ চেষ্টা কৰিলো, কিযনো আমাৰ কথাবোৰ বৰ তত্ত্বগন্ধী আৰু এবষ্ট্ৰেক্ট হৈ আহিছিল। আৰু এনে ধৰণৰ আলোচনাত মই বৰ অভ্যস্ত নহয। সেই দেখি মই সুধিলো যে ডক্টৰ অৰুণাভৰ মৃত্যুৰ সমযত কাষত কোনোবা আছিলনে নাই আৰু যদি আছিল কোন কোন আছিল।

মোৰ প্ৰশ্ন শুনি আকৌ যোচেফ কিছু সমযৰ কাৰণে নীৰৱ হল। তেওঁ যেন গোটেই পৰিস্থিতিটো এবাৰ মনৰ চকুৰ আগলৈ আনি লবৰ চেষ্টা কৰিলে। তাৰ পিছত লাহে লাহে কলে, আছিল সকলোৱেই। উত্তৰা দেৱী আছিল, জীযেক আছিল, শেৱালি আছিল, মই আছিলো আৰু কোনোবা-কুনুবি নিশ্চয আছিল। কিন্তু—

মই যোচেফৰ মুখলৈ চালো।

অৰুণাভে শেষ সমযত মেৰীক কাষত বিচাৰিছিল। তেওঁ ভ্ৰম বকা নাছিল, সম্পূৰ্ণ চেতন আছিল, যদিও যথেষ্ট দুৰ্বল হৈছিল। সচেতনভাৱেই শেষ সমযত তেওঁ মেৰীক চাবলৈ বিচাৰিছিল। অৱশ্যে মেৰী নো কোন মোৰ বাহিৰে উপস্থিত আন কোনোৱেই নেজানিছিল। সেই কাৰণেই মই কৈছো জ্ঞানৰ পথতকৈ অৰুণাভৰ কাৰণে প্ৰাণৰ পথ আছিল অধিক আপোন। জীৱনৰ শেষ সমযত তেওঁ কোনো জ্ঞান জিজ্ঞাসাৰ কথা চিন্তা কৰা নাছিল, চিন্তা কৰিছিল তেওঁৰ হৃদযজগতৰ কথা। কিন্তু কি কৰিব' কাল সদায নিষ্ঠুৰ। অৰুণাভৰ সমগ্ৰ জীৱনৰ অন্তিম অভিলাষো কালে অপূৰ্ণ কৰি ৰাখিলে।

নিজৰ পত্নী মেৰী সম্পৰ্কে এনে নিৰ্লিপ্তভাৱে কথা কোৱা দেখি মই কিছু বিস্মিত হলো। কিন্তু অৰুণাভৰ আত্মাক আৰু অনুভূতিক কেনে গভীৰভাৱে যোচেফে শ্ৰদ্ধা কৰিছিল সিও চকুত স্পষ্ট হৈ পৰিল।

যোচেফে কলে, মৃত্যুৰ কিছুদিন আগতে অৰুণাভে এদিন মোক কৈছিল ঃ যোচেফ, সূৰ্যটো আমি হাতত লৈ নুফুৰাওঁ। সূৰ্য থাকিলে এনেয়ে পোহৰ হয। কিন্তু সূৰ্য নোহোৱা হলে আমি সৰু বৰ হাজাৰ চাকি হাতত লৈ পোহৰৰ সন্ধান কৰো। কিন্তু চাকি কাহানিও সূৰ্য হব নোৱাৰে।

মই কলো যে অৰুণাভৰ লিখাৰ ভিতৰত ক'ৰবাত পোহৰ আৰু আন্ধাৰৰ বিষয়ে কিছু কথাৰ আলোচনা আছে। মই পঢ়িছো।

মূৰ দুপিয়াই যোচেফে কলে, অৰুণাভে স্বীকাৰ কৰিছিল যে মৈত্ৰীৰ প্ৰেম তেওঁৰ কাৰণে আছিল সূৰ্যলোক, আৰু তেওঁৰ জীৱনলৈ অন্যান্য যি যি নাৰী আহিছিল বা যাক তেওঁ জীৱনৰ কাষ চপাই লৈছিল, তেওঁলোকক সূৰ্যালোকৰ সন্ধান কৰিবৰ কাৰণেই আপোন কৰি লৈছিল।

কথাখিনি শেষ কৰি যোচেফে ধীৰে ধীৰে মোক একো নোকোৱাকৈ কোঠাটোৰ পৰা বাহিৰ ওলাই গ'ল। তেওঁৰ কথাই মোক কিছু বিব্ৰত আৰু চিন্তিত কৰিলে। অৰুণাভৰ সমগ্ৰ জীৱনত তেন্তে ব্যাপ্ত হৈ আছিল একমাত্ৰ মৈত্ৰীৰ প্ৰেম, যাক তেওঁ নিজেই আঁতৰাই পঠালে। আৰু বাকী সকলো উত্তৰা, বীণা, শেৱালি, সকলো আছিল সেই হেৰোৱা প্ৰেমৰ বেদনা উপশমৰ অৱলম্বন মাত্ৰ। কিন্তু অৰুণাভ জানো সঁচাকৈয়ে ইমান স্বাৰ্থপৰ আছিল? উত্তৰাক তেওঁ বিয়া কৰাইছিল, মীনাক তেওঁ উদাৰ আশ্ৰয় দিছিল, আৰু শেৱালিক তেওঁ বসন্তৰ পৰা কাঢ়ি আনিছিল—কেৱল নিজৰ স্বাৰ্থৰ কাৰণে। অৰুণাভৰ কাৰ্যকলাপৰ তাৎপৰ্য মোৰ নুবুজা যেন লাগিল। তেওঁৰ দৰে এগৰাকী শিক্ষিত, জ্ঞানী, বিদ্বান পুৰুষে জানো জানি-শুনি ইটোৰ পিছত সিটো ভুলকে কৰি গৈছিল? তেওঁৰ জানো ন্যায়-অন্যায়ৰ, উচিত-অনুচিতৰ কোনো বিবেচনা নাছিল? নে এই সকলোবোৰ এজন খেয়ালী মানুহৰ মনৰ খেয়াল মাথোন আছিল?

হাতত এটি সৰু ফাইল লৈ যোচেফ আকৌ সোমাই আহিল। তেওঁ মোৰ সন্মুখৰ চকীখনতে বহিল। আৰু ফাইলটো মোৰ ফালে আগবঢ়াই দি কলে, বহি-মেলি লিখিব পৰা হৈ থকালৈকে মোৰ ইয়াত থকা কিদিনত তেওঁ কাগজ-কলম লৈ যি মন যায় লিখিছিল। অৱশ্যে একেথৰে তেওঁ সৰহ পৰ বহি থাকিব বা লিখি থাকিব নোৱাৰিছিল। দিনে দিনে তেওঁ বেছি অধৈৰ্য যেন হৈ পৰিছিল। কিছু অস্থিৰ হৈছিল। কেতিয়াবা অকাৰণতে বৰ উৎকণ্ঠিত আৰু উদ্বিগ্ন হৈ পৰিছিল। কেতিয়াবা বৰ ক্লান্ত-শ্ৰান্ত যেন হৈ, মনে মনে কাৰো লগত এষাৰো কথা নপতাকৈ অকলশৰে থৰ লাগি বহি থাকিছিল। সেই সময়ত মাজে মাজে তেওঁ লিখা কাগজ কিছু শেৱালিয়ে গোটাই ৰাখিছিল। এই ফাইলটোতে আছে। ফাইলটো আপুনি লৈ যাব পাৰে।

ফাইলটো মই হাতলৈ ললো। আৰু তেতিয়াই পঢ়ি চাবৰ চেষ্টা নকৰি, মই এনেই পাতবোৰৰ ওপৰত চকু ফুৰালো। আৰু যোচেফক ধন্যবাদ দিলো।

তেওঁৰ ফালে নোচোৱাকৈয়ে ফাইলৰ কাগজবোৰৰ ওপৰত এনেয়ে চকু ফুৰাই ফুৰাই মই সুধিলো, শেৱালিৰ সম্পৰ্কে আপুনি কি ভাবে?

শেৱালি? শেৱালিক আপুনি দেখিছে জানো? সামান্য উৎকণ্ঠাৰেই তেওঁ কলে।

নাই দেখা। কিন্তু ডক্টৰৰ লগতে শেৱালি ইযালৈ অহা নাছিল জানো?

শেৱালিৰ কথা সুধিছে যদি আপোনাক বহুত কথা কব লাগিব।

মই আগ্ৰহেৰে তেওঁৰ মুখলৈ চালো। পুনৰ যেন তেওঁ কিছু কথা মনত পেলাবৰ চেষ্টা কৰিলে। তেওঁ এবাৰ তীব্ৰভাৱে মোৰ মুখলৈ চালে। মানুহজন কিছু উত্তেজিত হোৱা যেন লাগিল। তেওঁৰ মুখখন অলপ ৰঙা পৰিল, চকু দুটাও যেন অলপ উজ্জ্বল হৈ উঠিল। হঠাৎ তেওঁৰ এই পৰিবৰ্তনৰ কাৰণ মই বুজিব নোৱাৰিলো।

সঁচাকৈয়ে শেৱালিৰ কথা কব লাগিলে বহুত কথাই কব লাগিব আপোনাক। যোচেফে কলে। কিন্তু কি ক'ম? শেৱালিক এবাৰ আপুনি দেখা হলে তেওঁৰ বিষয়ে কোনো কথা নক'লেও হলহেঁতেন।

শেৱালিনো এতিযা ক'ত আছে?

শেৱালি ক'ৰবাত আছে। ইচ্ছা থাকিলে লগ পাব পাৰিব।

কথাষাৰ জানি ভাল লাগিল। শেৱালিক লগ পোৱাৰ সম্ভাৱনা আছে যদি আমি লাগিলে দুদিনমান থাকিযে যাম। লগ পালে হয়তো শেৱালিৰ পৰাও অৰুণাভৰ সম্পৰ্কে ভালেমান কথা জানিব পাৰিম, কিন্তু যোচেফে শেৱালি সম্পৰ্কে কি ভাবে সেইটো তেওঁৰ মুখৰ পৰাই জানিব পাৰিলে বেযা নহব।

মই কলো, শেৱালিক লগ পোৱাটো সম্ভৱ হলে নিশ্চয মযো উপকৃত হম। কিন্তু এবাৰ লগ পাযে জানো শেৱালিৰ বিষযে মই কিবা জানিব পাৰিম?

তেওঁ কলে, এবাৰ, যথেষ্ট। এবাৰ দেখিলেই আপুনি জোনটোক বুজিব পাৰে, এবাৰ দেখিলেই আপুনি ফুল এপাহক বুজিব পাৰে। শেৱালি তাতোকৈ স্পষ্ট।

কিন্তু শেৱালি সম্পৰ্কে এতিযালৈকে মই যি যি বুজিছিলো, শেৱালি ইমান সহজ বুলি মোৰ ধাৰণা হোৱা নাছিল। শেৱালিৰ চৰিত্ৰটো বৰ জটিল যেন ধাৰণা হৈছিল মোৰ। যোচেফে অন্য কথা কলে।

আপুনি জানে নহয়, শেৱালিৰ এজন স্বামী আছিল? মই সুধিলো।

মুখখন ইঁহাৰ নিচিনা কৰি যোচেফে কলে, স্বামী? বাৰু কওকচোন—

ডক্টৰৰ লগত শেৱালি গুচি আহিল।

যোচেফে মূৰ দুপিযালে।

কথাটো তেওঁ জানে।

এই কথাটোক ডক্টৰে কি ধৰণে লৈছিল?

মানে? যোচেফে মোৰ মুখলৈ চালে।

মই অলপ ব্যৱসায়ী সুৰত কলো, সামাজিকভাৱে এনে কাম নিশ্চয় সমৰ্থনযোগ্য নহয়। নহয় জানো? আৰু নৈতিকভাৱেও — বিশেষকৈ ডক্টৰৰো পৰিবাৰ আছিল—আৰু শেৱালিৰ স্বামী আছিল—

মোৰ কথা শুনি যোচেফে যেন অলপ হাঁহিব খুজিলে। মাতত প্ৰফুল্লতা সানি তেওঁ কলে আপুনি হয়তো বুজিবলৈ টান পাব, কিন্তু চাওক—সমাজে জীৱনক বন্দী কৰিব পাৰে, হৃদয়ক বন্দী কৰিব নোৱাৰে। নীতিয়ে সমাজক বান্ধিব পাৰে, কোনো হৃদয়ক কাহানিও বান্ধি ৰাখিব নোৱাৰে।

কিন্তু সকলো মানুহে যদি এই যুক্তিৰ আশ্ৰয় লবলৈ বিচাৰে?

জেনেৰেলাইজ কৰিবৰ চেষ্টা কৰাটোৱেই আজিৰ যুগৰ মানুহৰ প্ৰধান দুৰ্বলতা। সকলো ফুল ফুল যদিও, সকলো ফুল জানো একে হয়? আৰু অৰুণাভৰ কথাই ধৰক। দেখাই মেলাই তেওঁৰ নিচিনা মানুহ বিচাৰিলে নিশ্চয় আৰু দহজন ওলাব, কিন্তু তাৰ ভিতৰৰ কোনোবাজনক জানো ডক্টৰ অৰুণাভ বুলিব পাৰিব? সকলো মানুহ যিদৰে সমান জ্ঞানৰ অধিকাৰী নহয়, তেনেকৈ একে হৃদয়বৃত্তিৰো অধিকাৰী নিশ্চয় হব নোৱাৰে। অৰুণাভৰ এখন বেলেগ হৃদয় আছিল। এই কথাটো বুজিব নোৱাৰিলে তেওঁৰ বহু কথাকে সমৰ্থন জনাবলৈ টান হব।

যোচেফৰ শেষৰ কথাষাৰত যেন মেৰীৰ লগত অৰুণাভৰ আত্মিক সম্পৰ্কৰ কথাটোও জড়িত আছিল। কথাটোৰ পোনপটীয়া উল্লেখ যোচেফৰ কাৰণে বেদনাদায়ক বা বিৰক্তিকৰ হব পাৰে। মই সেই কথা ঢাকিবৰ কাৰণে কিছু সাৱধান হৈ সুধিলো, শেৱালিৰ লগত ডক্টৰ অৰুণাভৰ হৃদয়ৰ সম্পৰ্ক আছিল বুলি আপুনি ভাবে?

সেই কথা মোৰ ভবাৰ ওপৰত নিৰ্ভৰশীল নাছিল, ই আছিল কি ক'ম— কেৱল হৃদয়ৰ সম্পৰ্ক। দুটা আত্মাৰ সম্পৰ্ক। ইমান নিবিড়, ইমান গভীৰ সম্পৰ্ক মই আৰু ক'তো দেখা নাই।

ক্ষমা কৰিব, মেৰীৰ লগতো জানো অৰুণাভৰ হৃদয়ৰ সম্পৰ্ক একেই নাছিল?

আছিল। মোৰ বিশ্বাস মেৰী আছিল অৰুণাভৰ কাৰণে এটা সপোনৰ স্মৃতি, আৰু শেৱালি আছিল এটি জীৱন্ত সপোন। মই কৈছোৱেই তেওঁৰ কাৰণে মেৰীৰ মৰম আছিল সূৰ্যালোকৰ দৰে এক দুৰণীয়া ব্যাপক সত্তা, আৰু শেৱালিৰ প্ৰেম আছিল এক শান্ত, পৱিত্ৰ, মাটিৰ চাকিৰ পোহৰ—যাৰ সহায়ত অৰুণাভে জীৱনৰ অৰ্থ বিচৰাৰ প্ৰয়াস কৰিছিল।

এইয়া এজন বেলেগ যোচেফ যেন লাগিল মোৰ। এইজন অৰুণাভৰ বন্ধু সাহিত্যিক যোচেফ, যি এতিয়া সাহিত্যিকৰ ভাষাৰে কথা কবলৈ আৰম্ভ কৰিছে।

ডক্টৰ অৰুণাভৰ হৃদয়ানুভূতিক শেৱালিয়ে বুজিব পাৰিছিলনে? আপুনি কি ভাবে?

কিয় নোৱাৰিব? তেওঁ যেন প্ৰতিবাদেই কৰি উঠিল।

মই জনাত শেৱালিৰ বেছি শিক্ষা-দীক্ষা নাছিল।

এইবাৰ যোচেফে এজন চেঙেলীয়া ডেকা ল'ৰাই হঁহাদি হাঁহিলে। মই অলপ অপ্ৰস্তুত হলো। কাৰণ তেওঁ কিয় হাঁহিছে মই ঠিক বুজিব নোৱাৰিলো।

হাঁহি শেষ কৰি তেওঁ কলে, কাৰোবাক ভাল পাবলৈ হৃদয় লাগে, শিক্ষা নেলাগে। তথাকথিত শিক্ষাই মানুহৰ সহজ হৃদয় বৃত্তিবোৰ ধ্বংস কৰে। বিশেষ উচ্চ শিক্ষা নথকাৰ কাৰণেই গোটেই জীৱন দি শেৱালিযে অৰুণাভক ভাল পাব পাৰিলে আৰু তাৰ কাৰণে সমাজ সংসাৰ আত্মীয়স্বজন সকলোকে হাঁহি হাঁহি বিসৰ্জন দিব পাৰিলে, যিটো তেওঁৰ পত্নী উত্তৰা দেৱীযেও নোৱাৰিলে।

তৰ্ক কৰিবৰ ইচ্ছা নাছিল তথাপি অপ্ৰাসঙ্গিক নহব বুলি মই সুধিলো, কিয়, শেৱালিৰ আচৰণে তেওঁৰ স্বামীক কষ্ট দিব বুলি জানো কোনোৱে ভবা উচিত নাছিল?

যি উচিত-অনুচিতৰ বিচাৰ কৰি খোজ দিয়ে তেওঁ কোনো ফালে আগবাঢ়িব নোৱাৰে। আৰু, এটা গোলাৰ্ধ এৰি থৈ নগ'লে সূৰ্যই জানো অন্য এটা গোলাৰ্ধত পোহৰ বিলাব পাৰে? কথাখিনি শেষ কৰি যোচেফে কলে, ৰেজা চাহেব আৰু এসপ্তাহ ইয়াত থাকিব নোৱাৰিবনে?

এসপ্তাহ কিয়?

থাককচোন পাৰিলে। যিবোৰ কথা শেৱালিৰ হৈ মই কৈছো সেইবোৰ ঠিক নহবওতো পাৰে। কাৰণ শেৱালিৰ নিচিনা এজনী মানুহৰ মন আৰু কাৰ্যকলাপ সহজে বুজা নেযায়।

মই থাকিনো কি কৰিম?

মই ভাবিছো এবাৰ শেৱালিৰ তালৈকে যাওঁ, নাইবা শেৱালিকে মাতি পঠিযাওঁ। আহিবও হয়তো পাৰে।

শেৱালিনো ক'ত আছে?

সঠিক নেজানিলেও বিচাৰি উলিয়াব লাগিব। বিচাৰিলে শেৱালিক নিশ্চয় পোৱা যাব।

কথাষাৰ শুনি মোৰ ভাল লাগিল। মই কলো যে পাৰিলে মোৰো শেৱালিক লগ পাই যাবৰ ইচ্ছা। লগ পোৱাৰ আশা থাকিলে মই হয়তো এসপ্তাহ ৰ'ব পাৰিম। শেৱালিৰ স্বামী বসন্তও যে মোৰ লগত শেৱালিক লগ পাবৰ কাৰণেই আহিছে সেই

কথা যোচেফক মই আজিও কোৱা নাছিলো। ক'মনে নক'ম ভাবি নোকোৱাকে ঠিক কৰিলো। বসন্ত অহাৰ কথা জানিলে কিজানিবা শেৱালি নাহেঁই।

নিজকে কোৱাদি যোচেফে কলে, এৱা, আহিল যেতিয়া শেৱালিক লগ পাই যাওক। মই কৈছোৱেঁই, এনে আচৰিত ছোৱালী মই জীৱনতে লগ পোৱা নাই।

যাব তেন্তে?

কলৈ?

শেৱালিক বিচাৰি?

মই যোচেফলৈ চালো। এই নিশকতীয়া অকলশৰীয়া বুঢা মানুহজনক এইবোৰৰ মাজলৈ টানি অনাটো জানো ভাল কথা হ'ব? তেওঁৰ কষ্ট হ'ব। অৱশ্যে শেৱালি যদি ওচৰতে ক'ৰবাত আছে, তেন্তে সিমান চিন্তা কৰিব লগীয়া নাই। আৰু তেওঁৰো হয়তো এবাৰ শেৱালিক লগ পোৱাৰ কোনো দৰকাৰ থাকিব পাৰে।

মই উত্তৰা দেৱীৰ কথা সুধিলো। তেওঁৰ বিষয়ে যোচেফে কিবা জানেনে বা ভু ৰাখিছে নেকি?

যোচেফে কলে যে তেওঁৰ কোনো বিশেষ খবৰ-বাতৰি তেওঁ নেজানে। প্ৰকৃতপক্ষে যোচেফে অৰুণাভকহে জানিছিল। আৰু অৰুণাভৰ শেষ অৱস্থাত যি যি আহিছিল তেওঁলোকৰ লগত সাধাৰণভাৱে চিনাকি হৈছিল মাত্ৰ। গতিকে তেওঁলোকৰ বৰ বেছি কথা তেওঁ নেজানে।

মযো অনুভৱ কৰিলো যে অৰুণাভৰ সম্পৰ্কত সকলোৰে খবৰ জানিবলৈ বিচৰাটো বৰ উচিত বা শোভনীয় হোৱা নাই। অৰুণাভৰ সকলো কথা জনাত মোৰ যি স্বাৰ্থ আছে, যোচেফৰ নিশ্চয় তেনে কোনো স্বাৰ্থ নাই।

শেৱালি এজনী সাধাৰণ ছোৱালী হলেও অৰুণাভৰ নিচিনা এজন বিখ্যাত মানুহৰ লগে লগে থাকি নিশ্চয় বহুত কথা শিকিছিল, বহুত অভিজ্ঞতা অৰ্জন কৰিছিল। তথাপি অৰুণাভৰ মৃত্যুৰ পিছত শেৱালি যে ক'ত থাকিব পাৰে মই একো বুজিব নোৱাৰিলো। অৱশ্যে শেৱালি নিশ্চয় এজনী গাভৰু ছোৱালী হৈ থকা নাই। বয়স যথেষ্ট হল, অভিজ্ঞতাও হল, তথাপি নিজৰ আপোন পৰিযাল কোনো নথকা এই অজান অচিন মানুহৰ মাজত শেৱালি সদায় কেনেকৈ থাকিব, ভাবিবলগীয়া কথা। এই ফালেতো শেৱালিৰ কোনো নাই।

কিন্তু প্ৰকৃত ভালপোৱাই মানুহক নতুন শক্তি দিয়ে। যি শক্তিৰ বলত শেৱালিৰ নিচিনা এজনী ছোৱালীয়ে নিজৰ স্বামী আৰু নিজৰ সকলো পৰিত্যাগ কৰিব পাৰে। বসন্তৰ পৰা যি শুনিছিলো তাৰ পৰা মোৰ বিশ্বাস হৈছিল যে শেৱালি আৰু অৰুণাভৰ মাজত সম্পৰ্ক এক প্ৰকাৰ প্ৰেমৰ সম্পৰ্কই আছিল।

কিন্তু মই পাহৰা নাই যে মই ডক্টৰ অৰুণাভৰ জীৱনীৰহে সন্ধান বিচাৰিছো। আৰু তাৰ বাবেইহে শেৱালিক লগ পাবলৈ বিচাৰিছো। শেৱালিৰ পৰা তেওঁৰ বিষয়ে কিছু কথা জানিবলৈ পাম বুলিয়েই শেৱালিক লগ পাব খুজিছো।

যোচেফৰ ঘৰলৈ আকউ গ'লো। খবৰ দিছিলো। মোক লগ পাবৰ কাৰণে তেওঁ সাজু হৈ আছিল। সেই দিনা তেওঁক কিছু উৎফুল্ল হৈ থকা যেন লাগিছিল।

তেওঁৰ সৰু পৰিপাটি বৈঠকখানাতে আমি বহিলো, কোনো নাই। মই আৰু যোচেফ। তেওঁ একো নোকোৱাৰ কাৰণে কিছুপৰ আমি দুয়ো নীৰৱেই বহি থাকিলো। মোৰ এটা কথা মনত লাগিল যে আমাৰ আগৰ পুৰুষৰ মানুহবিলাক আমাতকৈ বেছি আত্মস্থ, শান্ত আৰু গহীন আছিল। সেই কাৰণেই সমগ্ৰ পৃথিৱীত বহু গভীৰ চিন্তাশীল মানুহৰ আবিৰ্ভাৱ হৈছিল। টলস্তয়, ৰমাঁ ৰলাঁ, বাৰ্ণাৰ্ড শ্ব, বিবেকানন্দ, ৰবীন্দ্ৰনাথ, বাৰ্ট্ৰাণ্ড ৰাছেল আদিৰ নিচিনা গভীৰ চিন্তাশীল মানুহ আজিৰ পুৰুষত বৰ সৰহ নাই। অথচ আজিৰ যুগতেই গভীৰ চিন্তাশীল মানুহৰ প্ৰয়োজন অতি বেছি। কিয়নো আজিৰ যুগত কোনো সফল ৰাজনীতিবিদকে চিন্তাশীল মানুহ বুলি ভবাৰ দুৰ্বলতা আমাৰ হৈছে। যিজন মানুহে কেৱল নিজৰ যুগটোৰ কথা ভাবে আৰু নিজৰ যুগটোৰহে সমস্যাৰ সমাধান কৰে তেওঁ সেই যুগৰ প্ৰয়োজনীয় মানুহ হব পাৰে কিন্তু যি অনাগত সকলো যুগৰ সমস্যা সমাধানৰ স্থায়ী পথৰ চিন্তা কৰিব পাৰে তেওঁহে প্ৰকৃত চিন্তানায়ক। তেওঁহে প্ৰকৃত নেতা।

সৌম্যকান্তি যোচেফক শান্তভাৱে সমুখত বহি থকা দেখি সেই ভাবেই মোৰ মনত খেলাইছিল। যেন এইজন মানুহ কেৱল এটা ঐতিহ্যৰ উত্তৰাধিকাৰী নহয়, এটা ভৱিষ্যতৰো নিৰ্ভৰযোগ্য উদগাতা।

কিছুপৰৰ মূৰত যোচেফে কলে, শেৱালিৰ খবৰ পাইছো।

ক'ত আছে তেওঁ? হয়তো মোৰ কথাত উৎকণ্ঠা প্ৰকাশ পাইছিল।

দিল্লীত। শেৱালিৰ অলপ অসুখ। এটা নাৰ্চিং হোমত আছে। শান্তভাৱে যোচফে কলে।

ঠিকনা জানে?

ঠিকনাৰ দৰকাৰ নাই। ডাক্তৰ মুখাৰ্জীৰ নাৰ্চিং হোম। ভাৰতবিখ্যাত নাৰ্চিং হোম। সকলোৱে চিনি পায়। যোচেফে কলে।

ডাক্তৰ মুখাৰ্জীৰ নাৰ্চিং হোম ময়ো চিনি পাওঁ। এবাৰ অসমৰ এজন এম পিৰ অসুখ হওতে মই তাতে চাবলৈ গৈছিলো। তেৰোঁ মুখাৰ্জীৰ নাৰ্চিং হোমতে আছিল। সংবাদটো পাই মোৰ ভাল লাগিল।

যোচেফে কলে যে তেওঁ নাৰ্চিং হোমৰ ৰেজিষ্ট্ৰাৰৰ পৰা এখন চিঠি পাইছে। শেৱালিৰ অসুখৰ কথা যোচেফক জনাবলৈ কোৱাত তেওঁ চিঠি দিছে। লিখিছে যে দুঃচিন্তাৰ বিশেষ কাৰণ নাই। অসুখ বৰ বেছি নহয়। কেইদিনমানতে আৰোগ্য হ'ব বুলি আশা কৰা যায়।

আমি এবাৰ দিল্লীলৈকে যাওঁ? পৰামৰ্শ বিচৰাৰ ধৰণেই কলো।

দিল্লীলৈকে যাব? কিন্তু ভাল পোৱাৰ লগে লগে শেৱালিক এবাৰ মোৰ ইয়ালৈকে আহিবলৈ মই চিঠি লিখিছোৱেই। যোচেফে কলে।

অতদিন যোচেফক নজনোৱা কথা এবাৰ এতিয়া জনোৱাটো প্ৰয়োজনীয় যেন লাগিল। মই কলো, আপোনাক মই কোৱাই নাই, মোৰ লগত শেৱালিৰ স্বামীও আহিছে।

যোচেফে মোৰ মুখলৈ চালে। প্ৰথমে যেন তেওঁ কথাটোৰ তাৎপৰ্য ধৰিবই পৰা নাছিল।

মই বুজাই কলো, শেৱালিৰ স্বামী এতিয়াও আছে। তেওঁ শেৱালিক পাহৰা নাই। আজি বহুত বছৰ দেখাদেখি নাই যদিও তেওঁ শেৱালি ঘূৰি যোৱাৰ আশাতে আছে। আৰু বৰ্তমান শেৱালি এইফালেই আছে বুলি জানি মোৰ লগতে শেৱালিক বিচাৰি আহিছে।

মোৰ কথা শুনি যোচেফে বিস্ময় প্ৰকাশ কৰিলে আৰু বাতৰিটোত কিছু আনন্দিত হোৱাৰ দৰে কলে, আপুনি এই কথাটো মোক ইমান দিনে কোৱা নাই কিয়, ৰেজা চাহেব? ক'ত আছে মানুহজন? তেওঁৰ নাম কি? মই তেওঁক লগ পোৱাটো নিতান্ত দৰকাৰ। পাব পাৰিমনে বাৰু?

নিশ্চয় পাৰিব। মই কলো।

বসন্তক মই কিয় আজিলৈকে যোচেফৰ লগত চিনাকি কৰি দিয়া নাই তাৰ কাৰণ মই তেতিয়ালৈকে ভাবি চোৱা নাছিলো। বসন্তই যোচেফৰ লগত ইংৰাজীৰে কথা-বতৰা হ'ব নোৱাৰিব। সেইবাবেই জানো মই বসন্তক যোচেফৰ লগত চিনাকি কৰি দিয়া নাছিলো। নিজৰ কাৰ্যৰ বাবে মই বিব্ৰত বোধ কৰিলো আৰু কোনোমতে কলো, শেৱালিৰ কোনো সম্ভেদ নোপোৱাৰ কাৰণে মই বসন্তক আপোনাৰ ইয়ালৈ অনা নাই।

মানুহজনৰ নাম বসন্ত—নহয়? কিবা এটা কথা মনত পেলাবৰ চেষ্টা কৰাৰ দৰে যোচেফে এনেয়ে সুধিলে।

যোচেফে কলে, মানুহজনক আপুনি মোৰ ইয়ালৈ লৈ আহিব। তেওঁক কব তেওঁৰ কাৰণে শুভ সম্বাদ আছে।

যোচেফে যেন কিবা এটা দায়িত্ব লৈ ফুৰাইছিল আৰু আজি দায়িত্বৰ পৰা মুক্ত হব ধৰিলে। আৰু সেইবাবেই তেওঁৰ আনন্দ লাগিছে।

কৌতূহলেৰেই মই যোচেফৰ মুখলৈ চালো।

নিজকে কোৱাদি তেওঁ কলে, পৃথিৱীত ঘটনাবোৰ যে কি আচৰিত ধৰণে ঘটে। উত্তৰা দেৱী মোৰ কাৰণে সাঁথৰ নহয়, কিন্তু সঁচা কৈছো ৰেজা চাহেব, এই যে ছোৱালীজনী—ছোৱালীযেই বুলিছো— শেৱালিক ছোৱালী নুবুলিনো কি বুলিব — এই ছোৱালীজনীক সঁচাই মই আজিও বুজিব নোৱাৰিলো। আৰু মোৰ সন্দেহ হয় যে অৰুণাভেও শেৱালিক বুজা নাছিল। —ইমান শান্ত, ইমান কৰুণ, ইমান ভক্ত, ইমান বাধ্য। কিন্তু ইমান সুখী আৰু প্ৰফুল্লমনা ছোৱালী দ্বিতীয় এজনী আৰু ক'তো মই দেখা নাই। অৰুণাভৰ মৃত্যুৱে শেৱালিক মৰ্মঘাতী আঘাত দিযাটো বুজি পাবলৈ অকণো টান নহয। কিন্তু তাৰ পিছত শেৱালিৰ মুখৰ সমাহিত প্ৰসন্নতা দেখি আপুনি অবাক নহৈ নোৱাৰে। শেৱালি যেন হিমালযৰ কোনোবা এটা বৰফে ঢকা অতি ওখ শৃঙ্গৰ ওপৰত থকা এটা মন্দিৰত বহু কষ্টে গৈ তীৰ্থ সমাপন কৰি উভতি আহিছে। আৰু তীৰ্থযাত্ৰাৰ সকলো কষ্ট তীৰ্থ সমাপনৰ আনন্দই নাইকিযা কৰি পেলাইছে। She looked so happy–so deeply happy

যোচেফে বহুখিনি কথা একেবাৰতে কৈ মোৰ মুখৰ ফালে চালে। তেওঁৰ চকুৰ শান্ত গভীৰ চাৱনিত এটা উজ্জ্বলতা বিৰিঙি উঠিল। মই কি ক'ম চিন্তা কৰিলো। কিন্তু একো নক'লো। হয়তো মোৰ প্ৰশ্নই যোচেফৰ মনৰ অৱস্থা সলনি কৰি দিব।

যোচেফ বহাৰ পৰা উঠিল। তেওঁ এবাৰ খিৰিকীখনৰ ফালে গ'ল। এনেযে বাহিৰৰ আকাশখনৰ ফালে চালে। তাতে থিয হৈ থাকি সৰু সৰুকৈ কলে, মেৰীকো মই বুজিব নোৱাৰিলো। আপুনি কাৰোবাৰ দেহাটো জয় কৰিব পাৰে, মনটো জয় কৰিব পাৰে, কিন্তু হৃদয়, হৃদয আপুনি জয় কৰিব পাৰিলেনে নাই কেনেকৈ বুজিব? কিন্তু হৃদয়ৰ ওপৰত অধিকাৰ নোহাৱাকৈ দেহ আৰু মনৰ ওপৰত অধিকাৰ বিস্তাৰ কৰাটো জানো অন্যায় নহয? পাপ নহয়? দেহ-মনক ফাকি দিব পাৰি, হৃদয়ক কেনেকৈ ফাকি দিব?

কিছু সময় তেওঁ তেনেকৈয়ে খিৰিকীৰ কাষত থিয় দি ৰৈ থাকিল। তাৰ পিছত আকউ আহি বহিলহি। হঠাৎ কথা এটা মনত পৰাৰ দৰে তেওঁ কলে, বসন্তক মোৰ ইয়ালৈ আনিব পাৰিব নহয়? তেওঁক কব তেওঁৰ কাৰণে শুভ সম্বাদ আছে। তেওঁক মোৰ কিবা এটা দামী বস্তু দিবলগীয়া আছে।

মই আশ্বাস দিলো যে বসন্ত আহিবই। বৰ সহজ নেলাগিব বুলিয়ে বসন্ত যোচেফৰ ওচৰলৈ অহা নাই।

লৈ আহিব, লৈ আহিব। মানুহজনক মোৰ বৰ চাবৰ মন গৈছে। কাইলৈকে আনিব। তেওঁ কলে।

তেওঁ অলপ পৰ মনে মনে থকাৰ সুযোগ লৈ মই কলো, শেৱালিক লগ পাবৰ কাৰণে আমি দিল্লীলৈ যোৱাটোৰ বিষয়ে আপুনি কি ভাবে?

দিল্লীলৈ যাব? শেৱালিক চাবলৈ? বেছ কথা। That's a good idea দিল্লী—ৰেলেৰে মাত্ৰ ১২/১৪ ঘন্টাৰ বাট। একো অসুবিধা নাই।

অলপ পৰ মনে মনে থাকি, মোৰ মুখলৈ তীব্ৰভাৱে চাই যোচেফে কলে, আপোনালোকৰ লগতে ময়ো যদি যাওঁ, বেয়া পাব নেকি?

আপুনিও যাব?

মই ভাবিছো আপোনালোক নগ'লেও মই যোৱা উচিত। হয়তো সেই কাৰণেই মোলৈ চিঠি লিখাইছে। অসুখ-বিসুখ হলে জনা-শুনা মানুহবোৰক দেখা পালে ভাল লাগে।

শেৱালিক বসন্তই চিনি পায়, কিন্তু মই নিচিনা শেৱালিৰ খবৰ কৰিবলৈ যাচেফ যদি আমাৰ লগত যায় আমাৰ হযতো সুবিধাই হ্‌ব। মোৰ মাত্ৰ চিন্তা হৈছিল যোচেফৰ বৰ্তমান বযস আৰু স্বাস্থ্যৰ কথা ভাবি। মানুহজনৰ কষ্ট হ্‌ব কিজানি। কিন্তু তেওঁ যেতিয়া নিজেই যাবলৈ ওলাইছে।—

মই কলো যে তেওঁৰ যদি কষ্ট নহয় আমাৰ লগত তেওঁ দিল্লীলৈ গ'লে আমি বৰং ভালেই পাম। কিন্তু তেওঁৰ জানো কিছু কষ্ট নহ্‌ব?

তেওঁ হাঁহি কলে, মই মাইনিং ইঞ্জিনিয়াৰ আছিলো। আপোনালাকক কৈছোৱেই কিজানি। কষ্ট কৰাৰ অভ্যাস আছে। আৰু মাত্ৰ বাৰ ঘন্টাৰ বাট। ৰেলৰ আপাৰ ক্লাছত ৰিজাৰ্ভেচন থাকিলে আৰামেৰেই যাব পৰা যাব।

কেইদিনমানতে আমি দিল্লীলৈ যোৱাটোকে ঠিক কৰিলো। যোচেফে কলে যে যোৱাৰ দিন খাটাংকৈ ঠিক কৰি আগ দিনা তেওঁ শেৱালিলৈ এখন টেলিগ্ৰাম কৰি দিব।

শেৱালিক লগ পাব বুলিয়েই নে কিয় তেওঁ যেন কিছু উৎফুল্ল হৈ পৰিছিল। বুঢ়া মানুহক প্ৰফুল্লমনা দেখিলে ভাল লাগে।

সেইদিনা বিদায় লবৰ সময়ত যোচেফে ডক্টৰ অৰুণাভৰ কিছু কাগজপত্ৰ মোৰ হাতত দিলে। আটাইবোৰ অৰুণাভৰ নিজৰ লিখা নহয়। অন্যান্য চিঠিপত্ৰ আদিও আছে। তেওঁ কলে যে ইয়াৰ বাহিৰে অৰুণাভৰ অন্য কোনো কাগজপত্ৰ তেওঁৰ ওচৰত নাই। ইয়াৰে দুখনমান চিঠি অৰুণাভে মেৰীলৈ লিখা। স্বাস্থ্য পুনৰুদ্ধাৰৰ কাৰণে মেৰী যেতিয়া গৈ ইংলেণ্ডত আছিলগৈ তেতিয়া অৰুণাভে মেৰীলৈ সেই চিঠিকেখন

লিখিছিল। মেৰীৰ মৃত্যুৰ পিছত অন্যান্য বস্তুৰ লগতে সেই চিঠিকেখনো পঠাই দিছিল। আৰু অৰুণাভে সেইকেখন পটি অন্যান্য বস্তুৰ লগতে সামৰি থৈছিল।

পিছদিনা নি বসন্তক যোচেফৰ লগত চিনাকি কৰি দিলো। যোচেফে সাধাৰণ-ভাৱে কিন্তু শ্ৰদ্ধাৰে মোকে দোভাষী স্বৰূপে লৈ বসন্তৰ লগত অলপ কথা পাতিলে। একেবাৰে সাধাৰণ কথা। তাত শেৱালিৰ বিষযে কোনো উল্লেখেই নাছিল। ইংৰাজীত কোৱা যোচেফৰ কথাবোৰ বুজাই দি মোৰ নিজৰে বেযা লাগিছিল। কথাবোৰ আছিল বৰ ফৰ্মেল আৰু নিৰস। অৱশ্যে বসন্তৰ লগত আত্মীযতাৰে কথা-বতৰা পাতিব বুলি আশা কৰিবৰো কোনো কাৰণ নাছিল। শিক্ষাদীক্ষা সকলো ফালৰে পৰা বসন্ত আৰু যোচেফৰ মাজত বহুত বহল ব্যৱধান আছিল।

বসন্তই বিদায লৈ যোৱাৰ পিছত মই আৰু কিছুপৰ যোচেফৰ লগত কথা-বতৰা পাতি বহি আছিলো। বসন্তৰ লগত চিনাকি হোৱাৰ পিছত কোনো অজ্ঞাত কাৰণত যোচেয কিছু অসন্তুষ্ট আৰু বিমৰ্ষ হৈ পৰা যেন অনুমান হৈছিল মোৰ। মই একো কাৰণ ভাবি নেপালো, আৰু সেই বিষযে তেওঁক সুধিবলৈকো বৰ ভাল নেলাগিল।

কিন্তু অন্যান্য দুটামান কথা পতাৰ পিছত যোচেফে নিজেই কলে, ৰেজা চাহেব, কাৰ মৰম বেছি গভীৰ বুলি ভাবে আপুনি?

তেওঁৰ প্ৰশ্নটো মই বুজা নাছিলো। তেওঁৰ মুখলৈ চালো।

যোচেফে কলে, শেৱালিক বসন্ত আৰু অৰুণাভ দুযো ভাল পাইছিল, নহয জানো? কিন্তু আজি বসন্তৰ লগত চিনাকি হোৱাৰ পিছত মই এটা কথাকে ভাবিছো, শেৱালিৰ প্ৰতি কাৰ ভালপোৱা বেছি গভীৰ আছিল। বসন্তৰ নে অৰুণাভৰ?

কথাটো জানো তেনেকৈ ভাবিবলগীযা আছে? মই সুধিলো।

শান্তভাৱে যোচেফে নিজকে কোৱাদি কলে, আগতে মযো তেনেকৈ ভবা নাছিলো। কিন্তু আজি বসন্তক দেখা পোৱাৰ পিছত ভাবিছো সেইটোৱেই প্ৰশ্ন। স্বামী হিচাপে শেৱালিক সদায নিজৰ কাষত পাবলৈ বিচৰাটোৱেই বসন্তৰ কাৰণে স্বাভাৱিক কথা। কিন্তু আপুনি বাৰু চিন্তা কৰি চাইছেনে ৰেজা চাহেব, বসন্তৰ নিচিনা এটা ইমান সাধাৰণ মানুহৰ ভিতৰত কিমান এটা অসাধাৰণ উদাৰতা আছিল। শেৱালিৰ অৰুণাভৰ প্ৰতি অনুৰক্তি উপলব্ধি কৰি নীৰৱে শেৱালিক নিজৰ মতে চলিবলৈ এৰি দিলে আৰু অত বছৰ একান্তভাৱে শেৱালি ঘূৰি যাবৰ কাৰণে অকলশৰে বাট চাই ৰ'ল। বসন্ত আছিল এটা ডেকা ল'ৰা, আৰু তাৰ শেৱালিৰ বাহিৰে আন কোনোৱেই নাছিল—।

কথাটো মই এনেকৈ কাহানিও ভাবি চোৱা নাছিলো। প্ৰকৃতপক্ষে বসন্তৰ কাৰণে মোৰ কোনো সহানুভূতি বা অনুকম্পা নাছিল। অৰুণাভৰ জীৱনীৰ কাৰণে কিবা সম্বল পাব বুলিহে মই বসন্তক অলপ সহায় কৰি দিবলৈ লৈছিলো। যোচেফে বসন্তৰ ভিতৰৰ মানুহটোৰ ওপৰত এক নতুন আলোকপাত কৰিলে।

এতিয়াহে মই ভাবি চোৱাৰ অৱকাশ পালো অৰুণাভৰ কথা। অৰুণাভৰ আছিল সুদৃঢ় প্ৰতিষ্ঠা, তদুপৰি তেওঁৰ আছিল বিবাহিতা পত্নী আৰু সন্তান। আৰু শেৱালি যেতিয়া তেওঁলোকৰ ঘৰলৈ আশ্ৰয় বিচাৰি আহে তেতিয়া অৰুণাভৰ বয়সো যথেষ্ট হৈছিল, আৰু অৰুণাভে কাহানিও নৈতিক আৰু সামাজিক নীতি-নিয়মক উলঙ্ঘা কৰিবলৈ বিচৰা যেন নেলাগে। তেন্তে অৰুণাভে শেৱালিক বসন্তৰ বুকুৰ পৰা কাঢ়ি লৈ আহিল কিয়?

শেৱালিয়েই জানো আছিল ইয়াৰ মূলতে? কিন্তু শেৱালিৰ নিচিনা এজনী সাধাৰণ ছোৱালীয়ে অৰুণাভৰ নিচিনা এজন বিদগ্ধ সুৰুচিসম্পন্ন পণ্ডিত মানুহক এনেদৰে প্ৰৰোচিত (?) কৰিব পাৰিলে কেনেকৈ?

কথাটো এটা সাঁথৰ যেন লাগিল, মই একো নিৰ্ণয় কৰিব নোৱাৰিলো।

কি চিন্তা কৰিছে ৰেজা চাহেব? মোৰ মুখলৈ চাই যোচেফে সুধিলে।

মই কি চিন্তা কৰিছো খোলাখুলিকৈয়ে যোচেফক কলো।

সামান্য হাঁহি যোচেফে কলে, আপোনাৰ তেনে চিন্তা হোৱাটো স্বাভাৱিক। কিন্তু অৰুণাভক আপুনি লগ পোৱা নাছিল। পোৱা হলে এই কথাটো বিশেষ চিন্তা কৰিবলগীয়া বুলি ভাবিবলগীয়া নহলহেঁতেন। কাৰোবাক ভাল পোৱা মানে আত্ম-উপলব্ধিৰ চেষ্টা কৰাৰ বাহিৰে আন একো নহয়। এই প্ৰেমৰ কোনো সীমা নাই। অৰুণাভে প্ৰায়েই মোক কৈছিল, প্ৰেমৰ পৰা প্ৰেমলৈ জীৱনৰ পৰা জীৱনলৈ, নিজৰ হৃদয়ৰ মাজত প্ৰতিটো মুহূৰ্তত নতুন নতুন হৃদয়ৰ জন্ম দি গৈ থকাই জীৱন। মানৱ হৃদয় সমুদ্ৰগামী। হেজাৰ জান-জুৰি লৈ নিজৰাৰ লগত চিনাকি হৈ হৈ, সকলোৰে আত্মীয়তাৰ ঐশ্বৰ্যৰে সমৃদ্ধ হৈ হৈ, হৃদয়ে মহাসমুদ্ৰৰ পথ বিচাৰে। ইয়াত ভূগোল নাই, বুৰঞ্জী নাই, ইয়াৰ কোনো আদি বা অন্ত নাই। মানুহৰ বৈৰাগী আত্মাৰ বিৰামহীন যাত্ৰাপথত অভিজ্ঞতাৰ ঘাটে ঘাটে সঞ্চয়-অপচয়ৰ অনন্ত খেলা বহে। কিন্তু পথিক আত্মাৰ যাত্ৰাৰ শেষ নাই। এই যাত্ৰাৰ নামেই প্ৰেম।

মই একো নুবুজিলো যোচেফৰ কথা। এইবোৰ কিবা দুৰ্বোধ্য metaphysics হয়তো উপলব্ধিৰ মাজেদি এইবোৰক সামান্য বুজা যায় কিন্তু ব্যাখ্যাৰ সীমাৰ মাজলৈ আনি এইবোৰক ভাষাৰ মাজেদি প্ৰকাশ কৰিব পৰা নেযায়।

মই মাত্র প্রশ্ন কৰিলো, প্রেমৰ পৰা প্রেমলৈ জীৱনৰ পৰা জীৱনলৈ—এইযা জানো এটা subjective experience নহয়?

নদীৰ সোঁত দেখিছে? এটা চিৰপ্রবহমান বোৱতী সুঁতি থাকে। কিন্তু এই বোৱতী সুঁতিটো কি? সোঁতৰ বুকতে জন্ম লোৱা হেজাৰ হেজাৰ নতুন নতুন সৃষ্টিৰ সমষ্টি নহয় জানো? সোঁতক নদীৰ পৰা বা নদীক সোঁতৰ পৰা বেলেগাই চোৱাৰ জানো কিবা সাৰ্থকতা আছে?

সামাজিক নৈতিকতা বোধৰ পৰা নহলেও, মানৱতাৰ দৃষ্টিকোণৰ পৰাও জানো এনে এটা প্রত্যেযেৰে পুৰুষ-নাৰীৰ সম্পৰ্ক গটি তুলিবৰ চেষ্টা কৰিলে বিভ্ৰাটৰ আৰু বিপৰ্যযৰ সৃষ্টি নহব? মই সুধিলো। শেৱালিৰ লগত অৰুণাভৰ বাহিৰৰ সম্পৰ্কটোৰ সম্পৰ্কতে মই এনে এটা প্রশ্ন কৰাটো সমীচীন যেন ভাবিছিলো।

শান্তভাৱে হাঁহি যোচেযে কলে, এই প্রশ্ন অৰুণাভে বহুবাৰ কৰিছিল আৰু তাৰ উত্তৰো নিজেই দিছিল। অৰুণাভে কৈছিল, হাজাৰটা বিশ্ববিদ্যালয লগ লাগিও এটা মানুহৰ জীৱনটো গঢ়িব নোৱাৰে, মানুহৰ হৃদয গঢ়িব নোৱাৰে। মানুহ হয, মানুহক সজা নেযায। জীৱন হয, জীৱনক সাজিব নোৱাৰি। কোনোবাই মানুহক ধনৰ জোখেৰে জোখে, কোনোবাই জ্ঞানৰ জোখেৰে জোখে, কোনোবাই শক্তি-প্রতিপত্তিৰ জোখেৰে জোখে, আৰু কোনোবাই জোখে জয-পৰাজযৰ জোখেৰে। কিন্তু মানুহক জুখিব লাগে হৃদয়ৰ জোখেৰে। জ্ঞান প্রযোজনীয, কিন্তু হৃদযহীন জ্ঞান অমানুষিক হব পাৰে। শক্তিও প্রযোজনীয, কিন্তু হৃদযহীন শক্তি নিষ্ঠুৰ বৰ্বৰতা হব পাৰে। ধনৰো প্রযোজন আছে, কিন্তু হৃদযৰ লগত সম্পৰ্ক নথকা ধন পৃথিৱীৰ সকলো অশান্তি, সকলো শোষণ - উৎপীডনৰ কাৰণ হব পাৰে। জীৱনক জোখা হৃদযৰ জোখেৰে প্ৰাণৰ ঐশ্বৰ্যৰ জোখেৰে, স্নেহ, অনুকম্পা, দযা, প্রেমৰ জোখেৰে। তাতেই আছে আমাৰ মানুহ হোৱাৰ সাৰ্থকতা, প্রেমৰ পৰা প্রেমলৈ যোৱাৰ নামেই জীৱনৰ পৰা জীৱনলৈ যোৱা, জীৱনৰ প্ৰতিটো ক্ষণক অৰ্থপূৰ্ণ কৰি তোলা।

যোচেফৰ পৰা অৰুণাভৰ মুখত এনে কথা শুনি মই বৰ বিস্মিত নহলো। জ্ঞানতকৈ প্রেমক উচ্চ আসন দিযা মানুহ বহুত আছে। ধন-শক্তিক প্রেমৰ কাষত তুচ্ছ বুলি ভবা মানুহৰো অভাৱ নাই। কিন্তু এতিয়ালৈকে অৰুণাভৰ বিষযে মই যি বুজিব পাৰিছিলো তাৰ পৰা ধাৰণা হৈছিল যে তেওঁক পৃথিৱীযে এজন জ্ঞানৰ সাধক বুলিহে চিনি পাইছিল। কিন্তু জ্ঞান সাধনাৰ মূলত কোনো উচ্ছল শক্তিশালী অনিবাৰ্য হৃদযানুভূতিৰ প্ৰেৰণা আছিল বুলি ভবা নাছিলো। আৰু এতিযাও বিশ্বাস কৰিবলৈ অলপ টান লাগিল। এই প্ৰেৰণাৰ অন্য নাম জানো আছিল শেৱালি নামৰ এজনী মাথোন ছোৱালী? নে শেৱালিক হৃদয়ৰ জোখেৰে জুখি অৰুণাভে শেৱালিৰ মাজত

কোনো সমুদ্ৰৰ সন্ধেদ পাইছিল? যি সমুদ্ৰ আছিল গভীৰ, অন্তঃসলিলা, অতলস্পৰ্শী—যাক কেৱল হৃদযৰ গভীৰতা দিহে চিনা যায়?

যোচেফ, অৰুণাভৰ পৃথিৱীখন মোৰ চিনাকি পৃথিৱীখনতকৈ বহুত বেলেগ যেন লাগিল। এই বিষযে মোৰ বৰ বেছি চিন্তিত হবৰ কাৰণ নাছিল, কিয়নো মোৰ কাম আছিল ডক্টৰ অৰুণাভৰ জীৱনী ৰচনা কৰিবৰ কাৰণে সম্বল সংগ্ৰহ কৰাহে, তেওঁক বিচাৰ কৰা নহয। কোনো জীৱনী লিখক বিচাৰক হবলৈ যোৱাটো অনধিকাৰ চৰ্চাহে।

মই সুধিলো, ডক্টৰ অৰুণাভৰ মত আৰু ধাৰণাক আপুনি সমৰ্থন কৰিছিল জানো? বুজিলো, মোৰ প্ৰশ্নটো সঙ্গতিবিহীন হল। অৰুণাভৰ লগত চিনাকি বা বন্ধুত্ব আছিল বুলিযে যে যোচেফে অৰুণাভৰ সকলো মত বা ধাৰণাক সমৰ্থন কৰিব তাৰ কোনো অৰ্থ নাই। সম্পূৰ্ণ বিপৰীত মতবাদ পোষণ কৰা দুজন মানুহৰ মাজতো গভীৰ বন্ধুত্ব থাকিব পাৰে।

চাওক ৰেজা চাহেব—, যোচেফে কলে, মানুহৰ আটাইতকৈ ডাঙৰ দুখৰ কথা হৈছে এযে যে পৃথিৱীত মানুহ চিৰনিঃসঙ্গ। এই নিঃসঙ্গতাৰ চেতনাৰ পৰা মুক্ত হবৰ কাৰণেই মানুহে কিবা নহয কিবা এটাত নিজক ব্যস্ত ৰাখিবলৈ বিচাৰে। এই নিঃসঙ্গতাৰ মাজেদিযে মানুহে নিজৰ সুকীযা ব্যক্তিত্ব উপলব্ধি কৰিবলৈ বিচাৰে, নিজৰ বেদনাক এটা সুকীযা নিজস্ব ৰূপ দিবলৈ বিচাৰে, সেইবাবেই আমি কেতিয়াবা আনৰ সহানুভূতি বিচাৰিলেও, সমৰ্থন নিবিচাৰো। আমাৰ সৰ্বাঙ্গীণ সমৰ্থনে যে আমাৰ সুকীয়া ব্যক্তিত্বৰ উপলব্ধিক ব্যাহত কৰে, আমি আনৰ লগত এক হৈ যাওঁ।

তাৰ মানে—অৰুণাভৰ মতৰ লগত আপোনাৰ মতৰ মিল নাছিল?

অলপ ভাবি যোচেফে কলে, অৰুণাভে কাহানিও কাৰো সমৰ্থন বিচৰা নাছিল। মানুহৰ হৃদযানুভূতিক অৰুণাভে সদায এপাহ বনৰীয়া ফুলৰ লগত তুলনা কৰিছিল। এপাহ ফুলে ফুলিবৰ কাৰণে কাৰো সমৰ্থন নিবিচাৰে। ফুল ফুলে, নাইবা নুফুলাকৈ ঢোপাতে জহি যায। ফুলৰ এই স্বতন্ত্ৰতা বা নিঃসঙ্গতাই ফুলৰ ফুল হোৱাৰ বৈশিষ্ট্য। ফুলিবৰ কাৰণে যিদৰে ফুলক শিকাব নেলাগে, ঋতুৰ পৰশেই তাৰ বিকাশৰ কাৰণে যথেষ্ট, তেনেকৈ মানুহৰ হৃদয়ৰ বিকাশো স্বতঃস্ফূৰ্তভাৱেই হয়। তাক বাধাও দিয়া নেযায, শিকোৱাও নেযায।

মই আৰু প্ৰশ্ন নকৰিলো। সেই দিনাই শেৱালিৰ খবৰ কৰিবৰ কাৰণে দিল্লীলৈ যোৱাৰ এটা দিন ঠিক কৰিলো। আগতে চিট ৰিজাৰ্ভ নকৰিলে ভাল চিট পোৱা টান, গতিকে আমি দুই-এদিন পিছতহে যাব পাৰিম। আমাৰ লগতে যোচেফো যাবলৈ ওলাল। তেওঁক নেযাবলৈ কোৱাৰ কোনো হেতু মই বিচাৰি নেপালো। অকলশৰীয়া

বুঢ়া মানুহ, অকলে নীৰৱে ঘৰৰ ভিতৰত সোমাই থকাতকৈ হয়তো অলপ ফুৰি-মেলি আহিলে তেওঁৰো কিছু ভাল লাগিব। আৰু তেওঁ লগত গ'লে হাস্পতালত শেৱালিক দেখা পোৱাত আমাৰ সুবিধা হব।

সকলো কথা মই বসন্তক কলো। মই লক্ষ্য কৰিলো যে উত্তেজিত নহবৰ চেষ্টা কৰা সত্ত্বেও বসন্ত চঞ্চল আৰু উদ্বিগ্ন হৈ পৰিল। বসন্তৰ কাণ-মূৰ ৰঙা পৰিল, চকু দুটাত এটা অস্বাভাৱিক জ্যোতি বিৰিঙি উঠিল। ইমান দিনৰ অসহনীয় প্ৰতীক্ষাৰ পিছত যেন কোনো সাধকৰ সাধনাই সিদ্ধি লাভ কৰাৰ দৰে বসন্তৰ মৌন তপস্যা ফলৱতী হোৱাৰ আগন্তুক হৈছে।

মোৰ কথা শুনি প্ৰথমতে বসন্তই একো কব নোৱাৰিলে। কিছ পৰৰ মূৰত এটা অস্বাভাৱিক মাতেৰে উৎকণ্ঠিতভাৱে সুধিলে, শেৱালিৰ কি অসুখ হৈছে, হাস্পতালত যে আছে।

মই চমুকৈ কলো। মই অনুভৱ কৰিলো যে এই মানুহটোৰ পৰা শেৱালি সম্পৰ্কে কোনো কথা লুকুৱাবলৈ বিচৰাটো পাপ হব। ইমান এটা সামান্য মানুহৰ ভিতৰত ইমান অসীম ধৈৰ্য আৰু ইমান গভীৰ নীৰৱ ত্যাগ কেনেকৈ সম্ভৱ হল, সেই কথা মই বুজিব নোৱাৰিলো। মনে মনে বসন্তৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু সহানুভূতি জন্মিল। বসন্তক মোতকৈ বহুত ওপৰত যেন লাগিল।

নিজৰ কৌতূহলৰ বশৱৰ্তী হৈ মই সুধিলো, হয়তো দুই-এদিনতে তুমি শেৱালিক দেখা পাবা তাৰ পিছত তুমি কি কৰিম বুলি ভাবিছা?

ভালেমান পৰ মৌন হৈ থকাৰ পিছত বসন্তই কলে, শেৱালিক এবাৰ দেখা পাব পাৰিলেই হয়। আৰুনো মই কি কৰিম? কি বিচাৰিম? মোৰ মৰম যদি পাহৰি যোৱা নাই, আৰু অৰুণ ডাক্তৰ এতিয়া নাই যেতিয়া, শেৱালি কিজানি মোৰ লগতে আমাৰ দেশলৈ ঘূৰি যাবলৈ ওলায়েই।

আৰু যদি ঘূৰি যাব নোখোজে? কথাষাৰ নিষ্ঠুৰ আছিল, তথাপি মই সুধিলো।

মোৰ কাণত পৰিল এটা অস্পষ্ট হুমুনিয়াহৰ শব্দ।

ময়ো তাকে ভাবিছো। অত দিন অৰুণ ডাক্তৰৰ লগত ইমান সুখত থাকি এতিয়া জানো শেৱালি মোৰ লগত যাবলৈ মান্তি হব? মোৰ কিটো দেখিনো যাব? এতিয়া মোৰ লগত গ'লে শেৱালিৰ দুখহে হব।

শেৱালিৰ সুখৰ চিন্তাই জানো বসন্তৰ জীৱনৰ একমাত্ৰ চিন্তা? তাৰ নিজৰ সুখৰ চিন্তা সি কৰিবই নেজানে নেকি? কি পদাৰ্থৰে গঢ়া এইটো মানুহৰ অন্তৰ? নে সি অনুভূতিহীন এটা তেনেই হোজা মানুহ?

বসন্তক বিদায় দিলো। নিজৰ কোঠালৈ যাবৰ সময়ত বসন্তই এটা অনুৰোধ কৰিলে, ছাৰ, আপুনিয়ে দয়া কৰি মোক আনি এইখিনি পোৱাইছেহি আৰু আপোনাৰ সহায়তে কিজানি শেৱালিকো দেখা পাম। ছাৰ, শেৱালিনো মোক এৰি এনেকৈ কিয় গুচি আহিল আৰু এতিয়া মোৰ লগত যাবনে নেযায় এইবোৰ একো নুসুধিব ছাৰ।

কিয়?

সেইবোৰ সুধিলে শেৱালিয়ে বেয়া পাব পাৰে ছাৰ—

মই আশ্বাস দিলো যে সেইবোৰ কথা মই একো নোসোধো। মই মাত্ৰ শেৱালিৰ পৰা ডক্টৰ অৰুণাভৰ বিষয়েহে দুই-চাৰি কথা সুধিম আৰু সেই বাবেহে প্ৰধানকৈ মই শেৱালিক লগ পাবলৈ বিচাৰিছো।

বসন্ত আশ্বস্ত হল।

সেইদিনা ৰাতি দুষ্মন্ত তালুকদাৰে ফোন কৰিছিল। দিনতো হেনো তেওঁ ফোনত মোক বিচাৰিছিল। নেপালে। যোচেফলৈকো ফোন কৰিছিল হেনো আৰু যোচেফৰ পৰাই জানিব পাৰিলে যে আমি দিল্লীলৈ যোৱাৰ সিদ্ধান্ত কৰিছো। যদি আমাৰ আপত্তি নাই তেন্তে আমাৰ লগতে দিল্লীলৈ যাব খোজে। কথাটো মই কেনে দেখো?

দুষ্মন্ত তালুকদাৰ দিল্লীলৈ যাব তাত মোৰ আপত্তি থকাৰ কোনো হেতু নাই। আৰু এইবাবে মোৰ অনুমতি লোৱাৰ বা মোৰ লগত পৰামৰ্শ কৰাৰো কোনো প্ৰয়োজন নাই। সৌজন্য ৰক্ষা কৰি মই কলো যে তেওঁ আমাৰ লগত গ'লে আমাৰ ভালেই লাগিব। মাত্ৰ আমাৰ লগত ৰাতিৰ ৰেলত গ'লে তেওঁৰ কষ্ট নহলেই হয়।

তেওঁ উচ্ছাসিতভাৱে ইংৰাজীতে কলে, no, please ReÁZa shaheb, I am sure I shall tremendously enjoy the trip

Tremendously শব্দটোত তেওঁ দুগুণে জোৰ দিছিল—

Tremendously

দুষ্মন্ত তালুকদাৰ আমাৰ লগত যাবলৈ ওলোৱাত পেটে পেটে মই ভাল নেপালো। যোচেফ কম কথাৰ বুঢ়া মানুহ। বসন্তই প্ৰায় একো নেমাতেই, তথাপি বসন্ত আৰু যোচেফৰ লগত এৰাতিৰ ৰেলযাত্ৰা হয়তো অধিক আমনি লগা নহব। কিন্তু দুষ্মন্ত তালুকদাৰ মানুহটো এটা bore, অন্ততঃ মোৰ কাৰণে।

কিন্তু বাধা দিয়াটোও অপ্ৰয়োজনীয় কথা। হয়তো একেটা কম্পাৰ্টমেন্টতে আমাৰ চিট ৰিজাৰ্ভেচন নহবও পাৰে। তেতিয়া হলে তালুকদাৰ আমাৰ লগত যোৱাত আপত্তিৰ কাৰণ নাই।

আৰু তালুকদাৰ যাব দিল্লীলৈ। মোৰ ঘৰলৈতো আলহী হৈ নেযায়। আপত্তি কি?

নদী আৰু মহাকাল—চিৰ প্ৰবাহিনী, স্ৰোতস্বতী। মহাকালৰ প্ৰতীক নদী? নে নদী মহাকালৰ অক্ষম প্ৰতিদ্বন্দ্বী?

দিল্লীত যমুনা নৈখন দেখিলে সদায় মোৰ মনত লাগে যেন যমুনাতকৈ কৰুণ, বেদনাময়ী নদী আৰু ক'তো নাই। অথচ এই ক্ষীণস্ৰোতা পানীসোঁতাৰে কি স্পৰ্ধিত অহমিকা, কি আত্মম্ভৰিতা। কেইবা হাজাৰ বছৰৰ ইতিহাসৰ নীৰৱ সাক্ষী এই যমুনা, মহাকালৰ নিচিনাই যেন অনন্ত, অব্যয়, অবাৰিত।

সত্য, দ্বাপৰ, ত্ৰেতা, কলি আৰু কল্কি (অসত্য?) যুগৰ কত বেদনাময় নিশ্বাস মিলি আছে যমুনাৰ সোঁতৰ লগত, বালিৰ লগত, বোকাৰ লগত। যমুনা যেন মৰিশালিৰ বুকত অকলে নীৰৱে জ্বলি থকা এটি অনিৰ্বাণ মাটিৰ চাকি। মৃতকৰ আত্মাৰ নিশ্বাস লাগি লাগিযে যেন সি আজিও জ্বলি আছে।

দিল্লী পৃথিৱীৰ এখন অতি আধুনিক মহানগৰ, কিন্তু কোনো দিনেই দিল্লীক আমি ইতিহাসৰ পৰা বিচ্ছিন্ন কৰি চাব নোৱাৰো। দিল্লী স্বযং এক অবিনশ্বৰ ইতিহাস। হযতো এই কাৰণেই অচিনাকি মানুহৰো দিল্লীখনক তেনেই চিনাকি যেন লাগে। দুৰ্ধৰ্ষ অভিযাত্ৰী বাবৰৰ ঘোঁৰাটোৰ নাতিপুতি যেন আজিও সগৰ্বে জীযাই আছে, আৰু পিঠিত আৰু পেটত ভোক লৈ দিল্লীৰ আলিবাটত এক্কা টানিছে। আমীৰ খুশ্ৰুৰ নাতিনীযেকে যেন আজিও প্লাষ্টিকৰ বাঁহীত কথাছবিৰ অৰ্থহীন গানেৰে দিল্লীৰ চিনাকি সুৰৰ সাধনা কৰিছে। কুৰি শতিকাৰ চিনেমা চাৰ্কাচ ক্লাউনৰ ভোটা ৰসিকতাত যেন বীৰবলৰ তীক্ষ্ণ হাস্যৰসৰ ক্ষীণ ধ্বনি প্ৰতিধ্বনিত হৈছে।

এই দিল্লী তেনেই চিনাকি, এই দিল্লী তেনেই আপোন আপোন লগা চিনাকি।

চাঁদনী চৌকৰ অৰ্থহীন ব্যস্ততা আৰু কদৰ্যতা, খাৰী বাউলীৰ প্ৰাচীন গলিৰ অপৰিচ্ছন্নতা, কনট প্লেচৰ অন্তঃসাৰশূন্য বিলাসিতা আৰু চাকচিক্য, চেক্ৰেটেৰিযেট বিল্ডিঙৰ গতানুগতিক অপৰিৱৰ্তিত প্ৰস্তৰতা, নিজামুদ্দিনৰ শিলাময় প্ৰাচীনতাত পুণ্যৰ বেহেৰুৱাৰ সহাস্য আত্মীযতা,—এই সকলোবোৰ যেন বহু হেজাৰ বছৰৰ পুৰণি ইতিহাস, আজিৰ বস্তু নহয। দিল্লীত ইতিহাস লালকিল্লা হল, মহাকাল যন্তৰ-মন্তৰৰ মাজত বন্দী হল।

সদায় মোৰ দিল্লীখনক কৰুণ লাগে। দিল্লী মহাকালৰ হাতৰ নিৰ্বাচিত পুতলা। পাখীমেলা এক কুটিল নিযতিযে অদৃশ্য ক'লা ৰছী টানি দিল্লীক নচুৱাইছে। দিল্লীত নতুনত্ব নাই, পুনৰাবৃত্তি আছে। এই পুনৰাবৃত্তিৰ নামেই লালকিল্লা, কুতুবমিনাৰ, ৰাষ্ট্ৰপতি ভৱন, বিড়লা মন্দিৰ।

বসন্তই কি ভাবিছিল নাজানো। যোচেফক লগত লৈ দুষ্মন্ত তালুকদাৰ ক'ত ঘূৰি ফুৰিছিল কব নোৱাৰো। সকলো ঠাইতে আৰু সকলো সময়তে তেনেই সহজ

হ'ব পৰাটোৱেই তালুকদাৰৰ বিশেষত্ব। ঝাটৰ কাষৰ পাঞ্জাবী ৰুটিৱালাৰ পৰা তন্দুৰী কিনি লৈ থিয়ৈ থিয়ৈ খাবলৈ যিদৰে তেওঁৰ অকণো সঙ্কোচ নাই, তেনেকৈ হোটেল অশোকা, হোটেল জনপথ বা ইম্পিৰিয়েলত দিনে ডেৰশ-টকীয়া কোঠাত থাকি কোনোবা দেশৰ এম্বেছেদৰৰ আভিজাত্যেৰে ভোজন কৰাতো তেওঁ কোনো বিশেষত্ব আৰোপ নকৰে। এনেকুৱা মানুহেই কিজানি জীৱনত সুখী হয়।

কিন্তু দুষ্মন্ত তালুকদাৰৰ প্ৰতি যোচেফ হঠাৎ কিয় আকৃষ্ট হৈ পৰিল মই নুবুজিলো।

দিল্লীলৈ আমাৰ একেলগেই অহাৰ কথা আছিল, কিন্তু আহিবৰ সময়ত তালুকদাৰক আমি ষ্টেচনত দেখা নেপালো, পেটে পেটে মই ভাল পালো। নহ'লে হয়তো মানুহজনে যোচেফ আৰু মোৰ যাত্ৰাটো অসহ্য কৰি তুলিলেহেঁতেন।

কিন্তু দিল্লী ষ্টেচনত নামিযে দেখো আমাক ৰিচিভ কৰিবৰ কাৰণে তালুকদাৰ সোঁ শৰীৰেৰে হাঁহিমুখে আগবাঢ়ি আহিছে। আমি দুজন যেন দেওঁৰ ঘৰলৈ অহা অতিথিহে।

তেওঁক এইদৰে লগ পাই ভালেই লাগিল। যোচেফ উৎফুল্ল হৈ উঠিল। এজন অসহায় মানুহে যেন এটা নিৰ্ভৰযোগ্য আশ্ৰয় বিচাৰি পালে।

দুষ্মন্তই নিজেই আমাতকৈ আগে আহি পোৱাৰ কৈফিয়ৎ দিলে ঃ ৰেলেৰে ভ্ৰমণ কৰি মই অকণো বেয়া নেপাওঁ—বিশ্বাস কৰক। কিন্তু এৰড্ৰমৰ ফালে গৈছিলো—এনেযে। দেখিলো দিল্লীলৈ এখন নতুন প্লেন আহিব ধৰিছে। — কাৰাভেলেৰে আগে ভ্ৰমণ কৰা নাই। আচলতে মই দিল্লীলৈ অহা নাছিলো। কাৰাভেলেৰে ফ্লাই কৰিবলৈ কেনেকুৱা লাগে চাইছিলো মাত্ৰ। —বিশ্বাস কৰক।

কৈফিয়তটো মোৰ মনঃপূত নহ'ল। তেওঁ যে ৰেলেৰে নাহি আকাশী যানেৰে আহিবলৈ ভাল পালে সেই কথাষাৰ লুকাবৰ কাৰণেহি আমাক তেওঁৰ ভ্ৰমণৰ এটা ব্যাখ্যা দিলে। মই বা যোচেফ কোনোৱে তেওঁৰ এই কথাষাৰত গুৰুত্ব নিদিলো।

দুৰলৈ নগৈ আমি দৰিয়াগঞ্জৰ এটা মধ্যমীয়া পুৰণি হোটেলতে নামিলোগৈ। আমি মাত্ৰ দুদিন বা তিনিদিন থাকিম। বসন্তৰ হয়তো দুদিনমান বেছি থাকিবৰ ইচ্ছা হ'ব পাৰে। অৱশ্যে দিল্লী চোৱাটো আমাৰ এজনৰো ইচ্ছা নহয়, আমাৰ ইচ্ছা আৰু উদ্দেশ্য এজনী হেৰাই যোৱা ছোৱালীক লগ পোৱা—শেৱালিক।

কথা-বতৰা হাবভাবৰ পৰা অনুমান কৰিছিলো বসন্ত যথেষ্ট অস্থিৰ আৰু অধৈৰ্য হৈ পৰিছে। যিজন মানুহে সমগ্ৰ এটা জীৱন শেৱালিক হেৰুৱাই এটা সমাহিত ধৈৰ্য ধৰি কটালে, সেই মানুহজনেই আজি শেৱালিক দেখা পোৱাৰ আগমুহূৰ্তত যেন যথ অধৈৰ্য আৰু অস্থিৰ হৈ পৰিছে। আজি মোৰ বসন্তলৈ মৰম লাগিল। তেনেই সৰু

আৰু সাধাৰণ এটা মানুহ, নিৰ্বিশেষ, অখ্যাত, অজ্ঞাত অথচ এই মানুহজনৰ হৃদযখন কি প্ৰশস্ত, উদাৰ। আৰু এই উদাৰতাৰ বিনিময়ত বসন্তই পালে জীৱনভৰা বিষাদ আৰু বেদনা।

মই লক্ষ্য কৰিলো এই আদহীযা, বিষণ্ণ বসন্তৰ মুখখন কিবা এক অনিৰ্বচনীয কাৰণত যেন আজি প্ৰফুল্ল উত্তেজিত হৈ উঠিছে। চকু দুটালৈ যৌৱনৰ জ্যোতি ঘূৰি আহিছে, মুখলৈ—বসন্তৰ চিন্তা আৰু শ্ৰমক্লান্ত মুখখনলৈ এটা লুকুৱাব নোৱৰা তেজস্বিতা আহিছে।

বসন্তই একো কোৱা নাছিল। একো সোধা নাছিল। অন্তৰৰ উত্তেজনা লুকাই ৰাখি নীৰৱে সহজ হবৰ ব্যৰ্থ চেষ্টা কৰিছিল।

নাৰ্চিং হোমলৈ ফোন কৰিলো। তেতিয়া আৰু শেৱালিক দেখা কৰাৰ সময নাছিল। তিনি বজাৰ পিছত আমি শেৱালিক দেখা কৰিব পাৰিম। সেইদৰেই আমি ঠিক কৰিলো।

গা-পা ধুই খাই-বৈ আমি অলপ জিৰণি ল'লো। যোচেফৰ কিছু জিৰণিৰ প্ৰযোজন আছিল। বুঢা মানুহ, ৰাতিৰ ৰেলযাত্ৰাৰ পিছত যথেষ্ট ক্লান্ত হৈ পৰিছিল।

আমি বিশেষ চিন্তা কৰা নাছিলো। কিন্তু যোচেফেই কলে যে তেওঁ শেৱালিৰ কাৰণে কিছু ফুল কিনি নিব। শেৱালিযে ফুল বৰ ভাল পায। অসুখীযা মানুহে কোমল নীলা ৰঙৰ বা পাতল গুলপীযা বা হালধীযা ৰঙৰ ফুল ভাল পায। তেনে ৰঙৰ ফুলকে তেওঁ নিব।

শেৱালি এতিযাও মোৰ কাৰণে অচিনাকি। অন্য বস্তু কি নিলে শেৱালিৰ লগত প্ৰথম চিনাকিটো স্মৰণীয হব মই ভাবি নেপালো। ফুল অৱশ্যে মযো নিম। কাৰণ দিল্লীৰ নিচিনা এখন আধুনিক মহানগৰত ফুলৰ প্ৰযোজন সকলোতে আছে। নৱজাতকৰ কাৰণে ফুল, নৱবিবাহিত দম্পতীৰ কাৰণে ফুল, দেশ-বিদেশৰ সন্মানিত অতিথিৰ ফুল আৰু মৃতকৰ সমাধিত ফুলৰ বোজা। ৰোগীৰ কাৰণে ফুল নিযাটোও সুৰুচিৰ পৰিচাযক।

কিন্তু আৰু কি নিয়া যায়? কিতাপ? উপন্যাস? ৰূপকতাৰ নিৰ্বাচিত সংগ্ৰহ? নে বাইবেল, গীতা বা কোনো ধৰ্মগ্ৰন্থ?

কিন্তু কোনো কোনো দুৰ্বল ৰোগীক কিতাপ পঢ়িবলৈ দিয়া নহয় শাৰীৰিক, মানসিক কষ্ট হয কাৰণে। আৰু শেৱালিয়ে বা পঢ়াশুনা কৰিব কিমান জানে? তেতিযাই একো সিদ্ধান্ত কৰিব নোৱাৰিলো। কিবা অলপ দামী ফুলকে লৈ যাম বুলি মনতে ভাবিলো।

বসন্তৰো শেৱালিৰ কাৰণে বহুত কিবা লৈ যাবৰ মন নিশ্চয যাব, মন গৈছে কিন্তু সেই বিষেয বসন্তই এতিযাও একো কোৱা নাই। হযতো সঙ্কোচ কৰিছে। আৰু বসন্তৰ কাৰণে দিল্লী কিছু আচহুৱা ঠাই। কিবা বস্তু কিনিবৰ মন গ'লেও হযতো ক'ত পোৱা যায নেজানিব। সেই দেখি মযে সুধিলো, বসন্ত, শেৱালিলৈ কিবা এটা লৈ নোযোবা জানো? শেৱালিযে ভাল পাব।

বসন্তৰ চকু-মুখলৈ লাজ নামি আহিল। বসন্ত যেন এটা ১৭/১৮ বছৰীযা ডেকা ল'ৰা। ডাঙৰকৈ চকুহাল মেলি বসন্তই মোৰ মুখলৈ চালে। মই হাঁহি পৰিস্থিতিটো লঘু কৰিবৰ চেষ্টা কৰিলো, তুমি আকৌ শেৱালিক বেয়া পাই আছানেকি? যি হল হৈ গ'ল, এতিযা আৰু আগৰ কথাবোৰ ভাবি নেথাকিবা।

তলমূৰ কৰি থাকিযে কোনোদিনে মোৰ আগত নোকোৱা কথা এবাৰ আজি বসন্তই কলে ঃ শেৱালিক মই বেযা পোৱা নাই ছাৰ। বেয়া পাব নোৱৰাৰ কাৰণেই মোৰ ইমান দুখ হৈছে। কিবা কাৰণত শেৱালিযে মোক বেযা পাই আছে বুলিহে মোৰ মাজে মাজে চিন্তা হয।

বসন্তৰ মাতষাৰ সৰুকৈ, বৰ বিষণ্ণভাৱে ওলাইছিল।

এনেযে কথাষাৰত জোৰ দি মই কলো, শেৱালিযে আকৌ তোমাক বেযা পাব কিয? সেইবোৰ তুমি নেভাবিবাই। ব'লা আমি শেৱালিৰ কাৰণে কিবা এটা কিনি আনোগৈ।

অকণমান সময মনে মনে থাকি দুখ আৰু লাজত সেমেকা মাতেৰে বসন্তই কলে, মই এটা বস্তু আনিছো ছাৰ।

আনিছা? কি আনিছা? কথাষাৰ সোধাটো যে অবাঞ্ছনীয হল মই কথাষাৰ কৈ শেষ কৰাৰ পিছতহে উপলব্ধি কৰিলো।

বসন্তই কিন্তু সহজভাৱে কলে, ছাৰ বহুত দিন হল, শেৱালি আৰু মই তেতিযা অৰুণ ডাক্তৰৰ ঘৰত আছিলো। এদিন দেৱালীৰ দিনা আমি ফুৰিবলৈ গৈছিলো। এখন দোকানত শেৱালিযে এডোখৰ ৰঙা চোলা কাপোৰ দেখিছিল। তাইৰ কাপোৰ ডোখৰ লবলৈ মন গৈছিল। পিছে দেৱালীৰ ৰাতি কাপোৰ নেবেচে। তাৰ পিছত কথাটো মই পাহৰি গৈছিলো। বহুত দিনৰ মূৰত এদিন শেৱালিযে সুধিলে ঃ সেই কাপোৰ ডোখৰ নানিলা? মই বৰ বেয়া পালো। সেইদিনাই হাতত পইচা লৈ কাপোৰ ডোখৰ কিনিবলৈ গ'লো। পিছে সেই কাপোৰ ডোখৰ যি নাযেইনে সেই দোকানখনো বিচাৰি নেপালো, দোকানখন উঠি গ'ল হেনো। শেৱালিক কথাষাৰ কলোহি। তাই কলে ঃ বাৰু নেপালা যদি নাই। তাকে বিচাৰি ফুৰিব নেলাগে হব।

মোৰ কিন্তু ভাল নেলাগিল। মাজে মাজে মই দোকানবোৰত তেনেকুৱা কাপোৰ বিচাৰো, পিছে নেপাওঁ। আকৌ এবাৰ দীপালিত এখন দোকানত তেনেকুৱা এডোখৰ কাপোৰ দেখিলো আৰু পিছদিনাই কিনি আনিলো। পিছে তেতিয়া আৰু শেৱালি তাত নাছিল। অৰুণ ডাক্তৰৰ লগত তাই তাৰ আগতে গুচি আহিছিল। সেই কাপোৰ ডোখৰ কিন্তু মই লগতে লৈ ফুৰাইছো ইমান দিন। এতিয়াও লৈ আহিছো। জানো শেৱালিয়ে লয় নে নলয়।

লাহে লাহে নিজকে কোৱাৰ দৰে কথাখিনি কৈ বসন্ত মনে মনে থাকিল। এই সময়ত বসন্তৰ মুখত এনে এটা কাহিনী শুনিবৰ কাৰণে মই নিচেই প্ৰস্তুত নাছিলো। মই বিব্ৰত বোধ কৰিলো। মনে মনে বসন্তৰ কাৰণে মোৰ সমবেদনা উপজিল। আমাৰ মনত তেনেই সাধাৰণ যেন লগা মানুহবোৰৰো কি যে একোখন অসাধাৰণ অন্তৰ আছে। আমি কিমানক চিনিলো? কিমানক বুজিলো?

সান্ত্বনা দিয়াৰ ধৰণে মই কলো, সেই কাপোৰ ডোখৰতো দিবাই, পিছে নতুন কিবা এটাও লগতে দিলে শেৱালিয়ে ভাল নেপাব জানো?

মই বসন্তৰ মুখলৈ চালো। তাৰ চিন্তাক্লিষ্ট মুখখন আৰু কঁলাপৰা কপালৰ অস্পষ্ট ৰেখাবোৰৰ মাজেদি এটা ব্যৰ্থ যৌৱনে যেন নীৰৱে আজিও প্ৰকাশৰ বাট বিচাৰিছে। সি চিন্তিতভাৱে তলমূৰ কৰি আছে। সি মানুহটো যেন নিথৰ হৈ গৈছে। কি ভাবিছে বসন্তই? সি ভাবিচেনেকি যে জীৱনৰ পুৰণি হৈ যোৱা কথাবোৰ আৰু নতুন নহয়? সি ভাবিছেনেকি আজি অত দিনৰ মূৰত শেৱালিক দেখা পোৱা মানে বহুত শোক, বহুত বেদনা, বহুত আঘাত ঘূৰাই পোৱা? অতদিনে তিলতিলকৈ বেদনা বুকুত সাঁচি জীয়াই থকাৰ আনন্দখিনি আজি শেৱালিক লগ পোৱাৰ পিছত নোহোৱা হৈ যাব বুলি তাৰ ভয় হৈছে নেকি? সি যেন হঠাৎ কাঠ হৈ গৈছে।

সেই সময়ত মোৰ মনত লাগিছিল যদি মই এজন উপন্যাস লিখক বা গল্প লিখক হলোহেঁতেন, তেতিয়া হয়তো ডক্টৰ অৰুণাভৰ জীৱনী লিখিবলৈ চেষ্টা নকৰি মই বসন্ত আৰু শেৱালিৰ জীৱনৰ কাহিনীক অৱলম্বন কৰি এখন উপন্যাসকে লিখিব পাৰিলোহেঁতেন। হয়তো জীৱনী লিখাতকৈ উপন্যাস লিখাই সহজ হলহেঁতেন। কিন্তু মই সাহিত্যিক নহওঁ, অৰুণাভৰ জীৱনীখন লিখি উলিওৱাটোৱেই মোৰ কাৰণে যথেষ্ট। কিন্তু আজিলৈকে অৰুণাভৰ জীৱনীৰ আৱশ্যকীয় মাল-মছলাখিনিকে মই গোটাই লব পৰা নাই।

দুই বজাতে এখন টেক্সী লৈ আমি ডাক্তৰ মুখাৰ্জীৰ নাৰ্চিং হোমলৈ বুলি হোটেলৰ পৰা ওলাই গ'লো। তালুকদাৰ অন্য এটা হোটেলত আছিল। ফোন কৰিলো। জনালে যে অলপ আগতে তেওঁ কোনোবা ফালে ওলাই গৈছে। মই মনে মনে ভালেই

পালো। কোনো অজ্ঞাত কাৰণত মানুহজনক মই চেষ্টা কৰিও ভাল পাব নোৱোৰিছিলো। অৱশ্যে মানুহজনক এজন ভদ্ৰলোক নহয় বুলি ক'বৰ কোনো উপায় নাই।

যোচেফে ফুল কিনিলে। মই ফুল আৰু কেইটামান আপেল কিনিলো। বসন্তৰ হয়তো শেৱালিৰ কাৰণে ফুল কিনিবলৈ লাজ লাগিল, সিও কেইটামান আপেলকে কিনিলে। অৱশ্যে কাগজেৰে মেৰিযাই আমাৰ চকু আঁৰকৈ সি কাপোৰৰ ডোখৰ আনিবলৈ পাহৰা নাছিল—মই লক্ষ্য কৰিছিলো।

নাৰ্চিং হোমৰ ৰিচপেচন ৰুমত দেখিলো, আমাতকৈ আগে গৈ দুষ্মন্ত তালুকদাৰ বহি আছে। হাতত তেওঁৰ সেই দিনাৰ বাতৰিকাকতখন। এনেই চকুৰ আগত মেলি ৰাখিছে। আমাক গাডীৰ পৰা নমা দেখিযে তেওঁ হাঁহিমুখে আগবঢাই নিলে।

ৰিচেপচন ৰুমত পুৰুষ মহিলা আৰু ভালেমান মানুহ আছিল। ঘড়ী চালো— তিনি বাজিবলৈ তেতিযাও কেই মিনিটমান বাকী। যোচেফ এখন চকীত বহিল। আমি কেজন থিয দিযে থাকিলো। পৰিচ্ছন্ন কোঠাটো আৰু কম্পাউণ্ডৰ ভিতৰৰ ঘাঁহনি আৰু ফুলনিখন দেখনিযাৰ। এনেযে মনটো ভাল লাগি যায়।

কিছু দূৰণিত অন্য এটা ঘৰত ৰেডিঅ'ত গলগলীযা মাতৰ গীত এটা মৃদুভাৱে বাজি আছিল। সেই সমযত আৰু পৰিবেশত গীতটোৰ সুৰটো ভাল লাগিছিল। নাৰ্চিং হোমৰ নীৰৱতাখিনি আৰু আমাৰ মনৰ নিঃসঙ্গতাখিনি কিছু পাতলা যেন লাগিছিল।

ৱাল ক্লকটোত তিনি বজাৰ শব্দ হল। তেতিযা গানটোৰ সুৰটো শেষ হল।

বসন্তই সৰুকৈ কলে, তিনি বাজিল। এই দুটা শব্দত যেন এটা জীৱনৰ সমগ্ৰ প্ৰতীক্ষাৰ এটা আকুল আৰ্তনাদ জীৱন্ত হৈ উঠিল। যাত্ৰাৰ শেষ, তীৰ্থযাত্ৰীযে মন্দিৰ প্ৰৱেশ কৰি হৃদযৰ অধিষ্ঠাত্ৰী দেৱীৰ আপুৰুগীযা দৰ্শন লাভ কৰাৰ এইযা দুৰ্লভ মাহেন্দ্ৰ মুহূৰ্ত।

যোচেফ আৰু বসন্তৰ লগতে মযো একেলগে এতিযাই শেৱালিক দেখা কৰিবলৈ যামনে নেযাম এক মুহূৰ্ত চিন্তা কৰিলো। শেৱালিৰ কাৰণে মই সম্পূৰ্ণ অচিনাকি।

দুষ্মন্তই কৈ উঠিল, আপোনালোক ব'লক, মই অলপ পিছতে গৈছো।

লগে লগে যোচেফেও কলে, আহক ৰেজা চাহেব, আহা বসন্ত।

যোচেফৰ পিছে পিছে আমি শেৱালি থকা কোঠাটোৰ ফালে আগ বাঢ়িলো। ৪২ নম্বৰ কোঠাটোৰ ফালে।

পৰিষ্কাৰ মিহি দীঘলীযা কৰিডৰটোৰেদি আমি আগ বাঢ়িলো। তলৰ কুৰিটা কোঠা পাৰ হৈ আমি চিৰিযেদি ওপৰলৈ উঠিলো। লিফ্ট আছিল। যোচেফক লিফ্টেৰে

ওপৰলৈ যাবলৈ কৈছিলো। কিন্তু যোচেফেও চিৰিৰে খোজ কাঢ়িযে ওপৰলৈ উঠিল। আমি খৰখেদা কৰা নাছিলো, লাহে-ধীৰেই খোজ কাঢ়িছিলো। বসন্তৰ মনৰ ভিতৰৰ উত্তেজনাখিনি মই অনুভৱ কৰিছিলো, কিন্তু চৰম ধৈৰ্যসহকাৰে বসন্তয়ো আমাৰ লগতে লাহে লাহেই খোজ দিছিল। মই তাৰ মুখলৈ চাই দেখিলো, সি গোটেই মানুহটো অস্বাভাৱিকভাৱে উত্তেজিত হৈ পৰিছে, তাৰ মুখখন ৰঙা পৰিছে।

৪২ নম্বৰ কোঠাটোৰ সন্মুখত অকণমান আমি থমকি ৰ'লো। লগে লগে এজনী পৰিচাৰিকা আহি আমাৰ ওচৰত থিয় হ'ল। ছোৱালীজনী ক'লী, কিন্তু স্বাস্থ্যৱতী। মাদ্ৰাজী নে বাঙালী বুজিব নোৱাৰিলো।

যোচেফে সুধিলে, শেৱালি দেৱী এইটো কোঠাতে আছে?

মূৰ দুপিয়াই ছোৱালীজনীয়ে কলে, হয় আছে। কৈযে তাই কোঠাটোৰ ভিতৰলৈ সোমাই গ'ল আৰু পিছ মুহূৰ্ততে ওলাই আহি হাঁহি কলে, আপোনালোক আহিব পাৰে।

আমি ভিতৰ সোমাই গ'লো।

আমাৰ তিনিওজনৰ চকু ধকধককৰে বগা পৰিষ্কাৰ বিছনাখনৰ ওপৰত শুই থকা শেৱালিৰ মুখখনৰ ওপৰত আপোনা আপুনিযে বৈ গ'ল। প্ৰায় ডিঙিলৈকে এখন কোমল ক্ৰীম ৰঙৰ ব্লেঙ্কেট লৈ এজনী মানুহ শুই আছে। ওলাই আছে মাত্ৰ এখন লনী গঠিত বগা মুখ, এখিনি ক'লা চুলি আৰু এখন লাহী হাত, কিছু যেন নিশকতীয়া।

এইখন মুখ শেৱালিৰ মুখ। এইজনীযেই বসন্তৰ শেৱালি। মোৰ বাহিৰে বসন্ত আৰু যোচেফ দুযো এইখন মুখ আগেযে দেখিছে।

যোচেফ আৰু মই শেৱালিৰ বিছনাখনৰ কাষত থিয় দি ৰ'লো। বসন্ত আমাৰ পিঠিৰ পিছফালে থিয় দি ৰ'ল, আৰু তাৰ পৰাই নিৰ্বাক স্তব্ধ হৈ শেৱালিৰ ফালে চালে। একাষে পৰিচাৰিকাজনীও থিয় দি ৰ'ল। তাই এবাৰ শেৱালিৰ আৰু এবাৰ আমাৰ মুখলৈ কিছু কৌতূহলেৰে চালে। আমি তাইলৈ বৰকৈ মন নকৰিলো।

অলপ সময় নীৰৱতাৰ মাজেদি কাটি গ'ল। তাৰ পিছত আমাৰ মুখলৈ বিস্ময় আৰু আনন্দেৰে থৰ লাগি চাই থকা শেৱালিৰ কপালত হাত থৈ যোচেফে মাতিলে, শেৱালি—

ক্ৰমে শেৱালিৰ মুখখন উজ্জ্বল হৈ উঠিল। চকু দুটা সজল আৰু আকুল হৈ উঠিল। লাহে লাহে সেই গাঢ় ক'লা চকুহালৰ কোণত চকুলো স্পষ্ট হৈ পৰিল। শেৱালিৰ নাকৰ পাহি দুটা ফুলি উঠিল।

অকণমান সময়ৰ কাৰণে আমি আটাইকেজন কিছু অভিভূত হৈ পৰিছিলো, কাৰো চকু-মুখলৈ কোনোৱে চাব নোৱাৰিছিলো, মাত্ৰ শেৱালিয়ে সজল চকুহাল

বহলকৈ মেলি আমাৰ তিনিওলৈকে আকুলভাৱে চাইছিল। মুহূৰ্ততে সেই ধুনীয়া চকু দুটাত হেজাৰ অকথিত প্ৰশ্ন থূপ খাইছিলহি। মই অলপ বিব্ৰত বোধ কৰিছিলো, এনে চাৱনি জীৱনত এয়ে মই প্ৰথম দেখিলো।

যোচেফে নিজক সামৰি লৈ শান্তভাৱে কলে, আমি তোমাকে চাবলৈ আহিলো। এখেত ৰেজা চাহেব-তুমি কিজানি আগে লগ পোৱা নাই। অসমৰ পৰা আহিছে— তোমাক লগ পাবৰ কাৰণে আহিছে। আৰু এইযা—

বসন্তৰ সন্মুখৰ পৰা কিছু আঁতৰি মই একাষৰীয়া হৈ দিলো। যোচেফে কলে, এইযা বসন্ত, তোমাৰ বসন্ত। ৰেজা চাহেবৰ লগতে তোমাক লগ পাবৰ কাৰণে অসমৰ পৰা আহিছে।

শেৱালিয়ে দুযো হাত যোৰ কৰি আমাক প্ৰণাম জনালে। আৰু আমাৰ মুখলৈ চালে। তাৰ পিছত ক্ৰমে শেৱালিৰ চাৱনি বসন্তৰ মুখৰ ওপৰত স্থিৰ হৈ ৰৈ গ'ল। অলপ সময়ৰ কাৰণে। সেই চাৱনিত কি ভাব প্ৰকাশ পাইছিল মই একো বজিব নোবাৰিলো। মোৰ নিচিনাই অসহায় আৰু বিব্ৰতভাৱে পৰিচাৰিকাজনী থিয় দি ৰ'ল।— এবাৰ শেৱালিৰ আৰু বসন্তৰ মুখলৈ চাই।

আমি হাতত নিয়া টোপোলাকেটা সৰু মেজখনৰ ওপৰত থলো। যোচেফে ফুলখিনি শেৱালিৰ হাতত দিলে। মযো দিলো। কিছু সময় ফুলখিনি শেৱালিয়ে মুখৰ কাষতে গালতে লগাই ধৰি থাকিল। তাৰ পিছত পৰিচাৰিকাজনীক থবলৈ দিলে।

তেতিয়ালৈকে শেৱালিয়ে এষাৰ কথাও কোৱা নাছিল। যোচেফৰ বাহিৰে আমিও একো কোৱা নাছিলো। মই আৰু বসন্তই মাথোন থৰ লাগি শেৱালিৰ কিছু নিস্তেজ কিন্তু লনী আৰু গঢ়িত মুখখনৰ ফালে চাই আছিলো।

যোচেফৰ কাৰণে সৰহপৰ থিয় হৈ থকা টান হৈছিল। পৰিচাৰিকাজনীয়ে বুজিলে আৰু কোঠাটোৰ একাষে থকা চকীখন আনি তেওঁক বহিবলৈ দিলে। মই আৰু বসন্ত থিয় হৈয়ে থাকিলো।

বহি যোচেফে কলে, তোমাৰ অসুখৰ খবৰ সিদিনাহে পালো। অৰুণাভৰ মৃত্যুৰ পিছত তুমি কলৈ গুচি গ'লা, মই খবৰেই পোৱা নাছিলো। তোমাৰ কি হৈছে শেৱালি, উঠিব-মেলিব পাৰানে নোৱাৰা?

যোচেফে ইংৰাজীত কথাবোৰ কৈছিল। হয়তো শেৱালিয়ে বুজি পাইছিল। কিন্তু যোচেফে বুজাকৈ উত্তৰ দিব নোৱাৰিলে।

ইঙ্গিতেৰে শেৱালিয়ে পৰিচাৰিকাজনীক ওচৰলৈ মাতিলে আৰু তেওঁক বহুৱাই দিবলৈ কলে। ছোৱালীজনীৰ সহায়ত শেৱালি বহিল। তাৰ পিছত এটা কোমল কঁপা

মাতেৰে এটা অকাৰণ লাজ আৰু অব্যক্ত আনন্দ-মিহলি মাতেৰে কলে, I am so happy to see you

শেৱালিয়ে স্পষ্ট ইংৰাজী কৈছে। মই কিছু বিস্মিত হলো, শেৱালিয়ে এনেকৈ ইংৰাজী কব নেজানিব বুলিযেই মোৰ ধাৰণা আছিল।

আপোনাৰ গা এতিয়া কেনেকুৱা আছে? বসন্তৰ কাৰণে পৰিস্থিতিটো সহজ কৰিবৰ কাৰণেই মই অসমীযাতে সুধিলো। পৰিচাৰিকাজনীযে মোৰ মুখলৈ চালে। এই ভাষা নিশ্চয তাই আগেয়ে শুনা নাই।

মোৰ মুখলৈ চাই আগৰ নিচিনাই সলজ্জভাৱে শেৱালিযে কলে, মোৰ কোনো বেমাৰ নাই হোৱা বুলি ডাক্তৰে কৈছে। তেখেত ঢুকোৱাত মনত বৰ দুখ পাইছিলো, খাব-শুব একেবাৰে নোৱাৰিছিলো, বৰ দুৰ্বল আৰু নিশকতীযা হৈ পৰিছিলো। ইযালৈ অহাৰ কোনো কথা নাছিল। উত্তৰা বাইদেৱেহে জোৰ কৰি আনি থৈ গ'লহি। এতিয়া বহুত ভাল পাইছো। কিন্তু হাৰ্ট অলপ week বুলি ডাক্তৰে কৈছে। বৰকৈ উঠা-মেলা কৰিবলৈ আৰু কথা-বতৰা পাতিবলৈ ডাক্তৰে হাক দিছে।

কথাবোৰ শেৱালিযে লাহে লাহে কৈছিল।

এনেতে দুৱাৰখন মেলি দুষ্মন্ত তালুকদাৰ সোমাই আহিল অতি সন্তৰ্পণে। তেওঁৰ হাতত পাঁচ পাহ ৰঙা সৰু ফুলৰ এটা ধুনীযা থোপা। সেইযা তেওঁ শেৱালিৰ ফালে আগ বঢ়ালে। এটা সৰু ধুনীযা এলবাম শেৱালিযে হাত পাতি ললে আৰু দুষ্মন্তকো দুযো হাত কপালত থৈ প্ৰণাম জনালে।

দুষ্মন্তই কলে, এইখন প্ৰশান্ত মহাসাগৰৰ কিছুমান দ্বীপৰ এলবাম। নীল সাগৰৰ ছবি আৰু সেউজীযা দ্বীপবোৰৰ ছবি মোৰ ভাল লাগে। আপোনাৰো কিজানি বেযা নেলাগিব।

শেৱালিযে সৰুকৈ হাঁহিলে। যোচেফে শেৱালিৰ লগত দুষ্মন্তৰ চিনাকি কৰি দিলে। দুষ্মন্তক উত্তৰা দেৱীৰ ভাযেক বুলি জানি কিছু বিস্ময আৰু কৌতূহলেৰে দুষ্মন্তৰ মুখৰ ফালে চালে।

দুষ্মন্তই হাঁহি কলে, আপোনাক যেতিয়া লগ পালো মোৰ আৰু চিন্তা নাই। উত্তৰা বাইদেউ ক'ত আছে আপুনি নিশ্চয জানিব।

আপুনি বাইদেউক বিচাৰি আহিছে? শান্তভাবে শেৱালিযে সুধিলে।

ভিনদেউ ঢুকোৱাৰ খবৰ কিছু পলমকৈহে পালো। তাৰ পিছত বাইদেউৰ পৰা চিঠিপত্ৰ পাম বুলি আশা কৰিছিলো। নেপাই মই নিজেই আহিলো। মিষ্টাৰ যোচেফৰ ঘৰতে বাইদেউক নেপালেও, তেখেতৰ পৰাই বাইদেউৰ বৰ্ত্তমান ঠিকনা পাম বুলি

ভাবি আহিছিলো। কিন্তু এখেত্তেও বাইদেউ বৰ্তমান ক'ত আছে সঠিক নেজানে। আপুনি নিশ্চয় জানিব।

শেৱালিযে মূৰ দুপিযালে। দুষ্মন্তৰ ব্যৱসায-বুদ্ধি দেখি কৌতূহল বোধ কৰিলো। শেৱালিৰ পৰা উত্তৰা দেৱীৰ ঠিকনা সংগ্ৰহ কৰিব পাৰিলেই তেওঁৰ অহাৰ উদ্দেশ্য সিদ্ধি হয।

তুমি ইযাত আৰু কিমান দিন থাকিব লাগিব? যোচেফে সুধিলে।

মই ইযালৈ অহাৰ কথা ভবাই নাছিলো। উত্তৰা বাইদেৱেহে লৈ আহিল। তেখেত ঢুকোৱাত মই বৰ ভাগি পৰিছিলো। যিমান সোনকালে পাৰো মই ইয়াৰ পৰা যাম।

ইযাৰ পৰা কলৈ যাব? মই সুধিলো।

এনেকুৱা এটা সাধাৰণ প্ৰশ্নও যে কেতিযাবা বৰ জটিল আৰু নিষ্ঠুৰ হব পাৰে মই ভবা নাছিলো।

হঠাৎ শেৱালিৰ প্ৰসন্ন মুখখন ম্লান হৈ পৰিল। তেওঁৰ চকু দুটা কিছু সৰু হৈ গ'ল। মুহূৰ্ততে তেওঁৰ ওঠ দুটাও যেন কিছু নীৰৱ হৈ গ'ল।

তেতিযা আমাৰ আটাইকেজনৰ কৌতূহলী দৃষ্টি শেৱালিৰ মুখৰ ওপৰত একান্তভাবে নিবদ্ধ। শেৱালিৰ উত্তৰৰ ওপৰতে যেন বসন্তৰ জীৱনৰ সমগ্ৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে।

অলপ সময শেৱালি তলমূৰ কৰি ৰ'ল, তাৰ পিছত কলে, উত্তৰা বাইদেৱে মোক অসমলৈকে ঘূৰি যাবলৈ কৈছে।

দুষ্মন্ত তালুকদাৰে সুধিলে, বাইদেউনো এতিযা ক'ত আছে?

একেদৰেই তলমূৰ কৰি থাকি শেৱালিযে কলে, মোক ইযাত থৈ বাইদেউ উষাহঁতৰ তালৈ গৈছে—পুণালৈ। এতিয়া উষাহঁত পুণাত আছে। তেখেত ঢুকাবৰ সমযত জীযেক জোঁৱাযেক দুযো আহিছিল। তেওঁলোকে বৰকৈ মাতি গৈছিল।

উষাহঁতৰ ঠিকনা জানে?

জানো, মোৰ ডাযেৰীত লিখি থৈছো।

মই নতুনকৈ কৌতূহল অনুভৱ কৰিলো। শেৱালিযেও ডাযেৰী লিখে। ক্ৰমে শেৱালি সম্পৰ্কে মোৰ পূৰ্বৰ ধাৰণা সলনি কৰাৰ প্ৰয়োজন উপলব্ধি কৰিলো। শেৱালিক মই যিমান সাধাৰণ বুলি ভাবিছিলো সিমান সাধাৰণ নহয কিজানি।

তেনেহলে বাইদেউৰ ঠিকনাটো মোক দিব Oh, what a relief—দুষ্মন্তই কলে।

শেৱালিযে একো নক'লে।

যোচেফে কলে, অৰুণাভযো তোমাক পাৰিলে অসমলৈকে ঘূৰাই পঠাবলৈ মোক কৈছিল কিন্তু সেই কথা তোমাক কবলৈ সময়কে নেপালো। তোমালোক গুচিযে আহিলা।

শেৱালিযে এবাৰ চকু দাঙি যোচেফৰ মুখলৈ চালে। যোচেফৰ ইংৰাজী কথাখিনি সহজে বুজি পোৱাৰ ধৰণে কলে, হয।

এইবাৰ শেৱালিযে এবাৰ মোৰ মুখলৈ আৰু এবাৰ বসন্তৰ মুখলৈ কিছু মনোযোগেৰে চোৱাদি চালে। শেৱালিৰ এই চাৱনিৰ অৰ্থ মই বুজিব নোৱাৰিলো। চকুহাল দেখাত সৰল, কিন্তু সেই চকুৰ চাৱনিত কি যেন এক দুৰ্বোধ্য কাৰুণ্য আৰু বেদনা মিহলি হৈ আছে। মই সামান্য বিব্ৰত বোধ কৰিলো। আমি এইদৰে ইযাত বহি থকাটো বৰ অশোভনীয আৰু অবাঞ্ছনীয হৈছে। অতদিনৰ মূৰত, ইমান দিনৰ উৎকণ্ঠিত নীৰৱ প্ৰতীক্ষাৰ পিছত, বসন্তই আজি শেৱালিক লগ পাইছে। আমি থকাৰ কাৰণেই বসন্তই শেৱালিক আৰু শেৱালিযে বসন্তক এতিযালৈকে এষাৰ কথাও কব পৰা নাই। এইযা অন্যায কৰা হৈছে।

কথাটো হযতো দুষ্মন্ত তালুকদাৰেও উপলব্ধি কৰিছিল। তেওঁ কলে, আজিলৈ আমি যাওঁ আৰু শেৱালি। আমি দিল্লীত দুই-চাৰি দিন থাকিম। কালিলৈ আমি আকউ আহিম। নহয?

তেওঁ আমাৰ সমৰ্থন বিচাৰিলে।

মই বসন্তক কলো, তোমালোকে কথা-বতৰা পাতা বসন্ত। মই ডাক্তৰ মুখাৰ্জীক অলপ লগ ধৰো।

আপুনি ডাক্তৰক লগ কৰিব? শেৱালিযে মোক সুধিলে।

আপোনাৰনো কি অসুখ হৈছে তেওঁৰ পৰা জানিব খুজিছো।

মোৰ কোনো অসুখ নাই। মনত বৰ আঘাত পালো। বৰ নিৰাশ্ৰয আৰু অসহায় যেন লাগিছিল। আপোনালোকক দেখা পাই যে ইমান ভাল লাগিছে। দেহ আৰু মনত নতুন বল পাইছো। ডাক্তৰ মুখাৰ্জীক কব যাতে মোক ইযাৰ পৰা সোনকালে যাবলৈ এৰি দিযে। উত্তৰা বাইদেৱে আনি থৈ নোযোৱা হলে মই ইযালৈ কেতিযাও নাহো।

প্ৰায একে উশাহে কোৱাদি কথাখিনি কলে শেৱালিযে।

হঠাৎ দুষ্মন্ত তালুকদাৰে কলে, এখেত, ৰেজা চাহেব অসমৰ পৰা তোমাকে লগ পাবৰ কাৰণেই আহিছে। তেখেতে অৰুণ ভিলদেউৰ এখন জীৱনী লিখিছে।

এটা নতুন কৌতূহলেৰে শেৱালিযে মোৰ মুখলৈ চালে।

মই কলো যে জীৱনীখন মই এতিয়াও লিখা নাই। কিন্তু লিখিবৰ কাৰণে ডক্টৰ অৰুণাভৰ জীৱনৰ কিছু কথা সংগ্ৰহ কৰিছো। আৰু এতিয়ালৈকে অতি ঘনিষ্ঠভাৱে ডক্টৰক জনা মানুহ শেৱালিৰ বাহিৰে আন কাকো লগ পোৱা নাই।

মোৰ কথা শুনি শেৱালিয়ে অলপ সময় মনে মনে থাকি কলে, ডক্টৰৰ বিষয়ে মযোতো বিশেষ একো নেজানো।

যি জানে—মই কলো। আৰু পিছদিনা আকৌ শেৱালিক লগ পোৱাৰ আশা দি তাৰ পৰা ওলাই আহিলো।

মোৰ লগে লগে যোচেফ আৰু অলুকদাৰো ওলাই আহিল। ইচ্ছা কৰিয়ে বসন্তক আমি তাত এৰি আহিলো। কিছু লজ্জিত আৰু কুণ্ঠিতভাৱে বসন্তই তাৰ কাৰণে মোক অলপ ৰবলৈ কলে।

ডাক্তৰ মুখাৰ্জীক লগ ধৰিলো। ব্যস্ত মানুহ, তথাপি আমাৰ লগত কেই মিনিটমান কথা পাতিলে। তেওঁ জনালে যে শেৱালিৰ তেনে কোনো দৈহিক অসুখ নাই। কিন্তু তেওঁৰ স্বাস্থ্য সিমান ভাল নহয়। মানুহগৰাকী কিছু বেছি অনুভূতিপ্ৰৱণ। ডক্টৰ অৰুণাভৰ মৃত্যুত তেওঁ অত্যধিক ম্ৰিয়মাণ হৈ পৰিছিল। এতিয়া যথেষ্ট ভাল হৈছে। তেওঁ যাওঁ বুলিলে কেইদিনমানতে তেওঁক নাৰ্চিং হোমৰ পৰা যাবলৈ দিবলৈ তেওঁৰ আপত্তি নাই।

নিজৰ স্বাৰ্থতে মই ভাবিলো যে যদি মান্তি হয শেৱালিক মই আমাৰ লগতে অসমলৈ লৈ যাম। যোচেফেও তেনে মতকে প্ৰকাশ কৰিলে। শেৱালিৰ টকা-পইচাৰ কোনো নাটনি নহয। অৰুণাভে বহুত টকা-পইচা সা-সম্পত্তি শেৱালিৰ নামত উইল কৰি থৈ গৈছে। এতিয়া শেৱালিক এক শান্তিপূৰ্ণ আশ্ৰয়হে লাগে। হয়তো বসন্ত, আপুনি, আহমদ, উত্তৰা দেৱী বা তালুকদাৰ যিয়ে তেনে আশ্ৰয দিব পাৰিব শেৱালি তাতেই থাকিব।

মই কলো যে প্ৰথমে শেৱালিক অসমলৈ ঘূৰাই নিয়া হওক। তাৰ পাছত তেওঁৰ থকা-মেলাৰ ব্যৱস্থা তেওঁৰ ইচ্ছা আৰু সন্মতি অনুসৰিয়েই কৰা হব।

অৱশ্যে মই নিজে শেৱালিক কোনো আশ্ৰয় দি ৰখাৰ কথা তেতিয়া ভবা নাছিলো। তেওঁৰ লগত মোৰ কোনো ৰকমৰ সম্বন্ধই নাই। মাত্ৰ অৰুণাভৰ জীৱনী লিখাৰ সম্পৰ্কতহে মই শেৱালিৰ লগত চিনাকি হৈছো, তাকো আজি।

মোৰ বিশ্বাস, শেৱালিযে বসন্তৰ লগতে থাকিবলৈ অস্বীকাৰ নকৰিব। তেওঁলোক দুযোজনৰে হযতো নতুনকৈ দাম্পত্য জীৱন আৰম্ভ কৰাৰ বয়স নাই, কিন্তু দুজন অকলশৰীযা পুৰুষ আৰু নাৰী বহুদিন আঁতৰি থকাৰ পিছত জীৱনৰ বাকী

দিনকেটা একেলগে থাকিবলৈ হয়তো বেয়া নেপাব। আৰু শেবালিৰ যেতিয়া টকা-পইচাৰ কোনো চিন্তা নেথাকিব, তেওঁলোকে শান্তিৰেই চলিব পাৰিব।

আধাঘন্টামানৰ মূৰত বসন্ত ওলাই আহি আমাৰ লগ লাগিলহি।

আমি বসন্তৰ মুখলৈ চালো। বসন্তৰ মুখত সামান্য প্ৰফুল্লতা আছিল। কিন্তু তাৰ মনৰ ভাব তাত ব্যক্ত হোৱা নাছিল। মই কিছু হতাশ হলো। মই আশা কৰিছিলো যে অতদিনৰ এই দেখাদেখি পুনৰ্মিলনৰ তৃপ্তিৰে পূৰ্ণ হৈ উঠিব কিন্তু বসন্তৰ মুখ দেখি মোৰ তেনে ধাৰণা কৰিবৰ সাহস নহল।

আমি বসন্তৰ কাৰণেই বাট চাই আছিলো। যোচেযে কলে, যোৱা যাওক আৰু, নহযনে? বসন্তই মোৰ মুখলৈ চালে। বিশেষ কথা নোকোৱাকৈ আমি নাৰ্চিং হোমৰ পৰা ওলাই আহিলো। যোচেফক টেক্সীত পঠাই দি মই আৰু বসন্তই অলপ ঘূৰিবৰ কাৰণে খোজ কাটিযে আগ বাঢ়িলো।

জানিবৰ মন গৈছিল যদিও বসন্তই শেবালিৰ লগত কি কথা পাতিলে মই নুসুধিলো। তাৰ পৰিবৰ্তে মই সুধিলো যে অসমলৈ যোৱা-নেযোৱা সম্পৰ্কে শেবালিযে বসন্তক কিবা কলে নেকি?

এক বিষণ্ণ মাতেৰে বসন্তই কলে, শেৱালি অসমলৈ যাব।

আমাৰ লগতে যাব?

আমাৰ লগত নেযায, উত্তৰা দেৱীও অসমলৈ যাব হেনো তেওঁৰ লগতে যাব।

তোমাৰ লগতে থাকিবলৈ নহয?

কিছুপৰ বসন্ত মনে মনে থাকিল। মই বসন্তৰ মুখলৈ চোৱা নাছিলো। দিল্লীৰ ৰাজপথৰ ওপৰলৈ সন্ধিযা নামি আহিছিল, কোমল নীলাভ ষ্ট্ৰীট লাইটবোৰ জ্বলি উঠিছিল। ফুটপাথত মানুহৰ ভিৰ বৰ বেছি নাছিল। মোৰ পিছে পিছে বসন্ত আহি আছিল। আমি একপ্ৰকাৰ উদ্দেশ্যহীনভাৱেই গৈ আছিলো।

শেৱালি গৈ কাৰ লগত থাকিবগৈ তুমি সোধা নাছিলা জানো?

সোধা নাছিলো ছাৰ, শেৱালিযে নিজেই কৈছিল। বসন্তই কলে।

কি কৈছিল?

ভগা ভগা মাতেৰে বসন্তই কলে, ছাৰ শেৱালি অসমলৈ ঘূৰি যাব কিন্তু মোৰ লগত নেথাকে, ক'ৰবাত ডাক্তৰ মাচুম নামেৰে এজন মানুহ আছে হেনো, তেওঁৰ লগত থাকিবগৈ।

ডাক্তৰ মাচুমৰ লগত?

মানুহজনক আপুনি চিনি পায নেকি ছাৰ?

ওঁ—মই চমুকৈ কলো।

বাৰু ছাৰ, মই যে ইমান দিন শেৱালিৰ কাৰণেই বাট চাই ৰৈ থাকিলো আপুনি বুজাই কবচোন। কাইলৈ আপুনি আকৌ আহিব নহয়?

মই মনে মনে থাকিলো। তিৰোতা মানুহৰ মন মই নুবুজো। বসন্তৰ কাৰণে মোৰ দুখ লাগিল। শেবালিয়ে জানো বসন্তৰ মনটোক বুজা নাই। অৱশ্যে অত বছৰ ডক্টৰ অৰুণাভৰ লগত থকাৰ পিছত স্বাভাৱিকতে বসন্তৰ লগত আহি জীৱন কটোৱাটো শেবালিৰ কাৰণে কষ্টকৰ হব সেইটো বুজিব পাৰি। কিন্তু শেৱালি গৈ ডাক্তৰ মাচুমৰ লগত থাকিবলৈ ললে বসন্তৰ কি হব? কি নতুন আশা লৈ বসন্ত জীযাই থাকিব?

কিছু পৰৰ মূৰত মই সুধিলো, আৰু কি কলে শেৱালিয়ে?

বসন্তই কলে মই নিয়া ৰঙা চোলাকাপোৰ ডোখৰ শেৱালিক দিলো। শেবালিয়ে ললে, আৰু এবাৰ কাপোৰ ডোখৰলৈ আৰু এবাৰ মোৰ মুখলৈ চালে। তাৰ পিছত কলে, মোলৈ চোলা-কাপোৰ আনিছা?

মই কাপোৰ ডোখৰ কেতিয়া আৰু কিয় কিনিছিলো কলো। শেৱালিয়ে কলে, মোৰহে তোমাক দিবলৈ একো নাই।

আমি বাটৰ কাষৰ এখন হোটেলত চাহ খাবলৈ সোমালো।

মোৰ ধাৰণা হল যেন ডক্টৰ অৰুণাভৰ সংস্পৰ্শলৈ অহা প্ৰায় সকলোবোৰ মানুহেই কিছু এবনৰমেল। প্ৰায় প্ৰতিজনৰে কাৰ্যকলাপবোৰ মোৰ অস্বাভাৱিক যেন অনুমান হল। চিনাকি মানুহেই যেন কিবা অচিনাকি। বুজিব নোৱৰা। নে আজিৰ পৃথিৱীৰ মানুহবোৰেই কিবা অস্বাভাৱিক হৈ পৰিছে? এই অস্বাভাৱিকতাৰ মাজত সোমাই পৰি মই একো ভাল কাম কৰা নাই।

আমি চাহ আৰু কিবাকিবি খালো। আমি দুয়ো নিজৰ চিন্তাত বুৰ গৈ আছিলো। স্পষ্টতঃ বসন্তৰ বেদনাৰ সাক্ষী হবলগীয়া হোৱাত মোৰ অস্বস্তি লাগিছিল আৰু হয়তো এই বাবেই শেৱালিৰ প্ৰতি মোৰ ধাৰণা কিছু প্ৰতিকূল হৈ অহা যেন অনুভৱ হৈছিল। অৱশ্যে মুখখন দেখিলে শেৱালিৰ সৰলতাক অস্বীকাৰ কৰিবৰ উপায় নাছিল।

তুমি কি ভাবিছা বসন্ত?

হোটেলৰ পৰা ওলাই পুনৰ আলিবাটত ভৰি দি সুধিলো।

উচপ খোৱাদি খাই বসন্তই কলে, কি কৈছে?

এতিয়া তুমি কি কৰিম বুলি ভাবিছা?

মইনো কি কৰিম? মোৰ জানো কিবা কৰিবলগীয়া আছে?

বিষণ্ণ মাতেৰে বসন্তই কলে।

মই একো মাতিব নোৱাৰিলো। সঁচা কথা, বসন্তৰ একো কৰিবলগীয়া নাই। পৰম আস্থা আৰু পূৰ্ণ আশাৰে অত বচৰ বাট চালে বসন্তই। এতিয়া বাট চোৱাৰ শেষ হ'ল। তাৰ পিছত আৰু একো কৰিবলগীয়া তাৰ নাই। কিবা কৰিব লগা থাকিলে কৰিব শেৱালিয়ে। নেজানো শেৱালিয়ে কি কৰাৰ সিদ্ধান্ত কৰিব। এই বিষয়ত মোৰ কৰিবলগীয়া একো নাই।

· ছাৰ, এষাৰ কথা আপোনাক আজি কওঁ। বসন্তই কলে।

কি কথা বসন্ত?

মই কিজানি এটা পাপ কৰিছিলো ছাৰ।

মানে?

ছাৰ, মোৰ পৰা শেৱালিক দূৰণিলৈ আঁতৰাই লৈ অহাৰ কাৰণে মনে মনে মই অৰুণ ডাক্তৰক বেযা মানুহ বুলি ভাবিছিলো। আৰু সেই বাবে তেওঁক বেযাও পাইছিলো। পিছে এতিয়া বুজিলো দোষ ডাক্তৰৰ নহয়, ভুল বুজি মই পাপহে কৰিছিলো।

আমি আহি আমাৰ হোটেল পালোহি।

কিবা এটা কাৰণত আজি দিল্লী চহৰখন মোৰ বেযা লগা যেন লাগিল। কাৰোবাৰ এটা মৰ্মদাহী হুমুনিযাহ যেন চাৰিওফালে বিযপি ঘূৰিছে। বহুত হতাশা, বহুত গভীৰ নিৰাশা যেন কাৰোবাৰ হৃদযৰ পাৰ ভাঙি বাগৰি আহিছে, কোনোবা সংবেদনশীল হৃদয়ৰ অনুকম্পা বিচাৰি।

মই আৰু বসন্ত বহিলো। কিবা উপাযে মোৰ বসন্তক সান্ত্বনা দিবৰ মন গ'ল। মনত পৰিল বাইবেলৰ এষাৰ কথা ঃ Much will be forgiven thee for thou hast suffered much কিন্তু বসন্তৰ নিচিনা মানুহে জানো পাপ কৰিব পাৰে? বসন্তইতে মাথোন suffer কৰিবহে জানে। তাৰ ক্ষমাৰ কোনো প্ৰযোজন নাই।

সাধাৰণভাৱে মই কলো, শেৱালিৰ এতিযা অসুখ, গা ভাল নাই। তাতে অৰুণাভ ঢুকোৱাৰ কাৰণে মনটোও ভাল নাই। আৰু বহুত দিনৰ মূৰত তোমালোকৰ দেখাদেখি হৈছে। শেৱালিকতো তুমি নজনা নহয। অধৈৰ্য হোৱাতকৈ শান্ত আৰু সুস্থিৰভাৱে কথাবোৰ ভাবি চোৱাহে ভাল হব।

বসন্ত তলমূৰ কৰি বহি থাকিল। একো নেমাতিলে। মোৰ বুজাত কোনো অসুবিধা নহল যে বসন্তই মনত বৰ আঘাত পাইছে। আৰু এই সমযত তাক নিষ্ফল সান্ত্বনা দিবৰ চেষ্টা কৰাটো নিৰৰ্থক কথা।

অলপ পৰৰ পিছত বসন্ত নিজৰ কোঠালৈ গ'লগৈ।

হোটেলৰ সৰু কোঠাটোৰ ভিতৰত মোৰ নিজকে বৰ অকলশৰীয়া যেন লাগিল। বাহিৰত তেতিয়া মহানগৰী দিল্লীৰ গতানুগতিক উৰ্মিমুখৰ ব্যস্ততাৰ পূর্ণ পযোভৰ। যানবাহন উদ্দাম উর্ধশ্বাস অহা-যোৱাৰ কোলাহল, আলিবাটত মানুহৰ আচৰিত ভিৰ, চিএৱৰ-বাখৰ, চিৎকাৰ আৰু নীৰৱতা।

মোৰ কোঠাটোৰ ভিতৰত এক মৌন, নিথৰ কাৰুণ্যৰ বিৰিয়নি।

আকৌ ওলাই যাবৰ মন নগ'ল। কিন্তু এনেযে সোমাই থাকিও অস্বস্তি লাগিল।

মনত পৰিল যোচেফে মোৰ হাতত দিয়া ডক্টৰ অৰুণাভৰ কাগজপত্ৰবোৰ মোৰ বাকচতে আছে। বিশেষ কৌতূহল নাছিল, তথাপি সময় কটাবৰ কাৰণে সেই কাগজৰ টোপোলাটোকে চকুৰ আগত মেলি লৈ চকু ফুৰাই যাব ধৰিলো ঃ

আৰু প্ৰত্যাবৰ্তনৰ আশা নাই। প্ৰয়োজনো শেষ। এই যাত্ৰাই হয়তো জীৱনৰ অন্তিম যাত্ৰা। দিনৰ পোহৰ শেষ হৈ আহিছে। নীড়যাত্ৰী বনপখীৰ কোমল পাখিত দিনান্তৰ আভা লাগিছে। প্ৰাণৰ পখীৰ কাণত পৰিছে দূৰণিৰ আহ্বান—

কোনে যেন চিএৱৰি চিএৱৰি কৈছে—আৰম্ভ কৰা সামৰণিৰ গীত, দুৱাৰ মুকলি হৈছে স্বপ্নৰ নতুন দেশৰ, সামৰি থোৱা বেচা-কিনাৰ টুলুঙা বেহানি, সামৰি থোৱা লাভ-ক্ষতিৰ ভুৱা খতিয়ান। উপকূলৰ মায়া এৰা, পাৰি দিয়া ৰূপালী ঢৌৰ মাজে মাজে নিৰুদ্দেশ যাত্ৰাৰ গতিপথত ..

আজি মোৰ কোনো নতুন আশা কৰিবৰ মন যোৱা নাই, পুৰণি কথাবোৰ সুঁৱৰিবৰো ইচ্ছা যোৱা নাই। আৰু সেইবোৰ পাহৰিবৰ চেষ্টাও অসাৰ্থক যেন অনুভৱ হৈছে। স্মৃতিবোৰ জানো জীৱনৰ সঞ্চয়? আকাশৰ নীলা আৰু পৃথিৱীৰ ধূলিয়ে যি দিলে, ফাগুনৰ শিহৰণ আৰু হেমন্তৰ বৈৰাগ্যই যি দিলে—জীৱনৰ উঁৱাল জানো তাৰেই চহকী হল? তৰা আৰু নদী আৰু অৰণ্য আৰু প্ৰভাতৰ আকাশ মিলি জীৱনৰ যিবোৰ বৰ্ণালী ৰচনা কৰিলে, বিদায় লবৰ সময়ত এটা হুমুনিয়াহেৰে সেই সকলোৰে মূল্য দি যাব পাৰিম জানো? আৰু সকলোৰে দাম নিদিয়াকৈ নিশবদে পলাই যোৱাৰ কৃপণালিৰ গ্লানি অস্বীকাৰ কৰাৰ সাৰ্থকতাইনো কি?

আজি মই ৰিক্তহস্ত, নিঃসঙ্গ, নিৰাশ্ৰয়। জীৱনৰ আশীৰ্বাদৰ ফুলবোৰেৰে ফুলশয্যা ৰচনা কৰাৰ অৱকাশ শেষ হল। সেই ফুলৰ পাহিত লাগিছে শ্মশানৰ হিমচেঁচা নিশ্বাস। মৃত্যুৰ তিমিৰাচ্ছন্ন সুৰঙ্গ পথত আলোকপিয়াসী আত্মাৰ সান্ত্বনা। সেই ফুলৰ নিশ্বাসত নাই। আত্মা অসহায়।

জীৱনত যি কৰিলো, সেইবোৰৰ কৰ্তা জানো মই? যিবোৰ ঘটিল, সেইবোৰ মই কৰিলো নে সেইবোৰ হ'ল? কিন্তু সেইবোৰ হ'ল আৰু সেইবোৰৰ কৰ্তা মই নহওঁ বুলি মোৰ দায়িত্ব অস্বীকাৰ কৰিব খুজিছোনেকি? যিবোৰ ঘটনাৰ লগত মই

জড়িত ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱেই, সেইবোৰৰ সংঘটনৰ দায়িত্ব অস্বীকাৰ কৰিবৰ চেষ্টা কৰি আজি কাৰ কি লাভ হ'ব?

জীৱনত যি কৰিলো, সেইবোৰ মই নকৰা হলেই ভাল আছিল বোলাৰ অসাৰ্থক আত্মপ্ৰসাদ তেনেই ঠুনুকা। কিন্তু সেইবোৰ লৈ গৰ্ব কৰাৰেইবা থল ক'ত? সুৰ বিচাৰোতে জীৱনটো বেসুৰা হল, জ্ঞান আৰু যুক্তিৰ পোহৰত বাট বুলিবলৈ লওতে অনুভূতিৰ ৰস-সমুদ্ৰই জনালে সাদৰ আহ্বান, অনুভূতিৰ আদিম অৰণ্যপথেদি খোজ বুলাওতে, যুক্তি-বিবেক জ্ঞানৰ কাঁইটে যাত্ৰা কন্টকময় কৰিলে। মই পোহৰ হব খুজিছিলো, পালো পোহৰ অস্ত হোৱাৰ পথ।

জীৱনৰ লগত ফাকিফুকাৰ ঠাই নাই। জীবন নিজৰ মতে চলে। এই নিজৰ চলাৰ নামেই হয়তো ভবিতব্য। হয়তো তাৰ নামেই ঈশ্বৰ, বিধাতা। বিধাতাক ফাকি দিয়া নেযায়। জীৱনকো ফাকি দিয়া নেযায়। সঁচাকৈয়ে জীবনত ফাঁকিৰ ঠাই নাই। জীৱন ইমান মুকলি, ইমান অগোপন, ইমান স্পষ্ট? লুকুবাবা কি? জন্মৰ পৰা মৃত্যু পৰ্যন্ত এই দীঘল বাটছোৱা ইমান একাবেঁকা, অথচ ইমান পোন। ইয়াত লুকুবাবৰ ঠাই ক'ত? লুকুৱালেও যে জীবনেই সদৰি কৰি উলিয়াই দিয়ে। আজি মৃত্যুৰ দুৱাৰমুখত বৈ মই জীবনৰ সকলো কথা দাপোণত দেখাৰ দৰে স্পষ্টকৈ দেখিছো। আচৰিতভাৱে সুন্দৰ জীবনৰ অভিজ্ঞতাবোৰ। জীৱনৰ কোনো অভিজ্ঞতাই পেলনীয়া নহয়, অদৰ্কাৰী নহয়।

আৰু মোৰ দৰে যি চিৰাচৰিত নীতি-নিয়মৰ মাজেদি নগৈ ব্যক্তিক্ৰমৰ পথ ললে, তাৰ অভিজ্ঞতা যে আৰু মনোৰম।

নীতি-নিয়ম মানুহে ৰচনা কৰে। জীৱন সম্মুখলৈ আগুৱাওতে নিয়মে আপুনি গঢ় লয়। বায়'লজিক ছচিয়'লজিৰ বশলৈ অনাৰ চেষ্টা হয়। সভ্যতাৰ আৱৰণ-আচ্ছাদনেৰে জীৱনৰ মৌলিক স্বৰূপটোক অভিনৱ কৰিবৰ প্ৰয়াস চলে। সভ্যতাৰ দাবী পূৰাবলৈ যাওতে আমি জীৱনৰ মূল ৰংটোকে হেৰুৱাই পেলোৱাৰ দিহা কৰোঁ। আমি কৃত্ৰিম হওঁ, অস্বাভাৱিক হওঁ। জীৱনক নতুনকৈ গঢ়াৰ নামত জীৱনক আমি ভাঙো, জীবনৰ মূল সোণাৰু কাঠ ফালি আমি চকী-মেজ সাজো। আমি পাহৰিবৰ যত্ন কৰো যে চকী-মেজবোৰ সোণাৰু কাঠ নহয়। জীৱনক লৈ এই কৃত্ৰিম ধেমালি কৰি আমি জানো লাভবান হৈছো? জীৱন জানো ধনী হৈছে? জীৱনৰ ভঁৰালত জানো নতুন মাণিকিমধুৰীৰ সঁচ জমা হৈছে?

এক প্ৰাণৰ শিখাৰে সহস্ৰ প্ৰাণ আলোকদীপ্ত কৰি তোলাত ক্ষতি কি? এখন হৃদয়ক সহস্ৰ হৃদয়ৰ মধুৰ সংস্পৰ্শলৈ অনাত কাৰ্পণ্য কৰি সভ্যতাৰ কি লাভ?

জীৱনৰ পৰা জীৱনান্তৰলৈ চিৰ চলমান অগ্ৰগতিক সঙ্কুচিত কৰি আত্মাৰ কি ঐশ্বৰ্য বৃদ্ধি পায়? মোৰ প্ৰত্যয়ৰ দাম মোৰ কাৰ্যেৰে দিয়াত বাধা দানৰ কি সাৰ্থকতা আছে?

জানো, এইবোৰ প্ৰশ্ন আজি উত্থাপন কৰাৰ কোনো সাৰ্থকতা নাই। কিন্তু অমীমাংসিত প্ৰশ্ন বুকুত বান্ধি জীৱনৰ পৰা বিদায় লোৱাৰোতো কোনো আনন্দ নাই। উত্তৰা মোৰ জীৱনত যিমান সত্য, মেৰীও সিমান সত্য হোৱাত বাধা কি? মীনাক জীৱনৰ পৰা বাদ দি ৰখাৰে বা কি যুক্তি আছে?

কিন্তু সভ্যতাই নিদিয়ে। হৃদয়ৰ মুক্ত বিকাশৰ স্বাভাৱিক অকাঙ্ক্ষাক সভ্যসমাজে নামকৰণ কৰিব ব্যভিচাৰ বুলি। সূৰ্য জানো ব্যভিচাৰী? সিয়ে সকলোতে পোহৰ দিয়ে। ফুল জানো ব্যভিচাৰী, সিয়ে সকলোৰে চকুৰ তৃপ্তি দিয়ে। মানুহৰ হৃদয় কিয় সূৰ্য হব নোৱাৰে, ফুল হব নোৱাৰে, আকাশ হব নোৱাৰে?

এটা বন্ধ খাম আছিল। ওপৰত লিখা আছিল ঃ প্ৰয়োজন বোধ কৰিলে এই খামৰ ভিতৰত থকা কথাখিনি ডাক্তৰ মাচুম আহমদলৈ পঠাই দিয়ে যেন।

খামটোৰ মুখখন খোলাত কোনো অসুবিধা নাছিল আৰু এইবোৰ কাগজপত্ৰ মোক দিছেই যেতিয়া মই খুলি-মেলি পঢ়ি চোৱাত কোনো বাধা নাই বুলি ভাবিলো।

কিন্তু এতিয়ালৈকে মই যিমানবোৰ কাগজপত্ৰ, প্ৰবন্ধ-পাতি পাইছো তাৰ পৰা কোনো সুসংবদ্ধ এটা জীৱনৰ ক্ৰমিক কাহিনী উদ্ধাৰ কৰিব পৰা নাই। সকলোবোৰ যেন কিবা বিচ্ছিন্ন যোগসূত্ৰহীন।

খামটোৰ ভিতৰত চিঠিয়েই নে প্ৰবন্ধই—এটা লিখা আছিল। এবাৰ নপঢ়াৰ কথাই ভাবিছিলো। কিয়নো গৌতম চৌধুৰীয়ে লিখা কিতাপখন ভালকৈ এবাৰ শেষলৈকে পঢ়ি চোৱাৰ এটা প্ৰয়োজন মই উপলব্ধি কৰিছিলো। পাণ্ডুলিপিখন মোৰ হাততে আছে।

খামটোৰ ভিতৰত থকা লিখাখিনিকে এবাৰ চকু ফুৰাই চাওঁ বুলি উলিয়াই ললো।

ডক্টৰ অৰুণাভৰ সময়ৰ বহুত ডাঙৰ মানুহেই আত্মজীৱনী লিখিছিল। তাৰে বহুত জীৱনী আজি উচ্চ ধৰণৰ সাহিত্য বুলি স্বীকৃত হৈছে। অৰুণাভ এজন সাহিত্যিক আছিল। লিখো বুলি ইচ্ছা কৰা হলে তেওঁ নিজৰ জীৱনকথা অতি মনোৰম আৰু চাঞ্চল্যকৰ কৰি লিখি থৈ যাব পাৰিলেহেঁতেন। কিন্তু আজিলৈকে মই যি উদ্ধাৰ কৰিছো, তাত তেওঁৰ জীৱনৰ বিক্ষিপ্ত কিছুমান ঘটনাৰ অসম্পূৰ্ণ টোকাৰ বাহিৰে আন একো পোৱা নাই। হয়তো কৰবাত তেওঁৰ আত্মজীৱনীখন পাই যোৱা হলে আজি মই বা আহমদে তেওঁৰ জীৱনী লিখি উলিয়াবৰ কাৰণে ইমান কষ্ট কৰিব নেলাগিলহেঁতেন।

লিখাখিনিত চকু ফুৰালো।

‘জন্মক শ্ৰদ্ধা কৰিব নেজানিলে জীৱনক শ্ৰদ্ধা কৰিব কেনেকৈ? কোনোবা অৱহেলিত বকৰাণিত গজা এটা নিচেই অকণমান অঙ্কুৰক এক মহা মহীৰুহ দেৱদাৰুৰ আদিৰূপ বুলি ভবাৰ সাহস নহ'লে কি প্ৰত্যযত ভৱিষ্যতৰ দুৱাৰ মুকলি কৰিবলৈ আগবাঢ়িব? জীৱনৰ ভিত্তিতো মাটি-পানী ভাত-বায়ু নহয় জীৱনৰ ভিত্তি আস্থা সম্ভাৱনাৰ ওপৰত একান্ত বিশ্বাস। এই আস্থা আৰু বিশ্বাসেই মানুহৰ সভ্যতা সংস্কৃতিৰ ভিত্তি। ভৱিষ্যতৰ কাৰণে কিবা এটা মই কিয় কৰি যাম যদিহে ভৱিষ্যতৰ অৱশ্যম্ভাৱিতাৰ ওপৰত মোৰ একান্ত বিশ্বাস নেথাকে?

এই কথাকেই মই মীনাক কৈছিলো।

মীনা মাতৃ হৈছিল। দূৰণিৰ এটা হাস্পতালৰ এটা ৱাৰ্ডত এজন ডাক্তৰ আৰু এজনী ধাইৰ সহাযত এটা মানৱশিশু মানুহৰ সমাজৰ মাজলৈ আহিছিল। আচহুৱা কোঠাটোৰ অচিনাকি বায়ু আৰু পোহৰৰ মাজত চকু দুটা মেলি সেই অকণমান কেঁচুৱাটোৱে কান্দি উঠিছিল। আৰু সেই কান্দোনৰ ভাষাৰেই সি পৃথিৱীলৈ অহাৰ জাননী দিছিল। সেই কান্দোনত আছিল স্বৰ্গচ্যুত পোহৰৰ সংস্পৰ্শলৈ অহা আদিম মানুহৰ বিস্ময়ৰ আদিম অভিব্যক্তি। পৃথিৱী বহুত সলনি হ'ল কিন্তু একেই আছে, শিশুৰ কান্দোন, একেই আছে সদ্যজাত মানৱ-সন্তানৰ প্ৰথম মেলা চকুৰ নতুন বিস্ময় একেই আছে মাতৃগৰ্ভৰ চিৰ-ৰহস্যময অন্ধকাৰ, আৰু একেই আছে ওপজা কেঁচুৱাৰ প্ৰথম মেলা চকুত নতুন পোহৰৰ কাকলীৰ আবেদন।

এই অবিকৃত চিৰন্তনতাক শ্ৰদ্ধা কৰিব জনা মানেই মানুহৰ শাশ্বত সম্ভাৱনাক স্বীকৃতি দিযা, সন্মান কৰা।

মীনাই কৈছিল, সিমানবোৰ মই নুবুজো। কিন্তু মই ইমানকে বুজিছো যে মই এটা সন্তানৰ মাতৃ হৈছো। আৰু মই ভাবো যে মোৰ ওপৰত সৃষ্টিযে ন্যস্ত কৰা কৰ্তব্যৰ এটা মই সম্পাদন কৰিলো।

এতিযা তোমাৰ দায়িত্ব আৰু বহল হৈছে। তোমাৰ সন্তানক তুমি মানুহ কৰিব লাগিব।

মই? কিয?

ইযাত প্ৰশ্নৰ ঠাই নাই। এইযা সৃষ্টিৰ এক বৈচিত্ৰ্য। গছপুলি গছ হয। চৰাইৰ পোৱালি চৰাই হয। এটা জোনাকী পৰুৱাৰ পোৱালি জোনাকী পৰুৱা হয। তাৰ বাবে কোনো চেষ্টা যত্ন কৰাৰ প্ৰযোজন নহয। কিন্তু মানুহৰ সন্তানক বহু যত্ন, বহু কষ্টেৰে মানুহ কৰি গঢ়ি তুলিব লাগে। নহ'লে সি মানুহ নহৈ অমানুহ হৈ যাব পাৰে।

এনেকুৱা কিয হয? মীনাই সুধিছিল।

সেইটোৱেই মানুহৰ বৈশিষ্ট্য। কাৰণ মানুহ সহজ নহয়। মাটিৰ পৃথিৱীয়ে মানুহক মাটিৰ ফালে টানে, মাটি কৰিবলৈ বিচাৰে। কিন্তু মানুহৰ সূৰ্যমুখী আত্মা আকাশত পোহৰ বিচাৰি আগবাঢ়ি যায়। জীৱনৰ লগত জীৱন যোৰা দি মানুহে আকাশলৈ উঠা জখলা সাজে। অনভিগম্য-অনতিক্ৰম্যৰ মানুহৰ চিৰন্তন আত্মীয়তা। ..

মোৰ মুখৰ কথা মীনাই বুজা নাছিল, কিন্তু মোৰ ভাব উপলব্ধি কৰিছিল। কাৰণ যি নিজক বুজে তাৰ আনক বুজাত কোনো অসুবিধা নেথাকে।

দায়িত্বৰ কথা মীনাই মানি লৈছিল। মীনাই একো কোৱা নাছিল।

লক্ষ্য কৰিছিলো এটা নতুন কথা। হাস্পতালত প্ৰায় দুমাহ থকাৰ পিছত ধুনীয়া কেঁচুৱাটোক বুকুত বান্ধি যিদিনা মাতৃত্বৰ সকলো বিনয় আৰু গৰ্ব লৈ মীনা আমাৰ ঘৰলৈ আহিল, সেইদিনা উত্তৰাৰ চকুমুখত এনে এক দুৰ্বোধ্য চাৱনি ফুটি উঠিছিল যে তাৰ তাৎপৰ্য আজিলৈকে মোৰ বুজা নহল। মীনা সন্তানটো লৈ ঘূৰি অহাত উত্তৰা আনন্দিত হৈছিল নে অসন্তুষ্ট হৈছিল বুজা নগ'ল। উৎসাহীনভাৱে তেওঁ কেঁচুৱাটো আৰু মাকৰ পৰিচৰ্যাৰ ব্যৱস্থা কৰিলে। ব্যস্ততা বা উদাসীনতা একোৱেই তেওঁৰ কথা আৰু কামৰ মাজেদি প্ৰকাশ নেপালে। আৰু মীনাৰ সন্তানটো হোৱাৰ কাৰণে মোৰ যি আনন্দ হৈছিল তাতো তেওঁ কোনো বিস্ময় বা বিৰক্তি প্ৰকাশ নকৰিলে। কিন্তু মোৰ আনন্দৰ তেৱোঁ সমভাগী হৈছে বুলি উপলব্ধি কৰাৰ কোনো ইংগিতো তেওঁ নিদিলে।

হয়তো এই নৱজাতকৰ কাৰণেই মই কিছু বেছিকৈয়ে উত্তেজিত হৈছিলো। এটা অদ্ভুত মৰমে কেঁচুৱাটোৰ প্ৰতি মোক উদ্বাউল কৰি তুলিছিল। মই অন্য সকলো কাম আৰু চিন্তা পিছ কৰি কেঁচুৱাটোৰ চিন্তাত আবদ্ধ হৈ পৰিছিলো।

মনে মনে মই ভাবিছিলো—এই নিষ্পাপ মানৱ শিশুটোৱে তাৰ পিতৃৰ অবৰ্তমানৰ কথা অনুভৱ কৰিবলৈ নেপাওক, তাৰ মাকৰ লগতে পিতৃস্থানীয় এজন পুৰুষৰো বুকুৰ মৰমৰ উত্তাপ সি পাওক, অৱজ্ঞা-অবহেলাৰ মাজত নহয়, মানুহৰ মৰমৰ মাজত তাৰ জীৱন বিকশিত হওক। মোৰ বুকুৰ সকলো মৰম মই মীনাৰ সন্তানটোৰ ওপৰত ঢালি দিবলৈ বিচাৰিলো। মোৰ অন্তৰখনে এক অবুজ ভাষাৰে ক'বলৈ বিচাৰিলে, এইটো মোৰ সন্তান, মোৰ নিজৰ সন্তান। থাকক ইয়াৰ অন্য পিতা, মই ইয়াৰ পিতা হম। কেতিয়াবা যদি এই সন্তানটোৱে মোৰ পিতৃত্বক অস্বীকাৰো কৰে, তথাপি সি মোৰ সন্তান হৈয়ে থাকিব— থাকক।

মীনাৰ সন্তানটোক লৈ আমাৰ ঘৰখনত এক নতুন পৰিবেশ গঢ়ি উঠিছিল। এটা নিষ্পাপ মানৱ শিশুৰ নিশ্বাসৰ পৰশত আমাৰ ঘৰখন আনন্দমুখৰ হৈ উঠিছিল।

আৰু মীনাৰ অকণমান সন্তানটোৰ কোমল, ৰঙা ওঁঠ দুটাত যিদিনা অকণমান হাঁহিৰ ৰেখা বিৰিঙি উঠিল—সেইদিনা মই নিজকে কলো, মানব শিশুৰ মুখত প্ৰথম হাঁহি ফুটি উঠাতকৈ বিস্ময়কৰ আৰু একো নাই। এইয়া স্বপ্ন, এইয়া স্বৰ্গ।

কিন্তু স্বৰ্গসুখ সদায় নেথাকে।

জৰুৰী দায়িত্ব লৈ মই চাৰিমাহৰ কাৰণে বিদেশলৈ যাবলগীয়া হল হঠাৎ।

মই এজন বৈজ্ঞানিক, এজন বিশেষজ্ঞ পণ্ডিত। ঘৰ মোৰ জিৰণিৰ ঠাই। পৃথিৱীখন মোৰ ঘৰ।

আৰু চাৰিমাহৰ শেষত যেতিয়া ঘূৰি আহিলো—চাৰিমাহত মোৰ ঘৰখনৰ নিচিনা এখন সৰু পৃথিৱীত এনে অভাৱনীয় ওলটপালট হব, মইতো জনা নাছিলো। বহল পৃথিৱীখনত তো কোনো পৰিৱৰ্তন হোৱা নাই।

মীনা আছিল। কিন্তু মীনা ৰৈ আছিল মোৰ পৰা বিদায় লবৰ কাৰণেহে।

কৈনো কথা নোকোৱাকৈ, কাৰো বিৰুদ্ধে কোনো অভিযোগ প্ৰকাশ নকৰি, উত্তৰা ঘৰৰ পৰা আঁতৰি গৈছে। ঘৰত আছে আৰু শেৱালি। মীনা আৰু শেৱালিৰ মাজত অতদিন যেন থিয় দি আছিল উত্তৰা। আজি উত্তৰা আঁতৰি পৰাত শেৱালি আৰু মীনা দুয়ো যেন কাষ চাপি আহি ঘনিষ্ঠ হৈ পৰিছে।

উত্তৰাৰ কাৰ্যই মোক দুঃখিত কৰিলে।

কিন্তু তাতকৈ দুঃখিত কৰিলে যেতিয়া এদিন মীনাই মোক কলে, আপোনাক জনাবলৈ মোৰ বেয়া লাগিছে, তথাপি নজনাই নোৱাৰো, মই ইয়াৰ পৰা যোৱা ঠিক কৰিছো।

আত্মস্থভাৱে, কিন্তু মোৰ মুখৰ ফালে নোচোৱাকৈ মীনাই কথা কৈছিল প্ৰথমে মোৰ একো নুবুজা যেন লাগিছিল। মই নিৰ্বাক বিমূঢ়তাৰে মীনাৰ মুখলৈ চাইছিলো।

একেই গভীৰ মাতেৰে মীনাই কলে, আপুনি মোক যিমান মৰম কৰিলে, সিমান মৰম কোনো পিতাই, কোনো স্বামীয়ে বা কোনো বন্ধুৱে কাকো কৰিব নোৱাৰে। এই কথা মুখামুখিকৈ কৈ মই আপোনাৰ মৰমক অপমান কৰিবলৈ নিবিচাৰো। আপোনাৰ মৰমেই মোক স্বাৰ্থপৰ হবলৈকো শিকালে। উত্তৰা বাইদেৱেহে মোক সোঁৱৰাই দিলে যে এইখন মোৰ নিজা ঘৰ নহয়। আপোনাৰ মৰমৰ ওপৰত মোৰ এটা অকাৰণ অধিকাৰ থাকিব পাৰে। কিন্তু আপোনাৰ ঘৰখনত মোৰ কোনো অধিকাৰ নাই—

মীনাৰ মুখৰ কথা বন্ধ কৰি দি কঠিন মাতেৰেই মই কলো, তুমি ভাবি চাইছনে মীনা, তোমাৰ কথাখিনিয়ে মোক কিমান আঘাত দিব পাৰে?

মই জানিছো, মোৰ এই অকৃতজ্ঞতাৰ বাবে আপুনি মোক মাৰিলেও ক্ষমা কৰিব নোৱাৰিব, তথাপি মই নিৰুপায়। আপুনি মৰম কৰাৰ কাৰণে হয়তো উত্তৰা বাইদেৱে বেযা পোৱা নাই। কিন্তু মোৰ বাবেই আপুনি সমাজৰ অবাঞ্ছনীয় সমালোচনাৰ পাত্ৰ হব সেইটো উত্তৰা বাইদেৱে সহ্য কৰিব নোৱাৰিব। বাইদেৱে কেৱল আপুনি মানুহজনকে ভাল পায় এনে নহয়, আপোনাৰ খ্যাতি-যশস্যা সুনাম-দুৰ্নাম সকলোৰে প্ৰতি বাইদেউ সদায় সচেতন।

কিন্তু সেইবাবে উত্তৰাই ঘৰ এৰিব লাগে কিয়, সমাজৰ ভয়ত তুমিয়েবা ক'ৰবালৈ যোবাৰ কথা ভাবিব লাগে কিয়? মই সুধিলো।

উত্তৰা বাইদেউ আপোনাৰ অপযশৰ সাক্ষী হবলৈ প্ৰস্তুত নহয়, আৰু মোৰ নিজৰ ওপৰত বিশ্বাস আছে, যদিও আমাৰ সমাজখন মোৰ আত্মবিশ্বাসতকৈ বহুত শক্তিশালী। এগৰাকী মাতৃক বিশ্বাস কৰাতকৈ এজন পিতাক, এজন পুৰুষক বিশ্বাস কৰাটো সমাজে অধিক প্ৰয়োজনীয় বুলি ভাবে।

সেইবাবেই তুমি নিজে নিজে পৰাজয বৰণ কৰিবা? আৰু মোক এৰি থৈ যাবা?

এজনী সৰু ছোৱালীৰ দৰে মূৰ দুপিয়াই মীনাই কলে, কেৱল আপোনাকে নহয়, মই মোৰ লৰাটোকো এৰি থৈ যাম—

মীনাৰ কথাই মোক বিস্মিত কৰিলে। এইয়া আত্ম-প্ৰেম নে পলায়ন নে কিবা বিদ্ৰোহ?

তুমি কি কৰিবা মীনা?

স্থিৰ আত্মবিশ্বাসৰ সুৰত মীনাই কলে, ভাল পাবলৈ যি সাহ কৰিলে, তাৰ জানো মৰিবলৈ ভয় কৰিলে চলে? মোৰ অপমান মই সহ্য কৰিব পাৰো, কিন্তু মোৰ ভালপোৱাৰ অপমান এটা মুহূৰ্তৰ কাৰণেও মই সহ্য নকৰো। আৰু মোৰ ভালপোৱাৰ চিন মোৰ এই ল'ৰাটো—তাক মই টেঁটু চেপি মাৰি পেলাব পাৰো, কিন্তু তাৰ পৰিচয়ক অপমানিত হবলৈ মই এৰি নিদিওঁ।

মীনাৰ কথাই মোক বিস্মিত কৰিলে। মাতৃ হলেই এনে সাহসৰ অধিকাৰী হয় নেকি? এই মাতৃত্বৰ মূল্যত যদি সমুদ্ৰগভীৰ প্ৰেম নেথাকে, তেন্তে সন্তানৰ মৰ্যাদা ৰক্ষাৰ কাৰণে নিজৰ জীৱনক এইদৰে অনিশ্চিত বিপদলৈ আগুৱাই দিয়াৰ সাহস কিহে দিব?

উত্তৰাইতো তোমাক কাহানিও কোৱা নাই যে তোমালোক ইয়াত থকাটো তেওঁ নিবিচাৰে?

উত্তৰা বাইদেউৰ নিচিনা মানুহে কোনো-কাহানিও সেই কথা নকয়, ক'ব নোৱাৰে। কিন্তু মোৰ ভয় হৈছে এইদৰে আপোনালোকৰ মৰমৰ মাজত, আপোনালোকৰ আশ্ৰয়ত থাকিবলৈ পাই মই মোৰ নিজৰ কথা পাহৰি যাব ধৰিছো।

কি কৰিবা তুমি?

মই মুক্ত হ'বলৈ বিচাৰো, আৰু মই সঁচা কৈছো, আপোনাৰ মৰমৰ পৰাও মই মুক্ত হবলৈ বিচাৰো। আৰু তাৰ কাৰণেই মই কি কৰিম ঠিক কৰি পেলাইছো।

মই সপ্ৰশ্ন দৃষ্টিৰে মীনাৰ মুখলৈ চালো। মীনাক লগ পোৱাৰ দিন ধৰি মীনাৰ এনে ৰূপ মই দেখা নাছিলো।

মোৰ মৰম তোমাৰ অসহ্য লাগিছে?

মোৰ প্ৰশ্নটোত মীনাৰ চকু দুটা কোমল আৰু বাষ্পাকুল হৈ উঠিল।

সঁচাই অসহ্য লাগিছে। মই বুজা নাই, আপোনালোকৰ এই মৰম পাবৰ মোৰ কি অধিকাৰ আছে। আপোনালোকৰ জীৱনৰ মাজলৈ অশান্তি নমাই আনিবলৈ মোৰ কি অধিকাৰ আছে।

সেই কাৰণেই তুমি মুক্ত হবলৈ বিচাৰিছা?

অন্য পথ আৰু নাই। মই ঠিক কৰি পেলাইছো।—আপুনি তেতিয়া নাছিল। মই এজন মানুহক লগ পাইছিলো। সেইজন মানুহক দেখিলেই চিনা যায়, চিনি পালেই বিশ্বাস কৰা যায়। মই ভাবিছো তেওঁৰ হাততে মোৰ সন্তানটোক গতাই দি যাম। মই জানো, তেওঁক অবিশ্বাস কৰাৰ দুৰ্ভাগ্য মোৰ কাহানিও নহ'ব।

কিন্তু মোৰ পৰা নি তোমাৰ সন্তানটোক তুমি অন্যক গতাই দিবা? কিয়?

আপুনিও এটা সৰু ল'ৰাৰ নিচিনাকৈ আপুনি আনৰ মৰম বিচাৰে। আপোনাৰ কাষত এৰি গ'লে মোৰ সন্তানটোৱে নিজক চিনিব নোৱাৰিব। আপোনাৰ মৰমে তাক বেয়া কৰি পেলাব।

কিন্তু যিটো সন্তানৰ কাৰণে তুমি তোমাৰ স্নেহাস্পদক এৰি আহিলা—সেই সন্তানক তুমি আনৰ ওচৰত এৰি যাবলৈ ওলাইছা কিয়?

মীনাই যেন মোৰ প্ৰশ্নটো ভালকৈ বুজিবৰ চেষ্টা কৰিলে। মীনাৰ মাতটোত যেন এটা শঙ্কাৰ ভাব প্ৰকাশ পালে। মই বুজিলো মীনাৰ সকলো চিন্তা বৰ্তমান তেওঁৰ সন্তানটোত কেন্দ্ৰীভূত হৈছে।

লাহে লাহে মীনাই কলে, মোৰ সন্তানটোৰ স্বাৰ্থতে মই তাক এৰি যাবলৈ বিচাৰিছো। তাক জন্ম দি যি দায়িত্ব মই লাভ কৰিছিলো, তাক মানুহ কৰিব নোৱাৰিলে মোৰ সেই দায়িত্ব অপূৰ্ণ হব। মোৰ লগত লৈ ফুৰালে সি মানুহ হব নোৱাৰিব। অন্ততঃ তাৰ বাবাকতকৈ ভাল মানুহ সি হব নোৱাৰিব। মোৰ জীৱন শেষেই হৈছে।

তাক মই এনে এজন মানুহৰ ওচৰত এৰি যাম, যিজনৰ দায়িত্বজ্ঞান সম্পৰ্কে মোৰ কোনোদিন সন্দেহ কৰিবলগীয়া হোৱা নাই।

মীনাৰ কথা বুজিছিলো, কিন্তু মই মানুহজন কোন মই ভাবি স্থিৰ কৰিব পৰা নাছিলো। তেতিয়াই সেই বিষযে মীনাক একো সোধাও নহল।

তাৰ পিছত এদিন সহজভাবেই মীনা মোৰ পৰা বিদায় লৈ আঁতৰি গৈছিল। যাবৰ সমযত মাত্ৰ কৈছিল, যাওঁ, মোক আৰু ক'তো নিবিচাৰিব।

মীনা সম্পৰ্কে মোৰ দুশ্চিন্তা নাছিল। মীনাৰ নিচিনা এজনী ছোৱালী হেৰাই যাব পাৰে কিন্তু ধ্বংস হৈ নেযায। আৰু যাবলৈ ওলালে মই নেযাবা বুলিয়ে বা কি অধিকাৰত ক'ম?

দিনটো মোৰ মনত আছে। আজিৰ পৰা ৩০/৩৫ বছৰ মানেই হ'ল কিজানি।

সেইদিনা মই হাচান চাহাবৰ ঘৰলৈ গৈছিলো। প্ৰাযে যাওঁ। তেওঁৰ আৰু মোৰ মাজত গভীৰ বন্ধুত্ব, আত্মীযতা আছিল —এজন জ্ঞানী আৰু ধৰ্মপৰাযণ মানুহ হিচাপে। তেওঁ ডেকা মানুহ, যদিও সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। হাচান এজনত স্বাধীনমনা মানুহ আছিল, কোনো চাকৰি-বাকৰি নিবিচাৰি তেওঁ কিতাপপত্ৰৰ ব্যৱসাযত ধৰিছিল। লাভ হৈছিল সামান্য। সেই কথা তেওঁ লুকুওৱা নাছিল। আৰু সেইবাবে তেওঁৰ কোনো খেদ বা আক্ষেপো নাছিল।

মই জনাত জীলি প্ৰকাশনীৰ প্ৰতিষ্ঠা হাচান আহমদৰ জীৱনত কোনো নাটকীযতা নাছিল। কিন্তু সেইদিনা তেওঁ মোক নাটকীযভাৱেই বিস্মিত কৰি তুলিছিল।

তেতিয়া আহমদৰ কোঠাত কোনো নাছিল। মই গৈ মাত লগালো। অলপ পৰৰ পিছত হাচান চাহাব ভিতৰৰ পৰা ওলাই আহিল।

মই মূল তুলি চালো। মই বিস্মিত হলো। হাচানৰ কোলাত এটি কেঁচুৱা। মই জানো পুতেক আহমদৰ বাহিৰে হাচানৰ ঘৰত আৰু কোনো কেঁচুৱা নাছিল। আজি এইটো কাৰ কেঁচুৱা তেওঁ কোলাত লৈ ফুৰাইছে?

কিন্তু কোলাত কেঁচুৱাটোৱেই নহয। হাচানৰ চকু-মুখত এমোকোৰা হাঁহি।

আহক আহক, ডাক্তৰ—তেওঁ চিঞৰি উঠিল, কেইবাদিনো দেখোন দেখাই নাই, মযো যাব পৰা নাই—ইযাৰ কাৰণেই। অন্য একো কাৰণ নাই। আনন্দ-মিহলি মাতেৰে অপ্ৰস্তুত হোৱাৰ দৰে হাচানে কলে, আৰু কোলাত কেঁচুৱাটোৰে সতে আহি মোৰ সন্মুখৰ চকীখনতে বহিলহি।

মযো অপ্ৰস্তুত হৈছিলো। কাৰণ হাচানৰ আজিৰ আনন্দৰ কাৰণ মই বুজিব পৰা নাছিলো।

অলপ পাছতে মোৰ কৌতূহল শেষ কৰি হাচানেই কলে, কোনে কি কব বা ভাবিব মই বুজিব পৰা নাই। কিন্তু অন্যে কি ভাবিব তাৰ কথা চিন্তা কৰিতো কৰ্তব্য কৰা নেযায়। তেওঁ আহি কলে, ইয়াক আপোনাৰ হাতত দিলো, ৰাখক। ইয়াক মানুহ কৰিব। মোক একো নেলাগে।

হাচানে কাৰ কথা কৈছে মই বুজিব নোৱাৰিলো।

কথাটো মই ভালকৈ বুজা নাই, হাচান—

চাওকচোন ইয়াক চিনা নাই? এইটো মীনাৰ ল'ৰা।

আপোনাৰ ঘৰৰ পৰা গুচি আহি মীনাই ইয়াক মোৰ হাতত দি গ'ল।

লৰাটোৰ মুখলৈ মই তেতিয়াও চোৱা নাছিলো। চিনি পালো। সকলো কিবা দুৰ্বোধ্য যেন লাগিল।

কি সুধিব লাগে ঠিক কৰিব নোৱাৰি মই সুধিলো, মীনাই যে ল'ৰাটো আপোনাক গতাই গ'ল ?

হাচানে মাথোন হাঁহিলে। এটা প্ৰফুল্ল হাঁহি।

সেইদিনা হাচানক মোৰ এটি অজলা সৰু ল'ৰা যেন লাগিছিল। পৰৰ সন্তান এটিৰ দায়িত্ব লোৱাটো হাঁহি তামাচাৰ কথা নহয়।

মীনা এতিয়া ক'ত আছে জানে?

মই নেজানো। মীনাই সন্তানৰ দায়িত্ব মোক দি নিজৰ দায়িত্ব নিজে লবৰ কাৰণে কেনিবা আঁতৰি হৈছে।

মীনাই একো কৈ যোৱা নাই?

হাচানে কলে, বিশেষ একো কোৱা নাছিল। মাত্ৰ কৈছিল ঃ এইটো মোৰ ল'ৰা। ইয়াৰ বিষয়ে আৰু একো জানিবলৈ নিবিচাৰিব। সি যেন নিজৰ পৰিচয়েৰেই পৰিচিত হব পাৰে, তাৰ কাৰণে পাৰে যদি অলপ সহায় কৰিব দিব।

পিছে আপুনি কি কৰিম বুলি ভাবিছে? মই সুধিলো।

হাচানে কলে, মোৰ কোনো দুশ্চিন্তা নাই। আগেয়ে ই মীনাৰ সন্তান আছিল, এতিয়া ই মোৰ সন্তান। তাৰ সকলো দায়িত্ব মই লৈছো আৰু লম।'

আন এটা টোকাত আছিল ঃ

'নানা কামত কেইবা বছৰ ঘৰৰ পৰা আঁতৰি আছিলো। ঘুৰি আহি এদিন হাচানৰ তালৈ গৈছিলো। মীনাৰ ল'ৰাটো তেতিয়া বেচ শকত-আৱতটো হৈছে। সি শ্ৰী চেহেৰাত অভিজাত কোনো পিতৃ-মাতৃৰ স্বাক্ষৰ বহন কৰা যেন লাগিল।

মীনাৰ ল'ৰাটি নহয়? মই সুধিলো।

এতিয়া আৰু ই মোৰ ল'ৰা। মীনাৰ ল'ৰা নহয় কাৰো ল'ৰা নহয়—হাচানে কৈছিল। ইয়াৰ নাম ৰাখিছো মাচুম—মাচুম হাচান। তাৰ অৰ্থ কি জানে? নিৰ্দোষ, নিষ্পাপ নিষ্কলঙ্ক।

হাচানৰ কথাৰ মাজত গৰ্ব আৰু আনন্দ।

তেওঁৰ কথা শুনি মোৰ ভাল লাগিল। তেওঁৰ ওপৰত থকা মীনাৰ আস্থা আৰু বিশ্বাসৰ মৰ্যাদা। যে সম্পূৰ্ণ ৰক্ষা কৰিব তাৰ সম্ভাৱনা দেখি ভাল লাগিল।

হাচানে মীনাৰ সন্তানক প্ৰকৃত মানুহৰ ধৰ্মতে দীক্ষিত কৰাৰ সঙ্কল্প লৈছে। যি ধৰ্মৰ মাজেদিযে নহওক মানুহৰ মানুহ হোৱাটোৱেই ডাঙৰ কথা।

তাৰ ভালেমান বছৰৰ পিছত যেতিয়া উচ্চতৰ ডাক্তৰী শিক্ষা লাভ কৰিবৰ কাৰণে মাচুম হাচানক ইউৰোপলৈ পঠাবলৈ লোৱা হল, তেতিয়া হাচানে এদিন মোক কৈছিল, মোৰ স্বাস্থ্য বৰ বেযা, ভাল হোৱাৰ আশা মই কৰা নাই। মোৰ স্বাস্থ্যতকৈ বেযা মোৰ আৰ্থিক অৱস্থা, জমা টকাকড়ি নাই। কিন্তু মই মাচুমক পঢাবই লাগিব মানুহ কৰিবই লাগিব। মীনাক মই কথা দিছিলো। ডক্টৰ, মই এটা অনুৰোধ কৰিব খুজিছো, মাচুমক মানুহ কৰাৰ দাযিত্ব মোৰ আৰু আপোনাৰ মাজত ভগাব খুজিছো।

হাচানৰ আহ্বানক মই এটা সুযোগ বুলিযে গ্ৰহণ কৰিছিলো। টকা দি কাকো মানুহ কৰিব নোৱাৰি, কিন্তু মানুহ হবৰ কাৰণে টকাৰ প্ৰযোজনক অস্বীকাৰো কৰিব নোৱাৰি।

মাচুমে আমাক নিৰাশ নকৰিলে। মাচুমৰ সাফল্যত মীনাৰ জীৱনৰ শেষ আশাও হযতো ফলৱতী হৈছে। কিন্তু আজি মীনা ক'ত আছে মই নেজানো। মীনাৰ সন্তান আজি ডাঙৰ ডাক্তৰ হৈছে। মাচুমৰ ভৱিষ্যৎ সম্পৰ্কে আজি একো চিন্তা কৰিবলগীয়া নাই। মাত্ৰ মোৰ ভয হয, কিজানিবা মাজে মাজে অতীতে মাচুমক আমনি কৰে, অশান্তি দিযে।

মাচুমৰ চিঠিপত্ৰ পাই আছো। কিন্তু মীনাৰ পৰা কোনো চিঠিপত্ৰ পোৱা নাই। হযতো অভিমানেই ছোৱালীবোৰৰ জীযাই থকাৰ এটা সম্বল আৰু হযতো সেই অভিমানক লৈ মীনা আজিও ক'ৰবাত পৰি আছে।

এবাৰ মোৰ মীনাক লগ পাবৰ মন আছিল। মাচুমৰ সাফল্যৰ খবৰ পাই মীনা কিমান সুখী হৈছে জানিবৰ মন আছিল। কিন্তু মোৰ এই আশা সম্পূৰ্ণ হোৱাৰ সম্ভাৱনা

বৰ ক্ষীণ। সময়ে আমাক বিচ্ছিন্ন কৰি পেলাইছে। তাৰ উপৰি মোৰ আৰু মীনাৰ মাজলৈ নামি আহিছে মৃত্যু। গোপনে, নীৰৱে, কিন্তু নিশ্চিন্তভাৱে।'

এই কথাখিনি পঢ়ি ডক্টৰ অৰুণাভৰ লগত হাচানৰ সম্পৰ্কটো মোৰ বুজা যেন লাগিল। এইবোৰ হয়তো চকুৰে নেদেখা এনাজৰীৰ বান্ধ। হয়তো অৰুণাভ আৰু হাচানৰ সম্পৰ্কৰ যোগসূত্ৰ হৈছে ডাক্তৰ মাচুম হাচান।

মই ঠিক কৰিলো যে আহমদৰ লগত এই সম্পৰ্কে আলোচনা কৰিলে হয়তো কিছু কথা বুজিব পৰা যাব। হয়তো ডক্টৰ অৰুণাভৰ জীৱনী লিখাৰ মূলত থকা কাৰণৰ কথাও এনেদৰেই কিছুদূৰ উদঘাটন কৰা যাব পাৰে।

লিখাখিনি মই ভালকৈ থৈ দিলো।

অৱসন্নভাৱে, মই কেনিও ওলাই নগৈ, হোটেলত মোৰ কোঠাটোতে বহি আছিলো। এই সময়ত মোৰ ওচৰলৈ কোনোবা আহক এনে ইচ্ছা বা আশাও কৰা নাছিলো। সন্ধিয়াটো অকাৰণতে নিৰানন্দময় যেন লাগিছিল আৰু কাষতে ৰেডিঅ'ত কিবা এটা বাদ্য বাজি থকা সত্ত্বেও পৰিস্থিতিৰ লগত ই খাপ খোৱা যেন লগা নাছিল।

মই অকণো ভাবপ্ৰৱণ মানুহ নহয়। তথাপি অৰুণাভৰ জীৱনৰ পম খেদি খেদি জানো মই এখন কিবা ৰহস্যময় ৰাজ্যত সোমাই পৰা যেন অনুভৱ কৰিছিলো। প্ৰতি মুহূৰ্তত মই উপলব্ধি কৰিছিলো যে ডক্টৰ অৰুণাভৰ জীবনৰ লগত মোৰ জীবনৰ কোনো ৰকমৰ মিল নাই। মোৰ অন্নদাতাৰ খেয়াল পূৰ্ণ কৰিবৰ কাৰণেহে মই এইদৰে অৰুণাভৰ জীবনৰ হেৰোৱা আঁত বিচাৰি ফুৰিছো। ইয়াত মোৰ সৃষ্টিৰ আনন্দ বা আৱিষ্কাৰৰ গৌৰৱ একোৱেই নাই। তথাপি অস্বীকাৰ কৰিবৰ উপায় নাই যে অৰুণাভৰ জীৱনৰ সামঞ্জস্যহীন ঘটনাৱলীৰ প্ৰতি মই আকৃষ্ট হৈ পৰিছিলো।

বসন্তৰ কাৰণে মোৰ বেয়া লাগিছিল। সান্ত্বনা দিয়াটো যিদৰে নিৰৰ্থক, আশা বা প্ৰতিশ্ৰুতি দিয়াটোও বিপজ্জনক। তথাপি মোৰ লগত ইমান আশা আৰু হেঁপাহ কৰি আহিল যেতিয়া বসন্তৰ কাৰণে কিবা এটা কৰাটো মই মোৰ কৰ্তব্য যেন অনুভৱ কৰিলো। কিন্তু বসন্তৰ জীৱনৰ অপূৰণীয় ক্ষতিৰ মই কিদৰে পূৰণ কৰিব পাৰিম নিৰ্ণয় কৰিব পৰা নাছিলো। মাত্ৰ এনেদৰে কল্পনা কৰিছিলো যে এজন নিৰপেক্ষ হিতাকাঙ্ক্ষী হিচাপে মই বসন্তৰ হৈ শেৱালিক লগ ধৰিম আৰু খোলাখুলিকৈ তেওঁক সকলো কথা সুধিম। শেৱালি কোনো অসাধাৰণ ছোৱালী বা তিৰোতা নহয়। শেৱালিৰ অতীত সম্পৰ্কে এতিয়ালৈকে মই যি জানিছো তাৰ পৰা মোৰ ধাৰণা হৈছে যে অন্ততঃ

অৰুণাভৰ সংস্পৰ্শলৈ অহাৰ পূৰ্ব পৰ্যন্ত শেৱালিৰ কোনো বিশেষত্ব নাছিল। আৰু পিছত কিবা অসাধাৰণত্ব লাভ কৰিলেও, বসন্তৰ লগত তেওঁৰ সম্পৰ্কৰ বিষয়ে জানিবলৈ বিচৰাটো কোনো অবাঞ্ছনীয় কথা নিশ্চয় নহব।

আৰু মইতো শেৱালিৰ পৰা যি পৰা যায় অৰুণাভৰ জীৱনৰ কথা উলিয়াবই লাগিব। শেৱালিক এইদৰে লগ পোৱাৰ সুযোগ মই লবই লাগিব। মোৰ ধাৰণা শেৱালিতকৈ বেছি অন্তৰঙ্গভাবে অৰুণাভক আন কোনোৱে জনা বা বুজা নাছিল।

বিষণ্ণমনে বেমেজলীয়া চিন্তাবোৰ লৈ অকলশৰে বহি আছিলো। সন্ধিয়াৰ দিল্লীৰ ব্যস্ততাৰ মাজত নিজকে বৰ নিঃসঙ্গ যেন লাগিছিল।

বিশেষ ভূমিকা নকৰি দুষ্মন্ত তালুকদাৰ সোমাই আহিল। সাজ-পোছাক আন দিনৰ দৰেই পৰিপাটি। ডাটি নিমজকৈ খুৰুৱা, চুলিখিনি সযতনে ফণিওৱা ওঁঠত তেওঁৰ এটা বৰ্মা চিগাৰ আৰু হাতত এটা শকত কাগজৰ মোনাত কিবা বস্তু। হয়তো ভজা বাদাম, মটৰ বা তেনে জাতীয় কোনো খোৱা বস্তু।

এই সময়ত দুষ্মন্ত বা আন কোনো অহাটো মই আশা কৰা নাছিলো।

আছে—? আশ্বস্ত হোবাৰ সুৰত তেওঁ কলে।

আহক, আছো। বহক—

মোৰ কাষৰ চকীখন অলপ ঠাই সলাই লৈ তেওঁ বহিল, আৰু লগে লগে কলে, চাহৰ অৰ্ডাৰ দি আহিছো। মই গৰম পকৰি আৰু মাংস ভজা লৈ আহিছো। এই সময়ত আপুনি চাহ খায় নহয়?

মই মূৰ দুপিয়ালো। খোৱাৰ বিষয়ত মোৰ কোনো গোড়ামি নাই।

তেওঁ টোপোলাটো কাষৰ অকণমান টিপয়খনত থলে আৰু মই একো কবলৈ নৌপাওতেই কলে, আপোনাৰ লগত কোনো আগতীয়া এন্‌গেজমেন্ট কৰা নাই যদিও, আজি আপোনাৰ লগত বহুত কথা পাতিম বুলি আহিছো। আপোনাৰ নিশ্চয় আজৰি আছে?

কৰিবলগা কামতো একো নাই—মই কলো।

জানি ভাল পালো। উৎফুল্লভাৱে দুষ্মন্ত তালুকদাৰে কলে, মোৰ কথাবোৰ কবলৈ আপোনাৰ নিচিনা এজন মানুহৰে মোৰ দৰকাৰ, আপুনি শুনিযে কথা বুজিব পৰা মানুহ।

মনে মনে মই আতঙ্কিত হলো। এওঁবা এতিয়া কি মহাভাৰতৰ পাতনি মেলে। মানুহজনে কোনো-কাহানিও মোৰ কোনো অপকাৰ কৰা নাই যদিও কিয় নেজানো দুষ্মন্ত তালুকদাৰক মই চেষ্টা কৰিও ভাল পাব পৰা নাছিলো। মনে মনে সঙ্কল্প কৰিলো,

দুষ্মন্তই যি মন যায় কৈ যাওক, মই মাথোন শুনি যাম, একো নকওঁ। কিবা কলেই কথা বাঢ়িব।

চাহ খোৱাৰ সময় হৈছিল আৰু ময়ো মনে মনে চাহ খোৱাৰ কথাকে ভাবিছিলো। তালুকদাৰে চাহৰ অৰ্ডাৰ দি অহা বুলি জানি বেয়া নেপালো।

চিগাৰেটটো দাঁতেৰে কামুৰি ধৰি দুষ্মন্ত তালুকদাৰে কলে, অৰুণাভ ভিনদেউৰ সম্পৰ্কে আপুনি বৰ্তমানলৈকে কি ধাৰণা কৰিছে বাৰু?

এইটো প্ৰশ্নৰ কাৰণে মই সাজু নাছিলো। মই তেওঁৰ মুখলৈ চালো।

তেওঁৰ জীৱনৰ সকলো কথা ভালকৈ নজনাকৈ কিবা এটা ধাৰণা কৰাটো বৰ ঠিক নহব নেকি?

ধাৰণাতো কোনোৱে নকৰে, ধাৰণা হয়, নহয় জানো?

মই মনে মনে থাকিলো। বুজিবৰ চেষ্টা কৰিলো তেওঁ কি কব খুজিছে।

মই ভিনদেউ আৰু বাইদেউৰ কথাকে কব খুজিছো, বাইদেউক মই বিচাৰি উলিয়ালো।

তেওঁৰ কথাষাৰে মোক কিছু চমৎকৃত কৰিলে। অবশ্যে কথাষাৰ অবিশ্বাস্য নহয়, কিয়নো দুষ্মন্ত একেবাৰে অঁকৰা মানুহ নহয়।

ক'ত আছে তেখেত? মই সুধিলো।

সেই কথা জানি আপোনাৰ বিশেষ আনন্দ নেলাগিব।

মোৰ উদ্যম দমি গ'ল। আৰু সেই বিষয়ে জানিব খুজিবলৈও অলপ দ্বিধা বোধ কৰিলো।

বাইদেউ আজিকালি পাণিপথত থাকে। ভালেই আছে, অৱশ্যে বহুত বুঢ়া যেন হৈছে আৰু বৰ্তমান গা-ও সিমান ভাল নহয় যেন লাগিল।

পাণিপথ বৰ্তমানৰ কোনো বিখ্যাত ঠাই নহয়। তাত বা তেওঁ কি কৰিছে?

চাহ আহিল। আমি দুয়ো একে আগ্ৰহেৰে চাহ খোৱা আৰম্ভ কৰিলো।

তেখেতৰ ঠিকনা আপুনি কেনেকৈ বিচাৰি উলিয়ালে?

ইয়াৰ পোনপটীয়া উত্তৰ দুষ্মন্তই নিদিলে।

বেছ চিন্তিতভাৱে কোৱাৰ ধৰণে তেওঁ কলে, কিছুমান মানুহে নিজৰ জীৱনটোক লৈ খেলা কৰে আৰু কিছুমানে নিজৰ জীৱনটোক বৰ আপুৰুগীয়া বুলি ধৰি তাৰ কণাকড়ি এটাৰো ক্ষয়-ক্ষতি নোহোৱাকৈ ৰাখিবলৈ বিচাৰে। কি কয়?

হয়। এনেয়ে মই কলো। দুষ্মন্তৰ নিচিনা মানুহে জীৱনৰ বিষয়ে এনে দাৰ্শনিক কথা কলে হাঁহি উঠিবৰে কথা। অৱশ্যে মই নেহাঁহিলো।

ভজা মাংস এডোখৰত কামোৰ মাৰি তেওঁ কলে, কিন্তু এই দুবিধ মানুহৰ মাজত কিবা পাৰ্থক্য আছে বুলি আপুনি ভাবে নেকি? একো নাই। Lightly লওক বা seriously লওক — life লাইফেই, no use making a fuss about this dull business

এইযা দুষ্মন্ত তালুকদাৰৰ নিজৰ কথা নে অন্য কাৰোবাৰ মুখৰ কথা মই বুজিবৰ চেষ্টা কৰিলো। মই এটা সূত্ৰ পাই কলো, ডক্টৰ অৰুণাভে জীৱনটোক কিদৰে লৈছিল বুলি আপুনি ভাবে?

এইবাৰ তেওঁ অসহায়ভাৱে মোৰ মুখলৈ চালে।

সেই কথা যদি বুজিবই পাৰিলোহেঁতেন—আপোনাৰ আগত উত্থাপন কৰিলোহেঁতেন কিয়? অৱশ্যে human psychology মই অতি কম বুজি পাওঁ সেই বিষয়ত আপুনি মোক এটা simpleten বুলি ভাবিব পাৰে। I admit my shortcomings কিন্তু চাওক, বাইদেৱে মোক যি কলে, সি মোক ভিনদেউ সম্পৰ্কে কিবা বুজাতকৈ নুবুজা কৰিলে বেছি।

এই খোলা স্বীকাৰোক্তিৰ কাৰণে দুষ্মন্ত তালুকদাৰলৈ মোৰ সমবেদনা উপজিল। মনৰ ভাব নুলুকাই মই কলো, আপোনাৰ বাইদেৱেকক লগ পোৱা হলে কিজানি মোৰ লাভ হলহেঁতেন।

নিশ্চয় মই ব্যৱস্থা কৰি দিম, আপুনি তেওঁক লগ পাব। ভায়েক হিচাপে বাইদেউৰ লগত সকলো কথা আলোচনা কৰিবলৈ মোৰ অসুবিধা। আপুনি পাৰিব, আৰু আপুনি হয়তো বুজিবও পাৰিব।

আপুনিনো কি কথা বুজিব নোৱাৰিলে?

চাহ পিয়লা শেষ কৰি পিয়লাটো মেজত থৈ তেওঁ অলপ চিন্তিত ধৰণেই কলে, শেৱালি কোন আপুনি বুজিব পাৰিছে?

এইবাৰ মই অবাক হলো, শেৱালি কোন এই বিষয়ে নতুনকৈ কিবা জানিবলগীয়া আছে নেকি? মই তেওঁৰ মুখলৈ চালো।

বাৰু মই নকওঁ, সেই বিষয়ে আপুনি শেৱালিক সুধিব। কিন্তু বাইদেউক লগ পোৱাৰ আগলৈকে মই শেৱালিৰ কথা একো নেজানিছিলো। বাৰু, বাদ দিয়ক শেৱালিৰ কথা। বাইদেউক লগ পালেই সকলো জানিব। কিন্তু এইখন এখন দুৰ্বোধ্য পৃথিৱী, আচৰিত পৃথিৱী, পোন্ধৰ বছৰ ইংলণ্ডত থাকিলে যিদৰে আপুনি ইংলণ্ডৰ বিষয়ে একো নেজানিব পাৰে, তেনেকৈ উত্তৰা দেৱী মোৰ বাইদেউ আছিল যদিও, মোৰ তেওঁক নুবুজা যেন লাগে।

কিয়?

আপুনি বিশ্বাস কৰিবনে যে বাইদেউৰ নিচিনা এগৰাকী মানুহে ভিনদেৱে শেৱালি দেৱীক উইল কৰি দি থৈ যোৱা ধন-সম্পত্তিখিনি পোৱাটো বন্ধ কৰিবৰ কাৰণে আদালতৰ আশ্ৰয় লব পাৰে? ইপিনে তেওঁ নিজে আছে এখন আশ্ৰমত এগৰাকী তপস্বিনী হিচাপে।

ইয়াৰ কাৰণ কি বুলি কৈছে?

কাৰণ তেনেকৈ একো কোৱা নাই। আৰু যিটো কাৰণ কৈছে, সেইটো মোৰ প্ৰকৃত কাৰণ যেন লগা নাই। বাইদেৱে কয়—এজনী বিবাহিতা তিৰোতাই কৰিব নোৱৰা কাম মই কৰিলো। শেৱালিৰ প্ৰতি ডক্টৰৰ আকৰ্ষণ দেখি মোৰ ঠাই শেবালিৰ কাৰণে এৰি দি আঁতৰি আহিলো। ভাবিছিলো সেইয়া মোৰ উদাৰতা। কিন্তু পিছত মই উপলব্ধি কৰিলো সেইয়া উদাৰতা নহয়, সেইয়া ডক্টৰৰ প্ৰতি, তেওঁৰ মোৰ প্ৰতি থকা গভীৰ প্ৰেমৰ প্ৰতি এক বিশ্বাসঘাতকতা। কাৰণ শেবালিৰ লগত তেখেতক এৰি যাবৰ সময়ত মনে মনে মই এই আশাকে কৰিছিলো যে শেৱালিৰ লগত ডক্টৰ অসুখী হওক, তেওঁ কষ্ট পাওক আৰু বুজক যে কোনোবে তেওঁক মোৰ নিচিনাকৈ আৰু মোৰ সমান ভাল পাব নোৱাৰে। পিছে সেইয়া মোৰ ভুল হল। শেবালিয়ে তাইৰ সকলো মৰম-চেনেহ আৰু ভক্তি দি তেওঁক মুখত বুৰাই ৰাখিলে, মোৰ অভাব অনুভব কৰাৰ সুযোগ তেওঁক নিদিলে, এই কথা বুজাৰ পিছত মোৰ বৰ অশান্তি হৈছিল। কিন্তু মোৰ অভিমান আৰু অহংকাৰে মোক তেওঁৰ ওচৰলৈ পুনৰ ঘূৰি যোৱাৰ পৰা বিৰত ৰাখিলে। এইয়া বিশ্বাসঘাতকতা, এইয়া আমাৰ ভালপোৱাৰ প্ৰতি কৰা অপমান। মোৰ উদাৰতা প্ৰকৃততে মোৰ অহংকাৰ আৰু স্বাৰ্থপৰতাৰে গোপন প্ৰকাশ আছিল।

এইবোৰ বাইদেউৰ কথা। ইমানবোৰ metaphysical কথা মই নুবুজো। কিন্তু বাইদেৱে যেতিয়া কলে ঃ মোৰ জীৱনৰ সকলো অশান্তিৰ কাৰণে শেৱালিয়েই জগৰীয়া, তাই আহি মোৰ ন্যায্য অধিকাৰৰ পৰা মোক বঞ্চিত কৰিলেহি, সেই দেখি মযো তাইক বঞ্চিত কৰিম মোৰ স্বামীৰ সম্পত্তি ভোগ কৰাৰ অধিকাৰৰ পৰা—মোৰ বাইদেউৰ প্ৰতি থকা ধাৰণা সলনি নহৈ উপায় নাই।

মই মোৰ অভিমত প্ৰকাশ নকৰাই সমীচীন হব বুলি ভাবিলো। উত্তৰা দেৱীক মই আজিও দেখা পোৱা নাই। আৰু দুষ্মন্ত তালুকদাৰৰ কথাৰ সত্যাসত্য সম্পৰ্কে বিবেচনা কৰি চোৱাৰ প্ৰয়োজন হব পাৰে।

মই কলো, তেখেতেনো শেৱালিক আঁতৰাই নিজৰ অধিকাৰ নিজে ভোগ কৰি নেথাকিল কিয়? নাইবা যেতিয়া বুজিলে যে তেওঁ ডক্টৰৰ পৰা আঁতৰি আহি ভাল নকৰিলে, তেওঁনো ঘূৰি নগ'ল কিয়? ডক্টৰেতো তেওঁক নিজে খেদাই পঠোৱা নাছিল।

সেই কথা মই নোসোধাকৈ থকা নাই। তাৰো এটা অদ্ভুত কাৰণ বাইদেৱে কলে।

কি কলে?

তেওঁ কলে ঃ যেতিয়া মই বুজিলো যে ডক্টৰক শেৱালিৰ লগত এৰি অহাৰ কাৰণে ডক্টৰ অসুখী হোৱা নাই, আৰু মইহে বেছি অসুখী হৈছো, মই ঘূৰি যোৱাৰ কথা ভাবিছিলো। কিন্তু তেতিয়া মনত লাগিল যে মই ঘূৰি গ'লে ডক্টৰৰ সুখৰ সোঁতত বাধাহে পৰিব, মই ঘূৰি নোযোৱাকে ঠিক কৰিলো। এইবোৰ দুৰ্বোধ্য কথা নহয়নে বাৰু ৰেজা চাহেব? আপোনালোকে কিবা বুজিব পাৰে, কিন্তু মোৰ কাৰণে this is all Greek, I tell you

ইতিমধ্যে আমাৰ চাহ খোৱা শেষ হৈছিল। নাৰীৰ মনস্তত্ত্ব মযো নুবুজো। তেওঁলোক কিজানি বৰ খেযালী, কিজানি বৰ স্বাৰ্থপৰো, নিজৰ স্বাৰ্থতে কিজানি নিজৰ স্বামীক ভাল পায। কিন্তু এনে অভিমত প্ৰকাশ কৰাৰ অধিকাৰ মোৰ নাই বুলিযে মই ভাবো।

সংক্ষেপতে মই কলো, আপুনি যদি কালিলৈ উত্তৰা দেৱীৰ লগত মোৰ দেখা হোৱাৰ এটা ব্যৱস্থা কৰি দিযে মই বৰ উপকৃত হম। কাৰণ মইতো দিল্লী এৰাৰ প্ৰগ্ৰেম কৰিছিলো।

তাকে মই আপোনাক কবলৈ আহিলো। বাইদেউকে যদি লগ পাই নেযায, ভিনদেউ সম্পৰ্কে বহুত কথাই আপোনাৰ অজানা থাকি যাব।

নিশ্চয, আমি তেন্তে কালিলৈ পাণিপথলৈকে যাওঁ?

মোক নধৰিব। মোৰ ধাৰণা যে মোৰ উপস্থিতি বাইদেৱে ভাল নেপাব। মই তেওঁক এবাৰ লগ ধৰিলোৱেই।

তালুকদাৰ মোৰ লগত নগ'লে মই বেযা নেপাওঁ। হঠাৎ মোৰ মনত লাগিল যে শেৱালিক যদি লৈ যাব পৰা যায। অৱশ্যে শেৱালিযে মোৰ লগত উত্তৰা দেৱীক দেখা কৰিবলৈ যাব, সেই আশা বৰ ফলৱতী নহবও পাৰে। কিন্তু শেৱালি গ'লে যেন বহুত সমস্যাৰ সমাধান হ'ব, মোৰ এনে লাগিল।

দুষ্মন্তই কলে, আমাৰ এজনী মাহীৰ ছোৱালী পাণিপথত আছে। তেওঁলোকৰ বহুত ডাঙৰ ব্যৱসায় আছে। বাইদেউৰ খবৰ-ঠিকনা তেওঁৰ পৰাই পালো। বাইদেউ বহুত দিন তেওঁলোকৰ লগতে আছিল, পিছতহে নিগাজীকৈ আশ্ৰমলৈ গুচি গ'ল।

আপোনাৰ মাহীদেৱেকৰ ছোৱালী পাণিপথত আছে?

জমিদাৰ পৰিয়ালবোৰৰ বিয়া-বাৰু দূৰে দূৰেই হয়। মাহীদেউক বিয়া কৰাইছিল ইউ পি-ৰ এজন জমিদাৰে। মাহীদেউৰ ছোৱালীজনীক বিয়া কৰোৱা মানুহজনৰ পাণিপথত কাৰবাৰ আছে।

দুষ্মন্ত তালুকদাৰে মোক উত্তৰা দেৱীৰ ঘৰৰ ঠিকনা আৰু ফোন নম্বৰ দিলে তাৰ পিছত কলে বুজিছে ৰেজা চাহেব, মই কিছুদিন এইফালেই থাকি যাম বুলি ভাবি আহিছিলো। কিন্তু প্ৰগ্ৰেম সলনি কৰিছো। মই সোনকালে ঘৰলৈ ঘূৰি যাম।

উত্তৰা দেৱী আৰু শেৱালিওতো অসমলৈ যোৱাৰ কথা আছিল একেলগেই নেযাব জানো?

একেলগে গ'লেও একে ঠাইলৈকে নেযাব। গতিকে আপোনালোকৰ লগত মোৰ যোৱা নহবও পাৰে।

তালুকদাৰৰ মাতটো অলপ ৰুক্ষ যেন লাগিল। কিবা এটা কথাত তেওঁ বাযেকৰ ওপৰত অসন্তুষ্ট হোৱা যেন অনুভৱ কৰিলো।

আৰু সিদিনা শেৱালিয়ে কোৱা কথা আৰু দুষ্মন্তই কোৱা কথাৰ মাজতো ভালেমান অমিল থকা যেন লাগিল। কিবা প্ৰতিশোধ লবৰ কাৰণেই জানো উত্তৰা দেৱীৰ নিচিনা এগৰাকী ভদ্ৰ মহিলাই শেৱালিক আনি নাৰ্চিং হোমত থৈ গৈছেহি। শেৱালিক লগত লৈ অসমলৈ যোৱাৰ কথা কয়? কোন সঁচা মোৰ নুবুজা যেন লাগিল।

অৱশ্যে মোৰ আশা হল যে উত্তৰা দেৱীক যেতিয়া মই নিজেই লগ পাম— সকলো কথা তেওঁৰ পৰাই মই জানিব আৰু বুজিব পাৰিম, তাৰ কাৰণে দুষ্মন্তৰ ওপৰত নিৰ্ভৰ কৰাৰ দৰকাৰ নাই। শেৱালিয়ে কৈছে যে উত্তৰা দেৱী পুণাত জীয়েক জোঁৱায়েকৰ লগত আছে গৈ ইপিনে দুষ্মন্তৰ মতে তেওঁ আছে পাণিপথত মাহীয়েকৰ জীয়েকৰ লগত। সকলো কথা অলপ খেলিমেলি যেন লাগিল।

দুই-চাৰি আষাৰ অন্য কথা পাতি তালুকদাৰক বিদায় দিলো আৰু মযো অলপ ফুৰি আহিবৰ কাৰণে হোটেলৰ পৰা ওলাই গলো।

দুটা দিন মাজতে পাৰ হৈ গ'ল। মোৰ দুখনমান চিঠি লিখাৰ বাহিৰে আৰু উক্টৰ অৰুণাভৰ লিখাৰ ফাইলত মাজে মাজে চকু ফুৰোৱাৰ বাহিৰে অন্য একো মই কৰা নাছিলো।

চতুৰ্থ দিনা।

ফটফটীয়া ৰ'দ ওলাইছিল, আৰু হযতো সেই বাবেই মনটো কিছু পাতল লাগিছিল। অকলশৰীয়া মানুহৰ কাৰণে জোন বেলি তৰাও কেতিযাবা আপুৰুগীয়া

সঙ্গী হ'ব পাৰে। মই এজন চিনাকি বন্ধুক চোৱাৰ দৰে উজ্জ্বল ৰ'দজাকৰ ফালেই চাই আছিলো। ৰাতিৰ আন্ধাৰত থকাৰ নিচিনাকৈয়ে দিনৰ পোহৰতো কেতিয়াবা এক দুৰ্বোধ্য ৰহস্য থকা যেন লাগে। ৰ'দজাকেও যেন কাণে কাণে কিবা কথা কবলৈ বিচাৰে।

বসন্ত সোমাই আহিল। একো নকৈ মই বসন্তৰ মুখলৈ চালো। তাৰ মুখখন অলপ প্ৰফুল্ল যেন দেখিলো।

আহা বসন্ত—এনেযে মই কলো।

সৰু টুলখনতে বহিল।

খবৰ পাইছে ছাৰ?

কিহৰ খবৰ?

শেৱালি আজি হাস্পতালৰ পৰা আহিব—

কোনে কলে তোমাক?

কালি মই গৈছিলো, শেৱালিয়েই কলে। আৰু আজি ডাক্তৰণীও আহিব বোলে।

কোন ডাক্তৰণী?

অৰুণ ডাক্তৰৰ উত্তৰা দেৱী। তেৱেঁই হেনো শেৱালিক হাস্পতালৰ পৰা লৈ যাবহি।

কলৈ নিব?

কব নোৱাৰো, শেৱালি কিজানি আপোনাৰ ওচৰলৈ আহিব, মোক কৈছিল।

বসন্তৰ কথা শুনি মোৰ অলপ ভাল লাগিল। শেৱালিক এবাৰ লগ পাবৰ কাৰণে মই আজি এবাৰ নাৰ্চিং হোমলৈ যাম বুলিযে ভাবিছিলো, তেওঁলোকেই যদি ইয়ালৈ আহে ভাল হব।

বিশেষ ব্যগ্ৰতা প্ৰকাশ নকৰি মই সুধিলো, কিমান সময়ত আহিব জানা?

আবেলি দুই বজাত।

আশ্বস্ত হলো, বহুত সময় আছে এতিয়াও এতিয়া ৰাতি পুৱাইছে মাত্ৰ।

মই কলো, তেওঁলোকে ইয়ালৈ আহে যদি আজি আৰু মই কলৈকো নেযাওঁ। তুমি অকণমান বহা। মই ফোন কৰি কথাটো নিশ্চয় কৰি লওঁ।

সঁচা, বসন্তই কোৱা কথাই ঠিক। আজি শেৱালিক ৰিলিজ কৰিব। উত্তৰা দেৱী আৰু তেওঁ প্ৰথমে মোৰ ওচৰলৈকে আহিব। সেইটো হেনো শেৱালিৰ ইচ্ছা। উত্তৰা দেৱীৰ লগততো মোৰ কোনো চিনা-পৰিচয়েই নাই।

বসন্তৰ আগত মই কোনো আবেগ উৎকণ্ঠা প্ৰকাশে নকৰিলো। কিন্তু মনে মনে উত্তৰা দেৱীক দেখা পোৱাৰ কথাষাৰে মোক কিছু চঞ্চল নকৰা নহয়।

আমি তেনেহলে সকলো একেলগেই অসমলৈ ঘূৰি যাম? মই কলো।

উত্তৰা দেৱী নেযাব কিজানি, তেওঁ শেৱালিক লৈ আহিবৰ কাৰণেহে যাবলৈ ওলাইছিল, আপুনি যদি শেৱালিক লগত লৈ যাবলৈ মান্তি হয়, তেওঁ নেযায়।

কেনেকৈ জানিলা?

শেৱালিয়ে কৈছিল।

উত্তৰা দেৱীক তেন্তে সৰহ পৰৰ কাৰণে মই লগ নেপাবও পাৰো। কিন্তু তেওঁক লগ পোৱাটো মোৰ জৰুৰ দৰকাৰ, হয়তো তেওঁৰ হাতত ডক্টৰ অৰুণাভৰ বহু চিঠিপত্ৰ আৰু লিখা থাকিব পাৰে। অস্বীকাৰ কৰিবৰ উপায় নাই যে ডক্টৰ অৰুণাভৰ বিষয়ে মই যিখিনি কথা এতিয়ালৈকে গোটাব পাৰিছো, সেইয়া তেওঁৰ নিচিনা এজন বিখ্যাত মানুহৰ জীৱনী ৰচনা কৰিবৰ কাৰণে নিচেই সামান্য, হয়তো উত্তৰা-দেৱীৰ পৰাই বাকী থকা বহুত কথা জানিব পাৰিম। গতিকে তেওঁক লগ পোৱাটো মোৰ কাৰণে এটা দৰকাৰী কথা।

শেৱালিক তেন্তে তুমি আকউ লগ পাইছিলা বসন্ত? মই সুধিলো।

পাইছিলো। শেৱালিয়ে মোক লগ ধৰিবলৈ কৈছিল, মই নাৰ্চিং হোমলৈ গৈছিলো।

আজি প্ৰথমৰে পৰা বসন্তৰ মনটো কিছু আনন্দত থকা যেন ধাৰণা হৈছিল। কিন্তু শেৱালিৰ লগত বসন্তৰ কি আলাপ হল, সেইটো জানিবলৈ বিচৰাটো অশোভনীয় হব বুলিয়ে মই ভাবিলো।

মই সাধাৰণভাৱে সুধিলো, শেৱালিক কেনেকুৱা দেখিলা? ভালে আছে?

ভাল পাইছো বুলি কৈছে। আমি সিদিনা দেখাতকৈ বহুত ভাল যেন লাগিল

গা ভাল পোৱাৰ কাৰণেই মন ভাল লাগিছে নে অন্য কোনো কাৰণত শেৱালিৰ মনলৈ পৰিৱৰ্তন আহিছে মই বুজিব নোৱাৰিলো।

মই মনে মনে থকা দেখি বসন্তই কলে, ছাৰ মই এটা কথা ভাবিছো।

কি কথা বসন্ত? মই বসন্তৰ মুখলৈ চালো।

ছাৰ, মই বুঢ়াই হলোহি। কম বছৰ জানো এনেকৈ শেৱালিক লগ পাম পাম কৰিয়ে কটাই দিলো। আৰু ছাৰ শেৱালিও গাভৰু হৈ থকা নাই—

কোনোবাই সদায় ডেকা-গাভৰু হৈ নেথাকে। আমিও বুঢ়া হৈছো—মই কলো।

সেই দেখি ছাৰ মই ভাবিছো—অত দিন যেতিয়া অকলে অকলে এনেকৈয়ে কটাই দিলো, বাকী দিনকেটাও কাটি নেযাব জানো? এতিয়া মোৰ জীৱন আৰু শেৱালিৰ জীৱনৰ মাজত আকাশ-পাতাল প্ৰভেদ। তাই ডাক্তৰৰ লগত থাকি থাকি

বেলেগ হৈ গ'ল। এতিয়া থাকো বুলিলেও আমি একেলগে থাকিব নোৱাৰিম। শেৱালি এতিয়া মোৰ লগলৈ ঘূৰি গ'লে মানুহেই বা কি বুলিব? সেই দেখি আমাৰ তালৈ ঘূৰি যায় যদিও মই আঁতৰে আঁতৰেই থাকিম বুলিহে ভাবিছো। শেৱালিক দেখা পালো, লগ পালো যে ইযেই বহুত। মাজে মাজে দেখা পাই থাকিম। আৰুনো মোক কি লাগিছে।

এইযা যে বসন্তৰ অভাৱনীয় সিদ্ধান্ত' মই কি ক'ম ঠিক কৰিব নোৱাৰিলো। এইযা পৰাজযৰ উপলব্ধি নে কোনো অনামী ত্যাগ মই বুজিব নোৱাৰিলো।

বহুত দিনৰ পৰা সুধিম বুলি ভাবি থকা কথা এটা আজি বসন্তক সোধাটো অবাঞ্ছনীয নহব বুলি মই ভাবিলো। মই কলো, বসন্ত, শেৱালিক তুমি ভালকৈ জানা। তোমালোকৰ বিযা হৈছিল নহয জানো?

বসন্ত অলপ পৰ মনে মনে থাকিল। যেন কথাবোৰ মনত পেলাবৰ চেষ্টা কৰিলে। তাৰ পিছত লাহে লাহে কলে, তেনেকৈ লোক দেখনিযাৰকৈ আমাৰ বিযা হোবা নাছিল। পিছে সৰুৰে পৰা দুটাৰ মনৰ মিল থকাৰ কাৰণেই আমি ঘৰবাৰী, আপোন পৰিযাল এৰি পলাব পাৰিছিলো। সেইবোৰ কথা মই কিজানি আগতে কৈছোৱেই। ছাৰ, বিযা তেনেকৈ হোৱা নাছিল যদিও আমি বিযা হোৱা মানুহৰ নিচিনাকৈযে সদায একেলগেই আছিলো।

শেৱালিযে কিছু পঢ়াশুনা কৰিছিল, নহয জানো?

ওঁ, মই স্কুল এৰাৰ পিছতো তাই পঢ়ি আছিল। আৰু ডাক্তৰৰ লগত তেওঁৰ ঘৰত থাকোতেও ডাক্তৰৰ নিজা কেৰেণীজনে শেৱালিক কিবাকিবি পঢ়াইছিল। ইংৰাজী পঢ়াইছিল হবলা।

এতিয়া শেৱালিৰ বিষযে কিছু নতুন সম্ভেদ পোৱা যেন লাগিল। কোনে পঢ়াইছিল শেৱালিক?

অৰুণ ডাক্তৰে কেতিযাবা দিনে-ৰাতিয়ে কোঠাত সোমাই পঢ়ি থাকে আৰু কিবাকিবি লিখি থাকে। গৌতম চৌধুৰী নামে এজন কেৰেণী ৰাখিছিল। তেওঁ এনেই মানুহজন বৰ ভাল আছিল। ডাক্তৰৰ লিখা কামৰ উপৰিও তেওঁ গধূলি কেতিযাবা কেতিযাবা শেৱালিক ইংৰাজী পঢ়াইছিল। পঢ়াশুনাত শেৱালি সৰুৰে পৰা বৰ ভাল আছিল।

আত্মীযতাৰে মই কলো, বসন্ত, অৰুণ ডাক্তৰৰ ঘৰত তোমালোক কেইবা বছৰো আছিলা— নহয়?

হয়। কেইবা বছৰো আছিলো।

তোমালোক থাকোতে বাৰু মীনা নামে ছোৱালী এজনী আহি ডাক্তৰৰ ঘৰত আছিল নহয়?

মীনাৰ কথা কৈছে? সেইজনীও ছাৰ আচৰিত ছোৱালী আছিল। আহিল যেনেকৈ হুৰমুৰাকৈ ক'ৰবাৰ পৰা, গুচিও গ'ল তেনেকৈ—ক'ৰবালৈ। পিছে মীনাক লৈ ডাক্তৰৰ ঘৰখনত বৰ পযমাল হৈছিল।

কিয়?

ডাক্তৰৰ ঘৰত কেইমাহমান থকাৰ পিছতে মীনাৰ ল'ৰা এটা হৈছিল। মানুহবোৰে ডাক্তৰ আৰু মীনাৰ বিষয়ে নানা কথা কৈছিল। আৰু মীনাক ডাক্তৰৰ ঘৰলৈ আনি দিয়াৰ কাৰণে অৰুণ ডাক্তৰ গৌতম চৌধুৰীক ঘৰতে চাকৰিও দিছিল। পিছে ছাৰ—

বসন্ত অলপ ৰ'ল।

কোৱাচোন।

গৌতম চৌধুৰী মানুহজন বৰ সুবিধাজনক নাছিল যেন লাগে।

কিয়?

তেওঁ মীনাৰ কাষ চাপিবলৈ বিচাৰিছিল। মীনালৈ কিবা চিঠিপত্ৰও দিছিল হবলা। আৰু অন্য কিবা হৈছিল যদিও আমি নেজানো। আৰু তেনেকুৱা কিবা কাৰণতে হবলা অৰুণ ডাক্তৰে তেওঁক কামৰ পৰা খেদাই দিছিল।

মীনাৰ ল'ৰাটোৰ কি হল জানা?

কিয় ছাৰ— ডাক্তৰেও দেখোন তেওঁক বিলাতত পঢ়াইছিল। এতিয়া আমাৰ ফালেই ক'ৰবাত আছে—ডাঙৰ ডাক্তৰ।

পিছে মীনা কলৈ গ'ল, ক'ত আছে কিবা কব পাৰানে?

সেই কথা কোনোৱে নেজানে ছাৰ। তেওঁ গুচি যোৱাৰ পিছত আৰু তেওঁৰ খবৰ-বাতৰি কোনোৱে পোৱা নাই।

কোনোবাই খবৰ কৰিছিল জানো?

আন কোনোবাই কৰিছিল যদি নেজানো। কিন্তু ডাক্তৰ অৰুণাভে বহুত খবৰ কৰাইছিল। তেওঁ গুচি যোৱাৰ পিছত ডাক্তৰে ভালেমান দিন বৰ বেজাৰ কৰি আছিল। ইপিনে ডাক্তৰণীও গুচি গৈছিল। তেতিয়া শেৱালিহে অৰুণ ডাক্তৰৰ লগত আছিল।

অলপ চিন্তা কৰি মই সুধিলো, মীনাৰ ল'ৰাটোৰ কি হল কব পাৰা?

আমি সেই কথা নেজানো ছাৰ। কিন্তু শেৱালিবে ল'ৰাটো তাইলৈ দি যাবলৈ বৰকৈ কৈছিল। শেৱালিযে মোৰ আগতে মীনাক কৈছিল, বাইদেউ, আমাৰ ল'ৰা-ছোৱালী নাই। আপুনি যেতিয়া আপোনাৰ ল'ৰাটোক লগত নিব খোজা নাই, তাক মোৰ ওচৰতে দি থৈ যাওক। মই তাক আপোনাৰ নিচিনাকৈযে মৰম কৰিম। আৰু পিছত যদি আপুনি তাক কেতিয়াবা লৈ যাব খোজে—নিব, মই আপত্তি নকৰো। ল'ৰাটো মোক দিয়ক—

মীনাই কিন্তু নিদিলে।

কিয়?

হয়তো মীনাই ভাবিছিল শেৱালি অৰুণ ডাক্তৰৰ ঘৰৰ এজনী চাকৰণী ছোৱালী, তাইৰ ওচৰত ল'ৰাটো থৈ গ'লে ল'ৰাটোৰ দুখ হ'ব। আৰু সি ভাল মানুহো হ'ব নোৱাৰিব।

হয়তো বসন্তৰ অনুমান সঁচাও হ'ব পাৰে। মীনাৰ ল'ৰাটোক ডাঙৰ মানুহ কৰাৰ আশাৰ কথা অৰুণাভৰ লিখাত পাইছো।

বসন্তই কওঁ-নকওঁকৈ কলে, ছাৰ এটা কথা নহয়—

কোৱাচোন—

শেৱালিৰ দিল্লীত কোনোবা চিনাকি মানুহ আছে যদি মই নেজানো। আজি তাই হাস্পতালৰ পৰা আহিলে ক'ৰবাত থকাৰ দিহা কৰিব নেলাগিব জানো?

এই কথাবোৰ মই এই পৰ্যন্ত চিন্তা-কৰা নাছিলো। উত্তৰা দেৱীয়ে যদি কিবা ব্যস্থা কৰে সুকীয়া কথা। নহলে হয়তো শেৱালিৰ কাৰণে এই হোটেলতে থকাৰ ব্যবস্থা কৰিব লাগিব।

অকণমান তুমি বহাচোন—বুলি বসন্তক তাতে এৰি মই দুষ্মন্ত তালুকদাৰলৈ ফোন কৰিলো। দুষ্মন্তই কলে যে, বাইদেৱেক যদি আহে আজি ৰাতিটো তেওঁৰ চিনাকি কোনোবা উত্তৰ প্ৰদেশৰ পৰিয়াল এটাৰ ঘৰতে থাকিব। কিন্তু শেৱালি ক'ত থাকিব সেই বিষয়ে তেওঁ উত্তৰা দেৱীক কোৱা নাই। আজিয়ে শেৱালি নাৰ্চিং হোমৰ পৰা আহিব আৰু সেই সম্পৰ্কতে উত্তৰা দেৱীও আজি দিল্লীলৈ আহিব এই কথা দুষ্মন্তই জানে।

মই নাৰ্চিং হোমলৈ ফোন কৰিলো। শেৱালিয়ে জনালে যে উত্তৰা দেৱী এতিয়াও আহি পোৱা নাই। চাৰে বাৰ বজাতহে আহি পোৱাৰ কথা। তেওঁ যদি ক'ৰবাত শেৱালি থাকিবৰ কাৰণে ঠাই ঠিক কৰি আহে শেৱালিয়ে কব নোৱাৰে।

আৰু যদি তেনেকুৱা ব্যৱস্থা কৰা নাই? মই সুধিলো।

শেৱালিয়ে কলে, আপোনালোকতো আছে। অকণমান ঠাই দিহা কৰি দিব নোৱাৰিব জানো?

শেৱালিয়ে হাঁহিযে কথা কৈছিল যদিও সিটো মূৰত থকাৰ কাৰণে বুজিব নোৱাৰিলো।

মই কলো, মোৰ মনেৰে হোটেলত আপোনাৰ কাৰণে এটা কোঠা এতিয়াই ৰিজাৰ্ভ কৰি থোৱা ভাল হ'ব। মই থকা হোটেলটোত ভদ্ৰমহিলা থকাৰ ভাল ব্যৱস্থা আছে।

শেৱালিযে কলে, অনুগ্ৰহ কৰি ৰিজাৰ্ভ কৰি থওক তেন্তে। দুই-এদিন ইযাত থাকিবলগীযাওতো হব পাৰে।

নাৰ্চিং হোমৰ পৰা ইযালৈকে আহিব নহয়?

তেনেকৈযে ভাবিছো। আপোনালোক আছে—আৰু নো কলৈ যাম?

মই কলো, মই এক বাজি ৪৫ মিনিটত নাৰ্চিং হোম ওলামগৈ, আপুনি চিন্তা নকৰিব। উত্তৰা দেৱী আহি নোলাযহি যদিও একো অসুবিধা নহয।

তেতিযাহলে আৰু সুবিধা হব— শেৱালিযে কলে। তেওঁৰ মাতত আনন্দৰ সুৰ স্পষ্ট।

ফোন থৈ বসন্তৰ ওচৰলৈ আহিলো। বসন্তক শেবালিৰ লগত হোবা কথাখিনিৰ বিষযে কলো আৰু কলো, নাৰ্চিং হোমলৈ তুমিও ওলোৱা বসন্ত, আমাক দেখা পালে শেৱালিযে—নিশ্চয ভাল পাব।

কিন্তু এই এই বিষযত বসন্তক উছাহী যেন নেদেখিলো।

কি ভাবিছা? মনে মনে থকা দেখি বসন্তক মই সুধিলো।

মোক দেখা পালে শেবালিযে বৰ ভাল নেপাবও পাৰে ছাৰ। আপুনিযে আগবঢাই আনিবলৈ যাব। মই লাগিলে ইযাতে বৈ থাকিম।

বসন্তৰ শঙ্কাৰ কোনো ভিত্তি থকাটো অসম্ভৱ নহয। মই কলো, মোৰ লগত যদি তুমি যাবলৈ ইচ্ছা নকৰা তুমি অলপ বজাৰকে কৰি দিবা। ঘন্টাবালাৰ তাৰ পৰা কিছু ভাল মিঠাই আৰু চাঁদনীৰ পৰা কিছু আঙুৰ আৰু অন্যান্য ফল কিনি আনিবা। পাৰিবা নহয়?

বসন্তই সন্মতি জনালে।

মই কলো, তুমিতো দেখিছাই বসন্ত, মই কিবা ৰকমে তোমালোকৰ মাজত সোমাই পৰিছো। তোমাৰ লগত আৰু মোৰ বহুত কথা পাতিবলগীযা আছে। কিন্তু তোমাকতো মই পাযে থাকিম। আজি যদি উত্তৰা দেৱীক আৰু শেৱালিক একেলগে লগ পাওঁ মোৰ দিল্লীলৈ অহাৰ উদ্দেশ্য বহুখিনি সফল হব।

বসন্তই কলে, ছাৰ শেৱালিক অন্য যি কথা সোধে, সুধিব, কিন্তু মোৰ বিষযে একো নুসুধিব।

মই কথা দিলো। অৱশ্যে মই জানো যে শেৱালিয়ে নিজৰ বা অৰুণাভৰ কথা কব লাগিলে বসন্তৰ কথাও নকৈ নোৱাৰে।

বসন্ত গ'লগৈ। মই শেৱালিৰ কাৰণে কোঠা এটা ৰিজাৰ্ভ কৰিবৰ কাৰণে মেনেজাৰক লগ ধৰিবলৈ তললৈ নামি গ'লো।

এজনী সাধাৰণ ছোৱালী শেবালি। হয়তো গাভৰু থাকোতে তেওঁৰ দৈহিক সৌন্দৰ্যৰ কিবা বিশেষ আকৰ্ষণ আছিল। সেই আকৰ্ষণত যৌনতা আছিল, আবেগ প্ৰবণতা আছিল, নে বুদ্ধিমত্তা আছিল আজি মই কব নোৱাৰো।

নাৰ্চিংহোমত শেবালিক দেখি মোৰ ধাৰণা হৈছিল যেন বহুত সংযম বহুত পৱিত্ৰতা আৰু এক চৰম আত্মত্যাগৰ গৰিমাই শেৱালিৰ চকু-মুখত এক অনিৰ্বচনীয় কমনীয়তা আৰু সৌন্দৰ্য দিছে। কিন্তু শেৱালিৰ নিচিনা পৃথিৱীত কেও কিছু নোহোৱা এগৰাকী প্ৰৌঢ়া নাৰীয়ে ইমান সৌম্য আৰু শান্ত আত্মস্থতা কেনেকৈ আয়ত্ত কৰিলে মোৰ নুবুজা যেন লাগিল। বসন্তহঁতৰ পৰা মই যি বুজিব পাৰিছো শেৱালি এজনী অলপ শিক্ষিতা সাধাৰণ গাঁৱলীয়া ছোৱালী। বসন্তৰ নিচিনা এটা তেনেই হোজা সাধাৰণ মানুহক তাই জীৱনৰ লগৰী কৰি লৈছিল। শেৱালিৰ কোনো কালচাৰেল বেকগ্ৰাউণ্ড আছিল বুলি কব নোবাৰি। ডক্টৰ অৰুণাভৰ সান্নিধ্য আৰু সংস্পৰ্শই এই সাধাৰণ ছোৱালীজনীক কেনেকৈ এক মহীয়সী তিৰোতালৈ ৰূপান্তৰিত কৰিলে সি এটা দুৰ্বোধ্য সাঁথৰ।

অকলশৰে বহি মই কথাবোৰ এনেই চিন্তা কৰিছিলো। ডক্টৰ অৰুণাভ, যিজন চিন্তাশীল, পণ্ডিত মানুহে পৃথিৱীৰ অন্য মানুহৰ সমস্যা সমাধানৰ সুদূৰপ্ৰসাৰী চিন্তা কৰিছিল, সেইজন মানুহে নিজৰ জীৱনৰ সমস্যা সমাধান কৰিব পাৰিলে জানো? ক'ত কেনা লাগিল? তেওঁৰ হৃদয়ৰ চোতালত মেৰী, মীনা, শেৱালি কতজনী ছোৱালীৰ পদচিহ্ন পৰিল। এওঁলোকৰ সাহায্যই কি দিলে অৰুণাভক—এক কৰুণ বৈৰাগ্য? এক সৰ্বাত্মক আসক্তি নে কোনো এক প্ৰাণচঞ্চল প্ৰেৰণা? কিন্তু জীৱনৰ মাজত সোমাই তেওঁ জানো সুখী হল? বা অন্য কাৰোবাকেইবা তেওঁ সুখী কৰিব পাৰিলে? সমগ্ৰ জীবন মেৰীৰ কাষৰ পৰা আঁতৰি থাকি তেওঁ কিজানি গোটেই জীৱন মেৰীৰ চিন্তাকে কৰিলে। মেৰীৰ কাষতে জীৱনৰ শেষ নিশ্বাস এৰাৰ স্বপ্ন দেখি দেখি জীৱন শেষ কৰিলে।

উত্তৰা দেৱীক তেওঁ বিয়া কৰালে, সামাজিক স্বীকাৰৰ মাজেদি উত্তৰাৰ লগত আজীৱন কটাই দিয়াৰ অধিকাৰ পালে। কিন্তু থাকিল জানো একেলগে? বেদনা ভাৰাক্ৰান্ত হৃদয় লৈ, সধৱা হৈয়ো এক কৰুণ বৈধব্যৰ জীৱন কটালে উত্তৰা দেৱীয়ে, অথচ তেওঁ আছিল অৰুণাভৰ সন্তানৰ মাতৃ। মীনা আৰু শেৱালিৰ কাষত অৰুণাভক এৰি তেওঁ নিজেই আঁতৰি পৰিল। সুখী হৈছিল জানো উত্তৰা দেৱী? অৰুণাভে জানো কোনোবা দিনা বুজিবৰ চেষ্টা কৰিলে উত্তৰাৰ নীৰৱ ত্যাগৰ মহত্ত্ব?

বাটৰ আলহী মীনাক অযাচিতে দিবলৈ অৰুণাভৰ হৃদয়ত ইমান মৰম ক'ত আছিল? আৰু এই অহেতুক স্নেহৰ মৰ্যাদা জানো দিব জানিলে মীনাই? কিয় অহা

বাটেই গুচি গ'ল মীনা? উত্তৰাৰ অধিকাৰক মৰ্যাদা দিবৰ কাৰণে? নে অৰুণাভৰ মৰম অসহ্য লগাৰ কাৰণে? কি বিচাৰিছিল, কি পাইছিল অৰুণাভে মীনাৰ নিচিনা এজনী ছিন্নমূল নিৰ্ভীক ছোৱালীৰ ওচৰত?

কথাবোৰ মোৰ বুজিবলৈ টান লাগিল। অন্যৰ মন আৰু হৃদয়ৰ সংবাদ মই সহজে বুজিব নোৱাৰো। আৰু মই মনস্তাত্ত্বিক বা অনুভূতিক জগতৰ এব্‌ষ্ট্ৰেক্ট চিন্তাও কৰিব নোৱাৰো। এটা গ্ৰহত থিয় দি বৈ নগলে অন্য এটা গ্ৰহলৈ যাব নোৱাৰি। এখন সমাজৰ মাজত নথকাকৈ অন্য এখন সমাজ গঢ়িবলৈ যাব নোৱাৰি। কিন্তু মোৰ ধাৰণা হ'ল যেন যিখন সমাজত অৰুণাভ আছিল—সেইখন সমাজত তেওঁ নাছিল। তেওঁ নিজেই যেন নিজৰ মাজত নাছিল। তেওঁ যেন কোনো এক নামহীন অনাগত অচিন যুগ আৰু জগতৰ অধিবাসী আছিল, যাৰ সীমা আজিও নিৰ্ণীত হোৱা নাই।

কথাবোৰ এনেই আগ-গুৰি নোহোৱাকৈ ভাবি থাকি মোৰ আমনি লাগিছিল, মোৰ বেগত সুমাই ৰখা কাগজবোৰত চকু ফুৰাই চাওঁ বুলি মনতে ভাবিছিলো।

ফোনটো বাজি উঠিল।

দুষ্মন্ত তালুকদাৰে কথা কৈছে।

তেওঁ মোক সুধিলে এতিয়াই তেওঁ যদি মোৰ ওচৰলৈ আহে মোৰ কিবা অসুবিধা হ'ব নেকি।

মোৰ একো অসুবিধা নহয়, মই এনেই অকলে বহি আছো।

শেৱালিহঁত কিমান সময়ত আহিব, উত্তৰা দেৱী দিল্লী পালেহিনে নাই, মই ক'ব পাৰোনে? তেৱোঁ শেৱালিৰ লগতে মোৰ হোটেললৈকে আহিব নে অন্য ক'ৰবাতে থাকিব মই জানোনে? আৰু সদৌ শেষত, আমি অৰ্থাৎ বসন্ত আৰু শেৱালি কেতিয়াকৈ অসমলৈ ঘূৰিব?

আৱশ্যকীয় উত্তৰ দিলো। মই বুজিলো কেইমিনিটমানতে তালুকদাৰ আহি মোৰ হোটেল পাবহি।

এই মানুহজনকো মই আজিও ভালকৈ বুজিব নোৱাৰিলো। ভাৰতীয় আৰু ইউৰোপীয় দুয়োটা সংস্কৃতিৰ এটাকো সম্পূৰ্ণ নিজৰ কৰি লব নোৱাৰি, জমিদাৰী হেৰুৱাই, নতুন অৰ্থনৈতিক পৰিস্থিতিৰ লগত নিজক খাপ খুৱাব নোৱাৰি, সকলো ঠাইতে ঘৰ, আৰু সকলো ঘৰতে আলহী ভাব লৈ ঘূৰি ফুৰা এওঁ এজন ফিলিষ্টাইন নেকি? নে এই মানুহজনৰ জীৱনতো কিবা ফ্ৰাষ্ট্ৰেচনৰ গোপন কাহিনী আছে?

হয়তো দুষ্মন্ত তালুকদাৰক মোৰ বুজিবলৈ কোনো অসুবিধা নহ'লহেঁতেন, যদিহে মানুহজনৰ প্ৰতি মোৰ সমবেদনা থাকিলহেঁতেন। স্বীকাৰ কৰিছো মানুহজন বেয়া নহয়, কিন্তু প্ৰথম লগ পোৱাৰ দিন ধৰি মানুহজনক মোৰ বেয়া লাগি আহিছে

আৰু এটা সন্দেহ মোৰ হৈছে যে মানুহজনৰ উত্তৰা দেৱীক বিচাৰি ফুৰাত এটা স্বাৰ্থ নিশ্চয় আছে।

ডক্টৰ অৰুণাভৰ পৰিযাল কেইবা পুৰুষৰ পৰা এটা ৰজনজনা ধনী পৰিয়াল, তেওঁলোকৰ মাটি-সম্পত্তি বিস্তৰ, প্ৰতি পুৰুষত তেওঁলোকৰ সম্পত্তি ভগা ভাগি হৈ কমি যোৱা নাই। বৰং অৰুণাভৰ ককাদেউতাক আৰু দেউতাকে নিজৰ অধ্যৱসায়ৰ সহায়ত আৰু বহুত সম্পত্তি গোটাইছিলহে।

অৰুণাভৰ ভাই-ককাই নাছিল। তেওঁৰ পিতাক যেনেকৈ পৰিযালৰ একমাত্ৰ পুত্ৰ সন্তান আছিল, তেনেকৈ অৰুণাভো পিতাকৰ একমাত্ৰ পুত্ৰ সন্তান আছিল, আৰু এইবাবেই অৰুণাভ অধিকাৰী হৈছিল অজস্ৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ।

অৰুণাভৰ অৱশ্যে ধন-সম্পত্তিৰ প্ৰতি লোভ বা আসক্তি নাছিল। হয়তো জীৱন-সংগ্ৰাম কঠিন নোহোৱা বাবেই অৰুণাভে শিক্ষা-সংস্কৃতিৰ সাধনা কৰাৰ সুযোগ পাইছিল। সা-সম্পত্তিৰ কাৰণে তেওঁ জীযাই থকা নাছিল, কিন্তু কেইবা পুৰুষৰ সঞ্চিত ধন-সম্পত্তিয়ে অৰুণাভৰ মন আৰু হৃদযৰ বিকাশ সাধনাৰ পথত অকৃপণ বৰণ্ডণি যোগাইছিল।

হযতো দুষ্মন্ত তালুকদাৰে আশা কৰিছিল যে ডক্টৰ অৰুণাভৰ উইলৰ সহাযত উত্তৰা দেৱীৰ যোগেদি তেওঁ সম্পত্তিৰ অধিকাৰী হব আৰু সেযে হব তেওঁলোকৰ হেৰোৱা জমিদাৰী ক্ষতিপূৰণ।

এইযা আছিল মোৰ সন্দেহহে। এই বিষযে তেওঁৰ লগত কোনো আলোচনা কৰা নাই। কথাটো বাঞ্ছনীয বা শোভনীযও নহয, কাৰণ সেইটো তেওঁলোকৰ তেনেই ব্যক্তিগত কথা।

হোটেলৰ বযটোৱে মোৰ ভাতখিনি মেজৰ ওপৰত থৈ চালাম দি গুচি গ'ল।

চিঠিপত্ৰ পালে মনটো ভাল লাগে। ঘৰৰ পৰা বহুত নিলগত থাকিলেও ওচৰতে থকা যেন লাগে। অকলশৰে থাকিলেও অকলশৰীয়া যেন নেলাগে।

এখন ঘৰৰ চিঠি—

সকলো ভালে আছে।

মই কেতিয়া ঘূৰি যাম—প্ৰশ্ন।

এখন আহমদৰ চিঠি—

কি কৰিব পাৰিছো,

কাক কাক লগ পাইছো,

অৰুণাভৰ জীৱনীখন লিখিবলৈ কেতিয়া আৰম্ভ কৰিম?

এইকেটা কথা আহমদে প্ৰত্যেকখন চিঠিতে লিখে।

এখন দীঘলীয়া খামৰ চিঠি ৰিডাইৰেক্টেড হৈ আহিছে। মোৰ ওপৰৰ ঠিকনাটো সাৱধানে টাইপ কৰা।

শকত চিঠি পালে মোৰ ভাল লাগে। চিঠিখন খুলিলো। এটা ইংৰাজী প্ৰবন্ধ এটা সৰু টোকাৰে ডাক্তৰ মাচুমে মোলৈ পঠিয়া দিছে। প্ৰবন্ধটোৰ লিখক ডক্টৰ অৰুণাভ। ডাক্তৰ মাচুমে লিখিছে, এই লিখাখিনি কোনো কাকত বা আলোচনীত প্ৰকাশ কৰিবৰ কাৰণে লিখিছিলনে এনেই লিখিছিল জনা নেযায়। আৰু এইটো এটা প্ৰবন্ধ হয়নে নহয় তাকো তেওঁ ভালকৈ কব নোৱাৰে। কিছু বছৰৰ আগতে এক অজ্ঞাত ঠাইৰ পৰা কোনোবাই তেওঁৰ ঠিকনাত পঠাই দিছিল। পঠাওতাজন কোন আৰু তেওঁলৈ কিয় পঠালে তেওঁ নেজানে।

এই প্ৰবন্ধটোৰ কথা তেওঁ পাহৰি আছিল। অলপ দিনৰ আগতে তেওঁ অন্যান্য কাগজৰ মাজত লিখাখিনি পাইছিল। আৰু ডক্টৰ অৰুণাভৰ লিখা বুলি জানি মোলৈ পঠাই দিছে।

আগ্ৰহ আৰু কৌতূহলেৰে মই পঢ়িবৰ কাৰণে লিখাখিনি উলিয়াই ললো।

'যাৰ অহাৰ বাটত মই এচপৰা মাটি দিয়া নাই, তাৰ যোবাৰ বাটত হেঙাৰ দিয়াৰ কোনো অধিকাৰ মোৰ নাই। হৃদয়ৰ পৰা হৃদয়লৈ অদৃশ্য পৰীসূতাৰ সাঁকো। ঠিক যেন ধ্যানী আৰু ধ্যেয়ৰ মাজৰ প্ৰাৰ্থনাৰ অদৃশ্য এনাজৰী। বুকুৰ মাজৰ আশা আৰু আশাভঙ্গৰ কণ-কণ তৰাবোৰৰ শান্ত পোহৰলৈ দিগন্তজোৰা হাতীপটি। হাতীপটিৰ বুকুত এটা তৰা ক'ৰবাত হেৰাই গ'লে মোৰ চকুৱে হাতীপটিৰ বুকত কোনো ক্ষতিৰ দাগ নেদেখে। কিন্তু হাতীপটিয়ে জানে সেই ক্ষতিও অপূৰণীয়। নেবুলা, নীহাৰিকা, পোহৰ—সৌৰজ্যোতি—আৰু জোনাকী পৰুৱাৰ অকণমান পোহৰ—ইহঁত সকলো লগ লাগি আকাশ আৰু পৃথিৱীৰ বুকৰ আদিম তমসাক দূৰ কৰাৰ যি অনন্ত প্ৰয়াস কৰিছে, সি মাথোন ৰচনা কৰিব পাৰে কেইটামান সূৰ্য, ৰচনা কৰিব পাৰে কেইটামান হাতীপটি, আন্ধাৰৰ গৰ্ব খৰ্ব কৰিব নোৱাৰে। জ্ঞানৰ চাকিৰে হৃদয়ৰ আন্ধাৰ আকাশ পোহৰোৱাৰ সাধনা—প্ৰেমৰ শলিতা জ্বলাই অন্তৰৰ আন্ধাৰ গহবৰত আলোকপাতৰ প্ৰয়াস—সি জীৱনৰ আকাশত এক হীন-জ্যোতি হাতীপটি ৰচনা কৰাৰ বাহিৰে আৰু কি কৰিব পাৰে? অদৰ্শনৰ মূক বেদনাক স্মৃতিৰ অক্ষয় ঐশ্বৰ্যেৰে দূৰ কৰা যায় জানো? যি সোঁতা পানীয়ে ঘাট হেৰুৱালে, সি জানো উপকণ্ঠৰ বন্ধনৰ পৰা মুক্তি পালে? ঘাটৰ মায়াক উপেক্ষা কৰাত সোঁতৰ কি মহত্ব, প্ৰকাশ পালে? সোঁতে য'তেই পাৰৰ লগত মিতালি পাতিলে সেইযাই জানো ঘাট নহয়?

হৃদয় নদী নে সমুদ্ৰ? হৃদয় বোৱতী সুঁতি নে নিস্পন্দ সৰোবৰৰ বন্ধ জলধাৰা? নিজক ভাঙি ভাঙি নতুনকৈ গঢ়াৰ অন্তহীন পৰিক্ৰমাৰ মাজত অবিচ্ছিন্ন অখণ্ডতাৰ

স্থায়িত্ব কোনখিনিত? সত্যই জীৱন গঢ়ে। প্ৰেম সত্য, প্ৰেমে জীৱন গঢ়ে। সমাজে যদি জীৱন গঢ়িব নোৱাৰে তেন্তে সমাজ সত্য নহয়। জীৱনে যদি সমাজ গঢ়ে তেন্তে সমাজতকৈ জীৱন সত্য। সত্য সুন্দৰ, সেয়ে প্ৰেম সুন্দৰ, জীৱন সুন্দৰ।

মই জানো মীনা, এই সত্যৰ ওপৰত বিশ্বাস আছে কাৰণেই তুমি প্ৰেমক শ্ৰদ্ধা জনাব পাৰিছা। যি জীবনক প্ৰেমৰ পৰশমণিয়ে সুন্দৰ কৰিলে, সেই জীৱনৰ ওপৰত অকাৰণ বিদ্ৰোহ কৰাত জানো কিবা গৌৰৱ আছে? আত্ম-উপলব্ধিৰ কাৰণে যদি এই বিদ্ৰোহ, তেন্তে কৰা বিদ্ৰোহ। নিজক ভাঙা। ভাঙি ভাঙি নতুনকৈ গঢ়া, নৱজন্মৰ স্বপ্নত মাটিৰ অন্ধকাৰ গহবৰৰ উমৰ কোলাত নিজক লুকাই পেলোৱা। তিলতিলকৈ নিজক শেষ কৰি মাটিৰ লগত মিলাই দি তুমি তোমাৰ বুকুৰ মাজত নতুন অঙ্কুৰৰ প্ৰাণস্পন্দন জগাই তোলা। আত্মনিঃশেষৰ মাজেদি নতুন অঙ্কুৰৰ মাজত তোমাৰ নৱজন্ম হওক। সেই অঙ্কুৰে পোহৰ বিচাৰি সূৰ্যৰ দেশলৈ পাখী মেলি উধাও হওক। নতুন ৰ'দালিৰ উদাৰ আশীৰ্বাদেৰে সেই অঙ্কুৰৰ জীৱন আলোকময় হওক।

মোৰ ৰক্তৰ অণুতো বিদ্ৰোহ আছে, মীনা। *কিন্তু সেই বিদ্ৰোহৰ কোনো নাম* নাই। পৰিচয়ো নাই। এই বিদ্ৰোহ আন কাৰো বিৰুদ্ধে নহয়। মোৰ নিজৰ বিৰুদ্ধে। দিনে দিনে মই নিজকে ভাঙো, নতুনকৈ গঢ়িবৰ কাৰণে। মোৰ ভাবক ভাঙো, চিন্তাক ভাঙো, আশাক ভাঙো, আনকি অনুভূতিকো মই ভাঙো। মই সূৰ্যৰ বুকুৰ পোহৰ আৰু উত্তাপ। নিজক হেৰুৱাই পেলাবৰ কাৰণেই দূৰ-দূৰণিত নিজক বিলাই দিওঁ। সূৰ্যৰ বুকুৰ পৰা পৃথিৱীৰ বুকুলৈ নামি অহা এই আলোক আৰু উত্তাপৰ সৌঁহটোৱেই সূৰ্যৰশ্মি, ৰ'দালি, পোহৰ। সেইটোৱেই মই—অৰুণাভ নামৰ এটা মানুহ—পোহৰৰ এডাল শিকলি।

ব্যতিক্ৰমক বিদ্ৰোহ আখ্যা দিয়াৰ বিলাসিতা মোৰ নাই। ব্যতিক্ৰমৰ বৈচিত্ৰ্য থাকিব পাৰে, মহত্ত্ব একো নাই। সকলো নতুনত্বৰে বিশেষত্ব নেথাকে, ফটা কানিৰ নতুন পুতলা এটাৰ একো বিশেষত্ব নাই। নতুনত্বই মহত্ত্ব বা বিশেষত্বৰ দাবী কৰিব খুজিলে, সেই নতুনত্ব সুন্দৰ হব লাগিব। সেই নতুনত্বত থাকিব লাগিব ভঙাৰ আনন্দ আৰু গঢ়াৰ বেদনা। সৃষ্টিৰ বেদনাৰে মহীয়ান নহলে নতুনত্বৰ কোনো গৌৰৱ নাই।

এই কথা বুজিবলৈ প্ৰস্তুত নাছিল উত্তৰা। সেয়ে উত্তৰাই মোৰ চকুত উত্তৰকালক আহ্বান জনোৱাৰ যি স্বপ্ন আছিল, তাক উত্তৰাই সামৰি থবলৈ বিচাৰিলে বৰ্তমানৰ সন্তুষ্টিৰ সীমাত। এইবাবে উত্তৰাৰ বিৰুদ্ধে মোৰ কোনো অভিযোগ নাছিল। মই জানো, মোৰ প্ৰতি উত্তৰাৰ প্ৰেম আৰু ভক্তিৰ গভীৰতাত এক বিন্দুও কৃত্ৰিমতা নাছিল। উত্তৰাই ভাবিছিল তেওঁৰ স্বামী ডক্টৰ অৰুণাভ নামৰ যিজন মানুহ, সেই মানুহজনৰ সকলো খ্যাতি (যেন খ্যাতিৰ কিবা মূল্যহে আছেঙ্গ) একমাত্ৰ তেওঁৰে,

উত্তৰা দেৱীৰে হব লাগে। সেই অৰুণাভ নামৰ মানুহজনৰ পত্নী হোৱাৰ সকলো (যেন উত্তৰা দেৱীৰ নিজস্ব কোনো গৌৰবৰ বস্তু নাযেই) একমাত্র উত্তৰা দেৱীয়ে হব লাগে। নাৰীৰ স্বাভাৱিক স্বাৰ্থপৰতা— কোনোবে কব। কিন্তু এই স্বাৰ্থপৰতাক অতিক্রম কৰিব পৰাৰ সমান শিক্ষা আৰু উদাৰতা তো উত্তৰাৰ আছিল। আৰু মই জানো মীনা, মোৰ খ্যাতিৰ ভাগ লবৰ কাৰণে তুমি মোৰ ওচৰলৈ অহা নাছিলা, উত্তৰাক পত্নীৰ কোনো অধিকাৰৰ পৰা বঞ্চিত কৰিবলৈ তুমি অহা নাছিলা, মোৰ মৰম বিচাৰিও তুমি অহা নাছিলা। তুমি আহিছিলা, মোৰ কাষত মানবতাৰ অধিকাৰ বিচাৰি, আস্থা বিচাৰি, অকণমান জিৰণি বিচাৰি। তুমি বুজিছিলা সোঁতে সোঁতৰ বুকুত নিজক বিলীন কৰিহে পেলাব পাৰে, সোঁতৰ বুকুত ঘাটৰ পাৰ বিচাৰি পাব নোৱাৰে। হয়তো সেই কাৰণেই মোৰ ওচৰত তুমি কাহানিও ঘাটৰ ঠিকনা বিচৰা নাছিলা। আৰু সেই বাবেই মোৰ গতিৰ উন্মাদনাই তোমাৰ গতিক শ্রদ্ধা জনাইছিল—কৈছিল ঃ যোৱা, তোমাৰ বাটত তুমি যোৱা—তোমাৰ যোৱা অনিৰুদ্ধ হওক, কাৰণ ময়ো ৰৈ থকা নাই— ময়ো গৈ আছো, গৈ থাকিবলৈ বিচাৰিছো। তোমাৰ দৰেই অনিশ্চিতৰ, পৰা অনিশ্চিতৰ পৰিচিতৰ পৰা অপৰিচয়ৰ বুকুলৈ গৈ থকাৰেই সাধনা কৰিছো। আমালৈ, তোমালৈ আৰু মোলৈ—কোনোৱে ঘূৰি নেচায়, কাৰণ আমিও যে কালৈকো ঘূৰি নেচাওঁ। কোনোবা নক্ষত্রক লগ পাই, আকাশৰ কোনোবা নক্ষত্র বৈ যোৱা কোনোবাই দেখিছে জানো?

তোমাৰ কাৰণে মোৰ কোনো দুখ নাই, মীনা। মোৰ কিন্তু দুখ লাগে উত্তৰাৰ কাৰণে। শেৱালিৰ কাৰণেও। কেতিয়াবা মই ভাবো যিযে মোৰ সংস্পৰ্শৰ জগতখনৰ মাজলৈ আহিল—তাকেই মই অসুখী কৰিলো নেকি? মই নিজে কোনো দিন সুখ বিচৰা নাই, তথাপি মই প্রতি মুহূর্তত সুখৰ অস্তিত্ব অনুভৱ কৰো। নানা ঋতুৰ ঐশ্বৰ্য বিভূতিৰে কেৱল বিশ্ব প্রকৃতিয়েই মোক সুখ দিশে এনে নহয়, মানুহৰ পৃথিৱীখনৰ মাজত সোমায়ো মইতো সুখকে পাইছো সদায়। আৰু তাতোকৈ অধিক সুখ পাইছো মোৰ জীৱনটোক আকলুৱা দুবাহুৰে সাবটি ধৰি, জীৱনৰ লগত এৰাব নোৱাৰা মিতিৰালি পাতি। জীযাই থকা মানেইতো সুখী হোৱা। জীৱনক স্বীকাৰ কৰি লোৱা মানেই যে সুখক স্বীকাৰ লোৱা। নিজক ভঙাৰ আনন্দ, গঢ়াৰ আনন্দ, জীৱনৰ গতিস্পন্দনৰ আনন্দ, আত্মাৰ অনন্ত তৃষ্ণাৰ নিবৃত্তিহীন উপলব্ধিৰ আনন্দ—সেযেতো জীৱন নামৰ সৌধটোৰ একোডোখৰ গাঁথনি শিল। লোকৰ মাজত নিজক পোৱাৰ আনন্দ, নিজৰ হৃদয় হেৰুৱাই, আমাৰ হৃদয়ৰ মাজত নিজক বিচাৰি পোৱাৰ আনন্দ, সেইযা যে মৃত্যুতকৈও মহৎ। মইতো জীৱন জুৰি তাৰেই অন্বেষণ কৰিলো।

তথাপি মোৰ মনত লাগে যেন মোৰ পৰা সকলোৱে দুখহে পালে। মই যেন আনৰ জীৱনৰ পথত দুখৰ কাইটহে সিঁচিলো। মোৰ বিদ্ৰোহে যেন মোক অপৰাধীহে কৰিলে। আনকি তুমিও—তুমিও মোৰ পৰা দুখকে পালানেকি?

সেয়ে যদি সঁচা নহয়, মোৰ ঘৰৰ পদূলিলৈ ঘূৰি আহিবলৈ তোমাৰ সঙ্কোচ কিয়? তুমি তো জানা, ঘূৰি আহিলেও মোৰ নঙলামুখত তোমাৰ গতি ৰুদ্ধ হৈ নেযায়। তোমাৰ আত্মগোপনে তোমাৰ পৰাজয়কে ঘোষণা কৰিব। পৃথিৱীৰ পৰা পলাই সাৰিব পাৰিবা—তেনেই সহজ সেই কথা। কিন্তু নিজৰ পৰা পলাবা কেনেকৈ? নিৰুদ্দেশৰ ঠিকনাতকৈ আৰু অধিক স্পষ্ট ঠিকনা আছে ক'ত?

এইখন নিশ্চয় এখন চিঠি। ডক্টৰ অৰুণাভে মীনালৈ লিখা চিঠি। নিৰুদ্দেশ হৈ ক'ৰবাত আত্মগোপন কৰি থাকিলেও, মীনাই এই চিঠিখন নিশ্চয় পাইছিল। আৰু হয়তো বহুদিনৰ মূৰত ডাক্তৰ মাচুমলৈ পঠিয়াই দিছিল।

ডক্টৰ অৰুণাভৰ প্ৰবন্ধ, চিঠি আদি সদায় এনেকুৱাই হয়। কথাবোৰ তেওঁ ব্যক্তিগত কৰি নেৰাখে। কথাবোৰ জেনেৰেলাইজ কৰি এটা সাধাৰণ বিশ্লেষণৰ চেষ্টা কৰে। হয়তো এইবাবেই ডাক্তৰ মাচুমে মীনাৰ পৰা পোৱা এই চিঠিখনক এটা প্ৰবন্ধ বুলি ভাবিছিল।

চিঠিখন মই সামৰি থলো আৰু কিবাকিবি পঢ়িম বুলি ভাবিছিলো। কিন্তু সময় আৰু বেছি নাছিল। এক বাজি গৈছিল। ১৪৫ মই শেৱালিক আগবঢ়াই আনিবৰ কাৰণে নাৰ্চিংহোমলৈ যোৱাৰ কথা।

মই ওলালো।

বসন্তক লগত নোলোৱাই ভাল হব যেন লাগিল। বসন্তও বৰ ইচ্ছুক নহয়।

শেৱালিৰ লগত কিছু আত্মীয়তা গঢ়ি তোলাটো মোৰ প্ৰয়োজন, মোৰ নিজৰ স্বাৰ্থতে। ডক্টৰ অৰুণাভৰ জীৱনৰ ভিতৰ-বাহিৰৰ বহুত কথা শেৱালিয়ে জানে। অৰুণাভৰ গাৰ ছাঁৰ দৰে শেৱালি আছিল — তেওঁৰ লগে লগে। য'লৈকে গ'ল অৰুণাভ ত'লৈকে গ'ল শেৱালি আৰু শেষত অৰুণাভে শেষ নিশ্বাস এৰাৰ সময়তো হয়তো শেষ চাৱনিটো শেৱালিৰ চকুতে থাপি চকু মুদিলে।

শেৱালিয়ে অৰুণাভৰ বহু কথা নিশ্চয় জানে।

এইবাবেই মোৰ শেৱালিক লগ ধৰা দৰকাৰ।

মই ওলাই গ'লো এখন টেক্সী লৈ। পাঁচ মিনিট আগতে গৈ পোৱাত কোনো লজ্জাৰ কাৰণ নাই।

নাৰ্চিংহোমৰ গেটৰ মুখত যেতিয়া গাড়ী ৰযাগৈ তেতিয়া ঘড়ী চাই দেখো— মই অলপ বেছি আগতেই পালোহি। হোটেলৰ পৰা ইযালৈ মাত্ৰ পোন্ধৰ মিনিট লাগিল।

ৰিচেপ্‌চন ৰুমতে বহি বাতৰিকাকতত চকু ফুৰাই এনেই বহি থকাৰ বাহিৰে আৰু উপায নাই। প্ৰতীক্ষা সদায আমনি লগা হয। এনে সময়ত কোনোবা অচিনাকি মানুহৰ লগত অলাগতিযাল কথা পাতিও বেযা নেলাগে। কিন্তু মানুহ অহাযোৱা কৰি আছিল যদিও ৰিচেপচন ৰুমত বহিবলৈ অহা মানুহ কোনো নাছিল।

বাহিৰলৈ চালো। ৰ'দজাক বেছ উজ্জ্বলকৈ ওলাইছে। চোতালৰ বহু যত্নে পানী দি সেউজীযা কৰি জীযাই ৰখা ঘাঁহনিখিনিত বগা ৰ'দজাক বৰ কোমলকৈ পৰিছে। দিল্লীৰ উশাহ লব নোৱাৰা ব্যস্ততাৰ পৰা কেনেবাকৈ মূৰ পোলোকা দি ৰ'দজাক যেন ইযাত আহি দূবৰিৰ আঁৰত লুকাবৰ চেষ্টা কৰিছে।

এনেযে মোৰ মনটো উৰুঙা লাগিল। ৰ'দৰ এই স্পষ্টতা, ঘাঁহৰ এই সেউজ, ৰোগীবোৰৰ অস্পষ্ট নিশ্বাস, আৰু গছ পাতৰ মাজত কিবা বিচাৰি ফুৰা বতাহজাকৰ আপোনভোলা জিৰ জিৰণি, এই সকলোৱে মিলি মোৰ মনটোও যেন ভাৰাক্ৰান্ত কৰি তুলিলে। অকাৰণত অকলশৰে এজনী অচিনাকি, অনাত্মীয মানুহক লগ পাবৰ কাৰণে মোৰ এই প্ৰতীক্ষা যেন এটা বেদনাদাযক অভিজ্ঞতা। সঁচা নেকি অৰুণাভৰ সেই উপলব্ধি—যিযে মোৰ সংস্পৰ্শলৈ আহিল সিযেই সুখ নেপালে? এই মুহূৰ্তত মোৰ মনৰ বেদনা জানো অৰুণাভৰ জীৱনৰ সংস্পৰ্শলৈ অহাৰ ফল?

কিন্তু মই যে এতিযাও অৰুণাভৰ জীৱনৰ বহু নিলগতে আছো। অৰুণাভৰ আশা, নৈৰাশ্য, আদৰ্শ, বিদ্ৰোহ, প্ৰেম অথবা জ্ঞান একোকে দেখোন মই ভালকৈ বুজিব পৰা নাই। তেওঁৰ চিন্তাৰ লগত কাৰ্যৰ ক'ত মিল আছে? তেওঁৰ জ্ঞানৰ লগত অনুভূতিৰ ক'ত মিল আছে—তেওঁৰ ভিতৰ-জগত আৰু বাহিৰ-জগতৰ মাজত ক'ত ঐক্য আছে—মই দেখোন বুজিবই পৰা নাই।

অথচ এই মুহূৰ্তত মোৰ মনত লাগিছে যেন কিবা এটা অব্যক্ত কাৰণত মই এটা বেদনা অনুভৱ কৰিছো। মনত লাগিছে অৰুণাভৰ জীৱনটোকো যেন এটা অন্তৰ্দাহী অন্তঃসলিলা বেদনাই আগুৰি ৰাখিছিল।

সেইযা কি মেৰীৰ চিন্তা?

সেইযা কি উত্তৰাৰ চিন্তা?

কি সেইযা?

জীৱনৰ কোনো উচ্চতম আদৰ্শক বিচাৰি নোপোৱাৰ চিন্তা? নে কোনো অনামী উপলব্ধিৰ অন্বেষণে দিযা ব্যৰ্থতাৰ বেদনা?

এই কথা সঁচা মানুহ যিমানে বেছি জ্ঞানী হয, সিমানে বেছি অসুখী হয। যিমানে বেছি অনুভূতি প্ৰবণ হয সিমানে বেছি অসুখী হয। ডক্টৰ অৰুণাভে জ্ঞান আৰু হৃদযানুভূতিৰ সংঘাত দেখা পাইছিল, কিন্তু তাত তো তেওঁৰ অসুখী হবৰ কাৰণ নাছিল। বাহিৰে দেখাত সফল আৰু শান্ত এটা জীৱনৰ ভিতৰেখনত বস্তুত ব্যাখ্যাহীন অসঙ্গতি আৰু অন্তঃসলিলা অশান্তিৰ উৎস কোনিবাদি লুকাই আছিল। অসম্ভব কিবা সম্ভাৱনাৰ চেতনাই তেওঁৰ মন ভাৰাক্ৰান্ত কৰি ৰাখিছিল।

ডক্টৰ অৰুণাভে নিজেই জানো ইযাক বুজি পোৱা নাছিল?

মোৰ নিজৰ কাৰ্য আৰু জীলি প্ৰকাশনীৰ স্বত্বাধিকাৰী আহমদৰ কাৰ্যও কিবা এক যুক্তিহীন পাগলামি যেনহে অনুমান হৈছিল। কি লাভ হব অৰুণাভৰ জীৱনী লিখি, তেওঁৰ জীৱনৰ আঁত বিচাৰি, তেওঁৰ জীৱনৰ আগগুৰি নোহোৱা কথাবোৰৰ ৰেহা লগাই? অৰুণাভৰ জীৱন শেষ হৈছে। তেওঁৰ পুৰুষ মানুহ শেষ হৈছে। তেওঁৰ যুগ শেষ হৈছে। অন্য এটা যুগত অন্য পুৰুষ মানুহৰ জন্ম হৈছে। এই পুৰুষৰ কাৰণে অৰুণাভৰ জীৱনত কি আছে? অতীতৰ ঘৰবাৰী, মন্দিৰ-মছজিদ ৰাজপ্ৰাসাদ, ৰাজমৈদাম আদিক কৰাৰ দৰে, আগৰ কালৰ বিখ্যাত মানুহবোৰকো আজিৰ মানুহে মিউজিযামৰ সামগ্ৰী বুলি ধৰা হৈছে। অতীতৰ প্ৰতি অশ্ৰদ্ধা আজিৰ যুগৰ কিছুমান মানুহৰ এক বিশেষত্ব। অৰুণাভো তো অতীত হৈ গৈছে। অৰুণাভ হৈ পৰিছে বৰ ডাঙৰ এখন মৰিশালিৰ মাজত পৰি থকা এটা মৰিশালি, কবৰ। হযতো নতুন হৈ আছে। কিন্তু কিছু দিনৰ ভিতৰতে সেই কবৰ বনে ঢাকি পেলাব, কবৰটো নিৰ্বিশেষ হৈ যাব। আহমদৰ এই খেযালৰ বিনিমযত কি পোৱা যাব? কিবা পোৱা যাব জানো?

চেণ্ডেলৰ কোমল শব্দ শুনি মই ভিতৰৰ ফালে ঘূৰি চালো। এজনী নাৰ্চৰ লগত শান্তভাৱে শেৱালি ধীৰ খোজেৰে মোৰ ফাললৈকে আহিছে।

শেৱালিক দেখি মই বহাৰ পৰা উঠিলো। আজি শেৱালিক বেচ প্ৰফুল্ল যেন লাগিল। মুখখনলৈকো যেন তেজ-পানী আহিছে। চকু দুটাও যেন কিছু সজীৱ হৈছে।

মোক দেখি তেওঁ নমস্কাৰ জনালে। অকণমান হাঁহি ওঁঠেমুখে বিৰিঙাই তেওঁ সৰু মাতেৰে কলে, আপুনি আহিছে?

মই সুধিলো, তেওঁক বিদায দিযা হৈছেনেকি?

একো নকৈ টিপতে নাৰ্চজনীক অলপ টকা দি তেওঁ আগবাঢি আহি আৰু কলে, বলক, এতিযা আৰু ইযাত মোৰ কোনো কাম নাই।

টেক্সীখন ৰাখিযে থৈছিলো। আৰু বিশেষ পলম নকৰি আমি দুযো টেক্সীত উঠিলোহি।

উত্তৰা দেৱী নাহিলনেকি? মই সুধিলো।

যোন কৰিছিল। আজি তেওঁ আহিব নোৱাৰিলে। মোকহে পাৰিলে তেওঁক লগ ধৰিবলৈ কৈছে।

শেৱালিৰ কথা-বতৰাবোৰ শান্ত। অসুখৰ পৰা উঠি অহাৰ কাৰণেই হওক, বা স্বাভাৱিক কাৰণতে হওক, তেওঁৰ মাতটো সামান্য দুবল যেন লাগিছিল। গাড়ীৰ পিছৰ চিটত তেওঁ বহি গৈছিল মোৰ সোঁফালে। মই তেওৰ ফালে চোৱা নাছিলো, এনেই বাহিৰৰ ফালে চাই গৈছিলো। বাহিৰৰ ৰ'দজাক ভাল লাগিছিল, তেওঁৰ ফালে নেচালেও, কিন্তু মোৰ তেওঁক সন্মুখতে দেখি থকা যেন লাগিছিল। এখন কোমল শান্ত মুখ, এহাল গভীৰ চকু—চাৱনিত দুৰ্বোধ্য গভীৰতা, দুটা সৰু কোমল ওঁঠ—তাত যেন কিবা ভাষা এটা সদায় লাগি আছে। অথচ মই বুজিব পৰা নাই, কি সেই ভাষাৰ অৰ্থ।

মোৰ গাৰ কাষতে নীৰৱে বহি যোৱা এই মানুহজনী মোৰ একেবাৰেই অপৰিচিতা। অনাত্মীয়া। তেওঁ মোৰ কথা একোকে নেজানে অথচ তেওঁৰ বহুত কথা মই জানো। বহুত কথা জানিও, তেওঁৰ সকলো কথা আজিও মোৰ জনা হোৱা নাই।

আপোনাৰ হোটেল কিমান দূৰত?

পাইছোহিযেই। কেইমিনিটমানতে আমি পামগৈ।

তেওঁ আৰু একো নক'লে।

অলপ পিছতে আমি হোটেল পালোহি।

খটখটিযেদি উঠোত তেওঁৰ কষ্ট হব বুলিযে আমি লিফটৰ সহায ললো।

দত্ত ক'ত আছে?

আন এটা হোটেলত। ওচৰতে।

আমি লিফটৰ পৰা নামিলো। নিৰ্দেশ অনুসৰি হোটেলৰ বিযেৰাৰ এটাই শেৱালিৰ কাপোৰ-কানিৰ চুটকেচটো আৰু কিবাকিবি থোৱা বেগটো টেক্সীৰ পৰা আনি থলেহি।

আপোনাৰ কাৰণে গ্ৰাউণ্ড ফ্ল'ৰতে এটা ৰুম বিচাৰিছিলো। কিন্তু পোৱা নগ'ল।

ইযাতো মোৰ বিশেষ অসুবিধা নহয। ইযাততো সদায নেথাকো। তেওঁ কলে।

মোৰতো ইযাত একো কামেই নাই। আপোনাৰ কাৰণেহে এইকেইদিন ইযাত থাকিলো—

মোৰ কথা শুনি শেৱালিয়ে চকুত কৃতজ্ঞতা লৈ মোৰ মুখলৈ চালে।

মই প্ৰস্তাৱ কৰিলো যে যদি তেওঁৰ আপত্তি নাই, তেন্তে প্ৰথমতে মোৰ ৰুমতে অলপ বহি তেওঁ চাহ বা কফি যি খাব খোজে খাওক। তাৰ পিছত তেওঁৰ কাৰণে

ৰিজাৰ্ভ কৰি থোৱা কোঠালৈ যাব খুজিলে তেওঁ যাব যদিহে অলপ ফুৰিবলৈ ওলাই যাওঁ বোলে, সন্ধিয়া সময়ত আমি অলপ ফুৰিও আহিব পাৰিম।

শেৱালি মান্তি হল।

হঁহাৰ নিচিনা কৰি শেৱালিয়ে কলে, আপুনি উত্তৰা বাইদেউক লগ পোৱা নাই নহয়? এক আচৰিত মানুহ বাইদেউ। সঁচা কথা, ডক্টৰ ঢুকালত মোৰ মনটো একেবাৰে ভাগি পৰিছিল। সেই বুলি হাৰ্টৰ সামান্য দুৰ্বলতাৰ বাহিৰে মোৰ দেহাৰ কোনো অসুখ নাছিল। কিন্তু বাইদেৱে একপ্ৰকাৰ জোৰ কৰিয়ে মোক আনি নাৰ্চিং হোমত সুমাই থৈ গ'লহি। এইকেইদিন বেমাৰী নোহোৱাকৈয়ে বেমাৰী হৈ পৰি থাকি থাকি আমনি লাগিছিল। আজি মোৰ বৰ ভাল লাগিছে। এতিয়া আকৌ কোঠাত সোমাই নেথাকো। যদি আপুনি নিয়ে আপোনাৰ লগতে অলপ ফুৰি আহিম।

এতিয়া কফি খাব তেনেহলে?

অনাওক। মই বেয়া নেপাওঁ।

সঁচাকৈয়ে হাস্পতালৰ পৰা ওলাই অহাৰ কাৰণেই হবলা শেৱালিক আগে মই লগ পোৱাতকৈ বহুত আনন্দত থকা যেন লাগিল। ৰোগী হিচাপে বিছনাত পৰি থকা শেঁতা দুৰ্বল শেৱালিজনী আৰু মোৰ সন্মুখত বহি থকা এই শেৱালি যেন দুজনী বেলেগ মানুহ। তেওঁৰ চকু মুখলৈ নতুন তেজ-পানী আৰু প্ৰফুল্লতা আহিছে।

বহুত সুখত থকাৰ কাৰণে নে বহুত দুখত থকাৰ কাৰণে বা আন কিবা অৱস্থাৰ পৰিৱৰ্তন ঘটাৰ কাৰণে শেৱালিৰ দেহ-মনৰ এই পৰিৱৰ্তন আহিছে? তেওঁক প্ৰফুল্লমনা যেন দেখি মোৰো মনটোত আনন্দ লাগিল।

কফি খাই থাকোতে মই এনেযে সুধিলো, বসন্ত, ইয়ালৈ অলপতে অহাৰ কথা আছিল। আহিলে তেওঁ বেয়া পাব নেকি।

অলপ সময় শেৱালি মনে মনে থাকিল, কিবা এটা ভাবিলে, তাৰ পিছত মোৰ মুখৰ ফালে চাই কলে, মোৰ আপোনাৰ লগত এটা কথা পৰামৰ্শ কৰিব লগা আছে—

মই বুজিলো যে মোৰ প্ৰশ্নৰ উত্তৰ এইটো নহল।

মই পোনপটীয়াকৈ শেৱালিৰ মুখলৈ চালো। শেৱালি ৰঙা পৰিছে। কিবা এটা পৰিস্থিতিৰ যেন তেওঁ সন্মুখীন হবলৈ বিচৰা নাই। অথচ কিয় বিচৰা নাই সেই কথাও যেন তেওঁ বুজিব পৰা নাই। আৰু এইবাবেই যেন তেওঁ মোৰ লগত পৰামৰ্শ কৰিবলৈ বিচাৰিছে।

শেৱালিৰ চকুৰ চাৰনিত এক অসহায়তাৰ ভাব বিৰিঙি উঠিল। বহুদিনৰ পৰা মনৰ মাজত পুহি ৰখা এটা অন্তৰ্দ্বন্দ্বৰ নীৰৱ বেদনা যেন এই মুহূৰ্তত তেওঁ বেছি তীব্ৰভাৱে অনুভৱ কৰিছে।

এই শুৱনি মানুহজনীৰ বুকুৰ ভিতৰখন মোৰ দেখা যেন লাগিল। তেওঁৰ সিৰাঁত বোৱা তেজৰ ৰঙা কণাবোৰৰ লগত যেন কিবা এক গোপন বেদনাৰ নীল ছায়া পৰিছে। আৰু সি তেজৰ লগত এনেদৰে মিহলি হৈ পৰিছে যে তেজবোৰেই নীলা হৈ গৈছে।

এইকণ ভাৱ প্ৰৱণতাত মই কিজানি নীৰৱ হৈ পৰিছিলো।

শেৱালিয়ে কলে, হাস্পতালত থাকোতেই দত্তৰ লগত মই কথা-বতৰা পাতিছো। এতিয়া তেওঁ ইয়ালৈ আহিব জানো?

আজি আপুনি ইয়ালৈ অহাৰ কথা আছিল বুলি বসন্তয়ে মোক জনাইছিল। আপোনাক লগ পাবৰ কাৰণেইতো বসন্ত অতদূৰ আহি ইয়াত আছেহি।

শেৱালি মনে মনে থাকিল।

ইতিমধ্যে মোৰ ধাৰণা হব ধৰিলে যেন মই আৰু শেৱালি বহুত দিনৰ চিনাকি আৰু আমি দুয়ো যেন বহুকালৰ পৰা এইদৰে মুখামুখি হৈ নীৰৱে বহি আছো। আৰু শেৱালিক মোৰ কোনো কথা সুধিবলগীয়া নাই।

কফি পিয়লা শেষ হৈছিল। বেলি লহিয়াইছিল। ৰেডিঅ'ত বাজি থকা গীতটো বহুত দূৰত বজা যেন লাগিছিল। আধামুদা চকুৰে শেৱালি বহি আছিল—এটা প্ৰাচীন মূৰ্তিৰ দৰে। আনকি শেৱালিৰ উশাহ-নিশাহৰ শব্দটোও যেন নোহোৱা হৈ গৈছিল।

হঠাৎ আমি কিয় এনেদৰে নীৰৱ-নিস্পন্দ হৈ পৰিলো, মই বুজিব নোৱাৰিলো। আমি দুয়ো যেন আমাৰ বুকুৰ ভিতৰত সোমাই সন্তৰ্পণে কিবা এটা বিচাৰিছো। অথচ কি বিচাৰিছো আমি নিজেই নেজানো।

কিছুপৰৰ মূৰত শেৱালি বহাৰ পৰা উঠিল। সামান্য হঁহাৰ নিচিনা কৰি কলে, মই অলপ মোৰ কোঠালৈ যাওনে?

যাব?

কাপোৰ-কানিবোৰ সলাওঁ। আবেলি হলেই, ফুৰিবলৈ নেযাব জানো?

একো নকৈ মই তেওঁক তেওঁৰ কোঠালৈ লৈ গ'লো। হাস্পতালৰ পৰা ওলাই অহা এজনী ৰুগ্না মানুহক এনেকৈ বহুৱাই ৰখাটো যে ভাল কথা হোৱা নাই—মই উপলব্ধি কৰিলো।

তেওঁৰ কোঠাত সোমাই তেওঁ কলে, আমি সন্ধিয়া ওলাই যাম, নহয় জানো? এতিয়া অলপ জিৰণি লওঁ।

মই কলোঁ, এতিয়া মই কলৈকো নেযাওঁ। শেৱালি যেতিয়াই যাবলৈ ওলায় তেতিয়াই মোক কোঠাত লগ পাব।

মই গুচি আহিলোঁ। তেওঁ কোঠাৰ দুৱাৰখন বন্ধ কৰিলে।

মযো মোৰ কোঠালৈ আহি দুৱাৰখন বন্ধ কৰিলোঁ।

এতিয়া আৰু শুবৰ সময় নাই। আৰু মোৰ কোনো ৰকমৰ ভাগৰো লগা নাই। মাত্ৰ শেৱালিক লগ পোৱাৰ এই অভিজ্ঞতাৰ মোৰ কাৰণে কি মূল্য আছে তাকেই চিন্তা কৰিলোঁ।

যথেষ্ট হল। ডক্টৰ অৰুণাভৰ জীৱনীৰ সম্বল বিচাৰোতে বহুতকে লগ পালোঁ—স্বাভাৱিকভাৱে আৰু অভাৱনীযভাৱেও। এই সকলোকে লগ পোৱাৰ সলনি এদিনৰ কাৰণেও যদি ডক্টৰ অৰুণাভক সোঁ-শৰীৰেৰে লগ পালোহেঁতেন মই তেওঁৰ বিষয়ে বহুত কথা জানিব পাৰিলোহেঁতেন। এতিয়া শেৱালিৰ ওপৰতেই শেষ আশা। শেৱালিয়ে অৰুণাভৰ যিমান কথা জানে, আন কোনোৱে সিমান নেজানে, মাত্ৰ শেৱালিয়ে কবলৈ মান্তি হলেই হয।

মোৰ মেজৰ ওপৰত পৰি থকা কাগজপত্ৰবোৰ জাপি জাপি ভালকৈ থবৰ চেষ্টা কৰিলোঁ। মোৰ মেজখনৰ অৱস্থা দেখি শেৱালিৰ নিশ্চয কিছু বেয়া লাগিব পায। সকলো কাগজপত্ৰ বৰ বিশৃঙ্খল হৈ পৰি আছে। আমি মতা মানুহবোৰ এই বিষয়ত বৰ উদাসীন।

মাজতে গৌতম চৌধুৰীৰ লিখা বহীখন হাতত পৰিল। সময়খিনি কটাবৰ কাৰণে, আৰু বিশেষ কৌতূহল নাছিল যদিও বহীখনকে মেলি ললোঁ। এইবাৰ ঘূৰি গৈ তেওঁৰ এই বহীখন ঘূৰাই দিবগৈ লাগিব। গৌতমে চাগৈ ডাওৰ কিবা সাহিত্য লিখিছো বুলি ভাবি বহি আছে। পঢ়ি শেষ কৰা ডোখৰত চিন দিয়া আছিল। তাৰ পিছৰ পৰা পঢ়ি চাবৰ চেষ্টা কৰিলোঁ। কেইখিলামান পাতহে পঢ়িবলৈ বাকী আছেগৈ। হযতো ফুৰিবলৈ ওলাই যোৱাৰ আগতে আজিয়ে পঢ়ি শেষ কৰিব পাৰিম।

ইতিমধ্যে মই বুজিব পাৰিছিলোঁ যে গৌতম চৌধুৰীয়ে যি কাহিনী গল্প বা উপন্যাস কৰি লিখিছে প্ৰকৃততে সি তেওঁৰ নিজৰ জীৱনৰে কাহিনী। তৃতীয় পুৰুষত লিখি অন্যৰ জীৱনৰ কাল্পনিক কাহিনী বুলি প্ৰত্যয় নিয়াবৰ চেষ্টা কৰিলেও আচল কথাটো লুকাই থব পৰা নাই।

তেওঁৰ লিখাখিনি পঢ়ি এনে ধাৰণা হল যে ডক্টৰ অৰুণাভৰ ব্যক্তিগত কেৰেণী হোৱাৰ ফলত গৌতমৰ এটা সংস্থান হৈছিল। কিন্তু লগে লগে তেওঁৰ মনৰ মাজত অন্য কিছুমান খেলিমেলিৰ সৃষ্টি হৈছিল।

ডক্টৰ অৰুণাভে গৌতমক নিজৰ সহায়কাৰী হিচাপে লোৱাৰ উপৰিও শেৱালিক কিছু ইংৰাজী পঢ়াই দিবৰ কাৰণে কৈছিল আৰু গৌতমেও সেই দায়িত্ব লৈছিল। শেৱালি মনোযোগী আৰু একাণপতীয়া আছিল। সেই দেখি সোনকালে তেওঁ ইংৰাজী ভালকৈ কব আৰু লিখিব পৰা হৈ উঠিছিল।

ক্ৰমে গৌতমে অৰুণাভৰ কাম কৰাতকৈ শেৱালিক পঢ়াই তেওঁৰ লগতে সময় কটোৱাত অধিক মনোযোগ দিব ধৰিলে। আৰু এইদৰেই গৌতমৰ শেৱালিৰ প্ৰতি এটা মোহ আকৰ্ষণ জন্মিল।

শেৱালিৰ মনৰ ভাব কিন্তু গৌতমে অকণো বুজিব নোৱাৰিছিল। শেৱালি একেই থাকিল।

ইতিমধ্যে মীনাই অৰুণাভৰ ঘৰখনত স্পষ্ট আধিপত্য বিস্তাৰ কৰি লৈছিল গৌতমে লিখা মতে মীনা আছিল বৰ চঞ্চল আৰু অশান্ত। কেচুবাটো তেতিয়াও সৰু। মীনা এজনী প্ৰাণোচ্ছল শুৱনি গাভৰু। ঘৰখনত মীনাই এক প্ৰকাৰ হুলস্থুল কৰি থাকি ভাল পায়। মীনাৰ এনে ব্যৱহাৰে অৰুণাভৰ শান্ত ঘৰখনলৈ কিছু কোলাহল আৰু বিশৃঙ্খলা আনিলে শেৱালি আৰু উত্তৰা দেৱী সামান্যভাৱে হলেও বিৰক্ত আৰু অসন্তুষ্ট হল। কিন্তু অৰুণাভ এই পৰিবৰ্তনত বৰ আনন্দিত হল। তেওঁ মীনা আৰু কেঁচুৱাটোক লৈ ব্যস্ত হৈ পৰিল। মীনাযো অৰুণাভৰ লগত এনে প্ৰাণখোলাভাৱে হাঁহি ধেমালি কৰা আৰম্ভ কৰিলে যেন অৰুণাভ মীনাৰ এক সমবয়সীয়া বন্ধুহে।

এনে পৰিস্থিতিত উত্তৰা দেৱী যে অসন্তুষ্ট হৈছে সেইটো আনে নুবুজিলেও গৌতমে বুজিব পাৰিছিল। শেৱালিক বৰকৈ মৰম চেনেহ কৰাৰ কাৰণেই মনে মনে উত্তৰা দেৱীৰ মনত কিছু অব্যক্ত বেজাৰ আছিল। কিন্তু কোনো-কাহানিও সেই কথা তেওঁ কাকো ঘুণাক্ষৰেও জানিবলৈ নিদিছিল। কিন্তু মীনাৰ প্ৰতি অৰুণাভৰ আকৰ্ষণ দেখি উত্তৰা দেৱী ক্ষুণ্ণ হোৱাটো তেওঁক জনা লোকসকলৰ চকুত ধৰা নপৰাকৈ নাছিল।

ক্ৰমে যেতিয়া মীনাৰ লগত ডক্টৰ অৰুণাভৰ ঘনিষ্ঠতা বৃদ্ধি পাই যাব ধৰিলে তেতিয়াও উত্তৰা দেৱীয়ে কোনোদিন বাধা দিবৰ চেষ্টা নকৰিলে। তেওঁ সকলো কথাকাণ্ড নীৰৱে চাই যাব ধৰিলে। আগতকৈও তেওঁ বেছি নীৰৱ হৈ পৰিল।

শেৱালিয়েও সকলো দেখিছিল আৰু বুজিছিল। কিন্তু বৰ আচৰিত কথা যে ইয়াৰ বাবে শেৱালি অসন্তুষ্ট বা বিৰক্ত হৈছে বুলি বুজিবৰ কোনো লক্ষণ বাহিৰত ধৰা নপৰিছিল। মীনাৰ লগত অধিক ব্যস্ত হৈ পৰাৰ কাৰণে অৰুণাভে আনকি শেৱালিকো বৰকৈ কাষত নিবিচৰা হৈ পৰিছিল আৰু তেতিয়া শেৱালিক নিজৰ ওচৰত সৰহ পৰ ৰাখি থবৰ এটা সুযোগ গৌতমে পাইছিল।

শেৱালি সৰল যদিও বুদ্ধিমতী ছোৱালী আছিল, তেওঁৰ আগৰো যথেষ্ট পঢ়াশুনা আছিল। তেওঁ যেন গৌতমৰ লগত অধিক সময় লেখা-পঢ়া কৰি কটাবলৈ পাই আনন্দহে পাইছিল, গৌতমওে শেৱালিক যেন এটা নতুন জীৱনৰ কাৰণে প্ৰস্তুত কৰি তুলিবৰ যত্ন কৰিছিল একান্ত আগ্ৰহেৰে।

এই পৰিস্থিতিত দুজন মানুহ ক্ষুণ্ণ হৈ পৰিছিল— উত্তৰা দেৱী আৰু বসন্ত দত্ত। ঘৰৰে এজন হিচাপে বসন্তই দিনৰ দিনটো বাৰী ঘৰৰ কাম কৰি থাকে। খোৱা-পিন্ধাত তাৰ কোনো অভাৱ অসুবিধা নহয়। কিন্তু তাৰ মনত যে অকণো আনন্দ নাই সেই কথা তাৰ বেজেৰুৱা মুখখন দেখিলেই বুজিব পাৰি। উত্তৰা দেৱীও দিনে দিনে অধিক উদাসীন আৰু নিৰ্বিকাৰ হৈ যাবলৈ ধৰিলে। ঘৰখনৰ ভিতৰত কি হৈছে তেওঁ যেন একো বুজিব পৰা নাই। উত্তৰা দেৱীৰ মনৰ মাজত যে কি ভাব চিন্তা খেলাইছে তেওঁৰ চকু-মুখ দেখি অকণো বুজিবৰ উপায় নাই।

অলপ দিনৰ কাৰণে শেৱালিক লগত লৈ অৰুণাভ কোনোবা ফালে গৈছিল। আৰু সেই সময়ত কিছুমান কাম কৰিবৰ কাৰণে তেওঁ গৌতমক নিৰ্দেশ দি গৈছিল। সেই দেখি অৰুণাভ ঘৰত নথকা সত্ত্বেও গৌতম তেওঁৰ ঘৰলৈ আহি আছিল।

এদিন দুপৰীয়া উত্তৰা দেৱীও কেনিবা গৈছিল। ঘৰত কেৱল মীনাহে আছিল অফিচ ৰুমত সোমাই গৌতমে কিবা কাম কৰি আছিল। অভাৱনীয়ভাৱে মীনা কোঠাটোলৈ সোমাই আহিল। গৌতমে কিছু ভয় খালে, কাৰণ মীনাৰ চকুৰে-মুখে এক উদভ্ৰান্ত চাৱনি আৰু কাপোৰ-কানিও অসংযত।

গৌতমৰ ভাষাত : সন্মুখৰ চকীখনতে মীনা বহিল আৰু মোলৈ তীব ভাৱে চাই কলে, শুনক, মই ইযাৰ পৰা যাম, আপুনি মোক ক'ৰবাত থৈ আহিব পাৰিব?

মই থতমত খালো।

আপুনি কলৈ যাব?

ইয়াৰ পৰা যাম। কলৈ যাম কি দৰকাৰ?

কিন্তু—

শেৱালিক এৰি যাবলৈ টান পাব, নহয়? কিন্তু শেৱালিয়ে জানো আপোনাক ভাল পায়?

মোৰ কাণ-মূৰ ৰঙা পৰিল। এনে কথা মীনাই কিয় কৈছে মই বুজিব নোৱাৰিলো। মই তেওঁৰ মুখলৈ চালো।

ডক্টৰৰ মৰম মোৰ অসহ্য লাগিছে। মই নিজৰ অন্যায় কৰিব পাৰো, কিন্তু আনৰ অন্যায় কেতিয়াও কৰিব নোৱাৰো। আপুনিও ডক্টৰক বিশ্বাসঘাতকতা নকৰিব। তাতকৈ তেওঁক হত্যা কৰাও ভাল।

মই ক'লো আজি এইবোৰ কি কথা কৈছে আপুনি?

দৰকাৰী কথা কৈছোঁ— শেৱালিয়ে সকলো বুজি পায়। আৰু আগ নেবাঢ়িব। যদি ৰক্ষা পৰিব খোজে বলক মোৰ লগতে ক'ৰবালৈ গুচি যাওঁ। অৱশ্যে মই আপোনাক ভাল পাব পৰাৰ আশা নাই। কিন্তু আপোনালোকক ৰক্ষা কৰিব পাৰিম। ডক্টৰক শেৱালিক বসন্তক। যাব।

মীনা ওলাই গ'ল। মই হতভম্ব হৈ বহি থাকিলো। ইয়াৰ কেইদিনমানৰ পিছত মীনা গ'লগৈ —অকলই।

আজি দিনটোৰ নিচিনাই গধূলিটোও ফৰকাল আছিল। দিল্লীৰ সন্ধিয়া বলা কোমল বতাহজাক চিনাকি চিনাকি লাগিছিল। এইজাক বতাহত এটা প্ৰাচীন আত্মীয়তা আছিল।

টেক্সীৰ ভিতৰত বহি মই সুধিলো কোন ফালে যাব?

বলক কোনোবা এফালে যাওঁ। ঘূৰিমহে।

আপুনি আগে দিল্লীত ঘূৰিছে নহয়?

তিনি বছৰমান ইয়াত আছিলো। ডক্টৰো ইয়াতে আছিল নহয়—

মেহৰাউলিৰ ফালেই যোৱা যাওক। কি কয়?

কুতুবমিনাৰলৈ?

অলপ চিন্তা কৰি তেওঁ ক'লে বলক তেন্তে। তাত কিজানি মানুহ দুনুহ কিছু কম হ'ব। গণ্ডগোলবোৰ মোৰ বৰ টান লাগে আজিকালি।

টেক্সী আগবাঢ়িল কুতুবমিনাৰৰ ফালে। বুঢ়া শিখ ড্ৰাইভাৰজনে যেন সেইফাললৈকে যাবলৈ পাই ভাল পালে।

আপোনালোক তিনি বছৰ ইয়াত আছিল ? মই সুধিলো।

থকাৰ হিচাপ ধৰিলে বহুত বেছি হ'ব। এবাৰ তিনি বছৰমান আছিলো। এনেয়েতো মাজে মাজে আহি থকাই হয়—

আৰু ক'ত ক'ত আছিল?

গোটেই দেশখনতে। ডক্টৰৰ কথা আপুনি নেজানে কিজানি। তেখেতে ক'তো সৰহ দিন একে ঠাইতে থাকিব নোৱাৰে। কিছু দিন এঠাইত থাকিবলৈ লয়, তাৰ পিছত একো কাৰণ নেথাকিলেও সেই ঠাই এৰি অন্য ক'ৰবালৈ যায়। আৰু মোকো লগে লগে লৈ ফুৰায়।

আয়োজন নকৰাকৈয়ে ডক্টৰ অৰুণাভৰ বিষয়লৈ অহাৰ কাৰণে মোৰ ভাল লাগিল। পোনপটীয়াকৈ তেওঁৰ বিষয়ে কিবা কবলৈ কলে হয়তো শেৱালিয়ে অসুবিধা অনুভৱ কৰিলেহেঁতেন।

আপুনি তেন্তে বহুত ঠাই দেখিছে?

দেখিলো কিমান কব নোৱাৰো, কিন্তু ঘূৰিলো বহুত —

শেৱালিৰ কথাষাৰ শেৱালিৰ মুখৰ কথা যেন নেলাগিল। গাড়ীৰ ভিতৰত কাহিলি পোহৰৰ মাজেদিযে মই তেওঁৰ মুখলৈ চালো। তেওঁ যেন কিছুমান পাহৰা কথা মনত পেলাবৰ চেষ্টা কৰিছে। তেওঁৰ চকুহাল সন্মুখৰ শূন্যৰ বুকত নিবদ্ধ।

কিছু সময নীৰবতাৰ মাজেদিযে পাৰ হল যদিও বেগে থকা মটৰখনৰ পৰা ওলোৱা জুৰজুৰনি, মিটমিট্ শব্দটোৱে সেই নীৰৱতাক কিছু পাতলাই দিছিল। মোৰ অনুভব হৈছিল যেন মুখ বন্ধ কৰি শেৱালিযে মনেৰে কিবাকিবি কথা কৈ গৈছে গুণগুণকৈ মিটমিটকৈ।

হুমাযুনৰ সমাধি চাবলৈ কেতিযাবা আহিছিল?

হুমাযুনৰ কবৰৰ কাষেদি পাৰ হৈ যাওতে সেই ফালেদি চকু পৰি এনেযে সুধিলো।

আমি এইফালেই আছিলো। নিজামুদ্দিনৰ পৰা অলপ নিলগতে হউজ কাজী নামে যে এডোখৰ ঠাই আছে তাতে প্ৰফেচাৰ জীযাউদ্দিনৰ ঘৰ। তেখেতৰ বৰ বন্ধু আছিল।

দিল্লী ইউনিভাৰ্চিটিৰ প্ৰফেচাৰ জীযাউদ্দিন?

হয, তেখেতে বিখ্যাত প্ৰফেচাৰ আছিল। মোগল যুগৰ বুৰঞ্জীৰ অথৰিটি আছিল। আমি তেখেতৰ ঘৰৰ তেনেই ওচৰতে আছিলো।

সেই সমযত মই বসন্ত দত্তৰ কথা তেনেই পাহৰি গৈছিলো। এইজনী শেৱালিৰ ঠাই বসন্ত দত্তৰ ঘৰত নিশ্চয হব নোৱাৰে। ডক্টৰ অৰুণাভৰ সংস্পৰ্শই শেৱালিৰ জীৱনৰ ৰূপান্তৰ ঘটাইছিল। সেইখন জগতত নিশ্চয বসন্ত দত্তৰ কাৰণে ঠাই নাই।

ডক্টৰ জীযাউদ্দিন এতিয়া আছেনে নাই?

নাই, ভালেমান বছৰৰ আগতে তেখেত ঢুকাইছে। দুযো বৰ বন্ধু আছিল। দুযো খোজ কাঢি কাঢি খুব ফুৰিছিল—এই ডোখৰতে কেতিযাবা কেতিযাবা মযো লগত গৈছিলো। কিন্তু তেওঁলোকৰ কথা অতি কমহে বুজিব পাৰিছিলো।

বুৰঞ্জীৰ কথা পাতিছিল, নহয জানো?

অকল বুৰঞ্জীৰে নহয, দৰ্শনৰ, বিজ্ঞানৰ, সাহিত্যৰ আৰু কিজানি কত কিহৰ কথা পাতিছিল। মই এনেই শুনিহে গৈছিলো, বুজিব নোৱাৰিছিলো।

সৰলভাৱে কথা কৈছিল শেৱালিয়ে। তেওঁৰ কথাৰ সুৰত এটা সহজ আত্মীযতা আছিল।

হঠাৎ নুসুধিবলগীয়া কথা এষাৰ মোৰ মুখৰ পৰা ওলাই গ'ল। আপোনাৰ লগত তেখেতে কিহৰ কথা পাতিছিল?

মোৰ প্ৰশ্নটো শুনি শেৱালিয়ে অপ্ৰস্তুত অনুভৱ কৰিব বুলি ভাবিছিলো। কিন্তু তেওঁ যেন একপ্ৰকাৰ প্ৰস্তুতেই আছিল—এনে ধৰণে কলে, মোৰ লগত? মোৰ লগততো কথা অতি কমেই পাতিছিল। আৰু পাতিলেও দৰ্শন-বিজ্ঞানৰ কথা নেপাতিছিল। সেইবোৰৰ মই কিটো বুজো? তাৰ পিছত মাতটো সৰু কৰি নিজকে কোৱাদি কলে, মোৰ লগত যেতিয়া তেখেতে কথা পাতিছিল, তেতিয়া মৰমৰ কথাহে পাতিছিল।

মটৰখন আহি কুতুবমিনাৰৰ কম্পাউণ্ড সোমালহি।

ড্ৰাইভাৰক আমি গাড়ীখন ৰাখিবলৈ কলো। ড্ৰাইভাৰে সন্মতি জনালে।

তেতিয়া কুতুবমিনাৰৰ পৰা প্ৰায়বোৰ মানুহ ঘূৰি গৈছে। দুই-এহাল ডেকা-গাভৰু তেতিয়াও আছে যদিও, তেওঁলোকে সৰু সৰুকৈ মনৰ কথা পাতিছে। অন্য হাই উৰুমি নাই।

শেৱালিয়ে কলে, মোৰ অলপ ভাগৰ লাগিছে অলপ ক'ৰবাত বহিব নোৱাৰিনে?

মিনাৰৰ পৰা অলপ নিলগতে আমি বহিলো। লাইটৰ পোহৰত শেবালিৰ মুখলৈ চাই দেখিলো শেবালিৰ গাল-মুখ ৰঙা পৰিছে। কিছু নিস্তেজ মুখখন কিবা কাৰণত অলপ অন্য ৰকমৰ দেখাইছে। মুখত যেন প্ৰৌঢ়তা বা বাৰ্ধক্যৰ এটা আচোৰো লগা নাই। এজনী কেঁচা, জীয়া গাভৰু যেন যৌৱনৰ সকলো প্ৰযোভৰ লৈ মোৰ সন্মুখত বহি আছে।

সেই মুহূৰ্তত মই অনুভৱ কৰিলো যেন মই এটা বহুদিনীয়া বুঢা মানুহ। আৰু এই ছোৱালীজনীক মই সকলো কথা নিঃসঙ্কোচে সোধাত কোনো বাধা নাই।

শেৱালিয়ে সেই সময়ত কি ভাবিছিল মই কব নোৱাৰো। হয়তো তেতিয়া শেৱালিৰ মনটো সেই তাহানিৰ অৰুণাভৰ লগত পতা মৰমৰ কথাবোৰৰ মাজলৈ ঘূৰি গৈছিল।

অলপ সময় আমি তেনেকৈ কোনো কথা-বতৰা নোকোৱাকৈয়ে বহি থাকিলো। এবাৰ চকু তুলি শেৱালিয়ে কুতুবমিনাৰৰ ওপৰৰ ফালে চালে। তাৰ পিছত ভালেমান পৰ চায়ে ৰ'ল। তেনেকৈ কি চাইছে মই বুজিব নোৱাৰিলো।

কি চাই আছে তেনেকৈ? মই সুধিলো।

তেখেতৰ কথা মনত পৰিছে। এবাৰ আমি ইয়ালৈ আহিছিলো। তেখেতে কুতুবমিনাৰৰ টিংটোৰ ফালে থৰ লাগি চাই আছিল। কি চাই আছে মই সুধিছিলো। তেখেতে কৈছিল, কুতুবমিনাৰটো ইমান ওখকৈ কেলেই সজাইছিল জানিছা শেৱালি? ওপৰৰ পৰা চিঞৰি আল্লাৰ কাষ চাপিবলৈ নহয়, তলত থকা দুৰণিৰ মানুহবোৰকো

আল্লাৰ কাষলৈ চিএঞ্জৰি মাতিবলৈ মিনাৰটো যিমানে ওখ হয় মাতটো সিমান দূৰলৈকে যায়, সিমান সৰহ মানুহৰ কাণত সেই আজানৰ আহ্বান পৰে।

অৰুণাভৰ চিন্তাধাৰাৰ লগত মোৰ ইতিমধ্যে কিছু পৰিচয় ঘটিছিল। এনেদৰে তেওঁ চিন্তা কৰাটো স্বাভাবিক।

অলপ ৰৈ শেৱালিযেই আকৌ ক'লে, কুতুবমিনাৰটো ওখ কৰা হৈছিল ওপৰৰ আল্লাক মাতিবলৈ নহয়, তলৰ মানুহক আল্লাৰ কাষলৈ মাতিবলৈহে— তেখেতে কৈছিল।

মযো কুতুবমিনাৰৰ ওপৰলৈ চালো। ওপৰত ৰাতিৰ আকাশ—দুটামান তৰা আছে—বহুত দূৰত। কুতুবমিনাৰৰ চূড়াটো গৈ যেন আকাশৰ গাঢ় নীলাবোৰক চুইছেগৈ। এটা বিন্দুত যেন মিলি পৰিছে মানুহৰ প্ৰাণৰ আৰু আল্লাৰ আহ্বান প্ৰতিধ্বনি।

জানিছে ৷.ৰজা চাহেব, তেখেতো এটা কুতুবমিনাৰৰ নিচিনাকৈয়ে তলৰ মানুহবোৰক তেওঁৰ প্ৰাৰ্থনাত যোগ দিবলৈ মাতিছিল।

ইযালৈ আহি আজিহে শেৱালি এনে ভাৱপ্ৰৱণ হৈ পৰিছে নে তেওঁ আগৰ পৰা এনে ভাৱপ্ৰৱণ আছিল বুজিব নোৱাৰিলো। কিন্তু শেৱালি নামৰ এজনী সাধাৰণ ছোৱালীৰ মনৰ মাজত অৰুণাভৰ সাহচৰ্যই যে অন্য এজনী সুকীযা মানুহৰ জন্ম দিছিল সেই কথা ক্ৰমে মোৰ আগত মুকলি হৈ পৰিছিল। আৰু মই নিজে বৰ ভাৱপ্ৰৱণ নহওঁ কাৰণেই হযতো তেওঁৰ ভাৱপ্ৰৱণতা বেছি প্ৰকট হৈ উঠিছিল মোৰ কাৰণে।

কওঁ-নকওঁকৈ মই কলো, অৰুণাভ সম্পৰ্কে দুটামান কথা সুধিলে আপুনি বেযা পাবনেকি শেৱালি দেৱী?

এইবাৰ শেৱালিযে মোৰ মুখলৈ চালে।

এনে সময়ত আৰু এনে পৰিবেশত তেখেতৰ কথা কবলৈ মোৰ অকণো বেযা নেলাগে। তেখেতেও এনে শান্তি আৰু নিৰ্জনতা ভাল পাইছিল আৰু এনেকুৱা সময়তেই তেখেতে মোক তেখেতৰ মৰমৰ কথা কৈছিল।

মই কলো, মই জানো, ডক্টৰ অৰুণাভে আপোনাক বৰ মৰম কৰিছিল, কিন্তু আপোনালোক কেনেকৈ ঘনিষ্ঠ হবলৈ পালে সেই কথাহে মই নেজানো।

সেই কথাকে বহুত ভাবিও মই আজিও বুজিব পৰা নাই। সকলো এক বুজিব নোৱাৰা সপোন যেন লাগে। মই এজনী তেনেই সাধাৰণ ছোৱালী আছিলো। মই ধুনীযা গাভৰু আছিলো বুলি কোনো কোনোৱে কয কিন্তু মই ইমান সাধাৰণ আৰু সৰু মানুহ আছিলো যে মোৰ ৰূপৰ কোনো মূল্য নাছিল। উত্তৰা বাইদেউ মোতকৈ বহুত বেছি ধুনীযা আছিল আৰু উত্তৰা বাইদেউৰ নিচিনা মৰমিয়াল মানুহো আৰু দ্বিতীযগৰাকী মই ক'তো লগ পোৱা নাই।

তেখেতক লগ পোৱা হলে ভাল পালোহেঁতেন।

কিন্তু উত্তৰা বাইদেউৰ মনটো বুজা বৰ টান। আজিলৈকে মযো বুজিব নোৱাৰিলো। আৰু তেখেতেও বুজিব পাৰিছিল বুলি মোৰ বিশ্বাস নহয়।

ডক্টৰ অৰুণাভক বাৰু আপুনি বুজিব পাৰিছিলনে?

শেৱালিয়ে কলে, তেখেতক বুজিবৰ চেষ্টা মই কোনোদিন কৰা নাছিলো। মই কাম কৰিছিলো অনুভূতিৰ, আৰু তেখেতেও কিজানি তাকে বিচাৰিছিল।

আৰু বসন্ত দত্তক?

এইবাৰ শেৱালি অলপ ৰ'ল। কিবা এটা যেন চিন্তা কৰিলে। তাৰ পিছত লাহে লাহে কলে, দত্তৰ ওচৰত মই সদায় কৃতজ্ঞতা অনুভব কৰো। তেওঁ মোক আনি প্ৰকৃত জীৱনৰ লগত চিনাকি কৰি দিলেহি। সাধাৰণ জীৱনব পথৰ পৰা অসাধাৰণ জীৱনৰ ৰাজ-আলিলৈ তেৱেঁ মোক হাতত ধৰি লৈ আহিছিল।

কিন্তু বসন্তৰ লগত আপোনাৰ সম্পৰ্ক জানো সিমানেই আছিল?

মোৰ দিব পৰা সকলো মই তেওঁক দিছিলো। কিন্তু এদিন ডক্টৰ অৰুণাভৰ ঘৰলৈ অহাৰ পিছত মই অনুভব কৰিলো যে বসন্ত দত্ত আৰু মই আৰু বেছিদূৰ একেলগে যাব নোৱাৰো। তেওঁৰ কাৰণে মই এই পৃথিবীলৈ অহা নাছিলো।

তেতিয়া আপুনি অৰুণাভক ভাল পাবলৈ আৰম্ভ কৰিছিল?

অৰুণাভক ভাল পাবলৈ? সেই কথা কি মই বুজি নেপাওঁ। আপুনি বিশ্বাস কৰক ৰেজা চাহেব, অৰুণাভৰ ধন-সম্পত্তি, মান যশস্যা এইবোৰৰ কাৰণে মোৰ কোনোদিন অকণো লোভ নাছিল। মোৰ কোনোদিন কোনো দুৰাকাঙ্ক্ষাও নাছিল। উত্তৰা দেৱী বা আন কাৰো মনত আঘাত দিয়াৰ স্বাৰ্থও মোৰ নাছিল। কিন্তু এদিন মই যেতিয়া বুজিলো যে তেখেতক মোৰ নিচিনাকৈ পৃথিবীৰ কোনোৱে হৃদয় দি চিনি পোৱা নাছিল, আৰু চিনি পাব নোৱাৰে, সেই দিনাই মই নতুন সঙ্কল্প ললো, কাৰণ মই বুজিলো, ডক্টৰ অৰুণাভ বোলা মানুহজনে কি বিচাৰে।

শেৱালিৰ মাতত এটা উত্তেজনা প্ৰকাশ পাইছিল। এইবোৰ কথা কাৰোবাক ক'বৰ কাৰণে যেন শেৱালিয়ে বহুদিনৰ পৰা উদ্বিগ্নভাৱে বাট চাই আছিল।

সুযোগ পাই মই সুধিলো, ডক্টৰ অৰুণাভে জীৱনত কি বিচাৰিছিল বুলি আপুনি ভাবে?

জীৱনত তেওঁ মোক—মোকে বিচাৰিছিল।

শেৱালিৰ কথাই মোক বিস্মিত কৰিলে। ইমান আত্মস্থভাৱে এই কথাষাৰ শেৱালিয়ে কলে যে মই প্ৰায় স্তম্ভিত হৈ গ'লো। নিজক সংযত কৰি লৈ কোনোমতে

মই কলো, সেইটোতো মই বুজিলো, কিন্তু—কথাষাৰ ভালকৈ জুকিয়াই ক'বৰ কাৰণে মোৰ অলপ চিন্তা কৰিবলগীয়া হল।

কিন্তু মোৰ প্ৰশ্নলৈ বাট নেচাই, শেৱালিয়ে কলে, আপোনাৰ প্ৰশ্নটো মই বুজিছো। আপুনি জানিব খুজিছে তেখেতে মোৰ পৰা কি বিচাৰিছিল, কি পাইছিল। মই যেতিয়া তেখেতৰ ঘৰলৈ আহো তেতিয়া মই গাভৰু আছিলো যদিও, তেওঁ ডেকা ল'ৰা হৈ থকা নাছিল। তেতিয়া তেওঁৰ বয়স চল্লিশৰ পাৰ হৈছিল। তেতিয়া তেওঁ এজন বিখ্যাত, ডাঙৰ মানুহ আছিল, কিন্তু কোনোৱে বুজা নাছিল যে সেই মানুহজনৰ ভিতৰত সকলোৰে মৰম বিচৰা এটা অজলা শিশু আছিল।

ডক্টৰ অৰুণাভৰ দুই-এটা লিখা পঢ়ি মোৰ অলপ তেনে ধাৰণা হৈছিল—মই কলো।

কব নোৱাৰো, মনৰ অৱস্থাৰ কথা তেখেতে কেতিয়াবা ক'ৰবাত লিখছিল নে নাই। বহুতে বিশ্বাস কৰিবলৈ টান পাব যে ইমান ডাঙৰ মানুহ এজন ইমান মৰম-আকলুৱা, ইমান সৰু ল'ৰাৰ নিচিনা হব পাৰে।

তখেতে কিয় তেনেকুৱা হৈছিল, আপুনি কিবা বুজিছিলনে বাৰু? এইবাৰ শেৱালিয়ে দূৰণিৰ শূন্য আকাশখনৰ ফালে চালে, আন্ধাৰৰ মাজত ৰহস্যময হৈ পৰা আকাশখনৰ কোনোবা নিষ্প্ৰভ তৰা এটাৰ বুকত যেন প্ৰশ্নটোৰ উত্তৰ বিচাৰিলে।

মযো মোৰ দৃষ্টি তেওঁৰ মুখৰ পৰা আঁতৰাই আনি ক্ৰমে জনশূন্য হৈ অহা কুতুবমিনাৰৰ কাষত পৰি থকা ভগ্নাৱশেষবোৰৰ ফালে চালো, কেৱল এহাল ডেকা-ভাগৰু একাষে বহি আছে। তেওঁলোক দুজনৰ মুখ দুখন দেখা নেযায, ভগ্নাৱশেষৰ মাজত তেওঁলোকো যেন দুটা নিস্পন্দ শিলামূৰ্তি—কিবা কথা কৈ কৈ, কিবা ভাব ভাবি ভাবি নীৰবতাৰ বুকলৈ সোমাই গৈছে, আৰু আন্ধাৰ ৰাতিটোৰ কোমল কোলাৰ বুকত দুখন হিযা থৈ কিবা এটা গভীৰতা উপলব্ধিৰ চেষ্টা কৰিছে। বুজিবৰ কোনো উপায নাই তেওঁলোকে মিলনৰ কথা পাতিছে নে বিচ্ছেদৰ কথা পাতিছে। কিন্তু তেওঁলোক নীৰৱতাখিনি বৰ কৰুণ যেন অনুভৱ হৈছে। যেন দুযো দুয়োকো হেৰুৱাই পেলাইছে।

লাহে লাহে শেৱালিযে ক'লে, আপোনাৰ চাৰিওফালে যদি ঠিক এনেকুৱা কিছুমান কোমল, মৰমলগা, দুৰ্বোধ্য আন্ধাৰ থাকে, আপুনি যদি কিবা এটা বুজিবৰ চেষ্টা কৰিও বুজিব নোৱাৰে, কিবা এটা উপলব্ধি কৰিব খুজিও উপলব্ধি কৰিব নোৱাৰে, আপুনি কি কৰিব? আপুনি নিজৰ মাজলৈ সোমাই যাবলৈ বিচাৰিব, আপুনি আপোনাৰ আত্মাৰ আন্ধাৰ কোঠাত নিজক বিচাৰি পাবলৈ বিচাৰিব। আৰু তাৰ কাৰণে আপোনাক লাগে অকণমান পোহৰ—বহুত দূৰত এটা অনুজ্জ্বল তৰাৰ পোহৰৰ নিচিনা পোহৰ—

তাৰ সহায়তে আপুনি নিজক বিচাৰি পাবৰ চেষ্টা কৰিব পাৰে, নিজৰ অন্তৰদেৱতাৰ মুখখন চিনি লব পাৰে। এনেকুৱা কোমল, গাঢ, আন্ধাৰ, মৰমলগা, হাতেৰে চুব পৰা, তৰাৰ পোহৰসনা আন্ধাৰ। মৃত্যুৰ দৰে গভীৰ নিবিড় আন্ধাৰ—

মই স্তম্ভিত আৰু নীৰৱ হৈ চালো। এইয়া কি কথা, কি ভাষা কৈছে শেৱালিয়ে? এইয়া কাৰ মুখৰ কথা?—অৰুণাভৰ নে শেৱালিৰ? এইয়া যে কথা নহয়, এটা ভাবপ্ৰৱণ ৰোমান্টিক কবিতা। শেৱালি জানো কাহানিবা কবি আছিল?

ডেকা গাভৰু হাল বহাৰ পৰা উঠি ধীৰে ধীৰে আঁতৰি যাব ধৰিছে। তেওঁলোক গুচি গ'লে এই ভগ্নাৱশেষৰ মাজত মোৰ আৰু শেৱালিৰ বাহিৰে কোনোৱেই নেথাকিব।

শান্তভাৱে শেৱালি বহাৰ পৰা উঠিল আৰু মোৰ মুখলৈ চাই কলে, ৰাতি বহুত হলনেকি?

লাইটৰ পোহৰত ঘড়ী চালো। বেছি ৰাতি হোৱা নাই।

ৰাতি বেছি নহলেও আমি যাওঁ বলক। ইয়াত অকলে থাকি মোৰ বৰ ভাল নেলাগে।

হঠাৎ শেৱালি সময় সম্পৰ্কে কিয় সজাগ হৈ উঠিল মই বুজিব নোৱাৰিলো। আগৰ পৰাই শেৱালি এনেকুৱা আছিল নে অৰুণাভৰ মৃত্যুৰ পিছত এনেকুৱা অস্থিৰমনা হল—মই বুজিব নোৱাৰিলো।

লাহে লাহে শেৱালিয়ে কুতুবমিনাৰৰ পৰা বাহিৰলৈ ওলাই অহাৰ বাট ললে, এখোজ এখোজকৈ ধীৰে ধীৰে।

কি ভাবিছে ৰেজা চাহেব? মোক মনে মনে থকা দেখি শেৱালিয়ে সুধিলে।

মই কলো, তালুকদাৰে কিজানি আপোনাক কৈছেই যে মই ডক্টৰ অৰুণাভৰ এখন জীৱনী লিখাৰ চেষ্টাত আছো।

ওঁ, মই জানো। লিখক, তেখেতৰ জীৱনী লিখা দৰকাৰ, মই যদি লিখিব জনা মানুহ হলোহেঁতেন মযে লিখিলোহেঁতেন, আপুনি লিখিলে জীৱনীখন নিশ্চয় ভাল হব। তেখেতৰ জীৱনৰ কথাবোৰতো পাইছে।

সকলো পোৱা নাই। পালেও কিছুমান কথা ভালকৈ বুজিব পৰা নাই।

কিয়? বৈ তেওঁ মোৰ মুখলৈ চালে।

মীনা, ডাক্তৰ মাচুম, আপুনি, উত্তৰা দেৱী, হাচান, আহমদ, মেৰী, যোচেফ, গৌতম চৌধুৰী তেখেতৰ জীৱনৰ লগত ইমানবোৰ মানুহ জড়িত হৈ আছে যে সকলো কিবা খেলিমেলি যেন লাগে।

অকণো খেলিমেলি নহয়। একেবাৰে ৰেহা লগা। মানুহে জীৱনত হেজাৰ-বিজাৰ মানুহ লগ পায়। সেই আটাইবোৰ মানুহৰ ঠাই জানো জীৱনৰ মাজত হয়?

পত্নী, প্ৰিয়জন, বন্ধু, বান্ধৱী এইবোৰৰ ঠাই জীৱনত অস্বীকাৰ কৰা যায় জানো?

অস্বীকাৰ কিয় কৰিব লাগিছে? কওক তেওঁলোক আছিল ডক্টৰৰ জীৱনক আগুৰি আৰু বহুত কোনোবা আছিল—থাকিব পাৰে, কিন্তু তেওঁলোক আছিল তেখেতৰ জীৱনৰ বাহিৰত।

উত্তৰা দেৱী, আপুনি, মীনা, মেৰী এওঁলোকো জানো তেখেতৰ জীৱনৰ বাহিৰত আছিল?

আমি গাড়ীখনৰ কাষ পালোহি, বুঢ়া ড্ৰাইভাৰে দুৱাৰ মেলি ধৰিলে, আমি গাড়ীত উঠিলো, আমি ঘূৰি যাবলৈ নিৰ্দেশ দিলো।

শেবালিয়ে কলে, কাৰো প্ৰতি মোৰ কোনো ঈৰ্ষা বা বিদ্বেষ নাই। তথাপি মই ক'ম, তেওঁলোক সকলো কিছু স্বাৰ্থপৰ আছিল। উত্তৰা দেৱী, মীনা, মেৰীৰ কথা মই নেজানো, ডক্টৰৰ তেওঁলোক হবলৈ বিচাৰিছিল কিন্তু তেখেতক নিজৰ কৰি লবলৈ বিচৰা নাছিল।

আৰু আপুনি?

মই নেজানো, কিন্তু তেখেতক লগ পোবাৰ দিন ধৰি মই এটা সাধনাকে কৰিছিলো—তেখেতক মোৰ কৰিবলৈ বিচাৰিছিলো। মই তেখেতৰ হোৱাৰ চেষ্টা কোনো দিন কৰা নাছিলো।

সফল হৈছিল?

কেনেকৈ জানিম? সফলতা-বিফলতাৰ কথা ভাবিতো মই তেওঁৰ লগত সম্পৰ্ক ৰচনা কৰা নাছিলো। মোৰ জীৱনৰ সৰ্বস্ব দি মই তেখেতক বুজিবৰ চেষ্টা কৰিছিলো। যিজন মানুহৰ বুকুৰ ভিতৰখন বহুত বুজাই ক'ব নোৱৰা দুখেৰে ভৰি থাকে, যিজন মানুহ বহুত মানুহৰ মাজত থাকিও অকলশৰীয়া, যি গোটেই পৃথিৱী ঘূৰিও নিজৰ হৃদয়খন থবৰ কাৰণে অকণমান ঠাই বিচাৰি নেপায়, তেওঁৰ দুখ কিমান যদি বুজিবৰ চেষ্টা নকৰো, তেওঁক আপোন কৰি লম কেনেকৈ? মোৰ কথাবোৰ কিবা নুবুজা কথা যেন লাগিছে নহয়? অৰুণাভৰ অন্তৰ জগতৰ সকলো কথা মই নেজানো নহয়—

এখন বৰ ডাঙৰ মেলা হৈছিল, এহাল সৰু ল'ৰা-ছোৱালী হাতত ধৰাধৰিকৈ মেলা চাবলৈ গৈ মানুহৰ ভিৰৰ মাজত সোমাইছিল, তাৰ পিছত ছোৱালীজনী ভিৰৰ মাজত ক'ৰবাত হেৰাই গ'ল। অজানা ল'ৰাটো অকলশৰে ৰৈ থাকিল। যাকেই সেই

ছোৱালীজনীৰ নিচিনা দেখে, তাৰেই হাতত ধৰিবলৈ যায়। দেখে, নহয়,—এওঁ সেই ছোৱালীজনী নহয়। ল'ৰাটোৰ মনটোৱে হাহাকাৰ কৰি উঠে। অসহায়ভাৱে চাৰিওফালে চায়।

দেখে ক'ৰবাৰ এজনী লগভাগ নোহোৱা অকলশৰীয়া ছোৱালী, তায়ো কাৰোবাক বিচাৰি, বাট বিচাৰি মেলাৰ মাজত অনাই-বনাই ফুৰিছে।

সেই ছোৱালীজনী ভয়ে ভয়ে কাষ চাপি আহে আৰু সেই ল'ৰাটোৰ হাতত ধৰি কয়— আহা তোমাক মই লৈ যাম।

অসহায় ল'ৰাটোৱে চকু তুলি চায়। চকুত অসহায় প্ৰশ্ন—তুমি জানো বাট চিনি পোৱা?

ল'ৰাটোৰ হাতত ধৰি সেই ছোৱালীজনীয়ে কয় মোৰো কোনো নাই,ময়ো বাট বিচাৰি ফুৰিছো। আহা তোমাক মই লৈ যাম। আমি যিফালেদিয়ে যাওঁ, সেইফালেই বাট ওলাব। আমাৰ হৃদয়ৰ মাজেদি এই বাট— তাৰ পিছত, হৃদয়ৰ গহন নিবিড় অৰণ্যৰ মাজেদি বাট উলিয়াই উলিয়াই সিহঁত গৈ থাকে— সেই যোৱাৰ শেষ নাই। মুহূৰ্তবোৰ হেজাৰ বছৰৰ সমান দীঘল হয়, একোটা একোটা খোজে এক নক্ষত্ৰৰ কক্ষপথ সামৰি লয়, এষাৰ কথা হেজাৰ মেঘদূতৰ মৰ্মবাণী হৈ ধ্বনিত—প্ৰতিধ্বনিত হৈ উঠে।

শেৱালিৰ কথাই মোক স্তম্ভিত কৰিলে। এজনী সাধাৰণ ছোৱালী এজন শিক্ষিত, জ্ঞানী পুৰুষৰ সংস্পৰ্শলৈ আহি sophisticated হোৱাটো অস্বাভাৱিক নহয়, কিন্তু শেৱালিৰ কথাবোৰত তেনে ধৰণৰ sophistication নাই। অন্তৰৰ পৰা কৈছে কথাবোৰ। মোৰ ভাবিবৰ মন গ'ল, ডক্টৰ অৰুণাভৰ নিচিনা এজন মানুহে জানো এই পৃথিৱীত পথ হেৰুৱাই শেৱালিৰ নিচিনা ছোৱালীৰ হাতত ধৰিয়ে পথৰ সন্ধান কৰিছিল?

মই সুধিলো, আপুনি ডক্টৰক নিজৰ কৰি লব পাৰিছিল?

শেৱালিয়ে যেন সৰুকৈ এটা হুমুনিয়াহ কাঢ়িলে।

কেনেকৈ কম? মোৰ মাজেদি তেওঁ অন্য এজনী ছোৱালীক বিচাৰিছিল— সেইজনী ছোৱালীৰ নাম আছিল মেৰী। সেইজনী ছোৱালী কাহানিবাই ক'ৰবাত হেৰাই গৈছিল, কিন্তু অৰুণাভৰ সমগ্ৰ হৃদয়-মন জুৰি আছিল—মেৰীৰ—অশৰীৰী স্মৃতি। এই কথা মোৰ কাৰণেই মোৰ সকলো মৰম দি মই তেওঁক আৱৰি ৰাখিব খুজিছিলো। নহ'লে তেওঁৰ মনৰ ভিতৰৰ মানুটো মৰি গ'লহেঁতেন।

গাড়ী আহি আমাৰ হোটেলৰ সন্মুখত ৰ'লহি।

নামি আমি সোমাই গ'লো। দেখিলো ৰিচেপচন ৰুমতে বসন্ত দত্ত বহি আছে—হয়তো আমাৰ কাৰণেই।

মযেই যদিও অলপ অপ্ৰস্তুত অনুভৱ কৰিলো শেৱালিয়ে তেনে একো ভাব প্ৰকাশ নকৰি সহজভাৱে ক'লে তুমি বহি আছা আহা আমি ওপৰলৈকে যাওঁ।

মোৰ কোঠা পাই শেৱালিয়ে কলিং বেল টিপি এটা ল'ৰাক মাতিলে আৰু ক'লে যে তিনিজনৰ কাৰণে খোৱাৰ দিহা কৰিব লাগে আৰু তেওঁৰ কোঠাতে খোৱা দি যাব লাগে।

চালাম কৰি ল'ৰাটো নামি গ'ল।

আমাৰ দুয়োৰে ফালে চাই এজনী প্ৰফুল্লমনা গাভৰুৰে কোৱাদি শেৱালিয়ে ক'লে— আপোনালোক দুজন আজি মোৰ আলহী হওক ৰান্ধি খুৱাবৰ সুবিধাতো নহব। আনৰ ৰন্ধাকে মোৰ কোঠাত খাওক— বেয়া পাবনেকি?

কৈয়ে তেওঁ আমাৰ দুয়োকে এৰি নিজৰ কোঠালৈ গ'ল।

আজি মই মন কৰিলো যেন এইকেইদিন দিল্লীত থাকি বসন্তৰো স্বাস্থ্যৰ কিছু উন্নতি হৈছে। চকু মুখলৈ তেজ আহিছে। মনৰ বিমৰ্ষতাও যেন কিছু নোহোৱা হৈছে। লাইটৰ পোহৰত বসন্তক এজন ডেকা মানুহ লাগিল

বসন্তই ক'লে আজি মোক তালুকদাৰে লৈ নুযুৱোৱা হলে মই আপোনালোকৰ লগত যাব পাৰিলোহেঁতেন।

অ —তুমি তালুকদাৰৰ লগত ফুৰিবলৈ গ'লা?

যাবৰ মন মোৰ নাছিল। পিছে তেওঁ ৰাতিপুৱাতে গৈ কলে যে তেওঁ মোক লগত লৈ উত্তৰা দেৱীৰ ওচৰলৈ যাব। তেখেত পাণিপথত থাকে। মযো বহুত দিন তেখেতক দেখা নাই এবাৰ চাবৰ মন গ'ল। সেই দেখিহে গ'লো।

আজিযে গৈ আজিযে ঘূৰি আহিলা?

হয় আমি টেক্সী লৈ গৈছিলো। বেছি দূৰ নহয় নহয়—আৰু মোৰতো তেখেতৰ লগত পাতিবলগীয়া কথাও তেনেকৈ নাছিল। তালুকদাৰেহে বহুত কথা-বতৰা পাতিলে।

তালুকদাৰে বাযেকৰ লগত কি কথা পাতিলে সেই কথা মই জানিবলৈ বিচৰাটো শোভনীয় নহয়। তদুপৰি বসন্তযেইবা সকলো কথাৰ ভাগ পাব কেনেকৈ? মই কৌতূহল প্ৰকাশ নকৰিলো। মাত্ৰ কলো, আজি উত্তৰা দেৱী শেৱালিক লগ কৰিবলৈ অহাৰ কথা আছিল নহয়, কিয নাহিল কব পাৰা?

বসন্তই সেই বিষযে একো গম লৈ অহা নাই।

এনেতে যোনত মোক কোনোবাই বিচাৰিলে। মই ফোনটো তুলি ললোঁ। পাণিপথৰ পৰা উত্তৰা দেবীয়ে ট্ৰাঙ্ককল কৰিছে। এটা মিহি স্পষ্ট মাত—কোমল কিন্তু দৃঢ়তাসনা।

ফোনতে নমস্কাৰৰ প্ৰতি নমস্কাৰ জনালোঁ। তেখেতে কলে, দুষ্মন্তৰ পৰা মই আপোনাৰ বিষয়ে শুনিছো। মোৰ অসমলৈকে যোবাৰ কথা আছিল, কিন্তু ছোৱালীজনীৰ অসুখ বুলি শুনিছো। মই কাইলৈ তালৈ যাম। শেবালি বোধকৰো অসমলৈ যাব। পাৰিলে আপুনি লগতে লৈ যাব। দুষ্মন্তও মোৰ লগতে যাবৰ কাৰণে মই ক'ম।

কথাখিনি লাহে লাহে, কিন্তু মোক কোনো কথা কবলৈ নিদিয়াকৈ তেওঁ কৈ গ'ল। মোৰ এনেহে লাগিল যেন উত্তৰা দেবীয়ে বিশেষ কাৰণত মোক লগ নিদিয়াৰ চেষ্টাহে কৰিছে।

মই সুধিলো, শেৱালি গৈ অসমৰ ক'ত থাকিবগৈ আপোনাক কিবা জনাইছিলনে কি?

মই এতিয়াও সোধা নাই।

উত্তৰা দেবীয়ে অলপ পৰ মনে মনে থাকি কলে, যদি আপোনালোক কলিকতা হৈ যায়, বালিগঞ্জ প্লেছৰ ৬৪৭ নম্বৰ মিত্ৰ এভিনিউত সোমাই যাব পাৰিবনেকি?

কিবা কাম আছে?

তাতে ডাক্তৰ মাচুমৰ মাক মীনা থাকে। এই খবৰ কোনোবে নেজানে। মাচুমেও নেজানে কিজানি। আনকি তেখেতৰ মৃত্যুৰ খবৰ পাই মীনাই মোলৈ এখন চিঠি দিছে। তাৰ পৰাহে মযো জানিছো। আমি সকলাৱে মীনা মৰিল বুলিহে ভাবিছিলো।

প্ৰথমতে কথাষাৰ মন কৰা নাছিলো, হঠাৎ মই চমৎকৃত হৈ উঠিলো। ডাক্তৰ মাচুমৰ মাক মীনা—। অৰ্থাৎ মীনাৰ পুতেক ডাক্তৰ মাচুম।

মোৰ মনৰ ভাব কিছু সংযত কৰি ৰাখি মই সুধিলো—মীনা ডাক্তৰ মাচুমৰ মাক নেকি?

উত্তৰা দেৱীয়ে সংক্ষেপে কলে, তেওঁক লগ পালেই সকলো জানিব পাৰিব। মই আৰু একো কব নোৱাৰো। শেৱালিৰ আপোনালোককে এটি ভাল ব্যৱস্থা কৰি দিব দেই। তেওঁৰ গা-মন বৰ ভাল নাই। থওঁ তেন্তে—?

অকণমান — মই কলো।

কওক—

আপোনাক মই অলপ লগ পাব পাৰিমনেকি?

মোৰ হাতত থকা তেখেতৰ কাগজ-পত্ৰবোৰ মই আপোনাক দিবৰ কাৰণে দুষ্মন্তৰ হাততে দিছো। তেওঁ আপোনাক দিব। আৰু শেৱালিৰ পৰাই আপুনি সকলো কথা জানিব পাৰিব। মীনাকো যদি লগ পায় আপোনাৰ দৰকাৰী সকলো খবৰ পাব। আহোঁ দেই—

তেওঁ ফোনটো থৈ দিলে। উত্তৰা দেৱীযে ব্যক্তিগতভাৱে কিয় মোক লগ পাবলৈ অনিচ্ছা প্ৰকাশ কৰিলে মই বুজিব নোৱাৰিলো। তেওঁক লগ পাব পৰা হলে হয়তো ডক্টৰ অৰুণাভৰ জীৱনীৰ কাৰণে কিছু দৰকাৰী সম্বল পোৱা গ'লহেঁতেন। হয়তো কোনো বিশেষ ব্যক্তিগত কাৰণত তেওঁ আত্মগোপন কৰি থকাৰ প্ৰযোজন উপলব্ধি কৰিছে। তেওঁক আমনি কৰাৰ অধিকাৰ মোৰ নাই।

তথাপি উত্তৰা দেৱী মানুহগৰাকীক এবাৰ নিজ চকুৰে চোৱাৰ হেঁপাহ মোৰ থাকিল।

কাৰ লগত কথা পাতিলে? বসন্তই সুধিলে।

উত্তৰা দেৱীৰ লগত—সংক্ষেপে মই কলো।

বসন্তৰ লগত আমাৰ অসমলৈ ঘূৰি অহাৰ সম্পৰ্কে দুই-চাৰি আষাৰ কথা পাতিলো। মাজতে বসন্তই ক'লে যে চুলিখিনি সম্পূৰ্ণ বগা হৈ পকাৰ বাহিৰে উত্তৰা দেৱীৰ অন্য বিশেষ দৈহিক পৰিৱৰ্তন হোৱা নাই। তেওঁ সেই ১৮/২০ বছৰৰ আগৰ উত্তৰা দেবীযেই হৈ আছে। একেই গহীন, একেই শান্ত আৰু উদাসীন।

তোমাক কিবা বিশেষ কথা কলে? মই সুধিলো।

তেনেকৈ একো নক'লে। মাত্ৰ কলে যে ডাক্তৰৰ উইলতে সকলো লিখা আছে।

উইলখন কাৰ ওচৰত আছে?

কব নোৱাৰো, পিছে দুষ্মন্তৰ লগত কথা পাতোতে মই শুনি যি বুজিলো উইলখনৰ কেইবাটাও কপি আছে। তাৰে এখন শেৱালিৰ হাততো আছে হেনো।

আমি তিনিও একেলগে বহি খালো। আমাক এটা বৰ অস্বস্তিকৰ নীৰৱতাই হেঁচি ধৰিছিল। বসন্তই কিবা এটা কওঁ কওঁ কৰিও কব পৰা নাছিল। মযো তেওঁলোক দুজনেই কথা-বতৰা পাতক বুলি একো কথা উলিওৱা নাছিলো, কিন্তু শেৱালিযে একোকে নকৈ নীৰৱে ভাত খাই যাব ধৰিলে।

আমি যেতিয়া আমাৰ হোটেললৈ ঘূৰি আহোঁ তেতিয়া ৰাতি বহুত হৈছিল। এক অজানিত কাৰণত মোৰ মনটো গধুৰ লাগিছিল। বসন্তৰ মনৰ ভাব মই বুজিব পৰা নাছিলো, বুজিবৰ চেষ্টা কৰিবৰো মন যোৱা নাছিল।

মই বৰ শ্ৰান্ত অনুভৱ কৰিছিলো।

মোৰ টোপনি ধৰা নাই। আমাৰ কোঠাটো ৰিজাৰ্ভ কৰা, বাহিৰা যাত্ৰী নাই। শেৱালি, বসন্ত আৰু মই। শেৱালিৰ ইচ্ছা অনুসৰিয়েই বসন্তৰ কাৰণেও আমাৰ লগতে চিট ৰিজাৰ্ভ কৰা হৈছিল। আমি একেলগে আহিছো।

ৰেলখন বৰ বেছি জোকৰা নাই। দিল্লীৰ পৰা কলিকতালৈ দীঘলীয়া পথ অতিক্ৰম কৰাৰ প্ৰতিশ্ৰুতিৰে ৰেলখন ক্লান্তিহীনভাৱে আগবাঢিছে। মোৰ কাৰণে এই যাত্ৰাত কোনো বৈশিষ্ট্য নাই। এইয়া ওভতনি যাত্ৰা—প্ৰত্যাবৰ্তন।

প্ৰকৃততে মোৰ কিছু সকাহ পোৱা যেন লাগিছিল। ডক্টৰ অৰুণাভৰ জীৱনী লিখিবলৈ লোৱা এই সমগ্ৰ প্ৰজেক্টটোৱেই যেন এটা অবাস্তৱ আৰু অপ্ৰয়োজনীয় শ্ৰম আছিল। জীলি প্ৰকাশনীৰ এই আঁচনি কাৰ্যকৰীভাৱে কিমানদূৰ সফল হ'ব এতিয়াও মই বুজিব পৰা নাই। মই মাত্ৰ ইমানকে বুজিছো যে এই জীৱনী লিখাৰ কোনো যোগ্যতা বা অৰ্হতা মোৰ নাছিল, কোনো অভিজ্ঞ লিখকে এই দায়িত্ব লব লাগিছিল।

মই বহি চিগাৰেট এটা জ্বলালো, চালো, ওপৰৰ বাংকত বসন্ত টোপনি গৈছে। বহুত দিনৰ মূৰত আজি মই বসন্তৰ টোপনি যোৱা মুখখনত যেন এটা তৃপ্তি আৰু সাফল্যৰ অস্পষ্ট পোহৰ জিলিকি উঠা দেখা পালো। শেৱালিক লগত লৈ বসন্ত ঘৰলৈ ঘূৰিছে—এইটো নিশ্চয় বসন্তৰ কাৰণে চৰম আনন্দৰ কথা। বসন্তৰ মুখত এইকণ তৃপ্তি দেখি মোৰ ভাল লাগিল, অৰুণাভৰ সংস্পৰ্শলৈ নহা হলে হয়তো বসন্তৰ এই তৃপ্তি আৰু আনন্দ অব্যাহতেই থাকিলহেতেন।

এতিয়া বসন্ত টোপনি গৈছে।

শেৱালি?

মোৰ কাষৰ সিফালৰ চিটটোত শেৱালি শুইছে। হয়তো টোপনি আহিছে, হয়তো টোপনি অহা নাই, এনেই পৰি আছে। ৰেলৰ ভিতৰৰ কমকৈ জ্বলি থকা লাইটৰ পোহৰত শেৱালিৰ মুখখন বৰ শ্ৰান্ত আৰু কৰুণ যেন লাগিছে। এই গঢ়িত বগা মুখখনত বয়সৰ দেখ-নেদেখ আচোৰ লাগিছে। কিন্তু মুখখনৰ প্ৰশান্ত শ্ৰী আৰু সৌন্দৰ্য অকণো ম্লান পৰা নাই। কিবা এটা গভীৰ আত্ম-উপলব্ধিৰ স্বাক্ষৰ যেন এই ধুনীয়া মুখখনে বহন কৰিছে। বহুত দিন এটা স্বাস্থ্য-নিবাসত থাকি যেন শেৱালি ঘূৰি আহিছে। দেহ আৰু মনত নতুন উদ্যম আৰু জীৱনীশক্তি লৈ এই স্বাস্থ্য নিবাস ডক্টৰ অৰুণাভ নামৰ এজন প্ৰশস্ত হৃদয় মানুহৰ অন্তৰখনেই আছিল নেকি?

মই একো বুজা নাই। মানুহৰ জীৱনৰ বেলেগ বেলেগ কাৰ্য আৰু অভিজ্ঞতাবোৰক ফালি একবাই পেলাই জীৱনৰ প্ৰকৃত স্বৰূপ উদ্ধাৰ কৰা যায় নেকি, নে জীৱনৰ সৰু-ডাঙৰ অজস্ৰ অভিজ্ঞতাৰ একীভূত সমষ্টিয়েই জীৱন?

শেৱালি—মই এনেয়ে মাতিলো।

শেৱালিয়ে লাহে লাহে চকু দুটা মেলি কিছু বিস্মিতভাৱে মোৰ ফালে চালে।

তাৰ পিছত গাৰ কাপোৰ-কানি ঠিক কৰি লৈ ওঁঠত অকণমান হাঁহিৰ ৰেখা বিৰিঙাই কলে আপুনি শোৱাই নাই নেকি?

চকু মুদি পৰি আছিলো। টোপনি নাহিল, বহি আছো। আপোনাৰ টোপনি আহিছিল?

শেৱালি বিছনাত বহিল।

মোৰো টোপনি অহা নাছিল। এনেযেহে পৰি আছিলো।

বসন্তৰ কিন্তু ভাল টোপনি আহিছে। বসন্তৰ ফালে চাই মই কলো।

শেৱালিয়ে একো নক'লে। শান্তভাৱে ইঁহাৰ নিচিনা কৰিলে।

হাতৰ ঘড়ীটো চালো, ছাৰে এঘাৰ বাজিছে। ৰাতি বেছি হোৱা নাই।

ইমান ওচৰত, ইমান অকলশৰীয়াকৈ শেৱালিক আকৌ মই লগ নেপাবও পাৰো। বহুত কথা সুধিবলগীয়া আছে—শেৱালীক মোৰ। কিন্তু এইটো মুহূৰ্তত একো কথাই মনত নপৰা যেন লাগিল। আমাৰ মাজৰ নীৰৱতাখিনি বহুত কথাৰে ভৰি থকা যেন লাগিল। মোৰ বিছনাৰ ওপৰত পৰি আছে যোচেফে দিয়া অৰুণাভৰ কিছুমান কাগজপত্ৰ। সেইবোৰ মই এতিয়াও পঢ়া নাই। কিন্তু মোৰ মনত লাগিল যেন তাত থকা সকলো কথা মই জানো।

ভালেমান পৰৰ নীৰৱতাৰ শেষত কাগজখিনিৰ ফালে চাই চাই এনেই কোৱা ধৰণে শেৱালিয়ে কলে, আপুনি তেখেতৰ জীৱনী লিখিব নহয়?

লিখিম বুলি ভাবিছিলো। কিন্তু কি যে লিখিম আৰু কেনেকৈ লিখিম একো ভাবিয়ে পোৱা নাই।

মই শেৱালিৰ মুখলৈ চালো।

শেৱালিয়ে সুধিলে, আপুনি বাৰু তেখেতৰ জীৱনী কিয় লিখিব খুজিছে?

তেখেতৰ নিচিনা এজন বিখ্যাত মানুহৰ জীৱনী বহুতেই পঢ়িবলৈ ভাল নেপাব জানো? আপুনি কি ভাবে?

শেৱালি মনে মনে থাকিল।

মই শেৱালিৰ মুখৰ ফালে চালো। তেওঁ কিবা এটা চিন্তা কৰিছে।

ৰেলখনৰ ঘটক্ ঘটক্ শব্দটো বৰ ম'ট'নাচ লাগিছে। ৰেলৰ খিৰিকীৰ বাহিৰত আছে কুঁৱলী-মিহলি জোনাকৰ অস্পষ্ট আৰু ৰহস্যময় পোহৰ, সেই পোহৰৰ মাজেদি এটি সুৰুঙা উলিয়াই ৰেলখন আগুৱাই গৈ আছে।

এইয়া অবিশ্ৰান্ত গতি, এইয়া দূৰ লক্ষ্যস্থলৰ স্বপ্নত বিৰামবিহীন অক্লান্ত অনুধাৱন। আমি বহি আছো— শেৱালি আৰু মই। কিন্তু আমিও গৈ আছো। এটা দুৰ্বাৰ অনিৰুদ্ধ গতিয়ে প্ৰচণ্ডভাৱে আমাক এক অজানাৰ দিগন্তত কেৱল মানুহৰ প্ৰাণৰ

চিৰন্তন জিজ্ঞাসাৰ ধুঁৱলী-কুঁৱলী। এক দূৰণি তৰাৰ পোহৰেৰে উদ্দীপিত হোৱা এক ধূসৰ কৌতূহল।

মই শেৱালিলৈকে থৰ লাগি চাই আছো। ক্ৰমে শেৱালিৰ মুখখন মোৰ অচিনাকি অচিনাকি লাগি আহিছে। যেন বাহিৰৰ অস্পষ্ট জোনাকৰ মাজত ক্ৰমে হেৰাই গৈছে এক শুভ্ৰ অস্তিত্ব, চিৰন্তনৰ প্ৰসাৰিত বাহুৰে যেন শেৱালিক বুকুৰ মাজত সুমুৱাই লৈছে — তেনেই আপোন কৰি।

কোনোবা এটা ষ্টেচনত ৰেলখন ৰৈছিল। বাহিৰত কিন্তু শ্ৰান্ত কোলাহল শুনা গৈছিল। তেতিয়াহে আমি বহুত পৰ মনে মনে বহি অহা কথাটোৰ বিষয়ে সচেতন হলো। আচলতে সময়ৰ কথা মই পাহৰি গৈছিলো। মই যেন মহাকালৰ দুৱাৰমুখেদি দূৰণিলৈ ভুমুকিয়াই চাইছিলো, আৰু তেতিয়াই খণ্ডকালৰ চেতনা নোহোৱা হৈ গৈছিল।

হয়তো শেৱালিও তন্দ্ৰাচ্ছন্ন হৈ পৰিছিল।

ৰেলখন আকৌ চলিল। শেৱালিয়ে কলে, মই আপোনাক এষাৰ কথা কওঁ— বেযা পাব?

কিয় বেযা পাম? কওক—

ডক্টৰ অৰুণাভৰ জীৱনী আপুনি নিলিখিব।

কিয?

তেওঁক জীয়াই থাকোতে মানুহে যি বুলি ভাবিছিল আৰু এতিয়া মৰাৰ পিছত যি বুলি ভাবে তেনেকৈয়ে ভাবি থাকিবলৈ দিয়ক।

মই সঁচাকৈয়ে আপোনাৰ কথা ভালকৈ বুজা নাই—

মই শেৱালিৰ মুখলৈ চালো।

নিজকে কোৱাৰ দৰে শেৱালিয়ে কলে, যিজন ভাৱপ্ৰৱণ মানুহে নিজ কৰ্ম, চিন্তা, অনুভূতি আৰু খেয়াল লৈ নিজৰ ওপৰতে পৰীক্ষা চলাই নিজেই জীৱনটো দুখেৰে ভৰাই তোলে, তেওঁৰ অন্তৰ জগতৰ সমস্যা আনে কেনেকৈ বুজি পাব?

আপুনিও বুজি পোৱা নাছিল? মই সুধিলো।

শেৱালিয়ে প্ৰশ্নটোত অলপ থতমত খালে। তাৰ পিছত লাহে লাহে মূৰ জোকাৰি কলে, ওহোঁ, বুজিবলৈ চেষ্টা কৰিবৰ সময়কে মই নেপালো। কিন্তু সেইবাবে মই দুখ নকৰো। মোৰ দেহ-প্ৰাণ-হৃদয় দি তেওঁক মই চিনি পাইছিলো, সেয়ে যথেষ্ট, বুজি পায়েবা কি লাভ হলহেঁতেন?

শেৱালিৰ কথাই মোক স্তব্ধ কৰি দিলে। এইয়া শেৱালিৰ মুখৰ ভাষা নে তেওঁৰ অব্যক্ত অদেহী মনোজগতৰ ভাষা?

আকৌ আমাৰ মাজলৈ কিছু সময়ৰ নীৰৱতা নামি আহিল। ৰেলখন গৈ আছে আৰু গৈ আছে সময়। বসন্তৰ টোপনি।

যথেষ্ট সময় পাৰ হৈ গ'ল।

মোৰ টোপনি অহা নাই।

শেৱালিয়ে গভীৰভাবে কিবা এটা ভাবি আছে। মোৰ প্ৰশ্ন সুধিবলৈ বেয়া লাগিছে।

এবাৰ মাজতে মোৰ ফালে তীব্ৰভাৱে চাই কলে, লিখক, লিখক—নিলিখিব কিয়? তেনেকুৱা এজন ডাঙৰ মানুহৰ জীৱনী বহুতে পঢ়ি ভাল পাব। কিন্তু অনুগ্ৰহ কৰি তাত মোৰ কথা নিলিখিব।

কিয়?

ভাবি ভাবি কোৱাৰ দৰে শেৱালিয়ে কলে, উত্তৰা দেৱী আছিল এগৰাকী দেৱী। তেখেতে মোৰ হাতত কেৱল ডক্টৰ অৰুণাভকে সমৰ্পণ কৰি দিয়া নহয়, উইলৰ যোগে পোৱা ডক্টৰৰ সকলো ধন-সম্পত্তিও মোকে দি নিজে আশ্ৰমত গুচি লৈছে। তেখেতৰ মৃত্যুৰ পিছত বাইদেৱে মোক কৈছিল ঃ বুজিছা শেৱালি, তেখেতে জীৱনত কি বিচাৰিছিল মই নেজানো। কিন্তু মোক পালেও, তেখেতে বিচৰা বস্তু যে মই দিব নোৱাৰিলো সেই কথা মই বুজি পাইছিলো, সেয়ে মই আঁতৰি পৰিছিলো। এইবাৰে তেখেতে মোক ভুল বুজিছিল নেকি আৰু মাৰ ওপৰত অসন্তুষ্ট হৈছিল নেকি মই কব নোৱাৰো। মই যিটো কৰিব নোৱাৰিলো সেইটো তুমি কৰিব পাৰিছিলা বুলিয়ে মোৰ ধাৰণা।

উত্তৰা দেৱীয়ে জানো শুদ্ধ ধাৰণাই কৰা নাছিল? মই সুধিলো।

শেৱালিয়ে এটা কৰুণ হাঁহি মাৰিলে।

লাহে লাহে শেৱালিয়ে কলে, মই কব নোৱাৰো। মই মাত্ৰ ইমানকে বুজিছিলো যে ডক্টৰ অৰুণাভ এজন মানুহ আছিল আৰু তেখেত যে এজন মানুহহে, এজন দেৱতা নহয়, সেই কথা নিৰ্ভুলভাৱে উপলব্ধি কৰিবৰ কাৰণেই তেওঁৰ জীৱনত এজনী মানুহৰ সঙ্গ বিচাৰিছিল।

সেই মানুহজনী আপুনিয়েই আছিল?

মাজে মাজে মোৰ সেই বিশ্বাস হৈছিল, যেতিয়া তেখেতৰ ভিতৰৰ একেবাৰে প্ৰাচীন আদিম পুৰুষজনে মোৰ ভিতৰত এজনী কালাতীত নাৰীৰ সন্ধান কৰি সফল হৈছিল।

অবাক হৈ মই শেৱালিৰ মুখলৈ চাইছিলো। এনে দুঃসাহসী স্বীকাৰোক্তিৰ কাৰণে শেৱালিয়ে ক'ৰপৰা মনোবল বিচাৰি পাইছিল, বুজিব নোৱাৰিলো।

সেই উপলব্ধিক তেখেতে স্বীকাৰ কৰিছিল?

যিজন দাৰ্শনিক আৰু স্কলাৰক মানুহে এক সূক্ষ্ম জগতৰ অধিবাসী বুলিহে ধৰিছিল, তেখেতে আদিম মানুহ হোৱাৰ স্থূলতাক বিনা দ্বিধাই গ্ৰহণ কৰিব পাৰিছিল?

সেই স্থূলতাৰ মাজেদি তেখেতে জীৱনৰ গূঢ়তম অৰ্থ বিচাৰিছিল। কিন্তু মোক তেখেতে অৱলম্বনৰূপে বিচৰা নাছিল। মযেই আছিলো তেখেকে বিচৰা জীৱনৰ অৰ্থ। মোক কেতিযাবা তেখেতে কৈছিল ঃ শেৱালি, আকাশলৈ চাই চাই আপোনপাহৰা হব পাৰি, আকাশৰ বুকত নিজক ৰাখিবৰ কাৰণে লাগে মাটি। তুমি মোৰ সেই মাটি, য'ত হেৰাই গৈযো হেৰাই যোৱা নেযায। তোমাৰ স্পৰ্শত মই পাইছো জীৱনৰ আদিম চেতনাৰ উন্মাদনা, মই পাইছো জীৱনৰ গোন্ধ। সমাজ-সভ্যতা-সংস্কৃতিৰ জন্মৰ পূৰ্বে মানুহ নামৰ প্ৰাণীটোৱে মাটি আৰু নাৰীক যি বিস্ময আৰু আগ্ৰহেৰে বুকুত সাবটি ধৰিছিল তুমি সেই কালাতীত মাটি, সেই কালাতীত নাৰী—।

কথাবোৰ শেৱালিযে ইমান সহজভাৱে কৈ গৈছিল যে মই হতবাক হৈ গৈছিলো। যেন এনে ভাষাকে শেৱালিযে চিৰদিন কৈ আহিছে।

আৰু আপুনি নিজৰ বিষযে কি ভাবে?

নিজৰ বিষয়ে? মইতো নিজৰ বিষযে কোনোদিন ভৱা নাই—

নিজৰ বিষযে উপলবব্ধি কৰা নাই?

মযো তেনেকৈযে উপলব্ধি কৰো। মই মাটি। মৃত্তিকা। মই বিজুলীক নিজলৈ টানি লব পাৰো। মেঘৰ বুকুৰ জলধাৰাক নিজৰ বুকুত শুহি লব পাৰো, মন্দিৰৰ ভেটি হব পাৰো, কোনো দেৱী প্ৰতিমাৰ শৰীৰ হব পাৰো। এই পৰিচযতে তেখেতে মোক নিজৰ কাষত বিচাৰিছিল।

মই মনে মন থাকিলো। হযতো এইবোৰ শেৱালিৰ মুখৰ কথা। হযতো তেওঁৰ মুখত বহুবাৰ শুনি শুনি শেৱালিৰ মুখস্থ হৈ গৈছে।

এটা ষ্টেচনত ৰেলখন ৰ'ল। কিন্তু তেতিয়া ৰাতি গভীৰ হৈছে। এই ৰোৱা আৰু যোৱাৰ মাজত যেন কোনো পাৰ্থক্য নাই

শেৱালিক মই সুধিলো, কিন্তু বসন্ত দত্তৰ বিষযে আপুনি কি ভাবে?

বহুত দূৰত এৰি অহা এটা ষ্টেচন, এটা দূৰণিৰ ঘাট, এজন সৰল নিৰ্ভৰযোগ্য বন্ধু—নহয় জানো?

ৰেল আকৌ এৰিলে।

এইবাৰ সময়ৰ বিষয়ে সচেতন হৈ শেৱালিয়ে কলে, ৰাতি বহুত হল। অলপ শোৱা যাওক, নহয়?

টোপনি আহিছে?

অহা নাই। কিন্তু শুলে আহিব। আপুনিও নুশুব জানো?

এতিয়া আৰু মোৰ টোপনি আহিব যেন লগা নাই। ভাল, আপুনি তেন্তে শোৱক—

শেৱালিয়ে ভৰি দুখন বিছনাৰ ওপৰলৈ তুলিলে আৰু বিছনাত কাটি হৈ পৰি মোৰ ফালে চাই নিজকে কোৱাৰ দৰে কলে, মোৰ একো পাবলৈকো নাই। দিয়া পোৱা সকলো শেষ হৈছে। টোপনি আহক-নাহক, চকু মুদি দিম। সেয়ে শোৱা—

তাৰ পিছত শেৱালি ওপৰলৈ মুখৈ শুলে আৰু পাতল চাদৰখন গাৰ ওপৰলৈ টানি ললে। লাহে লাহে বিৰবিৰাই তেওঁ কলে, গাঁতৰ পৰুৱা, এদিন বুজিব পাৰিলে, যে তাইৰ পাখি গজিছে। তাই গাঁতৰ পৰা বাহিৰ ওলাই আহিল। বহুত পোহৰে তাইৰ চকু জলক-তবক কৰিলে। তাই আকাশৰ জোনটোৰ ফালে উৰা মাৰিব খুজিলে পিছে জোনটো বহুত ওখত বহুত দূৰত আছে। তাইৰ চকুত পৰিল কাৰোবাৰ চোতালৰ আগৰ তুলসীতলত টিমিক টামাককৈ জ্বলি থকা এটা মাটিৰ চাকি। তাই সেই চাকিৰ জুইত জঁপিয়াই পৰিবলৈ বলিয়া হৈ উঠিল, পুৰি শেষ হৈ যোৱাৰ আনন্দত তাইৰ পাখিত লগা জুইক তাই জোনাকৰ তিৰবিৰণি বুলি ভাবিলে

শেৱালিৰ কথাবোৰ ক্ৰমে অস্পষ্ট হৈ আহিল। ৰেলখনৰ অবিৰাম গৈ থকাৰ জোকাৰণিয়ে আকাশৰ বুকুৰ পৰা শ্ৰান্তি নমাই আনিলে।

শেৱালিৰ চকু দুটা মুদ খাই গৈছে। ওপৰৰ বাংকত কৰি লোৱা বিছনাৰ ওপৰত বসন্ত টোপনিত লালকাল। বসন্তৰ মুৰৰ আধা পকা চুলিবোৰ লাইটৰ পোহৰত ধোঁৱা বৰণীয়া দেখাইছে।

কোঠাটোৰ ভিতৰলৈ অকণ অকণ শীত নামি আহিছে।

মই চিগাৰেট এটা জ্বলালো আৰু বিছনাৰ ওপৰত পৰি থকা ফাইলটো কোলাৰ ওপৰলৈ তুলি ললো। এইখিনি ডক্টৰ অৰুণাভৰ শেষ লিখা। হয়তো তেওঁৰ জীৱনী লিখিবৰ কাৰণে আৱশ্যকীয় সকলো সম্বল ইয়াতো নেপাম। কিন্তু মই পঢ়ি চাম।

টোপনি নাহে মানে অৰুণাভৰ লিখাখিনিৰ ওপৰতে চকু ফুৰাম। আৰু টোপনি আহিলে শুই পৰিম।

কলিকতা পাবলৈ এতিয়াও বহুত দূৰ আছে। ৰাতিটোৰো এতিয়াও ভালেমান সময় বাকী।

ফাইলটো মই চকুৰ আগত মেলি ল'লো।

শেৱালি শুইছে। বসন্ত শুইছে। যাত্ৰীবোৰ শুইছে। ক'ৰবাৰ এটা ঢোপাৰ বুকত শুই থকা এপাহ ফুলে সাৰ পোৱাৰ স্বপ্ন দেখিছে।

মই পঢ়ি যাবলৈ ধৰিলো

☆ ☆ ☆

# "ৰাজদ্ৰোহী দিলো"

## বিদ্ৰোহী-শিল্পী বিষ্ণু ৰাভাৰ হাতত

কমৰেড্ ৰাভা!

আপোনাক এদিন ফাঁচী দিব, নাইবা বিপ্লৱী জনতাৰ মিচিল আগবঢ়াই আনোতে কোনোবা ৰাজপথত গুলীয়াই মাৰিব। জুলিয়াচ ফুচিকহঁতৰ পথেই আমাৰ পথ।

আমাৰ দেশ নেতাৰে ভৰা। যি নেতাই জনতাক চিনি নাপায়, তেওঁ দিয়ে জনতা-উদ্ধাৰৰ ওজস্বী বক্তৃতা, যি গাওঁ দেখা নাই, তেওঁ মঞ্চত উঠি গায় গাঁৱৰ প্ৰশস্তি, যাৰ পেটত উশাহ লবৰ ঠাই নাই, তেওঁ দুৰ্ভিক্ষৰ বক্তৃতা দি হজম নিয়াবৰ চেষ্টা কৰে। এওঁলোকৰ কথাৰে আমাৰ দেশৰ বাতৰিকাকত ভৰা।

কিন্তু এই নেতাবোৰ, বাতৰিকাকত পুৰণি হোবাৰ দৰেই পুৰণি হৈ, মূল্যহীন হৈ যাব—এদিন।

আৰু বিষ্ণু ৰাভা—বিষ্ণু ৰাভা সেইদিনা সাধুকথা হ'ব ঃ — এজন বিপ্লৱী আছিল, তেওঁ গান গাইছিল, ছবি আঁকিছিল, নাচিছিল, থিয়েটাৰ কৰিছিল, চিনেমা কৰিছিল, ৰাজনীতি কৰিছিল, বিদ্ৰোহ কৰিছিল, সাহিত্য কৰিছিল, জেইল খাইছিল, পলাই ফুৰিছিল— এই বুলি? নহয়।

অখ্যাত জন-জীৱনৰ কোলাত মৰমৰ সঁফুৰা লৈ এজন দেশপ্ৰেমিক বিপ্লৱীয়ে দহ হাজাৰ মাইল ঘূৰি ফুৰিছিল— আৰু দেশৰ চিনাকি-নোহোৱা মানুহে তেওঁক চিনি পাইছিল— এই বুলি। সতৰামক আপুনি বহুত ঠাইত লগ পাইছে। পূৰ্ণানন্দহঁতকো।

'ৰাজদ্ৰোহী' সতৰামক চিনা যেন লাগেনে—চাবচোন।

যোৰহাট।
১২ ডিচেম্বৰ, ১৯৫৬

সহযাত্ৰী
মালিক

# এষাৰ কথা

ইতিহাসৰ কাহিনীক নাটক-উপন্যাসলৈ ৰূপান্তৰ কৰিবৰ বেলা সীমাবদ্ধতাক স্বীকাৰ কৰি লৈযো লিখকে সাহিত্যিক ৰূপ দান কৰাৰ প্ৰযোজনত, কিছু স্বাধীনতা গ্ৰহণ কৰিব লগীয়া হয। কাৰণ মানুহৰ জীৱনৰ কাহিনীবোৰ নাটক-উপন্যাস হৈ নঘটে, সেই ৰূপত নতুন সৃষ্টিৰ প্ৰযাসৰ প্ৰযোজন হয। "ৰাজদ্ৰোহী"ত ইতিহাস বিচৰাৰ সলনি নাটক বিচাৰিলেই হযতো পাঠক বা অভিনেতাৰ শ্ৰমৰ সফল বিনিময হ'ব। হযতো বুৰঞ্জীৰ সতৰাম "ৰাজদ্ৰোহী"ৰ সতৰাম নাছিল, কিন্তু সমকালীন পৰিস্থিতিত এটা বিদ্ৰোহী আত্মাৰ সন্ধান কৰিলে হযতো বুৰঞ্জীযে অপৰাধ নলব।

হাতে লিখা অৱস্থাতে দেৰগাঁৱৰ বাপুজী নাট্যমন্দিৰত "ৰাজদ্ৰোহী" প্ৰথম অভিনয কৰা হয।

গল্পলিখক হোমেন বৰগোহাঞিয়ে কিতাপখন ছপালে।

পৰিশিষ্টত ছাপাৰ ভুলবোৰৰ এখন শুধৰণি দিয়া হৈছে, কাৰণ অসমীযা নাটকৰ দ্বিতীয মুদ্ৰণৰ প্ৰযোজন প্ৰাযে নহয। ইতি

চৈয়দ আব্দুল মালিক

জগন্নাথ বৰুৱা কলেজ
যোৰহাট।
১২-১২-৫৬

## চৰিত্ৰ ঃ

চন্দ্ৰকান্ত সিংহ, পূৰ্ণানন্দ বুঢ়াগোহাঁই, সত্যৰাম, বদন, জাতিৰাম, জগধৰ, মেমেধু, চাউডাং বৰুৱা, কেইজনমান ডেকা, বেজবৰুৱা, ৰাজমাও, পদ্মাৱতী, দুৰ্বৰী, কেইজনমান গাভৰু

[চন্দ্ৰকান্ত সিংহৰ বুলনি। সিংহাসনৰ পৰিবৰ্তে এখন চাপৰ, সৰু আসন, গাদী পৰা, চাকলগোৱা গোটা গাৰু ইত্যাদি। একাষে শৰাই, বঁটা, পিকদান আদি। কাষত তিনি — চাৰিজন বহিব পৰা আসন।]

সময় আগবেলা। পুবৰ পৰা এচেৰেঙা ৰ'দ আহি পৰিছেহি। বাহিৰত দূৰণিত কিবাকিবি কথা-বতৰা চলি আছে।

পট উঠাৰ অলপ আগৰে পৰা নূপুৰৰ জুন জুন শুনা যায়।

পট উঠিল। অলপ সময় কেৱল নূপুৰৰ শব্দ। তাৰ পিছত পদুমী সোমাই আহে। কপালত ঘামৰ টোপাল। অলপ ক্লান্ত গাত নাচনীৰ সাজ। চুলিত এপাহ ডাঙৰ তগৰ ফুল, কপালত সেন্দূৰৰ ফোঁট।

অলপ উদভ্ৰান্তভাৱে আহি পদুমী বহি পৰে। মুখত বিৰক্তিৰ চিন। বহি বহি ভৰিৰ নূপুৰযোৰ খুলি একাষলৈ দলিয়াই পেলায়। ৰ'দ এচেৰেঙা পদুমীৰ মুখত পৰেহি।

পদুমী ঃ দিন নাই, ৰাতি নাই, নাচ আৰু নাচ!

[হেপামেলি পদুমীয়ে, কোঠৰ বাওলগা দাপোণখন টানি আনি চকুৰ আগত দাঙি ধৰে। লগে লগে মুখৰ ভাবৰ পৰিবৰ্তন আহে। নিজকে ভালকৈ চাই পদুমীয়ে মিচিকিয়াই হাঁহে।

[বেজবৰুৱা সোমাই আহে। ক্ষীণ, বেমাৰী মানুহজন। চকুৰে ভালকৈ নেদেখে। কাষলতি তলত কেইখনমান বেজালি পুথি, এটা মোনা। হাতত এডাল শকত লাখুটি।]

বেজবৰুৱা ঃ ৰাজমাও দেউতা—

পদুমী ঃ [হাঁহি] ৰাজমাও দেউতাৰ লিগিৰীহে, বেজবৰুৱা দেউতা।

বেজবৰুৱা : অ' পদুমী, এৰা চকুৰে ভালকৈ নমনো। পিছে তইনো বুলনিত কি কৰিছ?

পদুমী : অলপ জিৰাইছো। বহক বেজ দেউতা।

বেজবৰুৱা : [বহিল] এৰা, তহঁতৰে ভাল। ৰজাঘৰত থাব, কাম-কাজ নাই— জিৰাই শঁতাই দিনবোৰ কটাইছ। পিছে স্বৰ্গদেউ ক'ত?

পদুমী : অলপ আগতে ভিতৰ বুলনিত আছিল। মই নাচিছিলো, তাকে চাইছিল। আহিব অলপতে, কি সকামত নো আহিল?

বেজবৰুৱা : এৰা, সকাম নহলেনো আহোনে? বেজ নহলো, জানিবা বেজ কচুহে খালো। আগৰ কেজন স্বৰ্গদেৱৰ ৰোগ-নৰীয়াও নাছিল, কামো সিমান নাছিল। পিছে এতিযাৰ গৰাকীৰ আকৌ এনা বেমাৰেই বেমাৰ।

পদুমী : স্বৰ্গদেউৰ দেখোন কোনো বেমাৰ থকা হেন নাপাওঁ। কিহৰ বা বেজালি কৰাইছে?

বেজবৰুৱা : এঃ আনৰো বেমাৰ এক, স্বৰ্গদেউৰো এক। স্বৰ্গদেউক হেনো সোনকালে ডেকা হোৱা দৰব লাগে।

পদুমী : (খুক্‌খুকাই হাঁহি) পিছে দিছেনে?

বেজবৰুৱা : নিদি ৰক্ষা পামনে? যি নিজে ডেকা হ'ব নাজানে তাকনো দৰব খুৱাই ডেকা কৰিব পাৰিনে? পিছে আমাৰ স্বৰ্গদেউ যে কেতিযাবা ডেকা হ'ব মই হলে আশা কৰিব পৰা নাই।

[পদুমীযে আকৌ এবাৰ দাপোণত মুখ চাই মিচিকিযাই হাঁহে। এনেতে চন্দ্ৰকান্ত সোমাই আহে। বযস ১৭-১৮ বছৰ। মুখখনত নিৰ্বুদ্ধিতাৰ চিনাকি।]

চন্দ্ৰকান্ত : [ভিতৰৰ পৰা চিঞৰি আহে] পদুমী, তোমাৰ (প্ৰৱেশ কৰি) নাচটো যে ইমান—

[বেজবৰুৱাক দেখি হঠাৎ] তই কোন?

[বেজবৰুৱাই সেৱা কৰে] অ' বেজবৰুৱা।

[হঠাৎ ব্যস্ত হৈ] পদুমীৰ কিবা অসুখ হৈছে নেকি? তোমাৰ কি হৈছে পদুমী? কি হৈছে!

(বেজবৰুৱা অপ্ৰস্তুত। পদুমী হাঁহে)

পদুমী : নাচনীৰনো ক'ৰবাত অসুখ হয়নে স্বৰ্গদেউ, আমি আনৰ অসুখ কৰোহে।

চন্দ্ৰকান্ত : তেন্তে বেজবৰুৱা ইয়াত কিয়?

বেজবৰুৱা : স্বৰ্গদেউ—আপোনাৰ—

চন্দ্ৰকান্ত : মোৰ? মোৰ কি হৈছে? মোৰ কি হৈছে পদুমী? (হঠাৎ বহি পৰি, ভাবি) হয়তো। মোৰ কিবা অসুখ নহলে বেজবৰুৱা আহিব কিয়? মোৰ কি বেমাৰ হৈছে বেজবৰুৱা?

বেজবৰুৱা : স্বৰ্গদেৱৰ বেমাৰ হ'ব কিয়?

চন্দ্ৰকান্ত : মোৰ বেমাৰ নাই হোৱা যদি তুমি ইয়ালৈ আহিছা কিয়?

পদুমী : স্বৰ্গদেউৰ কিবা হোৱা হলেনো নিজে গম নাপালেহেঁতেননে? পিছে কি হৈছে মই জানো।

চন্দ্ৰকান্ত : মোৰ কি হৈছে তুমি জানা? কিন্তু মই নাজানো কিয় পদুমী।

পদুমী : আপোনাৰ কি হৈছে নজনাটোৱেই আপোনাৰ বেমাৰ স্বৰ্গদেউ। আপুনি জানো ডেকা হ'ব খোজা নাই।

চন্দ্ৰকান্ত : [গহীন হৈ] কোনে ক'লে মই ডেকা হ'ব খোজা নাই। যি কয় তাক মই শূলত দিয়াম। ওভোতাই মোট চেলোৱাম। মই ডেকা হ'ম—

পদুমী : পিছে বুঢ়াগোহাঁই দেউতাই দিব জানো?

চন্দ্ৰকান্ত : বুঢ়াগোহাঁই নিদিব কিয়, বুঢ়াগোহাঁয়ে নিদিওঁ বুলিলেও মই ডেকা হমেই।

[পদুমীৰ কুটিল হাঁহি]

বেজবৰুৱা : হ'ব স্বৰ্গদেউ। আৰু মই এনে ঔষধ দিছো যে আপুনি ডেকা হবই হ'ব। আৰু এই কেইদিনতে স্বৰ্গদেউক ডেকা ডেকা যেন দেখুৱাইছেই।

[পদুমীয়ে দাপোণখন নিজৰ মুখৰ আগত দাঙি ধৰে]

চন্দ্ৰ : চাওঁ পদুমী, দাপোণখন দিয়াচোন।

[পদুমীয়ে দাপোণখন চন্দ্ৰকান্তৰ সন্মুখত ধৰে। চন্দ্ৰকান্তই নিজকে ভালকৈ চায়, আৰু চাই চায়ে কয়]

মই বাৰু আগতকৈ ডেকা হোৱা নাইনে পদুমী?

বেজবৰুৱ : কিয় নাই হোৱা স্বৰ্গদেউ। যি দৰব দিছো, বুঢ়াও ডেকা হৈ যায়। আৰু লৰা ডেকা নহৈ পাৰেনে?

চন্দ্ৰকান্ত : [হঠাৎ খঙেৰে] লৰা? কোন ল'ৰা— মই লৰানে কি? বেজবৰুৱা, সাদিনৰ ভিতৰত মোক ডেকা কৰি দিব নোৱাৰিলে চাউডাঙৰ হাতত সপিম।

বেজবৰুৱা : সাদিন স্বৰ্গদেউ, আৰু তিনিটা দিন লাগিব স্বৰ্গদেউ, দহ দিন।

চন্দ্ৰকান্ত : বাৰু দহদিন। কিন্তু এদিনো বেছি হব নোৱাৰিব। দহদিনৰ ভিতৰত মই সম্পূৰ্ণ ডেকা—

বেজবৰুৱা : মই তেন্তে এতিয়া আহোঁ স্বৰ্গদেউ।

চন্দ্ৰকান্ত : ওঁ যোৱা, যোৱা।

(বেজবৰুৱা ওলাই যায়। পদুমীও যাব খোজে) তুমি আকৌ কʼলৈ গৈছা পদুমী?

পদুমী : ভিতৰৰ পৰা আহোঁ স্বৰ্গদেউ। ৰাজমাও দেউতাই বিচাৰিব।

চন্দ্ৰকান্ত : বিচাৰিলেই যাব লাগেনে?

পদুমী : তামোলৰ বটাটো আনাগৈ।

চন্দ্ৰকান্ত : তামোল? কালৈ?

পদুমী : কোনোবা শত্ৰুলৈ (কেৰাহিকৈ চায়)

চন্দ্ৰকান্ত : তোমাৰ কোন শত্ৰু আছে পদুমী? মই তাক হাতীৰে গচকাই মাৰিম। তুমি নাযাবা পদুমী! তুমি মোৰ ওচৰৰ পৰা আঁতৰি ফুৰা কিয় পদুমী!

পদুমী : ভয় লাগে।

চন্দ্ৰকান্ত : কিহৰ ভয় পদুমী! কালৈ ভয়?

পদুমী : সকলোলৈকে।

চন্দ্ৰকান্ত : মই সকলোৰে চকু—ঘিলা কঢ়াম। নচা শূলত দিয়াম। মোৰ পদুমীক কোনে ভয় খুৱাইছে কোৱা— আজিয়েই, এতিয়াই মই সিহঁতক ধৰাই আনি লোৱা লগোৱাম।

পদুমী : পাৰিব জানো স্বৰ্গদেউ? বুঢ়াগোহাঁই দেউতা, ৰাজমাও দেউতা এই সকলে বাধা দিলে আপুনি জানো কিবা কৰিব পাৰিব?

চন্দ্ৰকান্ত : কিয় নোৱাৰিম? মই কাকো নামানো। মই কালৈকো ভয় নকৰো। মই ৰজা বুঢ়াগোহাঁয়ে কলেই মই লৰা লৈ থাকিমনে কি? আৰু দহদিনৰ মূৰত— [এটা লিগিৰাই গল খেকাৰি সোমাই আহে আৰু সেৱা কৰে]

লিগিৰা : ৰাজমাও দেউতাই অলপ লগ পাব খোজে স্বৰ্গদেৱ।

চন্দ্ৰ : গৈছো বুলি কʼ।

[লিগিৰাৰ প্ৰস্থান]

ৰাজমাও, ৰাজমাও, মই যেন লৰা হৈ আছো। ৰাখি নাথাকিলে যেন হেৰাই যাম।

[আকৌ দাপোণত নিজক চায়]

পদুমী।

পদুমী : স্বৰ্গদেব?

চন্দ্ৰ : মই ৰজা। মই বেঙেনা আটিৰ পদ্মাক আনিলো ভাল নাচনী দেখি। নাচনীৰ পৰা লিগিৰী চাঙলৈ তুলিলো কোনে বাধা দিব পাৰিলে? ইয়াৰ পিছত—

পদুমী : ইয়াৰ পিছত স্বৰ্গদেব?

চন্দ্ৰ : কুঁৱৰী পাতিম।

পদুমী : আমাকনো স্বৰ্গদেৱে কুঁৱৰী পাতিবনে?

চন্দ্ৰ : ৰাইডঙীয়া কুঁৱৰীহে নালাগে পৰ্বতীয়া কুঁৱৰীহে নালাগে মই তোমাক বৰ কুঁৱৰী পাতিম।

পদুমী : ডাঙৰ আশা দিছে কিন্তু স্বৰ্গদেব। পিছত আশা ভঙ্গ নকৰিব হলে।

চন্দ্ৰ : নিজৰ কথা ৰাখিব নোৱাৰিলে মই ৰজাই নহয়।

[লিগিৰাৰ পুনৰ প্ৰবেশ]

'অ' মই অলপ ৰাজমাওৰ ওচৰৰ পৰা আহো। তুমি গুচি নাযাবা, মই বেগেতে আহিম (প্ৰস্থান)

পদুমী : ময়ো বৰকুঁৱৰী হৈছে এৰিম যদি মই বেঙেনা আটিৰ নাচনী হওঁ।

[আনফালৰ পৰা সতৰামৰ প্ৰবেশ। বয়স প্ৰায় ২০-২২ বছৰ, সুশ্ৰী, কাপোৰ-কানি পৰিপাটি]

সতৰাম : পদ্মা!

পদুমী : অ' আপুনি। ক'ৰ পৰা আহিলনো বড়াদেব?

সতৰাম : সখি আহিছিল হ'বলা?

পদুমী : এই মাত্ৰ ইয়াৰ পৰা ওলাই গৈছে।

সতৰাম : আজি কি কলে?

পদুমী : ক'লে বোলে কাৰো হাকবচন নামানে। মোক—

সতৰাম : ওঁ তোমাক?

পদুমী : বৰকুঁৱৰী পাতিব।

সতৰাম : বিশ্বাস কৰিলা?

পদুমী : নাই কৰা। পিছে অবিশ্বাসো কৰা নাই। নবহে জানো?

[সতৰাম বহিল। পদুমী একাষৰীয়া হল]

সতৰাম : আৰু নিজক?

পদুমী : নিজক কোনো দিনেই অবিশ্বাস কৰা নাই। মই নাচনী, পদ্মা বুলিলে বেঙেনাআটিত নিচিনা কোনো নাই। ৰজাৰ ঘৰত জাত যোৱা লিগিৰী হৈ থকা বিধৰ ছোৱালী মই নহওঁ। হয় বৰকুঁৱৰী হম, নহয় নাচনী। পিছে নাচনীযেই হব লগীয়া হ'লে আনকো ভালকৈ নচুৱাম।

সতৰাম : জানিছো পদ্মা, আমাৰ দেশতে নহয়, সকলো দেশতে এই ৰজা, ৰাজ বিষয়াইঁতে আমাৰ নিচিনা সৰু মানুহৰ জীৱন লৈ ধেমালি কৰি আহিছে। তোমাক ধুনীয়া দেখিলে, লৈ আহিল। তোমাৰ যেন ভাল লগা বেযা লগা একো নাই। ৰজাৰ প্ৰজা হলো বুলি আমি মানুহেই নহওঁনে?

পদুমী : মোক হলে নোৱাৰিছে ডেকা বডাদেৱ, মই নাচনী নাচি নাচি আহিছো, যাবৰ হলেও নাচি নচুৱাইহে যাম।

সতৰাম : পিছে পদ্মা, এষাৰ কথা মনত ৰাখিবা, ৰজাক সন্তুষ্ট কৰি ৰাখিব পাৰো মানেহে আমি ৰজাৰ আপোন। তেল-পানীৰ জানো কেতিযাবা মিল হয়?

পদুমী : কেনেকৈ পাহৰিম বডাদেৱ। মোৰ ৰাজা-অন্তেষপুৰত বন্দী কৰি থৈ ৰাজভোগ যাচিছে। মোৰ আই থাকিল ক'ত, বোপাই থাকিল ক'ত? পিছে মই অন্য ভকতৰ ছোৱালীৰ দৰে লেউসেউ নহয, ভোল যোৱা বিধৰ ছোৱালী পদুমী নহয।

সতৰাম : ভাল পালো শুনি, বহুতে আকৌ ৰজাঘৰৰ চুৱা মকৰা চেলেকিবলৈ পালে মাক-বাপেক, জাতি-কুটুম সকলোকে পাহৰি যায।

পদুমী : মোক অবিশ্বাস নকৰিবা। বৰকুঁৱৰী হোৱাৰ আশাত নিজে আহি চপাহি নাই। পিছে আনিলেই যেতিয়া মুধ বগাই, চাম, খহিলেছ মুধৰ পৰাই খহিম, পানী-পোতৰ কেচু-কুমটি হৈ নাথাকো। স্বৰ্গদেউ ভিতৰ চ'ৰাতে থাকিব পায। অ' তামোল এখন খাই যাওক, খুজিতো নাখায়েই মযে দিওঁ।

সতৰাম : দিয়া বাৰু [তামোল লৈ সতৰাম ভিতৰলৈ সোমাই গ'ল। আনফালৰ পৰা মেমেধু সোমাই আহিল]

মেমেধু : [ মূৰত গামোচা, মুখত তামোলৰ ৰাং, কঁকালত হাচতি, বযস ত্ৰিশৰ বেছি]

ডেকুলীয়ে বোলে টোৰোক,
কাউৰীয়ে বোলে কা,

হেৰ' ৰঙামুৱা কোন আহিছে,
চকু মেলি চা।

পদুমী : আও, মেমেধু কাই দেখোন, দুদিন চোন দেখাই নাই।

মেমেধু : উ আই, হেৰ' মোক নেদেখিও মুৰ আচন্দ্ৰাই কৰিলেনে? বোলে—

চন্দ্ৰ-সূৰুযে চকু চাত মাৰিলে,
চাকিয়ে পুৰিলে চকু।
জোনাকী পৰুৱা লগত লৈ আহিছো।
চিনাবা নিচিনা মোকো।

পদুমী : বাৰু চিনিছা তই মহাপুৰুষ মেমেধুৰাম ভূঞা, এতিয়া বহ।

মেমেধু : বোলে নিচিনি চিনিলো তোক
আঁখি নাই অন্ধলখি তিৰি নাই ৰৰলা
বনৰে বগৰা জোক।

পদুমী : নাচোনকে এপাক দিওনে কি? তোৰ মনটোত আজি বৰ ৰং দেখিছো।

মেমেধু : আমি কিবা আৰু ৰজা-ৰাজকোঁৱৰ নে যে আমাক নাচি দেখুৱাবি। বোলে—ম'ৰাই বোলে মেঘ দেৱতা,
নাচোন পাক চাই যোৱা,
ইন্দ্ৰধনুৰ ৰহণ দেখি
শিয়ালে দিলে হোৱা

পদুমী : হ'ব আৰু আহ। তয়ে দেখিছো সুখত আছ। পিছে দুদিন যে দেখাই নাই, কলৈ গৈছিলি?

মেমেধু : আমি হ'লো গাঁতৰ কেঁচু। নোলালে নোলাও, ওলালে আৰু নোভতো। অলপ ফুৰি-মেলি দেশৰ বুজ-বাজ লৈ আহিলো। বোলে—

পূৰে দেখিলো সুৰুযৰ পোৱালি
ভাটিত দেখিলো জোন,
শহৰৰ পদূলিত দেখি থৈ আহিলো,
আমাৰে মাজুটি সোণ।

পদুমী : ক'তনো ৰণ লাগিছে যে তোক চোৰাংচোৱা পাতি পঠিয়াইছিল?

মেমেধু : ৰণহে নাইনে? আমাৰ বুঢ়াগোহাঁই দেউতাই সকলোতে ৰণহে দেখে। বোলে —

টেঁকীৰ হ'ল কুঁহকুঁহীয়া,

গাটিশলিৰ জ্বৰ।
ঠোৰাই বোলে মোৰ শনিপাত,
সাবটি মাৰি ধৰ।

পদুমী : বাৰু বুজিলো। পিছে এতিযানো ক'ত চোৰাংচোৱালী কৰিবলৈ আহিলি? মোৰ পিছতো লাগিছনে কি?

মেমেধু : কাকনো বুলিবা ককা, আটাই ডাটি চুলি পকা। হলা গছ দেখিলে নমৰাযো এঘাপ মাৰি যায়। আমাৰ স্বৰ্গদেউ হ'ল ল'ৰা-মতীযা। সকলোৱে ভাবিছে চেগ ওলাওতেই চাপৰি বাব লাগিল। আনহে নালাগে কুকুৰাচোৱা ভূতৰ পুতেকলৈকে দেখা নাইনে? হেৰ হাতীযে বোলে মোৰ দুঁদাত, ঘোঁৰাই বোলে মোৰ দুঁতাত। ফিতাহি নেদেখিছা। স্বৰ্গদেউৰে শাৰী পাতিহে বহে। গা'টো টহটহাই যায অ'।

পদুমী : তোক যদি স্বৰ্গদেৱে সখি পাতি তেনেকৈ বহুৱাই লয, তই নবহিবিনে?

মেমেধু : নকবি আইহে। সাত পুৰুষ স্বৰ্গদেৱৰ চৰণ ধুলি সেৱা কৰি গ'ল। হেৰ ঈশ্বৰে নসহে। সতৰামৰ অতপালি হৈছে একা। আমি যি মেমেধু মেমেধুৱেই। ৰাজপাট আমাক নিদিযেও, নিবিচাৰেও। বোলে— গাঠিৰ গুৱা-পাণ খাবা।

নিজৰ খালৰ খলিহা পুঠি
মজিযাত দিব লুটিযালুটি,
ছমাহলৈ শুকটি খুন্দি,
ছবছৰলৈ খাবা।
যাওঁ আইহে, পলমহে হৈছে।

পদুমী : বহচোন বহ। তামোল এখনকে খাই যা। (তামোল দিযে) পিছে, দেশৰ বাতৰি বাৰু থাওক, নিজৰ বাতৰিকে কচোন। বিযাখন পিছে কাহানিকৈ পাত, সকলোৱে চোন পাতিলে। তযো দেখোন চাওতে চাওতে ডেকাই হলিহি—

মেমেধু : এৰা, নকৰাওঁহে বুলিছো আৰু। ভাইগতে নাই হ'বলা। বোলে
: কেনটোৰ কেনজনী,
ফপৰীয়াটোৰ তিনিজনী,
ভালটোৰ এজনীও নাই।

পদুমী : কাকনো লাগে ক,' ময়ে খুজি-মেলি দিওঁ।

মেমেধু : কৰিনো কি? বোলে মাছে কথা কয়, পিছে পানীয়ে কোৱাৰী ভেটে গুণেহে।

পদুমী : মটা মানুহটোৰ আকৌ লাজটো কিহৰ? ক'চোন বাৰু শুনো

মেমেধু : (অলপ দুখেৰে) ক'লেনো কি লাভ হ'ব? বোলে—

কি কাম মই কৰিলো,
কি বুধি কৰিলো
বাৰীত দামেকলা ৰুই,
আগেয়ে নাজানো, এতিয়া জানিলো
শৰীলত একুৰা জুই।

সাত পুৰুষ ৰজাঘৰত গেবাৰি খাটিয়ে গ'ল। ধন-পইচা বুলি সা-সম্পত্তি বুলি কুটা এগছো সাঁচিব নোৱাৰো, কিহৰ কিটো লৈ বিয়াৰ নাম লওঁ। মুখতে নুথুৱাবনে? ক'ৰবাত কেতিয়াবা লিগিৰী, নাচনীত চকু দিলেও, তাইহঁতৰ চকু আকৌ কোঁৱৰহঁতৰ ওপৰতহে। আমালৈ কেৰাহিকৈও নাচায়।

পদুমী : সেই বুলি আৰু কেৱলীয়া ভকত হৈয়ে থাকিবিনে?

মেমেধু : নাথাকো বাপেকে, বোলে এনেও কাণী, তেনেও কাণী, ভালকৈ দিওঁ, শাকত পানী। কোনোবা ডা-ডাঙৰীয়াৰ জীয়েক এজনী পলুৱাই লৈ উধাও হ'ম বহ্।

পদুমী : হেৰ' কি কলি?

মেমেধু : ধেমালি কৰিছোঁ অ'। তই আকৌ তাকে স্বৰ্গদেৱক নলগাবি। তেতিয়া এলাৰ বিহতকৈ চেলাৰ বিহহে টান হ'ব। বহ দেই পদুমী, যাওঁ।

পদুমী : যা, পিছে নাম এবাৰ শুনাই নাযাব জানো?

মেমেধু : কিনো নাম শুনাবি? বোলে—

পিয়াহত শুকালে অঠাই সমুদ্ৰ
জাৰত কঁপি মৰে জুই,
তোমাৰে মৰমত আমি পুৰি মৰো,
ক'ৰনো চকলা মুই।

(গাই গাই ওলাই যায়। পদুমীয়ে তাৰ ফালে চাই চাই অকলেই হাঁহে। ৰাজ সাজত চন্দ্ৰকান্ত আৰু লগত সত্ৰাম সোমাই আহে। পদুমী উঠি থিয় দিয়ে)

চন্দ্ৰ : পদুমী ইয়াতে আছা?

পদুমী : যাওঁ স্বৰ্গদেউ—(পদুমী ওলাই যায়। সতৰাম কাষৰ আসনত আৰু চন্দ্ৰকান্ত মাজৰ ওখ আসনত বহে।)

সতৰাম : মই আৰু ইয়ালৈ অহা এৰিমহে সখি। আজিকালি মোক সকলোৱে হাঁহে।

চন্দ্ৰ : হাঁহে? মোৰ সখি সতৰামক হাঁহে? কোনে হাঁহে মোক কোৱা, মই আজিয়ে তাৰ ঘিলা কঢ়াম। মোৰ ৰাজ্যত মোৰ সখিক হাঁহোতা কোন আছে?

সতৰাম : আছে সখি। কুকুৰাচোৱাৰ ঘৰৰ হৈ মই হেনো তোমাৰ সখি হবৰ যোগ্যাই নহওঁ। এনে অপমান সহি থকাতকৈ মই আৰু নাহোৱেই বুলি ভাবিছো।

চন্দ্ৰ : কুকুৰাচোৱাৰ ঘৰৰ হ'লো কি হ'ল। তুমি মোৰ সখি। কীৰ্তিচন্দ্ৰ দেখোন কাঁড়িৰ লৰা আছিল। তেওঁচোন চমুৱাৰ গোন্ধ নোলোৱাকৈয়ে বৰবৰুৱা হৈছিল। মযো তোমাক আজিৰ পৰা চাৰিঙীযা ফুকন পাতিলো।

সতৰাম : পিছে যদি বুঢ়াগোহাঁই দেউতা আৰু ৰাজমাও দেউতাই নামানে?

চন্দ্ৰ : ৰজাৰ কথা যি নামানে তাক মই ৰাজদ্ৰোহী বুলি ফাঁচীত দিযাম। বুঢ়াগোহাঁই, চাবা সখি এই বুঢ়াগোহাঁইক আৰু বেছি দিন মই নাৰাখো। মোক ডেকা হবলৈ নিদিযে, ৰজা হবলৈ নিদিযে—সদায় তেওঁৰ কথা মতে চলিব লাগে।

সতৰাম : পিছে ৰাইজে কেনেকৈ জানিব সখি?

চন্দ্ৰ : মই জনোৱাই দিম। আজিযেই।

সতৰাম : বাৰু সখি ইমান খৰখেদা কৰিবৰ দৰকাৰ নাই। বিষয কি ডাঙৰ কথা। মোলৈ মৰম নেৰিলেই মোক আৰু একো নালাগে।

চন্দ্ৰ : মই যাক মৰম কৰো, তলত পেলাই নথওঁ। পদ্মাৱতীক বৰকুঁৱৰী পাতিম বুলি কথা দিছো, তোমাক পাতিলো চাৰিঙীয়া ফুকন।

সতৰাম : পিছে সখি, বুঢ়াগোহাঁই মান্তি হ'ব জানো?

চন্দ্ৰ : মান্তি নহয় যদি, হয় মই ৰাজপাট এৰিম, নহয, তেওঁ বুঢ়াগোহাঁই ভাগিব। খাটাং কথা।

সতৰাম : খং খাবৰ সকাম নাই সখি। আমি এতিয়া লৰা হৈ থকা নাই।

চন্দ্ৰ : পিছে, সেই বুঢ়াগোহাঁয়ে ভাবে যে মই এতিয়াও পানী কেঁচুৱা হৈয়ে আছো। সখি মই অলপ ভিতৰৰ পৰা আহোঁ, তুমি খন্তেক বহা দেই।

[দুখোজমান গৈ চন্দ্ৰকান্ত ঘূৰি আহে। পিন্ধি থকা ৰজাৰ সাজ-পোছাক আৰু মুকুট সতৰামলৈ আগবঢ়ায়।]

চন্দ্ৰ : ধৰাচোন সখি, এইবোৰ পিন্ধি ফুৰিবলৈ বৰ গধুৰ গধুৰ লাগে।
[সতৰামে কাপোৰবোৰ লয়, চন্দ্ৰ ওলাই যায়।]

সতৰাম : পদ্মাকে দেখোন মতাই পঠালে হলহেঁতেন সখি।
[সতৰামে কাপোৰ সাজ লৈ অলপ পৰ ৰৈ থাকে। তাৰ পিছত এটা কুটিল হাঁহি মাৰে। তাৰ পিছত সিফালে ঘূৰি ৰাজ সাজ আৰু মুকুট নিজে পিন্ধে, আৰু দাপোণত নিজকে চায়। সিফালৰ পৰা বুঢ়াগোহাঁই সোমাই আহিল আৰু আঁঠু লৈ সতৰামক পিছফালৰ পৰা সেৱা কৰিলে। সতৰামে ঘূৰি চালে, লগে লগে বুঢ়াগোহাঁযো উঠিল।]

বুঢ়াগোহাঁই (খং আৰু ভৰ্ৎসনাত) সতৰাম, তই! কুকুৰাচোৱাৰ পুতেকৰ ইমান সাহ! ৰাজ সাজ পিন্ধি ধেমালি কৰিছহি। মই তোক, মই তোক শূলত দিযাম।

সতৰাম : (ভযেৰে কিন্তু শান্তভাৱে) বুঢ়াগোহাঁই ডাঙৰীয়া। আপুনিতো মোক সেৱা কৰা নাই।

বুঢ়া : তোক সেৱা কৰা নাই। তেন্তে কাক কৰিলো।

সতৰাম : আহোমৰ ৰাজমুকুট আৰু ৰাজসাজক।

বুঢ়া : তোক কোনে দিলে ইন্দ্ৰবংশী আহোমৰ সিংহাসন চুবলৈ। কোনে দিলে ৰাজসাজ পিন্ধিবলৈ। কুকুৰ-ধূলিৰ ইমান সাহ। চল পাই গললৈ জঁপিযাইছ। আজিযে, আজিযে মই ইযাৰ মূলেপাতে উঘালিম।

সতৰাম : মোক, স্বৰ্গদেৱ সখিযে চাৰিঙীয়া ফুকন পাতিলে ডাঙৰীযা।

বুঢ়া : তোক চাৰিঙীযা ফুকন? তিনি ডাঙৰীযা জীযাই থাকোতে কুকুৰচোৱাৰ পুতেক চাৰিঙীয়া ফুকন হয? মই কোন চিনি পাব? পূৰ্ণানন্দ ফুকন কোন কুটা, মই ৰজাকো ভাঙো-পাতো। পূৰ্ণানন্দৰ নাম শুনিলে বনৰ বাঘ পলায, আৰু তই আহিছ মোৰ লগত ফেৰ মাৰিবলৈ।

চন্দ্ৰকান্ত : (ভিতৰৰ পৰা চিঞৰি আহে) মই কৈছিলো নহয় সখি, (প্ৰবেশ কৰি) পদ্মাৱতীযে মোক — (বুঢ়া গোহাঁইক দেখি অপ্ৰস্তুত হৈ ৰৈ যায়।

বুঢ়া : মই স্বৰ্গদেৱক অলপ অকলে লগ পাব খোজো।

চন্দ্ৰ : সখিহে আছে। অকলেনো কিয়? কওক কি আছে—

(সতৰাম কাপোৰ-মুকুট চন্দ্ৰকান্তক দি একাষৰীয়া হয়। চন্দ্ৰকান্ত বহে।)

বুঢ়া : ৰাজ্যৰ সকলো কথাৰ ভাৰ সকলো মানুহে পাব নোৱাৰে। আনবোৰ যাওক।

চন্দ্ৰ : যাবচোন বাৰু। অ' সখিক মই চাৰিঙীয়া ফুকন পাতিছো।

বুঢ়া : আপোনাৰ লগত মোৰ ভিতৰুৱা কথা, স্বৰ্গদেউ।

চন্দ্ৰ : আৰু বেঙেনাআটিৰ পদ্মাৱতীক মই বৰকুঁৱৰী কৰিব খুজিছোঁ।

বুঢ়া : সতৰাম, তই এতিয়া যা।

সতৰাম : গলোৱেইহেঁতেন। সখিযে ৰখাই থৈছে কাৰণেহে। মই আহিলোঁ। সখি।

[সতৰাম ওলাই যায়।]

বুঢ়া : কুকুৰাচোৰাৰ লৰাৰ সাহ! সেৱা নকৰাকৈয়ে ওলাই গল। [সুৰ সলাই, ফুচুলনিৰ সুৰত] স্বৰ্গদেৱে ভালেই কৰিছে।

চন্দ্ৰ : কি ভাল কৰিছো, বুঢ়াগোহাঁই ডাঙৰীয়া?

বুঢ়া : লাহে লাহে যেতিয়া স্বৰ্গদেউ ডেকা হৈ আহিব তেতিয়া বৰকুঁৱৰী লবই লাগিব। পিছে, আহোম স্বৰ্গদেৱতো যাকে তাকে কুঁৱৰী পাতিব নোৱাৰে। যাকে তাকে বিয়য়াও পাতিব নোৱাৰে।

চন্দ্ৰ : কিয়?

বুঢ়া : আপুনি লৰা মানুহ। এইবোৰ ভাবি-চিন্তি কৰিব লগা কাম, এই পদ্মাৱতীৰ কথা যে কৈছে, তাই এজনী নাচনী ছোৱালী, এতিয়া লিগিৰী হৈছে। তাতে তাই আহোমৰ ঘৰৰো নহয়। তাইক স্বৰ্গদেৱে কুঁৱৰী কৰিব নোৱাৰে।

চন্দ্ৰ : কিয়?

বুঢ়া : সেই কাৰণেই। পদ্মাৱতীৰ নিচিনা লিগিৰীক কুঁৱৰী কৰিলে আহোম সিংহাসনৰ মান-মৰ্যাদা সকলো যাব, সেইবোৰ ভাব এৰক স্বৰ্গদেৱ। এনেয়ে প্ৰজাবোৰ বিদ্ৰোহী হৈছে, তাতে এইবোৰ কথাৰ গম পালে সিহঁতে যে কি নকৰিব ঠিক নাই।

চন্দ্ৰ : বিদ্ৰোহ কৰিব? পদ্মাৱতীক মই কুঁৱৰী কৰিলে প্ৰজাৰ বিদ্ৰোহ কৰিবৰ কি কাৰণ আছে? যদি কোনোবাই বিদ্ৰোহ কৰে, তাৰ ওভোতাই মোট চেলোৱাম, ৰজাই যি কৰে ৰজাৰ ইচ্ছা। তাত হকা-বধা কৰিবলৈ প্ৰজাৰ কি স্বত্ব আছে!

বুঢ়া : স্বৰ্গদেউ, মানুহবোৰ আগৰ নিচিনা হৈ থকা নাই। আৰু সতৰামৰ হাতত ৰাজ-সাজ, ৰাজমুকুট দিব পায়নে?

চন্দ্ৰ : মই লৈ থাকিবলৈহে দিছিলো।

বুঢ়া : পিছে দেখিলে নহয়, লৈ থাকিবলৈ দিয়া ৰাজ-সাজ সি পিন্ধি বহিল।

চন্দ্ৰ : পিন্ধি বহিল? মোৰ সাজ সতৰামে পিন্ধিলে। সতৰামক মই শূলত দিযাম বুঢ়াগোহাঁই ডাঙৰীযা । (হঠাৎ কি কৈছে উপলব্ধি কৰি) অ' সতৰামক, সতৰামক

বুঢ়া : এৰা, তাৰ দম্ভ-অতপালি দিনে দিনে বাঢ়ি গৈছে। আজি নহয় কালিলৈ সি শূলত যাবই স্বৰ্গদেউ, আপুনি চিন্তা কৰিব নালাগে। স্বৰ্গদেৱক সেৱাপু নকৰাকৈ ওলাই গল—ইমান সাহ তাৰ।

চন্দ্ৰ : মযে হাক দি দিছো। সখিযেনো নিতৌ কিয সেৱা কৰিব লাগিছে।

বুঢ়া : আপুনি লৰা মানুহ স্বৰ্গদেউ। ৰাজ্য চলোৱা বৰ কঠিন কাম। আপুনি ৰাজ্যৰ কাম মোলৈ এৰক সমযমতে আপোনাক সকলো সোধাই দিম।

চন্দ্ৰ : হয ডাঙৰীযা। আপুনি থাকে মানে মোৰ কোনো চিন্তা নাই। (এনেতে দুৱৰী, লিগিৰী সোমাই আহি সেৱা কৰে।) কি হ'ল দুৱৰী?

দুৱৰী : বুঢ়াগোহাঁই দেউতাক ৰাজমাও দেউতাই অলপ ৰবলৈ কৈছে। ৰাজামও দেউতা এই ফাললৈকে আহিছে।

বুঢ়া : ইযালৈকে কিয আহিব লাগিছে। মযে যাওঁ।

চন্দ্ৰ : মযে অলপ যাওঁ। আপোনালোকে কথা পাতক। (চন্দ্ৰ ওলাই যায। ৰাজমাও সোমাই আহে। দুৱৰী সোমাই গৈ আকৌ আহে আৰু একাষে থিয দি ৰয।)

ৰাজমাও : আজিকালি ডাঙৰীযা বাহিৰে বাহিৰেই যায়।

বুঢ়া : আজৰিযেই নাপাওঁ, ৰাজমাও দেউতা। প্ৰজাবোৰ কিবা উচাটন হৈ পৰিছে। চাৰিওপিনে চকু দিব লাগে। গাৰ মঙহেই শত্ৰু হৈছে আজিকালি।

ৰাজমাও : আপুনি থাকোতে আমাৰ কোনো ভয নাই, ডাঙৰীযা।

বুঢ়া : বুঢ়াই অকলে কি কৰিম? কিমান কৰিম? মোৱামৰীয়াহঁতৰ কঁকালহে ভাগিছে, প্ৰাণে মৰা নাই মটকহঁতে এতিয়াও মুখ টপালি আছে। আগৰ কালত ৰজাই ভয কৰিছিল ৰজালৈ, পিছে আজিকালি প্ৰজালৈহে ৰজাই ভয কৰিবলগীযাত পৰিছে।

ৰাজমাও : প্ৰজালৈনো কিহৰ ভয় ডাঙৰীয়া। মহৰীৰ তলৰ মহ সিহঁত। সিহঁতৰ আছে কিটো, মুখৰ কথাইহে সাৰ। অস্ত্ৰ-শস্ত্ৰ, ৰণুৱা-বনুৱা সকলো আমাৰ হাততহে।

বুঢা : আমাৰ হাততে সঁচা, পিছে সদায় আমাৰ হাততে ৰাখিব পৰাটোহে কথা। বিদ্ৰোহৰ নাম শুনিলে আজিকালি সকলো প্ৰজা উত্ৰাৱল হয়। ৰণুৱাবোৰো বিদ্ৰোহী হবলৈ ওলায়। কেইযালে চকু দিব?

ৰাজমাও : আপুনি থাকোতে আমাৰ কালৈকো ভয় নাই ডাঙৰীয়া। আৰু কাঁড়ী পাইকলৈ ভয় কৰিলে ৰাজ্য চলেনে?

বুঢা : অকল কাঁড়ী পাইক হোৱা হলে কথা নাছিল। বিষয়াবোৰেও বিদ্ৰোহৰ ষড়যন্ত্ৰ কৰিছে।

ৰাজমাও : কোন এনেকুৱা দেশদ্ৰোহী বিষয়া আছে, যি ষড়যন্ত্ৰ কৰিছে?

বুঢা : নাম শুনিলে জানো বিশ্বাস কৰিব? বিয়ৈ বদন—

ৰাজমাও : বদন!

বুঢা : স্বৰ্গদেউৰ সখি সতৰাম

ৰাজমাও : সতৰাম?

বুঢা : জগধৰ

ৰাজমাও : বদন, সতৰাম, জগধৰ! আপুনি কি কৈছে ডাঙৰীয়া, ইহঁতে বিদ্ৰোহ কৰিব কিয়?

বুঢা : স্বাৰ্থ, ৰাজমাও দেউতা। স্বাৰ্থৰ কাষত কোনো আপোন পৰ নাই, ইষ্ট-মিত্ৰ নাই। বাৰু, আপুনি এইবোৰ কথা চিন্তা কৰিব নালাগে।

ৰাজমাও : পিছে ডাঙৰীয়া, ঘৰুৱা বিপদহে চৰিছে। বেঙেনাআটিৰ পৰা অনা পদ্মাৱতী বোলা লিগিৰীজনীক চন্দ্ৰই কুঁৱৰী কৰো বুলিছে। মই বিমোৰত পৰিছো। তাইকো নাতঁৰালে কিবা অঘটন ঘটাইহে এৰিব যেন লাগিছে। পদুমীক মাতি আনচোন দুৱৰী।

[দুৱৰী ওলাই যায়]

পদুমীজনী যাদুকৰী ডাঙৰীয়া, চন্দ্ৰটোক বলিয়া কৰিছে।

[পদ্মাক লৈ দুৱৰীৰ প্ৰবেশ]

পদুমী : (সেৱা কৰি) মোক বিচাৰিছিল ৰাজমাও দেউতা?

ৰাজমাও : (পদ্মালৈ নোচোৱাকৈ) তোক লৈ যাবলৈ মোমায়েৰ আহিছে।

পদুমী : মোৰ দেখোন মোমাই নায়েই। কোনবা আহিছে মোমাই হৈ। স্বৰ্গদেৱে জানেনে ৰাজমাও দেউতা?

বুঢ়া : লিগিৰীৰ বাতৰি স্বৰ্গদেৱে জানিব কিয়?
পদুমী : মোক স্বৰ্গদেৱে আনিছিল, গলেও স্বৰ্গদেৱক জনাই যাব লাগিব।
ৰাজমাও : কিয়?
[চন্দ্ৰকান্ত সোমাই আহে]
চন্দ্ৰ : তুমি ক'লা নে কি পদ্মা?
ৰাজমাও : কি কথা চন্দ্ৰ?
চন্দ্ৰ : মই পদুমীক বৰকুঁৱৰী পাতিম বুলিছো।
ৰাজমাও : নাচনী পদ্মা বৰকুঁৱৰী হ'ব কেনেকৈ?
চন্দ্ৰ : মই পাতিম।
বুঢ়া : পদুমী, স্বৰ্গদেউক ফুচুলাই এইবোৰ কি কৰিছ? তোৰ কথা মই একো গম নাপাও বুলি ভাবিছনে কি?
চন্দ্ৰ : কি কথা বুঢ়াগোহাঁই ডাঙৰীয়া?
বুঢ়া : [অলপ চিন্তা কৰি] তাই নাচনী ছোৱালী, ভাও দিয়াত ওজা সতৰামৰ লগত—
পদুমী : (চিঞৰি উঠি) ডাঙৰীযা দেউতা।
বুঢ়া : মই সকলো জানো। সতৰাম নিতৌ ইয়ালৈ কেলৈ আহে? স্বৰ্গদেউৰ লগত তাৰ কি সকাম। সতৰামৰ লগত তই ৰাতি দুপৰলৈকে কিহৰ আলচ কৰ। জগতৰ চকুত ধূলি দিব পাৰ, কিন্তু এই বুঢ়া, বুঢ়াগোহাঁইক নোৱাৰিবি।
চন্দ্ৰ : সতৰাম ! সতৰামক মই হাতীৰে গচকাই মাৰিম। বিশ্বাসঘাতক। পদুমী—
পদ্মা : জগতে জানে মই নাচনী। ৰজাৰ আগতো নাচো, ৰজাৰ সখিযেকৰ আগতো নাচো। হঁহা-নচাই মোৰ কাম। স্বৰ্গদেউক ফুচুলাবৰ শক্তি মোৰ নাই, কুঁৱৰী হোৱাৰ হেঁপাহো মাৰ নাই।
ৰাজমাও : তেন্তে তই আজিযেই ইয়াৰ পৰা আঁতৰ হ।
বুঢ়া : সতৰামৰ তালৈকে যাব পাৰ।
পদুমী : দেউতা, আপুনি মোৰ পিতাতকৈও ডাঙৰ। জীয়েকক এনেদৰে অপমান কৰিলে ঈশ্বৰে নসহিব।
চন্দ্ৰ : ডাঙৰীয়া, পদ্মাই মোক ফুচুলুৱা নাই। মইহে কুঁৱৰী পাতো বুলিছো।
পদুমী : শুনক ডাঙৰীয়া।

ৰাজমাও : তোক যদি স্বৰ্গদেৱে জীযাই জীযাই জুইত পুৰি মাৰিব খোজে মান্তি হ'বি নে?

পদুমী : মোৰ সিমান দোষ থাকিলে মান্তি হ'ম। নহলে নহওঁ।

ৰাজমাও : মান্তি নহৈ কি কৰিবি?

পদুমী : হয়তো একো কৰিব নোৱাৰিম। কিন্তু মান্তি হৈ দোষ নাথাকিলে জুইত জাপ নিদিওঁ।

বুঢ়া : ৰাজ হাউলী এৰ। বৰকুঁৱৰী হোবাৰ আশাও এৰ। তোৰ ভালৰ কাৰণেই কৈছো।

পদুমী : তেন্তে মোক এতিযাই পঠিযাই দিযক দেউতা। মই নাচনী ছোৱালী। য'তে-ত'তে নাচি গাই খাম।

চন্দ্ৰ : তুমি ক'লৈ যাবা পদুমী? মই তোমাক কুঁৱৰী পাতিমেই। কাৰো কথা নুশুনো। তুমি অন্তেষপুৰলৈ যোৱা পদুমী। কোনে খেদায মই চাওঁ। মই ৰজা, মই স্বৰ্গদেউ, মই চন্দ্ৰকান্ত সিংহ।

[দুৱৰীৰ লগত পদ্মা ওলাই গ'ল]

ৰাজমাও : সকলো কাম বুজি-বাজি কৰিব লাগে চন্দ্ৰ। স্বৰ্গদেউলৈ কুঁৱৰীৰ আকাল পৰা নাই। এতিযা এইবোৰ কথা এৰি ৰাজ্যৰ কথাহে ভবা দৰকাৰ। বুঢ়াগোহাঁই ডাঙৰীযা আছে গুণেহে। তেখেত থাকোতেই সকলো শিকি-বুজি ললেহে পিছত নিযাৰিকৈ ৰাজ্য চলাব পৰা হ'ব।

চন্দ্ৰ : ডাঙৰীযাই এৰি দিযক, মই নিজেই ভালকৈ চলাব পাৰিম।

বুঢ়া : প্ৰজাবোৰে তলে তলে বিদ্ৰোহৰ ষডযন্ত্ৰ কৰিছে স্বৰ্গদেউ। কাকো বিশ্বাস কৰিব নোৱাৰি।

চন্দ্ৰ : বিদ্ৰোহ! আপুনি কি কৰে কৰক ডাঙৰীযা। প্ৰজাৰ বিদ্ৰোহলৈ মোৰ বৰ ভয লাগে।

বুঢ়া : ভয কিহৰ স্বৰ্গদেৱ। মই আছো। আপুনি ল'ৰা মানুহ।

চন্দ্ৰ : নহয, নহয, মই ল'ৰা মানুহ নহয। বেজবৰুৱাই কৈছে আৰু দহ দিনৰ মূৰত—

ৰাজমাও : ৰাজ্য চলাবলৈ বযসত ডেকা হলেই নহয, জ্ঞান বুদ্ধিতো হ'ব লাগে।

চন্দ্ৰ : মই সেইবোৰ একো নামানো। মই ৰজা, মোৰ যি ইচ্ছা তাকে কৰিম। পদ্মাক মই বৰকুঁৱৰী কৰিমেই। (সোমাই গ'ল।)

ৰাজমাও : একেবাৰে অবুজ হৈ আছে, ডাঙৰীয়া।

বুঢ়া : সতৰাম আৰু পদুমীক আঁতৰালে সকলো ঠিক হৈ যাব, আৰু সিহঁতনো কিমান পানীৰ মাছ। আপুনি কোনো চিন্তা নকৰিব ৰাজমাও দেউতা, মই আছো

(ধীৰে পট।)

# দ্বিতীয় দৃশ্য

[ৰাতি, এজোপা ডাঙৰ গছৰ তল। ঠাইখন নিজান। সতৰাম অকলে—ইফালে-সিফালে চাই থাকে। জগধৰ সোমাই আহিছিল। সতৰামৰ সমবয়সীয়া।]

সতৰাম : ইমানপৰ কৰিলি যে জগধৰ?

জগধৰ : চৰিযাই-পৰীযাই গোটেইখন বেৰি আছে। এইখন যেন ৰজাৰ নগৰ নহয়, খেৰালী জালহে। ভয়েই লাগে।

সতৰাম : হেৰ' ইমানটো ভয় হলে চলিব নে? মতা জনম লৈ আমাৰ জয়মতী দেশখনত ইমানটো ভয়লৈ জীযাই থকাতকৈ মৰি যোৱাই ভাল। মই কৈছো নহয়—আহ আমি সকলো প্ৰজা লগ লাগো, ৰজা বুঢ়াগোহাঁই ক'লৈ উফৰি পৰে চা। ৰজা-বুঢ়াগোহাঁইৰ ভয়ত এনেকৈ কুকুৰ-মেকুৰী থকা দি কোঁচ খাই থকাতকৈ মৰাও ভাল।

জগধৰ : তোৰ সমান সাহ মোৰ নাই। ৰজা ৰজাই, প্ৰজা প্ৰজাই। তই যে ৰজা হ'ব খোজ, তোৰ গাত জানো ৰজাৰ তেজ আছে। তোৰ জানো চোমদেউ, হেংদাং আছে? বাপেৰে কুকুৰাচোৱাৰ বিষয়খন খাইছে, সেয়ে বহুত। তই ৰজা হ'ব খুজিলেই হ'লনে?

সতৰাম : মোৰ ৰজা হোৱাৰ লোভো নাই, হেঁপাহো নাই। কিন্তু মই কৈছো ময়ো ৰজা হবৰ যোগ্য। তয়ো ৰজা হ'বৰ যোগ্য। আজি বাৰু চন্দ্ৰকান্ত

আৰু পূৰ্ণানন্দই তোৰ মোৰ হাতত ৰাজ্য এৰি দিযক, চাবি আমি এতিয়াতকৈ বহুত ভাল চলাম।

জগধৰ : তই বলিযা হৈছ সতাই। স্বৰ্গদেউ ঈশ্বৰ আৰু বুঢ়াগোঁহাই ডাঙৰীযাৰ নাম কঢ়াৰ গম পালে কিন্তু ভাল নহব।

সতৰাম : তই দূৰৰ পৰা দেখিছ জগ, মই সিঁহতক ওচৰৰ পৰা দেখিছো। স্বৰ্গদেউ স্বৰ্গৰ দেৱতা নহয, তোৰ মোৰ দৰেই মাটিৰ মানুহ। আৰু পূৰ্ণানন্দ—বহুত বুঢ়াগোহাঁই হ'ল, কিন্তু এনেকুৱা স্বাৰ্থপৰ, নিষ্ঠুৰ, আপোনপেটিযা, অত্যাচাৰী বুঢ়াগোহাঁই আৰু কাহানিও হোৱা নাছিল।

জগধৰ : হেৰ, ৰাজ নগৰৰ মাজত কি বলিযা বকিছ? এইবোৰ দ্ৰোহীযা কথা কেনেবাকৈ কোনোবাই গম পাবলৈ হ'লে।

সতৰাম : কি কৰিব ? সতৰামে ভয কোনো দিন শিকা নাই। শিযালৰ গাঁতত থাকিলেও সতৰাম শিযাল নহয। বাৰু কচোন বাতৰি।

জগধৰ : বাতৰি কি ক'ম? কবলৈ ভযো লাগে, দুখো লাগে। ৰজা থাকিও দেশখন অৰাজক হ'ল। বুঢ়াগোহাঁই জানিবা মন্ত্ৰী নহয, চাওডাং বৰুৱাহে। প্ৰজাৰ শান্তি নাই। ৰাইজৰ মনত ৰং ধেমলি নোহোৱা হ'ল। সকলোৱে যেন বলি-শালত সোমাই মৰণলৈহে পৰ দি আছে।

সতৰাম : তযো বুজিছ, তেনেহলে?

জগধৰ : অকল মযে নে? উজনিৰ পৰা ভাটিলৈ সকলোৱে বুজিছে। কিন্তু বুজিলেই বা কি হ'ব? আমাৰ অদৃষ্টই বেযা।

সতৰাম : অদৃষ্টৰ কথা মোক নকবি জগধৰ, তিৰোতাইহে অদৃষ্টৰ কথা কয। দেশত অৰাজকতা হৈছে, উৎপীড়ন হৈছে, অন্যায হৈছে। দেশৰ প্ৰজাই হাড়ে হাড়ে সেই কথা বুজিছে। এতিযা সকলো প্ৰজাকে মাথোন এষাৰ কথা বুজাই দিব লাগে যে কোনো অত্যাচাৰীৰে ৰজা হবৰ অধিকাৰ নাই। অক্ষম, অনুপযুক্তৰ ৰাজ্যভাৰ গ্ৰহণৰ কোনো স্বত্ব নাই। স্বৰ্গদেৱক হাতত ৰাখি আজি মদ্‌গৰ্ৱী পৰশ্ৰীকাতৰ পূৰ্ণানন্দই যি মন যায, তাকে কৰিছে। ভাবিছে বাধা দিওতা কোনো নাই।

জগধৰ : কোনেনো বাধা দিব?

সতৰাম : ৰাইজে পাতিছে কাৰণে ৰজা। ৰাইজে মানিছে কাৰণে বুঢ়াগোহাঁই। যি ৰাইজে ৰজা পাতিব পাৰে, সেই ৰাইজেই ভাঙিবও পাৰে।

বুঢ়াগোহাঁযো মানুহ, ঈশ্বৰ নহয়। যি ৰাইজে ৰজা পাতিব পাৰে, সেই ৰাইজেই ৰজা ভাঙিবও পাৰে জগধৰ।

জগধৰ : কিন্তু তাৰ কাৰণে ৰাইজৰ বুদ্ধি বা শক্তি আছে জানো? তোৰেই জানো সেই সাহ আছে?

সতৰাম : মই কুকুৰাচোৱা ভূতৰ পুতেক সতৰাম। বুদ্ধি মোৰ নাথাকিব পাৰে ভয় কিন্তু নাই। (বাহিৰলৈ চাই) কোন অ'?

জগধৰ : কোনোবা চোৰাংচোৱাও হ'ব পাৰে। কোন যে আপোন কোন যে পৰ আজিকালি চিনাই টান হৈ পৰিছে।

[জাতিৰাম সোমাই আহিল]

সতৰাম : হেৰ' চাবি। চোৰাংচোৱাৰ বেহানি কৰোতে কাৰোবাৰ যাঠিৰ খোচত ধাতুটো যাব।

জাতিৰাম : চোৰাংচোৱালি কৰিবলৈ অহা নাই, এই ৰাতিখন। ৰজা বুঢ়াগোহাঁইৰ কিনো চৰিযাৰ নাটনি পৰিছে, যে আমাক লগাব? সকামতহে আহিলো। বছা গাবঁলৈ গৈছিলোঁ।

সতৰাম : ওঁ।

জাতিৰাম : মোৱামৰীযাৰ ৰণত বুঢ়াগোহাঁইৰ ফালে নোহোৱাৰ কাৰণে তাৰ প্ৰজাবোৰক বৰ অত্যাচাৰ কৰিছে। মানুহবোৰ বলিযা হোৱাদি হৈছে। চল পালেই আকৌ বিদ্ৰোহ কৰিব হেন পালো।

জগধৰ : পিছে বিদ্ৰোহ কৰিলে জিকিব জানো ? সিবাৰেই দেখোন মূৰ পাতি লাগিছিল, পিছে বুঢ়াগোহাঁইহে জিকিল।

সতৰাম : সকলোৰে নিয়ম আছে। বিদ্ৰোহ কৰাৰো নিয়ম আছে। মোৱামৰীযাইঁতে ভুল কৰিলে। ৰজাঘৰীয়াৰ অত্যাচাৰ অকল সিহঁতৰ ওপৰতেই হৈছে বুলি সিহঁত অকলৈ যুঁজিবলৈ ওলাল। সেযেহে ৰজাঘৰ জিকিল। সিহঁতে যদি লগত অন্য প্ৰজাকো ললেহেঁতেন অত্যাচাৰী ৰজা-মন্ত্ৰী উফৰি পৰিলহেঁতেন।

জাতিৰাম : এতিযা পিছে সিহঁতে কথাটো বুজিছে। বুজিযে যে মাউখে উজালে গুৰি পৰুৱাৰো মৰণ নাই।

সতৰাম : বিনা দোষত, অকাৰণ সন্দেহত নিৰ্দোষী মানুহৰ প্ৰাণ বধ কৰা, শাস্তি দিয়া, সাধাৰণ কথা হৈ পৰিছে। বৈৰুৱৰক বলিৰ তেজৰ ফোঁট দিলে যদি অপমান হয, প্ৰজাক আঁঠু নমাই চুৰিযা দিন্ধিবলৈ নিদিয়াত জানো

একে অপমানেই নহয়? আমি প্ৰজাবোৰে যেন মাটিত আঁঠু লৈ জীৱন কটাবলৈকে জন্ম ললো।

জগধৰ : এৰা, এইবোৰ শেষ হ'বৰ হ'ল আৰু।

সতৰাম : শেষ হ'বৰ হ'ল — কাহানিবাই শেষ হ'বৰ হ'ল। পিছে এইবোৰ আপুনি নাযায়। যোৱাব লাগিব। তাৰ কাৰণেই আমি সাজু হ'ব লাগে।

জগধৰ : ঘিণাই ফুকনো এইফালৰ পৰা আহিব পাৰে। কথাবোৰ অলপ চাই চিতি কৰিচোন।

জগৰাম : এৰা ঘিণাই ফুকনৰ পেট পাবলৈ টান। পিছে বুঢ়াগোহাঁইক যে ভাল নাপায় সেইটো ধ্ৰুৱ।

সতৰাম : মই জানো ফুকনে প্ৰজাকো ভাল পায়।

জগধৰ : এৰা, ফুকনো আমাৰ লগ হোৱা হ'লে। পিছে ফুকনে জানো আমাৰ লগ লাগি বিদ্ৰোহ কৰিব ?

সতৰাম : যদি বদনে সাধাৰণ অসমীয়া প্ৰজাক ভাল পায়, যদি সিহঁতক মুক্তি দিব খোজে, বদনো আমাৰ লগ লাগিব। আমিতো দেশদ্ৰোহী নহওঁ, আমি ৰাজদ্ৰোহী। নিজৰ স্বাৰ্থত নহয়, প্ৰজাৰ স্বাৰ্থত। দেশক আমি ভাল পাওঁ। দেশৰ মানুহক আমি ভাল পাওঁ। আমি শান্তিত থাকিবলৈ বিচাৰো। সন্মানত থাকিবলৈ বিচাৰো। সেই কাৰণেই দেশৰ নিৰীহ প্ৰজাক অত্যাচাৰী ৰাজ-শাসনৰ পৰা মুক্ত কৰিবলৈ বিচাৰিছো। আমি দেশদ্ৰোহী হ'ম—যদি জানি-শুনিও আমি প্ৰজাৰ উদ্ধাৰৰ কাৰণে একোকে নকৰি বহি থাকো। আমি ৰাজদ্ৰোহী হব পাৰো, কিন্তু দেশদ্ৰোহী কেতিয়াও নহওঁ। মই আহো বাৰু, কাম আছে।

জগধৰ : আমিও যাওঁহে [সতৰামৰ প্ৰস্থান]
কি ভাবিছ জাতিৰাম?

জাতিৰাম : মই একোকে বুজিব পৰা নাই অ'—
[বদনৰ প্ৰবেশ। লগত আৰু এটা ডেকা—যদু]

জগধৰ : ফুকন দেউতা দেখোন। ৰাতিখন ক'ৰ পৰা আহিলা নো?

বদন : তহঁতনো ইয়াত কি কৰিছ ৰাতিখন?

জাতিৰাম : সতৰামক লগ পাই দুআষাৰ কথা পাতিলো।

বদন : অ' সতৰামৰ লগত তেনে তহঁতো আছ?

জাতিৰাম : মই নাই। ই'হে

বদন : ভয় খাব নালাগে। মই সকলো কথাৰ ভু ৰাখিছো।

জগধৰ : হয় ফুকন দেউতা, আমি জানো। কিন্তু সতৰামে যি কৰিব খুজিছে, আপুনি—

বদন : মই জানো। সতৰামে ঠিকেই বুজিছে। দিনে দিনে পূৰ্ণানন্দৰ স্বেচ্ছাচাৰিতা বাঢ়ি গৈছে। প্ৰজাৰ অশান্তিৰ মাত্ৰা চৰিছে, ৰজাৰ দুৰ্বলতা বাঢ়িছে, দুৰ্নীতি দুৰ্বিচাৰে দেশখন চানি পেলাইছে।

জগধৰ : আপোনালোকেও তেন্তে ৰাইজৰ দুৰ্দশাৰ কথা বুজিছে ফুকন দেউ। আমি ভাবিছিলো ডা-ডাঙৰীয়াসকলে সেইবোৰ বুজি নাপায়।

বদন : বুজি পাওঁ। ৰাইজৰ ওপৰতেইতো আমি ডাঙৰীয়া। নুবুজিম কিয়? ৰাইজৰ ৰাজভক্তি আজিও অটুট আছে। আহোমৰ সাতাম পুৰুষীয়া সিংহাসনক, হেংডাঙক, ৰাইজে আজিও শ্ৰদ্ধা কৰে, ভক্তি কৰে।

জাতিৰাম : কৰোতা দেউতা।

বদন : আৰু তাৰেই সুযোগ লৈ আজি পূৰ্ণানন্দই অবাধে ৰাজত্ব কৰি গৈছে। নিজৰ ভাই-ভতিজা সকলোকে ডা-ডাঙৰীয়া পাতিছে।

জগধৰ : আৰু আগৰ বিষয়াসকলকো হাতত ৰখাৰ উপায় বুঢ়াগোহাঁয়ে জানে।

বদন : নিশ্চয় জানে পূৰ্ণানন্দৰ বুদ্ধি বিচক্ষণ ৰাজনীতিজ্ঞান অসীম, কূটবুদ্ধিও অতুলনীয়, কেতিয়া কি কৰিব লাগে জানে।

জগধৰ : নাজানিলে তিনিজনকৈ ৰজা ভঙাপতা কৰিলেহেঁতেন কেনেকৈ? দেশখন চলেৰে হওক, বলেৰে হওক, ইমান নিয়াৰিকৈ চলালে— হঁতেন কেনেকৈ?

বদন : বুঢ়াগোহাঁয়ে সকলো জানে, মাত্ৰ নেজানে এষাৰ কথা।

জাতিৰাম : কি কথা ডাঙৰীয়া?

বদন : বুঢ়াগোহাঁয়ে নাজানে দেশৰ সোঁত কোনফালে বৈছে নেজানে অত্যাচাৰৰ ওপৰত অত্যাচাৰ জাপি গলে প্ৰজাই কি কৰে, নাজানে যে বাহিৰে শান্তি থাকিলেও ভিতৰি ভিতৰি প্ৰজাৰ মাজত বিদ্ৰোহৰ জুই-মাই জ্বলি উঠিছে। সাতামপুৰুষীয়া অসমৰ নিকা মজিয়াত বিদেশী বগা বঙালক আনি সুমুৱাৰ ফলত দেশৰ জাত গৈছে।

জাতিৰাম : ৰাইজে যদি বিদ্ৰোহকে কৰে আপুনি কি কৰিব ফুকন ডাঙৰীয়া

বদন : ৰাইজে বিদ্ৰোহ কৰিব? ৰাইজে বিদ্ৰোহ কৰিব ?
ৰাইজে দুখ ভুগিব জানে, ভাগ্যক [illegible]হেহে।
ওচৰত নতজানু হৈ আছে [মেমেধুৰ প্ৰস্থান]
বিদ্ৰোহ কৰিব সুখী দেখিছো।

জগধৰ : মোৱামৰীয়া সকলেতো বিদ্ৰোহ কৰিছিল।

বদন : কৰিছিল, কিন্তু কি লাভ হ'ল। এক বুঢ়াগোহাঁয়ে মোৱামৰীয়াৰ বিদ্ৰোহী শক্তিক মষিমূৰ কৰি পেলালে। মোৰ অসমলৈ বগা বঙাল অহাৰ বাট মুকলি কৰি দিলে। অ' মই যাওঁ। বাটৰ বাটৰুৱাক এইবোৰ কথা কৈ কি হ'ব? কিন্তু দেশৰ কোনোৱে এই কথাবোৰ বুজিবৰ অকণো চেষ্টা নকৰে নুবুজাকৈ কৰিলে কোনো কাম নিসিজে।

জগধৰ : আমাক বাটৰ বাটৰুৱা বুলি নধৰিব ফুকনদেৱ, আমাক আপুনি বিশ্বাস কৰিব পাৰে?

বদন : বিশ্বাস? নিজক বুজি নোপোৱা এই প্ৰজা দলৰ ওপৰত মোৰ কোনো বিশ্বাস নাই।

জাতিৰাম : কিয়?

বদন : প্ৰজাৰ শক্তিৰ ওপৰত মোৰ বিশ্বাস আছে, কিন্তু সিহঁতৰ সঙ্কল্পৰ ওপৰত মোৰ কোনো আস্থা নাই। অজ্ঞ অশিক্ষিত, দৰিদ্ৰ এদল বোবা প্ৰজাৰ ওপৰত বিশ্বাস কৰি কি লাভ হ'ব? বিদ্ৰোহ কৰিব লাগিলে মই অকলেই কৰিম, ৰাজহাড় নোহোৱা এদল প্ৰজাৰ ওপৰত নিৰ্ভৰ কৰি কি লাভ হ'ব? আমাৰ প্ৰজা সোঁতৰ কচু, শক্তিৰ ওচৰত সদায় আঁঠু লয়। যাওঁ বল যদু—

জগধৰ : কিন্তু যদি প্ৰজাই বিদ্ৰোহৰ আয়োজন কৰে আৰু আপোনাক দলপতি পাতিব খোজে?

বদন : প্ৰজাই বিদ্ৰোহ কৰিব, এনে কোন প্ৰজা আছে যি বিদ্ৰোহ কৰিব, বিদ্ৰোহৰ আয়োজন কৰি মোক বিচাৰিব?

জগধৰ : যদি মই কৰো, যদি স্বৰ্গদেৱৰ সখি সতৰামে কৰে, যদি জাতিৰামে কৰে, যদি পদ্মাৱতীয়ে কৰে—

জাতিৰাম : মই, মইনো কি সেইবোৰ কৰিম?

বদন : সতৰামৰ কথা মই ভাবিছিলো। সৰাটোৰ সাহ-বুদ্ধি আছে, কিন্তু প্ৰজাই তাৰ নেতৃত্ব মানিব জানো? ইতো' সাধাৰণ নেতৃত্ব নহয়। ৰাজদ্ৰোহৰ নেতৃত্ব।

...ামে সেই কথা জানে। সেই কাৰণে সি আপোনালোকৰ ...মা বিচাৰিছে।

...কৌ বিদ্ৰোহ কৰিবৰ হেঁপাহ হল কিয়?

জগধৰ : ৰজাৰ সখি হৈয়ো সতৰাম সুখী নহয়। প্ৰজাবোৰ দুখে-বেজাৰে চেপা খাই থাকিব আৰু সিহঁতৰে এজন হৈ সতৰাম ৰজাৰ সখি হৈ থাকিব, সেইটোত সতৰাম সুখী নহয।

[হাতত জোৰ এডাল লৈ মেমেধুৰ প্ৰবেশ]

মেমেধু : আও কোণ অ' সেইটো দেউতাসকল দেখোন, ৰাতিখন বা ইয়াত কিয গোট খালে? বোলে—

জাতিৰাম : তইনো কলৈ যাব মেমেধু, জোৰ বত্তি লগাই গুলালি দেখোন।

মেমেধু : বোপাইৰ দিনৰ ধাতু এটা, আন্ধাৰে মুন্ধাৰে আহো, দিয়ক কোনোবাই যাঠিৰ খোচ মাৰি—তেতিয়া মেমেধুৰ পটং। ধাতুটো গলে মোৰ জীযাই থকাই মিছা।

জগধৰ : তোক আকৌ যাঠিৰে খুচি মাৰিব কিয?

মেমেধু : এঃ আজিকালি দিনত কাক ক'ত কোনে খুচি মাৰে কি নিচয আছে। এই জাতিৰামেই ঘূৰি লৈ যদি দেডতাসকলৰ এজনলৈকে যাঠিডাল মাৰি পঠিয়ায, কি কৰিব?

বোলে : ৰজাও নিচিনি, মন্ত্ৰীও নিচিনি,
নিচিনি সোদৰৰ ভাই।
পেটৰ ভিতৰত কেচুকৈ কুমটি
সিহঁতেও কামুৰি খায়।

[জগধৰ, জাতিৰাম আৰু যদুৱে হাঁহে। বদন গহীন হৈ থাকে]

জগধৰ : পিছে তই ৰণ কৰিব পাৰিবি নে?

মেমেধু : ঐ আই ৰণনো লাগিছে ক'ত?

জাতিৰাম : নাই লগা, পিছে যদিহে লাগে?

মেমেধু : ৰণ লাগে যদি বাতৰি দিব, তেতিয়া লৰি আহিম। ৰাইজখন যদি মৰে, মেমেধু জীয়াই থাকিনো কি ৰাজপাটখন খাব। বোলেঃ —
বোপাই মৰি গলে আইয়ে কান্দিব
আই মৰিলে কান্দিব পুত।
আমি মৰি গলে কোনেনো কান্দিব
হুমগৈ ডলুৱা ভূত।
পিছে দেউতাসকল আহোহে।

[মেমেধুৰ প্ৰস্থান]

জগধৰ : ইয়েই সুখী দেখিছো।

বদন : সুখী, কিন্তু সুখকণ কাঢ়ি নিযে বুলি সদায় ভয়। সিও বুজিছে দেশৰ সোঁত কোন ফালে বৈছে। প্ৰজাই মুক্তি বিচাৰে, শান্তি বিচাৰে, সকলোৱে বুজে, নুবুজে মাত্ৰ পূৰ্ণানন্দই। কিন্তু—

জগধৰ : কওক ফুকনদেৱ—

বদন : বুঢ়াগোহাঁই অবিবেচক হ'ব পাৰে, তথাপি তেওঁ বয়োবৃদ্ধ বুঢ়াগোহাঁই স্বাৰ্থপৰ হ'ব পাৰে, তথাপি শিয়ান, শক্তিৰ লোভী হ'ব পাৰে, তথাপি ৰজাক এতিয়াও স্বৰ্গদেউ বুলি মানে।

জাতিৰাম : কিন্তু আপোনাকোতো প্ৰজাই ভাল পায়?

বদন : প্ৰজাই ভাল পায়, কিন্তু প্ৰজাৰ ভাল পোৱাৰ কি মূল্য আছে। যি প্ৰজাই মোক ভাল পায়, সেই প্ৰজাযেই মোৰ বিঁয়ে পূৰ্ণানন্দকো ভাল পায়। যি প্ৰজাযেই হয়তো মই মাতিলে ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ ওলাব, সেই প্ৰজাযেই বুঢ়াগোহাঁযে ক'লে মোৰ বিৰুদ্ধে যুদ্ধ কৰিব।

জগধৰ : তেন্তে প্ৰজাৰ ওপৰত আপোনাৰ আস্থা নাই?

বদন : নাই, মই নিজৰ বাহিৰে কাকো বিশ্বাস নকৰোঁ।

জগধৰ : কিন্তু ডাঙৰীযা, আপুনি যদি একান্তভাৱে বিশ্বাস কৰে যে প্ৰজাৰ এই দুৰ্গতিৰ ওৰ পেলোৱাৰ দাযিত্ব আপোনাৰ, তেতিযাও আপুনি একো নকৰিব নে?

বদন : ভাবি চাব লাগিব। প্ৰজাই যদি মোক বিচাৰে, মই প্ৰজাৰ ওচৰলৈ নগৈ নোৱাৰোঁ। পিছে সকলো লাহে-ধীৰেহে হ'ব। আৰু আলিবাটত থিয় হৈ এইবোৰ কথা পাতিবলগীয়া নহয়।

জগধৰ : ক্ষমা কৰিব। ডাঙৰীয়াক লগ পালো কাৰণেই দুআষাৰ কথা কলো। আপুনি যদি আমাৰ লগ লাগে, আমি ৰাইজৰ হকে যেই কোনো কাম কৰিবলৈ সাজু আছো।

বদন : ভাবি চাব লাগিব। বুঢ়াগোহাঁই বিযাগোম গছ। সৰুসুৰা বতাহে লৰাবই নোৱাৰে, উঘলা দূৰৰ কথা। ধুমুহাৰ দৰকাৰ বুজিছা, বাৰু থাকাহঁক, আহ যদু।

জগধৰ : আমি কিন্তু আপোনাৰ ওপৰত বহুত আশা কৰিছো।

বদন : [ঘূৰি] মই ৰাজবিষযা একেজাঁপে তোমালোকৰ লগ লাগিব নোৱাৰোঁ, মই বুঢ়াগোহাঁইকো বিশ্বাস নকৰোঁ, তোমালোককো একে দিনাই বিশ্বাস কৰি উঠিব নোৱাৰোঁ।

জগধৰ : বুঢ়াগোহাঁইক বিশ্বাস নকৰিলেও কিন্তু আপুনি আমাক সাধাৰণ প্ৰজাক বিশ্বাস কৰিব লাগিব ডাঙৰীযা। আপুনি ৰাইজৰ লগ এৰিব নোৱাৰে।

(বদনৰ প্ৰস্থান)

জাতিৰাম : বদন আমাৰ লগ কেতিয়াও নালাগে। ইমান কৈয়ো কিবা বুজিব পাৰিলি জানো? কাকো পেটৰ কথা নকয় বদনে। পিছে যাওঁ ব'ল। কোনেবা ক'ত কাণ দি আছে।

জগধৰ : এৰা, ব'ল মোৰো পলম হৈ গৈছে। বদনক লগত লব পৰা হ'লে কিন্তু আমাৰ দল আৰু বাঢ়িলহেঁতেন।

(দুয়োৰো প্ৰস্থান। অলপ পিছত সতৰাম আৰু পদুমী সোমাই আহিল। পদুমীৰ মুখত ভয়ৰ চিন।)

সতৰাম : অ' জগধৰহঁত গল। পিছে পদুমী ইয়ালৈ আহিবলৈ ভয় নালাগিল নে?

পদুমী : ভয়তো লাগেই। পিছে পলাই আহিছো। সোনকালে ঘূৰি যাব লাগিব। নহলে স্বৰ্গদেৱে বিচাৰিব পাৰে।

সতৰাম : ৰাতিও তোমাক স্বৰ্গদেৱে বিচাৰে নে?

পদুমী : অপমানৰ ওপৰত আৰু আঘাত নকৰিবা বডাদেউ। বলিশালত মূৰ পাতি আছো। চলাহী কথাৰে অতদিন স্বৰ্গদেৱৰ পৰা নিজক সৰুৱাই ৰাখিছো। কিন্তু ক্ৰমে সিও অসম্ভৱ হৈ উঠিছে?

সতৰাম : তোমাৰ নিজৰ ওপৰত বিশ্বাস আছেতো, নে তাকো হেৰুৱাইছা?

পদুমী : নিজৰ ওপৰত বিশ্বাস আছে কাৰণেই এতিয়াও নাচি গাই জীয়াই আছো। কিন্তু—

সতৰাম : কোৱা।

পদুমী : (অলপ সৰুকৈ) ৰাজামও আৰু বুঢ়াগোহাঁইৰ চকু মোৰ ওপৰত পৰিছে। মোক কুঁৱৰী পাতিম বোলাৰ পৰা দুয়ো মোৰ ওপৰত খড়গহস্ত দুৱৰী মোৰ ওপৰত চোৰাংচোৱা মেলিছে।

সতৰাম : ওঁ।

পদুমী : আৰু আপোনালোকৰ লগৰে কোনোবা এজনকো তলে তলে হাত কৰি সকলো সম্ভেদ ডাঁৰে ডাঁৰে লৈ আছে।

সতৰাম : আমাৰ ভিতৰৰ কাক?

পদুমী : এতিয়াও মই গম ধৰিব পৰা নাই। পিছে ৰাজমাও আৰু বুঢ়াগোহাঁয়ে যিবোৰ কথা পাতে সেইবোৰৰ পৰা তেনেকুৱাই অনুমান হয়।

সতৰাম : বাৰু সেইবাবে ভয় নাখাবা, মোৰ লগৰীযাহঁতে বিশ্বাসঘাতকতা নকৰে।

পদুমী : সকলোকে বিশ্বাস নকৰিব বডাদেউ। ৰজাৰ অনুগ্ৰহলৈ আশা পালি থকা মানুহৰ ওপৰত কোনো সজাত নাই।

সতৰাম : সকলো বুজো পদুমী। ৰজাক অবিশ্বাস কৰিব পাৰো, মন্ত্ৰীক অবিশ্বাস কৰিব পাৰো, কিন্তু ৰাইজক অবিশ্বাস কৰিম কেনেকৈ?

পদুমী : স্বৰ্গদেউক মই একো নুবুজো বডাদেউ।

সতৰাম : বুজিব লগীযা একো নাই।

পদুমী : তেওঁ যে আপোনাৰ সখি।

সতৰাম : এৰা পদ্মা, চন্দ্ৰকান্ত মোৰ সখি, বন্ধু। বন্ধুক বিশ্বাসঘাতকতা কৰা পাপ। কিন্তু বন্ধু যেতিযা অত্যাচাৰীৰ হাতৰ পুতলা হয, ৰাইজৰ দুখৰ কাৰণ হয, তেতিযা বন্ধুৰ বিৰুদ্ধে নুঠাটোও পাপ। বহুত ভাবিছো। কিন্তু এটা বাটকেই মই দেখা পাইছো— ৰাইজৰ হাজাৰ- হাজাৰ প্ৰজাৰ মুক্তি আৰু শান্তিৰ কাৰণে প্ৰযোজন হলে মই বন্ধুকো বিনাশ কৰিব লাগিব।

পদুমী : মই কিন্তু স্বৰ্গদেউক ঘৃণা কৰো। চন্দ্ৰকান্ত লৰা হৈ থকা নাই। ডেকা হৈছে। ৰজা চৰিত্ৰহীন হ'লে ৰাজ্য চলিব কেনেকৈ? মই জানো চন্দ্ৰকান্তক মই নচুৱাব পাৰো। এনেকুৱা লেউসেউ, অপদাৰ্থ, কামুক পুৰুষক ৰজা হলেও কোনো তিৰোতাই শ্ৰদ্ধা কৰিব নোৱাৰে। তথাপি বডাদেউ—

সতৰাম : ওঁ?

পদুমা : ঘিণ কৰো যদিও, দুৰ্বল কাৰণেই স্বৰ্গদেউলৈ মোৰ পুতৌ হয, বেযা লাগে। বুদ্ধি বিবেচনাত স্বৰ্গদেউ একেবাৰে ল'ৰা। ৰজা নোহোৱা হ'লে স্বৰ্গদেউক হযতো ঘিণ নকৰিলেও চলিলহেঁতেন।

সতৰাম : মোৰো সেই দুৰ্বলতা আছে পদ্মা। মই সখিক ঘিণ কৰিব নোৱাৰো, বেয়া পাবও নোৱাৰো। কিন্তু অত্যাচাৰ, দুৰ্বিচাৰৰ প্ৰতিনিধি হিচাপে মই ভাবো মই সখিৰ শত্ৰু হোৱা উচিত। সখিৰ প্ৰতি কৰ্তব্য মোৰ আছে, কিন্তু দেশৰ প্ৰতি কৰ্তব্যকোতো অৱহেলা কৰিব নোৱাৰো। আৰু সখিক বিশ্বাস কৰিলেও ৰজাক মই বিশ্বাস কৰিব নোৱাৰো। চন্দ্ৰকান্ত ৰজা। সেই দেখি পদ্মা—

পদুমী : আজ্ঞা কৰক—

সতৰাম : তুমি নাচনী, এতিয়াও তুমি নাচিব লাগিব।

পদুমী : নাচিব লাগিব? সেইটোনো কি টান কথা।

সতৰাম : কিন্তু যেই সেই নাচ হ'লে নহ'ব। ৰাইজৰ গাত দেওধনি লাগিছে। তুমি আৰু মই ক'ত আছো জানা?

পদুমী : আপোনাৰ কথা মই বুজিব পৰা নাই।

সতৰাম : আমি বৈ আছো জুই লগা এখন শুকান বিৰিঙাণিৰ মাজত। চাৰিওফালৰ পৰা জুই জিভা মেলি লক্‌লকাই আহিছে। এই জুইত জাঁপ দি পৰাৰ বাহিৰে অন্য পথ আমাৰ নাই। পাৰিবা?

পদুমী : মই সীতা-সাবিত্ৰী নহওঁ, অগ্নি পৰীক্ষা দি সতী বোলাবৰ সৌভাগ্য মোৰ নাই। কিন্তু যি কুৰা জুইৰ মাজত মই আছো, সেই কুৰা জুয়ে মোক পুৰিব পৰা নাই। সেই কাৰণে নাচিবলৈ মোৰ ভয় নাই।

সতৰাম : পদ্মা, তুমি স্বৰ্গদেৱৰ লগত আৰু বেছি মিতিৰালি কৰিব লাগিব।

পদুমী : তাৰ পিছত?

সতৰাম : ৰাজমাও আৰু বুঢ়াগোহাঁয়ে স্বৰ্গদেৱক কি কয় উলিযাব লাগিব।

পদুমী : তাৰ পিছত?

সতৰাম : সেই বাতৰি মোক দিব লাগিব।

পদুমী : (হাঁহি) নাচনী পদুমীৰ নোৱৰা কাম একো নাই।

সতৰাম : কিন্তু তুমি সাৱধান হ'ব লাগিব।

পদুমী : পিছে মোতকৈ আপোনাৰহে বেছি সাৱধান হোৱা দৰকাৰ। মই জালৰ ভিতৰত আছো, মোলৈ ভয় ক'ম। আপুনি জালৰ বাহিৰত আছে। আপোনাক পেলাবলৈহে যত্ন কৰিব।

সতৰাম : মই জালত পৰিলেও জাল ফালিব জানো, মই জাল দেখা বৰালি। পদ্মা, মই কিছুদিন আঁতৰি থাকিব লাগিব কিজানি—

পদুমী : কিমান দিন?

সতৰাম : ক'ব নোৱাৰো, হয়তো পষেক বা কুৰি দিন হ'ব।
(দূৰত জোৰৰ পোহৰ দেখা যায়)
কোনোবা আহিছে হ'বলা, পদ্মা—

পদ্মা : মই আপোনাৰ ছাঁতে লুকাম, ভয় নাই।
(সতৰামৰ চকুলৈ চাই পদুমীয়ে হাঁহে)

[ধীৰে পট]

# তৃতীয় দৃশ্য

[বুঢ়াগোহাঁইৰ বাহিৰ চ'ৰা। আসন আদি পৰা আছে।
বুঢ়াগোহাঁই পৰ্বতীয়া ফুকন আৰু হাতীবৰুৱাই
কথা পাতি আছে। শৰাই, তামোলৰ
বটা আদি সজোৱা।]

বুঢ়াগোহাঁই : পৰ্বতীয়া ফুকন, মই আজি আছো, কালিলৈ নাই। কিন্তু ইন্দ্ৰবংশী আহোমৰ সিংহাসন সদায় থাকিব। স্বৰ্গদেৱে নিজে ৰাজ্য চলাব পৰা নোহোৱালৈকে ৰাজ্যৰ দায়িত্ব আমাৰ গাত।

পৰ্বতীয়া ফুকন : হয় বুঢ়াগোহাঁই দেউতা, আপুনি আছে বুলিয়েই ৰাজ্যখন নিযাৰিকৈ ৰাখি আছে।

বুঢ়া : মই নাথাকিলেও ৰাজ্যখন চলি থকাৰ দিহা কৰিব লাগিব। সেই কাৰণেই ৰাজ্যৰ ভাৰ বিশ্বাসী আৰু ভাল মানুহৰ হাতত দিয়া দৰকাৰ।

হাতীবৰুৱা : হয় ডাঙৰীয়া ৰজা নামতহে, বিষয়াসকলহে আচল।

বুঢ়া : কিন্তু ৰাজ্যৰ সকলোৱে মোক অবিশ্বাস কৰে। সন্দেহ কৰে। যাক বিশ্বাস কৰি দায়িত্ব থকা বিষয়াবোৰ দিছো, সিহঁতেও মোক সন্দেহ কৰে। আকৌ এইদৰে বিশ্বাসী দুই-চাৰিটা বিষয়-বাব দিয়া দেখি হিংসা কুৰীয়া কিছুমানে মই অধিকাৰ কৰিছো বুলি ভাবে। মই হেনো মোৰ আপোন জ্ঞাতি-কুটুম্বৰ মাজতে ৰাজ্যখন ভগাই খাইছো।

হাতীবৰুৱা : এৰা, বহুতেই ভাবে তেনেকৈ, পিছে ৰাজবিষয় খোৱাৰ যোগ্যৰ লোক আছে কেইটা?

বুঢ়া : আৰু মানুহবোৰ জানো কম অকৃতজ্ঞ। বিয়ে বদনক ফুকন গুচাই ভাটিৰ বৰফুকন পাতিলো। মানুহটোৰ বুদ্ধিবৃত্তি ভাল। কিন্তু সেই বদনেও সকলোতে মোৰ অবিচাৰহে দেখা পায়। আৰু—

পৰ্বতীয়া ফুকন : আৰু ডাঙৰীয়া?

বুঢ়া : এই সতাই ভূতৰ পুতেক সতৰাম। স্বৰ্গদেৱে তাক মৰম কৰে, ভাল কথা। লৰাকালৰ লগৰী, কৰক মৰম, তাক চাৰিঙীয়া ফুকন পাতিলে তাতো আমি বাধা দিয়া নাই, কিন্তু সিও মোক দেশৰ শত্ৰু বুলি চাৰিওফালে লগাই ফুৰিছে। আৰু—

পৰ্বতীয়া ফুকন ঃ এৰা ডাঙৰীয়া সকলোবোৰ পৰশ্ৰীকাতৰ।

বুঢ়া ঃ ইপিনে স্বৰ্গদেউৰ অভিযোগ তেওঁক শিঙৰি ঘৰত তুলি অভিষেক সোনকালে কিয় পাতি দিয়া নাই। ৰাজমাৱেও কথাটো নুবুজে যে স্বৰ্গদেৱৰ নিচিনা লৰামতীয়া মানুহজনক গোটেই ৰাজ্যখন একছত্ৰী ভাৰ এৰি দিয়াৰ ফল মঙ্গলজনক নহবও পাৰে। আৰু —

হাতীবৰুৱা ঃ আৰু কি ডাঙৰীয়া?

বুঢ়া ঃ আমাৰ সৈন্যই দমাব নোৱাৰাৰ কাৰণে মোৱামৰীয়া বিদ্ৰোহ দমাবলৈ ইংৰাজ চিপাহী অনালো, মোৰ স্বাৰ্থত নে, নহয়, ৰাজ্য আৰু ৰাজ সিংহাসনৰ স্বাৰ্থত। সিও বোলে মোৰ অপৰাধ। ইপিনে মোৱামৰীয়া -কেইটাৰ ভয়তে আমাৰ মানুহ ভয়ত চেপা খায়।

পৰ্বতীয়া ফুকন ঃ চকু চৰহাইঁতে সকলোতে জগৰহে পায়।

[দুৱৰীয়ে সেৱা জনায]

দুৱৰী ঃ জাতিৰাম লাহন আহিছে দেউতা—

বুঢ়া ঃ অ' জাতিৰামৰ লগত অলপ ভিতৰুৱা কথা আছে।

পৰ্বতীয়া আৰু হাতী বৰুৱা ঃ আমি উঠোঁহে ডাঙৰীয়া। আমাক অবিশ্বাস নকৰিব।

[দুযো ওলাই গল। জাতিৰাম সোমাই আহিল]

বুঢ়া ঃ আৰু কিবা বাতৰি পাইছনে জাতিৰাম?

জাতিৰাম ঃ বাতৰি পোৱা বৰ কঠিন ডাঙৰীয়া।

বুঢ়া ঃ কঠিনতো। পিছে এনেযে তোক সতৰামৰ লগত দিছো নে। তই দেখোন তাৰ বৰ বন্ধু।

জাতিৰাম ঃ তথাপি সতৰাম বৰ শিয়ান। পিছে বিদ্ৰোহৰ যা-যোগাৰ কৰিছে ঠিক, আৰু অলপকেদিনৰ পিছতে কিবা এটা কৰিব ঠিক আৰু স্বৰ্গদেউৰে আপোনাৰে হানি কৰিবৰ চেষ্টা কৰিছে সিও ঠিক।

বুঢ়া ঃ ওঁ আৰু?

জাতিৰাম ঃ তাৰ মুখত বিদ্ৰোহৰ বাহিৰে আন কথা নায়েই। বিদ্ৰোহ কৰিব ঠিক আৰু ঘিণাই ফুকনকো লগ লৈছে হেন পাওঁ।

বুঢ়া ঃ আৰু কোন?

জাতিৰাম ঃ ধৰিব পৰা নাই। মোৱামৰীয়া এমখাও লগ আছে হেন পাওঁ। আৰু—

বুঢ়া ঃ আৰু ?

জাতিৰাম ঃ ৰাজহাউলীৰ কোনোবা কুনুবি লগ আছে হেন লাগে।

বুঢ়া : এইবোৰ বাতৰিয়েই নহয়। তই কি কি কথা লুকুৱাইছ ক।

জাতিৰাম : (ভয় খাই) কথা মই নাই লুকুৱা দেউতা। যি জানিছো তাকে জনাইছো।

বুঢ়া : জান, মই পাতো বুলিলে ৰজাকো পাতিব পাৰো, ভাঙো বুলিলে ৰজাকো ভাঙিব পাৰো। তোকো পাতিব পাৰো ডাঙৰ বিষয়া, যদি মোৰ ওচৰত ফাকিফুকা নকৰ।

জাতিৰাম : ফাকিফুকা কিয় কৰিম দেউতা।

বুঢ়া : ওঁ তই নাজিৰা, নকছাৰিৰ ফালৰ পৰা এপাক ঘূৰি আহগৈ। কোনে কোনে বিদ্রোহৰ দিহা কৰিছে, বাতৰি আনি তিনি দিনৰ ভিতৰত মোক দিবিহি। তই সতৰামৰ লগ নেৰিবি। হাতীবৰুৱা আৰু পৰ্বতীয়া ফুকনো তোৰ লগত থাকিব।

[দুৱৰীৰ প্রবেশ]

দুৱৰী : সতৰাম চাৰিঙীয়া ফুকন আহিছে।

বুঢ়া : অ' মই মতাইছিলো। বাৰু জাতিৰাম, তই এতিয়া যা।

জাতিৰাম : কোনফালে যাম এতিয়া।

বুঢ়া : দুৱৰী, ইয়াক পিছ দুৱাৰেদি পাৰ কৰি দে। আৰু সতৰামক আহিবলৈ ক।

(জাতিৰাম আৰু দুৱৰী ওলাই গল। অলপ পৰৰ পিছত সতৰাম সোমাই আহিল।)

বুঢ়া : অ' সতৰাম, আহ আহ।

[সতৰাম সেৱা কৰি থিয় দি ৰ'ল]

সতৰাম : মোক বিচাৰিছিল ডাঙৰীয়া?

বুঢ়া : এৰা, বহচোন বাৰু। ক'ৰ পৰা আহিলি?

সতৰাম : সখিৰ তালৈ গৈছিলো।

বুঢ়া : অ' ভাল কথা এটা মনত পৰিল। গমেই পাব পাৰ—

সতৰাম : জানো, কিহৰ কথা কৈছে—

বুঢ়া : স্বৰ্গদেউতো আৰু কেঁচুৱা হৈ থকা নাই। আজিকালিকৈ ডেকা হৈ আহিল।

সতৰাম : হয়।

বুঢ়া : মযো দিনে দিনে পৰি আহিছো। মানুহৰ জীৱন-মৰণৰ নো কি ঠিক। সেইদেখি স্বৰ্গদেউৰ অভিষেক পাতিবৰ দিহা কৰিছো।

সতৰাম : হয়। কেতিয়ামানে পাতে?

বুঢ়া : যিমান সোনকালে পৰা যায়। খেন জাঁকি যেতিয়াই পৰে তেতিয়াই পাতো বুলিছো। আৰু—

সতৰাম : হয় ডাঙৰীয়া।

বুঢ়া : বদন বৰফুকন বিচক্ষণ পুৰুষ। গুৱাহাটীত তেনে এজন বিষয়া নহলে নচলে। পিছে উজনিতো ভাল বিষয়া দুই-এজনৰ দৰকাৰ। তয়ে জানো নোৱাৰিবি?

সতৰাম : মই ডাঙৰীয়া?

বুঢ়া : ওঁ তোক উজনিত কুকুৰাচোৱাৰ ঘৰৰ বুলি কোনো কোনোৱে নামানিব পাৰে। সেইদেখি ভাবিছো, তোক ভাটিৰ বৰফুকন পাতি বদনক তেজপুৰ নাইবা ৰংপুৰ ক'ৰবালৈ আনো। আৰু—

সতৰাম : কওক ডাঙৰীয়া—

বুঢ়া : আৰু শুনিছো বোলে, মানুহ কিছুমানে হেনো স্বৰ্গদেউ আৰু মোৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব খুজিছে। আনকি তযো যোগ আছ বুলিও লগাইছে। সেইবোৰ উৰণীয়া কথাত পতিযন যোৱা মানুহ মই নহয়। আনে কৰিলেও তই বাৰু কিয় বিদ্ৰোহ কৰিবলৈ যাবি। মোৱামৰীয়াযে নোৱাৰিলে। অইন কোনে মোৰ বিপক্ষে যুঁজি আপোনঘাতী হ'বলৈ যাব?

সতৰাম : কওক ডাঙৰীয়া।

বুঢ়া : তইতো এতিয়া চাৰিঙীয়া ফুকন। ইপিনে ৰজাৰ সখি। বিদ্ৰোহনো কোনে কৰিবলৈ লৈছে ভুভা লৈ চাচোন। এই বিদ্ৰোহ দমন কৰিবৰ কাৰণে কিন্তু তইহে উপযুক্ত মানুহ বুলি মই ভাবিছো।

সতৰাম : মোকনো কোনে মানিব?

বুঢ়া : যদি বৰফুকন পাতি দিওঁ?

সতৰাম : [হঠাৎ হাঁহি উঠি] বৰ ডাঙৰ লোভ দেখুৱাইছে দেউতা। মই কাঁডী পাইকৰ ঘৰৰ ল'ৰা। মই কুকুৰাচোৱাৰে পুতেক সতৰাম। মই আমাৰ দেশৰ হাজাৰ হাজাৰ দুখীয়া প্ৰজাৰ ভিতৰৰে এটা। ৰাজবংশৰ তেজ মোৰ গাত নাই।

বুঢ়া : কিন্তু বল-বুদ্ধি আছে।

সতৰাম : আছে জানো ডাঙৰীয়া। আৰু সেইকণ বুদ্ধি থকাৰ কাৰণেই আপোনাৰ প্ৰস্তাবটোৰ ভিতৰুৱা উদ্দেশ্যটো বুজাত মোৰ অকণো কষ্ট

হোৱা নাই। মই কোনো দিনেই নিজৰ কাৰণে বিষয় সম্পত্তি বিচৰা নাই দেউতা।

বুঢা : তেন্তে কাৰ কাৰণে বিচাৰিছ?

সতৰাম : দেশৰ ৰাইজৰ কাৰণে। আপুনি নাজানে দেউতা, দেশখনৰ আজি কি দুৰ্গতি হৈছে। মহাৰাজ গদাধৰ সিংহ, ৰুদ্ৰ সিংহৰ ৰাজ্য আৰু এতিয়া নাই। চাৰিওফালে ৰাইজৰ হাহাকাৰ হৈছে—

বুঢা : হেৰ' তোক কোনে ক'লে?

সতৰাম : মই জানো দেউতা। মই ৰজাৰ লগতে সদায় বহি নাথাকো। গাৱেঁ-গাৱেঁ ঘূৰো। যলৈকে যাওঁ ত'তেই সেই দুখ-বেদনা, হাহাকাৰ।

বুঢা : ওঁ হয়েই জানিবা, পিছে তোৰ কি হ'ল?

সতৰাম : মোৰ ডাঙৰীযা? মোৰ গাৰ মঙহ এডোখৰ যদি গেলি যায়, মোৰ দুখ নহ'বনে? মোৰ বুকুখন পোৰে দেউতা। মোৰ চকুৰ পানী ওলায় মোৰ মনটোৱে কান্দে।

বুঢা : অ' ৰাইজৰ দুখ দেখি তোৰ মনে কান্দে। আৰু আমাৰ মনে হ'বলা নাকান্দে। তই ৰাইজৰ কথা চিন্তা কৰ বুলি জানিযেতো তোক বিষয়া পাতিব খুজিছো। পাৰ যদি কৰচোন ৰাইজক কেনেকৈ উদ্ধাৰ কৰ—

সতৰাম : ৰাইজক উদ্ধাৰ ওপৰৰ বিষয়া হৈ কৰিব নোৱাৰি ডাঙৰীযা, ৰাইজৰ ভৰি তলত, ৰাইজৰ সেৱা কৰিহে কৰা যায়।

বুঢা : এইবোৰ নতুন নতুন কথা কৈছ। পিছে, আগে বিদ্ৰোহ দমাই নললে, বিদ্ৰোহবোৰ চলি থাকিলেনো দেশত শান্তি হ'ব কেনেকৈ? ৰাইজৰ অৱস্থা সলনি হ'ব কেনেকৈ?

সতৰাম : ৰাইজৰ অৱস্থাৰ সলনি কৰিব লাগিলে ডা-ডাঙৰীযাৰ মনবোৰ সলনি কৰিব লাগিব, পুৰণি ধৰণৰ নীতি-নিযম কিছুমান সলনি কৰিব লাগিব।

বুঢা : শুকক বেদ শিকাবলৈ আহিছ সতৰাম। এতিযা আমাৰ সাতাম পুৰুষীযা নিযম-কাৰণ দলিযাই পেলাই তইঁতৰ নিযম ল'ব লাগিব। আৰু তইঁতৰ আইনটো কি? ৰজাক ভাঙিব লাগে, ডাঙৰীযাক ভাঙিব লাগে, কাঁডী পাইকৰ হাতত ৰাজ্যখন চলাবলৈ এৰি দিব লাগে নহয় জানো? ইপিনে আকৌ বিষয় এখন যাচিলেও লবলৈ সাহ নাই।

সতৰাম : মোক বিষয় কিয় যাচিছে, মই নুবুজা নহয়। পিছে মোৰ লোভ অতি সামান্য, ভযো সামান্য। ভয় বা লোভ দেখুৱাই মোক বশ কৰিব

নোৱাৰিব। আৰু ডাঙৰীয়া, যদি ভাবিছে, মোক ইয়াৰ পৰা আঁতৰাই পঠালেই এইযালে সকলো চেঁচা পৰি যাব, তেন্তে ভুল বুজিছে। সতৰাম অকল মযেই নহয়, ঘৰে ঘৰে আছে ডাঙৰীয়া।

বুঢ়া : দীঘলীয়া কথা থ। তোৰ ভালৰ কাৰণেই কৈছিলো। তোক ডাঙৰ বিষয় খোৱা দেখিলে স্বৰ্গদেৱেও বৰ ভাল পাব।

সতৰাম : স্বৰ্গদেৱক মই সখি বুলিহে ভাল পাওঁ, স্বৰ্গদেউ বুলি নহয়। মই এতিয়া মুকলিমূৰীয়া হৈ আছো, ৰাইজেও নিজৰে এজন বুলি ভাবি দুখৰ-সুখৰ ভাগ দিছে। বিষয়া হলে ৰাইজে মোক শত্ৰু বুলিহে ভাবিব আৰু মই কাৰো তলতীয়া হৈ থাকিবলৈ নিবিচাৰো।

বুঢ়া : কিন্তু এতিয়াও জানো তই ৰজা-বুঢ়াগোহাঁইৰ তলতীয়া নহৱ?

সতৰাম : কিয় নহ'ম ডাঙৰীয়া, কিন্তু তলতীয়া হলেও এতিয়া আপোনাৰ তলতীয়া বিষয়া নহওঁ, তলতীয়া প্ৰজা। প্ৰজা কাৰণেই মোৰ শক্তি আছে।

বুঢ়া : প্ৰজাৰ শক্তি কিমান মই জানো। পিছে দেশখন শান্তিত আছে, তইঁতে লগলাগি অশান্তিৰ সৃষ্টি নকৰিবি।

সতৰাম : দেশখন শান্তিত নাই ডাঙৰীয়া, আপুনিহে শান্তিত আছে। দেশত জুই লাগিছে। দেশৰ লখিমী পুৰি ছাই হৈ গৈছে। ৰাইজৰ মুখত হাঁহি নাই, চকুপানী টুকি টুকি মৰণৰ খেন গণিছে। আৰু ৰজা ডা-ডাঙৰীয়া-সকলে ভয় দেখুৱাই, লোভ দেখুৱাই, ৰাইজক ভুৱা দিছে। অপৰাধ নলব, দেউতা, ডাঙৰ লোভ নাই, সেই কাৰণে ডাঙৰ ভযো নাই।

[দুৱৰীৰ প্ৰবেশ]

দুৱৰী : দেউতা, ৰাজমাও দেউতাই আপোনাক এতিয়াই মাতি পঠিয়াইছে।

বুঢ়া : অ' এৰা, অথনিয়ে যাব লাগিছিল। পলমহে হ'ল। তই কথাবোৰ গমি পিতিকি চা সতৰাম, তোৰ মই শত্ৰু নহয়। (প্ৰস্থান)

দুৱৰী : (কেউফালে চাই) ফুকন দেউতা—

সতৰাম : কচোন দুৱৰী—

দুৱৰী : (সৰুকৈ) আমাৰ দেউতাৰ কথাত সজাত নাযাব। তেওঁৰ শত্ৰু-মিত্ৰ নাই।

সতৰাম : (কৃত্ৰিম ভয় দেখুৱাই) কি কলি।

দুৱৰী : মোক ভয় খুৱাব নালাগে। আপুনি যে কৈছিল মোৰো—

সতৰাম : কি তোৰো—

দুৱৰী : ডাঙৰ লোভো নাই। সেইদেখি ডাঙৰ ভয়ো নাই।

সতৰাম : অ' আমাৰ কথা তই শুনি আছিলি। চোৰাংচোৱালি শিকিছ?

দুৱৰী : বুঢ়াগোহাঁই দেউতাৰ ঘৰত কাক কেতিয়া কি কামত লগায় কোনোৱে ভু নাপায়।

সতৰাম : (হাঁহি) মই ভু পাওঁ। বাৰু থাক দুৱৰী, মই আহিলো। (প্ৰস্থান)

দুৱৰী : (মুখ ওন্দোলাই) বুজি পোৱা । বুজি পোৱা হ'লে দেউতাৰ লগত কথাকে নাপাতা।

(ভুমুকি মাৰি চাই মেমেধুৰ প্ৰবেশ)

দুৱৰী : [নিচিনাৰ ভাও ধৰি] কোন অ' সেইটো একেবেলিয়ে দেখোন দেউতাৰ চ'ৰা সোমালেহি। অ' মেমেধু দেখোন, বৰ দেখোন মলযা পচোৱা হৈ আহিছ।

মেমেধু : বাটত যমক দেখি আহিলো— স্বৰ্গদেউৰ তালৈ গৈছে। সেই দেখি বোলো দুৱৰীৰে মুখখন চাই যাওঁ। পিছে দেখি নিচিনাই হলি। এৰা, ৰণত পৰি কলীয়া হ'লো, তেল নাই দেখি যপৰীয়া হ'লো।

দুৱৰী : মূৰত চোন ন' গামোচা, কোনোবা ন' ছোৱালীয়ে দিলে নে কি?

মেমেধু . বগলীয়া বোলে মই শুকুলা,
কপাহে বোলে মই।
গাখীৰে বোলে সিহঁতক দেখি,
মোৰ হে লাগিছে ভয়।

নিজে ডাঙৰীয়াৰ ঘৰত নাচি গাই খিত্তাও কৰি আছ, এতিয়া ফপহুতা মেমেধুৰহে ৰং দেখিলি নে?

দুৱৰী : আও, গাতো' চোন গান্ধ তেলৰ ফুৰফুৰীয়া গোন্ধ। গোটেই ডেকাটো হৈ আহিছ।

মেমেধু : লাজ নিদিবি হেৰ'। মই কিবা সতৰাম-বদন নে যে ভাটিৰ বৰফুকন পাতিব। বোলে—
আঠীয়া কলৰে মূঢ়া,
বাঁহৰ গজালিয়ে সৰগ ফুটুৱায়,
মধুনা মাটিতে বুঢ়া।
আমিও আৰু বৰুৱা-ফুকন হ'মনে?

দুৱৰী : তইনো কি পৰি মৰাটো। একো নহলেও হাতীবৰুৱা হ'ব পাৰিবি।

মেমেধু : হেৰ' মেমেধু হাতীবৰুৱা হ'লে পিছে দুৱৰী কি হ'ব?

বোলে—

কিনো বৰ বৰুৱাৰ বাৰী,
তুমিযে ওলালা সদিযাৰ ৰণলৈ
আমাক কৰি গ'লা বাঁৰী।

হেৰ' সেইবোৰ দ্ৰোহীয়া কথা নকবি। পিছে ক'চোন তই আৰু এনেকৈ যুৱনৰ মূৰ খাই লিগিবী হৈয়ে থাকো বুলিছনে? নাই, কোনো কোঁৱৰ, ডেকা- দেমেহুৱাৰ চকুত পৰিছ?

দুৱৰী : আমি কিবা আৰু বেঙেনাআটীৰ পদুমী নে যে কাৰোবাৰ চকুত পৰিম। আমি হলো বুঢ়াগোহাঁই দেউতাৰ ঘৰৰ লিগিৰী, আমাৰ আৰু কিবা তেজ-মঙহ আছেনে?

মেমেধু : বুজিছো, বুজিছো। বোলে—

গাঁথিৰ খাই যাওঁ গুৱা
মনৰ জেখাই নাপাওঁ মানে
দেহাকো নকৰো চুৱা।

পিছে, পদুমীজনী সঁচাকৈয়ে বৰ ভাল ছোৱালী অ'।

দুৱৰী : ওঁ, এৰা' এই বেলিহে ৰজিতা খাইছে। এইবেলি হ'বলা পদুমীযে তোৰ লগত মিতিৰালি পাতিছে। লাজো নাই। নাচনী বুলিলে আৰু জঁপিযাই ফুৰিব লাগেনে? ছিঃ লাজো নাই অ'।

মেমেধু : হেৰ' তোৰ চকু পুৰিব নালাগে। স্বৰ্গদেৱে শুনিলে তোৰ একো নহয়, মোকহে শূলত দিব। পদুমী কুঁৱৰী, আমালৈ চকু দিবহে হয। মৰম কৰে অ'।

দুৱৰী : এৰা, পদুমী আইটিযেনো মৰম নকৰে কাক? স্বৰ্গদেৱৰ হ'ল নাচনী কুঁৱৰী, সতৰামৰ হল বেথাৰ লগৰী, ৰাজমাওৰ আগত তিতা মেকুৰী। এনে ভাও দিযাতীজনী আৰু দেখা নাই। পিছে কচোন, দেশৰ বা-বাতৰি।

মেমেধু : ভাল সুধিছ মোক, বোলে—

মলযাই সুধিলে আকাশৰ বতৰা,
গাঁতৰ বোন্দা কেচুক মাতি,
সাউদে নিচিনে লুইত সোৱণশিৰি,
মাউতে নিচিনে হাতী।

মেমেধুক সুধিছ দেশৰ বাতৰি। ৰজা-বুঢ়াগোহাঁইৰ ঘৰৰ বাহিৰ-ভিতৰ তোৰ হ'ল হাতৰ তলুৱা। মহঙ্গত জুই লাগিলে কলঙত ছাই পৰে। মইনো কি জানো হোঁ। পিছে ৰাইজখনৰ কিবা পিৰপিৰণি উঠিছে জানিছ। চাৰিওপিনে কিবা ৰিৰিয়নি ধিধিযনি, কিবা হুম হুম গম গম যেন।

দুৱৰী : ক'তনো শুনিলি ৰিৰিয়ণি ধিধিয়নি নি?

মেমেধু : এই আমাৰ গাওঁবোৰত। গাওঁবোৰৰ মাজেদি গলে গাওঁবোৰ কিবা হুমহুমাই যোৱা যেন লাগে। পিছে কি হৈছে মই হ'লে একো তত ধৰিব পৰা নাই।

ঘিৰেঁ সামৰিলে কলহৰ থমাদৈ
জীৱে সামৰিলে দেহা,
সৰ্পে সামৰিলে বামুণী ভেকোলা,
ধনে সামৰিলে বেহা।

ভু ৰাখোতাই ৰাখিছে নহয়। পিছে যাওহে আৰু দেই।

দুৱৰী : বহুচোন, দেউতা ঘৰত নাই জানই। দুষাৰ কথাকে পাতো। ঘৰতনো কি কৰিবি গৈ। তোৰ ঘৰত কিবা আৰু কেঁচুৱাই কান্দিছেনে?

মেমেধু : এ আমি ঘূৰিফুৰা মানুহ। বোলে—

মিচিমি চাঙতে গুৱা-পাণ খাই,
পেলাওঁ মিকিৰ চাঙত পিক।
সদিয়াত ধান ৰুই ধুবুৰীত দাই যাওঁ,
কৈ যাওঁ লাগিলে শিক।

দুৱৰী : পিছে, ৰাইজখনে বোলে কিবা দোৰোহৰ পাং পাতিছে কিবা গম পাব নে?

মেমেধু : কোনেনো নাজানে হেৰ? বোলে—

পৰ্বতৰ ওপৰৰ জুই দেখি
সাগৰৰ লাগিল চিতা,
ফেঁটীগোমৰ বিষ সোৱাদ লাগিল
ভেকুৰিগুটি তিতা!

দূৰৰ কথা যে সুধিছ, ঘৰতে তং নকৰ কিয়? বোলে কঁকালতে কাঁচি, বুঢ়ী ফুৰে নাচি। দাঁত আটাইবোৰ নাই, নহলে বৰ হাঁহিলোহেঁতেন।

খোপাৰে কেতেকী গোন্ধায়

বৰকলা হাবিত কাঁইটনি ভাঙি,
কেতেকী বিচাৰি যায়।

থ' থ' মোৰ পৰা কথা উলিয়াব নালাগে, যাওঁ। মাতষাৰহে লগালো, নহলে কথাষাৰ বুকত লাগি থাকে অ'- -। চাওঁ যাবৰ পৰত ৰোপাহকৈ হাঁহি এটা মাৰচোন, চাই যাওঁ।

দুবৰী : হিঃ হিঃ হিঃ

মেমেধু : (ওঁঠ চেপা মাৰি ধৰি) হিঃ হিঃ হিঃ।

[পট]

# চতুৰ্থ দৃশ্য

[চন্দ্ৰকান্ত সিংহৰ বাহিৰ চ'ৰাৰ এটা অংশ। পদ্মাৱতীয়ে নাচে, চন্দ্ৰকান্তই চাই থাকে। নাচৰ শেষত চন্দ্ৰকান্ত আহি পদ্মাক হাতত ধৰি কাষ চপাই নিয়ে, পদ্মা আঁতৰি ৰয়]

চন্দ্ৰ : তুমি ইমান ভাল নাচা পদুমী, তোমাৰ নাচ দেখিলে মই বাহিৰ জগতৰ সকলো কথা পাহৰি থাকো।

পদুমী : নাচিছোহে, পিছে আজিলৈকে স্বৰ্গদেৱৰ মনটোকে নাপালো।

চন্দ্ৰ : মোৰ মনটো আকৌ তোমাক কেলেই? মই গোটেই মানুহটোৱেই দেখোন তোমাৰ।

পদ্মা : কযহে মুখেৰে। পিছে মইচোন মনৰ ভাগ একোকে নাপাওঁ।

চন্দ্ৰ : অ' সেই কাৰণেই ৰোহ নে? সেইবোৰ ভিতৰুৱা কথা, তোমাৰ নো জানি কি লাভ? ক'ত সখিয়ে বিদ্ৰোহ কৰিব বুলি বুঢ়াগোহাঁই ডাঙৰীয়াই কি বাতৰি লয়, সেইবোৰ নো তোমাক কেলেই?

পদ্মা : অ' সেইবোৰ কথা যদি, বাৰু ভাগ নিবিচাৰো। মই বোলো অন্য কথাহে।

চন্দ্ৰ : বুঢ়াগোহাঁইৰ নো আৰু অন্য কি কথা আছে। কেউপিনে কেৱল বিদ্ৰোহহে দেখে। তুমিও হেনো বিদ্ৰোহী। তোমালোকক হেনো ইয়াৰ পৰা নাঁতৰালে মঙ্গল নহয়।

পদুমী : অ' সেই দেখিযে হ'বলা এইবোৰ কথা মোক নকয। মইতো এইবোৰ একোকে নাজানো।

চন্দ্ৰ : বুঢ়াগোহাঁযে কলেই হ'লনে? মই ৰজা থাকোমানে কোনোৱে সখিক মোৰ পৰা আঁতৰাব নোৱাৰে। দৰকাৰ হ'লে বুঢ়াগোহাঁইক ভাঙি মই অন্যক পাতিম।

পদুমী : পিছে কিবা উপাযে যদি আপোনাৰ সখিক আঁতৰাই পঠায়েই আপুনি কি কৰিব?

চন্দ্ৰ : কি কৰিম? মই বাধা দিম। লাগিলে সি যেই হওক। আজি সখিক খেদাব, কালিলৈ তোমাক খেদাব, পৰহিলৈ মোক খেদাব, এনেকে হ'লে মোৰ ৰজা হোৱাৰ মূল্য কি?

পদুমী : মোকো যদি খেদাই দিযে স্বৰ্গদেৱ?

চন্দ্ৰ . কোনে? তোমাক কোনে খেদাব?

পদুমী : ৰাজমাও নাইবা বুঢ়াগোহাঁই ডাঙৰীযাই।

চন্দ্ৰ : মোৰ শক্তি নোহোৱা নহয়। দৰকাৰ হলে মই সকলোকে ওফৰাই পঠাম। কাকো নামানো, একো নামানো আৰু যদি—

পদুমী : আৰু যদি স্বৰ্গদেউ?

চন্দ্ৰ : আৰু যদি বুঢ়াগোহাঁয়ে মোৰ ইচ্ছাত বাধা দি যায়, তেন্তে মই বিদ্ৰোহ কৰিম। ঘিণাই সতৰামৰ লগ লাগি মই পূৰ্ণানন্দক ধ্বংস কৰিম।

পদুমী : পাৰিব জানো?

চন্দ্ৰ : নোৱাৰিম? কিয় নোৱাৰিম?

পদুমী : এৰা, তাৰ বাহিৰে আৰু অন্য পথ নাই যেনহে দেখিছো।

চন্দ্ৰ : অন্য পথ নাই যদি তাকে কৰিম, তেতিযা বুজিব মই কেঁচুৱা হৈ থকা নাই। মই ৰজা, বুঢ়াগোহাঁয়ে মোৰ কথা মানিব লাগিব।

পদুমী : যদি প্ৰজাবোৰে বিদ্ৰোহ কৰে?

চন্দ্ৰ : প্ৰজাবোৰে? কাৰ. বিৰুদ্ধে?

পদুমী : ধৰক, স্বৰ্গদেউৰ বিৰুদ্ধে।

চন্দ্ৰ : মোৰ বিৰুদ্ধে প্ৰজাই বিদ্ৰোহ নকৰে পদ্মা, প্ৰজাই মোক খুব ভাল পায়। যদি কৰে তাৰ বাবে মই বুঢ়াগোহাঁইক জগৰীয়া কৰিম। বুঢ়াগোহাঁইক শূলত দিয়াম।

পদুমী : আৰু প্ৰজাই যদি বুঢ়াগোহাঁইৰ বিৰুদ্ধে বিদ্ৰোহ কৰে?

চন্দ্ৰ : কৰিব জানো?

পদুমী : যদি কৰে? আপুনি তেতিয়া কি কৰিব?

চন্দ্ৰ : মই আকৌ কি কৰিম ? প্ৰজাই বুঢ়াগোহাঁইৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব মোৰ তাত কি কৰিব লগীয়া আছে।

পদুমী : (হাঁহি) বুঢ়াগোহাঁই যে আপোনাৰ মন্ত্ৰী।
(দুৱৰীৰ প্ৰৱেশ)

দুৱৰী : (সেৱা কৰি) ৰাজমাও দেউতা আহিছে, আপোনাক ইযাতে অলপ লগ পাব। (প্ৰস্থান)

পদুমী : মযো অলপ আহো স্বৰ্গদেৱ। (প্ৰস্থান)
(ৰাজমাওৰ প্ৰৱেশ)।

চন্দ্ৰ : আই?

ৰাজমাও : সতৰামে বোলে তলে তলে বিদ্ৰোহ কৰাৰ দিহা কৰিছে?

চন্দ্ৰ : সখিযে? কাৰ বিৰুদ্ধে?

ৰাজমাও : বিদ্ৰোহ আৰু কাৰ বিৰুদ্ধে কৰিব? স্বৰ্গদেউৰ বিৰুদ্ধে। ৰজাৰ বিৰুদ্ধে।

চন্দ্ৰ : কোন ৰজাৰ বিৰুদ্ধে?

ৰাজামাও : ৰজানো আৰু কোন আছে?

চন্দ্ৰ : মইতো ৰজা নহওঁ বুঢ়াগোহাঁইহে ৰজা। কৰক সখিযে বিদ্ৰোহ, ভাল হৈছে।

ৰাজমাও : কি যে অবুজন কথাবোৰ কৈছা। সতৰামে বিদ্ৰোহ কৰিবলৈ এৰি দিলে ভাল হ'বনে?

চন্দ্ৰ : বুঢ়াগোহাঁই আছে নহয। মোৰ একো কৰিব লগীযা নাই, সখিযে মোৰ বিৰুদ্ধে বিদ্ৰোহ নকৰে।

ৰাজমাও : এইবোৰ সৰু মানুহত একো সজাত নাই। সতৰামক ভিতৰুৱা কথাৰ ভাগ নিদিবা। তাৰ আলেখলেখ বুজি থাকিব লাগে।

চন্দ্ৰ : বুঢ়াগোহাঁইলৈহে ভয। তেওঁৰহে আলেখলেখ লৈ থাকিব লাগে। বুঢ়াগোহাঁয়ে সখিৰ পৰা মোক ফালিবৰ মিছা চেষ্টা কৰিছে, ফল ভাল নহ'ব। মই যাওঁ। (চন্দ্ৰ বেগাই ওলাই গ'ল। ৰাজমাও অলপ অপ্ৰস্তুত হ'ল)

ৰাজমাও : ইমান অবুজ হলে কেনেকৈ চলিব? দুৱৰী—
(দুৱৰী সোমাই আহিল)

দুৱৰী : ৰাজমাও দেউতা—

ৰাজমাও : এইকেইদিন স্বৰ্গদেউৰ ওচৰলৈ সতৰাম আহিছে নে নাই—?

দুৱৰী : আহে। পিছে আজিকালি সৰহপৰ পদুমীৰ লগতে কটায, স্বৰ্গদেউক দেখাহে কৰে।

ৰাজমাও : পদ্মাবতীৰ লগত? তাইক ক'ত লগ পায?

দুৱৰী : পদুমীক লগ পাবলৈনো কি ৰাজমাও দেউতা। তেওক কুঁৱৰীলৈ তুলিলে কি হ'ল? এতিযাও নাচনীযেই হৈ আছে। গা নচুৱাই গোটেইখনে ভিতৰ-বাহিৰ কৰি ফুৰে।

ৰাজমাও : স্বৰ্গদেৱে ক'ব পাৰে নে নোৱাৰে?

দুৱৰী : নোৱাৰিব কিয? স্বৰ্গদেৱৰ চকুৰ আগেদিযে সতৰামৰ লগত ওলাই যায।

ৰাজমাও : ওঁ।

[বুঢ়াগোহাঁই সোমাই আহিল। বুঢ়াগোহাঁইক দেখি দুৱৰী ওলাই গল।]

বুঢ়া : বাতৰি সকলো সঁচা। সতৰামে মোবামৰীযা, মটক, মৰাণ কছাৰী সকলোকে লৈ বিদ্ৰোহৰ কাৰণে প্ৰস্তুত হৈছে।

ৰাজমাও : সতৰাম ইমান বিশ্বাসঘাতক হবলৈ ওলাইছে কিয বাৰু ডাঙৰীযা? এতিযাও দুযোকো নেদেখিলে দুযো থাকিব নোৱাৰে। ইপিনে তাক চাৰিওঁীয়া ফুকনো পাতিলে।

বুঢ়া : তাৰ মিতিৰালি ৰজাঘৰীযাক ভিতৰুৱা বাতৰি জানিবৰ কাৰণেহে। সি ৰজা হ'বলৈ বিচাৰিছে। সকলো মানুহ সি গোটাইছে, বিদ্ৰোহ কৰিবলৈ সকলোকে শপত খুৱাইছে। কেতিযা কোন ফালে হঠাৎ আক্ৰমণ কৰে ঠিক নাই।

ৰাজমাও : কিন্তু কোনেনো তাক বিদ্ৰোহত সহায কৰিব। তাৰ ফলীযা হ'ব কোন?

বুঢ়া : ভালেমান তাৰ ফলীযা হৈছে। ভাটিৰ বদনেও বোলে যোগ দিছে।

ৰাজমাও : পিছে ডাঙৰীযা, কথাৰ গুৰি অন্য ক'ৰবাত যেনহে পাওঁ।

বুঢ়া : জানো ৰাজমাও দেউতাই কি গম পাইছে?

ৰাজমাও : পদ্মাৱতীৰ গাতহে পাক যেন পাওঁ।

বুঢ়া : কেনেকৈনো?

ৰাজমাও : তাই সতৰামক সকলো ভিতৰুৱা বাতৰি যোগাই থাকে হেন পাওঁ। বিদ্ৰোহৰ মূলতে সতৰামৰ লগতে পদুমীও আছে ডাঙৰীযা।

বুঢ়া : ও, তাই বেয়া চৰিত্ৰৰ ছোৱালী। সতৰামৰ তাইক হাত কৰিবৰ মন আছিল হ'বলা। পিছে স্বৰ্গদেৱে কুঁৱৰী কৰা দেখি সি উচতাই বিদ্ৰোহ কৰাই তাৰ হাত কৰিবৰ দিহা কৰিছে। বাৰু।

ৰাজমাও : পিছে কিবা এটা সোনকালে নকৰিলে হ'বনে?

বুঢ়া : আপুনি বৰ ভাবিব নালাগে। কি কৰিব লাগে বুঢ়া গোহাঁয়ে জানে। দৰকাৰ হলে সিংহাসন নিষ্কণ্টক কৰিবৰ কাৰণে কোঁৱৰসকলকো আঁতৰোৱা হৈছে। সতৰাম সাধাৰণ কথা। কোৱাচিলাযো তাৰ বাতৰি নাপাব।

ৰাজমাও : মই আহোহে। সতৰাম পিছে বৰ চতুৰ। ইপিনে চন্দ্ৰৰো সখি। আপুনি বুজি-বাজি যি কৰে কৰক।

[ৰাজমাও ওলাই গল]

বুঢ়া : বুঢ়াগোহাঁইৰ বাটত যেযে থিয় দিব সেযে উৰি যাব।

(দুৱৰীৰ প্ৰবেশ, লগত জাতিৰাম)

পলম কৰিলিযে?

জাতিৰাম : (সেৱা কৰি) পুং খেদি পিছে পিছে ঘূৰোতেই পলম হ'ল দেউতা।

বুঢ়া : কি পালি?

জাতিৰাম : ঔগুৰিত কালৈলৈ ৰাতিকৈ গোপন মেল বহিব। মোকো মাতিছে, যদি কয় তাতে থাকিম। মনে মনে হাবিত দিনতে মানুহ লুকুৱাই ৰাখিলে মই সময়মতে ইঙ্গিত দিম, তেতিয়াই কাম কৰিব পাৰিব।

বুঢ়া : দুৱৰীয়ে কি শুনিছ, যা—

(দুৱৰী ওলাই গল)

কাকো বিশ্বাস কৰিব নোৱাৰি। বাৰু আমাৰ মানুহ থাকিব। তই ইঙ্গিত দিবি, পিছে লগতে তোকো ধৰি আনিব। নহলে তোক এৰি দিলে তোৰ ওপৰতে সিহঁতৰ সন্দেহ হ'ব।

জাতিৰাম : মোক পিছে দেউতাই ৰক্ষা কৰিব লাগিব।

বুঢ়া : তই চিন্তা কৰিব নালাগে। বুঢ়াগোহাঁয়ে উপকাৰীৰ উপকাৰ নেপাহৰে। (সেৱা কৰি জাতিৰাম ওলাই গ'ল) সকলো বিশ্বাসঘাতক। সামান্য লোভত নিজৰ লগৰীয়াক ধৰাই দিবলৈ আহে। যা, তয়ো নাসাৰ।

[পট পৰে]

# পঞ্চম দৃশ্য

[আন্ধাৰ ৰাতি। ইফালে সিফালে চাই চাই দুৱৰী আহি সন্মুখৰ দুৱাৰত লাহে লাহে খুন্দিয়ায। দুৱৰী মেল খায আৰু পদুমী ওলাই আহে]

পদুমী : কি হ'ল দুৱৰী, ইমান ৰাতি। কিয় আহিলি?

দুৱৰী : আইদেউ, কিবা গম পাইছেনে?

পদুমী : কি? কি হৈছে?

দুৱৰী : আইদেউ, মোক বিশ্বাস কৰিব জানো?

পদুমী : কিয নকৰিম। ক' চোন কি হৈছে?

দুৱৰী : সৰ্বনাশ হৈছে আইদেউ। মোক অভয দিলে কওঁ—

পদুমী : তোৰনো কিহৰ ভয়? ক'।

দুৱৰী : সঁচা কথা কওঁনে?

পদুমী : ৰাতি দুপৰত মিছা কবলৈ লৰি আহিছনে?

দুৱৰী : ক'ৰবাত কোনোবা আছে জানোছা—

পদুমী : কোনো নাই।

দুৱৰী : মই লিগিৰী নহয়। বুঢ়াগোহাঁই ডাঙৰীযা ঘৰ আৰু স্বৰ্গদেৱৰ ঘৰৰ মাজত সদায তাঁত বাটি দিব লাগে।

পদুমী : ওঁ, পিছে?

দুৱৰী : ৰাজমাও আৰু বুঢ়াগোহাঁয়ে মোক সতৰাম চাৰিঙীয়া ফুকন আৰু আপোনাৰ ওপৰত চকু ৰাখিবলৈ কৈছিল।

পদুমী : ওঁ সেইটো মই জানো। পিছে কি হ'ল?

দুৱৰী : কি কৰিম আইদেউ, আমি হৈছো নিঠৰুৱা গোলাম। যি কৰিবলৈ কয় তাকে নকৰিলেই মৰণ।

পদুমী : ওঁ কৰা মতে কৰি আছ, সেই দেখি এতিয়াও মৰা নাই। কি কবলৈ আহিছ ক।

দুৱৰী : মোক নিতৌ সোধে, ময়ো যি পাওঁ কওঁ। পিছে মিছা কথা কোনোদিন সাজি নকওঁ।

পদুমী : তাৰ বাবে কি বানচ বিচাৰিছ ক—

দুবৰী : সেই বাবে অহা নাই। পিছে এতিয়া কথা সৰ্বনাশ হৈছে।
পদুমী : তোৰ যদি কিবা ক'ব লগীয়া আছে কৈ পেলা। ইমান ৰাতি কথাৰ মহলা মাৰিবৰ পৰ নাই।
দুবৰী : আজি বুঢ়াগোহাঁই ডাঙৰীযাই জাতিৰামৰ লগত কথা পাতিছিল। মই মনে মনে শুনি আছিলো।
পদুমী : কাহানি?
দুবৰী : আজি এই অলপ পৰৰ আগতে। কালিলৈ ৰাতিকৈ সতৰাম চাৰিঙীয়া ফুকনক আৰু তেখেতৰ লগৰীযাইঁতক ধৰিবলৈ বুঢ়াগোহাঁই ডাঙৰীযাই চাওডাং পাচিছে।
পদুমী : চাৰিঙীয়া ফুকনক ধৰিবলৈ?
দুবৰী : হয আইদেউ। শুনিযে মই উধাতু খাই পলাই আহিছো। ফুকনে আমাক বৰ মৰম কৰে। আপুনি কিবা এটা কৰক আইদেউ। বুঢ়াগোহাঁই ডাঙৰীযাই কাৰ, ক'ত কি অঘটন ঘটায কোনে জানে? স্বৰ্গদেউক কৈ আপুনি তেখেতক ৰক্ষা কৰক।
পদুমী : দুবৰী, তই লিগিৰী। এইবোৰ হাউলীৰ কথা বাহিৰ উলিযাইছ কিয? সতৰামৰ যি হওক, তোৰ কি?
দুবৰী : লিগিৰী কৰিছো সঁচা আইদেউ। সেইবুলি অনিয়ম-অধৰম দেখি কিমান চাই থাকিব? সতৰাম ফুকনেনো কাৰ কি হানি কৰিছে? বুঢ়াগোহাঁই ডাঙৰীযাৰ হাতত কত কোঁৱৰ অকালতে নোহোৱা হৈছে আমি জানো আইদেউ।
পদুমী : তই ভালকৈ শুনিছ নহয?
দুবৰী : নহলে এই দুপৰ ৰাতি আহোনে। আপুনি স্বৰ্গদেৱক কৈ কিবা এটা কৰক। নহলে পলম হৈ যাব। মই যাওঁ।
পদুমী : হোঁ, (এটা আঙঠি দিযে) আৰু কিবা গম পালে জনাবিহি।
দুবৰী : ভাল বাৰু (ওলাই যায)

# ষষ্ঠ দৃশ্য

[এখন হাবিৰ মাজ ঠাই। এদল মানুহ গৈ আছে—প্ৰায সকলো ডেকা কেজনীমান গাভৰুও আছে। একাষে জাতিৰাম, জগধৰ আদিক দেখা যায]

সতৰাম : বন্ধুসকল, এটা অতি গুৰু সিদ্ধান্ত লবৰ কাৰণে আমি ইযাত গোট খাইছো। ইযাত মাযামৰাৰ ডেকা ভকতসকল মৰাণৰ মটকৰ ডেকাসকল, অন্যান্য কোঁৱৰ আৰু গাভৰু সকলো আছে।

বন্ধুসকল আমি ৰাতি গোট খাইছে। সঁচা, কিন্তু কাৰো ভযত নহয, দিনত গোটখোৱা অসুবিধা কাৰণেহে। হাবিৰ মাজত গোট খাইছো, মুকলিত আমাৰ ঠাই নাই কাৰণেহে।

এজন ডেকা : আমি বুজি পাইছো।

সতৰাম : আমি স্বাধীন দেশৰ প্ৰজা সেই কাৰণে আমি গৌৰবৰ অধিকাৰী আমি নদনবদন অসম দেশৰ প্ৰজা সেই কাৰণে আমি সন্মানৰ পাত্ৰ আমি ছশ বছৰীযা আহোম শাসনৰ তলত থকা প্ৰজা, সেই কাৰণে আমি জগতৰ আগত মূৰ তুলি চিনাকি দিব পাৰো।

এজন ডেকা : চাৰিঙীযা ফুকন, আমাৰ ভয নাই যদিও মোৰ মনেৰে আমাৰ মাজত কোনোবা চোৰাংচোৱা আছে নেকি মই চোৱা ভাল হব।

[জাতিৰামে অলপ উচপিছ কৰে]

সতৰাম : [হাঁহি] আমাৰ মাজত চোৰাংচোৱা! অসমীযা ডেকা-গাভৰু এতিযাও ইমান নীচ হোৱা নাই, স্বাৰ্থপৰ হোৱা নাই, যে আমাৰ ভিতৰুৱা বাতৰি নি ৰজাঘৰত জনাই বঁটা বানচ ল'ব। আৰু যদি ইযাত কোনোবা তেনে বিশ্বাসঘাতক আছে তাৰ ওপৰত আমাৰ প্ৰতিশোধ লোৱাৰ দৰ্কাৰ নাই। সময়ে তাৰ প্ৰতিশোধ লব।

বন্ধুসকল, দেশক আমি ভাল পাওঁ মাটিৰ দেশক আমি সোণৰ স্বৰ্গ বুলি ভাবো, মোৰ দেশৰ প্ৰতিটো ধূলি কণাৰ লগত পূৰ্ব-

পুৰুষৰ পবিত্ৰ তেজ মিহলি হৈ আছে। দেশৰ মাটিতকৈ পৱিত্ৰ আৰু আমাৰ কাৰণে একো নাই।

[আৰু দুটা ডেকা আহি বহিল]

কিন্তু ভাইহঁত এই স্বাধীন অসমত, আমাৰ স্বাধীন ৰজা-মন্ত্ৰীৰ অধীনত আমি স্বাধীন জীৱন কটাব পাৰিছোনে? আমি প্ৰকৃত স্বাধীনতা পাইছো নে?

এজন ডেকা : পালে বিদ্ৰোহ কৰাৰ কথা ভাবিলোহেঁতেন কিয়? নাই পোৱা।

সতৰাম : নাই পোৱা তোমালোকেও বুজিছা যে আমি স্বাধীন দেশৰ প্ৰজা হলেও স্বাধীনতা আমাৰ নাই। আমি আমাৰ দুখ-সুখৰ কথা মুখ খুলি ক'ব নোৱাৰো। আমাৰ ইচ্ছা মতে ঘৰ এটা সাজিব নোৱাৰো। এডোখৰ কাপোৰ পিন্ধিব নোৱাৰো, সকলোৱে সমানে বহা-উঠা কৰিব নোৱাৰো।

আন এজন ডেকা : এৰা, আমিনো কিটো কৰিব পাৰো, পিছে কি কৰিবা?

সতৰাম : এই দেশখন কাৰ? এই দেশ ৰজাৰ নে? নহয়। মন্ত্ৰীৰ নে? নহয়। বৰগোহাঁই-বুঢ়াগোহাঁইৰ নে? নহয়। বিষয়া। সেনাপতিৰ নে? নহয়। এই দেশ তোমাৰ মোৰ, দেশৰ সকলো প্ৰজাৰ। এই দেশখন আমাৰ।

কেইবাজনেও : নিশ্চয় আমাৰ।

সতৰাম : ইয়াৰ বুকত ৰাজআলি বান্ধিছো। আমি, সাগৰ খানিছো, আমি গড বান্ধিছো আমি, কাৰেং অট্টালিকা সাজিছো আমি, আৰু দৰকাৰ মতে ৰণ কৰি দেশ ৰক্ষা কৰিছো আমি।

এজন : নিশ্চয়, হয়তো।

সতৰাম : আমিযেই শস্য উৎপাদন কৰি ভঁৰাল বান্ধিছো,

দেশৰ মুখত অন্ন দিছো,

আমাৰ, ধাননি আমাৰ আমাৰ

এজনী গাভৰু : হয়তো সকলোবোৰ আমাৰ।

সতৰাম : পিছে আমাৰ বস্তুক আমাৰ বুলি ক'বৰ অধিকাৰ আমাৰ নাই। আমি সোণ কমাইছো, অলঙ্কাৰ পিন্ধিছে লোকে, আমি লো কমাই, পোৱাল আনিছো, মুকুতা আনিছো, কস্তুৰী, আগৰ কাঠ আনিছো—লোকে

ভোগ কৰিছে। আমাৰ শিপিনীহঁতে কাঠি কাঠিকৈ কাপোৰ বৈ আমাৰ দেশক সজাইছে পৰাইছে।

গাভৰু : আমি জানো নিতৌ কম তাঁতবোৰ বওঁ।

সতৰাম : কিন্তু বন্ধুসকল, আমিযে যদি দেশৰ গঢোতা, আমিযে যদি দেশৰ অন্নদাতা, তেন্তে আমাৰ আজি এনে দুৰৱস্থা কিয? আমাৰ গাত কাপোৰ নাই কিয? আমাৰ পেটত ভাত নাই কিয? আমাৰ মুখত হাঁহি নাই কিয? উৰুখা জুপুৰিত আমাৰ দিন কাটিছে কিয?

বন্ধুসকল, কেতিযাবা আমাৰ এই দুৰৱস্থাৰ কাৰণ কি ভাবি চাইছানে?

[অলপ ইতস্ততঃ কৰি জাতিৰাম উঠি গ'ল]

আমাৰ পাবলগীযাখিনি বিচাৰিলে আমাক বিদ্ৰোহী বুলি ফাঁচী দিযে কিয? আমাক শূলত দিযে কিয? আমাৰ ঘিলা কাঢে কিয? ৰণ লাগিলেতো আমিযে শত্ৰুৰ কাঁড-ধেনু টোপৰ আগলৈ লৰ দিব লাগে, ডা-ডাঙৰীযা সকল যায জানো?

এজন ডেকা : কাঁড়ী পাইকে ৰণ নকৰিলেনো ৰণ কৰিব কোনে? দেশ ৰক্ষা কৰাটো প্ৰজাৰ কামেই। নহলে কেনেকৈ চলিব?

সতৰাম : নচলে। আমি ৰণ কৰিম, আমি ৰণ কৰি প্ৰাণ দিম—পিছে কাৰ কাৰণে? দেশৰ কাৰণে, দেশৰ ৰাইজৰ কাৰণে, আহোমৰ সিংহাসন ৰক্ষাৰ কাৰণে। পিছে মোৱামৰীযাসকল জানো দেশৰ প্ৰজা নহয? মটক মৰাণ জানো আমাৰ ভাই নহয? মোৱামৰীযা, মৰাণৰ ওপৰত অবিচাৰ হৈছিল সেই দেখি বিদ্ৰোহ কৰিছিল। কিন্তু আমিযোতো আমাৰ ভাইৰ বিপক্ষে যুঁজিলো।

এজন ডেকা : স্বৰ্গদেউৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে আমি যুঁজিবই লাগিব। দেশদ্ৰোহীৰ লগত আমাৰ কোনো সমধ নাই।

সতৰাম : সঁচা কথা, দেশদ্ৰোহীৰ লগত আমাৰ কোনো সমধ নাই। কিন্তু যেতিযা দেশৰ ৰজা আৰু ডা-ডাঙৰীযা দেশদ্ৰোহী হয, তেতিযা?

ডেকা : স্বৰ্গদেউ আকৌ দেশদ্ৰোহী হ'ব কেনেকৈ?

সতৰাম : প্ৰজাৰ স্বাৰ্থৰ বিৰুদ্ধে কাম কৰিলে স্বৰ্গদেউ আৰু ডা-ডাঙৰীয়াও দেশৰ শত্ৰু হয়। স্বৰ্গদেউ মোৰ সখি। তেখেতক মই খুব ভাল পাওঁ। স্বৰ্গদেৱে মোক খুব মৰম কৰে।

[দুটা ডেকা আহি বহিলহি]

কিন্তু মই ক'ব পাৰো আমাৰ স্বৰ্গদেউ এটা মাটিৰ পুতলা।

ডেকা : ইঃ তেনেকৈ ক'ব নাপায়। যেই হওক, স্বৰ্গদেউ দেৱতা, স্বৰ্গদেৱৰ বিষয়ে তেনেকুৱা কথা কলে পাপ হয়।

সতৰাম : মই সঁচা কথা কৈছো। সঁচা কথা ক'লে পাপ নহয়, লুকুৱাই ৰাখিলেহে পাপ হয়। মই ৰজাঘৰৰ ভিতৰ-বাহিৰ সকলো দেখিছো আৰু দেখিছো কাৰণেই কৈছো। সিংহাসনত বহিলেই এজন মানুহ ৰাজ্য চলাবৰ উপযুক্ত হৈ নপৰে। স্বৰ্গদেউ চন্দ্ৰকান্ত মোৰ সখি, তথাপি কৈছো—নাচনী-গাৱনী লৈ ৰাইজলৈ পিঠি দি বিলাসত দিন কটোৱা এজন মানুহৰ আমাৰ ৰজা হৈ থাকিবৰ কোনো অধিকাৰ নাই।

আন ডেকাঃ স্বৰ্গদেউৰ বিষযে যে এইবোৰ কথা কৈছা আমাৰ স্বৰ্গদেউক ভাঙি হ'বলা তুমি ৰজা হ'বলৈ বিচাৰিছা?

সতৰাম : জানিছো, এই কথা ক'লে তোমালোকে তেনেকৈ ভাবিবা, কুকুৰাচোৱা ভূতৰ পুতেকে ৰজা হ'বলৈ নিবিচাৰে। অৱশ্যে মই কিয ইযাত থকা যেই কোনো ডেকাৰে ৰজা হ'বৰ অধিকাৰ আছে। উপযুক্ত নাথাকিব পাৰে।

এজন ডেকা : আমিও ৰজা হ'বৰ পাত্ৰ নে?

সতৰাম : ওঁ, আমিও ৰজা হ'বৰ পাত্ৰ। কিন্তু ৰজা হবলৈ বিচাৰিছোনে? নাই বিচৰা। মন্ত্ৰী হ'ব খুজিচোনে— নাই খোজা। বিষয়-বাব খাবলৈ বিচাৰিছোনে—নাই বিচৰা।

তেন্তে আমি কি বিচাৰিছো? ৰাইজে কি বিচাৰিছে? আমি মানুহ হ'বলৈ বিচাৰিছো। মানুহৰ দৰে জীয়াই থাকিবলৈ বিচাৰিছো।

কেইবাজনেও একেলগেঃ সেইটোতো ঠিকেই। আমিনো মানুহ হ'বলৈ নিবিচাৰিম কিয়? এৰা।

সতৰাম : কিন্তু ভাইহঁত বৰ্তমান শাসনৰ তলত আমাৰ মানুহ জীয়াই থাকিব পৰাৰ কোনো আশা নাই। কোনো সম্ভাবনা নাই। আমাক কুকুৰ-মেকুৰীৰ দৰে ৰাখিছে। আমি কুকুৰ-মেকুৰীৰ দৰে আছোঁ। কিন্তু সদায় আমি এনেকৈয়ে থাকিম নে?

ডেকা : কিয় থাকিম? কোন থাকিব?

সতৰাম : [লাহে লাহে] আমি চিৰদিন কুকুৰ-মেকুৰী হৈ নেথাকো। চিৰদিন অমানুহ হৈ নেথাকো। আমি নিজক মুক্ত কৰিম ?

[এনেতে এজন ডেকাই উঠি সতৰামৰ কাণে কাণে কিবা এটা কয়]

আমি নিজক মুক্ত কৰিম। বন্ধুসকল, তাৰ কাৰণে আমাৰ পথ খোলা আছে। অ' ভাৰ আগতে অলপ পৰৰ কাৰণে মই আহিছো। তোমালোক নেযাবা, গলেও অলপ পৰৰ পিছতে আকৌ লগ লাগিবা মই অকণমান আহিছো।

[সতৰাম ওলাই গ'ল। লগে লগে এটা-দুটাকৈ অন্যান্য ডেকা-গাভৰুবোৰো উঠি গল। যোৱাৰ কাৰণ কোনোৱে নুবুজিলে।]

মেমেধু : [বহাৰ পৰা উঠি, কেউপিনে চাই নিজকে অকলশৰীয়া দেখি] বোলে ঃ- কাঁউৰ কান্দোন শুনি,

হিলৈযে উচুপে,

মিৰিগৰ মুখলৈ চাই,

বৰশীৰ বেজাৰত

মাছে চকুটোকে

টোপে নিৰামুহি খায়।

হেৰ' কেনেকৈ জীয়? পৰ্বতবোৰ হ'ল ওখ নৈবোৰ হল দ', জুইবোৰ তপত, পানীবোৰ চেঁচা, এই আবতৰীয়া পৃথিবীখনক কেনেকৈ জীয়? মুখখন মেলিলেই বাৰু কথা ওলাব পাযনে? মুখখনৰো আৰু কাম — কেপ, কেপ্, কেন্।

[জাতিৰাম সোমাই আহিল]

জাতিৰাম : ইবোৰ ক'লৈ গ'ল অ' মেমেধু? তইনো অকলে অকলে কি বলকিছ? হেৰ' মেমেধু নহৱ নে?

মেমেধু : [মুখ ঘুৰাই] অ' জাতিৰাম, তযোচোন অকলে। মোক চিনি যে পালি। আজিকালি কোনেও কাকো চিনিবই নোৱাৰে।

বোলে ঃ— ভোটভোটনিত ভাতক চিনিলো,

সোৱাদত চিনিলো মৌ,

গোলাপক চিনিলো গোন্ধ আমোলোৱা,

টোতে চিনিলো ৰৌ।

এৰা, অইন নাভাবিবি। লগৰ কাৰৈ লগে উজালে। লগ নোহোৱা মেমেধু থাকিল পৰি। আৰু নো কোন আছে ঘৰ-বাৰী নোহোৱা, তা-তিৰী নোহোৱা, বাটে বাটে বতাহ কোবাই ফুৰা? তইঁত হলি ৰজা-

বুঢ়াগোহাঁই সকলোৰে ভিতৰুৱা লোক। কা-কুঁৱৰী, ডা-ডাঙৰীয়া সকলোৰে ভাগৰ খোৱা, মন পোৱা লোক।

জাতিৰাম ঃ পিছে তই যে লগত নগৈ অকলে ৰলি? কি কৰিছ?

মেমেধু ঃ তই গোট মানুহটো লগতে থাকোতেও মই অকল হে হ'লো নে? বোলে ঃ-

গচকত গেলিলে মখনা-মাখুন্দী
নিগনিয়ে ভেটিলে বাট,
ঢোলৰ মাৰি বাজে তিখিতি খিততাও,
ঢোলৰ মুখত নাই মাত।

পিছে, জাতিৰাম, তই দেখোন আজিকালি অলপ গা-এৰা দি ফুৰিছ। তইনো কোন ফলীয়া?

জাতিৰাম ঃ তইনো কোন ফলীয়া?

মেমেধু ঃ মোৰ নো ফাল-ফলীয়াৰ কি মোল আছে? বোলেঃ-

বাঁহৰ ফলীয়া বেঙেনাৰ কলীয়া,
খোৱাৰ বলিয়া ছাগ,
তোমাৰ ফলীয়া ওৰণি বাঢনী
আমাৰ ফলীয়া পাগ।

হেৰ' জাতিৰাম, কিহৰ নো ফলীয়াৰ কথা সোধ? আমি ৰজাৰ ফলীয়াও, ৰাইজৰ ফলীয়াও। মেমেধু খাৰতো সিজে, টেঙাতো সিজে। পিছে তই এইফালে আছ যদিও সিফলীয়া যেনহে পাওঁ!

জাতিৰাম ঃ মই নে? মই দেখোন তোৰ ফলীয়াই। পিছে আজিকালি গাওঁবোৰলৈ গৈছ নহয়। গাওঁবোৰেও বাৰু সতৰামৰ লগতে বিদ্ৰোহ কৰিব নে? কেনে পালি?

মেমেধু ঃ ওঁহো, হেৰ কাৰো পেট পাবলৈ নাই। আৰু গাৱঁলৈনো কি যাবি? ক'ৰবাত কিবা মেমেধুৰ শহুৰেকৰ জীয়েকে বাট চাই আছে নে?

জাতিৰাম ঃ স্বৰ্গদেউক শিঙৰীঘৰত তোলাৰ দিহা হৈছে বোলে?

মেধে ঃ এ, স্বৰ্গদেউ শিঙৰীঘৰত উঠিলে নো মেমেধুৰ কি শিং গজিব? মোৰ দোলাই আছেনে, ঘোঁৰাই আছে? মোৰ আৰু ভৰি দুটাৰ ওপৰতে উঠি ফুৰাৰ বাহিৰে নো আৰু কি আছে?

ভলুকা বাঁহৰে আখি,
মন উৰো উৰো উৰিব নোৱাৰোঁ,

বিধাতাই নিদিলে পাখী।

পিছে সতৰামহঁত নো কেনি গ'ল? এৰা কিবোৰ নো কৰিছে জানো মই ঠেংমূৰ একো বিচাৰি পোৱা নাই।

জাতিৰাম : এৰা, মযো পোনপটীযা মানুহ, এইবোৰ একো নাজানো।

মেমেধু : এইবোৰ শিকিব লাগে অ'—

দেউলৰ দুৱাৰত বান্ধিবা জেং

গুৰুলৈ মেলিবা ঠেং

বধিবা সোদৰৰ ভাই,

তেহে পাবা বৈকুণ্ঠত ঠাই।

পিছে জাতিৰাম, তোক ক'লো, লাগিলে তই বুঢাগোহাঁই ডাঙৰীযাৰে চোৰাংচোৱা কৰ, লাগিলে সতৰাম, বদন খনকে বধি বৰুৱা, বৰফুকন হ', দহোকুৰি মোক নবধিবি। মেমেধুৱে কাৰো ভাগৰ খোৱাও নাই, কাকো দিযাও নাই।

বোলে : স্বৰ্গদেউ মৰিলে ৰাইজখন থাকিব,

ৰাইজ মৰি গলে থাকিব কোন,

জোন মৰি গলে আকাশখন থাকিব,

মেমেধু মৰিলে থাকিব কোন?

এৰা অ', এতিযাও আশ এৰা নাই। কিজানি মৰিলে কান্দোতা কোনোবা এজনী দিহা লগাব পৰা নাই। পিছে আমাৰ ৰূপহী ৰচকীহঁতে ঘূৰিকে নাচায অ'।

জাতিৰাম : হেৰ' কোনজনী ৰূপহীৰ পিছতনো ঘূৰিছ?

মেমেধু : সেই মদাৰ-ফুলীযাজনীৰ, সেই যে—

ডেকাই বোলে মোক নালাগে,

লৰাই বোলে মোক নালাগে,

বুঢাই বোলে ক'ৰ নো ফেঁচামুই,

পানী নহয পি খাবলৈ,

চাকি নহয, মুখ চাবলৈ

খৰুলা পিঠীয়া ক'ৰ নো গতুঁৱা গুই।

[ডেকাইঁত আকৌ এটা এটাকৈ ঘূৰি আহি বহিলহি। অলপ পিছত সতৰাম আহিল]

এটা ডেকা : সতৰামৰ কথা সঁচা, আমি ক'তো নিৰাপদ নহয়। লগে লগে, পিছে পিছে কেৱল চাউডাং চোৰাংচোৱা।

আন এটা : এৰা, আমি যেন দেশখনৰ শত্ৰুহে, কথা এষাৰ কবলৈকো ভয়হে লাগে।

সতৰাম : [সোমাই আহি] ভয় খাবলগীয়া একো নাই। বহুত আঘাত, বহুত অপমান আমি পাইছো। এই অপমানৰ আমি শেষ কৰিম। কিন্তু অন্য পথ নাই। অত্যাচাৰ অন্ত কৰাৰ এটা মাত্ৰ পথ আছে। বিদ্ৰোহ কৰা, মানুহ হৈ জীযাই থাকিবলৈ হ'লে আমি মানুহৰ দৰে যুঁজিব লাগিব। তোমালোকে নিজকে সুধি চোৱা, তোমালোকে বিদ্ৰোহ কৰিবলৈ সাজু নে?

প্ৰায় সকলোৱে : আমি সাজু আছো, আমি বিদ্ৰোহ কৰিম।

সতৰাম : মই জানিছিলো, তোমালোক আৰু অধিক কাল এনে অৱস্থাত থাকিব নোৱাৰা। মুক্ত হ'বৰ কাৰণে তোমালোকৰ হাবিয়াস আছে, কিন্তু তোমালোকেই এই বিদ্ৰোহ পৰিচালনা কৰিব লাগিব, নেতৃত্ব কৰিব লাগিব, জয়ী কৰিব লাগিব।

এজন ডেকা : আমি সকলো তোমাৰ লগত আছো। এতিয়া কথা নালাগে। আমাক বিশ্বাস কৰা, তোমাক আমি বিপদত এৰি নেযাওঁ।

সতৰাম : মযো তোমালোকৰে এজন। মই ভূতৰ পুতেক সতৰাম, মই এটা সাধাৰণ অসমীয়া প্ৰজা। আমাৰ নিচিনা সাধাৰণ মানুহে কেতিয়াও বিশ্বাসঘাতকতা নকৰে। মনত ৰাখিবা, আমিয়ে সৈন্য, আমিযেই সেনাপতি। এই অন্যায়, অবিচাৰ, স্বেচ্ছাচাৰ শেষ নহয মানে আমাৰ বিদ্ৰোহৰো শেষ নহয, মনত থাকে যেন।

[জাতিৰাম আৰু ওলাই গ'ল]

মেমেধু : ডেকাইঁত, যি কৰ সোনকালে কৰইঁক। ৰাতিও বহুত হ'ল। আৰু পানীৰ তলত শালো থাকে, শিঙিও থাকে। চিনি জানি, বুজি-বাজিহে কিবা এটাত হাত দিয়া ভাল। বোলেঃ—

সুৰুযক চিনিবা 	আউসীৰ আন্ধাৰত
ৰোগত চিনি লবা দেহা,
বিদৰ কালতে 	মিতিৰ চিনি লবা
মিঠা খাই চিনিবা কেহা।

এটা ডেকা : এই মেমেধু, তই মনে মনে থাক।

মেমেধু : থাকিব লাগে যদি থাকিলো মনে মনে। তইঁতো যদি বুঢ়াগোহাঁই ওলাই কথা এষাৰ ক'ব খুজিলে টেটুত টেপা দি ধৰ, মই আৰু নামাতো।

সতৰাম : কথা ক'বৰ সময় আহিলে কবি মেমেধু। এতিয়া এতিয়া কামৰ চিন্তা কৰ। কালিলৈ ৰাতিকৈ ইমান পৰতে আমি বিদ্রোহ ঘোষণা কৰিম, —মুকলিভাৱে। কোনো মানুহৰ বিপক্ষে আমাৰ কোনো হিংসা বা শত্রুতা নাই, আমি কাকো বধ কৰিবলৈ ওলোৱা নাই, কিন্তু দেশৰ শত্রুবোৰ আমি আতঁৰাম। আমি নতুন ৰাজ্য পাতিম। ৰাইজ হ'ব তাৰ ৰজা। এতিয়া এই হেংদাং ধৰি সকলোৱে শপত খাওহঁক যে—
[হঠাৎ গিৰ্ গিৰ্ কৰে চাৰিওফালৰ পৰা চাউডাংবোৰ সোমাই আহে। চিঞৰ-বাখৰ মৰিযা-মৰি লাগে। দুটাই সতৰামক গবামাৰি সাবটি ধৰে। জাতিৰাম থিয় দি থাকে। হুলস্থূল লাগে।]

সতৰাম : বন্ধুসকল, এতিযাই বুঢ়াগোহাঁইৰ শ'শ' চাউডাং আহি পাবহি, নৌ বন্দী হওঁতেই তোমালোক পলোৱা। মোক ধৰিলে। মই হযতো আৰু তোমালোকৰ মাজলৈ আহিবলৈ নাপাম, কিন্তু তোমালোকে ধৰা নিদিবা। তোমালোক বশ ন'হবা, তোমালোকে প্রতিজ্ঞা পাহৰি নাযাবা। জাতিৰাম, জাতিৰাম—
[চাউডাং এটাই সতৰামক চৰ মাৰি বন্দ্বাই দিযে।]
জগধৰ, তই ধৰা নিদিবি। তোৰ ঠাই বন্দীশালত নহয, ৰাইজৰ মাজত, তই ৰাইজৰ মাজলৈ যা—ৰাইজৰ লগলৈ যা।
[চাউডাংকেইটাই সতৰাম, জগধৰ আদিক টানি উলিযাই নিযে। মেমেধুৱে চাউডাং এটালৈ টোকোনডাল টোৱায়। চাউডাঙে ঢকা মাৰে আৰু টানি নিয়ে।]

মেমেধু : হেৰ' বৰকৈ নঢকিযাবি। হাতত দুখ পাবি। মোৰ গাত হাডকেডালহে আছে।
[অলপ সময়ৰ কাৰণে মঞ্চ শূন্য। বাহিৰত চিঞৰ-বাখৰ কোলাহল শুনা যায়। ক্রমে কোলাহল দূৰলৈ আঁতৰি যায়।]
(পদ্মা আৰু দুৰৰী কেউফালে চাই চাই সোমাই আহে।)

পদ্মা : ইযাতে নহয় জানো দুৰৰী? ক'তো দেখোন কোনো নাই।

দুৰৰী : আমাৰ বহুত পলম হ'ল কুঁৱৰী আইদেউ। চাৰিঙীয়া ফুকন চাউডাঙৰ হাতত পৰিল।

পদ্মা : উঃ দুৰৰী। আমি কিয ইমান পলম কৰিলো।

[পদ্মা বহি যায]

দুৰৰী : চাৰিঙীযা ফুকনৰ দুৰ্ভাগ্য, আমাৰো দুৰ্ভাগ্য, আইদেউ। আজি দিনটো আকৌ ফুকন হাউলিলৈ এবেলিও নগলেই। এবাৰ যদি গলহেঁতেন।

পদ্মা : আৰু আমিযে যদি অলপ আগতে আহিলোহেঁতেন, তেওঁক সৰুৱাব পাৰিলোহেঁতেন। উঃ।

দুৰৰী : এতিযাও এটা উপায আছে, আইদেউ। স্বৰ্গদেউক বুজাব পাৰিলে, চাৰিঙীযা ফুকনক এৰি দিব পাৰে। কিন্তু পলম কৰিলে বিপদ আছে। বুঢ়াগোহাঁই ডাঙৰীযাৰ হাত পালেগৈ আৰু উপায ন'হ্ব।

পদ্মা : কিন্তু স্বৰ্গদেউ জানো মান্তি হ'ব?

দুৰৰী : আপুনিও যদি নোৱাৰে তেন্তে কোনে পাৰিব? আহক যাওঁ। [দুযো ওলাই যায]

# সপ্তম দৃশ্য

[পদ্মাৱতীয়ে নাচে। চন্দ্ৰকান্তই চাই থাকে। দুৰৰী আহি কিছুপৰ বহি থাকে। তাৰ পিছত, পদ্মাৰ নাচৰ শেষত কয।]

দুৰৰী : স্বৰ্গদেউ, বুঢ়াগোহাঁই ডাঙৰীযা আৰু আন ডাঙৰীযাসকলো মেল চ'ৰাত গোট খাইছে। ৰাজমাও দেউতাও যাবলৈ ওলাইছে। যদি স্বৰ্গদেউ বিচাৰত থাকিব খোজে, স্বৰ্গদেউকো যাবলৈ কৈছে। নহলে স্বৰ্গদেৱে আজ্ঞা কৰিলে ডাঙৰীয়াসকল বিচাৰ চ'ৰাত বহিব।

চন্দ্ৰকান্ত : মোক মাতি পঠিয়াবলৈ কোন আছে। ক'ৰি মই যাব নোৱাৰো। কিবা শোধ থাকিলে বিচাৰ চ'ৰাত হ'ব।

দুৰৰী : বুঢ়াগোহাঁই ডাঙৰীয়াই—

চন্দ্ৰকান্ত : বুঢ়াগোহাঁই, বুঢ়াগোহাঁই, বুঢ়াগোহাঁই, বুঢ়াগোহাঁই। বুঢ়াক কবি মোৰ যি মন যায় মই কৰিম। মই লোকৰ কথা মতে সদায় চলিব নোৱাৰো। [দুৰৰীয়ে চকুৰে পদ্মাৱতীলৈ এটা ইঙ্গিত দি সেৱা কৰি ওলাই যায়।]

পদ্মা : ডাঙৰীযাই খং কৰিব, আপুনি যাওক স্বৰ্গদেউ। কিনো মোৰ নাচ চাব লাগিছে। আপোনাৰ সখি সতৰামৰ বিচাৰ হ'ব। আপুনি গৈ বিচাৰত বহকগৈ। নহলে বুঢ়াগোহাঁই ডাঙৰীয়াই জানোচা এৰিয়ে দিয়ে।

চন্দ্ৰকান্ত : মিছাকৈয়ে সখিক ধৰাই আনিছে। সখিয়ে মোৰ বিৰুদ্ধে কিয বিদ্ৰোহ কৰিবলৈ যাব?

পদুমী : আপুনিহে সেইদৰে কৈছে, স্বৰ্গদেউ। বুঢ়াগোহাঁই ডাঙৰীযাই হেনো সতৰাম চাৰিঙীয়া ফুকনক শূলত দিয়াব, কাৰো কথা নামানে।

চন্দ্ৰ : শূলত দিযাব? মই বুঢ়াগোহাঁইক শূলত দিযাম।

পদুমী : পিছে আপুনি থাকোতেই দেখোন বন্দীশালাত পচালেই।

চন্দ্ৰ : ওঁ, সকলো মোক নজনোৱাকৈ কৰিছে। বুঢ়াগোহাঁইৰ মইমতালি দিনক দিনে চৰিছে।

পদুমী : পিছে স্বৰ্গদেউ, আপুনি একো কৰিব নোৱাৰিব যেনহে পাওঁ। আপুনি বাৰু সখিয়েকক সৰুৱাব পাৰিব নে?

চন্দ্ৰ : নোৱাৰো যদি মই চন্দ্ৰকান্ত সিংহই নহয। তুমি যোৱা পদ্মা, তুমিও বিচাৰ চ'ৰাত থাকিবা। চাবা, আজি মই বুঢ়াগোহাঁইৰ কি অৱস্থা কৰো।

পদুমী : বাৰু, ময়ো যাম। [ওলাই যায, আনফালৰ পৰা ৰাজমাও আহে।]

ৰাজমাও : অ' বিচাৰ চৰালৈ যোৱা নাই চন্দ্ৰ। ডাঙৰীয়াসকল আহি বহি আছে নহয।

চন্দ্ৰ : মই নাযাওঁ, আৰু যদি যাওঁ, মই সখিক মুকলি কৰিম, পূৰ্ণানন্দক শূলত দিয়াম।

ৰাজমাও : ছিঃ চন্দ্ৰ। কথাবোৰ বুজিবাজি ক'ব লাগে। বুঢ়াগোহাঁই ডাঙৰীয়া নোহোৱা হলে ইমান পৰে সতৰামে আমাৰ যে কি গতি কৰিলহেঁতেন কোনে জানিছে। যি বিদ্ৰোহৰ দিহা কৰিছিল।

চন্দ্ৰ : সঁচা জানো ৰাজমাও দেউতা?

ৰাজমাও : সঁচা-মিছা মেল চ'ৰাতো গম পোৱা যাব নহয়। মুখত সখি পেটত কাল শত্ৰু। স্বৰ্গদেউক ভাঙি ৰজা হবলৈ কি যে ষড়যন্ত্ৰ কৰিছিল। ধৰা পৰিল বুলিহে।

চন্দ্ৰ : সতৰাম ইমান নীচ নে? মই তাক, মই তাক হাতীৰে গচকাই মাৰিম। বিদ্ৰোহীবোৰক মই নচছা শূলত দিয়াম ব'লা, মই যাম কাৰো কথা নুশুনো, বিচাৰৰ দৰকাৰ নাই, সতৰামক ফাঁচী দিব লাগে।

[ওলাই যায়]

ৰাজমাও : সতৰামক দেখিলে বা আকৌ কি নতুন ভাব খেলায়।

[দৃশ্যান্তৰ]

[বিচাৰ কক্ষ। সিংহাসনত চন্দ্ৰকান্ত সিংহ। কাষতে ৰাজমাও। পূৰ্ণানন্দ, বৰগোহাঁই, বৰপাত্ৰগোহাঁই আদি বহি থাকে। এহাতে দুবৰী, পদ্মাৱতী আদি আনফালে সতৰাম, জগধৰ, মেমেধু আদি]

বুঢ়া : স্বৰ্গদেউ, ৰাজমাও দেউতা, ডাঙৰীয়াসকল আৰু বিষয়াসকল। কুকুৰাচোৱা ভূতৰ পুতেক সতৰামৰ বাতৰি আপোনালোক সকলোৱে শুনিছে। আমি ভালকৈ চকু নৰখা হলে কালিলৈ ৰাজ্যত কি দুৰ্ঘটনা নঘটিলহেঁতেন, ভগবানেহে জানে! কিন্তু স্বৰ্গদেউ আৰু ৰাইজ সকলোৰে সৌভাগ্য যে জুই জ্বলিবলৈ নৌ পাওতেই আমি নুমুৱাব পাৰিলো। এতিয়া এই দেশদ্ৰোহী, ৰাইজদ্ৰোহী, ৰাজদ্ৰোহী, দেশৰ শত্ৰু সতৰামৰ শাস্তি আপোনালোকে বিহিব লাগে।

বৰগোহাঁই : ভূতৰ পুতেকে কি জগৰ লগালে আমি জানিব লাগে।

চন্দ্ৰ : এৰা, আমাক জনাব লাগে।

বুঢ়া : স্বৰ্গদেউ, ৰাজমাও দেউতা আৰু ডাঙৰীয়াসকল সতৰামক আপোনালোক সকলোৱে চিনে।

[সকলোৱে মূৰ দুপিয়ায়।]

বুঢ়া : সতৰাম স্বৰ্গদেৱৰ লৰাকালৰ খেল-ধেমালিৰ লগৰী আছিল, বাহিৰ-ভিতৰ সকলোতে সকলোৱে তাক স্বৰ্গদেউৰ সখি বুলি চেনেহ কৰিছিল।

সকলোৱে : হয়।

বুঢ়া : সতৰামক আচল সখি বুলি স্বৰ্গদেৱে নিজেই চাৰিঙীয়া ফুকন পাতিলে। তাত ডাঙৰীয়াসকলে কোনো আপত্তি নকৰিলে।

সকলোৱে : হয়।

বুঢ়া : সতৰামৰ সকলোতে অবাধ গতি। ৰজাৰ কোঁৱৰেও সিমান সুবিধা কাচিৎহে পায়। কাৰো সন্দেহ কৰিবৰ উপায় নাছিল যে ইমান সন্মান আৰু সুযোগ পায়ো সতৰামে বিশ্বাসঘাতকতা কৰিব।

চন্দ্ৰ : নিশ্চয়।

বুঢ়া : কিন্তু স্বৰ্গদেউ, ৰাজমাও দেউতা আৰু ডাঙৰীয়াসকল, যি যিহৰ উপযুক্ত তাক সিমানকে নিদিলে দিওতাৰহে মান যায়। চল পালে কুকুৰে গললৈ জঁপিয়ায়। মগনীয়াক সোণৰ কাঁহীত খাবলৈ দিলে, সি ভাতৰ উপৰি কাঁহীও খাবলৈ বিচাৰে।

বৰগোহাঁই : সত কৈছে।

[সতৰামে চন্দ্ৰকান্তৰ মুখলৈ চায়]

বুঢ়া : স্বৰ্গদেউ লৰা মানুহ। [চন্দ্ৰকান্তৰ মুখৰ বৰণ সলনি হয়, ক্ৰুদ্ধ হৈ পৰে।] সখিয়েকৰ বাহিৰে মৌ-মিঠা মাত আৰু মিতিৰালি দেখিয়ে স্বৰ্গদেউ সন্তুষ্ট।

কিন্তু সেইদৰে ৰাজ্য নচলে। আমি বুঢ়া হৈছো। ৰাজ্য চলোবাৰ নীতি নিয়ম আমি জানো। ৰাজ্য চলোবাৰ কামত কাকো সহজে বিশ্বাস কৰিব নাপায় নিশ্বাসত বিঘিনি। বিশেষকৈ এই সৰু মানুহবোৰক আসৈ দিলে সিহঁতক বিশ্বাস কৰিলে ডাঙৰ বিপদ আছে। ভয়ানক বিপদ আছে।

বৰগোহাঁই : নিশ্চয়, আমিও কওঁ।

বুঢ়া : ৰজা ৰজা, আৰু প্ৰজা প্ৰজা। ৰজাৰ লগত প্ৰজাৰ বেছি হলিগলি হ'বলৈ দিয়া অন্যায়। শাসন কৰিব লাগিলে প্ৰজাক সদায় দমাই ৰাখিব লাগে। নহলে সিহঁতে এই সতৰামৰ দৰে বিদ্ৰোহ কৰিবলৈ বিচাৰে।

ৰাজমাও : সতৰামৰ দোষৰ কথা ডাঙৰীয়াসকলে ভালকৈ শুনক।

বুঢ়া : সৰুসুৰা অপৰাধত স্বৰ্গদেৱৰ সখিক বন্দী কৰি বিচাৰৰ কাৰণে অনা নাই। স্বৰ্গদেউ নাথাকিলে ৰাজ সাজ পিন্ধা, সিংহাসনত বহা, স্বৰ্গদেৱৰ কুঁৱৰীসকলৰ লগত গোপনে হলিগলি কৰা [পদুমীয়ে তলমূৰ কৰে] এইবোৰৰ কথা আপোনালোকে জানেই।

চন্দ্ৰ : আৰু কি আছে?

বুঢ়া : স্বৰ্গদেৱৰ প্ৰিয় সখি বুলি এইবোৰ দোষ ক্ষমা কৰিব পাৰি।

চন্দ্ৰ : নিশ্চয়। এইবোৰ কোনো দোষেই নহয়।

বুঢ়া : কিন্তু সতৰামৰ দোষ—সি ৰাজদ্ৰোহী, ৰাইজদ্ৰোহী, দেশদ্ৰোহী।

বৰগোহাঁই : প্ৰমাণ কি আছে?

বৰপাত্ৰ : কোনোবা সাক্ষী আছেনে?

বুঢ়া : পূৰ্ণানন্দই কেঁচা কাম কোনো দিন কৰা নাই। জাতিৰাম।

সতৰাম : জাতিৰাম, সাক্ষী।

মেমেধু : এৰা, জাতিৰাম মই আগেয়ে জানিছিলো।

বুঢা : মহৰ শিঙত ককিলা ডাঁ'ড লগাইছিলি সতৰাম। তই বাৰেৰে, মই তেৰেৰে, তই বগাৰ ডালে ডালে, মই বগাওঁ পাতে পাতে। তোৰ নিচিনা সতৰাম আগেও উপজিছিল, আগলৈও উপজিব। কিন্তু এই এটা পূৰ্ণানন্দযেই সিহঁতৰ কাৰণে যথেষ্ট। ৰাজমন্ত্ৰীৰ চকু দুটা নহয়, চাৰিটা।

ৰাজমাও : জাতিৰামে, কচোন কি জান?

সতৰাম : কৈ দে জাতিৰাম। যি জান কৈ দে। কেতিয়াও মিছা নকবি। মোৰ কাৰণে নাভাবিবি, কৈ দে।

জাতিৰাম : [অলপ থোকাথুকিকৈ।] স্বৰ্গদেউ ঈশ্বৰ আৰু ডাঙৰীয়াসকল, সতৰামে কি কৰে নকৰে চাবৰ কাৰণে বুঢাগোহাঁই ডাঙৰীযাই মোক চোৰাংচোৱা পাতিছিল।

সতৰাম : জাতিৰাম!

জাতিৰাম : মই সতৰামৰ লগত সদায় আছিলো। সতৰামে স্বৰ্গদেউক আৰু বুঢাগোহাঁই ডাঙৰীযাক ভাঙিবৰ কাৰণে বিদ্ৰোহ কৰিবৰ দিহা কৰিছিল। কালি ৰাতি সকলোকে গোটাই হাবিৰ মাজত তাৰ আলচ কৰিছিল। আজি বিদ্ৰোহ কৰাৰ কথা আছিল। পিছে চাউডাঙক বাতৰি দিয়াই ৰাতিযে সতৰামহঁতক বন্দী কৰা হ'ল।

বৰগোহাঁই : আৰু কোনোবা সাক্ষী আছেনে?

সতৰাম : স্বৰ্গদেউ সখি আৰু ডাঙৰীয়াসকল, আৰু সাক্ষীৰ প্ৰয়োজন নাই। জাতিৰাম মোৰ পৰম বন্ধু। সি যেতিযা কৈছে আপোনালোকে বিশ্বাস কৰক। মই কোনো দিন মিছা কোৱা নাই।

চন্দ্ৰ : কি সখি!

সতৰাম : [শান্তভাৱে] সঁচা সখি, মই ৰাজদ্ৰোহী।

পদুমী : চাৰিঙীয়া ফুকন!

সতৰাম : হয় কুঁৱৰী আইদেউ। কোনো ৰাজদ্ৰোহীয়ে প্ৰাণৰ ভয়ত মিছা নামাতে। তাৰ প্ৰাণতকৈ দেশক সি বেছি ভাল পায়। মই ৰাজদ্ৰোহী, এই কথা সঁচা।

বৰগোহাঁই : তই কিয় ৰাজদ্ৰোহ কৰিবলৈ ওলাইছিলি সতৰাম? কিবা কৰণ ক'ব পাৰিবি নে?

সতৰাম : স্বৰ্গদেউ, ৰাজমাও দেউতা, আৰু ডাঙৰীয়াসকলে জানিব খুজিলে আৰু আজ্ঞা হ'লে ক'ব পাৰো।

চন্দ্ৰ : কোৱা সখি।

সতৰাম : স্বৰ্গদেউ সখি, ৰাজমাও দেউতা, ডাঙৰীয়াসকল আৰু কুঁৱৰীসকল— সৰু কুলত, দুখীয়া পৰিয়ালত, কুকুৰাচোৱাৰ ঘৰত মোৰ জন্ম। কিন্তু দুখীয়া বুলিও নীহকুলীয়া বুলিও মই ইন্দ্ৰবংশী আহোম স্বৰ্গদেউৰ প্ৰজা। স্বৰ্গদেৱ চুকাফা, চুহুংমুং, গদাধৰ, ৰুদ্ৰসিংহৰ অসমৰ প্ৰজা মই। সোণৰ-ৰূপৰ অসম দেশৰ প্ৰজা মই। দেশক মই ভাল পাওঁ, স্বৰ্গদেউক মই ভাল পাওঁ দেশৰ ৰাইজক মই ভাল পাওঁ।

বৰগোহাঁই : ওঁ, আমিও ভাল পাওঁ—

সতৰাম : কিন্তু ডাঙৰীয়াসকল, দেশক ভাল পালেই নহয়। মগনীয়ায়ো নিজৰ ভগা জুপুৰিটোক ভাল পায। যি নিজৰ দেশক ভাল পায় সি সেই দশক হানি-বিঘিনি নোহোৱাকৈ, টোপ এটা পৰিবলৈ নিদিয়াকৈ, ঘুণ অকণ নলগাকৈ ৰাখিবলৈ যত্ন কৰিব লাগে।

চন্দ্ৰ : লাগেতো, সখিয়ে ঠিক কৈছে।

সতৰাম : কিন্তু স্বৰ্গদেউ সখি আৰু ৰাজমাও দেউতা, আজি দেশৰ কি অৱস্থা, প্ৰজাৰ কি অৱস্থা, ৰজাঘৰৰ ভিতৰুৱা কি অৱস্থা। আজি প্ৰতিজন প্ৰজা অসন্তুষ্ট। বিষয়াসকলৰ মাজত বিষয় লৈ খোৱা-কামোৰা, ইজন-সিজনৰ শত্ৰু, সিজন-ইজনৰ শত্ৰু। আজি প্ৰজাৰ মাজত দুখ-দৰিদ্ৰতা, আকাল-দুৰ্ভিক্ষ, মাৰি-মৰকে খলি পুতিছে। দুখীয়া প্ৰজাৰ হাহাকাৰ হৈছে। চাৰিওপিনে অনাচাৰ চলিছে, অন্যায় চলিছে, অবিচাৰ চলিছে। পূৰ্ণানন্দ : মিছা কথা, সকলো প্ৰজা শান্তিৰে আছে।

সতৰাম : মই সাজি কথা কোৱা নাই। এবাৰ ৰাজ-হাউলীৰ বাহিৰ ওলাই প্ৰজাৰ মাজলৈ যাওক, সঁচা-মিছাৰ প্ৰমাণ পাব। অবিচাৰ-দুৰ্বিচাৰৰ পৰা ৰক্ষা পাবৰ কাৰণেই সদায় প্ৰজাই বিদ্ৰোহ কৰে। মোৱামৰীয়াসকলেও কৰিছিল। শাসকসকলে বিদ্ৰোহ দমন কৰিলে নহয়। প্ৰজাই কিয় বিদ্ৰোহ কৰিছে তাৰ কাৰণ বিচাৰি উলিয়াই প্ৰতিকাৰৰ দিহা কৰিব লাগে।

পূৰ্ণানন্দ : কাৰণ নজনাকৈয়ে আমি বিদ্ৰোহ দমন কৰিলোনে?

সতৰাম : যি অসমীয়া প্ৰজাই, যি অসমীয়া সৈন্যই সোতৰবাৰকৈ পৰাক্ৰমী মোগল সেনাক অসমৰ পৰা বাজ উলিয়াই খেদাই দিছিল। আজি

এমুঠি মোৱামৰীয়াৰ বিদ্ৰোহ দমন কৰিবলৈ অসমীয়া সৈন্যৰ অভাৱ সেনাপতিৰ অভাৱ, অস্ত্ৰ-শস্ত্ৰৰ অভাৱ, আজি আমাৰ বুঢ়াগোহাঁই ডাঙৰীয়াই মোৱামৰীয়া বিদ্ৰোহ দমাবৰ কাৰণে সাত সাগৰ তেৰ নদীৰ সিপাৰৰ বগা বঙালৰ ওচৰত আঁঠু লৈ ঘৰৰ মজিয়ালৈ শত্ৰু মাতি আনি মোৰ অসম আইক লঘু লাঞ্ছনা কৰিলে। ইয়াতকৈ অসমীয়াৰ লাজ আৰু দুখৰ কিবা কথা আছেনে?

পূৰ্ণানন্দ : বন্ধু হিচাপেহে ইংৰাজ আহিছিল। বিদ্ৰোহ দমন কৰি আকৌ গুচি গ'ল।

সতৰাম : আকৌ গুচি গ'ল। কিন্তু ডাঙৰীয়াসকল সেই বিদেশীহঁতে মোৰ দেশৰ ভিতৰখন দেখি গ'ল। মোৰ অসমৰ মাজ-মজিয়াত সোমাই সিহঁতে মোৰ দেশৰ সোণৰ ভঁৰাল ৰূপৰ ভঁৰাল দেখি গ'ল। বঙালহঁতে দেখি গল, মোৰ দেশৰ সোণ গজা সাৰুৱা মাটি, দেখি গল নদন-বদন ধাননি পথাৰ, মোৰ দেশৰ শাল, সোণাৰু, নাহৰ আগৰৰ কাঠনি, মোৰ হাবিৰ হাতী, গড, ম'হ ছোঁৱৰী পহু। সিহঁতে দেখি গল সোণভৰা ধনশিৰি, সোৱণশিৰি, দেখি গল লোৰ খনি, লোণৰ পুং, নাগমাটি মাটি তেলৰ পুং আৰু দেখি গল মোৰ দেশৰ জীয়াৰী-বোৱাৰীহঁতক।

বুঢ়া : পিছে সেই কাৰণেই তই বিদ্ৰোহ কৰিব লাগেনে? তাৰ পৰা কি হানি হ'ল?

সতৰাম : হানি হোৱা নাই? বিদেশীয়ে বুজি গল অসমৰ ৰাজ শক্তি আজি দুৰ্বল, প্ৰজা বিদ্ৰোহ দমাবলৈ ৰজাৰ শক্তি নাই। সিহঁতে দেখি গল ৰজা আৰু বিষয়া ডাঙৰীয়াসকলৰ মাজত মিল নাই, বিশ্বাস নাই, আছে দুৰ্ঘোৰ অবিশ্বাস আৰু বিভেদ। স্বৰ্গদেৱে ইংৰাজ বৰলাটলৈ গোপন চিঠি দিয়ে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিৰুদ্ধে সহায় বিচাৰি, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই—

চন্দ্ৰ : [অপ্ৰস্তুতভাৱে] কিন্তু সেই কথা, সেই কথা— [পূৰ্ণানন্দই চন্দ্ৰকান্তৰ মুখলৈ চায়।]

ৰাজমাও : মিছা কথা।

সতৰাম : মৰণৰ আগ মুহূৰ্তত মিছা কথা কৈ মোৰ কোনো লাভ নাই, ৰাজমাও দেউতা। কিন্তু মই সকলো জানো। বেয়া নাঁপাবা সখি।

বৰগোহাঁই : সতৰাম।

সতৰাম ৹ অ' ভুল হৈছে। মোৰ বেয়া নাপাব স্বৰ্গদেউ। মই ইয়াকো জানো বছৰি একলাখকৈ টকা দিম বুলি বুঢ়াগোহাঁই ডাঙৰীয়াই ইংৰাজৰ লগত মিত্ৰতা কৰিছে। দুখীয়া প্ৰজাই কিয় দিব সেই টকা? তাৰ পৰা প্ৰজাৰ কি লাভ হ'ব?

ৰাজমাও ঃ একো লাভ নহয়, পিছে কি হল?

সতৰাম ঃ যদি কোনো লাভ নহয়, তেন্তে দুখীয়া প্ৰজাৰ হাতৰ মুঠিৰ পৰা সেই ধন কাঢ়ি নি কিয় বিদেশী বঙাললৈ পঠাব?

বৰগোহাঁই ঃ কিন্তু আনে যেযে যি কৰক, তই বিদ্ৰোহ কৰিবলৈ লৈছিলি কিয়?

সতৰাম ঃ এটা মানুহে অকলে বিদ্ৰোহ কৰিব নোৱাৰে দেউতা। অকলময়ে নহয়, দেশৰ অন্য প্ৰজাও বিদ্ৰোহী হৈ উঠিছে। ৰজা, মন্ত্ৰী, বিষয়া হব'ৰ কাৰণে মই বিদ্ৰোহ কৰিব খোজা নাছিলো। মই ৰাইজৰ দুখৰ সমভাগী, ৰাইজ জুৰুলা, দুৰ্দশাগ্ৰস্ত। স্বৰ্গদেৱেও নাচনী গাবনী লৈ থাকে, এইবোৰ কথাৰ ভু নাৰাখে।

চন্দ্ৰ ৹ সতৰাম।

সতৰাম ঃ অতদিন সখি বুলি মাতিছিলো সখি, আজি আমাৰ সেই সম্পৰ্ক ছিগি গৈছে। এতিয়া আপুনি স্বৰ্গদেউ চন্দ্ৰকান্ত আৰু মই বিদ্ৰোহী সতৰাম কিন্তু সখি তুমি মোৰ শৈশৱৰ বন্ধু, মই বন্ধুত্বৰ বিশ্বাসঘাতকতা প্ৰাণ থাকে মানে নকৰো, কিন্তু দেশৰ স্বাৰ্থকোতো মই বিশ্বাসঘাতকতা কৰিব নোৱাৰো। মই জানো সখি তুমি সৰল, তুমি অজলা তুমি ৰাজনীতিৰ মেৰপাক বুজি নোপোৱা। আৰু অন্যেও (পূৰ্ণানন্দৰ ফালে চাই) সেই কথা জানে। সেইদেখি আনে তাৰ সুযোগ লৈছে। কিন্তু মই সুযোগ ল'বলৈ নিবিচাৰো। স্বৰ্গদেৱৰ মৰমতকৈ দেশৰ মৰম মোৰ কাৰণে বহুত ডাঙৰ। সেই দেশৰ কল্যাণৰ কাৰণে, ৰাইজৰ কল্যাণৰ কাৰণে মই সখিৰ মৰমকো একাষৰীয়া কৰি থৈ মোৰ সখিৰ বিৰুদ্ধে আৰু বুঢ়াগোহাঁই ডাঙৰীয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব খুজিছিলো।

বুঢ়া ঃ তেন্তে তই দোষ স্বীকাৰ কৰিছ? তই ৰাজদ্ৰোহী, দেশদ্ৰোহী।

সতৰাম ঃ স্বীকাৰ কৰিছো।

পদুমী ঃ চাৰিঙীয়া ফুকন।

সতৰাম ঃ স্বীকাৰ কৰিছো, মই ৰাজদ্ৰোহী, মই অত্যাচাৰী বুঢ়াগোহাঁই আৰু অকৰ্মণ্য স্বৰ্গদেউৰ হাতৰ পৰা ৰাজ্যভাৰ কাঢ়ি আনি প্ৰজাৰ হাতত দিব খুজিছিলো। মই স্বীকাৰ কৰিছো মই ৰাজদ্ৰোহী, কিন্তু মই

দেশদ্ৰোহী নহও। দেশক ভাল পাওঁ কাৰণেই মই সখিৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ ওলাইছিলো।

বুঢা : দেশদ্ৰোহীৰ দীঘলীয়া কথা শুনি থাকি লাভ নাই। ৰাজদ্ৰোহী আৰু দেশদ্ৰোহী একে কথা। সি দোষ স্বীকাৰ কৰিছে। তাৰ লগতে বন্দী হৈছে জগধৰ, মেমেধু আৰু ইহঁত। সকলো বিদ্ৰোহী। [পদ্মাৰ ফালে চাই,] কিন্তু আৰু আছে ইহঁতৰ লগত। সতৰাম, তোৰ লগত আৰু কোন কোন আছিল ক'ব লাগিব। ক' এই বিদ্ৰোহৰ ষড়যন্ত্ৰত তোৰ লগত আৰু কোন যোগ আছিল?

সতৰাম : বেলেগকৈ কোনো মোৰ লগত নাই। দেশৰ সকলো দুখীয়া প্ৰজা বিদ্ৰোহী।

বুঢা : নাম ক'ব লাগিব।

সতৰাম : ভূতৰ পুতেক সতৰাম।

বুঢা : আৰু কোন কোন?

সতৰাম : স্বৰ্গদেবৰ সখি সতৰাম।

বুঢা ॰ আৰু কোন?

সতৰাম : বিদ্ৰোহী সতৰাম।

বুঢা : কোনো সাৰিব নোৱাৰে। সকলোৰে নাম ক'ব লাগিব। আৰু কোন আছিল?

সতৰাম : বুঢাগোহাঁই ডাঙৰীয়াৰ শত্ৰু সতৰাম চাৰিঙীয়া ফুকন।

বুঢা : চলাহী কথা নালাগে। ক' আৰু কোন আছিল?

পদুমী : [হঠাৎ চিঞৰি উঠি] আৰু মযো আছিলো ডাঙৰীযা মই বেঙেনাআটিৰ নাচনী পদুমী, স্বৰ্গদেৱৰ কুঁৱৰী পদ্মাৱতী।

চন্দ্ৰ ॰ পদমা । কি? কি কৈছা?
[পূৰ্ণানন্দই হাঁহে]

দুৱৰী : আৰু মযো দেউতা, মই বেটী দুৱৰী।

ৰাজমাও : দুৱৰী কি কলি? তই?

মেমেধু : মযো ৰাইজৰ ফলীয়া দিযক। ৰাইজখনে নাচে যদি মইনো শুই থাকি কি কৰিম?

বুঢা : চাওক স্বৰ্গদেউ আৰু ডাঙৰীযাসকল, গাখীৰ খুৱাই কি সাপ পোহা হৈছিল অতদিন। ঘৰৰ ভিতৰতে অতবোৰ শত্ৰু, ঘৰৰ লগুৱা-লিগিৰী সকলো সতৰামৰ ফলীযা, সকলো বিদ্ৰোহী। এইটো ভূতৰ পুতেক

সতৰাম — তাক চাৰিঙীয়া ফুকন পাতে, এইজনী নাচনী পদ্মাৱতী, তাইক আকৌ কুঁৱৰী পাতে, এইজনী বান্দীৰ দুৱৰী, তাযো' দ্ৰোহীযাৰ লগ, আৰু এইটো পেট বজাই ফুৰা, ভাত ভগনীযা মেমেধ্ৰু সিও ৰাজদ্ৰোহ কৰিবলৈ যায়।

চন্দ্ৰ : [অসহায়ভাৱে] মই একো বুজিব পৰা নাই ডাঙৰীয়া মোৰ একো বিশ্বাস হোৱা নাই। পদুমীহঁত বিদ্ৰোহী হ'ব কিয়? কি কৈছে সিহঁতে নিজেই বুজা নাই। নহয়নে পদ্মা?

পদ্মা : (ৰজালৈ পুতৌৰ চাৱনিৰে) সকলো বুজি পাইহে দ্ৰোহ কৰিবলৈ ওলাইছিলো, আৰু সকলো বুজি পাইহে এইবোৰ কৈছো স্বৰ্গদেৱ। আমাৰ নিচিনা দুখীয়া মানুহৰ ছোৱালীবোৰ আনি আপোনালোকে পুতলা খেল খেলিছে। কাৰোবাক বান্দী কৰি ৰাখিছে, কাৰোবাক লিগিৰী কৰিছে, কাৰোবাক কুঁৱৰী কৰাৰ লোভ দেখুৱাইছে। সিহঁতক এবাৰো কোনোবাই সুধিছেনে সিহঁতে সুখ পাইছেনে নাই? সেইদেখি আমি তিৰোতাযো বিদ্ৰোহ কৰিছো।

বুঢ়া : ৰাজদ্ৰোহৰ শাস্তি কি জান?

সতৰাম : বুঢ়াগোহাঁই ডাঙৰীয়া থাকেমানে প্ৰাণদণ্ডৰ কম নহয়।

মেমেধ্ৰু : এৰা, বোলে ভাতৰ ভোকত মৰিলেও মৰা, চাউডাঙৰ যাঠিৰ খোচত মৰিলেও মৰা। প্ৰাণ মুঠেই এটা, সেইটোকে যদি দণ্ড দিযে, দেহাটোৰে নো কি খাৰ ৰান্ধি খাম?

বুঢ়া : মুখ জঁপা কুকুৰ। কি ভুকিছ। স্বৰ্গদেউ, ৰাজমাও দেউতা আৰু ডাঙৰীযাসকল, ৰাজদ্ৰোহৰ অপৰাধ সতৰামে স্বীকাৰ কৰিছে, গতিকে ৰাজদ্ৰোহৰ ষড়যন্ত্ৰ কৰাৰ কাৰণে আৰু ৰাজদ্ৰোহলৈ প্ৰজাক উদগোৱাৰ কাৰণে সতৰামৰ প্ৰাণদণ্ড হ'ব লাগে।

সতৰাম : [হাঁহি] হয়।

পুদমী : [চন্দ্ৰকান্তৰ কাষ চাপি] স্বৰ্গদেউ, বুঢ়াগোহাঁই ডাঙৰীযাৰ কথা শুনিলে। আপুনি মোক কথা দিছিল, পিছে আপোনাৰ কথা ৰাখিব পাৰিব জানো? চাৰিঙীয়া ফুকন যে আপোনাৰ সখি।

বুঢ়া : সতৰাম ৰাজদ্ৰোহী—

বৰগোহাঁই : কিন্তু ৰাজদ্ৰোহ কৰিবলৈ ললেও, কৰিব নোৱাৰিলে যেতিয়া—

চন্দ্ৰ : হয়, সখিৰ প্ৰাণদণ্ড হ'ব নোৱাৰে।

ৰাজমাও : স্বৰ্গদেৱে এইবোৰ কথাত নমতাই ভাল।

পদুমী : স্বৰ্গদেউ, চাৰিঙীয়া ফুকনৰ কোনো দোষ নাই।

সতৰাম : সখি স্বৰ্গদেউ, তুমি যদি আজি ৰজা নহলাহেঁতেন। তুমি যদি কেৱল মোৰ সখি হলাহেঁতেন, আৰু ৰজা নহলাহেঁতেন। তুমি এতিয়াও মানুহ হৈ আছা সখি, মানুহ হৈ আছা।

চন্দ্ৰ : সখিৰ প্ৰাণদণ্ড হ'ব নোৱাৰে।

বুঢ়া : [অলপ ভাবি] স্বৰ্গদেৱে মোৰ কথাত হকাবধা নকৰিলেই ভাল আছিল। বাৰু সতৰাম, স্বৰ্গদেৱে যেতিয়া কৈছে তোক প্ৰাণদণ্ড শাস্তিৰ পৰা ৰেহাই দিয়া গ'ল।

মেমেধু : এৰা, চাউডাংহঁতেনো সদায় কিমান মানুহ বধিব আৰু। এইবেলিলৈ থাক সতাই।

বুঢ়া : কিন্তু সি নিৰ্দোষী নহয়। দোষীৰ শাস্তি হবই লাগিব। ৰাজদ্ৰোহৰ অপৰাধত দোষী সতৰামৰ ওভোতাই মূৰ খুৰাই, মূৰত ঘোল ঢালি, গাত চুণ-ছিটিকনি দি অসম দেশৰ পৰা বাজ কৰি দিয়া হওক। সতৰামক নিৰ্বাসিন দণ্ড দিয়া হওক আৰু কোনোদিন সি এই দেশলৈ ঘূৰি আহিব নোৱাৰিব। এই দেশৰ চাৰি সীমাৰ ভিতৰত পালে তাৰ প্ৰাণদণ্ড হ'ব— বিনা বিচাৰে। শুনিছ মোৰ কথা?

সতৰাম : [শান্তভাৱে] শুনিছো ডাঙৰীয়া। কিন্তু দেশৰ পৰা নিৰ্বাসনতকৈ মৃত্যুদণ্ডই বেছি ভাল আছিল। কিন্তু সখি, ৰাজমাও দেউতা আৰু ডাঙৰীয়াসকল মোৰ দেহাটো য'তেই নাথাকক, মোৰ মনটো, মোৰ প্ৰাণটো এই অসমতেই চিৰদিন থাকিব। মোৰ দেহাটোক নিৰ্বসন দিব পাৰে, কিন্তু মনটোক নিৰ্বাসিন দিব কেনেকৈ?

বুঢ়া : সতৰামক নগা পৰ্বতৰ নামনিত মেলি থৈ আহিব লাগে।

সতৰাম : মোক যতেই নেমেলক মই নমৰো। মৰিলেও আকৌ ইয়ালৈকে আহিম। কিন্তু বুঢ়াগোহাঁই ডাঙৰীয়া, মোক প্ৰাণে নামাৰি আপুনি ভাল কৰা নাই। জীয়াই থাকিলে মই আকৌ আহিম। মোৰ দেশৰ পৰা মোক কোনোৱে আঁতৰাই পঠাব নোৱাৰে।

বুঢ়া : কিন্তু তই মোৰ আদেশ শুনিছ, তই আৰু দেশলৈ ঘূৰি আহিব নোৱাৰ।

সতৰাম : শুনিছো ডাঙৰীয়া, বুঢ়াগোহাঁই ডাঙৰীয়াৰ কথা সতৰামে শুনিছে। কিন্তু লগতে সতৰামৰ দু'আষাৰ শুনক ডাঙৰীয়াসকল। আজি মোক নিৰ্বাসিন দিছে, মোৰ দেশৰ পৰা মোক বাহিৰ কৰি দিছে, হয়তো

নিৰ্বাসনতে মোৰ মৃত্যুৰো ব্যৱস্থা কৰি ৰখা হৈছে। উচপ নাখাব বুঢ়াগোহাঁই ডাঙৰীয়া, ভাবিছে মোক আঁতৰাব পাৰিলেই বুঢ়াগোহাঁইৰ স্বেচ্ছাচাৰ অবাধে চলিব পাৰিব। স্বৰ্গদেৱে নিৰাপদে ৰাজ্য ভোগ কৰিব পাৰিব। আৰু অন্যায় চলি থাকিলেও, কোনোৱে বিদ্ৰোহ নকৰিব। ভুল আশা কৰিছে ডাঙৰীয়া। জ্বলি থকা জুইৰ অঙঠা আঁচলত বান্ধিলে নুমাই নাযায, জ্বলিহে উঠে। জুই জ্বলিবই।

বুঢ়া : এটা এটাকৈ দেশৰ সকলো দ্ৰোহীযাক মই শেষ কৰিম।

সতৰাম : তেতিযাহলে দেশত আপোনাৰ বাহিৰে কোনোৱেই জীযাই নাথাকিব। কিন্তু ডাঙৰীযা, প্ৰজাক একাষৰীযাকৈ থৈ ৰাজ্য চলাবলৈ কৰা অপচেষ্টা ব্যৰ্থ হৈ যাব। বিদেশীৰ ওচৰত পদানত হৈ আঁঠু লওতে বিদেশীৰ ওচৰত বেচা যাব। যদি এইদৰে অবিশ্বাস, অৰিযাঅৰি, খোৱাকামোৰা চলি থাকে, দেশৰ স্বাধীনতা নৰয, দেশ লোকে খাব। কোনোবা মানে, কোনোবা মোগলে কোনোবা ইংৰাজে ইযাতে বৰপীৰা পাৰি বহিব।

চন্দ্ৰ : তুমি থাকা সখি, — নহলে—

ৰাজমাও : স্বৰ্গদেউ, বিচাৰ ভাগিল, উঠিবৰ হ'ল।

সতৰাম : মই যাওঁ সখি, মই থাকিব নোৱাৰো, দেশৰ মাটিত মোৰ ঠাই নাই। স্বৰ্গদেউ, ৰাজমাও দেউতা, সভাসদসকল, মই যাওঁ, কিন্তু যোৱাৰ আগতে কৈ যাওঁ মই দেশদ্ৰোহী নহয, মই ৰাইজদ্ৰোহী নহয, মই ৰাজদ্ৰোহী। ৰজা অনুপযুক্ত হলে, সেই ৰজা ভাঙি নতুন ৰজা পাতিবৰ অধিকাৰ প্ৰজাৰ আছে। আজি সেই অধিকাৰ নিদিব পাৰে, কিন্তু কালিলৈ সেই অধিকাৰ ৰাইজে লবই। কোনোৱে বন্ধ কৰি ৰাখিব নোৱাৰে।

বুঢ়া : চাউডাং বৰুৱা, ইহঁতক লৈ যাব লাগে। আজিলৈ চ'ৰাই গা, তোলক।

সতৰাম : যাওঁ, আৰু কথা নকওঁ, সময়ো নাই, প্ৰযোজনো নাই। গাৰ বলেৰে মোৰ মুখ বন্ধ কৰিছে, কিন্তু বৰ্তমানৰ আৰু ভৱিষ্যতৰ বিদ্ৰোহীবোৰ মোতকৈ বহুত বেছি শক্তিশালী, সিহঁতৰ মুখ বন্ধ কৰিব নোৱাৰিব। বিদ্ৰোহীহঁতৰেই, প্ৰজাৰেই এদিন জয হ'ব।

(হঠাৎ পদুমীযে কান্দি উঠে)

পদুমী : মই কি কৰিম বডাদেউ, মই ক'ত থাকিম? কাৰ লগত থাকিম?

চন্দ্ৰ : তুমি কলৈ যাবা পদুমী?

ৰাজামাও : ছিঃ স্বৰ্গদেউ, তাই যাওক। তায়ো সতৰামৰ লগৰীয়া।

মেমেধু : ব'ল ময়ো যাওঁ। কন্দা-কটাখন নকৰ পদুমী। দুৰৱী নাযাবনে? যাব যদি ব'ল। দেশখনৰ পৰাহে খেদাইছে, ভৰিৰ তলৰ মাটিখন কলৈ যাব?

সতৰাম : সখি যাওঁ। ক্ষমা কৰিব। মই বৰ অকৃতজ্ঞ হলো।

বুঢ়া : চাউডাং বৰুৱা, কি ৰং চাই আছ—

সতৰাম : যাওঁ, যোৱাৰ আগতে সাতখলপীয়া স্বাধীন অসমৰ পবিত্ৰ সিংহাসনলৈ এটা সেৱা জনাই যাওঁ—

(সতৰাম, পদুমী, দুৰৱী, মেমেধু, জগধৰে আঁঠু লয়)

সতৰাম : (প্ৰাৰ্থনা কৰি) স্বাধীন অসমৰ বুকৰ পৰা যেন এই সিংহাসন কোনোৱে কাঢ়ি নিব নোৱাৰে প্ৰভু।

[সিংহাসনক সেৱা কৰি উঠে।]

সতৰাম : যাওঁ সখি—

[সকলো ওলাই যায়। পদ্মাহতে ঘূৰি ঘূৰি চাই যায়। অলপ পৰ চন্দ্ৰকান্ত অকলশৰে বহি থাকে, তাৰ পিছত চিঞৰি ওলাই যায়।]

চন্দ্ৰ : সখি, পদ্মা—

[‘সখি,’ ‘পদ্মাৰ’ প্ৰতিধ্বনি হয়।]

—যৱনিকা—

[নয়নৰ ষ্টুডিঅ'। আগবেলা। তেওঁ এখন কেনভাচত কাম কৰি থাকে]

নয়ন : ওহোঁ-নহ'ল। ৰংটো বৰ পাতল হৈ গ'ল। যান্ধনি বেলিৰ পোহৰত মেঘবোৰ আৰু ৰঙচুৰা হয়। আৰু এটা ৰং দিব লাগিব যেন পাইছো। বগলী জাক পাছে বৰ ঘন হ'লনেকি—জানো, বাৰু দেখা যাওক। [ছবি আঁকি আঁকি এটা গানৰ এটা শাৰী অস্পষ্টভাৱে গুণগুণাই থাকে। গুণগুণনি বন্ধ হয়। এনেতে নাৰী কণ্ঠৰ এটি আনন্দময় গুণগুণনি শুনা যায়। সুৰটো আগবাঢ়ি আহে]

নয়ন : সুৰ।—

[সুৰেই মুখেৰে নামাতে। গানৰ শাৰীটো গুণগুণাই যায়]

নয়ন : সুৰ। আজিচোন ৰঙতে ৰাংঢালীজনী হৈ আহিছা। আনন্দৰ কোবত মাতিবলৈয়ো পাহৰিলানেকি?

[সুৰই বেছিকৈ সুৰটো গুণগুণায়]

নয়ন : অঃ সুৰক যেতিয়া সুৰে পালে আমি আৰু ক'ৰ কোন। বহিবা নে সদায় দেখা ছবিবোৰকে চাই থাকিবা?

[অকণমান নিস্তব্ধতা] এই চোৱা, এয়া কি নতুন ছবি আঁকিছো আজি—

সুৰ : [গুণগুণনি বন্ধ কৰি আগ্ৰহেৰে] নতুন ছবি, ক'তা, চাও নয়ন দাদা। [সুৰই কথা ক'বলৈ আৰম্ভ কৰাৰ লগে লগে নয়নে প্ৰথমৰ গানৰ শাৰীটো গুণগুণনি আৰম্ভ কৰে]

সুৰ : ক'ত নয়ন দাদা। ক'ত আঁকিছা নতুন ছবি? নেদেখুৱা। তেনেহলে থাকা তুমিয়ে, তোমাৰ ছবিবোৰ লৈ। মই তোমাৰ ছবি চাবলৈ আহিছিলো। তোমাক চাবলৈ অহা নাই। এঃ ছিঃ, কি বলিয়ালিবোৰ কৰা। গালত ৰংবোৰ সানি দিলে ছেঃ। মাইতে দেখিলে কি বুলি ক'ব বাৰু?

নয়ন : নাযাবা সুৰ, এয়া চোৱা....

সুৰ : বৰ ধুনীয়া আঁকিছা দাদা। ইমান ধুনীয়া হৈছে পটভূমি। [লাহে-লাহে] গভীৰ নীলা আকাশখন, সৌ দিগন্তৰ পাতল সোণবৰণীয়া মেঘবোৰ,

গছ্ৰ আগৰ ৰাঙ্গনি ৰ'দৰ পোহৰৰ জিলিঙনি, সোঁ দূৰণিৰ গাওঁখনৰ সৰু সৰু ঘৰবোৰ, আৰু দূৰণিলৈ উৰি যোৱা বগা পাখিৰ নিঃশব্দ বগলীজাক ইমান জীৱন্ত হৈছে দাদা সঁচাকৈয়ে।

নযন : সম্পূৰ্ণ হ'বলৈ এতিয়াও বাকী আছে সুৰ। শেষ হ'লে দেখিবা অন্য ৰকম হৈ পৰিব।

সুৰ : জানো, শেষ হ'লে আৰু ভাল হ'ব। কিন্তু এতিয়াই ইমান ধুনীয়া হৈছে! এই যে কোমল ঘাঁহনিডোখৰ। ইঃ ইমান, ইমান মৰম লাগে। কিন্তু—

নযন : জানিছোঁ, আজিও তোমাৰ কিন্তুৰ পৰা হাত সাৰিবৰ উপায নাই।

সুৰ : সাৰিবা, সাৰিবা ভয় নাই। মই সকলো শুনিছো। যুদ্ধলৈ নগলে যেন আৰু তুমি খাবলৈ নেপায় মৰিবা। বাৰু, নযন দাদা, তুমি শিল্পী মানুহ, যুদ্ধলৈ গৈ তুমি কি কৰিবাগৈ?

নযন : এই প্ৰশ্ন মই নিজকো কৰিছো সুৰ। মই শিল্পী হ'ব পাৰো। মোৰ বহুত ধুনীয়া কল্পনা আছে। মোৰ হযতো তুলিকাত সেইবোৰক জীয়াই তোলাৰ শক্তি থাকিব পাৰে। মই সকলো জানো, কিন্তু সুৰ, মই বৰ দুখীয়া। এই যুদ্ধৰ দিনত ছবি আঁকি জীৱিকা নিৰ্বাহ কৰা অসম্ভৱ কথা।

সুৰ : কিন্তু তুমি যুদ্ধত যোগ নিদিওতো পাৰা, যুদ্ধলৈ নগৈওতো পাৰা?

নয়ন : পাৰো হয়তো। কিন্তু মোৰ বহুত আশা, বহুত কল্পনা আছে সুৰ। কিমান বিচিত্ৰ এই পৃথিৱীখন। কত ৰকমৰ মানুহ, কত বিভিন্ন দেশ, বিভিন্ন নদী, প্ৰান্তৰ গাওঁ। সেইবোৰ দেখিবলৈ পোৱা, চিত্ৰত সেইবোৰ ধৰি ৰাখিবলৈ পোৱা, কম আনন্দ আৰু সৌভাগ্যৰ কথানে? সুযোগটো সদায় নাহে।

সুৰ : কিন্তু তুমিয়ে এদিন কৈছিলা যে প্ৰকৃত সৌন্দৰ্যৰ সৃষ্টি অন্তৰাত্মাতহে, বাহিৰ জগতত নহয়।

নয়ন : সঁচা, বাহিৰ জগতৰ আলম লৈয়ে অন্তৰৰ সৌন্দৰ্য-সাধকটোৱে নতুন ৰূপত সৃষ্টি কৰে।

সুৰ : মোৰ পৰা আমনি পাইছা নহয় দাদা?

নয়ন : তুমি এতিয়াও সৰু ছোৱালী হৈয়ে আছা সুৰ। নহলে এনেকৈ মোৰ মৰমৰ অপমান নকৰিলাহেঁতেন। অ' পিছে, তুমি নতুন কি শিকিছা?

সুৰ : নতুন গান এটা শিকিছোঁ। ধুনীয়া সুৰটো, কথাখিনিও ধুনীয়া—

নয়ন : তুমি সঁচাকৈয়ে সুখী সুৰ। তুমি গান গাব পাৰা, ভায়োলিন বজাব পাৰা, মনৰ ভাববোৰ বিভিন্ন ৰকমে প্ৰকাশ কৰিব পাৰা।—

সুৰ : মাত্র নোৱাৰো তোমাক ধৰি ৰাখিবলৈ। বাৰু মই যাও। অ' দাদা তুমি যোৱাৰ আগতে মোৰ ছবিখন আঁকি দি যাবা জানো?

নয়ন : তোমাৰ ছবিখন! শেষ কৰিব যে পাৰিম আশা নাই। তুমি বেয়া নাপাবা দেই। মই বাৰু য'তে থাকো ত'ৰে পৰা আঁকি শেষ কৰি পঠাম।

সুৰ : নগ'লে তোমাৰ নচলে নহয়। এৰা যুদ্ধলৈ গলে বিনা পইচাত কত ধুনীয়া দেশ দেখিবা, কত ধুনীয়া ছোৱালী দেখিবা—।

নয়ন : যাহ দুষ্টজনী। মই জানিবা আৰু ক'ৰবাৰ ধুনীয়া ছোৱালী বিচাৰিহে যাবলৈ ওলাইছোঁ।

সুৰ : অ' সৌৱা পেহা আহিছে। মই যাওঁ।
[দুৰৰ পৰা] যাওঁ দে—ই—

নয়ন : কি হ'ল, দেউতা।

দেউতাক : [মাতটো দুৰ্বল] তই হেনো যুদ্ধলৈ যাব খুজিছ?

নয়ন : যাবনো ক'ত খুজিছো দেউতা? যুদ্ধহে আমাৰ ওচৰলৈ আহিছে। ঘৰৰ কাষতেই যুদ্ধ লাগিছে। যুদ্ধৰ কাৰণে কিছুমান শিল্পীৰো দৰকাৰ। দৰমহা-পাতি বেয়া নহয়। দেশ চোৱাও হ'ব—

দেউতাক : পিছে ঘৰখন? ভায়েৰটোৰ কি হব ?

নয়ন : তাৰ আৰু তোমাৰ কাৰণেইতো যাবলৈ ওলাইছো দেউতা। এই যুদ্ধৰ দিনত সৰহীয়া পইচা-পাতি নহ'লে কেনেকৈ চলিবা? আৰু যুদ্ধত যোগ নিদিনো অন্য উপায় কি আছে?

দেউতা : তেও বুলি ৰণ বুলিলে মন কোঁচ খাই যায়। কোনে জানে কিবা কি অঘটন ঘটে।

নয়ন : একো ভয় নাই দেউতা। মোৰ কাম হ'ব কেৰাণীৰ নিচিনা। নিজে যুদ্ধ কৰিবলৈ যাব নালাগে। ভাজো লেখা-পঢ়া কামেই কৰিম।

দেউতা : জানো বোপাই। চকুৰ আগতে থকা হলে ঘৰটো শান্তিত থাকিলহেঁতেন।

নয়ন : একো চিন্তা নকৰিব দেউতা। মই সদায় চিঠি-পত্র দি থাকিম। আৰু আজিকালিৰ যুদ্ধ আগৰ নিচিনা নহয়।

দেউতা : যুদ্ধ আৰু কি আজিকালিৰ আগৰ নিচিনা আছে? যেয়ে সৰহ মানুহ মাৰিব পাৰে সেয়ে জিকে। মৰা-কটা কৰিব পাৰিলেই বলী— নহলেই দুৰ্বল। বাৰু মই যাওঁ। পৰহিলৈ তেন্তে ৰাখিয়েই।

নয়ন : পৰহিলৈ! ওঁ এৰা, মই পাহৰিছিলোৱেই। বাৰু দেউতা, এই ছবিখন আধা অঁকা হৈ থাকিল, শেষ কৰি লওঁ। [গুণগুণাই ছবি অঁকাত লাগে। বাহিৰৰ পৰা] নয়ন অ' নয়ন।

নয়ন : বসন্তনেকি। আহ!

বসন্ত : তই দেখোন ছবি আঁকিয়ে আছ নয়ন? কি ঠিক কৰিলি? পেহাই কি ক'লে?

নয়ন : মা-দেউতাই আপত্তি কৰা স্বাভাৱিক। কিন্তু বসন্ত..., বাৰু থাওক।

বসন্ত : থাওক কিয়? ক, কি ভাবিছ?

নয়ন : যুদ্ধলৈ গৈ যদি মই ঘূৰি আহিব নোৱাৰো আৰু।

বসন্ত : ধেৎ কি ছোৱালীৰ নিচিনা কথাবোৰ ভাবিছ অ'? সেইদৰে ভবা হলে এই লাখ লাখ মানুহ যুদ্ধলৈ নগলহেঁতেন। পিছে তোৰ সুৰই কি কয়?

নয়ন : সুৰই? নতুন গান শিকিছে।

বসন্ত : তাৰ মানে আপত্তি কৰা নাই।

নয়ন : সুৰক মই বুজাই কৈছোঁ যে মই মানুহ মৰা সেনা হ'বলৈ ওলোৱা নাই। মই ওলাইছোঁ পৃথিবীৰ বিভিন্ন চিত্ৰৰ ৰূপৰাশি চাবলৈ। তাইক কৈছোঁ কত অচিন মৰুভূমি, কত সেউজীয়া উপত্যকা, বৰফে ঢকা পাহাৰ, কত ৰকমৰ মানুহ চাই কিমান ভাল লাগিব, নহয়নে বাৰু? সঁচাকৈয়ে মোৰা ভাবিয়েই ভাল লাগে বসন্ত। মৰাৰ কথাও অবশ্যে মই পাহৰা নাই। কিন্তু যুদ্ধলৈ নগলেতো আৰু পৃথিবীখন নিজে চোৱাৰ মোৰ সম্বল নাই।

বসন্ত : ময়ো তাকেই ভাবিছোঁ। নানা দেশ ঘূৰিম, নানা ঠাই, নানা মানুহ দেখিম, কত অদ্ভুত কাহিনী, ৰোমাঞ্চৰ দুৰ্ঘটনা—আৰু সেইবোৰ লৈ মোৰ নতুন উপন্যাস লিখিম। নতুন সাহিত্য ৰচনা কৰিম। কি যে বিচিত্ৰ যুদ্ধক্ষেত্ৰৰ দৃশ্যবোৰ। তাৰ দৈনন্দিন জীৱনবোৰ। নিজে সেইবোৰ নেদেখিলে কল্পনা কৰি আৰু কিমান লিখা যায়?

নয়ন : এৰা বসন্ত, আমি শিল্পী-সাহিত্যিকবোৰ য'তে থাকো য'লৈকে যাওঁ, সৃষ্টি কৰাই আমাৰ ধৰ্ম। যুদ্ধক্ষেত্ৰতো আমি ধ্বংসৰ মাজত বহি নতুন নতুন সৌন্দৰ্য সৃষ্টি কৰি যাম।

বসন্ত : তেন্তে তই সাজু হ।

নয়ন : এই ছবিখন পাৰিলে শেষ কৰি লওঁ। ইয়াৰ ভাবটোৱে ভালেমান দিনৰ পৰা মনটো অস্থিৰ কৰি ৰাখিছিল।

বসন্ত : কিহৰ ছবিনো?

নয়ন : এই যে দীঘলীয়া আন্ধাৰ গহ্বৰটো, তাৰ সন্মুখত এদল মানুহ, সিপাৰে এখন স্নিগ্ধ উপত্যকা, মানুহবোৰে এই মৰণৰ গহ্বৰটোৰ মাজেদি সেই জীৱনৰ উপত্যকালৈ যাবলৈ বিচাৰিছে!

বসন্ত : বেচ ব'ঙ্ড হৈছে ! বাৰু আঁক, মই যাওঁ।

নয়ন : বাৰু যা ! [কোলাহল শুনা যায়, ৰেল ষ্টেচন]

সুৰ : নয়ন দানা।

নয়ন : কি সুৰ।

সুৰ : মোৰ বেয়া লাগিছে।

নয়ন : কিয়?

সুৰ : সৌ সৈন্যবোৰ ? কাৰো মুখত হাঁহি নাই। যেন সকলো ভাগৰি পৰিছে। আৰু—

নয়ন : কি?

সুৰ : তুমি যে মোৰ ছবিখন আধা অঁকাকৈয়ে থ'লা?

নয়ন : তোমাৰ ছবিখন মই লগতে লৈছো। যিমান সোনকালে পাৰো আঁকি শেষ কৰি পঠিয়াই দিম। তুমি বেয়া নেপাবা দেই।

সুৰ : মই আগত নাথাকিলে তুমি মোৰ ছবিখন আঁকিব পাৰিবা জানো ? কি চাই আঁকিবা?

নয়ন : তুমি মোৰ মনত থাকিবা নহয়, মনৰ পৰা সুঁৱৰি সুঁৱৰি আঁকিম।

সুৰ : বাৰু দাদা, ওহো নকওঁ।

নয়ন : নক'লে মই কেনেকৈ জানিম?

সুৰ : বাৰু দাদা, ময়ো যদি যুদ্ধলৈ যাওঁ।

নয়ন : যুদ্ধলৈ—! তুমি—?ধেৎ পাগলী? তুমি আকৌ কি কৰিবলৈ যুদ্ধলৈ যাবা?

সুৰ : যদি কিবা উপায় কৰি যাব পাৰোঁ।

নয়ন : সেইবোৰ পাগলামি। তোমাৰ গান আছে, সুৰ আছে, নাচ আছে। সেইবোৰ সাধনা কৰি থাকা।

সুৰ : বাৰু দাদা মই যদি যুদ্ধলৈ যাওঁ তোমাক লগ পামনে বাৰু?

নয়ন : মই ঘূৰি আহিম নহয়, সুৰ। তুমি দেউতাইতৰ অলপ খবৰ ৰাখিবা।

সুৰ : কিন্তু মোৰ খবৰ কোনে ৰাখিব? মই....

নয়ন : মই সদাই চিঠি দি থাকিম। তুমিও দিবা দেই। তাৰ পিছত যেতিয়া ঘূৰি আহিম...।

সুৰ : যোৱা, তুমি সদায় সকলো কথা ভৱিষ্যতলৈ থৈ দিয়া।

নয়ন : ভৱিষ্যতৰ বুকুত যদি কোনো আশাৰ স্থল নাথাকে. তেন্তেনো কি কৰিবলৈ ঘূৰি আহিম? যদি জানো কোনোবাই মোৰ ঘূৰি অহালৈ বাট চাই আছে....

[ৰেলৰ উকি আৰু ষ্টেচনত সোমোৱাৰ শব্দ]

সুৰ : নয়ন দাদা।

নয়ন : হোঁ

সুৰ : তুমি আকৌ ঘূৰি আহিবা।

নয়ন : কিয় নাহিম, সুৰ?

সুৰ : যদি নাহা, মোক কিন্তু আৰু নোপোৱা।

নয়ন : আহিম নহয় সুৰ। মই য'তেই নাথাকো মোৰ মনটো তোমাৰ ওচৰতে থাকিব। [ৰেলৰ উকি পৰে। কোলাহল বাঢ়ে]

সুৰ : যোৱা তেন্তে দাদা।

নয়ন : চকুপানীবোৰ মোহাৰি পেলোৱা সুৰ। তুমি নতুন সুৰ শিকিবা, মই ছবি আঁকিম। তাৰ পিছত আমি এখন নতুন জগত ৰচনা কৰিম, তুমি আৰু মই—

[ৰেল ষ্টেচন এৰাৰ শব্দ ক্ৰমে বিলীন হৈ যুদ্ধক্ষেত্ৰৰ পৰিবেশ সৃষ্টি হয়]

প্ৰফেচাৰ স্মিথ : হেলো আৰটিষ্ট?

নয়ন : হেলো প্ৰফেচাৰ স্মিথ।

প্ৰফেচাৰ : ধুনীয়া জোনাক হৈছে নহয়?

নয়ন : এৰা ধুনীয়া জোনাক প্ৰফেচাৰ। সেয়াযে আকাশৰ নীলাৰ ওপৰত জোনাকৰ বগা আৰু গছপাতৰ সেউজীয়া মিহলি হৈ এটা নতুন ৰং হৈছে, সেইটো ওৱাণ্ডাৰফুল, এটা অদ্ভুত ৰং।

প্ৰফেচাৰ স্মিথ : বাহিৰত ইমান এখন ৰূপভৰা ধুনীয়া পৃথিৱী, অথচ আমাৰ ওলাই চাবৰ আজৰি নাই। ব্লেক আউটৰ আন্ধাৰত থাকি থাকি বাতি বুলিলেই ভয় লাগে। বাতি নহয় যেন মূৰ্তিমান মৃত্যু, ডেথ, ইনকাৰনেট।

নয়ন : বহা আহা, প্ৰফেচাৰ। মহাসাগৰৰ দুই প্ৰান্তৰ আমি দুই বন্ধু। তুমি এমেৰিকান, মই এচিয়াৰ। আমি দুয়ো শান্তি ভাল পাওঁ। সৌন্দৰ্য ভাল

পাওঁ। জীৱনক ভাল পাওঁ। আমি দুয়ো মৰণক ঘৃণা কৰো, ধ্বংসক ঘৃণা কৰো, আন্ধাৰক ঘিণ কৰো, নহয়নে প্ৰফেচাৰ? কিন্তু প্ৰফেচাৰ, কিয় ধ্বংসৰ তাণ্ডৱ নৃত্য?

প্ৰফেচাৰ স্মিথ : তুমি সৰু ল'ৰা নয়ন। তুমি মোৰ ল'ৰা ৰবাৰ্টৰ সমান হ'বা। মই সাতাইশ বছৰ বিশ্ববিদ্যালয়ত ইতিহাস পঢ়াইছো। সাতাইশ বছৰ মই ইতিহাসৰ অধ্যাপক। আমাৰ বুৰঞ্জীবোৰ কিছুমান জঘন্য হত্যাকাণ্ডৰ চতুৰ বিৱৰণী, আৰু একো নহয়। কেৱল যুদ্ধ, হত্যা, ধ্বংস, মৃত্যু, এচডটল অব মেনচ বিষ্টিলিন্চে। মানুহৰ পশুত্বৰ নিৰ্লজ্জ কাহিনী। মৃত্যুৰ করুণ কাহিনী।

নয়ন : কিন্তু সেই নিৰ্লজ্জ কাহিনীতে আমি যোগ দিছো আৰু এটা নিৰ্লজ্জ অধ্যায়। নহয় জানো প্ৰফেচাৰ?

প্ৰফেচাৰ স্মিথ : ঠিকেই কৈছা, কিন্তু মই কিয় যুদ্ধলৈ আহিলো জানা? আই ওয়াণ্ট টু চি দি হোল থিং ফৰ মাইচেলফ। ইতিহাসত থকা সেই কথাবোৰ মই এবাৰ নিজে চাবলৈ বিচাৰো। মই চাবলৈ বিচাৰো, সভ্য মানুহে কিমান ডাঙৰ ফাঁকি দিব পাৰে, কিমান মিছা ক'ব পাৰে। পশুত্বক বীৰত্ব নাম দি কিমান প্ৰচাৰ কৰিব পাৰে।

নয়ন : প্ৰফেচাৰ স্মিথ, সাতাইশ বছৰ বুৰঞ্জী পঢ়ায়ো তোমাৰ দুবছৰৰ যুদ্ধ দেখিয়ে ভাগৰ লাগিল যেন পাইছো।

প্ৰফেচাৰ স্মিথ : ভাগৰ লগা নাই আৰটিষ্ট, বেজাৰ লাগিছে। মানুহ জানো সভ্য হৈছে? উন্নত হৈছে? সেই প্ৰাক-ঐতিহাসিক যুগৰ কেভমেন আৰু আজিৰ মানুহৰ মাজত পাৰ্থক্য ক'ত? অতীত বুৰঞ্জীৰ অধ্যায়বোৰ পঢ়ি পঢ়ি আৰু বৰ্তমান বুৰঞ্জীৰ অধ্যায়বোৰ দেখি মোৰ বেজাৰ লাগিছে। ফ্ৰেংকলি, আই এম এ চেডাৰ মেন এণ্ড নট ওৱাইজাৰ, আৰটিষ্ট নয়ন।

নয়ন : ৰবাৰ্টইঁতৰ চিঠি আহিছে, প্ৰফেচাৰ।

প্ৰফেচাৰ : আহিছে। ৰবাৰ্টে যোগ দিছে নেভিত আৰু মোৰ ছোৱালীজনীয়ে যোগ দিছে ডব্লিউ দি এচজ, উই আৰ অল আউট টু কিল অৰ টু বি কিলড্। আমি হৈছো অৱস্থাৰ দাস। শক্তিশালীবোৰে অৱস্থা তৈয়াৰ কৰে, আমি তাৰ মেৰপাকত সোমাই জাহ যাওঁ।

নয়ন : নাই পোৱা। কেইবাদিনো কাৰো পৰা চিঠি পোৱা নাই। দেউতাৰেই কিবা অসুখ হৈছেনেকি।

প্ৰফেচাৰ : তোমাৰ সুৰৰ চিঠি?

নয়ন : সুৰবো নাই পোৱা। ছেঃ ভাল মনত পেলালা প্ৰফেচাৰ, সুৰৰ আধা আঁকা ছবি এখন লৈ আহিছিলো, ইয়াতে আঁকি শেষ কৰিম বুলি। আজি আঠ মাহ হ'ল বাকচটোকে মেলিব পৰা নাই।

প্ৰফেচাৰ : শেষ কৰিবলৈ সময় পাবা জানো ইয়াত?

নয়ন : সময় নাই। কিন্তু সময় উলিয়াব লাগিব। উঃ কিযে অকৃতজ্ঞ মই। নিজৰ প্ৰতিজ্ঞাও পাহৰি গৈছো।

প্ৰফেচাৰ : যুদ্ধক্ষেত্ৰত মানুহে সকলো পাহৰি যায়, নয়ন। জীৱনৰ মায়াও য'ত পাহৰি যায় তাত আৰু অন্য কি কথা মনত থাকিব?

নয়ন : নহয়, নহয় প্ৰফেচাৰ স্মিথ। মই পাহৰি যাব নোৱাৰো। তুমি অকণমান বহা, মই ছবিখিনি উলিয়াই আনো। জোনাকতে বহি বহি মই ছবিখনৰ বাকী থকা খিনি শেষ কৰিম। কিয়ে ধুনীয়া, নিৰ্মল, ফটফটীয়া জোনাক হৈছে।

প্ৰফেচাৰ : এই জোনাকত বহি তুমি ৰূপ সৃষ্টি কৰিবা, কিন্তু এনে জোনাক অতি ভয়াবহ। শত্ৰুৱে জোনাকৰ সুযোগলৈ ধ্বংস তাণ্ডব আৰম্ভ কৰে।

নয়ন : ভয় নাই, আজি আমি নিৰাপদ। দুই মিনিট বহা, মই ছবিখন লৈ আহোঁ।

প্ৰফেচাৰ : পুত্তৰ চে'ল। জীৱনৰ ৰূপকেই দেখিছে, মৃত্যুৰ ৰূপ আজিও দেখা নাই।

[হঠাৎ চাইৰেণ বাজি উঠে। দূৰণিত এৰোপ্লেন অহাৰ শব্দ শুনা যায়]

নয়ন : (দূৰৰ পৰা) প্ৰফেচাৰ স্মিথ— চাইৰেণ বাজিছে।

প্ৰফেচাৰ : চেল্টাৰ— চেল্টাৰ, কুইক। শত্ৰুৰ প্লেন আহিছে। শব্দ শুনিছানে? কুইক। [এৰোপ্লেনৰ শব্দ ওচৰ চাপে। এটি এয়াৰক্ৰাফটৰ শব্দ শুনা যায়। বোমা পৰাৰ শব্দ। এই পৰিবেশ ক্ৰমে বিলীন হৈ যায়]

[গাঁৱৰ দৃশ্য।]

১ম বুঢ়া : ৰণ লাগিলে আৰু ৰণুৱালৈ নেচাই তোমাৰ আমালৈ চাবনে আৰু কোনোবাই?

২য় বুঢ়া : এৰা, আমাৰ দিনতে দুখনকৈ ৰণ লাগিল, সিখন তেও নিলগে নিলগে লাগিছিল, এইখন আহি ঘৰৰ মজিয়া পালেহি। ক'ৰ মানুহ ক'লৈ খেদাইছে, তাৰ লেখজোখ নাই। কিনো হ'ব ভগৱন্ত পুৰুষেহে জানিছে।

১ম বুঢ়া : এৰা, এই হেৰিয়াৰ ম্ৰেৱালীজলীৰ কথাটো শুনিছানে। কিবা নামটো সুৰবালানে কি, তায়ো হেনো ৰণলৈ যায়।

২য় বুঢ়া : এৰা, আমিও শুনিছো, দেখাই মেলাই, কামে-কাজে ছোৱালীজনী জাকত জিলিকা। আমাৰ ইয়াত সেই তেজ গঢ়ৰ ছোৱালী আছে কেইজনী? ইপিনে আকৌ তাইক নাচগানতে পাৰে কোনে? মাতটো যেন বীণাৰ সুৰহে!

১ম বুঢ়া : এৰা, তায়ো আকৌ বোলে মিলিটাৰীত নাম লেখালে। তেনে এজনী ছোৱালীয়েনো ক'তো দৰা নেপালেহেঁতেননে? কিনো নামগুৰি নোহোৱা ঘৰৰ ছোৱালী? দুদিন অবস্থা অলপ বেয়া হৈছে। দিন পালে খেন পায়। আকৌ ভাল হবলৈনো কেতপৰ?

২য় বুঢ়া : পিছে তাইবা মিলিটাৰীত কি কৰিবগৈ?

১ম বুঢ়া : নকবা আৰু, সেইবোৰ লাজকাজৰ কথা। তাই হেনো মিলিটাৰী কেম্পে কেম্পে গান গায়, নাচ দেখুৱাই, বেহেলা বজাই ফুৰিব। আৰু বোলে দলে দলে তেনেকুৱা ছোৱালী আছে। দৰমহাও বোলে ভালেমান।

২য় বুঢ়া : অইন ছোৱালীয়ে সেই বোৰ কৰে, বেলেগ কথা। আমাৰ ছোৱালীয়েনো সেইবোৰ কৰিবলৈ ওলাব পায়নে। ক'ৰ বাৰে বিজতৰুৱা মিলিটাৰী, কথাৰ বাছবিচাৰ নাই। থাকিব বা কাৰ লগত? এৰা ছিঃ

১ম বুঢ়া : হেৰা নিচিএৰিবা। সেইজনী তায়ে আহিছে হ'বলা, সেইফালে, লগত সেইটো বসন্ত হয়নে?

২য় বুঢ়া : হয় হ'বলা, সিনো কেতিয়া আহিল? সি জানো কাহানিবাই মিলিটাৰীলৈ যোৱা নাই?

১ম বুঢ়া : ছুটীত আহিছে হবলা। [দীঘলকৈ চিএৰি বসন্তনে সেইটো?

বসন্ত : [ক্ৰমে কাষ চাপি আহি] এৰা, দদাইদেউ, ভাল নহয়?

১ম বুঢ়া : আছো আৰু বোপাই। ছুটীত আহিলি হবলা? যাবি কাহানিকৈ?

বসন্ত : কাইলৈ যাম দদাইদেউ। এসপ্তাহৰ ছুটী আছিল, আহোঁতে যাওঁতেই শেষ হ'ল।

১ম বুঢ়া : হয়নে সুৰ, কথা এযাৰ শুনিছোঁ— আমি হলে সজাত যোৱা নাই।

সুৰ : হয় বৰদেউতা। মিছা নহয়। ময়ো যুদ্ধলৈ যাবলৈ ওলাইছোঁ।

১ম বুঢ়া : যাবলৈ ওলালি যেতিয়া, আমিনো কি ক'ম। ঈশ্বৰ ভালে ভালে নিয়ক। দেহমন বচাই থাকিবি আই। অচিন অজান মুলুকত কিজানি কি ঘটে। যাওঁ আই। বসন্ত থাক দেই। আহিলো।

বসন্ত : ভাল বাৰু। আমি যাওঁহে।

২য় বুঢ়া : ময়ো আহিছো বোপাইহঁত। (যায়)

সুৰ : ময়ো জানো, অচিন অজান ঠাইত কি ঘটিব পাৰে! কিন্তু ঘৰত থাকোতেও যে দৈনিক কত কি দুৰ্ঘটনা ঘটিবই লাগিছে। নহয় জানো?

বসন্ত : তোমাৰ সাহস আছে। তদুপৰি মৰমে তোমাক সাহসী কৰি তুলিছে।

সুৰ : মৰমে ?

বসন্ত : ওঁ মৰমে। মই সকলো বুজি পাওঁ সুৰ। মোৰো অনুভূতি আছে। নয়নৰ পৰা যে ইমানদিন আঁতৰি থকা কিমান কষ্টকৰ সেই কথা মই সহজেই অনুভৱ কৰিব পাৰোঁ।

সুৰ : বসন্ত ককাইদেউ। আজি বহুদিন নয়নদাৰ পৰা চিঠি পোৱা নাই। নিশ্চয় নয়নদাৰ কিবা দুৰ্ঘটনা হৈছে। নহলেনো চিঠি নিদিয়াকৈ থাকেনে?

বসন্ত : চিন্তা নকৰিবা।

সুৰ : মোৰ যে ভয়ো লাগিছে। কত ৰকমৰ মানুহ যে আছে মিলিটাৰীত।

বসন্ত : নিজক ঠিক ৰাখিব পাৰিলে একো ভয় নাই সুৰ।

সুৰ : বলক, আপুনি কিন্তু মোলৈ সদায় চিঠি দি থাকিব। মোৰতো অন্য কোনো নাই।

বসন্ত : বাৰু ব'লা মই আছো নহয়।

———————— × ————————

[যুদ্ধক্ষেত্ৰৰ দৃশ্য]

নয়ন : প্ৰফেচাৰ আজি আকৌ জোনাক হৈছে। আজিও বোমা পৰিবনেকি?

প্ৰফেচাৰ স্মিথ : আৰটিষ্ট, তুমি এতিয়াও এৰিয়েল বোম্বাৰ্টমেণ্টৰ কৌশল বুজি উঠা নাইনে? আমি নিজে তৈয়াৰ কৰা ব্ৰেক আউট, প্ৰকৃতিয়েতো নামানে। মেঘ নাথাকিলে, আৰু জোনৰ সময় হলে জোন ওলাবই।

নয়ন : আজি পূৰ্ণিমা নহয় প্ৰফেচাৰ ?

প্ৰফেচাৰ স্মিথ : হয়।

নয়ন : সিদিনাৰ বোমাত যেনিবা নমৰিলোঁ। মৰিলেতো ছবিখন শেষ কৰিব নোৱাৰিম। নহয় প্ৰফেচাৰ? ছবিখন শেষ কৰিবই লাগিব। ইমান দিন চিঠিও লিখা নাই। ছবিও পঠোৱা নাই, সুৰই বা কি ভাবিছে।

প্ৰফেচাৰ স্মিথ : জাষ্ট এজ্ ইউ লাইক্। টেক ইউৰ চান্স।

নয়ন : মই ছবিখন লৈয়ে আহিছোঁ। বুজিছা প্ৰফেচাৰ, মই সুৰৰ কেৱল শাৰীৰিক ৰূপটো আঁকা নাই, মই সুৰৰ ভিতৰত থকা সেই সুৰময়

ছন্দময় ৰূপটোও প্ৰকাশ কৰিবলৈ বিচাৰিছোঁ। এই চোৱা একচ্ প্ৰেচনটো।

প্ৰফেচাৰ স্মিথ : আই ঠিঙ্ক ইট্ ইজ, লাভলি।

নযন : প্ৰফেচাৰ এতিযাও ছবিখন শেষ হোৱা নাই। হ'লে দেখিবা, মোৰ সুৰৰ প্ৰকৃতি ৰূপটো।

[চাইৰেণ বাজি থাকে। লগে লগে এৰোপ্লেনৰ শব্দ শুনা যায়]

প্ৰফেচাৰ স্মিথ : Look out! Siren ! Siren! Quick to the trenches

নযন : প্ৰফেচাৰ এই সুৰৰ ছবিখন। লগতে লৈ লৈছো।

প্ৰফেচাৰ : আৰটিষ্ট — চেল্টাৰ' কুইক।

[হঠাতে এটা ডাঙৰ বোমা পৰাৰ শব্দ শুনা হয। এৰোপ্লেনৰ শব্দ বেছি হয, বহুত পিছত লাইট জ্বলে]

নযন : আ— হ্ প্ৰফেচাৰ।

প্ৰফেচাৰ : নযন, আৰটিষ্ট নযন—নযন—

নয়ন : প্ৰফেচাৰ (অতি দুৰ্বল মাত)

প্ৰফেচাৰ : নযন, মাই চাইল্ড—তুমি ক'ত

নযন : আছো প্ৰফেচাৰ, বাচি আছো। কিন্তু—

প্ৰফেচাৰ : চাওঁ নযন, তোমাৰ কি হল ? চাওঁ নলৰিবা, মই কোলাত তুলি লওঁ।

নযন : প্ৰফেচাৰ। মোৰ সোঁহাতখন কি হ'ল।

সোঁহাতখন ! আঃ মই যে চকুৰেও একো দেখা নাই। সকলো আন্ধাৰ লাগিছে, আন্ধাৰ!

প্ৰফেচাৰ : তোমাৰ সোঁহাতখন গৈছে। মোৰো বাওঁ ভৰিখনত স্প্লিন্টাৰ সোমাইছে।

নযন : কিন্তু মোৰ চকু! মই যে একো দেখা নোপোৱা হলো।

প্ৰফেচাৰ : তোমাৰ চকু , দে'জ প্ৰিচাচ আইজ। এতিয়া পৰি থাকা। যদি জ্বলি যোৱা নাই তোমাৰ চকু ঘূৰাই পাবা। উই আৰ পাচিং থ্ৰ দি হিষ্টৰি অব্ চিভিলিজেচন, মাই লাভ।

[গোটেই পৰিস্থিতিটোত এৰোপ্লেন বোমা আদিৰ শব্দ চলি থাকে। অলপ পিছত অল্ ক্লিয়াৰ বাজে। সেই শব্দ ক্ৰমে লীন হয।]

— x —

[মিলিটাৰী হাস্পতালৰ দৃশ্যপট]

প্ৰফেচাৰ : আৰটিষ্ট নয়ন ! তোমাৰ অনুতাপ হৈছে?

নয়ন : অনুতাপ হোৱা নাই প্ৰফেচাৰ। নিজৰ ওপৰত আৰু নিজৰ দাৰিদ্ৰ্যতাৰ ওপৰত অভিমান হৈছে।

প্ৰফেচাৰ : অভিমান হৈছে। ফানি!

নয়ন : প্ৰফেচাৰ স্মিথ, নয়ন মানে কি জানো? 'চকু' —আইজ। আৰটিষ্টৰ একমাত্ৰ সম্বল চকু দুটা। আই হেভ লষ্ট দেম। মই আজি অন্ধ। তাৰ উপৰি এই শিল্পীৰ সম্বল সোঁহাতখন—ডেট টু আই হেভ লষ্ট। আজি মই একো নেদেখো একো আঁকিব নোৱাৰো। আই এম ওবাৰচ্ দ্যান ডেট। ইয়াতকৈ মোৰ হাত ছিঙি নিয়া লোহাডোখৰ যদি মোৰ বুকুৰ মাজেদি সৰকি গলহেঁতেন। মৃত্যু ইয়াতকৈ ভাল।

প্ৰফেচাৰ : এণ্ড আই গেভ মাই লেগ। কিন্তু ইতিহাসৰ অধ্যাপকৰ এখন ভৰি গ'লে ইতিহাস খোৰা নহয়। হিষ্টৰি উইল কন্টিনিউ টু ৰাণ। বুৰঞ্জীৰ বেগ নকমে। লেটচ্ ফৰগেট। অ' আজিয়ে নহয়নে।

নয়ন : আজিয়ে কি?

প্ৰফেচাৰ : আজি সেই মিউজিচিযান দল আহিব।

নয়ন : মিউজিচিয়ান !

প্ৰফেচাৰ : চামথিং টু ফৰগেট আৱাৰ ওৱাৰিজ ফৰ দি মমেন্ট। শুনিছো এজনী বৰ ভাল গায়িকা আহিছে। চি ইজ্ এ ডেঞ্চাৰ, ভায়োলিন বজায় হেনো।

নয়ন : আজি আহিব? আমাৰ ইয়ালৈ? কিন্তু—

প্ৰফেচাৰ : আই এম চৰি ফৰ ইউ আৰটিষ্ট। কিন্তু নাচ নোৱাৰিলেও তুমিতো গান শুনিব পাৰিবা। ভায়োলিন শুনিব পাৰিবা।

নয়ন : মোৰ সুৰয়ো গান গায়, ভায়োলিন বজায়, নাচে, কিন্তু মই তাইক আৰু দেখা নাপাম।

প্ৰফেচাৰ : যুদ্ধত ৰোমাঞ্চ বিচাৰি আহি কোনোবাই কাঠ পায়, কোনোবাই শিল পায়, কোনোবাই লো-তীখা পায়। তাৰ নামেই ইতিহাস।

নয়ন : মোৰ মনৰ বল হেৰাই যোৱা যেন লাগিছে প্ৰফেচাৰ স্মিথ। এখন পোহৰৰ জগতৰ পৰা আহি মই পালোহি এখন আন্ধাৰ জগত— এ ডাৰ্কাৰ ৱৰ্ল্ড, এণ্ড ইন্টাৰনেল ব্ৰেক আউট।

প্ৰফেচাৰ : ইয়েচ, মই পালো এখন কাঠৰ ভৰি উডেন লেগ। তুমি পাবা এযোৰ শিলৰ চকু ষ্টোন আইজ্। ডোন্ট, ৰিগ্ৰেট। ইট্ ইজ্ এ হিষ্ট্ৰি। ইট্ ইজ্ চিভিলাইজেচন।

নয়ন : প্ৰফেচাৰ স্মিথ, সেই মিউজিচিয়ানৰ গ্ৰুপটো কেতিয়া আহিব ? আজি ?

প্ৰফেচাৰ : আজিয়ে। গান মোৰ ভাল লাগে। দ্যেট চামথিং লাইক এ স্পাৰ্ক অব লাইফ! গানৰ এটা শাৰী ভায়োলিনৰ এটা কঁপনি—যি জীৱনৰ এটা জীৱন্ত নিশ্বাসৰ নিচিনা।

নয়ন : আৰু নাচ।

প্ৰফেচাৰ : নাচ জীৱনৰ ছন্দ। জানা নয়ন? ময়ো নাচিব জানিছিলো। ময়ো নাচিছিলো, যেতিয়া ডেকা আছিলো। নাও আই হেভ গট এ উদেন লেগ।

নয়ন : যুদ্ধই আমাৰ ধুনীয়া পৃথিৱীখনক কদাকাৰ কৰি, কুৰূপ কৰি পেলাইছে, প্ৰফেচাৰ স্মিথ।

প্ৰফেচাৰ : কিন্তু আজিয়ে আমাৰ হাস্পতাললৈ গায়ক-গায়িকাৰ দলটো আহিব। তাত হয়তো পোহৰৰ সন্ধান থাকিব পাৰে। মই এতিয়া মোৰ কেম্পলৈ যাওঁ। সময়মতে মই বাৰু তোমাক লৈ যামহি।

নয়ন : ধন্যবাদ প্ৰফেচাৰ। নাচটোতো মই নেদেখিম, গানৰ সময়তে নিব আহি।

———————— × ————————

[দৃশ্যান্তৰ। অলপ আঁতৰত নাচৰ বাদ্য বাজি থাকে]

প্ৰফেচাৰ : তুমি ইয়াৰ পৰা কিছু মিউজিক শুনিবলৈ পাইছা নহয়নে নয়ন। প্ৰথম আইটেমটো শেষ হৈছে। ছোৱালীজনীয়ে বৰ ধুনীয়া গায়। তোমালোকৰ ইণ্ডিয়ান মিউজিক সঁচাকৈয়ে বৰ সুন্দৰ।

নয়ন : তুমি তেনেহলে বেচ এন্‌জয় কৰিলা। নাচ চাই কেনে লাগিল তোমাৰ? আমাৰ ইণ্ডিয়ান ক্লাছিকেল নাচেও নিশ্চয় তোমাক এপিল কৰিছে।

প্ৰফেচাৰ : সঁচাকৈয়ে There is a wonderful elegance of movement.

নয়ন : হয়, সেই নাচৰ মুদ্ৰাবোৰে জীৱনৰ প্ৰকৃত ছন্দ প্ৰকাশ কৰে—জীৱনৰ যিটো প্ৰকৃত প্ৰকাশ। বুজিছা প্ৰফেচাৰ, মোৰ তুলিকায়ো তাকেই প্ৰকাশ কৰিবলৈ বিচাৰে। জীৱন আৰু গতি। কিন্তু প্ৰফেচাৰ, মই আজি অন্ধ। মই আহিছিলো দেশ চাবলৈ, মানুহ চাবলৈ। জীৱনৰ নানা প্ৰকাশ, প্ৰকৃতিৰ নানা ৰং ৰূপ চাই তাক তুলিকাৰে প্ৰকাশ কৰিবলৈ। কিন্তু নোৱাৰিলো প্ৰফেচাৰ। সেই স্প্লিন্টাৰ কেইটুকুৰাই মোক চিৰকাললৈ অন্ধ কৰি দি গ'ল।

প্ৰফেচাৰ : তুমি বেজাৰ নকৰিবা। সেয়া ভায়োলিন শুনিছা? বেছ মিঠা সুৰটো নহয়নে, নয়ন?

নয়ন : হয় বেছ মিঠা (ভায়োলিন কিছু সময় বাজি থাকে)

প্ৰফেচাৰ : তুমি ওচৰলৈ যাবানেকি? মই তোমাৰ চকীখন ঠেলি লৈ যাওঁ।

নয়ন : নালাগে প্ৰফেচাৰ। আনে আমনি পাব। মই ইয়াৰ পৰাই শুনি থাকিব পাৰিম। গলেনো কি হ'ব? মইতো আৰু মানুহ দেখা নাপাওঁ। শুনিলেই হ'ব।

প্ৰফেচাৰ : সেই ধুনীয়া গীত গাই নচা ছোৱালীজনী এই ফালেই আহিছে সৌৱা। আমাৰ ফালেই আহিছে। হাস্পতালৰ বেমাৰী চাবলৈয়ে, সম্ভৱ।

নয়ন : সঁচানেকি প্ৰফেচাৰ। মইতো একো নেদেখো। [স্বগতঃ] কোনবা ছোৱালীজনী! মোৰ সুৰয়ো নাচিব গাব পাৰে। সুৰৰ সমান গীত গাব, নাচিব নিশ্চয় নোৱাৰে। সুৰৰ সমান ধুনীয়াও নহ'ব। সুৰ, তোমাক আৰু নেদেখিলো মই। কিয় ভগৱান, কিয় তুমি মোক অন্ধ কৰিলা? মইতো একো পাপ কৰা নাই। মই দৰিদ্ৰ কাৰণেইহে ৰণত যোগ দিছিলো। মানুহ মাৰিবৰ কাৰণেতো নহয়। মই মানুহ মৰা নাই। মই একো অন্যায় কৰা নাই। কিয় ভগৱান, কিয় তুমি মোক অন্ধ কৰিলা?

সুৰ : (হঠাৎ চিঞৰি উঠি) নয়ন দা—

নয়ন : কোন? কোন? কোনে মোক নয়নদা বুলি মাতিলে? কোন?

সুৰ : মই, নয়নদা, মই সুৰ— মই তোমাৰ সুৰ।

নয়ন : সুৰ, তুমি আহিলা, তুমি আহিলা। তুমি কিয় আহিলা?

সুৰ : তোমাক বিচাৰি আহিলো। নয়নদা। তোমাক বিচাৰি মই মিলিটাৰী কেম্পে কেম্পে নাচি গাই ফুৰিছো। আজি কেৱা মাহো হ'ল।

নয়ন : দেখিছা সুৰ, মোক দেখিছা? কি দেখিছা? মই যে একো দেখা নাই।

সুৰ : নয়নদা, তোমাৰ কি হ'ল নয়নদা? চকুত বেণ্ডেজ কিয়? চাওঁ খোলচোন, মোক চোৱা।

নয়ন : সুৰ, বহুত পলম হৈ গ'ল। বেণ্ডেজ খুলিলেও একো নহয়। এই জীৱনত আৰু তোমাক দেখা নাপাম সুৰ। তোমাৰ নয়নৰ নয়ন দুটিৰ ৰশ্মি শেষ হৈ গ'ল।

সুৰ : দাদা (কান্দি উঠে)।

প্ৰফেচাৰ : নাকান্দিবা। প্লিজ ডোন্ট ক্ৰাই। উই হেভ পেইড ফৰ আবাৰ ফুলিছনেছ।

নয়ন : সঁচাই প্ৰফেচাৰ, বৰ ভুল হৈ গ'ল। তুমিও যে আহিলা সুৰ? অলপ ওচৰলৈ আহা সুৰ, বহুত দিনৰ মূৰত তোমাক লগ পাইছো। অলপ কাষলৈ আহা।

সুৰ : আহিছো দাদা। মোৰ ছবিখন তেন্তে শেষ নহ'ল।

প্ৰফেচাৰ : শেষ হৈছে। মই থৈ দিছো। তাৰ লগতে আছে তোমাৰ শিল্পীৰ হাতখন।

সুৰ : তোমাৰ সোঁহাতখনো হেৰুৱালা দাদা। উঃ।

নয়ন : কাষলৈ আহা, সুৰ নিচিএৰিবা।
(ভায়োলিন আকৌ বাজে)

প্ৰফেচাৰ : ডে আৰ প্লেইং অন্ দি ভাযোলিন এগেইন।

সুৰ : মই আৰু তোমাৰ কাষলৈ যাব নোৱাৰো নয়নদা।

নয়ন : কিয়, কিয়, নোৱাৰা সুৰ? মোক ঘিণ কৰিছা?

সুৰ : বৰ ডাঙৰ ভুল হল নয়নদা। তুমি তো মোক এৰি গুচি আহিলা, নয়নদা। তুমি হয়তো মোক পাহৰিযেই গৈছিলা। কিন্তু নয়নদা, মই নোৱাৰিলো থাকিব। তোমাক এৰি থকাটোযে কিমান কষ্টকৰ তুমি নুবুজা। যেতিয়া শুনিলো, মিউজিচিয়ানৰ দলত বহুতো নামজ্বলা শিল্পীয়ে, নাম দিছে, ভাবিলো নয়নদা তোমাক দেখা পাম। আৰু ঘৰৰ ওচৰলৈ অহা ৰণখন এবাৰ ভালকৈ চাই লওঁ। মোৰ কি এটা ভয় হ'ল জানা নয়নদা— মই তোমাক গৈ চাই নাহিলে কিজানি দেখিবলৈ নাপাওঁ। উদ্বাউল মনটোক প্ৰবোধ দিব নোৱাৰি যোগ দিলো।

নয়ন : তাৰ পাছত সুৰ? তাৰ পাছত কৈ যোৱা।

সুৰ : নয়নদা, মোৰ পাছৰ কাহিনী আৰু কি শুনিবা? মোৰ বহুতো অভিজ্ঞতা হ'ল। মানুহ কেনেকৈ পশু হ'ব পাৰে। প্ৰভু হ'ব পাৰে সকলো দেখিলো। কিন্তু দেখিলো তোমাৰ ওচৰ পোৱা সহজ নহয়।

নয়ন : সুৰ, তুমি ইমান অধৈৰ্য হৈছিলা।

সুৰ : যদি বহুত দেৰি হৈ যায়—ভয় লাগিল নয়নদা। তাৰ পাছত নয়নদা মই আহিলো— তোমাক দেখা পালো। কিন্তু—

নয়ন : কিন্তু কি? কিন্তু কোৱা সুৰ।

সুৰ : নয়নদা। নোৱাৰিলো। ৰণৰ বেদীত তোমাৰ সুৰো বলি হ'ল। বহু চেষ্টা কৰিছিলো দাদা নিজকে ৰাখিবলৈ, কিন্তু নোৱাৰিলো।

নয়ন : বেজাৰ নকৰিবা সুৰ। এই ৰণত আমাৰ গোটেই সত্যটোৱে বলিশালত। ইয়াত দয়া, মায়া, মমতা সকলো লুপ্ত হৈ যায়। মানুহে পাহৰি যায় নাৰীৰ ধৰ্মৰ কথা, আৰু এইটোও পাহৰি যায় যে তেওঁলোকৰ ঘৰতো মাক, বাই ভনী থাকে। সুৰ, আজি মই বৰ দুৰ্বল। মই দুৰ্বল সুৰ। (সুৰই কান্দি পেলায়)

নয়ন : নাকান্দিবা সুৰ, বেজাৰ নকৰিবা।

সুৰ : বেজাৰ কৰা নাই নয়নদা। মই তোমাক চাবলৈ উদ্বাউল হৈছিলো। দেখা পালো। সেয়ে মোৰ কাৰণে যথেষ্ট।

নয়ন : আহা সুৰ, মোৰ কাষলৈ আহা। বহুদিন তোমাক কাষত পোৱা নাই।

সুৰ : নহয় নয়নদা, তুমি মোক নুচুবা, বাওঁ হাত দিওঁ নুচুবা।

নয়ন : সুৰ, তুমি তেনে কথা নক'বা। তুমি তোমাৰ নয়নক এতিয়াও চিনি পোৱা নাইনে? সুৰৰ দোষ নাই। তুমি তাৰ বাবে আক্ষেপ নকৰিবা।

সুৰ : তথাপিও নয়নদা, আমাৰ বৰ ভুল হৈ গ'ল।

প্ৰফেচাৰ : ইট্ ইজ্ ফুলিচ, টু ফাইট্ এ ৱাৰ। কিন্তু তাতকৈও মূৰ্খামি হ'ল আমাৰ এই ৰণত যোগ দিয়া।

নয়ন : এৰা প্ৰফেচাৰ বৰ ডাঙৰ ভুল হল। সুৰ, সুৰ, তোমাৰ ছবিখন আমাৰ জীৱনত আধ আঁকা হৈয়ে থাকিল। আধা আঁকা হৈয়ে থাকিল।

[উচুপনিৰ শব্দৰ মাজত নাটকখনৰ সামৰণি পৰে]

ঃ দূৰৰ পৰা মন্দিৰৰ দবা-শঙ্খধ্বনি ওপঙি আছে।

১।। ঃ মন্দিৰটো একেবাৰে পাহাৰটোৰ টিঙত। সউৱা, চূড়াটোহে দেখা পোৱা যায়।

২।। ঃ মন্দিৰলৈ উঠা বাটটো ইমান অকোৱা-পকোৱা, মাজে মাজে ইমান থিয়?

৩।। ঃ তীৰ্থযাত্ৰাৰ শ্ৰমতো পুণ্য আছে।

১।। ঃ বহুত প্ৰাচীন এই মন্দিৰ। কোনে যে কেতিয়া কাৰ কাৰণে সজাইছিল, আজি কোনেও ক'ব নোৱাৰে।

২।। ঃ দিনৰ পিছত দিন, বছৰৰ পিছত বছৰ, দেশ-বিদেশৰ তীৰ্থযাত্ৰী আহিছে, গৈছে, গৈছে আহিছে, মন্দিৰ একে ঠাইতে থিয় দি ৰৈ আছে। মন্দিৰৰ ভিতৰৰ দেৱতাৰ বিগ্ৰহ স্থিৰ অচঞ্চল হৈ ৰৈ আছে।

৩।। ঃ কঠিন শিলৰ ওপৰত শিল জাপি দেৱতাৰ কাৰণে ঘৰ সাজিছিল। সংসাৰ পাপ তাপ ক্লিষ্ট মানুহৰ অশান্ত আত্মাৰ অকণমান শান্তিৰ কাৰণে সাজিছিল মন্দিৰ। ইযাৰ প্ৰতি ছটা শিলত, প্ৰতিটো বালিকণাত লাগি আছে পৃথিৱীৰ পাপী, পতিতইঁতৰ অনুতাপ দগ্ধ হৃদয়ৰ নিশ্বাসৰ দাগ।

১।। ঃ পাহাৰৰ নামনিৰ ফুলনিখন দেখি-ছা। নানা ৰঙৰ ফুল ফুলি জাতিস্কাৰ হৈ আছে।

২।। ঃ ফুলনিৰ ফুলৰ গোন্ধ বিযপি পৰিছে বতাহৰ বুকুত। সেই গোন্ধ উৰি গৈছে মন্দিৰৰ দুৱাৰলৈ— ভিতৰলৈ।

৩।। ঃ আপুনিয়েই পূজাৰী নেকি? ওপৰৰ পৰা নামি আহিছে তাক লৈ?

পূজাৰী ঃ ময়ো ইয়াৰে এজন পূজাৰী। মন্দিৰৰ গাত লাগি থকা ফুলনিখনৰ ফুল এতিয়াও ফুলা নাই। এইখন ফুলনিৰ ফুলনি দেৱতাৰ পূজাত কোনোবা হয়।

১।। ঃ সউ ছোৱালীজনী, তেওঁ কোন?

পূজাৰী : জবা—

জবা : কি হৈছে?

পূজাৰী : এইখন ফুলনিৰ সকলোবোৰ ফুল ফুলিছে, নহয়?

জবা : ফুলিছে, এতিয়া যুলনিত কেৱল ফুল আৰু ফুল, ৰঙা, বগা, হালধীয়া নীলা, ৰক্তজবাবোৰ যুলিছে আৰু পদুম ফুলিছে, সূৰ্যকান্তি ফুলিছে, ৰক্ত কৰবী যুল ফুলিছে। গোটেই ফুলনিখন ৰাঙলী হৈ পৰিছে। চাওক আজিৰ পূজাৰ কাৰণে মই কিমান ফুল ছিঙি আনিছো।

পূজাৰী : এই ফুলনিৰ কাষত তোমাৰ থকা ঘৰ। ফুলনিখনৰ যত্ন কৰা। যাকে-তাকে ছিঙিবলৈ নিদিবা। ফুল ফুলিছে মন্দিৰৰ দেৱতাৰ কাৰণে। ফুলনিৰ ফুল পৱিত্ৰ। মানুহৰ অপৱিত্ৰ হাতেৰে কলুষিত কৰিবলৈ নিদিবা। প্ৰথমতে ফুল দেৱতাৰ ওচৰত অৰ্পণ কৰিহে মানুহক দিব লাগে।

জবা : ফুলনিলৈ কোনো মানুহ সোমাব নোৱাৰে। চাৰিওফালে ওখ বেৰা দিয়া আছে নহয়। মযো ডেওনা পাৰ হৈহে ওলোৱা-সোমোৱা কৰো।

পূজাৰী : জবা, তুমি আজি ইমান ৰঙা পৰিছা—

জবা : ফুলনিৰ পৰা ওলাই আহিছো নহয়, আৰু পুৱাৰ বেলিৰ নাহৰবোৰো জানো ৰাঙলী হোৱা নাই আজি।

পূজাৰী : মই নামনিৰ পৰা আহো। ফুল লৈ তুমি মন্দিৰলৈ যোৱা। তীৰ্থযাত্ৰীসকলৰ যাত্ৰা আৰম্ভ হৈছে। মন্দিৰলৈ যোৱা তুমি।

— মন্দিৰৰ আৰতিৰ বাদ্যধ্বনি ক্ষীণ হৈ আহে —

জবা : গীত—

মৌন দেৱতা মোৰ
আত্মাৰ অভিসাৰ পূৰ্ণ কৰা,
হিয়াৰ আহুতি ঢাকি

তোমাক পূজাৰ
এই মোৰ উপচাৰ ধন্য কৰা,
বাসনাৰ চন্দন নন্দন গন্ধা,
সেয়া মোৰ বেদনাৰ ছন্দ।

হুমুনিয়া মোৰ হুতাশন হৈ জ্বলে,
ধূপত সুৰভি মোৰ আনন্দ।
প্ৰাণৰ দেৱতা মোৰ
হৃদযৰ এই অভিসাৰ,
কৰুণা পৰশ দানি পূৰ্ণ কৰা।
জীৱনৰ ব্যৰ্থতা মোৰ,
হে দেৱতা,
গীতৰ সুৰত মোৰ দিয়ক ধৰা,
সুৰ গান দেহ প্ৰাণ
সকলো তোমাক দিলো,
আজি মোক ৰিক্ত কৰা।
মোৰ আত্মাৰ অভিসাৰ
পূৰ্ণ কৰা।

— নৃত্য-বাদ্য আৰতিৰ মিশ্ৰিত ধ্বনি —

পূজাৰী ঃ জবা।

জবা ঃ হুঁ—

পূজাৰী ঃ ভাগৰ লাগিছে? তোমাৰ নৃত্য-গীত আজি অপূৰ্ব সুন্দৰ হৈছিল।

জবা ঃ মইহে সুন্দৰ হ'ব নোৱাৰিলো।

পূজাৰী ঃ তুমি তুমি। যি সুন্দৰৰ সাধনা কৰে, সি অসুন্দৰ হ'ব নোৱাৰে। তুমি যে দেৱতাৰ সেৱিকা, দেৱদাসী।

— কোলাহল বাঢ়ে কমে —

তুমি গম পাইছা নহয় কালিলৈ আমাৰ মন্দিৰলৈ সুন্দৰপুৰৰ সৰু ৰাজকোঁৱৰ আহিব।

জবা ঃ সুন্দৰপুৰৰ সৰু ৰাজকোঁৱৰ? আগে ইয়ালৈ কেতিয়াবা অহা যেন মনত নপৰে।

পূজাৰী ঃ এওঁ আগে অহা নাই। কিন্তু এই ৰাজপৰিয়াল এই তীৰ্থক্ষেত্ৰৰ পুৰণি পৃষ্ঠপোষক। প্ৰত্যেক বছৰেই তেওঁলোকৰ কোনোবা নহয় কোনোবা আহে এইবাৰ আহিছে সৰু।

ৰাজকোঁৱৰৰ পূজাৰ আয়োজন ভালকৈ কৰিব লাগিব। মন্দিৰৰ ভিতৰ-বাহিৰ সজাই-পৰাই ৰাখিব লাগিব। ৰাজকোঁৱৰৰ যাতে সন্তুষ্ট হয়।

জবা : এইখন ৰজাৰ ৰাজ্য নহয়, দেৱতাৰ ৰাজ্য। মানুহৰ কাৰণে দেৱতাৰ মন্দিৰ কিয় সজাব লাগে।

পূজাৰী : মানুহ পূজাৰ কাৰণে নাহিলে দেৱতাৰ মন্দিৰ মৰিশালি হৈ থাকিব। মানুহৰ পূজা অবিহনে দেৱতাৰ মূৰ্তি এক নিৰ্বিশেষ শিলৰ টুকুৰা। ইয়াত দেৱতাৰ মন্দিৰ নথকা হ'লে তুমি বা ময়েই ইয়াত কিয় থাকিলোহেঁতেন। তুমি দেৱদাসী— মই পূজাৰী— মন্দিৰৰ বাহিৰত আমাৰ এই পৰিচযৰ কি মূল্য আছে?

জবা : সৰু ৰাজকোঁৱৰৰ আহিব মন্দিৰ, মন্দিৰ সজাব লাগিব। বহুত আযোজন কৰিব লাগিব।

পূজাৰী : আৰু কাইলৈ বহুত ধুনীয়া ধুনীয়া ফুল আনিব লাগিব। আৰু তোমাৰ নাচ আৰু গীতেৰে ৰাজকোঁৱৰক সন্তুষ্ট কৰি পঠিযাব লাগিব।

জবা : মই দেৱতাৰ সন্তুষ্টিৰ কাৰণেই নাচো, গাও, ফুল আনো— বাৰু মই এতিযা যাওঁ।

— গুঞ্জনধ্বনি —

১।। : সুন্দৰপুৰৰ সৰু ৰাজকোঁৱৰ কালি ৰাতিয়ে আহি চহৰ পাইছেহি।

২।। : কাইলৈ ৰাতি পুৱাতে কোঁৱৰ মন্দিৰলৈ পূজা দিবলৈ আহিব।

৩।। : বৰ ধুনীয়া দেখনিয়াৰ ৰাজকুমাৰজন।

৪।। : বৰ ধনী ৰাজ্য বোলে সুন্দৰপুৰ।

১।। : দুযোহাতে দান-বৰগুণি দি যাব।

২।। : নিজৰ মৰ্যাদা নিজ ৰাজ্যৰ মৰ্যাদা ৰাখিবই লাগিব।

— দূৰৰ পৰা জবাৰ গীত শুনা যায় —

জবা : গীত—

মোৰ ফুল যদি সৰি পৰে,
মোৰ এই বাটে অহাৰ পৰত,

যদিহে চকুলো সৰে।

থমকি নৰ'বা দূৰৰ পথিক,
অশ্রুসজল নযন দুটিক,
মোৰ হৃদযত সুৰৰ মায়াই
যদিহে আবৰি ধৰে।
মোৰ ফুল যদি সৰি পৰে ..

— দূৰত জয়ধ্বনি— মন্দিৰত দবা-শঙ্খৰ শব্দ —

ৰাজকোঁৱৰ ঃ সুন্দৰ প্ৰভাত। পূব আকাশত সোণালী পোহৰ বিয়পি পৰিছে পাহাৰে-ভৈয়ামে। মন্দিৰ চূড়া চিকমিকাই উঠিছে। ফুলৰ সুগন্ধিৰে উপচি পৰিছে শান্ত শ্যামলা বননি। বাঃ সউ ফুলনিখনত ইমান ফুলৰ পয়োভৰ।

— জবা গীত গাই থাকে —

মোৰ ফুল যদি সৰি পৰে,
মোৰ এই বাটে অহাৰ পৰত
যদিহে চকুলো সৰে।

ৰাজ ঃ এইয়াই মন্দিৰলৈ উঠা বাট?

জবা ঃ হয়, সেই পিনেই পাহাৰৰ ওপৰলৈ যোৱা বাট।

ৰাজ ঃ তুমি গান গাই আছিলা, তুমি—

জবা ঃ মই মন্দিৰৰ সেৱিকা, দেৱদাসী।

ৰাজ ঃ দেৱদাসী। কি নাম তোমাৰ?

জবা ঃ জবা—

ৰাজ ঃ ক'ত থাকা?

জবা ঃ এই ফুলনিখনৰ সিপাৰে যে সেইয়া আৰু খেৰৰ ঘৰটো দেখিছে, সেইয়াই মোৰ থকা ঘৰ।

ৰাজ ঃ এইখন কাৰ ফুলনি?

জবা ঃ মন্দিৰৰ, ইয়াৰ ফুলেৰে মন্দিৰৰ দেৱতাৰ পূজা কৰা হয়।

ৰাজ ঃ এইয়া কৰণী ভৰাই ফুল কাৰ কাৰণে আনিছা। বহুত ফুল, ধুনীয়া ফুল। তুমিও ধুনীয়া ছোৱালী।

জবা ঃ ফুল আনিছো দেৱতাৰ পূজাৰ কাৰণে।

ৰাজ ঃ এতিয়া মন্দিৰলৈকে নেযাবা জানো? ব'লা, মোক বাট দেখুৱাই লৈ যাবা।

জবা ঃ আপুনিয়েই ৰাজকুমাৰ?

ৰাজ : মই পূজা দিবলৈ আহিছো।

জবা : মই আপোনাক মন্দিৰলৈ লৈ যাম। অকণমান ইয়াতে ৰ'বনে? আৰু ফুল চিঙি থোৱা আছে, লৈ আহো। মোৰ কাৰণে আপুনি অকণমান ৰ'ব পাৰিবনে, মই ফুলখিনি লৈ আহো।

ৰাজ : ৰৈছো। তোমাৰ কাৰণে মই ইয়াত ৰৈছো, জবা।

জবা : মোৰ ফুল যদি সৰি পৰে,

মোৰ এই বাটে অহাৰ পৰত
যদিহে চকুলো সৰে.

পূজাৰী : প্ৰণাম ৰাজকুমাৰ। আপুনি যে মন্দিৰলৈ আহি বাটতে ৰৈ আছে? মই পূজাৰী।

ৰাজ : জবাই মোক মন্দিৰলৈ বাট দেখুৱাই লৈ যাব। ফুল আনিবলৈ গৈছে।

জবা : গীত—

থমকি নৰ'বা দূৰৰ পথিক
অশ্ৰুসজল নহয় দুটিক
মোৰ হৃদয়ৰ সুৰৰ মায়াই,
যদিহে আবৰি ধৰে।

পূজাৰী : জবা, কিযে আকৰী ছোৱালী তুমি। সন্মানিত ৰাজকোঁৱৰক এনেকৈ বাটত থিয় কৰাই থৈ তুমি ক'ত গীত গাই ফুৰিছা?

জবা : ৰাজকোঁৱৰে মন্দিৰত পূজা দিব। মই তেখেতৰ কাৰণে বেলেগ ফুল ছিঙি আনিবলৈ গৈছিলো।

ৰাজকোঁৱৰ : মোৰ কাৰণেও ফুল আনিবা তুমি?

জবা : ফুল আনিছো দেৱতাৰ কাৰণে। ৰাজকোঁৱৰে সেই ফুল দেৱতাক দি পূজা কৰিব।

পূজাৰী : মই অলপ তলৰ পৰা আহো। জবা, কোঁৱৰক মন্দিৰলৈ লৈ যোৱা। ফুলনিৰ পৰা বাহিৰ ওলাই আহা। মই যাওঁ।

— জবাৰ গীতৰ গুণগুণনি —

ৰাজ : তোমাৰ নাম জবা?

জবা : হয়। মোক সকলোৱে জবা বুলি মাতে।

ৰাজ : সুন্দৰ নাম। মোৰ মনত ৰ'ব।

জবা : যি মন্দিৰৰ দেৱতাক বিচাৰি আহে তেওঁ দেৱতাৰ নামৰ বাহিৰে অন্য কাৰো নাম মনত নেৰাখে। এই ফুলখিনি ধৰাচোন, মই ফুলনিৰ ডেওনাখন পাৰ হৈ লওঁ।

ৰাজ : ফুলখিনি দিয়া।

— মন্দিৰত জোৰেৰে শঙ্খ-দবাৰ শব্দ বাজি উঠে —

জবা : এ, পৰিল, পৰিল, ফুলবোৰ পৰি গ'ল। হায়, হায়, আপুনি কি কৰিলে?

ৰাজ : কি হ'লনো জবা? ইমান যে চিঞৰিছা, কিয় ভয় খাইছা,

জবা : চাওকচোন দেৱতাৰ চৰণত দিবলৈ অনা ফুল আপোনাৰ ভৰিত পৰি গ'ল কি হয় হ'ব এতিয়া।

ৰাজ : মই ভালকৈ ধৰিবলৈ নৌপাওতেই তুমি কৰণীটো এৰি দিলা, বাৰু— এতিয়াও কৰণীত কিছু ফুল আছে। আৰু মাটিত পৰাখিনিওতো বেয়া হোৱা নাই। পাৰ হৈ আহি কৰণীটো ধৰাচোন, মই মাটিৰ ফুলখিনি গুচাও।

জবা : এবাৰ মানুহৰ ভৰিত পৰা ফুল আৰু দেৱতাক দিব নোৱাৰি। আপুনি সেই কথাটোও নেজানেনে? এই ফুল আপুনি দেৱতাক দিব নোৱাৰে।

ৰাজ : মই বা তুমিতো পেলোৱা নাই। ফুলে আপুনি যাৰ ভৰি বিচাৰি লৈছে।

জবা : কৰণীটো মোক দিয়ক। পূজালৈ পলম হৈ যাব। আহক আমি যাওঁ।

ৰাজ : এই ফুলবোৰ যে মাটিত পৰি থাকিল?

জবা : থাকক। পিছত আহি মই বুটলি নি থৈ দিমগৈ।

— মন্দিৰত আৰতিৰ শব্দ, জবাই গীত আৰম্ভ কৰে —

মোৰ ফুল যদি সৰি পৰে,
এই বাটে অহাৰ পৰত—
যদিহে চকুলো সৰে।
থমকি নৰ'বা দূৰৰ পথিক—
অশ্রুসজল নয়ন দুটিক
মোৰ হৃদয়ৰ সুৰৰ মায়াই—

যদিহে আবৰি ধৰে।
ফুল যদি সৰি পৰে.....

— মন্দিৰত পূজাৰ আৰতিৰ শেষ হোৱাৰ বাদ্যধ্বনি —

ৰাজ : হে চিৰমেনি, চিৰপ্ৰদীপ দেৱতা দূৰ-দূৰণিৰ পৰা আহিছিলো তোমাৰ চৰণত প্ৰাণৰ নৈবেদ্য অৰ্পণ কৰিম বুলি। দুপাহী সামান্য ফুলেৰে মোৰ প্ৰাৰ্থনা আগবঢালো তোমালৈ। কিন্তু হে পৰম দেৱতা, মানুহৰ হৃদয় লৈ কি যে তোমাৰ নিত্য নতুন ধেমালি। মন্দিৰৰ ভিতৰ সোমাই তোমাৰ পদপ্ৰান্তত যাচিলা পূজা, কিন্তু মোৰ হৃদয় ৰৈ গ'ল মন্দিৰৰ বাহিৰত। দেৱতা তুমি থাকিবা, এই পৱিত্ৰ দেৱালয়ৰ ৰহস্যময় আন্ধাৰ-পোহৰৰ মাজত বিয়পি থাকিব তোমাৰ অস্তিত্ব। মই গুচি যাম। সামান্য মাটিৰ মানুহ মই মোৰ প্ৰাণৰ আকাশমুখী প্ৰাৰ্থনাই চুলে জানো তোমাৰ শাশ্বত চেতনাক? তোমাৰ পূজাৰ কাৰণে আহি সোমাই পৰিলো এক নতুন পোহৰৰ দেশত, এক জোনাকী সৌন্দৰ্যৰ আবেষ্টনীৰ মাজত। তোমাৰ সকলো ৰূপ সৌন্দৰ্য থূপ খাই পৰিছে— এপাহি সৰু ৰঙা ফুলৰ পাহিত।

— লাহে লাহে ৰাজকোঁৱৰ গুণগুণাই গাবলৈ আৰম্ভ কৰে —

মোৰ হৃদযত সোণৰ পৰশ<br>
সানি যায<br>
নতুন দিনৰ আলোকৰ মালিকাই।<br>
কোন? জবা?

জবা : হয। মই আপোনাৰ খবৰ ল'বলৈ আহিলো।

ৰাজ : ভিতৰলৈকে আহা। বহা ইয়াতে।

জবা : এইয়া মন্দিৰৰ বিশিষ্ট অতিথিৰ অতিথিশালা। আৰু মইনো ক'ত বহিম, এইবোৰ দেখোন ৰাজ আসন।

ৰাজ : ৰাজ আসনতে বহা।

জবা : মই মন্দিৰৰ সামান্য সেৱিকা। ৰাজ আসন ৰজা, ৰাজকুমাৰৰ কাৰণেহে।

ৰাজ : এইখনতো মোৰ ৰাজ্য নহয়, তোমালোকৰ দেশ, তুমি বিতোপন নাচা, ধুনীয়া গীত গোৱা। দেৱতাক তাৰেই তুমি অৰ্চনা কৰা। মোকো এটা গান গাই শুনাবানে জবা?

জবা : মই দেৱদাসী। গান গাও, নাচো দেৱতাৰ কাৰণেহে।

ৰাজ : মই দেৱতা নহওঁ। বাৰু গোৱাচোন গীত এটা— তোমাৰ গানে কিজানি মোক দেৱতা কৰিবই পাৰে।

জবা : মই আকৌ গীত গাও দেবতাক আমাৰ নিচিনা মানুহ কৰিবৰ কাৰণে আপুনিও গাব জানো?

জবা : গীত—

মোৰ হৃদযত সোণৰ পৰশ সানি যায়
নতুন দিনৰ আলোকৰ মালিকাই,

ৰাজ : সেইটো যে মোৰ গীত জবা।

আকাশৰ সীমা পাৰ হৈ যায়
মোৰ মৰমৰে গান,
তাতো যে তোমাৰ কণ্ঠৰে অবদান।
— ৰাজকোঁৱৰেও লাহে লাহে গায় —
তৰাৰ বুকুৰ লোটত গোটাই
মৰমৰ মালা গাঁথি যায়।
সোণৰ পৰশ সানি যায়।

জবা : কোন বলিযাৰ অবুজ হিযাৰ—
বেদনাৰ ক্রন্দন—

ৰাজ : মোৰ কঁপালত আঁকি যায় চন্দন।
পোহৰ হেৰোৱা জোনৰ মুখত
এটি কথা আজি নাই।
মোৰ হৃদযত সোণৰ পৰশ সানি যায়।

ৰাজ : জবা, মন্দিৰলৈ আকৌ কেতিয়া যাবা?

জবা : সদায় যাওঁ। যিদিনা পূজাৰী পিতাই কৈছিল দেৱতাতকৈ মানুহ ডাঙৰ।

ৰাজ : দেবতা, সত্য, নিত্য, শাশ্বত, মানুহ ক্ষণভঙ্গুৰ, মানুহৰ জীৱন অনিত্য।

জবা : ফুলকোঁৱৰেতো সদায় নেথাকে, সেই ফুল জানো সত্য নহয?

ৰাজ : পূজা শেষ কৰি মযো যামগৈ। থাকিবৰ মন গ'লেও থাকি যাব নোৱাৰো।

জবা : মন্দিৰৰ ভিতৰতকৈ বাহিৰৰ মুকলি আকাশ মোৰ ভাল লাগে। শিলৰ বিগ্রহতকৈ বেছি ভাল লাগে প্রাণ থকা জীযা মানুহ। মন্দিৰৰ ভিতৰৰ পৰম মৌনতা দেৱতাৰ উদাস নীৰৱতাই মোক অতিষ্ঠ কৰি তোলে, এই দেৱভূমিৰ শান্তিযে মোক অধৈর্য কৰি তোলে, সেই ঠাইবোৰ কিমান ভাল, য'ত হাজাৰ হাজাৰ জীযা মানুহ অহা-যোৱা কৰিছে। হাঁহিছে, কান্দিছে,

মাতিছে, গাইছে, কথা কৈছে, আহিছে, গৈছে। আপোন মনে ঘূৰি ফুৰিছে। ইয়াত দেৱতাও মনে মনে থাকে। সকলো যেন মৃত, প্ৰাণহীন পাষাণ।

ৰাজ : মানুহৰ কোঢালবোৰ ক্ষন্তেকীয়া। মৌনতাহে স্থায়ী জবা। সৃষ্টিৰ আদিতে এই মৌনতাই আছিল, সৃষ্টিৰ শেষতো এই মৌনতাই থাকিব।

জবা : কিন্তু মোৰ মনটোৱে বিচাৰে জীয়াই থকাৰ চঞ্চলতা, মই বিচাৰো— জীৱনৰ উন্মাদনা।

ৰাজ : তোমাৰ নৃত্য গীতেৰে, তোমাৰ জীৱন আৰু যৌবনেৰে পৰম দেৱতাক জগাই তুলিবৰ যত্ন নকৰা কিয় জবা?

জবা : তাৰ আগতে মোৰ নৃত্য গীত আৰু যৌৱনেৰে দেৱতাক মানুহ কৰিব লাগিব— মই আহিলো।

ৰাজ : জবা শুনি যোৱা।

জবা : গীত—

মহাসাগৰৰ জোৱাৰ আহিছে
এই বেলি তোৰ
কালিৰ বান্ধটি ভাগিব।
অ' বন্ধনহাৰা—
সীমাৰ বান্ধোন এইবেলি তোৰ
ছিগিব।

ধৰণীৰ ধূলি হীৰাৰ পোহৰ লৈ
জিলিকি উঠিব ইন্দ্ৰধনু হৈ,
এইবেলি তোৰ পৰাণ শান্ত
জীৱনৰ হাঁহি ফুলিব।

অ' বন্ধনহাৰা,
নতুন পোহৰে বন্ধ ঘৰৰ
শিলৰ দুৱাৰ খুলিব।

ৰাজ : পূজাৰী, মই যাবলৈ ওলালো। নেজানো আকৌ জবাৰ ইয়ালৈ অহা হ'বনে নহয়। এইয়া অলপ ধন দি গ'লো, তাৰে দেৱতাৰ কাৰণে এখন সিংহাসন

কৰিবা। আৰু এই ধনেৰে মন্দিৰলৈ উঠা বাটটো শিলেৰে বন্ধাবা। আৰু এইযা লোবা, এইযা তুমি খৰচ কৰিবা।

পূজাৰী : দেৱতাৰ আশীৰ্বাদ আপোনাৰ শিৰত বৰ্ষিত হওক, প্ৰসাদ-নিৰ্মালী দিয়া হৈছে, লৈ যাব।

ৰাজ : জবা, মোৰ উভতি যাবৰ সময় হ'ল। এইযা ধন লোৱা তোমাৰ ফুলনিখন ভালকৈ ৰাখিবা।

জবা : ধনেৰে ফুল ফুলাব নোৱাৰি ৰাজকোঁৱৰ। ধনেৰে মই কি কৰিম?

ৰাজ : আৰুনো তোমাক কি দি যাম? তুমি বৰ অভিমানী।

জবা : আপোনাক একো দি পঠিযাব নোৱাৰিলো। যিদিনা আপোনাৰ ভৰিত পৰি যোৱা ফুল হেঁপাহেৰে এভাগ মালা গাঁঠিছিলো, সেই মালা এটা গীত হ'ল। মই যাওঁ, আপুনি যাবগৈ দেই—

জবা : গীত—

মোৰ ফুল যদি সৰি পৰে
মোৰ এই বাটে অহাৰ পৰত
যদিহে চকুলো সৰে।

দূৰৰ দেৱতা মোৰ,
বতাহত সুৰভি ৰ'ব,
ফুলৰ পাহিত লাগি
মোৰ দুচকুৰ পানী
সজল কাজল হ'ব,
সিয়ে হৃদয়ৰ গোপন বেদনা ক'ব।
দূৰৰ দেৱতা মোৰ
সুৰৰ দেৱতা হৈ
হোৱাগৈ—
নীৰৱে মচিবা যদি কেতিয়াবা
ব্যথাৰ চকুলো সৰে।
মোৰ ফুল যদি সৰি পৰে।

• • •

# মুখাগ্নি

দিল্লীত প্ৰায় সকলোৰে ঘৰত টেলিভিশ্যন আছে। অলপ ৰসাল অসমীয়া এম পি দুজনমানৰো আছে। মন্ত্ৰীৰতো কথাই নাই। আৰু আছে এম পিৰ পৰা ভাৰা লোৱা মটৰ গেৰেজত থকা-খোৱা আদিৰ আৰু তাৰ 'আচাম হাউছৰ' ড্ৰাইভাৰ, ৰান্ধনি আদিৰ।

মোৰ টেলিভিশ্যন নাই। সেইদেখি দিল্লীত থকা কেদিন নিজকে বৰ দুখীয়া দুখীয়া লাগে। আকাশবাণীৰ কৰ্মচাৰী (বাতৰি-পঢ়োঁতা) অবন বৰপূজাৰী আৰু শ্ৰীমতী বন্তি বৰপূজাৰীও মোৰ ঘৰতে থাকে। বৰপূজাৰী দম্পতীৰো টেলিভিশ্যন নাই। (আনে নুশুনাকৈ কৈছোঁ) ৰেডিঅ'ও নাই। তেওঁলোক দুয়ো, 'বাতৰী কয়', গতিকে বাতৰি নুশুনিলেও চলে। মযো তেওঁলোকৰ মুখৰ পৰাই বাতৰি শুনো।

কিন্তু মোৰ অসমৰ বাসস্থানত পৰিস্থিতি বেলেগ। বাসস্থান মানে কেইবাটাও কোঠালিৰ ভাৰাঘৰ। টেলিভিশ্যন অসমত হোৱাই নাই। আৰু ৰেডিঅ'ৰ মোৰ আৱশ্যক নাই। কাৰণ—

পত্নী শ্ৰীমতী বেংবালা আৰু ওঠৰটি পুত্ৰ-পুত্ৰীসহ প্ৰখ্যাত স্বামী অভণ্ডানন্দ মোৰ প্ৰতিবেশী— মোৰ বেৰৰ সিপাৰেই স্বামী অভণ্ডানন্দৰ ঘৰ। বাতৰি শুনিবৰ কাৰণে কাণ নিদিলেও হয। পুৱা ঢাৰিপাটিত থকাৰ পৰা দুপৰ নিশালৈকে তেঁওলোকৰ ঘৰৰ পৰা ঠহৰ ঠহৰ নানা বাতৰি আহি থাকে। বাতৰিৰ পৰা অলপ ৰক্ষা পৰিবৰ কাৰণেই তেওঁলোকৰ ঘৰৰ ফালৰ বেৰত মই কোনো খিৰিকী ৰখা নাই। সৰু ফুটা বিন্ধাও লিপি-মচি বন্ধ কৰি থোৱা আছে। তথাপি 'স্বামী'ৰ ঘৰৰ ফালৰ পৰা অনৰ্গল বাতৰি আহি থাকে। আহে বৰগীত সৰুগীত লোকগীত ভোকগীত দোকমোকালিৰ গীত আগবেলাৰ সংগীত দুপৰীযাৰ মূৰ্ছনা আবেলিৰ পাশ্চাত্য সংগীত সন্ধিয়াৰ কাৱালী ৰাতি ভাত খোৱাৰ আগৰ গজল ভাত খাই থাকোঁতে ঠুং ঠুং ঠুংৰী তাৰ পাছত ধ্ৰুপদী খেযাল ইত্যাদি। গতিকে নিজাকৈ আমাৰ ৰেডিঅ' এটা নথকাৰ কাৰণে বৰ অসুবিধা নহয়, নাই হোৱা।

স্বামী অভঙানন্দ এজন বহুগুণসম্পন্ন প্ৰখ্যাত মানুহ। তেওঁ সমাজ সেৱা কৰে, দেশ সেৱা কৰে, দেশী-বিদেশী পানীয় সেৱন কৰে, শিবৰাত্ৰিত খাবলগীয়া বিধৰ ধূম সেৱন কৰে, সাহিত্য কৰে, আৰ্ট কৰে, কলা কৰে, সংস্কৃতি কৰে, বিপ্লৱ কৰে, আন্দোলন কৰে, চুটি চুটিকৈ জিন্দাবাদ জিন্দাবাদ কৰে, শোভাযাত্ৰাৰ পিছৰ ফালে ভিৰৰ মাজত সোমাই থাকি, আনে 'আমাৰ দাবী' বুলি কৈ শেষ কৰাৰ পাছত অভঙানন্দই "মানি-বই লাগিব" বুলি চিঞৰে, সাত নম্বৰ পুতেকৰ টিকাফটা হাফপেন্ট পিন্ধি কোনোবা শাখাৰ লগত ব্যায়াম-কচৰৎ কৰে। সভাত নিৰ্দিষ্ট বক্তা হৈ পূৰ্বৱৰ্তী বক্তাৰ পিছত বক্তৃতা দিয়ে আৰু সকলোৰে ওচৰত ক্ষমা ভিক্ষা প্ৰাৰ্থনা বিচাৰে আৰু সকলোৰে 'উত্তৰোত্তৰ' কামনা কৰে। নাৰীবৰ্ষত নাৰী জাগৰণৰ বক্তৃতা দিয়ে আৰু ঘৰত বেংবালাৰ পিঠিত ঔ পৰে, শিশুবৰ্ষৰ মইনা মেলত সমস্বৰ সংগীত গায ঃ

আমি পৃথিৱীৰ অজলা আজলী মইনা মইনী,  
আমি খাওঁ বিড়ি, চিগাৰেট আৰু খইনী,  
আমাৰ আছে বয়ফ্ৰেণ্ড, গাৰ্ল ফ্ৰেণ্ড,  
পিতাৰ আছে ঘৈণী-  
ষাঠি বছৰীয়া যুৱক যুৱতী আমি  
ত্ৰিছ বছৰীয়া মইনা-মইনী।

স্বামী অভঙানন্দ দেশৰ আৰু ৰাইজৰ চিন্তাত ব্যাকুল, তেওঁ এক বজাত মাছে মাংসই উগাৰ অহাকৈ খাই লৈ, দুই বজাৰ পৰা আমৰণ অনশন কৰে। তেওঁ ইমাৰ্জেন্সিত ইন্দিৰা গান্ধীক দেৱী গোসাঁনী, আই দশভূজা বুলি ইন্দিৰাৰ পেটিকোটৰ পৰা সৰিপৰা ধূলিৰে কপালত ফোঁট লয, আৰু ইমাৰ্জেন্সি ভগাৰ পাছত আৰু ইন্দিৰা গান্ধী মন্ত্ৰী ভগাৰ পাছত ইন্দিৰা গান্ধীৰ ছাঁটোকো ডিক্টেটৰ বুলি তিনি ভুকু মাৰে। ইমাৰ্জেন্সিত কৰাপচ্‌ন কৰা বুলি পুলিচক কাণে কাণে কৈ চাকৰিৰ পৰা খেদা খুৱাই, নিলম্বিত কৰাই ইমাৰ্জেন্সিৰ পাছত সেই কৰাপ্ট বিষয়াকে দেৱতা বুলি কৈ, ইমাৰ্জেন্সি এক্‌ছেছৰ অশোকস্তম্ভ বুলি পৰি নমস্কাৰ কৰে, আৰু সেই কামৰ পৰা খেদা খোৱা বিষয়াক পুনৰ কাম দিয়াই, এৰিয়াৰ পে'খিনি আমাৰ পাৰ্টিলৈ বুলি ৰছিদ নিদিয়াকৈ লৈ নিজৰ নামত জমা কৰে, কোনোবা কাম যোৱা ডাইৰেক্টৰক পুনৰ কাম দিযাই জমা হৈ থকা বেক পে' এক লাখ দহহেজাৰ কোনোবা দুৰ্নীতিমুক্ত দেশপ্ৰাণ মন্ত্ৰীৰ লগত ফিফ্‌টি ফিফ্‌টি কৰে, চৰকাৰক কৈ প্লাইউড ইণ্ডাষ্ট্ৰি সকলো নেচনেলাইজ কৰাম বুলি ভাবুকি দি ৰাতিটোৰ ভিতৰতে দুখীৰ দুখী অৱস্থাৰে পোন্ধৰ লাখ টকা লেখি লয়।

স্বামী অভগুানন্দৰ আৰু বহুত গুণ আছে। সকলোবোৰৰ কথা আমি নেজানো, আৰু জানিলেও, 'নেকষ্ট নেইবাৰ' বা ঘনিষ্ঠ প্ৰতিবাদী হিচাপে সকলো বেকত কৰি দিয়াটো নিৰাপদ নহয়। তেওঁ প্ৰতিপত্তি থকা মানুহ — কমিচন বা ইছপেচিয়াল ক'ৰ্ট বহুৱাই ৰঙা-নীলা দেখুৱাই দিয়াব পাৰে।

শ্ৰীমতী মিছেছ বেংবালাও বহু গুণৰ অধিকাৰিণী মহিলা। অৱশ্যে মহিলা বুলি ক'লে তেওঁ বেয়া পায — ছোৱালীজনী বুলি ক'লেহে ভাল পায়। স্বামী অভগুানন্দই প্ৰডিউছাৰ হিচাপে ফাইনান্স কৰিবলৈ লোৱা এখন ৰঙীন কথাছবিৰো তেওঁ নায়িকা হোৱাৰ কথা আছে। এতিয়ালৈকে 'হিৰ' বিচাৰি পোৱা নাই কাৰণেহে চুটিং আৰম্ভ কৰা নাই। হিৰ'বোৰ বদমাইচ।

প্ৰতিবেশীৰ হ'লেও পৰস্ত্ৰীৰ প্ৰতি নজৰ দিয়াটো ভাল কথা নহয় বুলি শাস্ত্ৰত আছে। তাকে সাৰোগত কৰি এবছৰ কোনো এক মহা চৰিত্ৰবানে বেংবালাক 'আই' বুলি মাতিবলৈ মুখ মেলোঁতেই, বেংবালাই এনে এটা ভেকাহি মাৰিলে যে মেলা মুখ মেলাই থাকিল সেই ভদ্ৰলোকৰ।

"মিচ্ বেংবালা বুলি মাতিব নেজানানে কি — ইদিয়ত !"

কোনো মতে, "ক্ষমা কৰিব আই" বুলি কৈ ভদ্ৰলোক নিষ্ক্ৰান্ত হৈ ৰক্ষা পৰিছিল। বেংবালাৰ মনত ওঠৰটি সন্তানৰ মাক হ'লেও তেওঁ এতিয়াও মিচ্ বেংবালা হৈ আছে। কোনোবা এজনে হেনো বেছি ভালৰি লগাবলৈ মিচ বেংবালা নুবুলি মিচট্ৰেচ বেংবালা বুলি মাতোঁতে বেংবালাই ফিককৰে হাঁহি দিছিল আৰু এটা ৰসগোল্লাৰ ঠাইত দুটা ৰসগোল্লাৰে চাহ খুৱাইহে শ্ৰীমানক বিদায় দিছিল।

মিচ্ বেংবালাৰ সকলো কথা বহলাই বৰ্ণাবলৈ ইয়াত ঠাই নহয়। তেওঁৰ বিষয়ে অধিক কথা জানিবৰ মন গ'লে মই ঘৰত নথকা সময়ত আহি কেইদিনমানৰ কাৰণে মোৰ ঘৰত আলহী থাকিলেহিয়েই নিজ চকুৰে বহুত কথা দেখিব আৰু নিজ কাণেৰে বহুত কথা শুনিব পাৰিব। গুণ বখনাটোও এক প্ৰকাৰ পৰচৰ্চা। পৰচৰ্চা পাপ। গতিকে আপুনি থাকোঁতে মই পাপৰ ভাগী হ'বলৈ যাওঁ কিয়? মই সিমান স্বাৰ্থপৰ নহয়।

তথাপি এষাৰ কথা তেওঁৰ বিষয়ে কৈ থওঁ :

দেশ আৰু সমাজৰ পৰম সেৱক স্বামী অভগুানন্দই কাৰো পৰা কোনো ঘোচ-ঘাচলি নিজ হাতে নলয়। সেইটো কৰাপচন্ হ'ব। গতিকে দৰ্খাস্তৰ লগত দিয়া সকলো এনভেলাপ অভগুানন্দই পিছফালে দিবলৈ কয়। আৰু পিছফালে সৰু কোঠাটোত বহি একাষে থকা লাইফচাইজ মিৰৰখনত নিজক চাই থকা মিচ্ বেংবালাই গহীন হৈ এন্‌ভেলাপটো লৈ বুকুত সোমাই থয়, আৰু হাঁহোনে নেহাঁহোঁকৈ এটা ৰামধনু হাঁহি মাৰে।

এবাৰহে বোলে অকণমান বিভ্ৰাট হৈছিল। তজবজীয়া ডেকা এটাই অভঙানন্দই দিয়া ইংগিত মতে পিছফাললৈ গৈ জেপৰ পৰা উলিয়াই মিচ বেংবালাৰ হাতত ওফন্দি থকা এন্‌ভেলাপ এটা দি নমস্কাৰ কৰি গুচি গ'ল। পাছত খুলি চাই বেংবালাই দেখিলে অন্যে তেনেকৈ দিয়া খামৰ ভিতৰত থকাৰ নিচিনাকৈ দেখোন ভাঁজ কৰা এশটকীয়া ন'ট নাই, তাৰ সলনি আছে এখন দীঘলীয়া প্ৰেমপত্ৰ ঃ

" মোৰ প্ৰাণৰ প্ৰিয়তমা, সপোনৰ ৰাণী,

মোৰ ভোকৰ ভাত, পিয়াহৰ পানী "

ডেকাই হেনো নিজ ঘৰ পাইহে বুজিব পাৰিলে যে একেটা জেপতে ভৰাই থোৱা প্ৰেমপত্ৰ আৰু টকাৰ খাম দুটাৰ ভিতৰত টকাৰ খামটো ভুলতে তাৰ জেপতে ৰৈ গ'ল। তাৰ মৰমৰ ছোৱালীজনীৰ কাৰণে লেখি অনা চিঠিখন ভুলক্ৰমে বেংবালাক দি থৈ-আহিল।

বেংবালাই হেনো চিঠিখন ঘূৰাই ঘূৰাই এশবাৰমান পঢ়িলে আৰু তেওঁলৈকে সেই সুদৰ্শন যুবকে চিঠিখন লেখা বুলি মনৰ আনন্দতে অভঙানন্দকে সাবটি ধৰি টপক টপক্‌কৈ এক ডজন চুমা খাই দিলে।

ডেকাজন কিন্তু লাজতে সেইফালে আৰু কোনোদিন নাহিল — যদিও মিচ বেংবালাই বহুত দিন বাট চাই আছিল।

চাকৰিটো কিন্তু কিবা স্বৰূপে ডেকাই পালে। এষাৰ কথা কৈ থোৱা ভাল, স্বামী অভঙানন্দ আজিকালি ভাৰতৰ সকলো ঠাইত ওলোৱা god man স্বামী সকলৰ নিচিনা স্বামী নহয়। তেওঁ মিচ্ বেংবালাৰ গিৰিয়েক সূত্ৰেহে স্বামী। কিন্তু বেংবালাৰ নিচিনা এগৰাকীৰ স্বামী হ'বলৈ পোৱাটো স্বামী ঘোঁৰানন্দ, স্বামী ঘৰিয়ালানন্দ, স্বামী শগুণানন্দ, স্বামী ভেকোলানন্দ আদিতকৈ অধিক গৌৰবৰ কথা, সেইটো আনে স্বীকাৰ নকৰিলেও স্বামী অভঙানন্দই সগৌৰৱে স্বীকাৰ কৰে। এইবাবেই বেংবালাৰ মনত ৰং।

এই স্বামী অভঙানন্দৰ পৰিয়ালটো মোৰ ঘৰ-কাষৰীয়া হোৱাটো সেই কাৰণেই মোৰ বৰ আনন্দ আৰু গৰ্বৰ কথা। বেৰখনৰ সিপাৰে থকা অভঙানন্দৰ ঘৰৰ ভিতৰত পুৱা-গধূলি সংগীত নাটক একাডেমি হৈ থাকে। চকুৰে নেদেখোঁ, কিন্তু প্ৰতিধ্বনি শুনো। চাবৰ বৰ মন যায়।

এবাৰ শ্ৰীমতীয়ে ক'লে যে স্বামীৰ ঘৰলৈ টেলিভিশ্যন আনিছে হ'বলা — নৃত্য গীত বাদ্য নাটক আদি সকলো চলি থকা যেন লাগে। চোৱাৰ লোভ সামৰিব নোৱাৰি এদিন মনে মনে তেওঁলোকৰ ফালৰ বেৰখনত এটা সৰু ফুটা কৰিলোঁ, আৰু সেই ফুটাইদিয়ে স্বামী অভঙানন্দৰ ঘৰৰ ভিতৰত হোৱা টেলিভিশ্যনৰ দৃশ্য জুমি জুমি

চাব ধৰিলোঁ। সুন্দৰ মনোৰম চাঞ্চল্যকৰ নয়নাভিৰাম দৃশ্য। ঘুচিযাঘুচি, চৰিযাচৰি, টনা-আঁজোৰা, বগৰাবগৰি, জোঁটাপুটি, সাবটাসাবটি, হাইজাম্প-লংজাম্প নানা অভিনৱ দৃশ্য। মোৰ কোনো আমেৰিকান থ্ৰিলাৰৰ বোম্বাই ভাৰ্ছন যেন লাগিল, আমাৰ শ্ৰীমতীক ইংগিতেৰে মাতি ক'লোঁ টেলিভিশ্যন চাবা যদি চোৱাহি—"

তেওঁ আহি বেৰৰ ফুটাত চকু থ'লে, কিছুপৰ চাই থাকিল। তাৰ পাছত বেৰৰ কাষৰ পৰা আঁতৰি আহি ক'লে, "ক'তনো টেলিভিশ্যন দেখিলা— সেই হাল অভগানন্দ আৰু বেংবালা নহয়? চিনিব নোৱাৰিলানে?"

"বেৰৰ ফুটাইদি চোৱাৰ কাৰণে মোৰ টেলিভিশ্যন যেন লাগিছিল —" মই ক'লোঁ, আৰু অলপমান মাটি আনি বেৰৰ ফুটাটো বন্ধ কৰি দিলোঁ।

ফুটা বন্ধ কৰিলোঁ যদিও, কিন্তু স্বামী অভগানন্দৰ ঘৰৰ ভিতৰৰ টেলিভিশ্যনৰ দৃশ্য মাজে মাজে চোৱাৰ লোভ মনৰ মাজত এতিয়াও আছে। ইমান কাষতে ইমান সুন্দৰ দৃশ্য।

সেই স্বামী অভগানন্দৰ অমৃত লেখনীৰ পৰা মাজে মাজে লেথাৰিকৈ আৰু মাজে মাজে ছেগাচোৰোকাকৈ ওলোৱা 'অশ্ৰাব্য' কিছুমান থুপাই ছপাই উলিযাবৰ ব্যৱস্থা কৰিলে এটা ভাল কথা হ'ব বুলি যেতিয়া প্ৰস্তাৱ আগবঢালোঁ তেতিয়া অভগানন্দই বহুতবাৰ ঋষি-মুনিযে চিন্তা কৰাদি কথাটো গভীৰভাৱে চিন্তা কৰিলে, তাৰ পাছত মোৰ মুখলৈ চাই সুধিলে, "অশ্ৰাব্য'ৰ কিতাপ হযনেকি?"

"কিতাপেই নহয়, অশ্ৰাব্যৰ নিচিনা বস্তু স্কুল-কলেজৰ পাঠ্যপুথিও হয।"

"পাঠ্যপুথি হ'লে মোৰ কি লাভ হ'ব?"

"আপোনাৰ অৱশ্যে একো লাভ নহয, কিন্তু ইযাৰ প্ৰকাশকৰ অৰ্থলাভ হ'ব। আৰু আপোনাকো 'মাননি' হিচাপে ২০-২৫ টকা দিব পাৰে।"

"মোৰ মান-মৰ্যাদাৰ দাম কেৱল ২৫ টকা!"

"অৱশ্যে যদিহে দিযে। নিদিবও পাৰে। আৰু অল্প কিটিপ কাৰচাজি কৰিব পাৰিলে কিবা একাডেমি, পৰিষদ আদিৰ পুৰস্কাৰ পাই যাব পাৰে।"

"অশ্ৰাব্যবোৰ কিতাপ হৈ ওলালে কোনোবাই পঢিবনেকি আকৌ?"

"সেই বিষযে বৰ চিন্তা কৰিবলগীয়া নাই। যিসকল অসমীযা লেখক - সাহিত্যিকে নিজে কিবা লেখে তেওঁলোকে আন কোনো অসমীয়া লেখকৰ লেখা নপঢে। নিজৰ বাহিৰে আনৰ লেখা পঢাৰ উপযুক্ত বুলি নেভাবে। গতিকে অশ্ৰাব্য কোনোবাই পঢিব বুলি ভয খাবলগীযা নাই।"

"চৰকাৰে জানোচা পঢে?"

"অসমীয়া ভাষাক ৰাজ্যিক চৰকাৰী ভাষা বুলি ঘোষণা কৰাৰ পাছৰ পৰা আৰু চৰকাৰৰ অসমীয়া ভাষা পঢ়াৰ কোনো প্ৰয়োজন নোহোৱা হ'ল। আৰু অসম গেজেটত ওলোৱা অসমীয়া ভাষাই হৈছে অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠতম নমুনা। অশ্ৰাব্যৰ ভাষা অসম ৰাজপত্ৰৰ (কোনোবাই আকৌ ৰাজপুত্ৰও বোলে) ভাষাৰ নিচিনা কেতিয়াও হ'ব নোৱাৰে, গতিকে চৰকাৰে কেতিয়াও অশ্ৰাব্য নপঢ়ে আৰু পঢ়িলেও বুজি নেপায — আপুনি চিন্তা নকৰিব।"

"তেনেহ'লে উলিওৱা। পিছে এটা কাম কৰিবা, মই লেখা অশ্ৰাব্যখিনিৰেই এটা শকত কিতাপ নহ'ব কিজানি। পাৰিলে অন্য কোনোবাই যদি এনেকুৱা কিবা লেখিছে ইফাল-সিফাল কৰি সেইবোৰো লগতে সুমুৱাই দিবা।"

"সেইবাবে নেভাবিব। মই তাহানি 'অকথ্য' নামেৰে কিবাকিবি কিছুমান লেখিছিলোঁ। সেইবোৰো আপোনাৰ অশ্ৰাব্যৰ লগতে গাঁথি দিম।"

"পিছে তেতিযা মযেই তুমি বা তুমিয়েই মই বুলি ভাবে জানোচা।"

"ভাবিলে ভাবক। গাধক ঘোঁৰা বুলি ভবা মানুহ সকলো দেশতে আছে।"

"কিন্তু কোনোবাই যদি গাধক মানুহ বুলি ভাবে?"

"যি ভাবে সিও গাধ।"

"তাৰ মানে? তাৰ মানে — তোমাক আৰু স্বামী অভঙানন্দকো কোনোবা দীঘলকণীয়াই নিজৰ জাতিভাই বুলি ভাবিব পাৰে।"

যেয়ে যি ভাবক, স্বামী অভঙানন্দক বুজাই-মেলি অশ্ৰাব্যবোৰ প্ৰকাশ কৰাৰ দিহা কৰা হ'ল। আটাইবোৰ অশ্ৰাব্য উদ্ধাৰ কৰিব পৰা নগ'ল। কিছুমান অগ্নিসংস্কাৰৰ উপযোগী। তুলসীৰ লগতে কলপটুৱাৰ মুক্তি হওক বুলি আৰু প্ৰকাশ কৰাৰ অন্য কোনো উপায় নাই দেখি মোৰ কাহানিবাই লেখা দুটামান অকথ্যও ইয়াৰ লগতে সাঙুৰি দিয়াৰ সুযোগ গ্ৰহণ কৰিলোঁ। বহুদিনৰ ওচৰ চুবুৰীয়াৰ ভাব-ভাষাৰ মিল থাকিব পাৰে, তাৰ বাবে মোক চৌৰ্যবৃত্তি আৰু আত্মসাৎ অপৰাধত অপৰাধী কৰিলেও, স্বামী অভঙানন্দক যেন তেনে দোষত দোষী নকৰে, পাঠকসকলৰ ওচৰত এয়ে আমাৰ নিবেদন।

পাঠকসকলৰ ওচৰত অনুৰোধ, যেন এই আপুৰুগীয়া অশ্ৰাব্যৰ সাহিত্যিক গুণৰ কাৰণে যেতিয়া নোবেল প্ৰাইজ দিবৰ কাৰণে বিবেচনা কৰিব লাগে বুলি নোবেল প্ৰাইজ কমিটীলৈ অনুমোদন পঠায়, তেতিয়া যে স্বামী অভঙানন্দৰ ফটোখনৰ লগতে মিচ্ বেংবালাৰ ফটোখনো পাবলৈ নেপাহৰে। পাৰিলে 'অশ্ৰাব্য'ৰ প্ৰকাশক আৰু প্ৰুফৰিডাৰৰো ফটো এখনকৈ পঠাব। আৰু ইয়াৰ ৰচনাকাল অনাদি অনন্ত বুলি লেখি পাব।

তাৰ লগতে যদি পাৰে এই মুখাগ্নি-লেখকৰ মুখাগ্নি এখন ৰংগীন ছবি পঠাই দিব।

যিসকলে এই কিতাপ পঢ়িব আৰু যি নপঢ়ে সকলোলৈকে আন্তৰিক কৃতজ্ঞতা জনালোঁ। স্বামী অভঙানন্দ আৰু মিচ্ বেংবালালৈ নমস্কাৰ।

ৰাইজৰ ক্ৰোধাগ্নিৰ বাবে
সাজু হৈ থকা
**—চৈয়দ আব্দুল মালিক**

বেৰেকপুৰ,
ভাৰাঘৰ।

স্বামী অভঙানন্দ,
মস্ত এটা ভণ্ড,
আমি জানো সি এটা
দুৰ্দান্ত পাষণ্ড।
কিমান ঘৈণীৰ 'স্বামী'
হিচাপ নাজানো আমি,
জানো পিছে ঘৈণীৰ সতে
কৰে নিতো দ্বন্দ্ব।
স্বামীজীৰ কেৰেকটাৰটি
হ'পলেছ্লি মন্দ।
ঘৈণীৰ পিঠিত ইউজ কৰে
টোকোন আৰু দণ্ড।
স্বামীযেই নে স্বাইন,
ভাঙি ফুৰে আইন,
কি কৰি ক'ত ঘূৰি ফুৰে,
পাবলৈ নাই টাইন,
তাৰ এঘাৰ বছৰ ফাঁচী হৈছে,
পঞ্চাশ পইচা ফাইন,
কাৰণ সি ভাঙি ফুৰে
একশ দহৰ আইন।
সি চচিয়েলিষ্ট কমিউনিষ্ট,
গৰীয়া, হিন্দু নে বৌধ, খ্ৰিষ্ট
নে—ক'ৰবাৰ হাই প্ৰিষ্ট
নে ছিণ্ডিকেট নে ইণ্ডিকেট
গান্ধীবাদী নে মাৰ্ক্সিষ্ট,
নে প্ৰগ্ৰেছিভ জনসংঘ।

নে এটা চাৰিশ বিশ
অকাল কুষ্মাণ্ড।
য'তে ত'তে কৰি ফুৰে
যতমানে কুকাণ্ড।
ৰাতি-খোবাৰ মেম্বৰ হৈ
পীযে মধুৰ ভাণ্ড।
ধতী পিন্ধে, কৰে চুট,
চেণ্ডেল পিন্ধে, পিন্ধে বুট
মাহ-মাংস ৰুটি খায
চব ভাষাৰ গান গায,
য'তে ত'তে ৰাতি কটায
কতৰ জীৱন কৰে পণ্ড,
তাৰ কেৱে নাপায গন্ধ।
অভং, মস্ত বেলেপুং,
তাৰ সকলো কথা ফাং ফুং
লোকৰ কথাৰ লৈ পুং
কৰে লণ্ড ভণ্ড।
লেখে নানা গদ্য-কাব্য,
বিলকুল অশ্ৰাব্য,
অৰ্থৰ নাই আগ-গুৰি,
লৰক ফৰক ছন্দ।
সি চি, আই, এ,ৰ ধন লৈ
চচিযেলিজম্ কৰে,
ব্লেক পাৰ্মিট পাবৰ বাবে,
মন্ত্ৰীৰ পিছত লৰে,।
কমিউনিষ্টক গালি পাৰি
কৰে শ্ৰেণী সংগ্ৰাম,
অপজিচনৰ গুণ গায,
মন্ত্ৰীক কৰে চালাম,
অপৰচুনিষ্ট মস্ত এটা,
ভন্ড অপগণ্ড।
অভং যদিও ভাং খাই
পৰি তাকে লাং খাই,
চৌ এন লাই নে চাংকাই,
চিনি পাবৰ উপায নাই।
হযতো অভং কোনোবা এটা
পাৰ্টিৰ দালাল-বান্ধ,
কৰি ফুৰে যতমানে
বেমেজলীয়া কাণ্ড।
নাজানি তাৰ আকাৰ চাইজ
কেযাৰফুল হ'ব ৰাইজ,
নহ'লে কৰি কৃতিচাইজ
সি কৰিব অপল ঘোচ দি
তাৰ মুখখন কৰক বন্ধ।
নহ'লে সদায অশ্ৰাব্য লিখি
সি হৈ থাকিব
স্বামী অভণ্ডানন্দ।

সদৌ অসম চিপৰাং পার্টি
টৈপেন্দ্র
সমাজবাদী টেঁকীয়া
চিনাক্তকৰণ
জীৱাত্মা-পৰমাত্মা
শংকৰদেৱৰ কনফাৰ্মেশ্যন
লেংগুৱেজৰ ট্রেন্সপ'টেশ্যন
হাৰাই কাহিনী
অৱশ্যম্ভাবী
অভং ভতৰা
জয় বেংগালয়
বিনচীয়া পোৱালি
এ-মেলেকা ধঁপাত
পলিটিকেল চাফাৰাৰ
ভেট ঔ
গুণ্ডা
দাসায়ন মহাকাব্য

# সদৌ অসম চিপ্‌ৰাং পাৰ্টি

লক্ষ্মীনাথ বেজবৰুৱাৰ কোনোবা এটা গল্পত এক বিশিষ্ট লোকৰ পূৰ্বপুৰুষৰ বংশাবলী আছে ঃ যথা— মাটিৰামৰ পুতেক বাটিৰাম, বাটিৰামৰ পুতেক ঘটিৰাম, ঘটিৰামৰ পুতেক বন্ধুৰাম, বন্ধুৰামৰ পুতেক সিন্ধিৰাম - ইত্যাদি। লক্ষ্মীনাথ বেজবৰুৱাৰ এই গল্পটো আপোনালোকেও পঢ়া নাই আৰু মইতো পঢ়া নায়েই। তথাপি যদি কোনোবাই পঢ়িছে, মিলাই লব, নামবোৰ অগা পিছা হ'ব পাৰে, নিমিলিবও পাৰে।

পিছে মই এইজনা মহাপুৰুষৰ কাহিনী ক'ব খোজা নাই। আমাৰ ইলেক্‌চনত চিপ্‌ৰাং হাতত লৈ ফুৰা সিন্ধিৰামহঁতৰ কথাহে কওঁ বুলিছোঁ। ইলেক্‌চনটো হ'ল বিলাতৰ পৰা আমদানি কৰি অনা জিনিচ। গতিকে বিলাতী চাহাবৰ লগত বিলাতী কুকুৰ, বিলাতী মদ, বিলাতী মেম অহাদি, ইলেক্‌চনৰ লগত ছেবটেজ কোম্পানি, চিটিং (cheating) এজেঞ্চি, বিট্ৰে লীগ আদি অহাটো কাণ টানিলে মুৰ অহাৰ নিচিনা কথা। কিন্তু এই সকলোবোৰতকৈ চৰা গৰাকী হ'ল শ্ৰীশ্ৰীল শ্ৰীশ্ৰীযুক্ত চিপ্‌ৰাং। বস্তুটো নিৰ্ভাজ দেশী হয়নে নহয় জনা নাযায়। এই বিষয়ে গৱেষণা কৰাৰ যথেষ্ট সমল আছে।

দেখাত চিপ্‌ৰাং বস্তুটো দেশী যেনেই লাগে। চিপ্‌ৰাং হৈছে সিন্ধিকাৰ্যৰ অমোঘ অস্ত্ৰ। বিশেষকৈ ইলেক্‌চনত ইয়াৰ সহায়তে কতই কতৰ বৰঘৰত সোমাই ঘটিয়ে-লোটাই জোলোঙাত ভৰাই কতক দেৱলীয়া কৰিছে তাৰ হিচাপ ভগৱন্ত বস্তুৱেহে জানে। আগৰ কালত শিৱাজী আৰু আফ্‌জল খাঁই ইজনে সিজনক এহাতেৰে ধৰি আলিংগন কৰিবলৈ লওতে আন হাতত ধৰা পৰি গৈছিল— ডেগাৰ—জোঙা ছুৰী কটাৰী। কিন্তু চিপ্‌ৰাঙত ধৰা পৰাৰ বিন্দু মাত্ৰ সন্দেহ নাই।

এজন কেণ্ডিডেট উঠিছে। আপুনি তেওঁ জিকাটো একেবাৰে পছন্দ নকৰে, কাৰণ জিকিলে তেওঁ মিনিষ্টাৰ-তিনিষ্টাৰ হৈ যাব পাৰে। তেতিয়াতো আপোনাৰ নিচিনা নামে-যহে, ডাটিয়ে-গোঁফে ভোবোকাৰ মহাপুৰুষ নাপাট্টা হৈ যাব। অতদিনে

ঘৈণীযেকৰ আগত মৰা দপদপনিও অথলে যাব। বিয়া কৰাম বুলি কৈ থোৱা ছোৱালীযেন্দ্ৰীযেও চিঠি লিখিব ঃ অমুক যে তমুক হ'ল, আপুনিনো কি ঘোঁৰাৰ ঘাঁহ কাটিছিল? আপোনাৰ নিচিনা ডেকাল'ৰা দলে দলে মিনিষ্টাৰ হৈছে ইত্যাদি।

লওক চিপৰাং।

কেণ্ডিডেটৰ লগত ঘনিষ্ঠ হওক, খবৰ-বাতৰি কৰক। আপোনাৰ পইচাৰে দুই-এদিন তেওঁৰ কৰ্মীক চাহ-চিগাৰেট খুৱাওক। তেওঁ যে জিকিবই সেইটো মাজে মাজে জোৰ দি কওক। মাজে মাজে হতাশ হৈ দিযক। হৈ পৰক কেণ্ডিডেটৰ শুভাকাংক্ষী। আপুনি তেওঁৰ নিৰহ-নিপানী বিশ্বস্ত বন্ধু হৈ পৰক। তাৰ পিছত পাৰে যদি সোমাই পৰক তেওঁৰ নিৰ্বাচনী অফিচৰ কিবা এটা হৈ, চেক্ৰেটৰী, প্ৰেছিডেন্ট যি পাৰে। এবাৰ সোমাই লব পাৰিলে কাৰো বাপেকৰ দাঁত নাই যে আপোনাক বাহিৰ কৰি পঠিযায। তাৰ পিছত নিৰ্বাচনী অযিচৰ গাদীত বহি লৈ আপুনি চিপ্ৰাং উলিযাওক। বিপক্ষ প্ৰাৰ্থীৰ সমৰ্থকক আপোনাৰ নিৰ্বাচনৰ বিশ্বস্ত কৰ্মী নিযোগ কৰক। তেওঁলোকৰ হাতত টকা পইচা দিযক। প'ষ্টাৰ, লিফলেট দিযক। পাৰিলে গাডী-মটৰ দিযক। লগতে গোপন পৰামৰ্শ দিযক-আমাৰ এওঁক যেনে তেনে হৰুবাবই লাগিব। ভালকৈ কাম কৰিবা — ধৰা পৰিলে বিপদ আছে।

চিপ্ৰাং চাক্‌চেচফুল।

আপুনি ধৰি লওক অ, আ, উ বা ঔ পাৰ্টিৰ এজন মুধাফুটা নেতা। বহুকাল মন্ত্ৰী-তন্ত্ৰী বহুত কিবা-কিবি হৈ সোঁৰে-বাঁৱে, দুখীৰ দুখী অবস্থাৰে কেইলাখমান কৰিলে। ধানকল, ছাপাকল, বাছ লাইন, চিমেন্টৰ দোকান যি পাৰে আপোনাৰ ঘৈণী, খুলশালি, ভাই-ভতিজাৰ নামত কৰাই ললে।

এনেজন মুধাফুটা নেতাক এইবাৰ হাই কমাণ্ডে নমিনেচন নিদি দিলে ক'ৰবাৰ নামনেগুৰ বৰ্জিত গোঁফ ঠুটিউৰা ডেকা ল'ৰা এটাক। এযা কি কম অপমানৰ কথা।

লওক চিপ্ৰাং।

আপোনাৰ নিচিনা আৰু নমিনেচন বিচাৰি নোপোৱা যিকেজন আছে তেওঁলোকৰ লগত লগ হৈ ছেবটেজ কোম্পানী গঠন কৰি পেলাওক— ৰাতাৰাতি। তাৰ পিছত কামত লাগি যাওক। বাহিৰত কিন্তু পাৰ্টিৰ একনিষ্ঠ কৰ্মী হৈযে থাকক — একেবাৰে বিশুদ্ধ ডালডা।

আপুনি কিবা এটা সাংঘাতিক প্ৰগতিশীল ডেকা দলৰ এজন প্ৰাদেশিক নেতা। সৰ্বভাৰতীয নেতা হওঁ হওঁ। প্ৰধানমন্ত্ৰীয়ে ৰাজ্যখনৰ সকলো কাম আপোনাৰ লগত পৰামৰ্শ কৰিহে কৰে। মানে দিল্লীত তেওঁ আৰু অসমত আপুনি। আপোনাৰ চালচলন,

স্বভাৱ-চৰিত্ৰ সম্পৰ্কে আনে যিবোৰ বুবু-বাবা কৰে সেই সকলোবোৰ গাজা। মানে আপুনিযেই আমাৰ ৰাজ্যৰ ভৱিষ্যৎ মুখ্যমন্ত্ৰী।

আপোনাকো নমিনেচন নিদিলে। আৰু নিদিলে আপোনাৰ পদসেৱক ডেকো লেফ্‌টেনেন্ট কেজনকো। ই কি কম স্পৰ্দ্ধাৰ কথা।

কথাটো স্পৰ্টচ্‌মেন স্পিৰিটত লোৱা যেন দেখুৱাই এটা শুকান কাঠ হাঁহি মাৰক। লগে লগে হাই কমাণ্ডৰ ডিচিছন ঠিক হৈছে বুলি ডাঙৰ ডাঙৰকৈ কওক। আৰু তলে তলে যত নমিনেচন বিচাৰি নোপোৱা শ্ৰীমান শ্ৰীমতী আছে সকলোৰে লগত লগ লাগি চিপ্‌ৰাং শানত দিযক। নিজৰ দলৰ প্ৰাৰ্থীক সমৰ্থন কৰিব লাগে বুলি প্ৰাৰ্থীৰ খৰচত লিফ্‌লেট ছপা কৰাই বিলোৱাওক, নিজৰ দলৰ প্ৰাৰ্থীৰ গাড়ীত ঘূৰক। আৰু নিজৰ গেংটোৰ হতুৱাই আনে নেদেখাকৈ চিপৰাং মৰাওক। পাৰিলে দুই-এক নমিনেচন পোৱা মন্ত্ৰীকো হাই কমাণ্ডক কৈ তোমাক আকৌ মন্ত্ৰী কৰাই দিম বুলি লগত লওক। আৰু নিজৰ দলৰ প্ৰাৰ্থীক ঘটুৱাই দিযক।

ইযাৰ নাম হ'ল প্ৰগ্ৰেছিভ চিপ্‌ৰাং। এনেকুৱা প্ৰগ্ৰেছিভ চিপ্‌ৰাংধাৰীৰ সংখ্যা বেছি হলে আমাৰ ৰাজ্যখনৰ ভৱিষ্যৎ উজ্জ্বল।

চিপ্‌ৰাং মৰাৰ কাযদা ঠাযে ঠাযে বেলেগ বেলেগ। "অশ্বত্থামা হত— (সৰুকৈ) ইতি গজ'ৰ দিনৰপৰা কম-বেছি চিপ্‌ৰাঙৰ প্ৰেক্‌টিছ চলি আহিছে। গোসাঁইৰ শিচ ভঙোৱা আৰু ইলেক্‌চনৰ ভোটাৰ ভঙোৱা প্ৰায একে ৰকমৰ ব্যৱসায। অৱশ্যে শিচ ভঙাবৰ সমযত কোন জন প্ৰভু ঈচৰে সহজে স্বৰ্গলৈ নিব পাৰিব সেইযাৰ খাটাংকৈ কৈ শিচ ভঙোৱা হয। ইলেক্‌চনত কোনজন কেণ্ডিডেট এমেলে হলে ভোটাৰসকলৰ কাক কি বনাই দিব তাৰ লেখ দিয়া হয। অমুক ৰিটাৰ্ণ হ'লে মিনিষ্টাৰ হ'ব খাটাং, (যদি বিৰোধী পক্ষৰ হয)। আমাৰ এওঁ ৰিটাৰ্ণ হ'লে গভৰ্ণমেন্টক চলুৱে চলুৱে পানী খুৱাব নহয। শতকৰা এশ পঞ্চাশটাক চাকৰি দিযাব— চোতালৰ বন চুৰুকিবলৈও ট্ৰেক্টৰ দিব, হাইস্কুলৰ মাষ্টাৰৰ দৰমহা হ'ব মন্ত্ৰীৰ দৰমহাতকৈ বেছি, আৰু বুনিযাদী স্কুলৰ মাষ্টৰৰ ল'ৰা-ছোৱালীবোৰ চব আমেৰিকালৈ পঠিযাব হাযাৰ ষ্টাডিজৰ কাৰণে। মুঠতে আমাৰ জনক হৰুৱাই অমুকক ভোট দিযক। মই আছোঁ। — ভয নকৰিব। এমেলে হ'ল মোৰ ভাই— সি থাকিব শ্বিলঙত - আৰু মই থাকিম ইয়াত — মানে মুঠতে বুজিব ভাইটোৰ জয মানেই ৰাইজৰ জয়।

অৰ্থাৎ ভাইটোৰ জয় মানেই আমাৰ চিপ্‌ৰাঙৰ জয।

সেই কাৰণে বহুতে এইবাৰ কোৱা-বখনা কৰিছে যে অহাবাৰৰ নিৰ্বাচনত চিপ্‌ৰাঙকো প্ৰতীক হিচাপে লবলৈ দিবৰ কাৰণে ইলেক্‌চন কমিছনলৈ প্ৰস্তাৱ পঠিওৱা যাওক।

প্ৰস্তাৱটো নিশ্চয় গভীৰ বিবেচনাৰ যোগ্য।

লগতে সদৌ ভাৰত নহ'লেও সদৌ অসম চিপ্‌ৰাং পাৰ্টি নামে এটা পাৰ্টিও গঠন কৰিবলৈ লোৱা যাওক, সভাপতি, সম্পাদক আৰু অফিচ বিয়েৰাৰৰ কাৰণে আবেদনপত্ৰ আহ্বান কৰা যাওক।

# টৈপেন্দ্ৰ

কোনো কোনো বন্ধু-বান্ধৱে ইস্ আস কৰিছিল স্বামী অভণ্ডানন্দৰ নিচিনা লীডাৰ এজননো 'মেলত' মহৰী সোমাব পায়নে? তেওঁতো ইচ্ছা কৰিলে যদিও তেওঁ চুইচ্ টিপি লাইট জ্বলাবলৈকো ভয় কৰে, ইয়াৰ চীফ ইঞ্জিনিয়াৰ, চীফ কেমিষ্ট, মেনেজিং ডাইৰেক্টৰ যিহকে মন যায় হ'ব পাৰিলেহেঁতেন। নুনমাটি ৰিফাইনেৰিত দেখোন দলে দলে অনা-অসমীয়া মেট্ৰিক ফেইল ইঞ্জিনিয়াৰ আছে। ৰিফাইনেৰি চলা নাইনে কিবা? অসমীয়া নহ'লেই হয়, অসমত সকলোৱেই এক্সপাৰ্ট হৈ যাব পাৰে। অন্য ঠাইৰ কেৰেণী আহি অসমত ডাক্তৰ, ইঞ্জিনিযাৰ যি মন যায় হৈ আছে। কি মহাভাৰত অশুদ্ধ হৈছে? অসমীয়া এম, এচ-চি এজনে হেনো নামৰূপ, লাকুৱা, শিৱসাগৰ, ডুলীযাজান, নুনমাটি ক'তো চাকৰি বিচাৰি নাপাই আঁঠু কাটি ভগৱানলৈ কাতৰ প্ৰাৰ্থনা জনাইছিল — "হে ঈশ্বৰ, তুমি আজিকালি ক'ত আছা সঠিক নাজানো। কিন্তু অসমত যে নাই, সেইটো ক'ব পাৰোঁ। য'তে নাথাকা, তোমাক এটা ৰিকুৱেষ্ট কৰোঁ, বৰ্তমানৰ কাৰণে নহয়, ফিউচাৰৰ কাৰণে। মোৰ অহা জন্মত (যদি হয়), যদি তেতিয়াও অসম নামৰ এখন ৰাজ্য থাকে থকাৰ অৱশ্যে কোনো লক্ষণ নাই) তেন্তে দহোকুৰি মোক যেন অসমত জন্ম নিদিবা— অসমৰ বাহিৰে য'তে জন্ম দিয়া তাতে মই আপত্তি নকৰোঁ, অন্য ঠাইত জন্ম ললে মই অসমত হোৱা যিকোনো উদ্যোগ, ইণ্ডাষ্ট্ৰি, কল-কাৰখানা, বেংক, ইঞ্চিওৰেঞ্চ আদিত একো নহ'লেও মেনেজাৰ, ডিৰেক্টৰ, ইঞ্জিনিয়াৰ, এডভাইজাৰ হৈ আহিব পাৰিম, লাগিলে সাতবাৰ ফেইল্ কৰি মেট্ৰিক পাছ কৰিব নোৱৰা চিনেমাৰ গেটকিপাৰেই হওঁ। অসমৰ বাহিৰে মোক য'তে জন্ম দিয়া প্ৰভু তাতে মই ৰামধুন গাই তোমাক চেলিউট দি থাকিম।"

অভণ্ডানন্দই যে হাজিৰা মহৰীটো পাইছে, অসমৰ সেইটো এটা উল্লেখযোগ্য ঘটনা বুলি বৰ্ণিত হোৱা উচিত। নহ'লেও মোৰ বুৰঞ্জীত সেই কথা নিশ্চয় লিখা থাকিব।

অভণ্ডানন্দই কামৰ স্পেচিয়েল প্ৰগ্ৰেম কৰি ললে। প্ৰথমে মেনেজাৰৰ ঘৰত চালাম, তাৰ পিছত এজন এজনকৈ যত অফিচাৰ আছে সকলোকে কুঁজা হৈ চালাম, তাৰ পিছত ৰাজহাড় পোনাই, বুকুফিন্দাই জেনেৰেল মানেকশ্বৰ খোজেৰে কৰ্মথলীত প্ৰবেশ। টাইমকিপাৰৰ দেৰি হোৱাৰ কাৰণ সুধিবৰ সাহস নাই, কাৰণ তেওঁ জানেই যে আৰ্জেন্ট কন্‌চাল্টেচনৰ কাৰণে সদায় অফিচাৰসকলে অভণ্ডানন্দক মাতি নিয়ে, কাৰণ হাজিৰা মহৰী হ'লেও অভণ্ডানন্দ যে লিডাৰ।

অভঙানন্দ অনেষ্ট মানুহ। সেই দেখি কোনোবা দিনা ৫ জন মানুহহে কাম কৰিবলৈ আহিলেও তেওঁ ২৫ জন বুলি বহীত দেখুৱায। ২০ জনৰ মজুৰিখিনি হয, সকলোৱে সেইটো কৰে। কোনোবা বাঘ নে সিংহ চৰকাৰে বোলে ১৬ শ নে বাৰ শ মাষ্টাৰ ৰোলত কাম কৰা গডকাম্পটানী বনুৱাক কামৰ পৰা বিদায দিছিল। পিছে মুৰ গণনাত হেনো তাৰ আধামানহে জীযা মানুহ ওলাল। সোঁহাতৰ নাম যদি উপেন্দ্ৰ, বাঁও হাতৰ নাম ৰূপেন্দ্ৰ। সোঁ ভৰিৰ নাম (আচৰিত নহ'ব সমযত ভৰিযেও নাম লিখিব পাৰে) নৃপেন্দ্ৰ আৰু বাওঁ ভৰিৰ নাম কৃপেন্দ্ৰ। দশাৱতাৰ নহ'লে চাৰি অৱতাৰতো হ'ব পাৰি। আৰু হেনো সৰহ ভাগৰ নাম টিপেন্দ্ৰ, ইংৰাজীত ইযাক কয মিষ্টাৰ এল, টি, আই। টিপচহী দি যি টকা লয তাকে টিপেন্দ্ৰ বুলি কয হেনো। তাৰেই ইংৰাজী নাম মিষ্টাৰ লেফট থাম্ব ইমপ্ৰেছন।

যোগ্যাভোগ্য বসুন্ধৰা। অভঙানন্দই তেওঁৰ তলত কাম কৰা বনুবাবোৰৰ নামৰ তালিকাখন বেংবালাক সুধি, মানে বেংবালাৰ লগত কন্‌চাল্ট কৰি প্ৰিপিযাৰ কৰিছিল। সৰহভাগ বেংবালাৰ মিতিৰ কুটুমৰ নাম।

নামৰ মহিমা অপাৰ। বহীত নাম থাকিলেই কাম হাচিল। প্ৰতিটো নামেই দৰমহা নিযাৰ দিনা টিপেন্দ্ৰ ৰূপ লয। টিপেন্দ্ৰ সৰ্বসিদ্ধি। এই টিপেন্দ্ৰইঁতে মিলতে কাম নকৰে। অভঙানন্দৰ ঘৰত খৰি ফলা, পানী অনা, গৰুৰ ঘাঁহ কটা, ল'ৰা-ছোৱালী ওমলোৱা আদি কামো মিলৰ হৈযে কৰি দিযে। সেইদৰে বাবুসকলৰ ঘৰতো লাওনি-পাচনি কৰি দিযে। গতিকে কোনে মাতে?

এনেই কৌপাটি, তাতে চেনি কল — 'চুগাৰ মেল।' বিষযা, কৰ্মচাৰী, বনুৱা কেৰেণী, মহৰী সকলোৱে অকৃপণ আৰু উদাৰ সহযোগিতাত বছৰি গড়ে পাঁচ লাখৰ পৰা দহ লাখলৈ লোকচান ভৰি মেলে দোপতদোপে উন্নতি কৰিব ধৰিলে। লগে লগে অন্যান্যৰ দৰে শ্ৰীঅভঙানন্দযো দুখীৰ দুখী অৱস্থাৰে নিজৰ উন্নতি কৰি যাব ধৰিলে। কুঁহিযাৰণি বুলিবলৈ যাৰ এলোচা মাটিও নাই, তাক কেইহাজাৰমানকৈ টকা এডভাঞ্চ দি আৰু কুঁহিযাৰ ফাৰ্ম খুলিবৰ কাৰণে লাখৰ গণনাৰে ল'ন দি মিল হ'ল অসমৰ দাতাকৰ্ণ বা জগৎশ্বেঠ।

এবাৰ অভঙানন্দৰ দদাশহুৰেকৰ ভাযেকৰ কিবা এটা অসুখ হৈছিল বোলে। অভঙানন্দৰ যত্নত তেওঁৰ চিকিৎসাৰ ব্যৱস্থা মেলেই কৰি দিলে। এবাৰ বেংবালাৰ বাযেকৰ পুতেক এটাই কিবা চাকৰি এটা পালে। বাইচ কলেৰে ঘূৰা ঘূৰি কৰিব লাগে, বাইচকেল নাই। তেওঁৰ কাৰণেও লিডাৰ অভঙানন্দই মেলৰ পৰাই চাইকেল এডভাঞ্চ লৈ দিলে।

এনে ধৰণেই কৌপাটি মেলে উন্নতি কৰিব ধৰিলে।

মেলটো ৰাইজৰ সম্পত্তি। সেই দেখি ৰাজহুৱা সকলো কামতে মেলে উদাৰভাৱে সহায় কৰে। আপুনি গাই কিনিবৰ কাৰণে এডভাঞ্চ লব পাৰে, ভাগিন, ভতিজা, খুলশালী আৰু আপোনাৰ এলেকৰ পেলেকৰ বিয়াৰ কাৰণে এডভাঞ্চ লব পাৰে। এডভাঞ্চ বা ল'ন ললেই যে ঘূৰাই দিব লাগিব তাৰ কোনো মানে নাই। নিদিলেনো কি কৰিব? মোকৰ্দমা। কি কৰিব মোকৰ্দমা কৰি!

ইতিমধ্যে তেলতুল যথেষ্ট মালিচ কৰাৰ পিছত হাজিৰা মহৰী লিডাৰ শ্ৰী অভঙানন্দ যদি চুপাৰভাইজাৰ হৈ যায়, তাত কোনোবা চকু চৰহাৰ বুকুৰ ধৰফৰণি হ'লেইবা। বিলাতৰ শ্বেইক্সপিয়েৰ নামৰ নাটক লিখা মানুহজনেও কৈ গৈছে — Promotion goes by letter and affection.

তেতিয়া অভঙানন্দই যিদৰে অফিচাৰসকলক আগতকৈ দীঘল চালাম দিয়া আৰম্ভ কৰিলে, তেনেকৈ অন্যান্যয়ো অভঙানন্দক দীঘলীয়া চালাম দিয়া আৰম্ভ কৰিলে। বহুত নতুন নতুন সুবিধাও আহিল, তেতিয়া অভঙানন্দ ৰাইজৰ উপকাৰ কৰাত লাগিল। একেডৰা কুঁহিয়াৰণিকে বেলেগ বেলেগৰ বুলি দেখুৱাই কৃষি ঋণ দিওৱাৰ ব্যৱস্থা হ'ল। আজিকালি ৰাইজে অফিচাৰক চালাম নকৰি অভঙানন্দক কৰিব ধৰিলে। অভঙানন্দয়ো ধাৰে দিয়া টকাৰ শতকৰা ২০-২৫ ভাগ মাথোন কমিছন লৈ ৰাইজৰ মাজত টকা বিলোৱাব ধৰিলে। লিডাৰ অভঙানন্দৰ নাম-যহ বৈ বৈ যাব ধৰিলে।

সেই সময়তে ওচৰৰ চাৰিআলিৰ কাষৰ খেৰৰ জুপুৰি এটাৰ এখন ডাঙৰ চাইনব'ৰ্ড ওলমিল — "দি গ্ৰেট ফটু কুম্পানী— ইয়াত দিনে ৰাতিয়ে ফটু তুলা হয় — আহক আহক।"

অভঙানন্দ এদিন ইফালে-সিফালে চাই তাত সোমাল। ক'লে, "মোৰ এখন ভাল ফটো তুলি দিব পাৰিবা?"

ফটোগ্ৰাফাৰে এটা ধুনীয়া হাঁহি মাৰি ক'লে, "কেলেই নোৱাৰিম ছাৰ, আপোনাৰ মূৰত যদি চুলি লগাই দিব লাগে আৰু সৰু কুকুৰ দাঁত দুটাও যদি লগাই দিব লাগে সেইটোও কৰিব পৰা হ'ব।"

"নাকটোৰ কিবা এটা কৰিব নোৱাৰিবানে?"

"আপোনাৰ নাকটো ভালেই দেখোন ছাৰ—"

"ভাল হয়, মাতটো নাকেদি যায়—কিবা কৰি—"

"আমি ছাৰ ফটোহে তোলোঁ। টেপ ৰেকৰ্ড নকৰোঁ নহয়—"

"বাৰু তেনেহলে তোলাচোন এখন—"

অভঙানন্দ ফটো তোলাবলৈ বহিল।

# সমাজবাদী ঢেঁকীয়া

বেংবালাই জককজাই উঠিল ঃ

"এইবোৰ কি কৰিছা?"

"চেলিব্ৰেট।"

"কি চেলিব্ৰেট? পোকে খোৱা ৰহৰ ডাইল, খুদ চাউল — সেয়া কি? মবিল মবিল গোন্ধাইছে যে—"

"খাঁটি ডালডা।"

"নিমখ নে চেনি এযা?"

"বলিয়া হৈছা নেকি? একা লাখ টনকৈ চেনি বিদেশলৈ পঠিযাব লগে, ভাৰতৰ মানুহে চেনি খায নেকি? সেযা নিমখ, বিশুদ্ধ সমুদ্ৰ লবণ। এযা ঢেঁকীযা, এযা ক'লা কচু, এযা হালধীযা—"

"হালধীযা নে হালধি?"

"হালধীযা হলেই হালধি হ'ব তাৰ কি মানে আছে। এযা পলিথিনৰ মোনাত ভৰাই হালধি বুলি বেচা এবিধ গুড়ি। হালধিও হ'ব পাৰে, ইটা- গুড়িও হ'ব পাৰে। আৰু এইটো মাটি কলহত এযা ঠাণ্ডা পানী, আৰু এযা—"

"সেযা কি?"

"এযা আবকাৰী' মানে এক্‌চাইজ।"

"আবকাৰী?"

"ও চেলিব্ৰেট কৰিবলৈ হ'লে আবকাৰী নহ'লে নহয, তুমি নুবুজা।"

"কিন্তু এইবোৰেৰে কি চেলিব্ৰেট কৰিব খুজিছা? আমাৰ ৪৫ বছৰীযা হেপী ৱেডিং নেকি?"

"আমাৰ হেপী ৱেডিঙৰ চেলিব্ৰেচন পিছত হ'ব। আজি আমি কেপিটেল চেলিব্ৰেট কৰিম।"

"কেপিটেল নে কাৰ্ল মাৰ্ক্স?"

"হেৰা বেংবালা, মই গম নোপোৱাকৈ তুমি কেতিয়াবা গৈ কমিউনিষ্ট পাৰ্টিত জইন কৰিলা নেকি? এই কেপিটেল সেই কেপিটেল নহয। এয়া ৰাজধানী কেপিটেল।"

"ৰাজধানী— কেপিটেল চেলিব্ৰেট কৰিবলৈ আকৌ কচু ঢেঁকীযা, লোণ, তেল গোটাইছা কেলেই?"

"বুজা নাই? এইটো বিশুদ্ধ, খাঁটি. নিৰহ-নিপানী অসমীয়া চেলিব্ৰেচন হ'ব। স্বামী অভগুানন্দক তেজে-পানীযে, হাডে-হিমজ্বৰে, খোজ-কাটলে, কথাই-বতৰাই খাঁটি অসমীয়া বুলি জানো তুমি নাজানা ডাৰ্লিং।"

"তোমাৰ কাৰবাৰবোৰ মই একো বুজা নাই—"

"বুজিবলৈ সময লাগিব। মই— মানে আমি কেপিটেল চেলিব্ৰেট কৰিম। আজিৰ পৰা অসমৰ ৰাজধানী দিছপুৰ—"

"দিছপুৰ। ইংৰাজী - সংস্কৃতত তাৰ উচ্চাৰণ অনুসৰি দুটা অৰ্থ হয়— দিছপুৰ — মানে এইখন নগৰ, আনটো হৈছে — ডিছপুৰ, অৰ্থাৎ থাল বা বাচন পূৰা হৈ থাকিব।"

"সেইবোৰ অৰ্থনো কোনে সুধিছে? দিছপুৰেই হ'ল বা গুৱাহাটীযেই হ'ল, তোমাৰ আকৌ কচু, ঢেঁকীয়া গোটাই চেলিব্ৰেট কৰিবলৈ কি চুটখৰে খাইছে?'

"দিছপুৰত স্থাযীভাৱে অসমৰ অস্থাযী ৰাজধানী পাতিবলৈ লৈছে। পাঁচ কোটি টকা খৰচ কৰি কেপিটেল সাজিব। কেন্দ্ৰীয মন্ত্ৰী-পৰিষদ আহি এবেলা অসমৰ ৰাজধানীত থাকি, সাংবাদিকক মাতি আনি ষ্টেটমেন্ট দি গৰমত থাকিব নোৱাৰি, আবেলি বেলা জৰুৰী কামত মেঘালযৰ ৰাজধানী শ্বিলঙলৈ গৈ তাতে ৰাতিটো কটাব।"

"কেলেই দিছপুৰত এয়াৰ কণ্ডিচন্দ ঘৰ নাসাজিব নেকি?"

"সাজিব, কিন্তু ঘৰ নহয, হোটেল। চৰকাৰৰ পৰা টকা ধাৰলৈ লৈ, মন্ত্ৰী, এমেলেৰ নিচিনা ডাঙৰ মানুহ থাকিবৰ কাৰণে এয়াৰকণ্ডিচন্দ হোটেল নাসাজিলে কেনেকৈ চলিব?"

"দিছপুৰত এটা কথা কিন্তু ভাল হ'ব দেই—"

"যেনে?"

"তাত চাহপাতৰ গোন্ধ, মযদা-কলৰ গোন্ধ, মটৰ গেৰেজৰ গোন্ধ, আৰু আবকাৰীৰ গোন্ধ মিলি ঠাইডোখৰ মলমলীয়া কৰি থব দেই।"

"কেলেই পাহাৰৰ ওপৰৰ মেডিকেল কলেজৰ পৰা ডেটল, ফেনাইল, আৰু মৰাশৰ গোন্ধ তাৰ লগত মিলি নপৰিব নেকি? আৰু গুৱাহাটী চহৰৰ নৰ্দমাৰ গোন্ধ আৰু পচা মেটেকাৰ গোন্ধ মিলি ঠাইখনক সুৰভিত কৰি তুলিব?"

"আমিও তাতে ঘৰ এটা সজাব পৰা হ'লে—"

"তাত ঘৰৰ দৰকাৰ নাই। পাৰিলে পাণখিলিৰ দোকান এখন দি আবকাৰীৰ কাৰবাৰটো কৰিব পাৰিলে ভাল চলিব। নহ'লে সদায় যোৱাবাটলৈ গৈ গাড়ীৰ চটিত আবকাৰীৰ বটল ভৰাই আনি বেচি কিমান লাভ কৰিবা?"

"কোৱা শুনিছোঁ বোলে চৰকাৰে গুৱাহাটীখন ড্ৰাই কৰিলে যদিও, গুৱাহাটীত কেতিয়াবা ব্ৰহ্মপুত্ৰ শুকালেও সুৰাৰ নিজৰা নুশুকায়, বশিষ্ঠত সন্ধ্যা ললিতা কান্তা সদায় বৈ থকাদি গুৱাহাটীত বটলীকৃত সোমৰসৰ সোঁত বন্ধ নহয়। চৰকাৰে বাৰু কেতিয়াবা ড্ৰাই গুবাহাটীক ৱেট গুৱাহাটী নকৰিবনে?"

"সেই কথা মোক নুসুধিবা ডাৰ্লিং। মই কিন্তু নতুন কেপিটেল চেলিব্ৰেট কৰাৰ লগতে আমাৰ চৰকাৰৰ ওচৰত কেইটামান প্ৰস্তাৱ দিম বুলি ভাবিছোঁ—"

"তুমি প্ৰস্তাৱ দিবা? কি প্ৰস্তাৱ?"

(১) যিখন নতুন কেপিটেল চিটি অৰ্থাৎ ৰাজধানী মহানগৰ দিছপুৰত পাতিবলৈ লৈছে সেইখন স্থাযীভাৱে অস্থাযী কৰি ৰখাৰ ব্যৱস্থা কৰক। যেতিয়াই তলতীয়া চৰকাৰী কৰ্মচাৰী আদিযে থকা ঘৰ, খোৱা পানী, হাস্পতাল, স্কুল আদি নাপাই অভিযোগ আনিব, তেতিয়াই যাতে ক'ব পৰা হয় যে এইখন অস্থাযী ৰাজধানীহে। স্থাযী ৰাজধানীত সকলো সা-সুবিধা দিযা হ'ব।

(২) যিটো বিধানসভা ঘৰ হ'ব—য'তেই নহওক, চাহৰ বাকচ থোৱা গুদামতে হওক বা অস্থাযীকৈ সজা ৰভাচালিতে হওক, তাৰ সন্মুখত যাতে এখন বহল-আহল ফিল্ড ৰাখে—"

"ফিল্ড আকৌ কেলেই?"

"ফিল্ড নাথাকিলে, স্কুলৰ মাষ্টৰ, কলেজৰ প্ৰফেচাৰ, গডকাপ্টানীৰ খেদা খোবা বনুৱাই ক'ত হাংগাৰ ষ্ট্ৰাইক কৰিব?

(৩) বিধান সভা বহি থকা সময়ত মন্ত্ৰী-এমেলে আদি শুবৰ কাৰণে বিধানসভা ঘৰৰ ভিতৰত অন্ততঃ ডেৰশখন বিছনা ৰাখিব লাগিব।

(৪) গুৱাহাটী মেডিকেল কলেজটো পাহাৰৰ ওপৰত। গতিকে বিধান সভা ঘৰৰ পদূলি মূৰতে এটা ডিচপেঞ্চাৰী বা হাস্পতাল সাজিব লাগে।"

"কেলেই?"

" মন্ত্ৰী-তন্ত্ৰীক ঘেৰাও কৰিবলৈ অহা ছাত্ৰ-ছাত্ৰী— আৰু অন্যান্য গণ্ডগোলীয়া ৰাইজক লাঠি, টিয়েৰ গেচ আৰু কেতিয়াবা বন্দুকেৰে ঠাণ্ডা কৰোঁতে শান্তি-ৰক্ষক পুলিচ যিবোৰ মানুহৰ লাওখোলা কাকীহাড় হাত-ভৰি ভাঙে, সেইবোৰক থবৰ কাৰণে এটা হাস্পতাল নহ'লে হ'ব জানো?"

"তুমি বহুত কথা ভাবিছা দেখিছোঁ—"

"লোকৰ সুখ-শান্তিৰ কথা ভাবিবৰ কাৰণেই স্বামী অভণ্ডানন্দৰ জন্ম।"

"ৰাজধানী যে ভৈয়ামত কেনেকৈ হয়, মই ভাবিবই নোৱাৰোঁ—"

"তাৰ মানে? তুমি কিবা বেকৱাৰ্ড হৈ আছা বেংৱালা ডাৰ্লিং।"

"ভৈয়ামত মানে দিছপুৰৰ নিচিনা সমতলত ৰাজধানী হ'লে, মন্ত্ৰীযনী, এমেলেযনী, চেক্ৰেটৰীযনী, ডাইৰেক্টৰনী, চুপাৰিন্টেন্টনীৰ নিচিনা ডাঙৰ মানুহনীবোৰক আমাৰ নিচিনা মানুহবোৰে বাটে-ঘাটে দেখা পাই যোৱাটো তেওঁলোকৰ কাৰণে ভাল কথা হ'ব জানো?"

"তুমিও ভাল বেংহে। তেওঁলোক গাড়ীৰে অহা-যোৱা কৰিব, তুমি যাবা খোজকাটি। লগ পাম বুলি ইমান ভয় খাইছা কেলেই? আৰু ভেটাভেটি হ'লেও, তেওঁলোকে ৰাজ্যভাষা ইংৰাজী বা বঙালী, বা ৰাষ্ট্ৰভাষা হিন্দীৰেহে কথা ক'ব। তোমাৰ ভাষা তো তেওঁলোকে বুজি নাপায। তোমাৰ নাম বেং। ইংৰাজীত বেং আছেনে।"

"আছেতো। এতিয়া অসমৰ ৰাজধানী শ্বিলঙৰ পৰা দিছপুৰলৈ আহিল — নট উইথ এ বেং, বাট উইথ এ হুইম্পাৰ, বুজিলা?"

"হুইম্পাৰ হুইম্পাৰ একো নুবুজো।"

"বুজিব নালাগে। সকলো কথা বুজা ভালো নহয়। আমাৰ ডাঙৰ মানুহৰ মহিলাসকলৰ আৰু লৰা-ছোৱালী শ্বিলঙতে থাকিব। ল'ৰা-ছোৱালীযে ৰাজ্যভাষা ইংৰাজীৰেই লিখা-পঢ়া শিকিব, তুমি চিন্তা কৰিব নালাগে। আহা, আমি নতুন কেপিটেল চেলিব্ৰেট কৰোঁ। এযা সমাজবাদী টেঁকীযা, কিলোত এটকা, এযা চচিযেলিষ্ট কচু, কিলোত পঁইসত্তৰ পইচা, আৰু এযা আমীৰী হাটাও ঠাণ্ডা পানী, কলহত পঁচিশ পইচা। আহা, অলপ আবকাৰী মুখত ঢালি আমি এটা আধুনিক বিপ্লৱী গানেৰে ৰাজধানী চেলিব্ৰেট কৰোঁ—

মাই ডাৰ্লিং বেংবালা,
কাক খাটি ক'ত এনে
লেকপেকীযা ঠেং পালা?
অমৰা গুটি নযন দুটি,
দেখিলে দেহ চাটিফুটি,
সেই চকুৰে মোৰ মুখলৈ
ফেঁচাই চোৱাদি কিয চালা।।
কেলেই মোৰ কলিজাখন
চোবাই খালা।
দীঘলকণীযাৰ মাতেৰে,
ডিঙি-ওঁঠ দাঁতেৰে
পানীত জুই জ্বলাব পৰা
ৰিভলিউচনাৰী গান গালা,
মাই ডাৰ্লিং বেংবালা।.... .....

# চিনাক্তকৰণ

হিন্দী-চীনি ভাই ভাইৰ দিনৰ কথা। চীন-ভাৰত সীমান্তত থকা ভাৰতীয় সৈন্য কেইটামানে সীমা পাৰ হৈ চীনৰ ৰাজ্যক্ষেত্ৰত সোমালগৈ

পহৰাদাৰী চীনা সৈন্যই ভাৰতীয় সৈন্যকেটাক বন্দী কৰিলে আৰু চীনা কমাণ্ডেন্টৰ ওচৰত হাজিৰ কৰিলে।

কমাণ্ডেন্টে সুধিলে, "তোমালোক ক'ৰ মানুহ?"

"হিন্দী-চীনি ভাই ভাই। আমি ভাৰতীয় মানুহ।"

"ভাৰতীয় যদি ভাৰতীয় জাতীয় সংগীতটো এবাৰ গোৱাচোন—"

ভাৰতীয় সৈন্যকেইটাই ইটোৱে সিটোৰ মুখলৈ চালে। গাব নোৱাৰিলে।

তেতিয়া চীনা কমাণ্ডেন্টে হুকুম দিলে, "এওঁলোকক এৰি দিয়া। এওঁলোক যে ভাৰতীয় হয়, তাৰ আৰু প্ৰমাণৰ দৰকাৰ নাই।"

# জীৱাত্মা-পৰমাত্মা

যাকোহামাত প্ৰাচ্য ধৰ্মসন্মিলন বহিছিল। ভাৰতীয় প্ৰতিনিধিজনে তাত জীৱাত্মা - পৰমাত্মাৰ সম্পৰ্কে ওজস্বী বক্তৃতা দিলে, সকলো মুগ্ধ হ'ল। বিশেষকৈ এটা কথাত যে জীৱাত্মা পৰমাত্মা অংশ, গতিকে মানুহ মানুহৰ মাজত কোনো পাৰ্থক্য নাই।

সন্ধিয়াৰ পিছত ভাৰতীয় প্ৰতিনিধিজনৰ হোটেলৰ দুৱাৰত কোনোবাই টুকুৰিয়ালে।

"কোন?"

"জীৱাত্মা।"

"কাৰ জীৱাত্মা?"

"তাকাচী হাকামাৰ জাপানী জীবাত্মা। দুৱাৰ মেলক।"

"ভিতৰ সোমাবলৈ দিব নোৱাৰোঁ।"

"কিয়?"

"মই ভাত ৰান্ধি আছোঁ। আপুনি সোমালে ভাতখিনি চুৱা হ'ব।"

"তেনেহলে আপোনাৰ টি এৰ টকাখিনি আপোনাক কেনেকৈ দিম?"

"ভাৰতীযজনে দুবাৰ মেলি দিলে আৰু ক'লে, "মোৰ টি এৰ টকা আনিছে? আপুনি বৰ ভাল জীৱাত্মা। ভিতৰলৈ আহক। মুঠতে বুজিছে — ভাত-পানী, টকা-পইচা এইবোৰ স্বৰূপাৰ্থত সকলো অপাৰ্থিৱ বস্তু। এইবোৰৰ প্ৰতি মোৰ কোনো লোভ-মোহ নাই।"

জাপানীজন ভিতৰলৈ আহি ক'লে, "টকা এতিয়া অনা নাই। এটা কথা আপোনাক সুধি যাবলৈ আহিলোঁ, অপাৰ্থিৱ ভাতৰ কাৰণে আপোনাক ডি এ কিমানকৈ দিব লাগিব?"

# শংকৰদেৱৰ কনফাৰ্মেশ্যন

শ্ৰীবিস্মিত বৰুৱা ঃ এই নিৰ্বিকাৰ, কথা এটা শুনিলোঁ, হয়নেকি বে?

শ্ৰীনিৰ্বিকাৰ যুকন ঃ কি কথা ?

শ্ৰী বিস্মিত বৰুৱা ঃ আচামত বোলে চঙ্কৰদেৱ নামে এজন মানুহ আছিল?

শ্ৰীনিৰ্বিকাৰ ঃ ওঁ, থাকিলে থাকিব পাৰে। আৰু কি শুনিলি?

শ্ৰী বিস্মিত বৰুৱা ঃ তেওঁ নেকি কিবাকিবি কিতাপো লিখিছিল?

শ্ৰীনিৰ্বিকাৰ ঃ লিখিব পাৰে। তেনেকুৱা মানুহে কিজানি কিতাপ চিতাপ লিখে।

শ্ৰী বিস্মিত বৰুৱা ঃ তেওঁৰ বেষ্ট চেলাৰ কোনখন ক'ব পাৰ?

শ্ৰী নিৰ্বিকাৰ ঃ মই ভালকৈ নাজানো।

শ্ৰী বিস্মিত বৰুৱা ঃ এৰা ভাই, এই ৰাইটাৰজনৰ কথা কালি মোক আগৰবাল এণ্ড কোম্পানিৰ মেনেজাৰ মনো মোহনলাল মনচুখলাল মালপানীয়ে ক'লে।

শ্ৰী নিৰ্বিকাৰ ঃ নন্ এচামীজ বিজনেচমেনৰ কথা বিচচাছ নকৰাই ভাল।

শ্ৰী বিস্মিত বৰুৱা ঃ বিচচাছ কৰ, মই অকণো বিচ্চাছ নাই কৰা। কোনে জানে মোক ঠগিবৰ কাৰণেও আচামত চঙ্কৰদেৱ নামে মানুহ এজন আছিল বুলি ক'ব পাৰে।

শ্ৰী নিৰ্বিকাৰ ঃ আগে ডিৰেক্টৰ সুব্ৰমনিযাম আৰু বৰোদা বেংকৰ মেনেজাৰ দেশাইক কথাটো সুধি কনফাৰ্মদ হৈ লোৱা ভাল। আচ্ছা, ৰাইটাৰজনৰ নামটো কাগজ এখনত লিখি দেচোন। মই কন্চাল্ট কৰি চাম।

# লেংগুৱেজৰ ট্ৰেন্সপ'টেশ্যন

স্বামী অভঙানন্দ ৰেলৰ পৰা নামিল। পিন্ধনত সম্পূৰ্ণ চাহেবী চুট। ডিঙিত টাই। মাল-বস্তু ভালেমান — বিছনা, বাকচ, হেচিয়ানৰ বেগ ইত্যাদি।

ইফালে- সিফালে চালে — কুলি-মালী নাই।

অভঙানন্দ ষ্টেচন মাষ্টৰৰ ওচৰলৈ গ'ল।

"হেৰি, ইয়াত পোন্দাৰ নাই?"

"পোন্দাৰ? কেলেই?"

"এৰা মোৰ লেংগুৱেজখিনি ইয়াৰ পৰা ট্ৰেঞ্চপ'ৰ্ট কৰিব লাগিছিল।"

ষ্টেচন মাষ্টৰে ক'লে, "আমাৰ পোন্দাৰজন ট্ৰেজাৰীলৈ গ'ল, প'ৰ্টাৰটোও অন্যৰ লাগেজ লৈ কেনিবা গৈছে। আপোনাৰ লাগেজখিনি বাৰু আমাৰ লাগেজৰুমতে থৈ যাওক।"

# হাৱাই কাহিনী

"লেডিজ কৰ্ণাৰ" নামৰ ধুনীয়া হোটেলটোত বহি এজন মানুহে অকলে চাহ খাই আছিল। এনেতে পেন্ট আৰু হাবাই চাৰ্ট পিন্ধা শকত-আৱত মানুহ এজন সোমাই আহিল। পিছে পিছে একেই পেন্ট, হাৱাই চাৰ্ট পিন্ধা তিনিটা ডেকা ল'ৰা।

ল'ৰা তিনিটাই বৰ হুলস্থুল আৰম্ভ কৰিলে।

আগেয়ে চাহ খাই থকা মানুহজনে পিছত আহি তেওঁৰ সন্মুখত বহা ভদ্রলোকক ক'লে, "লৰাকেইটাই বৰ উদ্ভণ্ডালি কৰিছে—"

ভদ্রলোকে ক'লে, "সেইকেজনী মোৰে ছোৱালী—"

"আপোনাৰ ছোৱালী ? মানে?"

"হয়, মই সিহঁতৰ মাক।"

মানুহজনে অবিশ্বাসেৰে অভ্যাগতকেজনৰ হাবাই চাৰ্ট আৰু পেন্টবোৰলৈ ভালকৈ চালে।

# অৱশ্যম্ভাৱী

এজন মানুহৰ কথাই কথাই 'অবশ্যে' কোবাৰ অভ্যাস আছিল। এবাৰ এটা মোকৰ্দমাত তেওঁক হাকিমৰ আগত খাৰা কৰা হ'ল।

উকীল-হাকিমৰ প্ৰশ্নত তেওঁ বাৰে বাৰে 'অৱশ্যে', 'অৱশ্যে' কোবাৰ কাৰণে বিৰক্ত হৈ হাকিমে ক'লে, 'হেৰা, কথাই কথাই তুমি 'অৱশ্যে' নুবুলি নোৱাৰানে?"

মানুহজনে নম্ৰভাৱে ক'লে, "পাৰোঁ অবশ্যে।"

# অভং ভতৰা

যিটফাট চুট কৰি স্বামী অভঙানন্দ ডাকঘৰৰ পাৰ্চেল কাউন্টাৰত থিয় হ'ল আৰু সুধিলে ।

হেৰি মোৰ এখন ইনভিটেচন আছিল বোলে।

কেৰাণীজনে মূৰ তুলি চালে।

'কি নাম?

স্বামী অভঙানন্দ।

চাই মেলি কেৰাণীজনে ইন্টিমেচখন আগবঢাই দিলে।

ঘূৰাই পকাই কিছু সময় চাই থাকি অভঙানন্দই সুধিলে 'মই কি কৰিব লাগিব।

তাতে আপোনাৰ চিগনেচাৰটো দিযক।

কি দিব লাগিব।

আপোনাৰ চিগনেচাৰটো দিযক।

কিছুপৰ চিন্তা কৰি অভঙানন্দই ক'লে চিগনেচাৰটো মই হাতত অনা নাই নহয়।

কেৰাণীজনে মূৰ দাঙি চালে। হাঁহিটো ওঁঠেৰে চেপা মাৰি ক'লে

আপোনাৰ চুটৰ জেপতে সুমাই আনিব লাগিছিল।

চিগনেচাৰটো কাইলৈ দিলে হ'ব নহয়।

হ'ব। এতিয়া আপোনাৰ ইনভিটেচনখন থৈ যাওক কাইলৈ চিগনেচাৰটো দি লৈ যাব

আলিবাটলৈ উঠি অভঙানন্দই এজন চিনাকি মানুহ লগ পালে।

এই—চিগনেচাৰ মানে কি অ

চহী। কিয়?'

গহীন হৈ অভঙানন্দই ক'লে 'ডাকঘৰৰ কেৰাণীজনে একোডাল নাজানে বুজিছ। মোৰ এখন ইনভিটেচন আহিছে, তাতে চিগনেচাৰটো দিব লাগে বোলে।

'ইনভিটেচন নহয় ইন্টিমেচন।

এৰা কেৰাণীজনে সেইটোও নাজানে বুজিছনে।

# জয় বেংগালয়

"হোৱাট ইজ দিচ — এইখন কি?"

"পিটিচন ছাৰ, মানে দৰ্খাস্ত।"

"কিহৰ পিটিচন?"

"তাতে লেখা আছে, ছাৰ।"

"লেখা থাকিলে কোনে পঢ়িব?"

"হয় ছাৰ—"

"কোনে দিছে?"

"মই ছাৰ—"

"বাট দি হেল আৰ ইউ? তুমিনো কোন?"

"শ্ৰী স্বামী অভণ্ডানন্দ, মানে শ্ৰীমিষ্টাৰ বেংবালা ছাৰ, মানে—"

"মানে—?'

"অসমীয়া মানুহ ছাৰ, মানে ছাৰ এচামীজ— পিপুল, আই কম অব এ ৰেচপেকটেবুল ফেমিলি— মানে—"

"এচামীজ পিপুল মানে কি? অসমীয়া মানুহ মানে কি মই বুজা নাই।"

" হয় ছাৰ, আপুনি কি, ভাল ভাল মানুহেই বুজিব নোৱাৰে। অসমীয়া মানুহ ছাৰ — ব্ৰহ্মপুত্ৰ দলং, বঙাইগাঁও ৰিফাইনেৰি, ব্ৰডগজ ৰেল, থলুৱা লোক মানে ছাৰ—"

"হোৱাট। অসমীয়া মানুহ মানে কি? ব্ৰহ্মপুত্ৰ দলং?"

"মানে ছাৰ, যিখিনি মানুহে আমাৰ ব্ৰহ্মপুত্ৰৰ ওপৰত আন এখন দলং লাগে বুলি সদায় কৈ থাকে, মিটিং কৰে, প্ৰস্তাব পাছ কৰে, আন্দোলন কৰিম বুলি কয়, সিহঁতকে অসমীয়া বোলে।"

"আই চী। ব্ৰহ্মপুত্ৰত এখন দলংতো পাইছে।"

"পাইছে ছাৰ, আৰু এখন বিচাৰিছে। মানে ছাৰ, এই এতিয়াৰ পৰা প্ৰস্তাব ত্ৰস্তাব লৈ চিঞৰ-বাখৰ কৰি থাকিলেহে যদি অহা শতিকাৰ আগ ভাগত দ্বিতীয়খন দলঙৰ খুঁটা-চটি বিচৰা হয়।"

"তেতিয়ালৈকেতো তোমাৰ ব্ৰহ্মপুত্ৰইদি বহুত পানী বৈ যাব।"

"হয় ছাৰ, তেতিয়ালৈকে এতিয়াৰ অসমখনো নেথাকিবগৈ পাৰে।"

" তেনেহ'লে দলংনো কেলেই?"

"অসমখন আৰু অসমীয়াকেইটাক নোহোৱা কৰিবৰ কাৰণে অন্যান্য ঠাইৰ মানুহ আহিবৰ কাৰণেতো লাগে ছাৰ।"

"আই চী, তোমালোকৰ বেচ ফাৰচাইট আছে। দেট ইজ এ গুড আইডিয়া।"

"হয় ছাৰ, অসমীয়াৰ ফাৰছাইটটো বৰ দীঘল ছাৰ, কেৱল আগফালেহে নেদেখে। পিছফালে কিন্তু নৰকাসুৰৰ ড্ৰয়িংৰুম আৰু ঊষাৰ শোৱাকোঠাত কেনেকুৱা নিয়ন লাইট জ্বলিছিল সকলো দেখে।"

"এচামীজ পিপুল—"

"হয় ছাৰ, মানে ব্ৰডগজ—"

"ব্ৰডগজ? হোৱাট ইজ দেট?"

"ৰেল ছাৰ। মানে ছাৰ, বহল ৰেল—"

"ব্ৰডগজ ৰেল মানে অসমীয়া?"

"এগজেক্টলি ছাৰ। মানে ছাৰ যোৱা ২৭ বছৰে যিখিনি মানুহে ৰাস্তাই ঘাটে শ্বিলঙে-গুৱাহাটীয়ে দিল্লীয়ে ব্ৰডগজায় নমঃ, ব্ৰডগজায় নমঃ বুলি মন্ত্ৰ মাতি আছে, সিহঁতকে এচামীজ পিপুল বোলে ছাৰ।"

"ৰেলখন বহল হৈ গ'লে তোমাৰ অসমখন বহল হৈ যাব নেকি?"

"নহয় ছাৰ, তেতিয়া অসমৰ পৰা ধান চাউল, তেল, কয়লা, চাহ মৰাপাট সৰহকৈ বাহিৰলৈ লৈ যাব পাৰিব আৰু অসমলৈ বাহিৰৰ মানুহ এতিয়াতকৈ বহুত বেছি আহিব পাৰিব।"

"এ গুড আইডিয়া, তোমালোকৰ বুদ্ধি আছেহে।"

"নহ'লে কি ছাৰ মই পিটিচন দাখিল কৰোঁ। আমাৰ ছাৰ আনক ধাৰে দিব পৰা মগজু আছে।"

'চাৰটেইনলি, তোমালোকৰ আঙুলি মূৰলৈকে বিলকুল মগজেই মগজ। আচ্ছা অভঙানন্দ, এই থলুৱা লোকটো কি বস্তু, নৰলোক, দেৱলোকৰ নিচিনা কিবা নেকি?"

"ছৰি ছাৰ, থলুৱা লোক মানে ছাৰ, কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰী-বেচৰকাৰী কোনো চাকৰি-বাকৰি নোপোৱা এবিধ অসমীয়া মানুহ ছাৰ।"

"দেটচ্ এ গুড ৰুল। থলুৱা লোকে চাকৰি চব লৈ ললে অন্য ঠাইৰ পৰা অহা মানুহবিলাকে কি কৰিব?"

"ৰাইট ছাৰ। আপুনি ঠিক বুজিছে ছাৰ।"

"তোমালোকৰ এক্সপৰ্ট ইমপৰ্ট কাৰবাৰ আছে?"

"মানে ছাৰ?"

"আমদানি ৰপ্তানি?"

"আছে ছাৰ। অসমে ছাৰ এমপি আৰু মিনিষ্টাৰ দিল্লীলৈ এক্সপৰ্ট কৰে আৰু ছাৰ আই এ এছ আৰু এক্সপৰ্ট ইম্পৰ্ট কৰে। সেই দেখি ছাৰ কোনো কোনোবে অসমক জি এফ্‌। বোলে।"

"জি, এফ্‌—? হোৱাট ইজ দেট?"

"নহয় ছাৰ, গ্ৰেট ফুল নহয়, গ্ৰেজিং ফিল্ড — মানে ইংৰাজীত যাক কয় চৰণীয়া পথাৰ, মানে ফৰ আউটচাইডাৰ্চ।"

"গ্ৰেজিং ফিল্ড ফৰ আউটচাইডাৰ্চ? গুড।"

"হয় ছাৰ, ভেৰি গুড। আমাৰ দেশখন স্বাধীন হোৱাৰ কাৰণে অসমৰ সেইটো ডাঙৰ লাভ হৈছে।"

"মইতো অসমৰ বিষয়ে ইমান কথা নেজানিছিলোঁ—"

"কেনেকৈ জানিব ছাৰ। আপুনি মুঠেই ১৮ বছৰহে চাকৰি কৰিছে। আৰু সদায় কেপিটেলতে থাকে।"

"মইতো এবাৰ টুৰতো গৈছিলো।"

"হয় ছাৰ কাজিৰঙাৰ গঁড় চাবলৈ।"

"ৰাইট, তুমি খবৰ ৰাখিছা।"

"আপোনালোক ছাৰসকলে কলৈ যায়, কি খায়, কি কৰে, আমি সকলো খবৰ ৰাখো ছাৰ।"

"অসমীয়া মানুহৰ সেইটো বৰ ভাল অভ্যাস, অ' তুমি কিহৰ পিটিচন দিছা?"

"স্বামী অভঙানন্দ ছাৰ, এচামীজ পিপুল ছাৰ, ইযৰছ ফেইথফুলি— ছাৰ, বহুতৰে মাক নাথাকে, মানে মৰে, মাহীমাকতো বহুতৰেই নাথাকে, মানে ষ্টেপমাদাৰ।"

"পিছে, কি হ'ল পিছে?"

"অসমৰ ছাৰ এজনী মাহীমাক আছে।"

"অসমৰ মাহীমাক—?"

"হয় ছাৰ, সেইষাৰ কথা অসমীয়া মানুহে কৈ বৰ ভাল পায়।"

"অসমৰ মাহীমাকটো কেনেকুৱা বস্তুহে?"

"দিল্লীত থাকে ছাৰ।"

"অসমৰ মাহীমাক দিল্লীত থাকে। হোৱাট ডু ইউ মীন?"

"মানে অসমীয়া মানুহে কয় ছাৰ, বোলে দিল্লীয়ে অসমক মাহীমাকৰ মৰম যাচে!"

"অ' দেটচ ভেৰী গুড। বৰ ভাল কথা, ইউ হেভ এ ষ্টেপমাদাৰ ইন দেলহি। ইউ আৰ লাকি।"

"হয় ছাৰ। লাকি কাৰণেইতো দিল্লীত মাহীগৰাকীয়ে ঘিৱে মৌৱে বাকি দিম বুলি ফাকি দি থাকিব পাৰিছে।

"বাট হু ইজ দেট ষ্টেপমাদাৰ অব ইয়ৰচ? হোবাট ইজ হাৰ নেম?"

"চেন্ট্ৰল গভৰ্ণমেন্ট, মানে ছাৰ কেন্দ্ৰীয় চৰকাৰ বুলি আচামীজ পিপুলে কয়।'

"হেৰা স্বামী অভগানন্দ, মইতো অন্য ঠাইৰ মানুহ আৰু এচামীজ পিপুলৰ মাজত কোনো ডিফাৰেন্স নেদেখোঁ। হোবাট ইজ দি ডিফাৰেন্স হে?"

"ছাৰ, অইন—ডিফাৰেন্স হওতে তেনেকৈ নাই। পিছে ধৰক বিহাৰ, পঞ্জাব, ইউ পি— মানে, মই সেই আপোনালোকৰ ফালে, খেতিয়কবোৰে গৰু-ছাগলীবোৰ বান্ধি থয়, আৰু খেতিপথাৰবোৰ মেলি দিয়ে।"

"মানে খেতি পথাৰত বেঢ়া নিদিয়ে?'

"হয় ছাৰ, পিছে অসমীয়া খেতিয়কে আকৌ খেতিপথাৰবোৰ বেঢ়া দি বান্ধি থয় আৰু গৰু ম'হবোৰ মেলি দিয়ে—।"

"আই চী। দেট ইজ ইন্টাৰেষ্টিং—।"

"হয় ছাৰ, অসমত থকা অন্য মানুহে খোৱা বস্তু মুখেৰে খায়। অসমৰ মানুহে কাণেৰে খায়।"

"কাণেৰে খায়, হাও?"

"ছাৰ, আচলতে বস্তু খাবলৈ নেপায়, বস্তু দিম বোলা প্ৰতিশ্ৰুতিবোৰ কাণেৰে খায়।"

"ভেৰী গুড্। তোমাক কি লাগে নক'লা নহয়।"

"পিটিচনতে লেখা আছে ছাৰ।"

"কিন্তু মোৰ এচামীজ পিপুলৰ পিটিচন পঢ়িবলৈ সময় নাই। ভয় কৰিব নেলাগে, কৈ দিয়া।"

"ছাৰ ডাঙৰ বস্তু একো বিচৰা নাই।"

"জানিছো, এচামীজ পিপুলে ডাঙৰ বস্তু নিবিচাৰে, ডাঙৰ কল-কাৰখানা, ইণ্ডাষ্ট্ৰিও নিবিচাৰে, ডাঙৰ নদী খানিবৰ কাৰণে ডাঙৰ চিপ্ৰাং বিচাৰে?"

"হয় ছাৰ—ড্ৰেজাৰ।"

"অ' তুমি নামটোও জানা, পিছে তোমাক কি লাগে, খোলাখুলি কোৱা।"

"ছাৰ বেছি একো নেলাগে। মোৰ আৰু বেংবালাৰ আৰু আমাৰ ল'ৰা-ছোৱালীকেটাৰ কাৰণে এখন ৰাজ্য লাগে, এখন ষ্টেট ছাৰ।"

"ভেৰী গুড। ইউ ৱান্ট এ ষ্টেট। নামটো ঠিক কৰিলা? কি নাম দিবা — অস্তাচল?

'নহয় ছাৰ ভাটিৰ ফালৰ মানুহে হেনো অস্তাচল নামে এখন ৰাজ্য কৰিবলৈ দৰ্খাস্ত দিলেই।'

"মোৰ থ্ৰুবেদি নাই দিয়া। আচ্ছা তোমালোক কেইজনৰ কাৰণে লাগিব ষ্টেটখন? প্ৰাইম মিনিষ্টাৰ আই মীন চীফ মিনিষ্টাৰ কোন হ'ব?'

"মিচেজ বেংবালা?

"ফাইনান্স মিনিষ্টাৰ?'

"মোৰ ডাঙৰ ল'ৰাটো। সি ছাৰ অংকত ভাল। **বছৰেকীয়া পৰীক্ষাত ছাৰ** তেত্ৰিশ পাইছিল।"

"এডুকেচন মিনিষ্টাৰ?"

"তাৰ পিছৰটো। সি ছাৰ এম ভি পাছ।"

"লিকুইডেটৰ কোন হ'ব?"

"কোনো নহ'লে মযে হ'ম ছাৰ। মই লিকুইড বিধ বেছ খাব পাৰোঁ ছাৰ।'

'ৰাইট। প্ৰেযাৰ গ্ৰাণ্টেড, যোবা। বাট তোমাক দিব খোজা ষ্টেট আই মিন ৰাজ্যখনৰ নামটো ঠিক কৰি নেপেলোবা কিয? কি নাম ৰাখিবা?"

"ছাৰ নামটো আপুনিযেই দি দিলেই ভাল হ'ব। মেঘালয, অৰুণাচল যিদৰে আপোনালোকেই দিযা নাম।"

"ৰাইট। তোমাৰ ৰাজ্যখনৰ নাম বেংগালয দিলে ঠিক হ'ব।"

"ছাৰ ওচৰতে এখন বংগদেশ আৰু এখন বাংলাদেশ আছেই।"

"আই চী। কিন্তু তোমাৰ বাইফৰ নামত বেংগালয নাইবা মিচেজ বেংগালয দিযাটো মই ভাল হ'ব বুলি ভাবিছোঁ। বেংবালাৰ ৰাজ্য বেংগালয। ৰাইট?"

"অভঙানন্দ লেগো দিব পাৰে ছাৰ। পিছে আপুনি দিযাটোৱেই ভাল হ'ব। তেতিযা শ্ল'গান দিবলৈ সুবিধা হ'ব। জয-হিন্দ, জয-বাংলাৰ নিচিনাকৈ জয বেংগালয। জয।"

# বিনচীয়া পোৱালি

স্বামী অভঙানন্দই অলপতে এখন চিঠি পাইছে। অন্য কথাৰ মাজত এযাৰ কথা তেওঁক সুধি পঠিয়াইছে—“তুমি মৰিলা নেকি? মৰিলা যদি কিয় মৰিলা আৰু কেতিয়া মৰিলা জৰুৰ জনাবা। তুমি মৰাটো কনফাৰ্ম হ'লে আমি তোমাৰ নামত এটা এপিটাফ লিখি বাতৰিকাকতত প্ৰকাশ কৰিম। তোমাৰ মৰিশালিত শিলৰ ফলি দিয়াব পৰা নাযাব, কাৰণ বৰ্তমান দিছপুৰৰ বাহিৰে অসমৰ ক'তো চিমেণ্ট পাবলৈ নাই। সেই এপিটাফত আমি এনেকৈ লিখিম বুলি ভাবিছোঁ ৹

স্বামী অভঙানন্দ
আছিল এক পাষণ্ড
কৰিছিল হাই দ্বন্দ্ব।
পিছে তাৰ কপাল মন্দ,
ওকণি শিৰত পৰিল
যম ৰজাৰ দণ্ড।
ইযাতেই পৰি ৰ'ল সি
হৈ নিষ্পন্দ।”

সোনকালে তোমাৰ মৃত্যুৰ সঠিক খবৰ পাবৰ কাৰণে উচপিচাই বাট চাই ৰ'লোঁ। লিখি জনাবা।”

বেংবালাক চিঠিখন দেখুৱালোঁ, আৰু সুধিলোঁ, কি উত্তৰ দিয়া যায়।

কিছু চিন্তা কৰি বেংবালাই ক'লে, “মৰিলোঁ বুলিয়ে লিখি পঠিওৱা। তেতিয়া খবৰ কাগজত এই পদ্যটো তো ছপা হৈ ওলাব।”

মই ক'লোঁ “মই মৰিলোঁ বুলি লিখিবলৈ বেয়া নাপাওঁ। পিছে ডাৰ্লিং, তুমি এই তিনিকুৰি এঘাৰ বছৰতে জীয়া বাঁৰী হ'লা বুলি লিখিবলৈহে টান লাগিছে। এইবাৰ আচল কথাটোকে লিখি পঠিযাওঁ। তেতিয়াও যদি মই মৰিলোঁ নে নাই সুধি পঠিযায তেতিয়া বাৰু মৰিলোঁ বুলিয়ে লিখি পঠিযাম।”

স্বামী অভঙানন্দ অমৰ নহ'লেও অলপ লেকেটীয়া জীৱ। কিছুদিন মাত বোল নকৰাৰ কাৰণেই যদি ৰাইজে অভঙানন্দৰ কাৰণে শোক-সভা পাতি সন্তপ্ত পৰিযাললৈ সমবেদনা জনোৱাৰ লগতে আত্মাৰ সদগতি কামনা কৰাৰ ব্যৱস্থা কৰে, তাৰ পৰা কিবা কিবা সদগতি হ'লে ৰাইজৰহে হ'ব। কিযনো অভঙানন্দৰ আত্মাই এতিযাও স্বৰ্গৰ ফালে এক্সকাৰচন আৰম্ভ কৰা নাই। খোকোৰা দেহাটোৰ মাজতে কোনোবা

এক্সিনিউ আন্তাটো লাগি আছে। যদি বিচ্চাছ নহয়, এবাৰ নিজে গৈ চিত্ৰগুপ্তৰ অফিচত খবৰ কৰি আহিব পাৰে।

মৰা নাই যদি মাতবোল নকৰাকৈ আছা কেলেই? ৰাইট। সেইটো সোধক, বেয়া নাপাওঁ। যদিও পোনপটীয়াকৈ একে আষাৰে উত্তৰ দিয়াটো কিছু দিগদাৰিৰ কথা। মুখত কিবা এটা সমুবাই লৰচৰ কৰিব নোৱৰা হ'লে মাতিব নোবাৰি। তেতিয়া কোনোবাই 'হৰ বিষ্ণু হৰ, পাগুলি, পাগুলি ভিতৰ কৰ' বুলি মন্ত্ৰ ফাঁকি গাই দিলে তেও কিবা এটা কৰা যায়।

পিছে মুখৰ ভিতৰত একো নভৰোৱাকৈয়ে অভঙানন্দই নিবোকা চামোন হৈ মৰাভাও জুৰিবলগীয়া হৈছে।

চমচ্যা হ'ল, ভাচাটো। আচামত স্বামী অভঙানন্দই কোনটো ভাচাক মিডিয়াম কৰি কথা কয়? অন্য ৰাইজৰ কথা নাই ডাৰ্লিং বেংবালায়ো আজিকালি আগৰ মিডিয়ামত কথা ক'লে বুজি নোপোবাৰ ভাও ধৰে। গল খেকাৰি, চকুৰ ঠাৰ, হাতৰ চিকুট, ভৰি আঙুলিৰ টিপা—এইবোৰ মিডিয়াম ভালেমান দিনলৈকে আমাৰ মাজত চলিছিল, আনকি এঘাৰ নম্বৰী ছোৱালীজনী হোৱালৈকে। অৱশ্যে সদায় যে আমাৰ দুয়োৰে মাজত এনে মিডিয়ামেই চলি আহিছে সেই কথা নহয়। মাজে মাজে যোৰোহনি, গোজৰণি, খেংখেঙনি, ভোৰভোৰণি আদি মিডিয়ামেৰেও বেংবালাই মনৰ ভাব প্ৰকাশ কৰি আহিছে। আৰু অভঙানন্দয়ো তাৰ মৰ্ম হৃদয়ংগম কৰি আহিছে।

মাজে মাজে অবশ্যে স্পেচিয়েল চাৰকামচ্টেন্সত আৰু স্পেচিয়েল কাৰণত আমি দুয়ো মিডিয়াম সলনি নকৰা নহয়। তেতিয়া সুবিধা বুজি অভঙানন্দই চৰ ভুকু, ঘোচা, থিয়কিল, আৰু সৌকাৰ মিডিয়ামেৰে মনৰ ভাব প্ৰকাশ কৰে। আৰু ডাৰ্লিং বেংবালায়ো সোতা, বাঢনি, পটাগুটি, ফলাখৰি, টৌ, কেৰাহী আদি অভঙানন্দৰ ফালে নিক্ষেপ কৰি মনৰ সুকোমল ভাব প্ৰকাশ কৰে।

পটাগুটিৰ কথা কওতে কথা এষাৰ মনত পৰিল।

তেতিয়াও বাংলাদেশ নৌ-হয়। জগো জগো অৱস্থা। শৰণাৰ্থীৰ (সাধু ভাষাত ৰিফুজি) প্ৰব্ৰজন বা প্ৰচেছন চলিছে। হয়- হস্তী লয়-লস্কৰ সকলো লৈ, ডিঙিত মাথা আৰু কান্ধত কাঁথা লৈ অতিথিসকলে ভাৰতৰ মজিযাত পদাৰ্পণ কৰিছে। কোনোবা এটা ৰিফুজি কেম্পত নাম ৰেজিষ্টাৰ কৰাব লগীয়া হ'ল— লগতে লগত অনা সা-সম্পত্তিও দেখুৱাবলগীয়া হ'ল। সৰহভাগৰে ভাৰ-পাচিত হেনো পোৱা গ'ল ক্ষয় যোৱা পটা আৰু ঘঁহোতে ঘঁহোতে মিহি হোৱা পটাগুটি।

"এই পটাগুটিবোৰ কেলেই কঢিয়াই মৰিলা?" কোনোবা এজনে সুধিলে।

নিজৰ ভাষাত বৰ দুখেৰে ৰিফ্যুজিজনে ক'লে, "কি কৰিম, ঘৰত যিবোৰ সোণ-ৰূপ আছিল সেইবোৰ ইমান গধুৰ যে বলে নোৱাৰি এৰি আহিলোঁ। কোনোমতে মাথা, কাঁথা আৰু পাটাকেইখনকৈ লৈ আহিলোঁ।"

বিষয়াজনে হেনো ক'লে, 'বাৰু বাৰু 'দেশত' কোনে কেইমোন সোণ-ৰূপ এৰি আহিলা তাৰ হিচাপ দাখিল কৰাইব। আমাৰ দেশৰ চৰকাৰে তোমালোকক সেইবোৰ সকলো দিযাৰ দিহা কৰিব। এৰাতোন, সোণ-ৰূপ এৰি আহিব পাৰি, মছলা পিহা পটাখন এৰি আহিব পাৰিনে?"

পিছে হাচ্‌বেগু আৰু বাইফৰ মাজত চলা সকলোবোৰ মিডিযামতো ৰাইজৰ মাজত চলাব নোৱাৰি। আধুনিক নগৰ-চহৰত সমাজবাদী পুলিচ আৰু সমাজবাদী ৰাইজৰ মাজৰ পপুলাৰ মিডিযাম হৈছে লাঠি, টিযেৰ গেচ আৰু গুলী, আৰু ইপক্ষৰ হৈছে গদ্ধকাপ্টানীযে বাটৰ কাষত জমা ৰখা শিলগুটি আৰু কোকোকোলাৰ খালী বটল। জয় পৰাজয় নিৰ্ভৰ কৰিছে বুকুৰ হাড আৰু মূৰৰ লাওখোলাৰ জোৰ কাৰ কিমান তাৰ ওপৰত।

যিমানে আমাৰ দেশত গণতন্ত্ৰ আৰু সমাজবাদ বাঢিছে, সিমানে এইটো মিডিযাম বেছি পপুলাৰ হৈ গৈছে।

পিছে আচামৰ কথা আলাদা। ইযাত বেংবালা আৰু স্বামী অভঙানন্দৰ মাজত যেনেকৈ নিজস্ব মিডিযাম এটা চলি আছে, তেনেকৈ অসমত যিমান ধৰণৰ, যিমান বৰণৰ, যিমান মানুহ আছে, সকলোৰে একোটা নিজা মিডিযাম আছে। নাই যদিও থকা উচিত। থকাটো গণতান্ত্ৰিক।

অভঙানন্দই বহুত চিন্তা-গৱেষণা কৰি পাইছে যে আচলতে 'অসম' বুলি কোনো চিজ নাই। অসমীযা ভাষা বুলিও একো বস্তু নাই। মাত্ৰ এমুঠিমান 'আচামী' আছে। এই আচামীকেটাৰ এটা পুৰণি বেমাৰ আছে — সিহঁত সদায আচামী হৈ থাকিবলৈ বিচাৰে। আৰু অসমীয়া নামে এটা ভাষাত কথা-বতৰা কৈ থাকিবলৈ বিচাৰে।

বহুত বিশ্ববিখ্যাত পণ্ডিতৰ মতে অসমীযা ভাষাটো বঙলাৰ পৰা জগা এটা বিনচীযা পোৱালি। ভাৰতখন স্বাধীন হোৱাৰ পিছত যিখন চংবিধান বনালে তাতো কেনেবাকৈ চাদুল্লা নামে এক আচামী মেম্বৰ সোমাই লৈ অসমীয়াটোকো এটা ভাষা বুলি লিখি দিলে। এতিয়াও দিল্লীৰ চৰকাৰত সদায দুটা আঢৈটা অচমীযা মিনিষ্টাৰ কিবাকিবি বুধি কৰি সোমাই থাকে। সেই দেখি আচামী চবে ইমান ফুটানি দেখায।

আৰু অচমত দুটা বিশ্ববিদ্যালয বনাই ল'লে। তাতো আকৌ অচমীযা মিডিযাম চলায়। দেখিছা বেটাদেৰ আস্পৰ্ধা।

তাৰ পাছত গুৱাহাটী-দিল্লী দিল্লী-গুৱাহাটী চিলং-গুৱাহাটী, গুৱাহাটী-চিলং, আলোড়ন আন্দোলন মেল মিটিং ডিবেট দিচকাচন অনশন প্ৰচেছ আৰু গণতান্ত্ৰিক পপুলাৰ মিডিযামৰ প্ৰযোগ ইত্যাদি ইত্যাদি।

ইযাৰ মাজত বাৰু অভঙানন্দই উত্তৰাধিকাৰ সূত্ৰে পোৱা পৈত্ৰিক আচামী ভাষাটো কোন চাহছত ব্যৱহাৰ কৰে? অন্য মিডিযামো মুখত নুফুটে। বেংবালাই জানিবা হিন্দী মিডিযামটোকে থোৰা থোৰা জানতা হেই। আৰু বিচেছ বিচেছ মুডত তাকে ইস্তেমাল কৰে (মোৰ ওপৰত) অভঙানন্দই বাৰু কি মিডিযাম ইউজ কৰিব? সেই দেখি ফাইনেল এটা হেস্তনেস্ত নোহোৱা পৰ্যন্ত ওঁঠ চিলাই কৰি মুখ বন্ধ কৰি ঘৰৰ ভিতৰতে সোমাই আছিলোঁ। ৰাইজে ভাবিলে সিপুৰী পালোঁগৈ। ৰেষ্ট এচিয'ৰদ, আচামী চব মৰি চেচে হৈ গ'লেও স্বামী অভঙানন্দ নমৰে। আচামীৰ চছানত চকীদাৰী কৰিবলৈ হ'লেও বাচি থাকিব আৰু মৰিলেও মাজে মাজে চন্তবামী যুগে যুগে হ'ব।

# এ-মেলেকা ধঁপাত

"হেৰা, কি কৰি আছা। সোনকালে নাহা কেলেই?"

"গৈছো ৰ'বাহে। ইমান উপজি পুৱাতে এইবোৰ কৰি মৰিবলৈ তোমাক জানো কিহে পাইছে।"

"পাছত বুজিবা, এতিয়া আহা।"

"ইমান জাৰ পৰিছে। এই জাৰত বাৰু গাৰ কাপোৰ-কানি খহাই চাল-বাকলি উলিয়াই সদায়-সদায় এইখন লুটিবাগৰ দি খঁৰা জঁপ মাৰি, কুকুৰ লৰ দি কি লাভ হ'ব, মই একো বুজা নাই।"

"তুমি একোকে বুজিব নোবাৰা। আৰু এতিয়া বুজিবৰো দৰকাৰ নাই। সময়মতে সকলো বুজিব পাৰিবা। এতিয়া বেগাই ওলাই আহা। পাঁচ বাজি গ'লেই।"

"হেৰা, এই পুহ মহীয়া অন্য মানুহ এতিয়াও শুযে উঠা নাই। তুমি ধহমহাই উঠি হাত ভৰি জোকাৰি খদমদ লগাইছা।"

"এতিয়া লেকচাৰ থোৱা। বেগেতে বাহিৰ ওলাই আহা।"

লেংগুট এডাল মাৰি শুদা গাৰে স্বামী অভঙানন্দ চোতাললৈ ওলাই আহিল। তাৰ আগতেই বিকিনি চুট কৰি বেংবালা আহি ৰৈ আছেহি।

"এনেকৈ খুচমুচাই থাকিলে তুমি দুনিযাত একো কৰিব নোবাৰিবা। ওঁ — এতিয়া আৰম্ভ কৰা—এ'লাৰ্ট—ষ্টেণ্ড এটীজ—এঃ, হোবা নাই, তুমি কিবা বুঢা মানুহৰ নিচিনা কৰিছা। অলপ স্মাৰ্ট হোৱাচোন। ওঁ, ৰাইট এবাউট টাৰ্ন—কুইক মাৰ্চ ।'

"তুমিও আহাহে। অকলে বেযা লাগে।"

"মযো গ'লে তোমাক কমাণ্ড দিব কোনে? ষ্টেণ্ড এটীজ। ষ্টেণ্ড ইজী—ওঁ।" আজি কিছুদিনৰ পৰা স্বামী অভঙানন্দ আৰু মিচেজ বেংবালা দুযো ৰাতিপুৱা ৫ বজাতে উঠি দেশী-বিদেশী কচৰৎ কৰাত ধৰিছে। কি কাৰণে কচৰৎ কৰাইছে কেইবাদিনো সুধিছে যদিও বেংবালাই একো কোৱা নাই। কমাণ্ডহে দি গৈছে। আৰু হাৰ মেজেষ্টিজ মষ্ট অ'বিডিয়েন্ট চাৰ্ভেন্ট হিচাপে অভঙানন্দযো ডন বৈঠক, দৌৰ জাঁপ যি কৰিবলৈ কয সকলো কৰি গৈছে। বাৰবেল, ডাম্বেল, মুদ্‌গৰ, লাঠি-যাঠি সকলো আনি বেংবালাই কচৰৎ কৰাইছে।

উঠাবহা, লৰাঢাপৰা কৰি কৰি যেতিয়া অভঙানন্দ ফোপাই ভাগৰি পৰে তেতিয়াহে বেংবালাই ডিচপাছ অৰ্ডাৰ দিযে। ব্যাযামৰ শেষত অভঙানন্দই পুহ

মহীয়াও দুলোটা চেঁচাপানী পি খাবলগীয়া হয়। ৰাতি কঁকালৰ বিষ উঠে, আয়ডেক্স মালিচ কৰাবলগীয়া হয়।

"হেৰা এইবোৰ বাৰু মোৰ হতুৱাই কি কৰাইছা?"

"এক্সাৰচাইজ?'

'সেইটো বুজিছো। কিন্তু কিয় কৰাইছা ?'

"ফিজিকেল ফিটনেচৰ কাৰণে।"

"কিন্তু ক'ৰবাত কিবা যুদ্ধ তুদ্ধ লগাৰ কথা হৈছেনেকি? আৰু তুমিয়ে মযে ফিজিকেলিতো ফিটেই আছো।"

"এই ফিটে নহ'ব। দাৰা চিঙক দেখিছা?"

"চিনেমাত দেখিছো—হিৰ'ৰ পাৰ্ট কৰে।"

'ওঁ তেনেকুৱা হিৰ' হ'ব লাগিব।"

"মই হিৰ' হ'লে হিৰ'ইন কোন হ'ব? তুমি?"

"সেইটো পাছত ঠিক কৰা যাব। অন্য সকলো কাম বাদ দি তুমি দাৰা চিঙৰ নিচিনা পালোৱান হ'বই লাগিব।"

"অ', ফিলিমৰ হিৰ' নহয়, পালোৱান হে হ'ব লাগিব।"

"ওঁ — অহা তিনি বছৰৰ ভিতৰত তুমি বলে শক্তিয়ে গাই গাটীয়ে দাৰা চিং হৈ উঠিব লাগিব।'

"অহা তিনি বছৰৰ ভিতৰত? তেনেহলে এতিয়াৰ পৰা মোক টোপনি চোপনি ক্ষতি কৰাই, গাৰ গাঁঠিয়ে বিষ কৰাই মাৰিছা কেলেই, তিনি বছৰ যে বহুত দিন।"

"ওঁ এতিয়াৰ পৰা ব্যায়াম কচৰৎ এক্সাৰচাইজ কুস্তি ডাম্বেল বাৰবেল ডন বৈঠক দৌৰ-জাঁপ প্ৰেক্টিছ কৰিলেহে সময়মতে তুমি কোৱাইট ফিট হ'ব পাৰিবা।

"কিন্তু যুদ্ধ-তুদ্ধ লগা নাই আৰু অহা তিনি বছৰৰ ভিতৰত লাগিব বুলিও কোনেও কোৱা নাই। চীনে-আমেৰিকাই, আমেৰিকাই-ৰাছিয়াই গোটেইখন সনাপিঠা। যুদ্ধনো কৰিব কোনে? ভাৰতে-পাকিস্তানেও লগাৰ চেহেৰা দেখা নাই। মইনো পালোৱান হৈ কাৰ লগত যুঁজিবলৈ যাম?"

"তুমি এমেলে হ'ব লাগিব।"

"এমেলে, মই, স্বামী অভঙানন্দ—মাননীয় বিধান সভাৰ সদস্য। তুমি কি কৈছা ডাৰ্লিং বেংবালা?"

"কি কৈছোঁ পাছত বুজিবা। এতিয়া কচৰৎ কৰা।"

"হেৰা, তোমাৰ হেড কোৱাৰ্টাৰত কিবা ইফাল-সিফাল হোৱা নাইতো?"

"কিয়?"

"এমেলে হ'বৰ কাৰণে এইবোৰ কচৰতৰ দৰকাৰ নাই নহয়। বক্তব্য দিয়াৰ কচৰতহে কৰিব লাগে। মাননীয় শ্ৰদ্ধাভাজন, পৰম দয়াময় ৰাইজ-বৃন্দসকল, আপোনাসকলে নজনা নহয় যে মই যুগে যুগে কালে কালে, জনমে জনমে, ৰাইজৰে সেৱা কৰি আহিছোঁ। ভগবানে যিদৰে পৃথিৱীত ধৰ্মৰ গ্লানি হলে অবতাৰ ধাৰণ কৰে,ময়ো আপোনালোকক উদ্ধাৰ কৰিবৰ কাৰণে পাঁচ বছৰৰ মূৰে মূৰে বেলেগ বেলেগ অবতাৰ ধাৰণ কৰো আপোনালোকৰ সেৱা কৰিবৰ কাৰণেই। ৰাইজবৃন্দসকল, আপোনাসকলে জানে যে মই মূৰেৰে, মুখেৰে, হাতেৰে, পেটেৰে যেতিয়া যেনেকৈ পাৰো আপোনালোকৰ সেৱা কৰি আহিছোঁ। আপোনালোকৰ দুখত মই কান্দো, মোৰ গোট মাৰি থকা চকুপানী গলি ব্ৰহ্মপুত্ৰত বাৰিষা বানপানী হয়, আপোনালোকৰ দুখ কষ্ট দেখি মই হুমুনিয়াহ কাঢো, সেই হুমুনিয়াহ বহাগৰ বৰদৈচিলা হয়। আপোনালোক জাৰত কঁপা দেখিলে মই লেপ নিহালি লৈ শুই পৰো, আপোনালোকে লঘোণ দিয়া দেখিলে, ভোকত কলমটিওবা দেখিলে, মই কোনোমতে মাছে-মাংসই ভাত এমুঠি খাই পৰি থাকোঁ। ৰাইজসকল আপোনালোকে জানে যে ৰাইজৰ সেৱা কৰিবৰ কাৰণেই আমাৰ জন্ম হৈছে। আমি সকলো মিলাই ৫০০ টকা বেতন পাওঁ। আজিকালিৰ দিনত ৫০০ টকাৰ দাম কিমান আপোনালোকে জানেই, তথাপি জানো ৰাইজৰ সেৱা নকৰাকৈ থাকিব পাৰি? ৰাইজৰ সেৱক প্ৰতিনিধি হিচাপে ৰাইজৰ সেৱা-শুশ্ৰূষা, সোধপোছ কৰাটো মোৰ কৰ্তব্য। মোৰ ঘৰৰ দুৱাৰ ৰাইজৰ কাৰণে সদায় মুকলি। কাহিলী পুৱাৰপৰা ৰাতি দুপৰলৈ মোৰ ওচৰলৈ নানা সকামত নানা মানুহ নিতৌ আহে। দিনে ৫০০ৰ কম নহয়। আপোনালোকে জানেই আজিকালি চেনি পাবলৈ নাই, চাহপাতৰ দাম ডুই ছাই, গাখীৰ পাবলৈ নাই, পালেও জুইছাই দাম। তথাপি মোৰ ঘৰলৈ নিতৌ অহা ৫০০ গুণমুগ্ধ ভোটাৰক শুদা মুখে পঠিয়াব পাৰিনে? আনে পাৰিলেও মই নোৱাৰোঁ। একো নহ'লেও, এটা ৰসগোল্লা, এটা বৰফিৰে একাপ চাহ সকলোকে খুৱাই পঠিয়াওঁ। ৰাইজ, মোৰ মাহিলি দৰমহা মুঠেই পাঁচশ টকাহে যদিও মই ৰাইজক দিনে পাঁচশ টকাৰ চাহ খুৱাওঁ। চেনি পাবলৈ নাই, গাখীৰ পাবলৈ নাই, মোৰ বেতন মাহিলি পাঁচশ টকা ৰাইজ, ৰাইজ—"

"বক্তৃতাৰ ৰিহাৰ্চেল পাছত কৰিবা। আৰু তুমি যিবোৰ কথা কৈছা সেইবোৰ কথা তেনেকৈ কলে দিগদাৰি কৰিব পাৰে। মাহে পাঁচশ টকা দৰমহা পোৱা মানুহজনে এমেলে হ'ল বুলিয়ে, দিনে পাঁচশকৈ মানুহক চাহ মিঠাই খুৱাবলৈ চেনি ক'ৰ পৰা পায় বুলি যদি কোনোবাই সোধে, অতিথি সুধিবলৈ মাহে পোন্ধৰ হাজাৰ টকা ক'ৰ পৰা খৰচ কৰে বুলি সুধিলে বিপদ নহ'ব নেকি?"

"খুৱায়ে আছে দেখোন।"

"খুৱাওক, সেইবোৰ কথা আলচ কৰিব নেপায়। এমেলে হৈ যোৱাৰ পাছত তুমিও খুৱাবা। তাৰ আগতেই তুমি পালোৱানী শিকি মজবুত হৈ লোৱা।"

"হেৰা, এমেলে হবলৈ পালোৱানী শিকিব লাগে মইতো ধৰিব পৰা নাই। কথাটো কি?"

"অহাবাৰ ইলেকচনত অন্য ফিটনেচবোৰৰ লগতে ফিজিকেল ফিটনেচো চাইহে নমিনেচন দিব হেনো।"

"ডাক্তৰে চাৰ্টিফাই কৰিলেই নহ'ব জানো?"

"ওহোঁ নহ'ব। এমেলে হ'ব খুজিলে বক্সিং খেলিব পাৰিব লাগিব।"

তৰ্কাতৰ্কি কৰি মিছামিছি সময় নষ্ট কৰাতকৈ আস্তিন কোচাই, বাহুৰ 'মাস্তুল' খাৰা কৰি বুকু ফিন্দাই যুঁজ কৰিব পাৰিব লাগিব। বিধান সভাৰ মজিয়াত লাঠি যাঠি, ঢাল তৰোৱাল, ডাম্বল বাৰবেল একো নেপালে তাত থকা মাইক তাইকাকে অস্ত্ৰৰূপে ব্যৱহাৰ কৰিবলৈ শিকিব লাগিব। আঙুলিৰ খোচত লুটিবাগৰ খাই পৰা বিধৰ লেউসেউ হ'লে নচলিব। পালোৱান হ'ব লাগিব। যুক্তিতৰ্কেৰে কোনো কথাৰ মীমাংসা নকৰি ঘোচা ঘুচলি বাঘচকা, থিয় কিলেৰে সমাধান কৰিব লাগিব। তুমি বক্তৃতাৰ ৰিহাৰ্চেল কৰাৰ দৰকাৰ নাই। অহা নিৰ্বাচনলৈ আৰু মুঠেই তিনি বছৰ আছে, এই কেইদিনতে তুমি যুযুৎসু, মালযুঁজ, ঘুচিযাঘুচি, চৰিয়াচৰি, যুঁজ, জম্ফযুঁজ, লম্ফযুঁজ, সকলোবোৰ ভালকৈ শিকি পালোৱান হৈ লোৱা নহ'লে এমেলে হোৱাৰ আশা এৰা।"

"এঃ তুমি বহুত কথা জানা ডাৰ্লিং। আজিৰ পৰা মই লাগি যাম। পাছে মই এমেলে হোৱাৰ পাছত যাতে খালে অসুবিধাত নপৰোঁ তাৰ কাৰণে দিনে অন্ততঃ দহোটা মুৰ্গী ডিম, দুসেৰ খাহীৰ মাংস, এসেৰ ময়দাৰ পৰোঠা, ডেৰ সেৰ এৰা গাখীৰ, আধা সেৰ আপেল আংগুৰৰ নিচিনা সাধাৰণ ফ্ৰুট আৰু সেইখিনি হজম কৰিবৰ জোখাৰে বটলৰ কিছু বিলাতী পানী এতিয়াৰ পৰা তোমাৰ ডাৰ্লিং অভগানন্দক খুৱাবলৈ আৰম্ভ কৰা। এতিয়াই কেঁচা বুট আৰু চেঁচাপানী খাই পেটৰ গেৰগাৰণি আৰম্ভ হৈছে। তাতে উঠাবহা কৰি কৰি কঁকাল বিষ উঠিছে। সেইফালেও অলপ কন্‌চিডাৰ কৰ চাবা ডাৰ্লিং।"

"সেইবোৰ সকলো ঠিক হৈ যাব। এমেলে হোৱাৰ আগতে পালোৱানী দেখুৱাই নমিনেচন লব লাগিব। আৰু এমেলে হৈ লোৱাৰ পাছত পালোৱানী কৰিযে ৰাইজৰ সেৱা কৰি জীৱনপাত কৰিব লাগিব। এতিয়া বি ৰেডি, এলাৰ্ট- ৰাইট এবাউট টাৰ্ন—কুইক মাৰ্চ

# পলিটিকেল চাফাৰাৰ

"আপোনালোকক আগে দেখা নাই যেন লাগিছে। আপোনালোকনো ক'ৰ পৰা আহিছে?"

"আমাক আপুনি চিনি নেপাব। আমি মহাকাশ বিশ্ববাণীৰ তৰফৰ পৰা আহিছোঁ।"

"অ' বহক, হেৰা বেংবালা, এখেতসকললৈ চাহ-তাহ কৰা, মহাকাশৰ পৰা আহিছে। — কিবা সকামত আহিল? সুধিছোঁ আৰু বেয়া নেপাব। বহক, বহক। হেৰা, আগে তামোল চালি দি লোবাচোন।"

"আপোনাকে লগ পাবৰ কাৰণে, মানে আপোনাৰ এটা ইন্টাৰভিউ লবৰ কাৰণে আহিলোঁ।"

"হয়? সেইবোৰনো কেলেই লাগিছে?"

"নহয় দৰকাৰ আছে। আমি আহিছোঁ মহাকাশ বিশ্ববাণীৰ পৰা। আপোনাৰ লগত হোৱা ইন্টাৰভিউটো আমি ৰেকৰ্ড কৰি নিম, আৰু সেইটো আমি আমাৰ 'ত্যাগী দেশপ্ৰেমিক' নামক চিৰিজটোত প্ৰচাৰ কৰিম। আপোনাৰ ফটো এখনো আমাক দিব লাগিব। আছে নহয়? নাই যদি আমি নিজেই তুলি নিম।"

"ফোটো নোহোৱা নহয়। বেংবালাৰে সতে বিয়াৰ পিছত একেলগে তোলোৱা এখন আছে আৰু মই-গাঁও পঞ্চায়তৰ মেম্বৰ হোৱাৰ পিছত তোলোৱা এখনো আছে। হেৰা— দিয়াহে, তামোল-চালি দিয়া।"

"হ'ব-হ'ব। আপুনি ইমান দৌৰাদৌৰি কৰিব নালাগে। তেনেহলে এতিয়া আমি আপোনাৰ ইন্টাৰভিউ লওঁ?"

"লওক লওক। সেইটো আৰু সুধিব লাগেনে?"

"আপোনাৰ নাম?"

"মোৰ নামটোতো আপোনালোকে জানেই।"

"নিশ্চয় জানো, তথাপি আমি ৰেকৰ্ড কৰিছোঁ যেতিয়া, আপোনাৰ নামটো নিজেই কলে আমাৰ সুবিধা হ'ব।"

"মোৰ নাম শ্ৰী স্বামী অভঙানন্দ।"

"উপাধি?"

" পলিটিকেল চাফাৰ।"

" এই উপাধিটো আগৰে পৰা আছিল নে পিছত কোনোবাই দিয়া?"

"স্বৰ্গদেউ ৰুদ্ৰসিংহই আমাৰ আজোজনা আজোককাক দিয়া বুলি আমি শুনিছিলোঁ।"

"আপোনাৰ আজো আজোককাকো পলিটিকেল চাফাৰ আছিল?"

"হয়, অৱশ্যে তেতিয়া পলিটিকেল চাফাৰ নুবুলিছিল।"

"কি বুলিছিল জানেনেকি?"

" হয়। তেতিয়া ৰজাঘৰে আজোককাইঁতক কটাবন্দীৰ সঁচ বুলি মাতিছিল। আপোনালোকেতো জানেই বন্দীবোৰকো জেইলত মানে বন্দীশালত দিছিল আৰু পলিটিকেল চাফাৰবোৰকো জেল দিছিল।"

"অ' তেনেহলে আপুনি কটাবন্দীৰ সঁচৰ আজো নাতিয়েক?"

"নহয়, মই পলিটিকেল চাফাৰহে।"

"হয হয়, সেইটো আমি বুজিছোঁ।"

"বাৰু আপোনাৰ জন্মৰ চনটো ক'ব পাৰিবনে?"

" মোৰ জন্মৰ চন দুটা।"

"দুটা?"

"হয়। এটা হ'ল, মানে আচলটো হ'ল ১৯৫১ চনৰ মাঘমহীয়া।"

"১৯৫১ চনৰ মাঘ?"

"হয়, সেইটো মই আইৰ গৰ্ভৰ পৰা জনম লোৱা চন। আৰু আনটো ১৯২১ চন।"

" ১৯২১ চন?"

" হয়, সেইটো আমাৰ আগৰজন এমেলে শৰ্মাই দিয়া চন।"

"তাৰ মানে আপোনাৰ সঁচাসঁচি বয়স?"

"মোকনো কেলেই সুধিব লাগিছে, আমাৰ বেংবালাক সুধিলেই হ'ব। মোৰ বৰ্তমান আচল বয়স হ'ল আপোনাৰ ২৩ বছৰ। পিছে শৰ্মা এমেলেই দিয়া চাৰ্টিফিকেট মতে ৫৩ বছৰ। আপোনালোকৰ আগত নকৈ কি ৰাইজৰ আগত মোৰ বয়স ৫৩ বছৰ বুলিয়ে কওঁ? বেংবালাৰ আগতহে আচল বয়সটো কওঁ।"

"আপোনাৰ ৰাজনৈতিক জীৱনৰ কথা অলপ কওকচোন।"

"ৰাজনৈতিক জীৱন মানে?"

"মানে দেশৰ স্বাধীনতাৰ কাৰণে আপুনি কেনেকৈ যুঁজ কৰিছিল, কিমান দিন কাৰাবৰণ কৰিছিল, মানে ফাটেক খাইছিল—এইবোৰ কথা।"

"সেইবোৰ বহুত কথা। কিমান ক'ম, কিমান শুনিব—"

"তথাপি চমুকৈ কওকচোন।"

" জাতিৰ পিতা মহাত্মা গান্ধীৰ আহ্বানত মই দেশৰ কামত জঁপিযাই পৰিছিলোঁ। ১৯২১ চনত, ১৯৩০ চনত আৰু ১৯৪২ চনত অসহযোগ আন্দোলন কৰি জেললৈ গৈছিলোঁ।'

"১৯২১ চনত শৰ্মাই দিয়া চন মতে আপোনাৰ জন্মহে হৈছিল। জন্মৰ লগে লগে অসহযোগ কৰি জেললৈ গৈছিল?"

"এঃ গৈছিলোঁ দিযক। হেৰা বেংবালা, এখেতসকলক তামোল-চামোল—"

"১৯৩০ চনত শৰ্মাই দিযা মতে আপোনাৰ বযস আছিল ৯ বছৰ।"

"হয। তেতিযাও জেললৈ গৈছিলোঁ, বৃটিছৰ পুলিচৰ মাৰত ৰাজহাড কামীহাড ভাগি গুডি হৈ গৈছিল। বেযনেটৰ খোচত বুকুৰ পৰা কল কল কৰে তেজৰ নৈ বৈছিল বুটৰ গোৰত দাঁত সৰি গৈছিল।"

"আৰু ১৯৪২ চনত ?"

"তেতিযা। আঃ সেইবোৰ কথা মনত পৰিলেও গা গৰম হৈ উঠে। এই সভা, এই শোভাযাত্রা এই কনকলতা, এই ভোগেশ্বৰী, '৪২ৰ বিপ্লব, আঃ।"

"তেতিযা আপোনাৰ বযস কিমান হৈছিল? আপোনাৰ জন্ম আচলতে ১৯৫১ চনত জানো?"

"হেৰি, আপোনালোকে নাজানে, পলিটিকেল চাযাৰৰ আচল বযস নাথাকে। জিলা কংগ্রেছৰ সভাপতি, এমেলে, ৰাজনৈতিক নির্যাতিত কমিটীৰ সভাপতি দেশবৰেণ্য দেশপ্রেমিক শৰ্মাই দিযা বযসটোৱেই হ'ল মোৰ আচল বযস। হ'ব পাৰে মোৰ জন্ম ১৯৫১ চনত। কিন্তু ১৯২১ চনৰ পৰা মই দেশৰ কাম কৰি আহিছো। জেল খাইছো, যাটেক খাইছো, জৰিমনা ভৰিছো, পুলিচ-মিলিটাৰীৰ মাৰ খাইছো। ঘৰবাৰী, ল'ৰা ছোৱালী সকলো থানবান হৈছে, মাটিভেটি নিলামত গৈছে—"

"আপোনাৰনো ল'ৰা-ছোৱালী কেইটি?"

"আমাৰ বিযা হ'বৰ পাঁচ মাহহে হৈছে। বিযানো আৰু ক'ত হ'ল? বেংবালাযে মোক পছন্দ কৰিলে, মযো বেংবালাক পছন্দ কৰিলোঁ, মানে পলুৱাই আনিলোঁ দিযক, হেৰা, আনাহে চাহ-তাহ।"

"শৰ্মা এমেলেই দিযা মতে আপোনাৰ ল'ৰা-ছোৱালী কেইটি?"

"আঠুটি, মই জেললৈ গ'লো। ল'ৰা-ছোৱালীবোৰে পঢাশুনা এৰি অনাইবনাই ফুৰিলে—"

"আপুনি কোন চনৰ পৰা পেন্সন পাইছে?"

"১৯৫১ চনৰ পৰা।"

"সেই বছৰ জন্মহে হৈছিল?"

"সেইটো মোৰ আচল জন্মৰ চন। শৰ্মাই দিয়া চনটোহে আচল চন।"

"পিছে জন্মৰ লগে লগে আপুনি কেনেকৈ পেঞ্চন ল'বলৈ গৈছিল?"

"মানে পিতায়ে শৰ্মাৰ ঘৰতে ঘৰুৱা চাকৰৰ কাম কৰিছিল। কি বুজিব— পুলিচ-মিলিটাৰীৰ মাৰত মোৰ গোটেই গাত বিষ মানে, বাত বিষ, উঠিব নোৱাৰোঁ, পৰি থাকোঁ। সেই দেখি মোৰ পেঞ্চনৰ টকা আনিবলৈ শৰ্মা এমেলেকে অথৰাইজ কৰি দিলোঁ, চহীটো তেৱেঁই কৰি দিলে। মই পলিটিকেল চাফাৰ। শৰ্মাই পেঞ্চনৰ টকা আনে, খৰচ কৰে, কেতিয়াবা মন ভাল লাগিলে পিতাইকো এটকা-দুটকা দিয়ে। আমাৰ এমেলে শৰ্মা এজন মানুহ আছিল জানিছে। অকল নিজৰ ভাইককাই, দদাই ভতিজাইঁতৰে উপকাৰ কৰিছিল এনে নহয়, ঘৰৰ চাকৰ-বাকৰৰো বহুত উপকাৰ কৰিছিল। কাৰোবাক চাকৰি-বাকৰি দিব নোৱাৰিলে, লাগি ভাগি পলিটিকেল চাফাৰৰ পেঞ্চনটোকে দিয়াই দিয়ে। আমাৰ গাঁৱৰে কমবোৰে পালেনে। সেই যে '৪২ চনৰ মিলিটাৰী ঠিকাদাৰ হেম্বাৰাম বৰমেধি, ভোলোক মহন্ত— আজিকালি আকৌ তেওঁ অইন নাম এটি ল'লে, কেৰকন ছেখ, ৰঙাই হাজৰিকা মুঠতে শৰ্মা হাকিমৰ ঘৰত কাম কৰি দিয়া যতবোৰ মানুহ আছিল, আনকি মাকৰ লগত অনা ভেদভেদী নামৰ চাকৰণীজনীকো পলিটিকেল চাফাৰৰ পেঞ্চন দিয়াই দিছিল। ঈশ্বৰে তেওঁৰ মংগল কৰক।"

"আপুনি কেতিয়া কিমানদিন জেল খাইছিল মনত আছেনে?"

"শৰ্মা এমেলেৰ মতে মই তিনিবাৰ জেল খাইছিলোঁ— ১৯২১ চনত ডেৰ বছৰ, ১৯৩০ চনত ৩ বছৰ আৰু ১৯৪২ চনত ৬ বছৰ। জেলে জেলেই জীৱনটো গ'ল। দেশ স্বাধীন কৰিবৰ কাৰণে আমি কি কম ত্যাগ কৰিলো, আজি দেশবাসীয়ে আমাক চিনিয়ে নাপায়।"

"কিন্তু সঁচাসঁচিকৈ আপুনি কেতিয়াবা জেল খাইছিল জানো?"

"জেল নোখোৱাকৈ পলিটিকেল চাফাৰ হ'লোঁনে?"

"কেতিয়া কোন চনত কি কাৰণে খাটিছিল অলপ ক'বনে?"

"দেশৰ কাৰণে জানিছে, দেশৰ কাৰণে। লোকৰ গোহালিৰ গৰু কেইটামানৰ লগতে আলিবাটত চৰি ফুৰা উদণ্ডীয়া গৰু কেইটামান নি হাটত বেচিছিলোঁ, চকু চৰহাইতে তাতে গৰুচোৰ বুলি মকৰ্দমা দিলে, তিনিমাহ জেল দিলে। সেই সময়ত আমাৰ শৰ্মা হাকিম এমেলে নাছিল, নহ'লে কোন হাকিমৰ তাগদ আছিল স্বামী অভঙানন্দক জেল দিয়ে।"

"আপুনি তেন্তে গৰু চুৰ কৰিহে জেল খাইছিল?"

"নহলে কি ছোৱালী চুৰ কৰি খাইছিলোঁ? দেশৰ কাৰণে বুজিছে, ১৯৫১ চনত মোৰ জন্ম যদিও ১৯২১ চনৰ পৰা দেশৰ কাৰণে জেল খাই জৰিমনা ভৰি সৰ্বস্বান্ত হ'লোঁ। শৰ্মা হাকিমেই এই সুলভ মূল্যৰ দোকান আৰু গাঁও পঞ্চায়তৰ মেম্বৰ কৰি নিদিয়াহলে যে অভগানন্দৰ কি গতি হ'লহেঁতেন কোনে জানে?"

"আপোনাক লগ পাই বৰ আনন্দ পালোঁ আমাৰ মহাকাশ বিশ্ববাণীয়ে বাণী বদ্ধ কৰা এই ইন্টাৰভিউ যথা সময়ত প্ৰচাৰ কৰিব। আপোনাৰ নিচিনা ত্যাগী দেশপ্ৰেমিকক লৈ আমাৰ দেশ ধন্য।"

"হেৰা বেংবালা চাহ লৈ আহাঁহে- এওঁৰ আকৌ বৰ লাজ জানিছে। মিচেছ পলিটিকেল চাফাৰৰ আকৌ লাজ কৰিলে চলেনে? কি কয়? বাপুজীয়ে আমাক সত্যবাদী হ'বলৈ শিকাইছিল, সঁচা কথা ক'বলৈ শিকাইছিল, দেশৰ কাৰণে ত্যাগ কৰিবলৈ শিকাইছিল। পঞ্চায়তৰ নতুন ইলেকচন আহিছে। তাৰ আগে আগে আপোনালোকে ইন্টাৰভিউটো প্ৰচাৰ কৰি দিলে বৰ উপকাৰ হ'ব। ৰাইজৰ সেৱা কৰোঁ বুলিয়ে উঠিব খুজিছোঁ। মোৰ কোনো স্বাৰ্থ নাই। পলিটিকেল চাফাৰৰ আকৌ নিজৰ কি স্বাৰ্থ থাকিব। হেৰা চাহ-তাহ দিয়া হে—।"

# ভেট ঔ

কাৰণটো প্ৰথমে অভণ্ডানন্দই বুজিব পৰা নাছিল। ডাঙৰ ডাঙৰ ঋষি-মুনিয়ে বুজিব নোৱাৰে, দেৱতাযো বুজিব নোৱাৰে, কুতো অভণ্ডানন্দ? হাঁ কৰিলে না কয়, না কৰিলে হাঁ কয়, যেন অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰ।

কিন্তু ঘৰখনৰ ভিতৰততো এনেকৈ সৰহ দিন চলা নাযায়। বাইজে বাৰু গম নাপায় ল'ৰা-ছোৱালীমখাই জানো গম নাপাব? এতিয়ালৈকে একপক্ষীয় হৈ আছে বুলিহে। প্ৰথমে সিমান বেযা পোৱা নাছিলোঁ, এইবোৰ থাকেই আৰু। পিছে বেংবালাই যদি সদায় অভণ্ডানন্দৰ সকলো প্ৰস্তাৱতে গ্ৰেট পাৱাৰৰ অধিকাৰ খটাই ভেট' দি যায, কেনেকৈ চলে বাৰু? 'পুৰুষে তিৰীয়ে হৈবা একমতি, তেবেসে সিজিব হৰি ভকতি'। পিছে হৰিত ভকতি সিজক বা নিসিজক, এতিয়া ক্ৰমে অভণ্ডানন্দৰ ঘৰত চাউল নিসিজা অৱস্থা। যদি চিৰা খুজিলে পিৰা দিযে, মাছ খুজিলে নাচ দিযে, জুই খুজিলে (বিড়ি জ্বলাবলৈ) থুই দিযে আৰু মৰম খুজিলে খৰম দিযে (খৰমযোৰ অৱশ্যে অভণ্ডানন্দৰ শ্ৰীচৰণৰে) তেনেহলে বাৰু বেংবালাৰ লগত অভণ্ডানন্দই কেনেকৈ ঘৰ কৰি খায?

বহুত গৱেষণা আৰু বিচাৰ্চ কৰি স্বামী অভণ্ডানন্দই আৱিষ্কাৰ কৰিছে যে সম্মিলিত জাতিসংঘৰ চিকিঅ'ৰিটি কাউঞ্চিলে মাজে মাজে ব্যৱহাৰ কৰি থকা ভেট' শব্দটো অসমৰ পৰা নিছে। আগৰ দিনত মাঘ বিহুত ম'হৰ যুঁজ লগায। এটা জিকে, এটা হাৰে। হৰাটোক জিকাটোৱে খেদি নিযে আৰু হৰাটো মানুহ ফালি লৰ মাৰে। পিছে পিছে মানুহবোৰ খেদি যায আৰু চিঞৰি যায— ভেট ঔ, ভেট ঔ। কোনোবাই ভেটে। ম'হটো ৰখায। ম'হটো আৰু আগ বাঢ়িব নোৱাৰে। ভেট ঔ' মানে আগ বাঢ়িবলৈ নিদিবি ঔ। ভেটিলে আৰু আগ বাঢে কেনেকৈ?

চিকিঅ'ৰিটি কাউঞ্চিলতো কোনোবাই যদি 'ভেট ঔ' বোলে, তাতে সকলো শেষ হৈ যায, আৰু আগবাঢ়িব নোৱাৰে। চীন সোমাব খুজিলে আমেৰিকাই চিঞৰে : ভেট ঔ, বাংলাদেশ সোমাব খুজিলে চীনে চিঞৰে : ভেট ঔ। বচ্ সকলো ঠাণ্ডা হৈ যায। ঠোঁট-মুখ চেলেকি দুৱাৰডলিৰ পৰা ঘূৰি আহিব লগা হয।

সেইবোৰ বাৰু গ্ৰেট পাৱাৰৰ কথা — ডাঙৰ মানুহৰ কথা। পিছে স্বামী অভণ্ডানন্দৰ ঘৰত যদি মিছেচ বেংবালাই তেওঁৰ সকলো কথাতে ভেট' দি থায় ঘৰখন আৰু ঘৰ হৈ থাকিবনে? তাতে কাৰবাৰবোৰ হ'ল দাম্পত্য। থাৰ্ড পাৰ্টি মিডিয়েচনটোও বৰ শোভনীয কথা নহয। আনহাতে পুৰণি ষ্ট্ৰেটেজিবোৰেও আজিকালি বৰ কাম নকৰা

হৈ আহিছে। 'মিৰীত মিল তিৰীত কিল' বোলা পলিচিৰ দিন উকলিছে। কটাৰী ধৰাবা শিলে, তিৰোতা চলাবা কিলে বুলি আজি কোন বাপৰ বেটাই মুখ খুলি ক'ব পাৰে? অভঙানন্দইতো সেইবোৰ পুৰণিকলীয়া ষ্ট্ৰেটেজিৰ কথা বাদেই দিছে। তেওঁৰ আজিকালিৰ মট' হ'ল কটাৰী ধৰাবা শিলে, তিৰোতা চলাবা মিলে। পিছে মিলেৰে চলাওঁ বুলিলেও বেংবালা নচলিলে কি কৰিব পাৰে বাৰু?

কিন্তু ঘৰখনত সদায় কুৰুক্ষেত্ৰ নহলেও মিউনিকৰ অলিম্পিক হৈ থাকিবলৈ দিব পাৰি জানো?

"হেৰা শুনিছা?"

"নামাতিবা—"

"আও—"

"আও-আগামী নহয, নামাতিবা।"

"আজি চিনেমালৈ যাওঁ ব'লা।"

"নাযাওঁ।"

"সংগীত সন্ধিযালৈ?"

"নাযাওঁ।"

"ভেৰাইটি শ্ব'লৈ?"

"নাযাওঁ।"

"আজি তেনেহলে মণিকাইঁতৰ ঘৰৰ পৰাই ফুৰি আহোঁগৈ ব'লা—"

"মোৰ কোনো গৰজ নাই।"

"গোৱেংকাৰ দোকানত নতুন জাপানী চিল্কৰ শাড়ী আহিছে নাম মিছ্মিমিছি। এখন আনিবাগৈনেকি?"

"কিমান দাম?"

"পাঁচশ ষাঠি টকা— যাবা?"

"নালাগে।"

"শাড়ীখনৰ ৰংটো বৰ ধুনীযা, তোমাক বৰ ধুনীয়া দেখাব—"

"আৰু কোনোবাই কিনিছে নেকি?"

"ৰিফাইনেৰিৰ চিফ ইঞ্জিনিযাৰৰ ঘৈণীযেকে এখন কিনিছে।"

"বৰুৱানীযে?"

"নাই কিনা।"

"আহমদৰ ঘৈণীযেকে?"

"নাই কিনা।"

"ফুকন জজৰ জীযেকে?"

"নাই কিনা।"

"কিজানি অন্য কোনোবাই কিনিছে?"

"মই দেখালৈকে নাই কিনা। পিছত যদি কিনিছে ক'ব নোৱাৰোঁ। মই দেখি আহিবৰ দুঘন্টাহে হৈছে।"

"আহিয়ে কথাটো মোক নক'লা কেলেই?"

"আহিয়ে নাই কোৱানো কেতিয়া কৈছোঁ? তুমি আকৌ মোৰ কথাকে নুশুনা।"

"তোমাৰ কথা শুনি থাকিবলৈ মোৰ অন্য কাম আৰু নাই নেকি?"

"তোমাৰনো অন্য কাম কি আছে? আগে বাৰু গাভৰু থাকোঁতে একো নহলেও বছৰি এটিকৈ বংশবৃদ্ধি কৰিছিলা, আজিকালিতো সেইটো কামৰ পৰাও অৱসৰ ললা। আজিকালিতো তোমাৰ কামেই নাই।"

"তোমাৰ কথাৰ মই প্ৰটেষ্ট কৰিছোঁ। তুমি উইথড্ৰ কৰিব লাগিব।"

"কোনটো কথা উইথড্ৰ কৰিব লাগিব?"

"মই গাভৰু হৈ থকা নাইনেকি?"

"কোনে কৈছে তুমি গাভৰু হৈ থকা নাই। ইউনিভাৰচিটিৰ বহুত ফিফ্থ ইয়েৰৰ ছোৱালীতকৈ তোমাৰ চেহেৰা-পানী ধুনীয়া হৈ আছে। তোমাৰ দাঁত দুপাৰী লগোৱা দাঁত বুলি কোনোবাই ক'ব পাৰিবনেকি, আৰু—"

"হৈছে হৈছে। আজিলৈকে বাতৰিকাকতত মোৰ ফটো এখন উলিযাব নোৱাৰিলা।"

অভঙানন্দ এইবাৰ তভক মাৰি বৈ গ'ল।

আজিৰ সকলো কথাতে বেংবালাই এইবাবেই ভেট' দি গৈছেনেকি?

"তোমাৰ দেখোন ফটোৱেই নাই। আমাৰ বিয়াৰ পিছত মোৰে সতে একেলগে তোলাখনহে আছে। সেইখন তোলাৰ দেখোন পঁচিশ বছৰৰো বেছি হ'ল।"

"হ'ব নোৱাৰিলে। ফেমিনাত বুঢ়ী বুঢ়ী মানুহৰো ফটো ওলায়। নীলাচলতো কত ৰাজস্থানী মহিলা, পাঞ্জাবী মহিলাৰ ছবি ওলায়।"

"হেৰা, বাতৰিকাকতত ছবি ওলাবলৈ কিবা নহয় কিবা এটা হ'ব লাগে। কিন্তু একট্ৰেছ, থিয়েটাৰৰ অভিনেত্ৰী, কিবা পৰীক্ষাত ফাৰ্ষ্ট চেকেণ্ড হোৱা, মন্ত্ৰীৰ পৰিয়াৰ, বিউটি কন্‌টেষ্টত ৰাণাৰ্চ আপ আৰু একো নহলেও কোনোবা ফুটবল খেলুৱৈ বা চাইকেল চলোৱা ল'ৰাক কাপ চিও বঁটা দিয়া। এনেইনো বাৰু কি বুলি বাতৰিকাকতে তোমাৰ ছবিখন ছপাই উলিয়াব?"

"বেংবালাৰ চকু ঘোপা হ'ল। মুখ ওফন্দিল। অভঙানন্দৰ বুকুখন টিপটিপাই উঠিল।

"সেই বুলি আমাৰ ছবি আৰু নোলাবইনেকি?"

"নোলাব বুলিনো কোনে কৈছে? তুমি বাৰু মেক্ আপ কৰা। শাড়ীখন আনি লবানেকি? তুমি জানিছা লাইশাকৰ পুলি খুচৰি থাকিবা। ফটো লোৱাই তলত লেখাই দিম—বেংবালাই অষ্ট্ৰেলিয়াৰ পৰা অনোৱা লংট্ৰী নামৰ শালগছজোপা ছয় ইঞ্চি ওখ কৰি ৰাখিছে। জাপানী পদ্ধতি। নাইবা তুমি আমাৰ ঘৰৰ বেৰতে কিছুমান ছবি আঁকি থবা আৰু ছবিবোৰলৈ চাই থকা অৱস্থাতে তোমাৰ এখন ফটো লোৱাম, তলত লিখাই দিম বিশ্ববিখ্যাত চিত্ৰশিল্পী অভঙানন্দৰ নতুন চিত্ৰ প্ৰদৰ্শনীত মিছেচ বেংবালা। নাইবা কোনোবা বিখ্যাত অসমীয়া ফিল্ম আৰ্টিষ্টৰ লগত সমুখা-সমুখিকৈ বহি তুমি কথা পাতি থাকিবা। ফটোখন তুলি তলত লিখাই দিম — অসমীয়া কথাছবিৰ ভৱিষ্যৎ সম্পৰ্কে আলোচনাৰত মিছেচ বেংবালা - নাইবা—"

"হৈছে, হৈছে, এইবোৰ চলাহী কথা কৈ মোক ভাঁৰিব নালাগে।"

"তেন্তে এটা কাম কৰোঁ। তুমি টপলেচ আৰু বটম্‌লেছ পিন্ধি নৈ পাৰলৈ ওলাবা আৰু তাতে তোমাৰ কেইখনমান ফটো লৈ, কাগজত উলিওৱাই তলত লিখাই দিম — স্বাস্থ্য ৰক্ষাৰ নতুন পদ্ধতি আপোনাৰ শৰীৰৰ ওজন যদি কমাব খোজে—"

"সেইবোৰ ছবি ল'ৰা-ছোৱালীবোৰে দেখিলে কি ভাবিব?"

"একো নাভাবে। সিহঁতলৈ যদি ভয় কৰা এটা কাম কৰিম। তোমাৰ ডিঙিৰ পৰা তলডোখৰৰ ফটো উঠুৱাম। তেতিয়া তুমি বুলি কোনোৱে বুজিব নোৱাৰিব।"

"মই বুলি যদি বুজিয়ে নাপায়, ফটো উলিযাই মোৰ কি লাভ হ'ব?"

"তলত তোমাৰ নাম লিখাই দিম নহয়।"

"ইমানপৰৰ মূৰত বেংবালাই মুচুক কৰে হাঁহি দিলে।

"মোৰ ছবিখন পিছে ক'ত উলিয়াবা?"

"অসমীয়া কাগজে টপলেচ বটমলেচ একেলগে পিন্ধা ছবি নছপাব পাৰে। পিছে আজিকালি দুজনমান ভাল ভাল অসমীয়া সাহিত্যিকে ছদ্মনামত বহুত লেতেৰা কিতাপ লিখি মনে মনে ক'ৰবাত ছাপা কৰোৱাই মনে মনে বেঁচি ঢেৰ ধন ঘটিছে। লাগিলে ময়ো তেনেকুৱা কিতাপ লিখিম আৰু জানিছা। ফ্ৰেঞ্চ আৰ্ট ফটোবোৰ যে ব্লিয়াৰ সময়ত মনে মনে তোমাক দিছিলোঁ, তেনেকুৱাই হ'ব তোমাৰ ফটোবোৰ।"

এইবাৰ বেংবালাই ভেট' নিদিলে।

# গুণ্ডা

নাই মাক-বাপেক, নাই ঘৰ-বাৰী, নাই আপোন-পৰিয়াল— একো নাই।

কোনেও নেজানে তেওঁৰ ঘৰ ক'ত, ধৰ্ম কি, ভাষা কি, জাত কি, তেওঁ দেখিবলৈ কেনেকুৱা, তেওঁ কি খায়, কি পিন্ধে, ক'ত থাকে, ক'ত নেথাকে। তেওঁ এতাৰত্ন, মূৰ্তিশূন্য—তেওঁ অদৃশ্য, অজ্ঞাত, মানুহৰ চিনা-জনাৰ বাহিৰত। তেওঁ সৰ্বব্যাপী, ক'তো নাই, কিন্তু সকলোতে তেওঁ চিৰ বিৰাজমান। তেওঁ নহ'লে আজিৰ সভ্যতা অচল।

তেওঁৰ নাম ঈশ্বৰ?

নহয়, তেওঁৰ নাম গুণ্ডা।

(অৱশ্যে গুণ্ডা বুলি নিলিখি গুণদা বুলি লিখাই বেছি সমীচীন, কিয়নো তেওঁ বহুত গুণ দিয়ে। বৰদাই বৰ দিয়াদি, জৰদাই জ্বৰ দিয়াদি জৰদা দিয়া 'পাণ' খাই জ্বৰ ঘামে নেঘামে জানো ? তেওঁ বহুত গুণ দিয়ে। পিছে লিখা হয় গুণ্ডা। অৰ্থ? ভাষাবিদক সোধক)

কোনেও নেজানে এওঁ কোন। কিন্তু সকলোৱে জানে এওঁ কি কৰে আৰু এওঁক ক'ত পোৱা যায়। দিল্লীত, কলিকতাত, বোম্বাইত, গুৱাহাটীতো এওঁক পোৱা যায়।

চোৰাং কাৰবাৰীয়ে গুদামত লুকাই ৰাখি চাউল পচাইছে। মানুহ খাবলৈ নেপাই মৰিছে। এদিন জনা গ'ল চোৰাং কাৰবাৰীৰ গুদাম লুট কৰা হৈছে। কোনে কৰিলে লুট? খাবলৈ নোপোৱা ভুকীয়া মানুহে? ওহোঁ।

ছাত্ৰই?—নিশ্চয় নহয়।

ভদ্ৰলোক? অসম্ভৱ।

ভুতে?—নহয়।

তেন্তে?

—গুণ্ডাই। গুদাম লুট কৰিলে গুণ্ডাই।

বিৰাট সভাৰ আয়োজন হৈছিল। এজন মন্ত্ৰীয়ে বক্তব্য দিবলৈ উঠিছিল। হেজাৰ বিজাৰ দৰ্শকে হেতা-ওপৰা লগাইছিল—মন্ত্ৰীজনাৰ মুখচন্দ্ৰ দৰ্শন কৰিবলৈ।

হঠাৎ হুলস্থুল লাগিল। ক'ত কি হৈছে কোনেও একো ক'ব নোৱাৰিলে। সকলো ভয়ত ত্ৰাহি মধুসূদন চিঞৰি সভাথলীৰ পৰা পলাবলৈ দৌৰিলে। মন্ত্ৰীজনক কোনোবাই সৰুৱাই নি গাড়ীত তুলি পঠিয়াই দিলে।

কোনে কৰিলে এই কাণ্ড? এই গণ্ডগোল, এই পেণ্ডিমনিযাম কোনে সৃষ্টি কৰিলে ?

বিৰোধী পক্ষৰ মানুহে ? — ওঁহো।

উপস্থিত ভদ্ৰলোকে ?—নিশ্চয় নহয

ছাত্ৰই? নহয়।

তেন্তে কোনে ? ইমান আড়ম্বৰেৰে পতা সভাখন এনেকৈ পন্ড কৰিলে?

—গুণ্ডাই। গুণ্ডাৰ কাম সকলো।

ব্ৰুক্ষা।

জব্বলপুৰত, ৰাঁচীত, পাটনাত বহুত মানুহ মাৰিলে। কাক মাৰিলে? মুছলমানক। কোনে মাৰিলে? হিন্দুৱে?—ওঁহো। গুণ্ডাই। এৰা।

ঢাকাত, মৈমনচিঙত, কৰিমগঞ্জত বহুত মানুহ মাৰিলে। কাক মাৰিলে? হিন্দুক। কোনে? মুছলমানে? ওঁহো। গুণ্ডাই।

দিল্লীত ইংৰাজী চাইনবৰ্ড নমাই আনি পোৰে- গুণ্ডাই।

তামিলনাদত হিন্দী কিতাপৰ চিতা জ্বলায় — গুণ্ডাই।

নিৰ্বাচনৰ কেন্‌ভাচাৰক মাৰপিট কৰে— গুণ্ডাই।

ট্ৰাম জ্বলায় গুণ্ডাই। বাছ জ্বলায় গুণ্ডাই। ঘৰ জ্বলায— গুণ্ডাই। সভা ভাঙে — গুণ্ডাই। দলং ভাঙে— গুণ্ডাই। ৰেল পেলায় গুণ্ডাই।

মুঠতে গুণ্ডা সৰ্বশক্তিমান। গুণ্ডালৈ পুলিচে ভয় কৰে, চৰকাৰে ভয কৰে, ৰাইজে ভয় কৰে।

চিনেমা চাবলৈ গৈ অমুকৰ ছোৱালীজনী ঘূৰি অহা নাই। কোনে নিলে? নিশ্চয় গুণ্ডাই। লগত যোৱা ল'ৰাজন তো ভদ্ৰলোক আছিল।

ক্লাছ নাইনৰ স্কুললৈ অহা ছোৱালীজনীক চাৰিআলিৰ মূৰত বৈ অশ্লীল কথা কয়। কলেজীয়া ছাত্ৰই? শ্ৰী বিষ্ণু ! গুণ্ডাই। সেইবোৰ গুণ্ডাৰ কাম।

ফুটবল খেলা, ক্ৰিকেট খেলাত হুলস্থুল লগায়, খেল ভাঙি দিয়ে। কোনে? এচাম দৰ্শকে? নিশ্চয় নহয়, গুণ্ডাই।

ক'ৰবাত কিবা দুৰ্ঘটনা হোৱাৰ আগতে কিন্তু গুণ্ডাক ক'তো লগ পোৱা নেযায়। লগ পোৱা যায় ভদ্ৰলোকক। ঘটনাটো হৈ যোৱাৰ পিছতে সকলোৱে জানি উঠে সেইয়া আছিল গুণ্ডাৰ কাম।

প্ৰকৃততে গুণ্ডা সকলোৰ ত্ৰাণকৰ্তা। কোন মাহেন্দ্ৰক্ষণত এই মহাপুৰুষৰ এই ভূভাৰস্তুত অৱতাৰ হৈছিল জনা নেযায়। সকলোৰে দোষ পাপ-অপৰাধৰ সকলো বোজা কলংক মূৰ পাতি লবৰ কাৰণেই এইজন মহাপুৰুষৰ কল্কিত এই ধৰাধামত পবিত্ৰ অৱতাৰ। এওঁলোকেই নথকা হলে বাতৰিকাকতবোৰে আৰু পলিটিচিয়ানবোৰে নিতৌ ঘটি থকা অঘটনবোৰ কোনে ঘটাইছে বুলি ক'লেহেঁতেন ভাবিবই নোৱাৰি।

যোৱা ২৬ জানুৱাৰীৰ দিনা আমাৰ গুৱাহাটীতে মাঘ বিহুৰ মেজি উৎসৱ মহা সমাৰোহেৰে অনুষ্ঠিত হৈ গ'ল। কোনোবা কোনোবা ভয়ত পলাল যদিও, পুলিচে বুকু ফিন্দাই থিয় দি সেই মেজিৰ জুই ফুৱালে।

কোনোবা মন্ত্ৰী এজনাই হেনো গণতন্ত্ৰ দিৱসৰ পতাকা উত্তোলন কৰিবলৈ লৈ সন্মুখত আন কাকো নেদেখি এই বুলি গদ গদ সুৰে বক্তৃতা আৰম্ভ কৰিলে, "প্ৰিয় পুলিচসকল, আৰু প্ৰিয় চৰকাৰী বিষয়াসকল, গণতন্ত্ৰ দিৱসৰ অৰ্থ আৰু তাৎপৰ্য আপোনালোকে বুজি পাইছে বুলি ধৰি লৈ মই পতাকা উত্তোলন কৰিছো। তাৰ পিছতে সভা ভংগ।"

পিছে এই মেজি উৎসৱ কোনে পাতিলে?

নিবনুৱা অসমীয়া ডেকাই?

নিশ্চয় নহয়।

লাচিত সেনাই?

Oh, never!

ক'ৰবাত কাম কৰা কোনোবা অসন্তুষ্ট শ্ৰমিকে ?— অসম্ভৱ।

অসমীয়াই— হ'ব'ই নোৱাৰে।

বঙালীয়ে— নিশ্চয় নহয়।

বিহাৰীয়ে— কভি নেহি।

তেন্তে কোনে ?

পাকিস্থানী আৰু চীনাই আৰু ছি-আই-এৰ চাহাবকেইটাই?

প্ৰমাণ নাই।

তেন্তে?

দেখা কথা, গুণ্ডাই। সেইদিনা যি গৃহ-বাছ-মটৰ-গুদাম-মেধ যজ্ঞ পালন কৰা হ'ল, সেইয়া কৰিলে গুণ্ডাই।

অমৰ হওক আমাৰ দেশ, অমৰ হওক কুৰি শতিকাৰ সৰ্বশক্তিমান, সৰ্বব্যাপী, কিন্তু নিৰঞ্জন, নিৰাকাৰ এই মহাপুৰুষ— যাৰ পবিত্ৰ নাম গুণ্ডা। পলিটিচিয়ানৰ ভাষাত তেওঁলোক undesirable elements, anti-social elements।

কিন্তু কুৰি শতিকাৰ সভ্যতাইহে জানে তেওঁলোক আমাৰ কাৰণে কিমান desirable , কিমান বাঞ্ছনীয়। এইজনা পুৰুষেই যে আজিৰ সভ্য সমাজৰ সভ্যতাৰ গুদামঘৰৰ দাৰোৱান, ৰক্ষক।

আমাৰ দেশত কিমান গুণ্ডা আছে এই বিষয়ে সংখ্যা নিৰ্ধাৰণ কৰিবৰ কাৰণে আমাৰ পৰিসংখ্যা বিভাগে এটা সুকীয়া আযোগ নিযুক্ত কৰিব পাৰে। ভাৰতৰ গুণ্ডাৰ ঐতিহ্য পৰম্পৰা আৰু ক্ৰমবিকাশ সম্পৰ্কে আমাৰ কোনো কোনো বিশ্ববিদ্যালয়ে গৱেষণা আৰম্ভ কৰিব পাৰে। আৰু গৃহীত থিচিচখনৰ বাবে ডক্টৰেট দিয়াৰ ব্যৱস্থা কৰিব পাৰে। যোৱা ১ জানুৱাৰীৰ দিনা ৰাতি ৰাজধানী দিল্লী চহৰত যিসকল লোকে দেশ-বিদেশৰ মহিলাক টানি-আজুৰি কাপোৰকানি ফালি চোচোৰাই বগৰাই নগুৰ নাগতি কৰিলে, তেওঁলোক যে গুণ্ডা আছিল, আৰু তাৰ লিডাৰজন যে অসমীয়া আছিল— এই বিষযটো প্ৰতিপন্ন কৰি এখন থিচিচ লিখি দিল্লী বিশ্ববিদ্যালযৰ পৰা ডক্টৰেট দিয়াৰ ব্যৱস্থা কৰিব পাৰে।

সদ্যহতে অসমৰ কোনোবাই এটা বিশ্বদ্যিালযত "ভাৰতীয সভ্যতাত 'ণ্ড'ৰ স্থান" সম্পৰ্কেও গৱেষণা আৰম্ভ কৰিব পাৰে। যথা—

সুণ্ড উপসুণ্ডৰ ('ণ্ড'—'ন্দ') দিনৰপৰা আমাৰ দেশত গুণ্ডা জাতীয এবিধ মানুহ আছিল। ৰাৱণ, কীচক আদি ভদ্ৰলোককো কোনো কোনোৱে সেই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব খোজে। 'ণ্ড'টো বৰ ভযাবহ আখৰ। ইযে দেশখনক লণ্ডভণ্ড খণ্ড খণ্ড কৰিছে। সভা সমিতি পণ্ড কৰিছে দ্বন্দ্ব, খৰিযাল আদি যত ষণ্ডামী আছে, সকলো এই পাষণ্ড 'ণ্ড'ৰ কাম। কিন্তু ইযাৰ কমণ্ডৰ ডিমাণ্ড আছে। ই অকালকুষ্মাণ্ড। ইযাৰ কাণ্ড অদ্ভুত। এই 'ণ্ড'ৰ আঁৰত লুকাই বহুতে বহুত মন্দ কামো কৰিছে। এখন আইন কৰি বৰ্ণমালাৰ পৰা 'ণ্ড'ক আঁতৰোৱাৰ ব্যৱস্থা কৰা হওক ইত্যাদি।

আমাৰ দেশত হোৱা সকলো শান্তিপূৰ্ণ আৰু অহিংস আন্দোলনৰ শেষত ট্ৰাম-বাছ-ঘৰ আদি জ্বলোৱা যি অহিংস উৎসৱ পতা হয, সেই সকলো গুণ্ডাই কৰে। দেশখনত কথাই নাই, আনকি লণ্ডনতো মটৰ গাড়ী চুৰি কৰি যি ভাৰতীয ডেকা ধৰা পৰে, সিও গুণ্ডা। সি কোনো ভাৰতীয মন্ত্ৰীৰ পুত্ৰ বা আত্মীয নিশ্চয নহয।

হে পৰম শক্তিমান গুণ্ডা, তুমি দেশক ৰক্ষা কৰিছা, হিন্দুক ৰক্ষা কৰিছা, মুছলমানক ৰক্ষা কৰিছা, ভদ্ৰলোকক ৰক্ষা কৰিছা, ৰাজনীতিবিদক ৰক্ষা কৰিছা, ছাত্ৰক ৰক্ষা কৰিছা, চোৰ-ডকাইত-মদাহী-লুচ্চা সকলোকে ৰক্ষা কৰিছা— তোমাৰ পৱিত্ৰ আৰু সৰ্বঢাক নামৰ আঁৰ দি। আজিৰ সভ্যতাই তোমাৰ গুণ কেতিয়াও পাহৰিব নোৱাৰে। ভাৰতীয় সংস্কৃতিৰ ইতিহাসত তোমাৰ আখ্যা (নাম তো তোমাৰ নাই!) অনিৰ্বাণ শিখা হৈ জ্বলি ৰওক।

ওম সান্তি। আমেন।

# দাসায়ন মহাকাব্য

দাসভৃত্য কিঙ্কৰ চাৰ্ভেন্ট গোলাম,
অভগুানন্দৰ সৰে লৈওক চালাম।
ৰাজা মহাৰাজা আৰু ৰাজাৰ কুমাৰ,
ঋষি-মুনি, বলী-পীৰ, চিষ্ঠাৰ-ফাদাৰ।
ৰাণী, মহাৰাণী আৰু ৰাজাৰ কুঁৱৰী,
ৰাজামাতা, মন্ত্ৰী আৰু গণিকা সুন্দৰী।
ইসৱৰ বহু কথা বহুতে লিখিলা,
দাস কিঙ্কৰৰ কথা কেৱে নিলিখিলা।
অভগুানন্দই সেয়ে ৰচে দাস কাব্য,
চাৰ্ভেন্টৰ মধুকথা, মধুৰ অশ্ৰাব্য।
কিঙ্কৰৰ কথা ৰচে মহাকাব্য ৰূপে,
তেবেসে সবাৱে তাক বুজিবে স্বৰূপে।
দাস ভৃত্য সবে যেন পাতি ইউনিয়ন,
মুণ্ডপাত কৰি মোক, নকৰে নিধন।
দাস্যধনে বৰ্তে কোন ধনী মহাজন,
তথাপি দাসৰ গুণ নকৰে কীৰ্ত্তন।
ভৃত্যৰূপে অৱতাৰ ধৰি অসংখ্যাত,
উদ্ধাৰিলা গৃহস্থক কৰি উৎপাত।
কেৱে বোলে লিতিকাই, কোনোৱে বনুৱা,
কেৱে বোলে 'বয়' কেৱে কহয় লগুৱা।
দাং বৰলাৰ যিটো ভৰসাৰ থলি,
গৃহস্থই খাই মৰে কাঁথি খাৰলি।
আধাফুটা ভাতে সতে নিসিজা বাঞ্জন,
পত্নীহীন বৰলাৰ মজিয়া ৰঞ্জন।
আগে নিজে খাই চায়, পিছত গৃহস্থ,
কিজানিবা গৃহস্থই পায় কিবা কষ্ট।
চেকেণ্ড শ্ব' চিনেমা চাই শোবে ফস্তি জুৰি,
গৃহস্থে জগাব্লে পুৱা দিয়ে এঙ্গামুৰি।

হাকিমৰ বে'ড টি দিয়ে পুৱা আনি,
নালভগা পিয়লাত ৰং দিয়া পানী।
সমগ্র পৃথিৱী জুৰি দাসৰ মহিমা,
তাসম্বাৰ কিৰীতিৰ নাই কোনো সীমা।
লিটিকাই ৰূপে এহি ভাৰত ভূমিত,
যত কীৰ্তি কৰি আছে সবাৰো বিদিত।
বামুণৰ লিটিকাই যতিকে সিয়ান,
অভঙানন্দই গায় তাৰ গুণগান।
সদা পাংচুৱেল আৰু সদা ফেইথ ফুল
বজাৰৰ হিচাপত হয় সদা ভুল।
কেনিবা ওলাই গ'লে নাহে বেগে ঘূৰি,
যিমানে প্রভুৱে তাৰ খ'ক হাবাথুৰি।
ৰাজাৰ কিঙ্কৰ যিবা অতি আজ্ঞাবহ,
সুদেমূলে গ্রাস কৰি চলে অহৰহ।
বাদছাৰ গোলাম সিটো ৰাজাতোকৈ চৰা,
ভিতৰি সিয়ান সিটো, কথাত নপৰা।
লাগুনি পাচনি কৰে গুৰুৰ ঘৰত,
গুৰুতো গহীন হয় দেখিলে ভকত।
চৰকাৰী অফিচতো পিন্ধি চাপ্ৰাছ,
পূৰ কৰে হাকিমৰ যত ফৰমাছ।
টিপচহী মাৰি সিটো দৰমহা খায়,
গৃহস্থৰ চিগাৰেট জেপত ভৰায।
দাসী দাস্যা স'তে মাৰে গোপন চুপতি,
পাৰিলে পলাই যায় দাস মহামতি।
ঘড়ী, ফাউন্টেন আৰু অয়-অলঙ্কাৰ,
ফকেটস্থ কৰে ভাঙি বাদুলি সঁচাৰ।
সাক্ষাতত গৃহস্থক কৰে তিনি সেবা,
নেপথ্যত শাও দিয়ে 'জহনীত যোৱা'।
গৃহস্থ বৰ্তমানে গৃহস্থ নিজেই
লেউসেউ গিৰিহঁত আছি পালে যেই।
চাকৰ নহ'লে বাবু কাবু হৈয়া ৰয়,

গৃহস্থে নকৰা কাম চাকৰে কৰয়
গৃহস্থৰ হৈয়া দাসে দম কৰি দিয়ে,
বজাৰ-সমাৰ কৰে উঠনা কৰিয়ে।
বন্দবস্ত হয় মাথো, দৰমহা নাপায়,
তথাপিতো ঘৰলৈ টকা পঠিয়ায়।
চাকৰৰ চাকৰিয়ে সবাতো উত্তম,
পৰোৱাই নাই হ'লে চাকৰি খতম।
কুকুৰ চিকণ হ'লে গৃহস্থ যহ,
চাকৰ এনেয়ে মোটা নাখায় সৰহ।
কলহমুখৰ দৈ গাখীৰৰ সৰ,
মুৰ্গীৰ চুৰুহাকণ, কলঠি মাছৰ.
তাৰেই ভৰায় পেট, নিবিচাৰে বেছি,
অকণি গলত ঢালে দেশী বা বিদেশী।
অভঙানন্দই ৰচে এহি দাসায়ন,
দাসে দিযে গালি আৰু শুনে সাধুজন।

—ইতি দাসায়ন মহাকাব্য